টোৰ মত হ'ল ভাৰতত যি আছে তাক পাশ্চাত্ত্য আদৰ্শ আৰু মূল্যবোধেৰে উন্নয়ন নকৰিলে নহয়। কিন্তু নতুন ধৰ্ম, নতুন সংস্কৃতি ভাৰতত হঠাতে প্ৰচাৰ কৰিবলৈ যোৱাটো যে ভয়ংকৰভাৱে বিপজ্জনক হ'ব পাৰে, সেই কথাও এই দলৰ লোকে শাসনযন্ত্ৰক সোঁৱৰাই দিবলৈ পাহৰা নাছিল। তৃতীয় এটা মতবাদ হ'ল আমূল পৰিবৰ্তনৰ, ভাৰতৰ ধৰ্ম, শিক্ষা, সংস্কৃতি নতুন পাতনেৰে পতাৰ দলৰ। অধৰ্ম-অনীতিত জোবোৰা মাৰি থকা ভাৰতক পাশ্চাত্ত্য খ্ৰীস্ট-ধৰ্মত দীক্ষিত কৰি ঈশ্বৰাভিমুখী কৰিব লাগিব। ইউটিলিটেৰিয়ান্‌সকলৰ যৰ চিন্তা হ'ল ভাৰতক যুক্তিবাদ আৰু ইউৰোপীয় জ্ঞান দি প্ৰকৃত মানৱ কৰাৰ। আমূল পৰিৱৰ্তনকামীসকলৰ মতে খ্ৰীস্টিয়ান ধৰ্ম আৰু পাশ্চাত্ত্য শিক্ষাৰ গ্ৰহণেই হ'ল ভাৰতবৰ্ষৰ কল্যাণকৰ উচিত কৰ্মপন্থা। গোস্পেল বা খ্ৰীস্টৰ শুভ বাৰ্ত্তা-প্ৰদানৰ যোগে প্ৰচাৰকামী এভাঞ্জেলিকেল্‌সকল হ'ল এই আমূল পৰিৱৰ্তনবাদী দলৰ ভিতৰৰ শকত এটা ভাগ। তেওঁলোকৰ স্পষ্ট কথা হ'ল খ্ৰীস্টৰ বাবে ভাৰতৰ দুৱাৰ উন্মুক্ত হ'ব লাগে। ইফালে আকৌ যিসকলে ভাৰতবৰ্ষত ব্ৰিটিংশ সাম্ৰাজ্যৰ ধ্বজা বহন কৰিছিল, সেইসকলে কিন্তু ভাৰতৰ ধৰ্মত হাত দিয়াটো বিপজ্জনক হ'ব পাৰে বুলি বাৰে বাৰে ক'বলৈ ধৰিছিল। তেনে ধৰণৰ বিবেচনাৰ বলতে ১৭৯৩ ছনৰ চাৰ্টাৰত ধৰ্ম-বিষয়ক ছেদ এটা প্ৰায় সন্নিৱিষ্ট হোৱাৰ শেষ মুহূৰ্তত তাক বাদ দিব লগীয়া হ'ল। বৰং সকাউঞ্চিল গৱৰ্নৰ-জেনেৰেল ভাৰতৰ ধৰ্ম-পালনৰ বিষয়ত নিৰপেক্ষতা অৱলম্বন কৰি নতুন ৰেগুলেশ্যন্‌ছ ৰচি প্ৰতিজ্ঞাবদ্ধহে হ'ল। সেই গতিকেহে বেপ্টিস্টসকলৰ ধৰ্ম ভাৰতবৰ্ষত প্ৰৱেশ কৰিব লগীয়া হ'ল ডেনমাৰ্কৰ ৰজাৰ ছত্ৰছায়াক আশ্ৰয় কৰিহে; আন কি, ব্ৰিটিংশ সিংহৰপৰা সুৰক্ষাও বিচাৰিব লগীয়া হ'ল সেই ছত্ৰদণ্ডৰ আঁৰতহে।

১৭৯৩ৰ পিছত ৰাজনীতিকসকলৰ মনৰ গতি নিজৰ ফালে ঘোৰাবৰ বাবে এভাঞ্জেলিস্ট্‌সকলৰ চেষ্টাৰ ত্ৰুটী নহ'ল। গৱৰ্নৰ-জেনেৰেলসকলৰ ভিতৰত ছাৰ জন্ শ্বোৰ্ বা লৰ্ড্ ৱেলেছ্‌লিৰ মিছনেৰিসকলৰ প্ৰতি ভিৰ্তাৰ বেথা এৰ্ফোৰ আছিল। ৱেলেছ্‌লিৰ পিছত কিন্তু আকৌ গৱৰ্নৰ-জেনেৰেলৰ মনোভাৱত কঠোৰতা আহিল। বিশেষকৈ মাদ্ৰাজ প্ৰেছিডেঞ্চিৰ ভেলূৰত ভাৰতীয় চিপাহীয়ে বিদ্ৰোহ কৰি উঠি দুশকৈ ইউৰোপীয় লোকৰ মৃত্যু ঘটালত, সেই ঘটনাৰ মূলকাৰণত দেশত মিছনেৰিৰ ক্ৰিয়া-কলাপো আছে বুলি অন্ততঃ বিলাতত অৰ্থ কৰা লোকৰ অভাৱ নহ'ল। গতিকে মিছনেৰিৰ প্ৰতি কোম্পানিৰ দৃষ্টি বিৰূপ হোৱা স্বাভাৱিক হৈ পৰিল। কিন্তু এভাঞ্জেলিকেল্‌সকলে তেওঁলোকৰ চেষ্টা দৃঢ়তৰ কৰিলে। ভেলূৰৰ ঘটনাৰ লগত মিছনেৰিৰ কাৰ্যৰ কোনো সম্বন্ধ নথকাটো দেখুওৱা হ'ল। এই সকলোৰে ফল-স্বৰূপে ১৮১৩ ছনৰ চাৰ্টাৰ এক্টত মিছনেৰিৰ প্ৰচাৰ-কাৰ্য দোষমুক্ত কৰি তাক কৰ্তব্য কৰ্মৰ ভিতৰত ধৰা হ'ল। ভাৰতত খ্ৰীস্ট-ধৰ্ম-প্ৰচাৰ আৰু পাশ্চাত্ত্যীকৰণৰ বিষয়ত সেই দেখি ১৮১৩ বছৰটো এটা স্পষ্ট 'মাইলৰ খুঁটি' হৈ ৰ'ল। ১৮১২ ছনৰ জুনত মাথোন আমেৰিকান মিছনেৰি ছজন কলিকতাত প্ৰৱেশ কৰিছিল; আৰু তেওঁলোকক লগে লগে তাৰপৰা বিদায় দিয়া হৈছিল। কলিকতা এৰি তেওঁলোক বোম্বাই পায়মানে বিলাতত ১৮১৩ৰ চাৰ্টাৰ এক্ট পাৰ্লিয়ামেণ্টে গ্ৰহণ কৰিলে আৰু তেওঁলোকে এতিয়া ভাৰততে কাম কৰিব পৰা হ'ল। ১৮১৩ ছনতে সেই দেখি এই দেশত আমেৰিকান প্ৰোটেস্টাণ্টৰ প্ৰচাৰকৰ্মৰ আৰম্ভণি।

**উইলিয়াম কেৰিৰ মহৎ কৰ্ম আৰু প্ৰথম অসমীয়া বাইবেল ঃ**

ভাৰতত প্ৰোটেস্টাণ্ট বেপ্টিস্টৰ ইতিহাসৰ উদ্বোধয়িতা আৰু প্ৰধান পথপ্ৰদৰ্শক ড° উইলিয়াম কেৰি। তেওঁৰ ত্যাগ, কষ্টস্বীকাৰ, কৰ্মদক্ষতা আৰু জ্ঞানলিপ্সাই সেই ইতিহাসক গৌৰৱময় কৰি শুভাৰম্ভ দিলে, লগতে ভাৰতীয় সাহিত্যবোৰত নৱযুগৰ সম্ভাৱনা সৃষ্টি কৰিলে। কোনো বাধাই বা কৰ্তব্যৰ বিপুলতাই তেওঁৰ একাগ্ৰতাৰ সমুখত থিয় দি থাকিব নোৱাৰিছিল। তেওঁ তেওঁৰ লগৰীয়াসকলেৰে ভাৰতৰ ভাষা-বোৰত বাইবেলৰ অনুবাদ কৰাৰ এক বৃহৎ আঁচনি তৰিছিল। তেওঁৰ দ্বাৰা অনূদিত-সম্পাদিত বাইবেলৰ সংখ্যাই হ'ল একুৰি যোল। তাৰ ভিতৰত বঙলা (১৮০১, ১৮০২-০৯) আৰু সংস্কৃত (১৮০৮, ১৮১১-১৮) অনুবাদ তেওঁৰ মহত্তৰ কৃতি। হিন্দী, মৰাঠী, ওড়িয়া আদি অনুবাদৰ খচৰা সেই সেই ভাষাৰ পণ্ডিতে প্ৰস্তুত কৰে আৰু কেৰিয়ে সিবোৰৰ ওপৰত সমালোচনাৰ হাত ফুৰাই সম্পাদন কৰে। আমাৰ ওচৰ-চুবুৰীয়া খাছি (১৮২৪) আৰু মৈতৈ-মণিপুৰী (১৮১৪-২৪) ভাষাও কেৰিৰ আঁচনিৰ অন্তৰ্গত হৈছিল। মুঠতে কেৰিৰ

হাবিয়াহ তাৰতম্য হৰে হৰে একোখন বাইবেল দিয়া। ১৮১০ চনত শ্ৰীৰামপুৰ প্ৰেছে অসমীয়া অনুবাদৰ কাম আৰম্ভ কৰে। এই অনুবাদৰ খচৰা কৰোঁতা হৈছিল সম্ভৱতঃ কলিকতাত থকা এজন অসমীয়া পণ্ডিত আত্মাৰাম শৰ্মাৰ হতুৱাই। এই বিষয়ত কিন্তু কোনো শ্ৰীৰামপুৰীয়া অভিলেখ নাই। কেৰি আৰু আত্মাৰামৰ সম্পৰ্কে অসমত নানা কথাকেই অনুমান কৰি লোৱা হৈছে আৰু দুই-একৰ হাতত কল্পনাৰ পকামিঠৈৰ পাক (snowballing) চলিয়ে আছে। ১৮৫৫ চনত আনন্দৰাম ঢেকিয়াল ফুকনে *A Few Remarks on the Assamese Language and on Vernacular Education* নামৰ পুস্তিকাত লেখিছিল, "The whole of the Bible was translated and published by the Serampore Missionaries with the aid of Atmaram Shorma, an Assamese Pundit, in the year 1813. A Second Edition was issued from the Serampore Press in 1833." আত্মাৰামৰ বিষয়ে এই প্ৰথম অভিলেখৰ (১৮৫৪) স্ৰষ্টা ঢেকিয়াল ফুকনে সম্ভৱতঃ আত্মাৰামক লগো পাইছিল। কিন্তু ১৮১৩ চনত সমস্ত বাইবেলৰ অসমীয়া সংস্কৰণ ছপা হোৱা আৰু ১৮৩৩ চনত তাৰ দ্বিতীয় তাঙৰণ প্ৰকাশ হোৱা—দুইটা কথাই ভ্ৰমাত্মক। গুণাভিৰাম বৰুৱায়ো কিজানি আত্মাৰামক কলিকতাত লগ পাইছিল। তেওঁ "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ"ত ১৮৫২ চনত ফুকন কলিকতাত ফুৰা-মেলা কথাৰ প্ৰসংগত লেখিছে, "তাত ছাপাখানা আৰু কাগজৰ কল ফুকনে চালে। মানৰ দিনৰ পূৰ্বেই কলিয়াবৰৰ আত্মাৰাম নামে এজন অসমীয়া ব্ৰাহ্মণ গৈ শ্ৰীৰামপুৰত বাস কৰি আছে। তেওঁ তাতে বিয়া কৰাইছে। সতি-সন্তান হৈছে। তেওঁ ছাপাখানাৰ পণ্ডিত আছিল। তেওঁৰ সাহায্যতে ডাক্তৰ কেৰি পাদ্ৰি চাহাবে প্ৰথমে অসমীয়াত খ্ৰীষ্টিয়ানৰ বাইবেল শাস্ত্ৰ ছপায়।" এই উক্তিৰ "আছে"-"আছিল"বোৰৰ উপৰিও "এজন অসমীয়া ব্ৰাহ্মণ গৈ" (তেওঁক কোনেও নিওৱাৰ কথা নহয়) আৰু "তেওঁৰ সাহায্যতে" (ঢেকিয়াল ফুকনৰ ঠিক ঠিক যেন "with the aid of" কথাৰহে ভাঙনি) মন কৰিব লগীয়া। ১৮৩৩ৰ অসমীয়া "ধৰ্ম্মপুস্তক"ৰ (নতুন নিয়ম) নাম-পাতত স্পষ্টকৈ TRANSLATED BY THE SERAMPORE MISSIONARIES বুলি কৰা উল্লেখত অনুবাদ কাৰ্যতযে মিছনেৰিৰ বাহিৰে আন কোনোবা আছিল, সেই কথা নাই। ফুকনৰ মতে 'aid' আৰু বৰুৱাৰ 'সাহায্য' কৰাজন সেই আখ্যাৰ ভিতৰত নপৰিল ; তেওঁ মিছনেৰিও নহয়, অনুবাদকো নহয়—এনে কথা ! কিন্তু শৰ্মাই এই দেশ এৰি কিয় কলিকতা বৰছহৰৰ পৰদেশত মহাভেশ ল'বলৈ গৈছিল, তাৰ কাৰণটো আমাৰ মাথোন কল্পনাৰ ওচৰত বিচাৰিব লগীয়া হৈ থাকিল। কলিকতাৰ পঞ্চানন কৰ্মকাৰ বা তস্য জামাতা মনোহৰৰ দৰে গুণাভিৰামে ক'বৰ দৰে 'ছাপাখানাৰ পণ্ডিত' হ'বৰ অভিপ্ৰায়েৰে নে ভাগ্য-অন্বেষণৰ প্ৰয়াসত নে তীৰ্থ-দৰ্শনৰ হাবিলাসত নে ঘৰুৱা কন্দলৰ বাবে[1] তেওঁ দেশ এৰি 'বেদেশি' হ'ল ?—এই প্ৰশ্নৰ সমিধানত অতীত নীৰৱ। অৰ্বাচীনভাৱে যোৱা শতিকাৰ নৱম দশকত (১৮৮৪) এ. কে. গাৰ্নিয়ে আৰু সেই দশকৰ সামৰণিত পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে ('অসমীয়া ভাষা' বক্তৃতা, ১৮৯০) কল্পনা কৰিলে যে আত্মাৰামক কেৰি আদি শ্ৰীৰামপুৰীয়া পাদুৰিসকলেই অসমৰপৰা বিচাৰি নিছিল। এই উক্তিৰ মূল ক'ত ?

---

[1]আমাৰ তৃতীয় অনুমানেই সম্ভৱতঃ সঠিক। *British Missionaries in India 1793-1837 : The History of Serampore and Its Missions* (Cambridge U.P., 1967, পিঠি ৩১) গ্ৰন্থত ই. ডানিয়াল পট্‌চে ডক্টৰ কেৰিয়ে এডিনবৰাৰ এক ব্যক্তিলৈ ৬ ডিচেম্বৰ ১৮০৫ত দিয়া পত্ৰৰপৰা এই কথা লেখিছে : **An Assamese brahmin was baptized at Serampore late in 1803 (while returning from a visit to the temple of Jagannath in Orissa.)** এই অসমীয়া বামুণটি নিশ্চয় আছিল আমাৰ আত্মাৰাম শৰ্মা। এই উক্তিমতে তেওঁইহে প্ৰথম অসমীয়া খ্ৰীষ্টিয়ান।

অন্য এক উক্তিমতে (ওপৰত উক্ত) আত্মাৰাম শৰ্মা থৰভি বৰুৱাৰ পৰিয়ালৰ কুল-পুৰোহিতৰ বংশৰ লোক আৰু তেওঁ শেষ বয়সত কলিকতাৰপৰা কলিয়াবৰলৈ ঘূৰি আহিছিল।

বাইবেলৰ অনুবাদক **'Serampore Missionaries'**অৰ মি নাম-সমস্যা তাত আত্মাৰামক সেই আখ্যাৰে দেখাতে ভাগ দিয়া নাইছিল। তেওঁ খ্ৰীষ্টিয়ান হৈছিল যদিও (ওপৰৰ খবৰ মতে), **missionary** হোৱাৰ প্ৰমাণ আমাৰ হাতত নাই।

সেই দিনত (যোৱা শতিকাৰ প্ৰথম দশকত) প্ৰবল প্ৰতাপেৰে চলি থকা আহোম ৰাজ্যৰ মাজমজিয়াৰপৰা বেচেৰা ৰামুণটিক কোনে কেনেকৈনো থাপ মাৰি চিলনীৰ দৰে উবুৱাই নিলে !! "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"ত (১৯৩৭) ডিমেশ্বৰ নেওগে লেখিছিল, "কোনো কোনোৰ মতে ১৮১১ সনতে নগাঁও কলিয়াবৰৰ ৺আত্মাৰাম শৰ্মাই এই ভাঙনী কৰিছিল। উক্ত পুথিত এই বিষয়ে একো সন্ধান পোৱা নগ'ল।" সেয়েইতো আচল কথা। আন কোনো অভিলেখেই নাই। কেনেকৈ কোৱা যায়, আত্মাৰামে অনুবাদকৰ্মটি কৰিছিল ? তেওঁ কোন জাতৰবা কলিকতীয়া মানুহ বিয়া কৰিছিল ? এক 'খবৰমতে' খৰাঙি বৰুৱাৰ বংশ-পুৰোহিত তেওঁ কলিয়াবৰলৈ ঘূৰি আহিছিল। হয়নে ? তেওঁৰ জাত্যন্তৰ ঘটিছিলনেকি নে মনোহৰে বিশ্বকৰ্মাৰ মূৰ্তিটিৰ তলত বহি আখৰ কটা-ঢলাৰ দৰে আত্মাৰামেও ইষ্ট দেৱকে জপি ছপাখানাৰ কাম কৰিছিল ?

ড° উইলিয়াম কেৰিয়েইবা কোনোদিনে চল্-কৰ্ নথকা অসমীয়া ভাষাত ভাঙনি কৰিব পাৰিলে কেনেকৈ ? তেওঁ বঙলা আৰু সংস্কৃতৰ বাহিৰে অসমীয়া আদি আন অনুবাদবিলাকৰ কাম কি পদ্ধতিত কেনেকৈ পৰিচালনা কৰিছিল, তাৰ আভাস জৰ্জ স্মিথে লেখা উইলিয়াম কেৰিৰ জীৱনীৰপৰা (*Life of William Carey, Shoemaker and Missionary*, London, 1913) পাব পাৰি। স্মিথে ওড়িয়া বাইবেল ভাঙনিৰ কথা লৈ লেখিছে "The Ooriya version was almost the first to be undertaken after the Bengali. ···The chief pundit, Mrityunjaya, skilled in both the dialects, first adapted the Bengali version to the language of the Ooriyas, which was his own. Carey then took the manuscript, compared it with the original Greek, and corrected it verse by verse." শ্ৰীৰামপুৰীয়া অসমীয়া অনুবাদটি পঢ়িলে আৰু কেৰিৰ বঙলা সংস্কৰণৰ লগত তাক ৰিজাই গ'লে অসমীয়া "ধৰ্ম্মপুস্তক" দুই ভাগৰ ক্ষেত্ৰতো একে পদ্ধতিকে অৱলম্বন কৰা বুলি সহজে অনুমান হ'ব। অসমীয়া আৰু বঙলাৰ বিদ্যাৰ বাহিৰে আত্মাৰামৰ আন ভাষাৰ জ্ঞান থকাৰ কোনো প্ৰমাণ-পত্ৰ আমাৰ হাতত নাই। তেওঁৰ অসমীয়া ভাঙনিও যে কেৰিৰ বঙলা অনুবাদৰ অনুগত ছায়াহে, তাক বুজিবলৈ সৰহ কথা নালাগে। কেৰিয়েও সম্ভৱতঃ তেওঁৰ আঁহিৰপৰা সেই ভাঙনি আঁতৰিবলৈ কুবুং-কাবাং কৰিলেই তাক মোকটা মাৰি ধৰি ৰাখিছিল। অসমৰপৰা গৈ কলিকতাত 'ছাপাখানাৰ পণ্ডিত' হ'ব পৰাকৈ আৰু পিছত তাতে বিয়া-বাৰুও কৰিব পৰাকৈ থাকিবলৈ লোৱা অসমীয়া মানুহ এজনৰ পক্ষে বঙলা ভাষাৰ দৰে ওচৰ-চুবুৰীয়া এটা ভাষা আয়ত্ত কৰাটো বোধ হয় অতি সহজ, স্বাভাৱিক আৰু সততে কামত-লগা কাৰ্য। উপৰ্যুক্ত পদ্ধতিত কাম কৰা মৃত্যুঞ্জয়েই বা আত্মাৰামেই ইংৰাজী, গ্ৰীক, হিব্ৰু আদিৰ বোজা বোৱাৰ কোনো প্ৰয়োজন নাছিল। আনফালে, কেৰিয়ে যে অসমীয়া ভাষা আয়ত্ত কৰিছিল, বাইবেলখনৰ বাহিৰে তাৰ প্ৰত্যক্ষ প্ৰমাণৰ অভাৱ। কিন্তু ভাষা শিকা বিষয়ত তেওঁ অদ্ভুতকৰ্মা। তেওঁতো সংস্কৃত আৰু বঙলাৰ অধ্যাপকেই হৈছিল। ২২ জানুৱাৰী ১৮০৮ তাৰিখে ড° ৰাইলেণ্ড্ নামৰ এজন হিব্ৰু আৰু বাইবেলৰ শাস্ত্ৰৰ বিশেষজ্ঞ পণ্ডিতলৈ এখন চিঠিত তেওঁ ভাৰতীয় ভাষা শিকা সম্বন্ধে লেখিছিল, "The necessity which lies upon me of acquiring so many languages, obliges me to study and write out the grammar of each of them, and to attend closely to their irregularities and peculiarities. I have, therefore, already published grammars of three of them ; namely, the Sanskrit, the Bengali, and the Mahratta. To these I have resolved to add grammars of the Telinga, Kurnata, Orissa, Punjabi, Kashmeeri, Goojarati, Nepalese, and Assam languages. Two of these are now in the press, and I hope to have two or three more of them out by the end of the next year. ..:This may not only be useful in the way I have stated, but may serve to furnish an

answer to a query which has been more than once repeated, 'How can these men translate into so great a number of languages ?' Few people know what may be done till they try, and persevere in what they undertake." ১৮০৮ত এই চিঠি লেখালৈ চাই তাৰ কিছু পূৰ্বেই কেৰিৰ অসমীয়া শিকা, বাইবেলৰ অসমীয়া অনুবাদ আৰম্ভ কৰা আৰু আত্মাৰামৰো কলিকতা-প্ৰৱেশ হোৱা বুলি ভাবিব পাৰি। কেৰিৰ অসমীয়া ব্যাকৰণ নোলাল, বোধ কৰোঁ লেখাও নহ'ল আৰু তেওঁৰ পৰিৱৰ্তে তেওঁৰ উদ্রেকত উইলিয়াম ৰবিনছনেহে Grammar of the Assamese Language (১৮৩৯) লেখি প্ৰকাশ কৰে। বোধ হয় ৰবিনছনৰ দৰে কেৰিয়েও অসমীয়া ভাষাক বঙলাৰপৰা স্বতন্ত্ৰ জ্ঞান নকৰিছিল। তেওঁৰে পোনতে অলিখিতভাৱে হ'লেও অসমীয়া ব্যাকৰণৰ বিশ্লেষণ কৰি ভাষাটো শিকিছিল, এই চিঠিখনত তাৰ ইংগিত বৈছে। মুঠতে, কেৰিৰ অদ্ভুত ভাষা-আয়ত্তি-শক্তি আৰু বিচক্ষণ বুদ্ধি-পদ্ধতিৰ গুণে অসমীয়া আদি কেইবাটাও ভাৰতীয় ভাষাত বাইবেল প্ৰস্তুত হৈ উঠিল।

১৮১২ৰ ১১ মাৰ্চ তাৰিখে কেৰি কলিকতাত ফোৰ্ট উইলিয়াম কলেজৰ কামত গৈ ব্যাপৃত থকাত সেই নিশা শ্ৰীৰামপুৰত মিছনৰ ঘৰত জুই লাগে আৰু প্ৰস্তুত বাইবেলৰ অনুবাদবিলাক ভস্মীভূত হয়। তেওঁ কলিকতাৰপৰা ঘূৰি আহি ইমান দিনৰ ইমান জনৰ ইমান কষ্টৰ কাম নষ্ট হোৱাত দুখ পালে, হয়। কিন্তু তাত নিৰুৎসাহ নহৈ আগতে নিজ হাতে কাটি-কুটি সম্পাদন কৰা অনুবাদ পুনৰ প্ৰস্তুত কৰা আৰু ছপা কৰা কামত তেওঁ প্ৰবৃত্ত হয়। আগ্নেয় দুৰ্ঘটনাটোৰ ঠিক পিছতে ২৫ মাৰ্চ তাৰিখে লেখা এখন চিঠিত তেওঁ কৈছিল, "The ground must be trodden again, but no delay in printing need arise from that. The translations are all written out first by pundits in the different languages, except the Sanskrit which is dictated by me to an amanuensis. The Sikh, Mahratta, Hindoostani, Orissa, Telinga, Assam, and Kurnata are re-translating in rough by pundits who have been long accustomed to their work and have gone over the ground before. I follow them in revise, the chief part of which is done as the sheets pass through the press, and is by far the heaviest part of the work."

১৮১৩ চনত অসমীয়া প্ৰথম ছপা কিতাপ শ্ৰীৰামপুৰীয়া বাইবেলৰ নতুন নিয়ম (ধৰ্ম্মপুস্তক অন্তভাগ) প্ৰকাশ পালে আৰু কুৰি বছৰৰ মূৰত ওলাল বাইবেলৰ পুৰণি ভাগ। ১৮১৩ৰ অসমীয়া নিউ টেষ্টামেণ্টৰ নাম-পাতৰ কথা ঃ

> *ঈশ্বৰৰ সৰ্ব্ব বাক্য। —/ বিশেষত্ মানুহৰ্ ত্ৰাণৰে আক কাৰ্য্য সাধনলৈ অৰ্থে/ ঈশ্বৰে যিহক প্ৰেৰিত কৰিছে। / সেয়েই / ধৰ্ম্মপুস্তক / তাৰে অন্তভাগ্ / সেয়ে আমাৰ্ প্ৰভুৰ্ ত্ৰাণ কৰোঁতা যিশু খ্ৰীষ্টৰ্ / মঙ্গলবাৰ্ত্তা। / গ্ৰীক ভাষাৰ্পৰা তৰ্জ্জমা হল। / শ্ৰীৰামপুৰৎ ছাপ্ মাৰিলে। / ইংৰাজী ১৮১৩ শক।*

১৮৩৩ৰ অসমীয়া ওল্ড টেষ্টামেণ্টৰ শীৰ্ষ-পত্ৰ এনে ঃ

> THE / HOLY BIBLE / TRANSLATED FROM / THE ORIGINAL TONGUES / INTO / THE ASSAMESE LANGUAGE / BY SERAMPORE MISSIONARIES. / *ধৰ্ম্মপুস্তক / আদিৎ যি যি মাজেৰে লিখিত আছিল্ তাৰ্পৰা / অহমীয়া মাজেৰে তৰ্জ্জমা কৰা হল্। / শ্ৰীৰামপুৰৎ ছাপ দিলে। / ১৮৩৩। /* SERAMPORE PRESS. / 1833.

১৮১৩ খ্ৰীষ্টাব্দৰ "ধৰ্ম্মপুস্তকে"ই প্ৰথম অসমীয়া ছপা পুথি। সেইখন উলিয়াই উইলিয়াম কেৰিয়ে অসমত খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰাৰ আশা মনতে পুহিছিল। তেতিয়াও কিন্তু অসমত আহোম শাসন চলি আছিল। ১৮২৬ চনত প্ৰদেশখন ব্ৰিটিছৰ হাতলৈ গ'ল। ১৮৩৩ৰ অসমীয়া ওল্ড টেষ্টামেণ্ট প্ৰকাশ কৰাৰ পূৰ্বেই কেৰিয়ে অসমৰ প্ৰথম মিছনেৰি-স্কুল ৰে (Mr Rae) নামে এজন স্কটিছ চৈনিকক

গুৱাহাটীত স্থাপন কৰাৰ তৃপ্তিটিও লাভ কৰিলে। তদুপৰি পূৰ্বাঞ্চলৰ আন দুটি ভাষাত বঙলা হৰফত বাইবেল প্ৰকাশ কৰা হ'ল—খাছি ভাষাত (১৮২৪) আৰু মৈতৈ-মণিপুৰী ভাষাত (১৮১৪-২৪)। ইতিপূৰ্বেই বঙলা ভাষাত নিউ টেস্টামেন্ট (ধৰ্ম্মপুস্তক। তাহা ঈশ্বরের সমস্ত বাক্য। যাহা প্ৰকাশ কৰিয়াছেন মনুষ্যের ত্ৰাণ ও কাৰ্য্য শোধনাৰ্থে। তাহার প্ৰথম ভাগ যাহাতে চারি বৰ্গ, মোশার ব্যবস্থা ত্ৰিশয়ালের বিবরণ, গীতাদি, ভবিষ্যত বাক্য। ...তৰ্জ্জমা হইল ওব্রিভাষা হইতে। শ্ৰীরামপুরে ছাপা হইল। ১৮০১।) আৰু ওল্ড টেস্টামেন্ট (ধৰ্ম্মপুস্তক তাহার অন্তভাগ। তাহা আমাদের প্ৰভু ও ত্ৰাণকৰ্ত্তা যেশু খ্ৰীষ্টের মঙ্গল সমাচার। তৰ্জ্জমা হইল গ্ৰীক ভাষা হইতে।) ১৮০১-০২ খ্ৰীস্টাব্দত প্ৰকাশিত হৈছিল। ওড়িয়া নিউ আৰু ওল্ড টেস্টামেন্ট ১৮১১ আৰু ১৮১৯ আৰু মগহী নিউ টেস্টামেন্ট ১৮২৪ চনত ওলায়। মন কৰিব লগীয়া যে ১৮০৬ চনতে কেৰিয়ে মালদহ জিলাৰ মহীপালদীঘিৰ নীল খেতিয়ক মিস্টাৰ উডনীলৈ লেখা এখন চিঠিত গোৱালপাৰা আদি ঠাইত মিছনেৰি স্থাপন কৰিবৰ ইচ্ছা প্ৰকাশ কৰিছিল। তেওঁ ভাবিছিল যে সেইবোৰ ঠাইত বেপাৰ কৰি থকা ইংৰাজ খ্ৰীস্টিয়ানসকলো ধৰ্ম-প্ৰচাৰকৰ সহায়ক হ'ব।

**কোন বিধি কৰি দিলে মুদ্ৰাক্ষৰ নিৰূপণ!**

প্ৰসংগতঃ উল্লেখ কৰিব লগীয়া যে কেৰি আদি শ্ৰীৰামপুৰীয়া মিছনেৰিসকলৰ কল্যাণতে প্ৰথম অসমীয়া ছপা কিতাপ ১৮১৩ৰ "ধৰ্ম্মপুস্তক" ওলায়। আৰু পুথিখনৰ মুদ্ৰণত ব্যৱহৃত ছপাখানাৰ হৰফ পুৰণি অসমীয়া লিপি নহয়, বৰং শ্ৰীৰামপুৰত মুদ্ৰণকলাৰ সংপৰীক্ষাৰ এই কালছোৱাৰ কোনো ছপা বঙলা হৰফৰে ই প্ৰকাৰভেদ।[1] কেইটামান হৰফৰ বাদে বাকীবোৰ অসমীয়া আখৰৰ কাম যে বটালীৰে কটা বা সাঁচত ঢলা বঙলা হৰফেৰেই নিৰ্বিবাদে চলাই দিব পাৰি, সেই কথা কেৰি আদিয়ে নিশ্চয় বুজিছিল। অৱশ্যে এই কথাও ঠিক যে বঙলা ছপা হৰফ পুৰণি বঙলা পুথিৰ লিপিৰপৰাও বহুতোখিনি পৰিবৰ্তিত ৰূপহে। কথিত আছে যে কালীকুমাৰ ৰায় নামৰ এজন লোকৰ হাতৰ আখৰ বৰ ধুনীয়া আছিল কাৰণে তেওঁৰ হাতৰ লেখাৰপৰা পঞ্চানন কৰ্মকাৰ আদিয়ে মুদ্ৰণাক্ষৰৰ গঢ় গ্ৰহণ কৰিছিল। আনফালে, আৰু এটা কথা আমাৰ চকুত পৰে। সেয়া হ'ল পুৰণি অসমীয়া লিপিৰ তিনিটা জনাজাত শৈলীৰ ভিতৰত বিশেষকৈ বামুণীয়া বোলাটিৰ লগত পুৰণি বঙলা লিপিৰ নিকট সাদৃশ্য। আমাৰ পেট-কটা ৰ বংগত অচিনাকি নহয়, "শ্ৰীকৃষ্ণ-কীৰ্ত্তন"ৰ পুথিৰপৰা আৰম্ভ কৰি ঊনবিংশ শতিকাৰ চিঠি-পত্ৰলৈকে বঙলাত এই আখৰটো দেখা পোৱা যায়। ১৭৮৬ চনৰ কলিকতা গেজেটৰ ছপা কথাৰ মাজতো এই ৰ বিৰাজমান (*The Calcutta Gazette or Oriental Advertiser*, Vol. V, No. 114, 6 May 1786) দেখা পাইছো। কোনো কোনো বঙালীয়ে আকৌ আমাৰ ৱ-ৰ ঠাইত ৱ ব্যৱহাৰ কৰিছিল ১৮১০ পৰ্যন্ত। ১৭৮৭ চনৰ এখন চিঠিত একেটা শব্দতে ৰ-ৱ (=ৰ) দুইটা লেখা পাইছো—'খিদিৰপুৰ।'

১৪৯৭ত ভাৰতবৰ্ষলৈ পোৰ্তুগীজসকলে প্ৰথম মুদ্ৰণযন্ত্ৰ আনি গোৱাত স্থাপন কৰে আৰু ১৫৫৭ত তেওঁলোকৰ ভাষাৰ এখন কিতাপ ৰোমান হৰফত ছপা কৰে। অভাৰতীয় ভাষাত হ'লেও ভাৰতত সেইখনেই প্ৰথম মুদ্ৰিত গ্ৰন্থ। ১৫৭৭ত জন গোন্সালভেছ নামে এজন স্পেনিয়াৰ্ড পাদুৰিয়ে তামিল-মালয়ালম ভাষাৰ হৰফ কৰি লৈ ছেইণ্ট ফ্ৰান্সিছ জেভিয়াৰৰ *Christian Doctrine*ৰ অনুবাদ "খ্ৰীষ্ট্য বনকনম্" ছপা কৰে

[1]মই নিজে এই কালৰ ছপা বঙলা আৰু এই অসমীয়া ("ধৰ্ম্মপুস্তক"ৰ) হৰফবোৰ ভালকৈ মিলাই চাবৰ সুবিধা কৰিব পৰা নাই। কিন্তু লিপিৰ ক্ষেত্ৰত আন এজন সমীক্ষকৰ ভাষাত হ'লে "ঊনবিংশ শতিকাৰ আদি ভাগত যান্ত্ৰিক সুবিধাৰ অৰ্থে খৃষ্টান মিছনেৰীয়ে শ্ৰীৰামপুৰত ব্যৱহৃত বাংলা লিপিকে অসমীয়া বাইবেল ছপাবলৈ ব্যৱহাৰ কৰিবলৈ ধৰিলে। প্ৰাচীন বাংলা লিপি আৰু অসমীয়া লিপিৰ মাজত মাইকৈ যুক্তাক্ষৰসমূহত বহুতো পাৰ্থক্য আছিল। ১৮১৩ চনত প্ৰকাশিত অসমীয়া ভাষাৰ প্ৰথম ছপা পুথি বাইবেলত হুবহু বঙলা লিপিকে ব্যৱহাৰ কৰিছিল; কিন্তু ১৮৩৩ চনত প্ৰকাশিত বাইবেলত যুক্তাক্ষৰসমূহ অসমীয়া প্ৰাচীন লিপিৰ আহিত কটা হৈছিল। কিন্তু পিছলৈ এই আহি এৰি সম্পূৰ্ণ বঙলা লিপিকে ব্যৱহাৰ কৰিবলৈ ধৰে। সেয়েহে আধুনিক লিপিত পাৰ্গত মানুহ এজনেও এতিয়া পুৰণি অসমীয়া লিপিৰে লিখা পুথি পঢ়িব নোৱাৰে বা পঢ়িবলৈ টান পায়" (লীলা গগৈ, 'সমন্বয়ৰ সংস্কৃতি : অসমীয়া', "অসম বাণী", ৰূপালী জয়ন্তী আৰু বিহু সংখ্যা, ১৯৭৯)।

কোচিনত। ১৬৯২ত মুদ্ৰিত এখন কিতাপত বঙলা আখৰ প্ৰথম ব্যৱহৃত হৈছিল বুলি কোৱা হয়, কিন্তু এই বিষয়ে সবিশেষ জনা নাযায়। তাৰ পিছত ১৭৪৩ত ৰোমান লিপিত খ্ৰীষ্টধৰ্ম সম্পৰ্কীয় এখন বঙলা কিতাপ পোৰ্তুগালৰ লিছবনত ছপা হয়—*Crepar Xaxstrer Orth, Bhed* (কৃপাৰ শাস্ত্ৰৰ অৰ্থভেদ)। কিন্তু বঙলা তথা অসমীয়া মুদ্ৰণশিল্পৰ বিষয়ত এটা বিশেষ সাৰ্থকতাপূৰ্ণ তাৰিখ ১৭৭৮ খ্ৰীষ্টাব্দহে। ব্ৰজেন্দ্ৰনাথ বন্দ্যোপাধ্যায়ে উল্লেখ কৰা মতে, অষ্টাদশ শতিকাৰ শেহৰ ফালে বংগদেশত ইংৰাজ শাসন সুপ্ৰতিষ্ঠ হোৱাৰ পিছত ইংৰাজসকলে এই দেশৰ ভাষা শিকাৰ প্ৰয়োজন অনুভৱ কৰিবলৈ ধৰে। এই প্ৰয়োজনৰ অনুভৱতে ৱাৰেন হেষ্টিংছ যেতিয়া গৱৰ্ণৰ-জেনেৰেল, তেতিয়া নাথানিয়েল ব্ৰাছি হালহেডে বঙলা ভাষাৰ এখন ব্যাকৰণ ৰচনা কৰে। সেই কিতাপখনৰ নাম হ'ল *A Grammar of the Bengal Language*, আৰু সি লিখিত আছিল ইংৰাজীত। কিন্তু ব্যাকৰণৰ নিয়মৰ দৃষ্টান্তস্বৰূপে পুথিখনত কৃত্তিবাসৰ ৰামায়ণ, কাশীদাসৰ মহাভাৰত আৰু ভাৰতচন্দ্ৰৰ 'বিদ্যাসুন্দৰ'ৰ পৰা উদ্ধৃতি বহুতো খিনি দিয়া হৈছিল বঙলা আখৰেৰে। গতিকে এতিয়া ছপাৰ বঙলা হৰফৰ বিশেষ প্ৰয়োজন উপস্থিত হ'ল। ইতিপূৰ্বে বিলাতত থাকি উইলিয়াম বোল্টছ নামৰ এজনে এক ফাউণ্ট বঙলা আখৰ তৈয়াৰ কৰিবৰ প্ৰয়াস কৰিছিল, হয়; কিন্তু সেই বিষয়ত তেওঁ মুঠেই কৃতকাৰ্য নহৈছিল। এনে অৱস্থাত হেষ্টিংছে স্বয়ং কোম্পানিৰ এক চিভিলিয়ান (পিছত ছাৰ) চাৰ্লছ উইলকিন্সক বঙলা আখৰ কাটি দিবলৈ অনুৰোধ কৰে, কাৰণ এইটো জনা আছিল যে উইলকিন্স পণ্ডিত ব্যক্তি, এই দেশৰ ভাষা আদি বহুতো সৰু কথাতেই তেওঁৰ ৰতি আৰু তেওঁ আপোন মনে দুই এটা বঙলা আখৰো ৰটালিৰে কাটিও উলিয়াইছিল। গৱৰ্ণৰ-জেনেৰেলৰ কথাত তেওঁ এতিয়া হালহেডৰ কিতাপৰ বাবে লোত আখৰ কটা, আখৰ সাঁচত ঢলা, আৰু ছপা কৰা আদি সকলো কামকেই নিজ হাতে কৰে। জৰ্জ স্মিথে সেই দেখি তেওঁক the Caxton of India বোলাটো যথাৰ্থই হৈছে। ছপাৰ বঙলা হৰফ তৈয়াৰ কৰাৰ কঠিনতা আৰু উইলকিন্সৰ কৃতিত্বৰ বিষয়ে হালহেডে ব্যাকৰণৰ ভূমিকাত প্ৰশংসা কৰি লেখিছে, "That the Bengal letter is very difficult to be imitated in steel will be admitted by every person who shall examine the intricacies of the strokes, the unequal length and size of the characters, and the variety of their positions and combinations. It was no easy task to procure a writer accurate enough to prepare an alphabet of a similar and proportionate body throughout, and with that symmetrical exactness which is necessary to the regularity and neatness of a fount. বোল্টছৰ বঙলা ভাষাৰ ভাল জ্ঞান আৰু লণ্ডনৰ উত্তমৰ উত্তম কাৰিকৰসকলৰ হাতত পোৱাৰ সুবিধা সত্ত্বেও তেওঁ কেনেকৈ আৱৰ্তণিতে অকৃতকাৰ্য হ'ল, (egregiously failed) সেই কথা কৈ হালহেডে কৈছে, "The active advice and even solicitation of the Governor-General prevailed upon Mr. Wilkins, who has been some years in the India Company's civil service in Bengal, to undertake a set of Bengali types. He did and his success has exceeded every expectation. In a country so remote from all connexion with European artists, he has been obliged to charge himself with all the various occupations of the Metallurgist, the Engraver, the Founder and the Printer. To the merit of invention he was compelled to add the application of personal labour. With a rapidity unknown in Europe, he surmounted all the obstactles, which necessarily clog the first rudiments of a difficult art, as well as the disadvantages of solitary experiment; and has thus singly on the first effort exhibited his work in a state of perfection,

which in every part of the world has appeared to require the united improvements of different projectors, and the gradual polish of successive ages." উইলকিন্সে অকলশৰীয়া পৰিশ্ৰমৰ লগত তেওঁৰ মনীষা আৰু আত্মপ্ৰয়োগ লগ লগাই অভূতপূৰ্ব মাত্ৰাৰ "perfection"এৰে যি বঙলা ফাউণ্ট নিৰ্মাণ কৰিলে, তাতো হয়তো "gradual polish of successive age"অৰ প্ৰয়োজন থাকিল। কিন্তু তেওঁৰ কৃতকাৰ্যতা পূৰ্ব ভাৰতৰ তথা অন্যত্ৰ ভাৰতৰ সংস্কৃতিৰ নৱবিকাশৰ যে এটি প্ৰধান সোপান হ'ল, সেইটি উপলব্ধি কৰিব পাৰি। যিদিনাখন হুগলি চহৰত প্ৰতিষ্ঠিত ছপাখানাৰপৰা হালহেডৰ ৰোমান-বঙলা আখৰৰ কিতাপখন ওলাল, সেইদিনা কোনেও কাৰো কাণত ফুচফুচাই নক'লেও, কোনেও নিজ মনতে গুণগুণালেও, আধুনিকতাৰ ফাললৈ অসমীয়ায়ো এখুজি পেলালে। উইলকিন্সে ছপাখানাৰ বাবে বঙলা আখৰৰ বাবে যি আউল গুচালে, সেই আউল লগে লগে অসমীয়া কিতাপৰ ছপা হৰফৰ বাবেও গুচিল।

হালহেডৰ ব্যাকৰণৰ পিছত সাত বছৰ ছপাৰ হৰফৰ কোনো উন্নতি নোহোৱাকৈ ১৭৮৫ত কোম্পানিৰ ছপাখানাৰপৰা জোনাথান ডানকানৰ দ্বাৰা কৃত ছাৰ ইলাইজা ইম্পেৰ সংগৃহীত ইংৰাজী ব্যৱস্থাবোৰৰ (Regulations) অনুবাদ ছপা হৈ ওলায়। ১৭৯১-৯২ত এন্. বি, এড্‌মণ্টনৰ ব্যৱস্থা (Regulations) কেইবাখনো ছপা হয়। ১৭৯৩ত হেন্‌ৰি পিট্‌চ্ ফৰ্স্টাৰৰ দ্বাৰা কৰ্নৱালিচৰ ব্যৱস্থাৰ (Code) অনুবাদ আৰু "ইঙ্গরাজি ও বাঙ্গালি বোকেবিলরি" প্ৰকাশিত হয়। ফৰ্স্টাৰৰ অনুবাদৰ বাবে আৱশ্যকীয় বোধ হোৱা আখৰৰ এক 'তাঁবা' উইলকিন্সৰপৰা শিক্ষা লোৱা পঞ্চানন কৰ্মকাৰ নামে ত্ৰিবেণী বোলা ঠাইৰ এজন কমাৰে নিৰ্মাণ কৰি সেই আখৰ প্ৰস্তুত কৰে; অক সকলোৱে উৎকৃষ্ট বুলি প্ৰশংসা কৰে। এই আখৰ হ'ল হালহেডৰ ব্যাকৰণৰ আখৰতকৈ দেখাতে অধিক সুন্দৰ। ১৭৯৮ ছনতো কলিকতাত উইলকিন্সৰ 'একটি অক্ষর-ঢালাইয়ের কারখানা'(letter foundry)ত শিক্ষিত লোকে আখৰ কটাৰ বিদ্যা শিকিছিল।

যি সময়ত কেৰিৰ ব্যাকৰণৰ কামত লগাব পৰাকৈ পবিত্ৰ দেৱনাগৰী হৰফৰ ফাউণ্টৰ বাবে আৰু বঙলাৰ বাদে যিবোৰ ভাৰতীয় ভাষা তেতিয়া ছপালে অহা নাছিল সিহঁতৰ ফাউণ্টৰ বাবে তেওঁৰ মন হাহাকাৰ কৰি উঠিছিল, সেই সময়তে পঞ্চানন কৰ্মকাৰ শ্ৰীৰামপুৰত কামত যোগ দিলেহি। অৱশ্যে তেওঁ কেনেকৈ কেৰিৰ হাতত পৰিল, আৰু তেওঁক লৈ কোলব্ৰুক আৰু কেৰিৰ মাজত আৰু শেহস্তত ডেনিশ্ব চৰকাৰ আৰু কলিকতা প্ৰশাসনৰ মাজত কিয় বিবাদ সংঘটিত হৈছিল, সেই কথা ইয়াত আৰু আলোচনা নকৰোঁ। ১৮০৩-০৪ত কেৰিৰ তত্ত্বাৱধানত পঞ্চাননে দেৱনাগৰী হৰফৰ ফাউণ্ট তৈয়াৰ কৰে আৰু নতুন বঙলা ফাউণ্টো প্ৰস্তুত কৰে। বঙলা নিউ টেস্টামেণ্টৰ প্ৰথম সংস্কৰণ যি আখৰত ছপা হৈছিল তাতকৈ এতিয়াৰ ফাউণ্টৰ নতুন আখৰবোৰ আকাৰত সৰু আৰু দেখিবলৈও বেছি সুন্দৰ। ১৮০৩ত নিউ টেস্টামেণ্টৰ দ্বিতীয় সংস্কৰণ ছপা হ'বলৈ আৰম্ভ হয়। শ্ৰীৰামপুৰত তিনি বছৰমান কাম কৰাৰ পিছতে পঞ্চানন মৰে আৰু তেওঁৰ কামৰ ভাৰ তেওঁৰ দ্বাৰা প্ৰশিক্ষিত তেওঁৰ জোঁৱায়েক মনোহৰ আৰু আনসকলৰ ওপৰত পৰে।

কিছু বছৰৰ পিছত *The Friend of India* কাগজে ভাৰতীয় মুদ্ৰণকলাৰ পথ-প্ৰদৰ্শক উইলকিন্স্ আৰু পঞ্চাননৰ কথা শ্ৰদ্ধাৰে সোঁৱৰে। প্ৰথমজনৰ বিষয়ে কাকতখনে কৈছিল যে "he (Wilkins) originated the models, prepared the materials and shared the manual labour with the native assistants while he directed their operations. To this fount of Bengalee types, he added others in the Nagree and Persian characters ; and thus completely opened the way for the ultimate diffusion of knowledge throughout India" ( জুলাই ১৮১৮ ). এই কথা যোগ নিদিলেও হ'ব যে তেওঁ সংস্কৃতৰ পণ্ডিত আছিল আৰু "শ্ৰীমদ্ভগবদ্গীতা"ৰ প্ৰথম ইংৰাজী অনুবাদ লেখি প্ৰকাশ কৰিছিল। পঞ্চাননৰ বিষয়ে : তেওঁ আছিল "one of the very few men who had assisted Wilkins in the fabrication of his types, applied to

**the missionaries at Serampore where they had resided only for a few months ; and though he died in about three years, it was not till he had instructed a sufficient number of his own countrymen in the art ; who, in the course of eighteen years, have prepared founts of types in fourteen Indian alphabets** (জুলাই ১৮১৮). এয়ে খণ্ডমূলভাৱে বঙলা আৰু আন ভাৰতীয় ভাষাৰ ছপাশাল আৰু ছপা আখৰৰ ফাউণ্টৰ আদিম ইতিহাস।[১] গুণাভিৰাম বৰুৱাই আমাৰ আত্মাৰাম শৰ্মাক 'ছপাখানাৰ পণ্ডিত' বুলিছে, কিন্তু কেতিয়াৰপৰা ক'ত তেওঁ এই পাণ্ডিত্য আহৰণ কৰিলে আমাৰ জনা নাই। পঞ্চাননৰ দলত যদি তেওঁ যোগ দিছিল, তাত আচৰিত মানিব লগা একো নহ'ব। শ্ৰীৰামপুৰত বঙলা ফাউণ্টৰ লগতে অন্ততঃ সংপৰীক্ষাৰ ৰূপত অসমীয়া আখৰ, বিশেষকৈ যুক্তাক্ষৰ দুই-এটা নিশ্চয় কটা বা ঢলা হৈছিল ; আৰু যদি হৈছিল, আত্মাৰামেই সেইবোৰ লেখি দেখুৱাটো অসম্ভৱ কথা নহয়। কিন্তু অতি সোনকালেই কলিকতাই অসমীয়া সুকীয়া ফাউণ্ট নকৰি বা দুই—এটাও অসমীয়া আখৰ নাঢালি বঙলা ফাউণ্ডাৰেই সেই কাম আগুৰাটো কৰি পেলালে।

অসমৰ উত্তৰ-পূব চুকত খান মিছন চলাবলৈ নাথান ব্ৰাউনে বৰ্মা এৰি কলিকতালৈ আহি লগত এটা ছাপাখানা আৰু ও. টি. কট্টাৰ নামে প্ৰিণ্টাৰক লগত লৈ ১২ নৱেম্বৰ ১৮৩৫ত বঙালী মাঝিৰ নাৱেৰে উজাই যাত্ৰা কৰি ২৩ মাৰ্চ ১৮৩৬ত সদিয়া পায়হি। তেওঁলোকে লগত বঙলা ফাউণ্ট, ইংৰাজী ফাউণ্ট কঢ়িয়াই আনিছিল। অসমত ছপাশাল এয়ে প্ৰথম হ'ল। ব্ৰাউন-কট্টাৰ সদিয়া এৰি জয়পুৰলৈ আহোঁতে লগতে ছপাখানাও আহিল আৰু শেহত যেতিয়া তেওঁলোকৰ ঠাই হ'ল শিৱসাগৰ নগৰ, তেতিয়া দিখৌৰ পাৰৰ কেণ্টনমেণ্টৰ ঠাইত বিখ্যাত শিৱসাগৰ বেপ্টিস্ট মিছন প্ৰেছ প্ৰতিষ্ঠিত হ'ল। আমাৰ ল'ৰাকালত এই প্ৰেছৰ ঠাই লোকে আঙুলিয়াই দেখুৱাইছিল ; কিন্তু কিছু দিন পিছত সেই ঠাই দিখৌৱে খহালে ; তাৰ নাতিদূৰৰ খ্ৰীস্টিয়ান মৰিশালি মাথোন আছে। এই ঠাইত দুটা মুদ্ৰাযন্ত্ৰ আছিল বুলি জনা যায় ; তাৰে এটা ১৮৮২ত ই. ডব্লিউ. ক্লাৰ্কে তুলি নি নগাপৰ্বতৰ মলুঙত পাতিছিলগৈ আৰু আনটো সেই বছৰৰ শেহৰ ফালে নাজিৰাৰ আসাম কোম্পানিক বেচি দিয়া হৈছিল। উল্লেখ আছে যে জেনকিন্সে ছাহাবে পোনতেই ব্ৰাউন-কট্টাৰৰ ছপাখানাক এক বঙলা ফাউণ্ট দান কৰে। কলিকতাৰপৰা নাৱেৰেও ছপাৰ আখৰৰ টোপোলা শিৱসাগৰৰ ছপাশাললৈ অনা হৈছিল। ১৮৪৭ ছেপ্টেম্বৰৰ 'অৰুনোদই' কাকতে দুখ কৰিছে : 'চপাখানাৰ আখৰ অনা নাও এখন কলিকতা মাৰ্চ মাহত এৰি, চাৰি মাহ মানৰ মুৰতহে গুআহাটি পালেহি, আৰু গুআহাটিৰ পৰা বৰ্ত্তমান মাহৰ ৩০ তাৰিখলৈকে শিৱসাগৰ পোআই নাই।' শিৱসাগৰৰ মিছন প্ৰেছত ফাউণ্ডাৰে কাম দেখি দয়াৰাম চেটিয়াইতো তাজ্জুপ মানিছিল, 'আখৰ ঢলোআ যন্ত্ৰ অতি আচৰিত ; তাহাৰ ভিতৰে হই আখৰ তুৰিত' (ফেব্ৰুআৰি ১৮৫৩)। যেন 'কোন বিধি কৰি দিলে জয় নিৰুপন !'

**অসমত খ্ৰীস্টধৰ্ম-প্ৰচাৰৰ প্ৰথম প্ৰচেষ্টা :**

অসমৰ প্ৰথম খ্ৰীস্টিয়ান মিছনেৰি যে সম্পৰ্কে এটি বিৱৰণত তেওঁক স্কট নুৰ্মাল ইংৰাজ বোলা হৈছে। পূৰা নামটি হ'ল জেমছ ৰে। তেওঁ সৈনিক-ৰূপে ভাৰতবৰ্ষলৈ আহিলেও ছৰকাৰৰ পূৰ্ত বিভাগৰ ছুপাৰিণ্টেণ্ডেণ্ট হিছাপে কাম কৰিছিল কেইবছৰমান। তেওঁ ঢাকাত থকাতে ধৰ্মৰ প্ৰতি তেওঁৰ ধাউতি হয় আৰু ১৮২৭-২৮ ছনত মিছনেৰি কৰ্মত ভৰ্তি হ'বৰ অৰ্থে শ্ৰীৰামপুৰ কলেজত আৱশ্যকীয় কিছু শিক্ষা লাভ কৰে। তাতে তেওঁ ধৰ্মপ্ৰচাৰৰ আজ্ঞা লাভ কৰে আৰু ১৮২৯ৰ জুলাই মাহত পত্নী আৰু কম-বয়সীয়া সন্তান এটিৰে গুৱাহাটীলৈ যাত্ৰা কৰে। "অৰুনোদই"ৰ ছেপ্টেম্বৰ ১৮৫৪ৰ সংখ্যাত 'কৃষ্ণ পাল নামে প্ৰথম হিন্দু খ্ৰিষ্টিয়ানৰ বিৱৰণ' প্ৰকাশ পাইছিল। এই কৃষ্ণচন্দ্ৰ পাল হ'ল ড' কেৰিৰ দ্বাৰা ধৰ্মান্তৰিত প্ৰথম

[১] এই বুৰঞ্জী আঁচিয়াওঁতে জৰ্জ স্মিথৰ কেৰি-জীৱনী, জে. চি. মাৰ্শমেনৰ *The Life and Times of Carey, Marshman and Ward* (১৮৫৯-), ব্ৰজেন্দ্ৰনাথ বন্দ্যোপাধ্যায়ৰ 'বাংলা ছাপার হরফের জন্মকথা' প্ৰবন্ধ (ভাৰতবৰ্ষ, ২৫ বৰ্ষ, ১ খণ্ড, ১ সংখ্যা, আষাঢ় ১৩৪৪, পৃষ্ঠা ৬০-৬৫) আদিত আউভিৰ মানিছিলোঁ।

বঙালী মানুহ। তেওঁ ১৮১৩ চনতে আহি কিছু দিন থাকিয়া গাহাৰত কৃতকাৰ্যতাৰে মিছনেৰি কাম কৰিছিল। এতিয়া শ্ৰীৰামপুৰে আশা কৰিছিল যে যে-ই গুৱাহাটীৰ লগতে থাকিয়া অঞ্চলো সামৰি কাম চলাব পাৰিব। কিন্তু তেওঁক প্ৰথমবেপৰা নানা বাধা-বিঘিনিয়ে আগুৰি ধৰিলে আৰু শেহতত তেওঁৰ সোঁ হাতৰ নিচিনা পত্নীকো যমে তেওঁৰপৰা কাঢ়ি লৈ গ'ল। যদিও তেওঁ চাৰিওফালে আশাকে দেখা পাইছিল, নাতিসুন্দৰ অসমীয়া নিউ টেস্টামেন্টখনকে[১] বিলাইছিল বা বিক্ৰী কৰিছিল, ১৮৩৬ চনত ছজন লোকক বুৰ পোৱা (baptism) দিছিল। হঠাতে যেন পৰিস্থিতি অনুকূলৰপৰা প্ৰতিকূলত পৰিণত হ'ল। বে হাহাৰৰ অনুৰোধৰ উপৰি অনুৰোধত শ্ৰীৰামপুৰৰপৰা উইলিয়াম ৰবিন্সনক গুৱাহাটীলৈ পঠিওৱা হয়। এওঁ সেইখিনি পালতহি কেইবাখনো পঢ়াশালি পতা হ'ল। কিন্তু অতি সোনকালেই ৰেই এখন চৰকাৰী স্কুলত মাস্টৰি কৰিবলৈ ল'লে আৰু ৰবিন্সনে গুৱাহাটী এৰি থৈ ভোটানত কাম কৰিবলৈ গুচি গ'ল। ১৮৩৮ চনৰ ৭ মাৰ্চত কেপ্টেইন জেন্কিন্স আৰু ৰেভাৰেণ্ড ৰবিন্সনৰপৰা বতৰা পোৱা গ'ল যে শ্ৰীৰামপুৰৰ মূল সমাজে মিছনৰ কেন্দ্ৰবোৰৰ দায়িত্ব এৰি দিব লাগিব, আৰু অসম আৰু আৰাকানত আমেৰিকাৰ বেপ্টিস্ট-সকলক ধৰ্মপ্ৰচাৰ কৰিবলৈ দিয়া হ'ব।

**ভাৰতত আমেৰিকান প্ৰোটেস্টান্টসকল ঃ**

ভাৰতবৰ্ষত আমেৰিকাৰ প্ৰোটেস্টান্ট সম্প্ৰদায়ৰ প্ৰচাৰকৰ প্ৰৱেশৰ পূৰ্বে সেই দেশত ধৰ্মৰ এক বিশেষ আলোড়ন উপস্থিত হৈছিল নানা ঐতিহাসিক কাৰণত। যি সময়ত ইংলেণ্ডৰ এভাঞ্জেলিকেল্সকলে তেওঁলোকৰ দেশী ভাইসকলক ভাৰতত খ্ৰীস্টিয়ান ধৰ্ম প্ৰচাৰ কৰাৰ আৱশ্যকতাত প্ৰত্যয় নিয়াব খুজিছিল, নব্য লোকতন্ত্ৰ লাভ কৰা আমেৰিকাত সেই সময়ত এই ধৰ্মৰ জাগৰণে দেখা দিছিল। দেশখনৰ ঔপনিবেশিক ব্যৱস্থা চলি থকাতে Methodism (যাৰ মূল gospel হ'ল freewill আৰু free grace) প্ৰৱেশ কৰিছিল আৰু সি ইংলেণ্ডত যেনেকৈ, আমেৰিকাতো তেনেকৈ খ্ৰীস্টিয়ান ধৰ্মত এক অভিনৱ উদ্দীপনাৰ সৃষ্টি কৰিছিল। বেপ্টিস্টসকলৰ ধৰ্মপ্ৰচাৰৰ মনোভাৱ আৰু সেই অনৰূপ ব্যৱস্থা-গ্ৰহণেও নব্য উৎসাহ বিস্তাৰ কৰিছিল। আমেৰিকা তথা ফ্ৰান্সৰ ৰাজনৈতিক আন্দোলনে আমেৰিকাত ইংলেণ্ড আৰু ফ্ৰান্সৰপৰা আনি যি দেৱতা-কেন্দ্ৰিক আৰু নিৰীশ্বৰবাদী (deistic, atheistic) ধাৰণাৰ মৌলিক চিন্তাধাৰা প্ৰৱৰ্তন কৰিবলৈ বিচাৰিছিল আৰু আমেৰিকাৰ খ্ৰীস্টধৰ্ম বিলোপ কৰাৰ সম্ভাৱনা উপস্থিত কৰিছিল, তাক ৰোধ কৰিবলৈ আৰু দেশত নাস্তিকবাদ আৰু ধৰ্মবোধ প্ৰশমিত কৰিবৰ অৰ্থে ধৰ্মনেতা-সকলো এই কালত সজাগ হৈ পৰিল মেথডিস্ট্, বেপ্টিস্ট্ আৰু কংগ্ৰেগেছনেল্ খ্ৰীস্টসম্প্ৰদায়বোৰতো নতুন এক শক্তিৰ সঞ্চাৰ দেখা পোৱা গ'ল। শিক্ষাৰ নায়কসকল আৰু ছেমুৱেল হপকিন্স আদি ঈশ্বৰতত্ত্বৰ পণ্ডিতসকলেও এই নতুন চেতনাক অভিবাদন জনালে। সমস্ত পৃথিৱীত খ্ৰীস্টধৰ্মৰ প্ৰকাশৰ যোগেদি নতুন এখন জাগতিক সুখী সমাজৰ স্বপ্ন চকুৰ আগত দাঙি ধৰা হ'ল। এই নৱজাগৰণক Second Great

---

[১] এই অসমীয়া "ধৰ্মপুস্তক" খনৰ বিষয়ে তাহানি আমাৰ গুৱাহাটীত থকা ডক্টৰ জি. এইচ্. বাৰ্ডৰ কথাখিনি প্ৰণি-ধানযোগ্য ঃ Unfortunately this was not a good translation, since it was practically unintelligible to the ordinary Assamese. In making this translation, Dr Carey had to rely entirely on an Assamese pundit who had no knowledge of Christian theology or terms with which to express it. The result was that so much Sanskrit was incorporated as to render the book useless for the purpose for which it was originally intended. It was only a very small learned group who could comprehend it, and then, all theological terms were misinterpreted as they were based entirely upon the Hindu religion" (*Baptists in Assam*, Chicago, Illinois, 1935). "The Bible produced by Carey, through interpreters, was so full of Bengali and Sanskrit words that it was practically useless" (pp. 48-f). কৰা নীলমণি ফুকনেও কৈছে ঃ "এইখন বাইবেল সংস্কৃতীয়া ভাষাত হোৱাদি হল" (অসমীয়া ভাষাত বাপতিস্ট মিশ্যনৰ দান ঃ মিশ্যনৰ বাৰ্ষিকীত বক্তৃতা, "দৈনিক বাতৰি", ২৭ ফেব্ৰুৱাৰী ১৯৩৬)।

Awakening বোলা হয়। তাৰ প্ৰবলতম ৰূপ ১৭৯৬ আৰু ১৮১২ৰ ভিতৰতে দেখা দিলে। জেফাৰ্ছনৰ ধৰ্ম-নিৰপেক্ষ মানৱতাবাদেও এই ধৰ্ম-আন্দোলনক পৰোক্ষভাৱে হ'লেও সহায় কৰিলে। দেশ কি বিদেশ, সৰ্বত্ৰ সৰ্ব মানৱৰ উপকাৰ আন্দোলনটোৰ হ'ল এটি লক্ষ্য। এই কৰিব লগীয়া উপকাৰৰ প্ৰধান উপায়-ৰূপে ধৰ্ম-প্ৰচাৰৰ আৱশ্যকতা সাব্যস্ত হ'ল। গতিকে মিছনেৰি কৰ্ম অৱশ্যম্ভাৱী যেন প্ৰতীয়মান হ'ল। বিভিন্ন খ্ৰীস্ট-সম্প্ৰদায় গোট খাই বা সুকীয়াকৈ মিছনেৰি সমাজ সংগঠিত হ'ল. কেইবাখনো ধৰ্ম-বিষয়ক পত্ৰিকা প্ৰতিষ্ঠিত হ'ল, নতুন নতুন ধৰ্মগ্ৰন্থ ওলাল। নতুন ভৌগোলিক আৰু নৃতাত্ত্বিক জ্ঞানৰ বিকাশৰ ফল-স্বৰূপে অখ্ৰীস্টিয়ান জগতৰ লোক-সমাজৰ বিষয়ে চাৰিওফালে কৌতূহল বিয়পি পৰিল। ব্ৰিটিশ এভাঞ্জেলিকেল্‌সকলৰ উৎসাহদানৰ যোগেদি ইতিমধ্যে ডক্টৰ কেৰিয়ে ভাৰতবৰ্ষত যি কৰ্মধাৰা আৰম্ভ কৰিলে, তাৰ আদৰ্শয়ো আমেৰিকানসকলৰ ধৰ্ম-প্ৰচাৰক দৃষ্টি ভাৰতৰ ফালে আকৰ্ষণ কৰিলে। ১৭৯২ৰ ২ অক্টোবৰত ইংলেণ্ডৰ কেটেৰিং নামৰ ঠাইত গোট খাই Baptist Society for the Propagation of the Gospel amongst the Heathen গঠন কৰা পোন্ধৰজন ব্ৰিটিশ বেপ্টিস্টৰ সভাত উপস্থিত থকা ফিলাডেল্‌ফিয়াৰ পেস্টৰ্ ডক্টৰ উইলিয়াম স্টাফ্‌টনে তিনি বছৰ পিছত দেশলৈ ঘূৰি আহিও কেৰিৰ লগত সংযোগ ৰাখিছিল. কেৰিৰ কামৰ কাৰণে অৰ্থ সংগ্ৰহ কৰিছিল আৰু কেৰিক সমৰ্থন কৰি *Baptist Mission in India* নামে এখন কিতাপ প্ৰকাশৰ যোগে প্ৰচাৰ কৰিছিল। এইদৰে ভাৰতত ব্ৰিটিশ বেপ্টিস্টৰ কৰ্মৰ বাবে আমেৰিকাৰ মন আৰু ধন উদাৰ হৈ পৰিছিল। কেৰিৰ *Enquiry into the Obligation*···পুস্তিকাখনৰ বহল প্ৰচাৰ হ'ল। ১৮১০ ছনত কংগ্ৰেগেছনেলিস্টসকলৰ যত্নত American Board of Commissioners for Foreign Missions প্ৰতিষ্ঠিত হ'ল. আৰু বেপ্টিস্টসকলে লুথাৰ ৰাইচ্. আডনিৰাম জুড্‌ছন আৰু এন্. জুড্‌ছনক ভাৰতলৈ পঠিওৱাত সহায় কৰিবলৈ তিনি হেজাৰ ডলাৰ সংগ্ৰহ কৰিলে। American Board-এও সমস্ত দেশৰপৰা অশেষ দান-বৰঙণি পালে। ১৮১০ৰ জুনতে আডনিৰাম জুড্‌ছন্. ছেমুৱেল জে. মিল্‌ছ্. ছেমুৱেল্ নট্ আৰু ছেমুৱেল্ নেৱেলে বোৰ্ডক এক বিদেশী মিছন প্ৰতিষ্ঠা কৰিবলৈ আৰু তেওঁলোকক মিছনেৰি-ৰূপে পঠিয়াবলৈ টানি ধৰে। ১৮১২ৰ ফেব্ৰুৱাৰীত জুড্‌ছন্. নট. নেৱেল্. লুথাৰ্ ৰাইচ্ আৰু গৰ্ডন্ হল্—এই পাঁচোজন মিছনেৰি-ৰূপে আজ্ঞাপ্ৰাপ্ত (ordained) হ'ল। সেই মাহৰ ভিতৰতে সপৰিবাৰে জুড্‌ছন্ আৰু নেৱেল্ এখন জাহাজত আৰু আন এখনত ৰাইচ্ আৰু সপৰিবাৰে হল্ আৰু নট্ ভাৰতলৈ যাত্ৰা কৰে।

সপৰিবাৰে জুড্‌ছন্ আৰু নেৱেল্ ১৭ জুনত কলিকতা পোৱাৰ লগে লগে ইস্ট ইণ্ডিয়া কোম্পানিৰ চৰকাৰে তেওঁলোকক যি জাহাজত আহিছিল সেইখনতে আমেৰিকালৈ প্ৰত্যাবৰ্তন কৰিবলৈ কঠোৰ আদেশ জাৰি কৰিলে : তেওঁলোক ঘূৰি যাবৰ বাবে আন কি জাহাজঘাটত জাহাজখন ঘূৰি যাবলৈ নিদিয়াকৈ ৰাখি দিয়া হৈছিল। শ্ৰীৰামপুৰৰ মিছনেৰিসকলে দুই দম্পতিক আদৰ-অভ্যৰ্থনা কৰি ৰাখি তেওঁলোকৰ হৈ কোম্পানি চৰকাৰক নানা ধৰণে খাটনি ধৰিবলৈ লাগিল। তাৰ ফলত. আগৰ কঠোৰ আদেশ সামান্য শিথিল কৰি তেওঁলোকক কোম্পানিৰ ৰাজ্যৰ বাহিৰে আন যেই কোনো ঠাইলৈ যাবলৈ অনুমতি দিয়া হ'ল। ২ আগস্টত কলিকতা পোৱা আন তিনিজন মিছনেৰিক কোম্পানিয়ে শাস্তি নিদি, মাথোন কেইমাহমানলৈ কলিকতাত থ'বলৈ অনুমতি দিলে। গতিকে তেওঁলোক গ'ল বোম্বাইলৈ, য'ত আৰম্ভতে ঘোৰ আহুকাল ভোগ কৰিব লগীয়া হৈছিল যদিও ১৮১৩ৰ চাৰ্টাৰ্ এক্টৰ পিছত তেওঁলোকৰ কামত কোনো অসুবিধা নহ'ল। ইতিমধ্যে আইল্ অব্ ফ্ৰান্সলৈ আঁতৰি যোৱা নেৱেল আহি তেওঁলোকৰ লগত যুক্ত হ'ল। এইদৰে ভাৰতত প্ৰথম আমেৰিকান মিছনৰ কাম ছুৰু হ'ল। সোনকালেই মৰাঠি ভাষাত বাইবেল প্ৰস্তুত কৰা হ'ল আৰু কেইবাখনো স্কুল প্ৰতিষ্ঠিত হ'ল।

জুড্‌ছন্ আৰু ৰাইচ্ কলিকতা পোৱাৰ পিছত ড° কেৰিৰ সংগী ড° উইলিয়াম ৱাৰ্ডৰপৰা 'ডুব পোৱা' লাভ কৰি তেওঁলোক দুয়ো বেপ্টিস্ট্ হ'ল আৰু দুয়ো গৈ ব্ৰহ্মদেশত আমেৰিকান বেপ্টিস্ট্ মিছন্ প্ৰতিষ্ঠা কৰিলেগৈ। জুড্‌ছনে ১৮১৩ৰপৰা ১৮৫০লৈকে ৰেঙ্গুনতে কাম কৰি মিছনৰ সুদৃঢ়তা স্থাপন কৰিলে। তেওঁ এখন ইংৰাজী-মান অভিধান, এখন মান-ভাষাৰ ব্যাকৰণ আৰু মান ভাষাত বাইবেলৰ অনুবাদ প্ৰকাশ

কৰে। আমেৰিকাৰে ঘূৰি গৈ বাইচে দেশত মিছনেৰি কাৰ্যৰ বাবে সহায়-সহযোগ আগ বঢ়াবলৈ ধৰে।

১৮৩০ ছনৰপৰা অধিকতৰভাৱে আমেৰিকাৰপৰা ভাৰতলৈ মিছনেৰি আহিবলৈ ধৰে। ১৮৩৩ ছনত প্ৰেছ্‌বিটেৰিয়ান্ সম্প্ৰদায়ৰ দুজন প্ৰতিনিধি ভাৰতলৈ আহি পঞ্জাবত ধৰ্মপ্ৰচাৰ আৰু ইংৰাজী-শিক্ষা-বিস্তাৰত ব্ৰতী হয়। ১৮৭০ ছনৰ ভিতৰত পূবৰ এলাহাবাদৰপৰা পছিমৰ পেশ্বাৰালৈকে তেওঁলোকৰ বহুতোবোৰ মিছন-কেন্দ্ৰ প্ৰতিষ্ঠিত হয়। ১৮৪০ ছনত আমেৰিকান বেপ্টিস্টসকলে তেতিয়া মাদ্ৰাজৰ (এতিয়া অন্ধ্ৰ প্ৰদেশৰ) নীলূৰত আৰু পিছৰ বছৰত আমেৰিকান লুথাৰানসকলে একে প্ৰদেশৰ গুন্তুৰত মিছন পাতি বহে। ১৮৫৪ৰ চিপাহী বিদ্ৰোহৰ আগে আগে মেথ্‌ডিস্ট্ এপিস্কোপেল্ চাৰ্চৰ পক্ষৰপৰা বেৰেইলীত ধৰ্মকেন্দ্ৰ প্ৰতিষ্ঠা কৰা হয়; চিপাহী বিদ্ৰোহৰ কালত তেওঁলোকৰ কাম প্ৰায় বন্ধ হ'লেও শান্তি আহিলত বৰ্তমান উত্তৰ প্ৰদেশৰ বহুতোবোৰ গুৰুত্বপূৰ্ণ কেন্দ্ৰত মেথডিস্টৰ প্ৰচাৰ হ'বলৈ ধৰে। আমেৰিকাৰ ইউনিটেৰিয়ানসকল ভাৰতৰ প্ৰতি আকৃষ্ট হৈছিল বিশেষকৈ ৰাজা ৰামমোহন ৰায়ৰ কাৰ্য-কলাপৰ কথা পঢ়ি; তেওঁলোকৰ এজন মিছনেৰি আহি কলিকতাত ১৮৫৫-৮৬ ছনৰ কালছোৱা শিক্ষা আৰু ধৰ্মৰ কামত প্ৰবৃত্ত থাকে : শেহন্তত তেওঁলোকৰ মিছন ব্ৰাহ্ম সমাজ আন্দোলনত লীন হৈ পৰে। এইদৰে ১৮১৩ৰপৰা আধা শতিকাৰ ভিতৰত আমেৰিকাৰ প্ৰোটেস্টাণ্টসকল বোম্বাই, মাদ্ৰাজ দুই প্ৰেছিডেঞ্চি, পঞ্জাব, উত্তৰ প্ৰদেশ, তেতিয়াৰ উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু অসমত প্ৰধানকৈ আৰু অন্যত্ৰ বহলভাৱে বিয়পি পৰে।

**চীন দেশৰ স্বৰ্ণদ্বাৰ আৰু শ্বানসকলৰ অৱস্থিতিৰ অনুসন্ধানত অসমত বেপ্টিস্টসকল :**
**সদিয়াত শ্বান মিছন :**

১৮৩৬ৰ ২৩ মাৰ্চ তাৰিখে সপৰিবাৰে দুজন আমেৰিকান বেপ্টিস্ট সদিয়া পায়হি—ডক্টৰ নাথান ব্ৰাউন (ব্ৰাওন—'অৰুনোদই') আৰু ওলিভাৰ টি. কট্টাৰ। অসমত এই বেপ্টিস্টসকলৰ ইতিহাসলৈ যদি চাওঁ—কেনেকৈ তেওঁলোকে অসমীয়াৰ মাজত সোমাই অসমীয়া ভাষা শিকি, সেই আধুনিক ভাষাত সাহিত্য, সাংবাদিকতা আৰু শিক্ষা নিৰ্মাণ কৰিলে; কেনেকৈ তেওঁলোকে শিক্ষাৰ আৰু প্ৰাশাসনিক ভাষা-ৰূপে বহিষ্কৃত অসমীয়া ভাষাৰ হকে পোনতে অকলশৰীয়া ঢেকিয়াল ফুকনেৰে লগ লাগি, আৰু ফুকনৰ পৰিকল্পিত চেষ্টা আৰু মিল্‌চ্ ছাহাবৰ কৰ্তৃত্বপূৰ্ণ অনুমোদন বিফলীকৃত হোৱাৰ পিছত এক আন্দোলনৰ মুখ্য নেতাৰ ভূমিকা লৈ ভাষাটোৰ পুনঃসংস্থাপনৰ বাবে যুঁজিছিল আৰু সিবাৰহে যুদ্ধত জয় লাভ কৰিছিল—: তেতিয়া হ'লে এইটো ৰহস্যজনক কথা হৈ পৰিব যে Celestial Empire বা চীনদেশত ধৰ্মপ্ৰচাৰ প্ৰৱেশ কৰাৰৰ উপায়-ৰূপে আৰু উত্তৰ বৰ্মা আৰু দক্ষিণ চীনৰ শ্বান জনজাতিসকলৰ মাজত গৈ সোমাবৰ পথ-ৰূপেহে অসমলৈ বেপ্টিস্ট্ মিছন্ আহিছিল আৰু, আন কি, সেই মিছনক Mission to Shans বুলি নামকৰণ কৰা হৈছিল।[১] তেওঁলোকৰ অসম-আগমনৰ ফলদৃষ্টিৰপৰা কিন্তু আমাৰ সদায় ভাব হৈ আহিছে অসমীয়া ভাষাৰ পৰিত্ৰাণাৰ মাথোন সেই মিছনক সিবিলাকৰ ঈশ্বৰে যেন প্ৰেৰণ কৰিছিল। প্ৰকৃততে এই আগমন কেইবাটাও সৰু-বৰ ঐতিহাসিক ঘটনাৰ ফল। ১৮২৯ ছনত ব্ৰিটিশ বেপ্টিস্টসকলে তেতিয়াৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ মুখ্য আয়ুক্ত ডেভিড্ স্কটৰ অনুমতিৰে গুৱাহাটীত যি কাম আৰম্ভ কৰিছিল, সি লেলাই-খেন্দাই আঠ বছৰেই চলিল কি নচলিল! সিও ফলৰ ঘৰত ৰাখি থৈ গ'ল এক ব্যৰ্থতাৰ শূন্য! তাৰপৰা বোধ হয় সকলোৱে অনুমান হ'ল অসমীয়াৰ মাজত খ্ৰীস্টধৰ্ম নপ্ৰৱৰ্তিব। আনফালে, সদিয়াত নতুন বন্ধু চাহ-বাৰী পাতি চাহ-পাতৰ খেতিত সংপৰীক্ষা চলাই থকা ব্ৰিটিশ কৰ্মচাৰী চি. এ. ব্ৰুচে আৰু তেওঁৰ পত্নীয়ে সেই অঞ্চলৰ খামটি আৰু চিংফো জনজাতিৰ বিষয়ত বিশেষ চিন্তা কৰিছিল। তেওঁলোকৰ ধাৰণা আছিল সেই

---

[১]এই প্ৰসংগত আমাৰ মনলৈ আহে যে পূবণি কালত "দিগ্বিজয়ী মুচলিম বীৰসকলে অসম ৰাজ্যক তিব্বত আৰু চীন দেশলৈ সোমোৱা দুৱাৰ বুলি বিবেচনা কৰিছিল" আৰু সপ্তদশ শতিকাৰ সপ্তম দশকত অসম ৰাজ্য আক্ৰমণ কৰা মীৰ জুমলায়ো ভাবিছিল, অসম জয় কৰি তেওঁ চীন সাম্ৰাজ্য আক্ৰমণ কৰিব (সূৰ্যকুমাৰ ভূঞা, মীৰজুমলাৰ অসম আক্ৰমণ, ১৯৫৬, পিঠি ২২)। মন কৰিব লগীয়া যে মহম্মদ বিন বখতিয়াৰ খিলজীয়ে কামৰূপ চেৰাই গৈয়ে চীনৰ দক্ষিণৰ তিব্বত (প্ৰাচীন ভোটদেশ) আক্ৰমণ কৰিছিল আৰু তাৰপৰা ঘূৰি আহোঁতেই কামৰূপত তেওঁৰ সৈন্য নাশ পাকে 'তুৰগ-যুগ্মেষে মধুমাস-ত্ৰয়োদশে' (১১২৭ শকৰ ১৩ চ'তত) 'ক্ষয়মায়যুঃ' (ক্ষয়প্ৰাপ্ত হ'ল)।

দুই জনজাতি বৰ্মাৰ স্থানসকলৰ লগত বিশেষভাৱে সংশ্লিষ্ট। বুচে সিলকলৰ মাজত পত্ৰাপালি পাতি হেনো ধৰ্মও প্ৰচাৰ কৰিছিল আৰু সেই দিশত সম্ভাৱনা সম্পৰ্কে অসমত গৱৰ্ণৰ-জেনেৰেলৰ এজেণ্ট আৰু আয়ুক্ত এফ্. জেন্‌কিন্সে ছাহাবক সজাগ কৰি দিছিল। জেন্‌কিন্সে বেপ্টিস্টসকলক খামটি-চিংফৌৰ মাজত ধৰ্ম প্ৰচাৰ কৰিবলৈ নিমন্ত্ৰণ কৰি কলিকতাত থকা বংগৰ চিভিল ছাৰ্ভিচৰ মিস্টাৰ ট্ৰেভেলিয়ানলৈ চিঠি লেখিলে। তেওঁ ইয়াকো জনালে বোলে, ৰেংগুনত বেপ্টিস্টসকলে আভা চৰকাৰৰপৰা যিবোৰ আহুকাল পাইছে, সেই আহুকালৰপৰা ইয়াত মুক্ত থাকিব পাৰিব, বৰং ইয়াত চৰকাৰৰপৰা সুবকাকে লাভ কৰিব। তেওঁ দঢ়াই ক'লে যে ইয়ালৈ অহা মিছনেৰিৰ সুবিধাৰ কাৰণে তেওঁৰ যত্নৰ ত্ৰুটী নহ'ব ; "You may mention that I will subscribe 1,000 rupees, if a family is settled as a mission at Sadiya ; and whenever they have had a press at work for six months I will be happy to double that sum if I remain in charge of the province." ইংৰাজ বেপ্টিস্ট মিছনৰ সম্পাদক উইলিয়াম এইচ্. পিয়াৰ্চে আমেৰিকাৰ বোৰ্ডলৈ জেন্‌কিন্সৰ এই উপযাচি দিয়া উদাৰ সহায়ৰ কথাৰে উৎসাহজনকভাৱে চিঠি দিলে। এই সময়ত ৰেংগুনৰ বেপ্টিস্টসকল এক সমস্যা-সংকুল অৱস্থাত পৰি আছিল। তেওঁলোকে জেন্‌কিন্সৰ সহায় আগ বঢ়োৱা আহ্বানতে তেওঁলোকৰ সমস্যাৰ সমাধান দেখা পালে। গতিকে যেতিয়া আমেৰিকাৰ বোৰ্ডে মৌলমেইনত থকা বেপ্টিস্টসকললৈ এই প্ৰস্তাৱৰ কথা লেখিলে, তেতিয়া তাত নতুন উদ্দীপনাৰ সঞ্চাৰ হ'ল। ১৮০৭ চনতে ৰবাৰ্ট মৰিছন নামৰ ইংৰাজ মিছনেৰি চীন দেশৰ পূব সাগৰ উপকূলস্থ কেণ্টন চহৰলৈ গৈছিল, কিন্তু চীনাসকলৰ অত্যন্ত সন্দেহৰ মাজত ধৰ্মপ্ৰচাৰ কাৰ্য কৰিব নোৱাৰিছিল। তেওঁ লেখা পুথিয়েহে পাশ্চাত্যৰ খ্ৰীস্টিয়ানসকলৰ মাজত চীন সম্পৰ্কে আশা জাগৰুক কৰি ৰাখিছিল। ১৮৩৩ চনত মৌলমেইনৰপৰা শ্যামদেশত কাম কৰিবলৈ বেংককলৈ জন্ টেইলৰ্ জোন্সক পঠোৱা হয়। তেওঁ পিছত যোগ দিয়া আন-সকলেৰে বেংককৰ চীনা আৰু শ্যামসকলৰ মাজত কামত প্ৰবৃত্ত হয়। চীনৰ পূব উপকূলত চীনাসকলৰপৰা বাধা পাই মিছনেৰিসকলে দক্ষিণ ফালৰপৰা চীন সোমোৱাৰ সুৰুঙা বিচাৰি পাবৰ আশাত আছিল। উত্তৰ থাইলেণ্ডৰ ওপৰে তেনে বাট নোলাব বুলিয়ে জোন্সৰ ধাৰণা হৈছিল। গতিকে, বৰ্মাকে ভিত্তি কৰি এক চীন মিছনৰ কামৰ সম্ভাৱনা জুমি চাবলৈ আমেৰিকাৰ বোৰ্ডে বৰ্মা মিছনক নিৰ্দেশ দিলে। কিন্তু এনে অভিযানত আগৰেপৰা বৰ্মা চৰকাৰৰ বাধা চলি আহিছে। কিছু বছৰৰপৰা উত্তৰ বৰ্মাৰ স্থান জনজাতিবোৰৰ মাজত মিছনেৰিসকলে কাম কৰিবলৈ বিচাৰি আহিছে, কিন্তু তাতো বাধা পৰি আছে। গতিকে থাইলেণ্ডৰপৰা চীন প্ৰৱেশ কৰা যেনেকৈ অসম্ভৱ, বৰ্মাৰপৰা সোমোৱাও সমানে দুৰূহ। সদিয়া, উত্তৰ বৰ্মা আৰু দক্ষিণ চীনৰ মাজৰ দুৰ্গম-দুষ্পাৰ বাট-পথৰ ভূগোল আৰু সেইবোৰ ঠাইৰ লোকৰ ভাষা সম্পৰ্কে তেতিয়াও কাৰো স্পষ্ট ধাৰণা নাছিল। অসমৰ খামটি আৰু উত্তৰ-পূব বৰ্মাৰ চিংফৌৰ (আজি-কালি যাক জিং-পাও বা কাচিন বোলা হয়) ভাষাৰ মাজত পাৰ্থক্য নাছিল বুলি আন কি জেন্‌কিন্সেও ভাবিছিল। ভূগোল আৰু ভাষাতত্ত্বৰ এই অসম্পূৰ্ণ জ্ঞান সত্ত্বেও ট্ৰেভেলিয়ান আৰু পিয়াৰ্চে বৰ্মা মিছনক চীনা আৰু উত্তৰ-বৰ্মাৰ স্থানসকলৰ মাজত মিছন প্ৰতিষ্ঠা কৰাৰ আশাৰে ব্যক্তিগত পত্ৰত সদিয়ালৈ আহিবলৈ উদগাবলৈ ধৰিলে। এই উদগনিয়ে এনে কাম কৰিলে যে নাথান্ ব্ৰাউন বোলা এজন মিছনেৰি আহিবলৈ প্ৰস্তুত হ'লেই ; আৰু সদিয়াত কাৰ্যসূচী উদ্বোধন কৰা প্ৰস্তাৱ আগত লৈ বেভাৰেণ্ড আডনিৰাম জুড্‌ছনে সহৰ্ষে লেখিলে : "My heart leaps for joy and glows with gratitude and praise to God, when I think of brother Jones at Bangkok, in the northern extremity of the continent, and brother Brown at Sadiya in Assam, on the frontiers of China—immensely distant points,—and of all the intervening stations, Ava, Rangoon, Kyouk-Phyoo, Maulmein, and Tavoy, and the churches and schools that are springing up in every station and throughout the Karen wilderness. Happy lot, to live in these days !"

এইদৰে উত্তৰ বৰ্মাৰ ওপৰে অসমৰপৰা চীনলৈ খ্ৰীস্টধৰ্মৰ ৰাজপথ নিৰ্মাণৰ পৰিকল্পনা যে দিবাস্বপ্নহে, সেই কথা কিন্তু সদিয়াত কাম আৰম্ভ নকৰালৈকে বুজ পোৱা নগৈছিল।

১৬ ডিচেম্বৰ ১৮৩৪ তাৰিখে বোৰ্ডে জেংকিন্সৰ নিমন্ত্ৰণ সাদৰে গ্ৰহণ কৰি তেওঁলৈ চিঠি দিলে আৰু নাথান্ ব্ৰাউনক এই কামৰ বাবে নিয়োগ কৰা হৈছে বুলিও জনালে। ব্ৰাউনৰ গুণ বৰ্ণনা কৰি কোৱা হ'ল যে তেওঁৰ মূল বৈশিষ্ট্য হ'ল "strict integrity, enlarged views and truly Christian kindness." সদিয়াক কেন্দ্ৰ কৰি আন্তৰ্জাতিক ধৰ্মপথ প্ৰতিষ্ঠা কৰিবৰ আশাৰে ব্ৰাউন যাত্ৰাৰ বাবে সাজু হ'ল। আমেৰিকা আৰু ভাৰতৰ খ্ৰীস্টিয়ানসকলে দান-বৰঙণি আগ বঢ়ালে। লগত এটা ছপাখানা আনিলে জেংকিন্সে তেওঁৰ প্ৰতিশ্ৰুত সাহায্য দুগুণ কৰিব বোলা বাবে আৰু সদিয়াত কাম কৰিবলৈ হ'লে নতুন পুথি প্ৰণয়ন আৰু মুদ্ৰণৰ প্ৰয়োজনীয়তা আৰু গুৰুত্ব পাব পৰা কোনো মুদ্ৰণযন্ত্ৰ নথকা কথাটো বিবেচনা কৰি এক ছপাশাল আৰু সেই ছপাশাল চলাবৰ কাৰণে তাৰ মুখিয়াল কৰি ওলিভাৰ টি. কটাৰক নাথান ব্ৰাউনৰ লগত দিয়া হ'ল। ২০ নবেম্বৰ ১৮৩৫ তাৰিখে সপৰিবাৰে ব্ৰাউন আৰু কটাৰে তিনিখন বঙালী মাঝিৰ নাৱত বয়-বস্তু লৈ ব্ৰহ্মপুত্ৰইদি উজাই যাত্ৰা কৰিলে। তেওঁলোকে ১৮৩৬ৰ ১৮ জানুৱাৰীত গুৱাহাটী পাই চাৰি মাহৰ ভ্ৰমণ সম্পূৰ্ণ কৰি ২৩ মাৰ্চত সদিয়াত প্ৰৱেশ কৰিলে। তেতিয়া খামটিসকলৰ লগত ৰণ লাগি যেন 'কোবাই কা নকৰা জিলী জঁা নকৰা সদিয়া-পাৰৰে আলি' হৈ আছিল। চৈখোৱা-ঘাটতে ব্ৰাউনে দেখা পাইছিল চীনদেশৰপৰা হেজাৰ হেজাৰ চাহৰ পুলি বোৱা চাহ-বাৰীৰ পাতনি। খামটি ৰণত আহত কেপ্টেইন চাৰ্ল্টন্ কলিকতালৈ যোৱা বাবে মিছনেৰিসকলক তেওঁৰ বঙলাতে ঠাই দিয়া হ'ল।

**মিছনৰ বিপত্তি ঃ মৃত্যু আৰু মৃত্যু-ভয় ঃ**

'স্বৰ্গীয় সাম্ৰাজ্য'ৰ স্বৰ্ণদ্বাৰ আৰু শ্বান জাতিৰ অৱস্থিতিৰ মধ্যবিন্দু বুলি হামৰাও কাঢ়ি অহা সদিয়া পোৱা গ'ল; কিন্তু সদিয়াত সেইবোৰ বিভূতিহে একো পোৱা নগ'ল। যি শ্বান ভাষা আৰু মান ভাষা প্ৰায় একে বুলি ধাৰণা কৰা হৈছিল, গুৱাহাটী পাওঁতে নৌ পাওঁতেই (গোৱালপাৰাতে জেংকিন্সে লগ লগাই দিয়া) এজন শ্বান পণ্ডিতৰপৰা শ্বান শিকি ব্ৰাউনে উপলব্ধি কৰিলে, সি দুই ভাষা সম্পূৰ্ণ বেলেগ। গতিকে শ্বান আৰু মান-ভাষা-ভাষীৰ বাবে একেটা বৃহৎ খ্ৰীস্টিয়ান সাহিত্য-সৃষ্টিৰ স্বপ্ন থানবান হ'ল। সদিয়া পাই ব্ৰাউনে দেখিলে তেওঁলোকে বিচাৰি অহা শ্বানসকলতো তাত নাই। আছে পৰ্বতবোৰৰ সিপাৰেহে। কিন্তু তেওঁ আশা এৰি নিদিলে। সদিয়াৰ কেয়োফালে অসমীয়া মানুহ পাই তেওঁলোকৰ ভাষা শুনি তেওঁৰ উপৰুৱা এটা ধাৰণা হ'ল, সেই ভাষা বঙলা ভাষাৰ উপভাষা মাথোন। কিন্তু তেৱেঁই অতি সোনকালে অসমীয়া ভাষাৰ স্বতন্ত্ৰতাৰ পক্ষে প্ৰধান অধিবক্তা হৈ পৰিল। অসমীয়া ভাষাৰ হৈ প্ৰধান ৰণুৱা সেনাপতি হৈ পৰা মাইল্‌ছ ব্ৰন্সন্ ১৭ জুলাই ১৮৩৭ত সদিয়া পায়হি। সপৰিবাৰে ব্ৰন্সন্ আৰু জেকব্ অমাছক আমেৰিকাৰ বোৰ্ডে শ্বান মিছনত সদিয়াত যোগ দিবলৈ নিৰ্দেশ দিয়ে। যেতিয়া দুই পৰিয়ালে আমেৰিকাৰপৰা দীঘলীয়া যাত্ৰা কৰি কলিকতা পায়হি, তেতিয়া আগ-বাৰিষা। কলিকতাৰপৰা গুৱাহাটীলৈকে বা বিশ্বনাথলৈকে সিসকলৰ নৌযাত্ৰা ভালেই গ'ল। তাৰ পিছতে কিন্তু বাঢ়নী পানীৰ ভটীয়নী সোঁতৰ বল বাঢ়িল, নাও উজাই নিয়াই টান হ'ল আৰু ব্ৰন্সনক টান জ্বৰে ধৰিলে। শেহন্তত এনেকুৱা হ'ল যে ডিব্ৰু নৈৰ মুখ পোৱাৰ অলপ আগতে বঙালী মাঝিৰ বৰ নাও বাখি এখন সৰু নাৱত জেকব্ অমাছক সদিয়াৰপৰা দবৰ-পাতি আনিবলৈ পঠিয়াই দিব লগা হ'ল। অমাছৰ নাও নৈৰ পাৰৰ দাঁতিয়ে দাঁতিয়ে বাই যাওঁতে দুৰ্ভাগ্যবশতঃ পাৰৰ দুজোপা বৰগছ উভাল খাই পৰি অমাছক হেঁচা মাৰি ধৰি মাৰি পেলালে। বাকী নৱাগতসকল ১৭ জুলাই ১৮৩৭ তাৰিখে সদিয়া পালেগৈ। এটা বিবাদৰ ছাঁয়াই সকলোকে আবৰি ৰাখিলে। ইফালে সদিয়াত খামটি আৰু চিংফৌৰ আক্ৰমণ আৰম্ভ হ'ল—যদিও মিছনেৰিসকলে খামটি আৰু চিংফৌ ভাষা শিকি পুথি ৰচনা কৰাৰ দিহা কৰিছিল, শ্ৰীমতী ব্ৰাউন আৰু শ্ৰীমতী কটাৰে অসমীয়া পঢ়ুওৱা এখন পঢ়াশালিও খুলি লৈছিল। যেতিয়া খামটিয়ে ১৮৩৯ৰ ২৮ জানুৱাৰী তাৰিখে কৰ্ণেল আডাম হোৱাইটক বধ কৰিলে, আতংকৰ মাজত থাকি সদিয়াৰ মিছন পৰিত্যাগ কৰাৰ কথাকে মিছনেৰিসকলে শেষ পথ ৰূপে দেখা পালে। ব্ৰন্সন্ আৰু

শ্ৰীমতী ব্ৰন্সনে এপ্ৰিলত (১৮৩৮) সদিয়া এৰি জয়পুৰত কেন্দ্ৰ পাতিছিলগৈ 'পূৰ নগা'সকলৰ মাজত কাম আৰম্ভ কৰিবৰ উদ্দেশ্যে। ব্ৰাউন আদিয়েও ১২ মেই ১৮৩৯ তাৰিখে ছপাশাল আদি সকলো বস্তু-বাহানিৰে জয়পুৰ বুলি যাত্ৰা কৰিলে। সদিয়াৰ খান মিছনৰ ইমানতে অন্ত পৰিল।

ব্ৰন্সনে দেখা পালে, জয়পুৰৰপৰাও চিংফৌৰে সম্পৰ্ক ৰখা সম্ভৱ নহ'ব। কিন্তু নামচঙীয়াসকলৰ (নগৈ) লগত তেওঁৰ পৰিচয়ে তেওঁৰ মনত খান মিছনৰ শেষ আশা এটি পুহি ৰাখিছিল। ভাষাতত্ত্ব বিশেষজ্ঞ তেওঁ নগৈ ভাষাৰ এখন স্পেলিং বুক (বৰ্ণ-পৰিচয়) আৰু কেটেকিজম (প্ৰশ্নোত্তৰমালা) লেখি উলিয়ালে। তেওঁৰ কামত ব্ৰিটিশ সেনাধ্যক্ষ কেপ্টেইন হানে আৰু আয়ুক্তয়ো উৎসাহ যোগাবলৈ ধৰিলে। আমেৰিকাৰ বোৰ্ডে নগাসকলৰ মাজত কামত ব্ৰন্সনক সহায় কৰিবলৈ চাইবাছ্ বাৰ্কাৰক পঠিয়ালে। তেওঁ সপৰিবাৰে যাত্ৰা কৰাৰ বেলা ব্ৰন্সনৰ ভনীয়েক ৰোডা নিজ খৰচত ককায়েকক সহায় কৰিবলৈ বুলি আহি তেওঁৰ লগ হ'ল। বাৰ্কাৰ-দম্পতি আৰু ৰোডা ব্ৰন্সন মেই মাহত জয়পুৰ পালেহি। ব্ৰন্সনে নামচাঙত থাকিবলৈ লৈছিল; ৰোডাই তেওঁৰ লগত যোগ দিছিলগৈ। বাৰ্কাৰসকল কিন্তু অসুখৰ বাবে ভৈয়ামতে ৰ'ল। আনফালে, নগৈৰ মাজত কামত ব্ৰন্সনে অগ্ৰসৰ হোৱাৰ কোনো আশা দেখা নাপালে। শেহান্তৰত ব্ৰাউন, কট্টাৰ, বাৰ্কাৰসকলে দৃঢ়নিশ্চিতৰূপে বুজিলে, খান মিছন বা খেহ দেশৰ দুৱাৰ মুকলি কৰাৰ মূল ধাৰণা কাৰ্যকৰী নহ'ব। ৮ ডিচেম্বৰৰ দিনা ৰোডাৰ মৃত্যু ঘটিল। সেয়ে হ'ল খান মিছনৰো মৃত্যু।

**পৰ্বত এৰি ভৈয়ামলৈ, চীন-খান এৰি অসমীয়া সমাজলৈ দৃষ্টি ঃ**

মিছনেৰিসকলে পৰ্বতত আশা এৰি ব্ৰহ্মপুত্ৰ উপত্যকালৈ চকু ঘূৰালে। সেই ভৈয়ামৰ সকলো লোকে এক অসমীয়া ভাষা কয় আৰু তাত কোনো অশান্তিৰ সম্ভাৱনা নাই। ব্ৰাউন, ব্ৰন্সন, দুইজনেই আছিল ভাষাতত্ত্বৰ বিশেষজ্ঞ। সদিয়াত থকাতে ব্ৰাউনে অসমীয়া ভাষা আয়ত্ত কৰি তাৰ সৌন্দৰ্য উপলব্ধি কৰিছিল আৰু সেই ভাষাত কিতাপ লেখাৰ নিজৰ পৰিকল্পনা তৰি লৈছিল। ড° কেৰিৰ অসমীয়া "ধৰ্মপুস্তক" দুখন বঙলা আৰু সংস্কৃত শব্দেৰে ভাৰাক্ৰান্ত হোৱা বাবে তেওঁ কামত নলগা বিধৰ বুলি বুজি, তাক সংশোধন-পৰিবৰ্তন কৰি পাঠক-সাধাৰণে হজম কৰিব পৰা অৱস্থালৈ অনাৰো কোনো সম্ভাৱনা নেদেখি ১৮৩৮ৰ জানুৱাৰীত মূল বাইবেলৰপৰা স্বতন্ত্ৰ অনুবাদ কৰাত প্ৰবৃত্ত হ'ল আৰু তেওঁ এই দেশ পোৱাৰ ঠিক দুবছৰমানৰ ভিতৰতে "যিচু খ্ৰিষ্টৰ নতুন নিয়ম"ৰ তেওঁৰ অনুবাদৰ ২৩০ পিঠি প্ৰস্তুত হ'ল; লগতে 'মাথি-লিখিত সুভ বাত্ৰা'ৰ (The Gospel according to Matthew) তেৰটা অধ্যায়।[১] ইতিপূৰ্বে মিছনৰ সকলো প্ৰকাশনতে ৰোমান লিপি ব্যৱহাৰ কৰিবলৈ যি এটা সিদ্ধান্ত কৰা হৈছিল, তাক পৰিবৰ্তন কৰি ছপাত যাক অসমত সৰ্বসাধাৰণে 'বঙলা আখৰ' বুলিছিল, অসমীয়া লিপিৰে একপ্ৰকাৰে সেই মুদ্ৰণ-ৰূপ এতিয়া ব্যৱহাৰ কৰা হ'ল; তেনে কৰা সম্ভৱ হ'ল জেংকিন্সে সেই লিপিৰ টাইপ মিছনক এই সময়তে দান দিয়া বাবে।[২] মিছনে সদিয়া আৰু জয়পুৰত পতা সকলো পঢ়াশালিতে অসমীয়া মাধ্যম চলাইছিল আৰু সকলোজন মিছনেৰিয়ে অসমীয়া ভাষা শিকি পেলাইছিল। বাৰ্কাৰে আদিৰেপৰা ভৈয়ামৰ অসমীয়াৰ

---

[১] *Baptist Missionary Magazine*-অত (১৮৩৭) ছপা হোৱা পুথি, ট্ৰেক্ট, পত্ৰ আদিৰ হিছাপ ধৰা হৈছে (Sword, *Baptists in Assam*, pp. 152-f) :

**Spelling Book in Eng., Assam. & Tai,** ৪৮ পিঠি ৫০০ কপি
**The Alphabet and Spelling Lessons,** ১৬ পিঠি ১০০ কপি
**The Parables of Christ,** ৩২ পিঠি ৫০০ কপি
**Sermon on the Mount,** ১৬ পিঠি ৫০০কপি
**Catechism in Assamese,** ১৬ পিঠি ৫০০ কপি
**The Alphabet,** এপিঠি ১৫০ কপি
**Catechism in Tai,** ১৮ পিঠি ৫০০ কপি
**A Hymn in Assamese,** এপিঠি ১০০ কপি
**Worcester's Primer in Assamese,** ৫৬ পিঠি ১০০০ কপি
**History of the Flood,** ১৪ পিঠি ৫০০ কপি
**History of the Creation,** ১২ পিঠি ৫০০ কপি

[২] মাজে মাজে কলিকতাৰপৰা ছপাৰ আখৰ- জাহাজত অনোৱা কথা 'অৰুণোদই'ত প্ৰকাশ পাইছিল। মিছনৰ নিজৰ ছপাখানাতো আখৰ ঢলা হৈ আছিল (ফেব্ৰুৱাৰি ১৮৫৩)।

মাজত কাম কৰা উচিত বুলি ভাবিছিল, পৰ্যন্ত তেওঁ কোনো আশা নেদেখিছিল। ব্ৰাউন, কট্টাৰ, আৰু ব্ৰন্সনে নানা কষ্ট কৰি পৰ্যন্তত একো লাভ কৰিব নোৱাৰিও তাত কাম এৰি দিব নুখুজিছিল। ১৯৪০ চনত বাৰ্কাৰে এমাহ ভৈয়ামত ঘূৰি আহি শিৱসাগৰ বা যোৰহাটলৈ মিছন তুলি নিব লাগে বুলি বিশেষ দৃঢ়তাৰে আৰু স্পষ্ট যুক্তিৰে মত প্ৰকাশ কৰিছিল, আৰু আন নহ'লেও তেওঁক শিৱসাগৰত কাম কৰিবলৈ দিবলৈ তেওঁ নেৰোঁ-পানী হৈ ধৰিছিল। এনেতে মিছনেৰিসকলৰ প্ৰায় ছবছৰৰ বিফল চেষ্টাৰ পিছত বিজন লোক ১৮৪১ চনৰ ১৩ মেই তাৰিখে প্ৰথম খ্ৰীস্টিয়ান ধৰ্মলৈ ধৰ্মান্তৰিত হ'ল, তেওঁ হ'ল এজন অসমীয়া ডেকা—নিধিৰাম। তেওঁ যদিও সদিয়াৰ সুত কুলৰ এক দুখীয়া পৰিয়ালৰ ল'ৰা[1] আছিল, সেই পৰিয়ালে তেওঁক শ্ৰীমতী ব্ৰাউন আৰু কট্টাৰৰ অসমীয়া পঢ়াশালিত পঢ়িবলৈ নাম লগাই দিছিল। তেওঁ লগে লগে মিছন ছপাখানাৰ কামো কৰিছিল। পঢ়া পুথিৰ ভিতৰত থকা বিশেষ এটি ইংৰাজী প্ৰাৰ্থনা-গীত পঢ়ি খ্ৰীস্টধৰ্মলৈ তেওঁ আকৃষ্ট হয়। তেওঁক উপস্থিত ইউৰোপীয়সকলৰ আনন্দ-কোলাহল আৰু স্থানীয় লোকৰ বিস্ময়ৰ মাজত ব্ৰন্সনে জয়পুৰত বুঢ়ী দিহিং নৈত বুৰ পোৱা দিলে। এইটি কথায়ে এক খ্ৰীস্টিয়ান অসমৰ স্বপ্ন মিছনেৰিসকলৰ মনত জগাই তুলিলে।

**শিৱসাগৰত বেপ্টিস্টসকলৰ থলি ঃ**

শিৱসাগৰত মিছন পতাৰ সুবিধা বহুত আছিল। অঞ্চলটোৰ প্ৰজাসংখ্যা সাত লাখ। শিৱসাগৰৰপৰা জলপথে ওচৰৰ যোৰহাটলৈ যোৱাৰ কোনো অসুবিধা নাই। সি ব্ৰিটিংশ সৈন্যৰ হেড্‌কোৱাৰ্টাৰ্ছ বা ঘাই কুঠি। তাৰ লগত এজন ছাৰ্জন্ ৰেছিডেন্ট্-ৰূপে থাকে। মিছনৰ আৱশ্যক হ'লেই সুৰক্ষা পাব পৰা যাব। ইংৰাজী আৰু বঙলা পঢ়ুওৱা এখন চৰকাৰী স্কুলো ইতিমধ্যে প্ৰতিষ্ঠিত হৈছে।

১৮৪১ৰ ২৪ মেই তাৰিখে দুপৰীয়া বেলিকা দিখৌ নৈয়েদি উজাই অহা এখন সৰু নাবে সপৰিবাৰে বাৰ্কাৰক শিৱসাগৰ (ব্ৰাউনে সেই বছৰতে বৰ্ণাবৰ দৰে probably the largest village this side of Gauhati) পোৱাই দিলে। কেই সপ্তাহমান পিছতে আন এখন নাৱে ব্ৰাউনৰ পৰিয়ালক সেই ঠাইলৈকে লৈ আহিল ৰোগৰ চিকিৎসাৰ বাবে ; তেওঁলোকো বন্ধুসকলৰ উপদেশত শিৱসাগৰতে ৰ'ব লগীয়াত পৰিল। নগাসকলৰ সংগ এৰিবলৈ অনিচ্ছুক ব্ৰন্সনেও শিৱসাগৰত ধৰমৰ কাম কৰাৰ সুবিধাখিনি দেখা পালে ; অৱশ্যে তেওঁ নগাসকলৰ মাজত কৰ্ম এৰি থৈ আহিলেও আশা কৰিলে যে অসমীয়াৰ মাজত ধৰ্ম-বিস্তাৰৰ যোগে এদিন নগাসকলক ঢুকি পোৱা যাব। শিৱসাগৰ পুখুৰীপাৰত মিছনেৰিসকলে তেওঁলোকৰ বঙলা কৰিলে ; কেপ্টেইন হানেয়ে মিছনক গুদাম ঘৰে সৈতে তেওঁৰ ইটাৰ পকী ঘৰটো দিলে। ব্ৰাউন তেওঁৰ তৰ্জমাৰ কামত ব্যস্ত হ'ল। ডিচেম্বৰৰ ১১ তাৰিখে কট্টাৰ আৰু শ্ৰীমতী কট্টাৰ লগত নতুন খ্ৰীস্টিয়ান নিধি আৰু মনটান নামে মিছন প্ৰেছত কাম কৰা আন এজন ডেকাক লগত লৈ শিৱসাগৰ পালেহি। তাতে ১৮ ডিচেম্বৰ দেওবাৰে শিৱসাগৰ বৰপুখুৰীত ব্ৰাউনে মনটানক বুৰ-পোৱা দি উলাহ-আনন্দত আশা কৰিলে, "May this beautiful expanse of water, long since dedicated to the heathen deity but now consecrated to the service of Christ, be often thus honoured by the footsteps of willing converts." কিন্তু উপৰাচি আহি খ্ৰীস্টিয়ান হোৱা লোক প্ৰায় নোলালেই। ১৮৪৫ত বৰপুখুৰীৰ ফটিক-জলে তিনিজনক নতুন ধৰ্মত শৰণ-অভিষেক কৰিলে—৯ মাৰ্চ তাৰিখে কায়স্থ কুলৰ বাতিৰাম (পিছত বাতিৰাম দাস পেক্), ১৩ জুলাইত কলিবৰ নামে ধোবা, আৰু ২০ ডিচেম্বৰত বাতিৰামৰ সমনীয়া ৰাম সিং। ১৮৪১ চনত খ্ৰীস্টিয়ান মনটানৰ মন ভিলা হোৱাত পিছ বছৰতে সেই ধৰ্মৰপৰা মুখ-পোলোকা দিছিল, তেওঁক সমাজেও বহিষ্কাৰ কৰিছিল ; ১৮৪৭ চনত জানিবা তেওঁক পুনৰ গ্ৰহণ কৰা হয়। এইদৰে ভৈয়ামৰ অসমীয়াৰ মাজত ধৰ্মপ্ৰচাৰ কৰাৰ আঁচনি আগ নাবাঢ়িছিল। তেতিয়াৰ হিন্দু সমাজেও নিধিৰাম বা মনটানৰ দৰে তথাকথিত নিম্ন জাতৰ লোকৰ ধৰ্মান্তৰগ্ৰহণত বিচলিত অনুভৱ নকৰিছিল ; কিন্তু বাতিৰাম দাসৰ দৰে কায়স্থ খ্ৰীস্টিয়ান হোৱাত সমাজত যথেষ্ট আলোড়নৰ সৃষ্টি হৈছিল।

[1] 'অৰুণোদই-লোৰ্ক্ষী' চাওক।

চি হৈ, এই অসাৰ সংসাৰত আসক্ত হল। এই হেতুক তাৰ মনৰ পৰা ইশ্বৰৰ পৰমাৰ্থিক প্ৰতিমুৰ্ত্তি লুপ্ত হল। জি কাৰনে স্ৰুজন হৈছিল, অৰ্থাত ইশ্বৰৰ মহিমা প্ৰকাস কৰিবলৈ তাৰে পৰা অকচি হৈ, কুপথে গমন কৰিলে, আৰু মনো আচাৰো ভ্ৰুষ্ট হল। ইশ্বৰৰ প্ৰতি তাৰ মনৰ প্ৰিতি নো হোআত তুষ্টিৰ নিমিত্তে সংসাৰিক বিসয়লৈ তাৰ প্ৰেম বাৰ্হিবলৈ ধৰিলে।

এই দৰে ইশ্বৰৰ সত্ৰু হৈ, তেঁওক তুষ্ট ন কৰি আপোনাক তুষ্ট কৰিবলৈ ধৰিলে। আপোনাৰ সুখৰ জন্যে পৰম ইশ্বৰক নি বিচাৰি, সংসাৰিক বিসয়ৰ বিচাৰ কৰিলে, এনে দুষ্ট স্বভাৱেৰে আমি সকলো জন্মি আচোঁ। কিয়নো অসুচি বস্তুৰ পৰা কি সুচি বস্তু হৱ পাৰে? জেনেকৈ নিম্ তিতা গচৰ গুটি কলে, তাৰ জি পুলি গজে সি মুল গচৰ দৰে তিতাৰ গুন হৱ, নাইবা সিংহৰ সন্তান ক্ৰুৰ জাতি বিনে আন কোনো ন হই, এই দৰে আমাৰ আদি পিত্ৰি মাত্ৰি প্ৰভু পৰম ইশ্বৰৰ আগ্যা উলঙ্ঘন কৰি পাপি স্বভাও জুক্ত হল। আমি জে সিইঁতৰ সন্তান, সেই পাপি গুন স্বভাৱেৰে জনম ধৰিচোঁ; ইয়াৰ প্ৰমান অতি সৰু লৰাৰ ক্ৰোধ, হিংসা, লোভ, চোৰ, মিচাকথা। জদি মন্দ স্বভাৱেৰে ন জন্মা হলে, কি নিমিত্তে সিসু কালতে এই সকলো কুকৰম কৰিবলৈ ধৰে।

আৰু অধিক বয়সিয়া লোক সকলে ভ্ৰুষ্ট স্বভাৱৰ প্ৰমান দেখাই। কিয়নো সিইঁতৰ কাম, ক্ৰোধ, লোভ, মোহ, হিংসা, বেস্যা, প্ৰতিমা পুজা, ভেটি খোআ, অন্যাই সোধ, দৰিদ্ৰুক আৰু নিৰ্বলিৰ অন্যাই কৰা, ইয়াকে আদি কৰি সকলো দুৰ্গুন দেখাই। স্ৰিষ্টিৰ অধিকাৰতকৈ স্ৰিষ্টি বস্তুক, আৰু পৰমাৰ্থিক সুখতকৈ, সংসাৰিক সুখত অধিক প্ৰেম কৰে। প্ৰিথিৱিতকৈ স্বৰগ উত্তম, এনে কথা মুখে কই, কিন্তু মনে সৈ নে কাৰ্হে।

পৰম ইশ্বৰে জদি চিৰকালে প্ৰিথিৱিত থাকিবলৈ দিয়ে, তেন্তে স্বৰগলৈ জাবৰ ইচা নাই, আৰু সকলোতকৈও ইশ্বৰক প্ৰেম কৰে, এই কথা মুখে বোলে, কিন্তু কাৰ্জ ন কৰে। ইয়াৰে মানুহে জি স্বৰগতকৈ প্ৰিথিৱি, আৰু ইশ্বৰতকৈ সংসাৰিক সুখ অধিক প্ৰেম কৰে। পুন্যৰ পৰা পতিত আচে, ইয়াকে বুজা জাই, ইশ্বৰে সকলো পাপক ঘিন কৰে, কিন্তু মানুহ পাপে পতিত হল, তেন্তে পবিত্ৰ ইশ্বৰে সৈতে কেনে মতে মিলন কৰা হৱ। ধৰম সাস্ত্ৰে এই উত্তৰ দিয়ে। "প্ৰভু য়িচু খ্ৰিষ্টত জি কোনোএ বিশ্বাস কৰেসি নষ্ট ন হৈ অনন্ত পৰমায়ুস পাব"। ম.

---

## প্ৰাৰ্থনা কৰা কল।

**Tartar Praying Machine.**

তাতাৰ দেসিয়া লোকৰ মাজত এটা প্ৰাৰ্থনা কৰা জন্ত্ৰ আচে, সি এটা ফোঁপোলা ঘুৰনিয়া চন্দুক, তাক সান সিলৰ দৰে থিয়কৈ পাতে, আৰু এগচ জৰি তাৰে পৰা নি তলত থকা সলাৰ নিচিনা এটা গজালৰ লগত জোগ কৰে, আৰু সেই তলত থকা গজালত ভৰি দিলে সেই চন্দুকটো কটাৰি ধৰুআ সানৰ দৰে ঘুৰে; পাৰ্চমেণ্ট নামেৰে এক ৰকমৰ চালৰ পাতত একেটা প্ৰাৰ্থনাকে বাৰ বাৰকৈ এহেজাৰ বেলিমান লিখি জোৰা দি মেৰাই মেৰাই তাৰ ভিতৰত থই। তাতে জেতিয়া কলটো ঘুৰুআ হই, তেতিয়া সেই পাতত লিখা প্ৰাৰ্থনাবিলাকো ঘুৰি থাকে, আৰু মানুহবিলাকে কই, জে ইয়াৰে দেৱতা সকলোএ সন্তোস পাই সিইঁতৰ আসিৰ্বাদ আমালৈ পঠিয়াই দিএ, এই দৰে সেই অগিয়ান দেও পুজক লোকে মুঠ বান্ধি প্ৰাৰ্থনা কৰে কিয়নো সিইঁতে ভাবে জে সেই জন্ত্ৰ জেতিয়া ঘুৰে তেতিয়া জিমান বেলি প্ৰাৰ্থনা লিখা থাকে, তিমান বেলি ইশ্বৰলৈ নিবেদন কৰা হই।

এই দৰে অসম দেসত অনেক লোকে মালা জপি থাকে, আৰু ভাবে জদি আমি কোটি কোটি বাৰ দেও দেৱিৰ নাম লঁও, তেহে আমাৰ অনেক পুন্য হৱ। কিন্তু জেনেকৈ তাতাৰ লোকৰ কল দোআৰাই ইশ্বৰৰ সেৱা প্ৰাৰ্থনা তেঁওৰ আগত গ্ৰাহ্য হৱ বুলি মনে ন ধৰে, সেই ৰুপে ইশ্বৰৰ নাম কোটি বাৰ ললেও অকাৰন। প্ৰেম ভক্তি কৰি একেলি মাত্ৰ ললে ভাল, কিয়নো তেঁও আগ্যা কৰিচে বোলে অনৰ্থককৈ বচন নু বুলিবা, কিন্তু জেতিয়া তুমি প্ৰাৰ্থনা কৰা, তেতিয়া দুআৰ জঁপাই ইশ্বৰৰ আগত নিৰ্জ্জনে প্ৰাৰ্থনা কৰা, আৰু জি জনে অন্তৰ্জামি ৰুপে সকলোকে দেখে, তেঁও আটাইৰে আগত তোমাক ৰৰম ফল দিব। ম.



## গঁৰৰ বিৱৰন।

The Rhinoceros.

গঁৰৰ দুই জাত আচে। এজাতৰ এটা খৰগ, এবিধৰ দুটাকৈ থাকে, এটা খৰগৰ জাতিৰ জনমৰ থান আচিয়া, দুটা খৰগৰ জাতিৰ আফ্রিকাত পোআ জাই। গঁৰ দেখিবলৈ বৰ কদৰ্জ, আৰু বৰনটো হাঁতিৰ নিচিনা অলপ কলা। তাৰ গাত নোম নাই, কিন্তু চাল খন বৰ ডাঠ আৰু খহটা, দোবলা দোবলহৈ থাকে। ঠেঙবোৰ চুটি আৰু নেগুৰ সৰু কিন্তু আগটো বহল, সেই আগৰ দুই দাঁতিএ সকত নোম থাকে। ওপৰ ওঁঠ ঘোঁৰাৰ ওপৰ ওঁঠৰ নিচিনা, কিন্তু তাতকৈ দিঘল, আৰু বৰ বলি, তাৰেই আন জন্তুতকে কিবা ধৰিবলৈ, আৰু কোনো সময়ত গচৰ ডাল আদি কৰি ভাঙ্গিবলৈ বৰ চল পাই; তল ওঠ গৰুৰ ওঁঠৰ নিচিনা। কান ডাঙৰ, জোঙ্গা, আৰু থিয় হৈ থাকে। তাৰ কানৰ সক্তি অধিক, আৰু খাঁওতে নাইবা সুই থাকোঁতে কেনেবাকৈ কোনো সবদ সুনে, তাতে থিয় হৈ আপোনাৰ মুৰ তুলি সেই সবদৰ উমানেই খেদি জাই।

চকু সৰু, গাহৰিৰ চকুৰ দৰে দেখা জাই। তাতে বৰ দ্রিস্তি নাই, সেই কাৰন বহু দুৰৈৰে নে দেখে, জদি তাৰ সমুখত ভই দেখে, তেতিয়া একোনো চোআকৈ বৰ বেগে খেদে, গঁৰৰ নাকৰ ওপৰত, কপালৰ তলত, বৰ সকত এটা খৰগ থিয় হৈ থাকে, তাৰ সেই খৰগ কোনোটৰ এহাত্তকৈ দিঘল, কোনোটৰ চুটিও থাকে। সেই খৰগত সি বৰ বল পাই; জদি কোনো বনৰিয়া পহু আদি জন্তুবোৰে তাৰ লগত জুজ কৰে, তেতিয়া তাৰ খৰগৰ দোআৰাই আপোনাক ৰখ্যা কৰে। বাঘে গঁৰৰ ওপৰত বল কৰিব নোআৰে, হাতিতকৈ অধিক ভই কৰে, কিয়নো গঁৰৰ সমুখলৈ গলে সি খৰগৰ দোআৰাই বাঘক খুচি মাৰে; কিবা খেদিবলৈ হাবিত লৰ মাৰোঁতে সৰু বিখ্যাদি পালেও খৰগেৰে খুঁন্দা মাৰি ভাঙ্গি জাই। তাৰ নাকৰ গোন্ধৰ সক্তি অধিক দেখি কোনো চিকাৰি লোক বতাহৰ ধালে গলে সি গোন্ধ পাই, এই কাৰনে চিকাৰিবোৰে তাৰ পাচ কালে জাই। আৰু জেতিয়া গঁৰবোৰ টোপনিত থাকে, তেতিয়া চিকাৰিএ মনে মনে আহি গুলিয়াই মাৰে।

ব্রাহ্মন, হিন্দুবিলাকে, সেই গঁৰকে পবিত্র,

সুচি বুলি, সিইঁতৰ মুৰ্ত্তি গোসাইবিলাকক সেৱা পুজা কৰা কোসা, অৰ্ঘা, বাটি, এইবিলাক কৰে, আৰু ব্ৰাহ্মনৰ লগুনত লোআ আঙঠিও কৰে। বৰা আদি ভদ্ৰ লোকে, খৰগৰ বাটি সুচি বুলি অনেক দেসৰ লোকে খোআ পিয়া কৰে। আৰু কোনো দেসৰ মানুহবোৰে কই, গঁৰৰ খৰগৰ বাটিত বিহ লৈ পান কৰিলে বিহ গুচি মিঠা হই, এই দৰে বিস্বাস কৰি কই; কিন্তু সেঁই কথাকে সুনি, এজন সাহাবে সকল জাতৰ বিহ সেই খৰগৰ বাটিত পৰিমান চোআত চকপ নহল, জি বিহ, বিহেই, সি কেতিয়াও খৰগৰ বাটিত লৈ খালে আৰু পান কৰিলে মিঠা ন হই। খেহ দেসৰ কোনো কোনো ঠাইত, আগেএ গঁৰ খৰগৰ বাটি বেচিলে, ১০০ টকা মান লই।

গঁৰ বুৰা হলে তাৰ চাল অতি টান আৰু ডাঠ, এই হেতুকে সিহঁৰ গুলিৰে তাক মাৰিবলৈ আচল, কিয়নো সেই গুলি মঙ্গহত নো সোমোআকৈ কেতিয়াবা চেপেটা হৈ জাই, সেই কাৰনে সৰহকৈ লোৰ গুলিৰে মাৰে। কিন্তু কোনো লোকে বিহ কাঁৰেৰেও মাৰে। তাৰ চালেৰে বৰ চিকোন ঢাল সাজে, কিন্তু জতে সৰহকৈ পাবলৈ নাই, তাতে কেতিয়াবা বৰ দৰ হই; আৰু এদিন এজন মানুহে চাৰি আঙুল মান এডোখৰ গঁৰৰ চাল, ১০ টকা মান ৰুপ দি কিনোঁতে বেৰ্কহাদত্ সাহাবে দেখিলে।

গঁৰবিলাকে লোকক প্ৰায়ে হিংসা ন কৰে, জদি কোনোএ তাক বিৰোধ কৰে, তেতিয়া অতিসই ৰাগ জুক্ত হই। কিন্তু কোনোএ তাক নো জোকালে সিও একো ন কৰে।

গঁৰবোৰে হাঁতিৰ নিচিনাকৈ জাক পাতি নো ফুৰে, দুই এক কৈহে থাকে, চাপৰি অৰ্থাত নল, খাগৰি, ইকৰা এনে হাবিত থাকে, আৰু মঁহৰ নিচিনাকৈ বোকাত লেটি লই, আৰু গাহৰিৰ দৰে হোক হোকাই।

১৮২২ ইংৰাজি সঁকত কোনো সাহাব লোকে দিনাজপুৰৰ মহানন্দা নদিৰ কোসত অনেক জন্তু চিকাৰ কৰোঁতে, তাৰে ওচৰৰ এখন গাঁৱত এটা গঁৰকো চিকাৰত মাৰিলে। আৰু তাৰ পৰিমান চাবৰ কাৰনে, নাকৰ পৰা তপিলালৈকে জুখি দহ হাত এবেগত দিঘল, নেগুৰ গচ ভিনি পোআ, গাটোৰ মেৰ চই হাত এবেগত ন আঙুল, আৰু ওখই পাঁচ হাত, আগ মঙ্গহ দৈৰ্ঘ্য সেৰ, দাঁত ডেৰ কুৰি, খৰগ এহাত চই আঙুল পালে, মুৰটো আন্দাজ চাৰি মোন মান হৈছিল।

গঁৰে মঙ্গহ কেতিয়াও নে খাই, এইকাৰনে তাৰ মঙ্গহ ব্ৰাহ্মন আৰু হিন্দুবোৰে সুচি বুলি খাই, কিন্তু বৰ সোআদ ন হই, আৰু সি ঘাঁহ, গচৰ ঠাল আদি কৰি খাই।

বহু বচৰৰ আগেএ মান দেসৰ পৰা এটা গঁৰ ফ্ৰান্সি দেসলৈ নি এখন নগৰত বনৰিয়া জন্তু পোহা ঠাইত ৰাখিলে; আৰু জি মানুহে সেই গঁৰক পুহিছিল, সি তাক খাবলৈ ১৪ সেৰ সুকান ঘাঁহ, ১৪ সেৰ ৰুটি পিঠা, চ কলহ মান পানি খুআইছিল, আৰু কেতিয়াবা তিনি চাৰি বটল মদো খাবলৈ দিছিল।

আচিয়াৰ পৰা ইংলণ্ডলৈ এবেলি এটা গঁৰ জাহাজেৰে নিয়াত, বাটত তাক পোহোঁতে ভাত আৰু চেনিৰ অধিক খৰচ দেখি, সেই গঁৰ জাহাজত নিয়াৰ তেৰোন ৮০০০ টকা খৰচ হৈছিল। কোনো ঠাইত বগা বৰনেৰে গঁৰ আৰু খৰগো পোআ জাই।

ওপৰত মুখ মেলি থকা এটা খৰগৰ গঁৰৰ নকচা আছে, ১



---

এই অৰুনোদই পত্ৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ ত মহা।

**THE ORUNODOI,**

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsager Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোৱা। মো° শিৱসাগৰ, নৱেম্বৰ ১৮৪৬ খ্ৰিষ্ট স° সঁক। নম্বৰ ১১।

VOL. I. SIBSAGOR ASAM, NOVEMBER, 1846. NO. 11.


## অনেক দেসৰ সম্বাদ।

General Intelligence

মঁৰা ৰজাবৰ ঘৰফলিয়া গাঁৱত থকা, তেৰোঅা ডোমৰ বৰ জৰ হৈ পোৰনি ধৰাত, চেপ্তেম্বৰ মাহতে, এদিন গাত গিয়ান নে পাই, সুই থকাৰে পৰা লৰ মাৰি গৈ তিফুক নৈৰ পানিত জাপ মাৰি পৰি মৰিল।

কোনো কোনো অসমিয়া লৰা, বেজৰ কাম সিকিবৰ নিমিত্তে অসম দেসৰ পৰা কলিকতালৈ গৈ মেদিকাল কলেজ, অৰ্থাত প্ৰধান বেজৰ স্কুলত সোমাল, আৰু কলিকতাৰ সমাচাৰ দৰ্পনত লিখিচে, সিহঁতে ভালকৈ সিকি আচে।

কলিকতাত্ দুই তিনি দিন পুৰনা পইচা পুৰকৈ নচলাত, ৰুপ দি পইচা সলাই লোঅাবিলাকে সেই দুই তিন দিনৰ ভিত্তৰত ৩০,০০০ ত্ৰিচ হেজাৰ মান ৰুপ লাভ পালে।

জিলা জচোহৰৰ ওচৰত কাবদক নামেৰে নৈত এখন লোৰ সাঁকো আচে, তাতে বৰ্ত্তমান সকৰ দুৰ্গা পুজাত ৰঙ চাবলৈ ৫০০ পাঁচ স ৬০০ চ স মান মানুহে সেই সাঁকোৰ ওপৰত উঠিল, ইতি সময়ত আটাই মানুহবোৰে সেই সাঁকোৰ একে কাললৈ গলত, ভৰ পৰি সাঁকো ভাল ভাগি সবহ মানুহ মৰিল। পাচত চপা হৰকৰা সমাচাৰ দৰ্পনত কৈচে বোলে, সেই ভগা সাঁকো খন বাতিবলৈ আৰু সেই জিলাতে নতুনকৈ এখন সাঁকো সাজিবলৈকো শ্ৰী কালিপ্ৰসাদ পোদ্দাৰ বাবুএ উপাই কৰিচে।

অক্তোবৰ মাহৰ ৫ তাৰিখে বঙ্গাল হৰকৰাত চাপিচে বোলে, লক্ষনৌ নগৰত এনে বতাহ বৰষুন ৫৪ চৌৱন বচৰৰ ভিতৰত কেৱে দেখা নাই; আৰু নগৰত ভালেমান পকি ঘৰ ভাগি অতি সবহ মানুহ মৰিল, আৰু বতাহে আম বাগিচাৰ গচবিলাক তেনেই ভাঙ্গি পেলালে। আৰু ধান আদি বহুত নষ্ট হোঅাত দুখিয়া মানুহবোৰে অনেক দুখ পাইচে।

লাহোৰ দৰবাৰে আৰু শ্ৰীজুত ৰজা গোলাব সিংহে পঞ্জাবৰ পৰা কাস্মিৰলৈ জি জি সেনাবোৰ শ্ৰীজুত সেখ ইমানউদ্দিনক জিকি ধৰিবৰ নিমিত্তে পঠাইচিল, তালৈকে কম্পানিৰ সেনাপতি আৰু সেনাবিলাককো পঠাবলৈ কম্পানিএ থিৰ কৰিলে। কিন্তু কাস্মিৰত থকা মানুহবিলাকে বুলিচে বোলে, ৰজা গোলাব সিংহক এৰি আন জি অধিকাৰ আমাৰ ওপৰত পাতিবলৈ কম্পানিৰ ইচা আচে পাতোক, আৰু আমিও সেই জনক গ্ৰাজ্য কৰি মানিম, কিন্তু ৰজা গোলাব সিংহক নিচইকৈএ ভাল নে পাঁও দেখি তেঁওৰ তলত থাকিবলৈ ইচা ন কৰোঁ। আৰু এতিয়া কোনো সমাচাৰ পত্ৰত লিখিচে, সেখ ইমানউদ্দিনে পত্ৰ লিখি পঠালে বোলে, মোক দুখ নি দিলে মই কাস্মিৰ দেস এৰি আপুনি লাহোৰলৈ জাম। সেই কথাই জদি থিৰ হই, তেন্তে কাস্মিৰে সৈতে জুধ হোঅা সম্ভও ন হই।

নেপাল দেসৰ খাতমান্দৰ প্ৰধান ৰাজ নগৰত মহা ৰানিৰ বৰ প্ৰিতি হোঅা প্ৰধান সেনাপতি শ্ৰীজুত গৰ্গসিংহক নেপলিয়াইতে ১৪ চেপ্তেম্বৰ তাৰিখে বধ কৰিলে। পাচে মহা ৰানিএ তাৰ কাৰনে বৰ বেজাৰ পাই, অনুমতি দি আন আন প্ৰধান ৰাজ মন্ত্ৰি ভাৰবিয়াবোৰক আৰু সিহঁতৰ জি জি মতা মানুহ সেইবোৰে সৈতে, মুঠে ১০০

এস মান বধ কৰালে; আৰু লৰা তিৰোতাবোৰ-কো দেসান্তৰ কৰি খেদিলে, তাৰ পাচে মহা ৰজা পলাই গৈচিল, আৰু জুবৰাজ বন্দিয়াৰ হৈ আ-চিল। মহা ৰজাৰ দুতিয় কুঁঅৰিএ আপোন ইচা-ৰে প্ৰৱৰ্ত্তি আচে, আৰু জি জি ডাঙৰিয়াবোৰক মহা ৰানিএ ভাল নে পাইচিল, সিবিলাকক মা-ৰিবলৈ সেনা পঠাই দি, সেই দৰে আৰু এস মান মৰা হল।



Dwarkanath Tagore দ্বাৰিকানাথ ঠাকুৰ।

অক্তোবৰ মাহৰ অৰু-নোদইত দ্বাৰিকানাথ ঠাকুৰ বাবুৰ মৃত্যুৰ সম্বাদ জি চা-পিচিল, তেঁওৰ নকৃচা ইয়া-ত্তে চপা গৈচে। সেই বাবুৰ অনেক জমি আচিল, আৰু এক পত্ৰত চাপিচে, তেঁও বচৰি বচৰি কম্পানি ঘৰলৈ ১০ ০০ ০০০ দহ লাখ ৰুপ খাজনা দিএ, কিন্তু কলিকতাত থাকোঁতে সা-হাব লোকে গোট খাই দু-খিয়া মানুহবোৰক উপকাৰ কৰিবৰ নিমিত্তে এক চোচা-ইটি পাতিলে, সেই চোচা-ইটিলৈ দ্বাৰিকানাথ বাবুএ দুখিয়াবোৰক দিবৰ নিমি-ত্তে একে বেলিএ ১০০০০০ এক লাখ ৰুপ দিলে; আৰু সেই দৰে ঠায়ে ঠায়ে বহুত ৰুপ দিচিল।

ইংলণ্ড দেসত আগষ্ট মাহৰ প্ৰথম দুতিয় তাৰিখে অতিসই বৰ ধুমুহা আৰু সিলা বৃষ্টি হৈচিল, তেতিয়া মেঘৰ বৰ গাজনিত বিজুলি অতি ঘন হোআত মানুহবোৰে দেখি বৰ বিস্মই মানিচিল; সেই কালত অনেক মুনিহ তিৰোতা আৰু লৰাবোৰ মৰিল। আৰু ঘোঁৰা, গৰু, মেৰ-চাগ আদি সিও বহু মৰিল; বজ্ৰপাতৰ জুইএ, অনেক ঘৰ আৰু ভঁৰালবোৰো পুৰিলে, আৰু কোনো ঠাইত একোটা চাৰি আঙ্গুলিযা মান ডাঙৰ সিল পৰিচিল, আৰু ইংলণ্ড দেসৰ আটাই ঘৰ-বোৰত আৰ্চিৰ দুআৰ, সেই দুআৰৰে অতি লৰহ-কৈ ভাগিল। সেই বৰ ধুমুহাতে শ্ৰীশ্ৰী মতি মহা ৰানিৰ এটা ঘৰৰ ভগা আৰ্চি দুআৰ নকৈ দিবলৈ হিসাপ কৰিলত তাতে ২০,০০০ কুৰি হেজাৰ ৰুপ খৰচ হব। আৰু ৰাজ মেলৰ ঘৰত, ৭০০০ হেজাৰ খন আৰ্চি ভাগিল। আৰু এটা নকৃচা দে-খোআ ঘৰত, ১০,০০০ দহ হেজাৰ খন আৰ্চি ভাগিল। বৰখুন ইমান টানকৈ বৰখাত, জুৰি আ-দি সৰু নৈবোৰত অতি বেগে পানি বাহিঁ, গৰাৰ ওপৰে বাগৰি গৈ, বৰ সোঁতেৰে কাঠ ঘৰ, গৰু, ঘোঁৰা, আৰু নৈৰ সাঁকো আদি কৰি, কেতবোৰ উটুআই নিলে; আৰু সেই পানিত, মানুহ জন চেৰেকো মৰিল। বাগিচা আৰু পথাৰৰ ঘেঁহু ধান আদি, অধিক নষ্ট হল।

স্কটলণ্ড দেসৰ কাইল্চ্ গাঁৱৰ খাৰ ঘৰত আ-গষ্ট মাহৰ ১৮ তাৰিখে, অকস্মাত জুইৰ ফিৰি-

জুটি পৰি গিৰিস্ ক্ৰমে বৰ সৰদ কৰি বায়ু বেগে সকলো বস্তু সমনিতে ধাৰ যৰুটো জুইএ উৰুআই নিলে; তাতে চই জন মানুহো মৰিল; আৰু সেই ধাৰৰ সৰদ ২০ ক্ৰোস মানলৈ সুনিলে।

ইটালি দেসৰ মিত্যু হোআ পাপা গ্ৰেগৰিএ জি ৰাজ্যৰ অহিত কৰা আৰু অৰিতিত প্ৰৱৰ্ত্তাবিলাকক্ বন্দি কৰি থৈচিল, তাকে পাপা পিঅচে মুকলি কৰাত, গোটেই দেস থনৰ গাঁৱে গাঁৱে নগৰে নগৰে অতি আনন্দিত হৈ ৰাতি গৰহকৈ চাকি লগাই, বৰ ৰঙ্গ কৰি আচিল। বন্দিসালৰ পৰা মুকলি কৰা মানুহ ৬০০০ চ হেজাৰ মান হৈচে; আৰু সেই গ্ৰেগৰি পাপাই জি ইটালি দেসত ৰেইলৰদ পাতিবলৈ নিসেধ কৰিচিল, তাকো পাতিবলৈ পাপা পিঅচে বিবেচনা কৰিচে।

ফ্ৰাঞ্চি দেসৰ পাৰিচ প্ৰধান নগৰত জুলাই মাহৰ ২৯ তাৰিখে সেই দেসৰ বৰ দিন দেখি, শ্ৰীশ্ৰী লুইফিলিপ মহা ৰজাক সকলো মানুহে দেখা পাবলৈ, অনেক জয়ধনি কৰি ৰঙ্গ কৰাত মহা ৰজাই ঘৰৰ পৰা ওলাই দেখা দিলে; সেই সমইত এজন বৰ দুষ্ট মানুহে মহা ৰজাক মাৰিম বুলি হিলৈৰে গুলি মৰাত, মহা ৰজাৰ গাত নে লাগিল। আৰু তেতিয়াই মানুহবোৰে তাক ধৰিলে। পাচে সোধ পোচ কৰি তাক জনম কাটক দিলে, আৰু লিকাওঁত্ নামেৰে মানুহ এজনে সেই মহা ৰজাকে গুলি মৰাৰ কথা জে জুন মাহৰ অৰুনোদইত চপা হৈচিল, তাকো সোধ পোচ কৰি ৭ জুন তাৰিখে পাৰিচ নগৰৰ ওচৰত সেই ৰাজ দ্ৰোহিৰ মুৰটো কাটি পেলালে।

আগেএ ইউৰপ দেসত চাহ পুলি জিৰ বুলি নে জানিলে, কিন্তু এতিয়া ফ্ৰাঞ্চি দেসত চাহ গুটি কই বাগিচা কৰি, তাৰে পৰা চাহ বনাবলৈ পৰিমান চাই দেখিলে, সেই দেসত ভালকৈ গজি বাৰ্হিচে; আৰু ফ্ৰাঞ্চি মানুহবোৰে আলজেৰিয়া দেসত কইচিলে, কিন্তু বদ বৰ টান দেখি পুলি আটাইবোৰ মৰিল।

কেইপ অৰ গুড হপৰ পৰা অহা পত্ৰত লিখিচে, ইংৰাজিৰে অধিক সেনা অস্ত্ৰ সস্ত্ৰ গোটাই জি কাফ্ৰি মানুহবিলাকে বন কৰি গাঁও পুৰি গৰু আদি কৰি লুট কৰিবলৈ আহিচিল, সিহঁতক তিনি চাৰি বাৰ লগ পাই, ৰন কৰি জিকিলে, আৰু ১৮০০০ মান ইংৰাজিৰ সেনাবোৰ গোট খাইচিল, কিন্তু খোআ পিয়া বস্তু সিহঁতৰ লগত লৈ ফুৰিবলৈ কঠিন, সেই নিমিত্তে সিবিলাকে খাবৰ বস্তুৰ কাৰন বৰ দুখ পাবহেন জানিচে।

উলিয়াম্ এব্ৰাক্চ্ নামে এখন আমেৰিকা মিল দেসৰ জাহাজ বস্তন নগৰৰ পৰা কলিকতালৈ আহোঁতে পানিৰ তলত থকা বৰ সিলত খুন্দা লাগি ৩ আগষ্ট তাৰিখে সেই জাহাজ খন তললৈ গল। তাতে থকা মানুহবিলাকে জাহাজৰ কাঠ আদি জেৰে জি পালে তাতে ধৰি, সকলোএ ৰাম পাই ৰখ্যা পৰিল।

মেই মাহৰ তিওঁৰত ৰম্বেই ডাক ঘৰৰ পৰা ১৩৯৯৬ চিটি আৰু ৫৯৩৪ সমাচাৰ দৰ্পনবোৰ ৰাম ডাকে দি, ইংলণ্ড দেসলৈ পঠাই দিলে। মেই মাহৰ ভিতৰত ইংলণ্ডৰ পৰাও ২৬৭৮৪ চিঠি আৰু ২৬১৭৪ মান সমাচাৰ দৰ্পন ৰম্বেইলৈ পঠাই দিলে।

আয়ৰলণ্ড দেসত থকা মানুহবিলাকৰ দুৰ্ভিখ্যা হোআৰ নিমিত্তে চাত্তাৰা দেসৰ ৰাজাই মৰমকৈ ২০০০ হেজাৰ ৰূপ দি পঠাইচে।

লঙ্কা গবনমেণ্টৰ গেজেটে বুলিচে, ১৮৪৫ সঁকত ৬০২৪৩ মানুহক টিটা দিচিলে, তাৰে ৪২৫৮০ জনৰ দাগ উঠি ভাল হৈচে; কিন্তু ৮৭৪৩ জনৰ দাগ নুঠিল। §

গ্ৰিক দেসৰ আথিনি নগৰত শ্ৰীজুত কিঙ্গ নামে এজন আমেৰিকান পাদুৰি চাহাবে অনেক বচৰৰ পৰা সত্য ধৰম চলাবৰ নিমিত্তে কাৰ্বাৰ কৰিচে। এতিয়া দু বচৰ মান হল, তেঁও এখান সৰু পুথি লিখি, তাতে আগৰ কালৰ গ্ৰিকবিলাকৰ মতত থকা মণ্ডলিৰ ৰখ্যাকৰ প্ৰমান দি, আমাৰ প্ৰভুৰ মাত্ৰি মাৰিয়ামক আদি কৰি সাধুবিলাকক আৰাধনা কৰা অনুচিত, ইয়াকে স্পষ্ট ৰূপে দেখালে। সেই পুথি পৰ্হি তাত থকা গ্ৰিক লোকবিলাকে অতি খঙ্গ হৈ চিৰা নামে এখন সৰু মাজুলিৰ নগৰত সোধ পোচ কৰিবৰ চলে তেঁওক নি বধিবলৈ উপাই কৰিলে। সেই চাই পাই তেঁও সিহঁতৰ কুমন্ত্ৰনা বুজ পাই ৰামলৈ মুঠাকৈ জাহাজেৰে আথিনি নগৰলৈ গল।

## মতোৱাল হোআৰ কথা।

**On Drunkenness.**

পাৰস দেশৰ ৰজা কোৰেসে, সকতে আপোন পিত্রি কেম্বাইসিজৰ ৰাজগ্রিহত আছিল। এদিন কোৰেসে আপোন পিত্রিক লভাপনিয়ালৰ বস খুআবলৈ আপোনাৰ গাত বাৰ ললে। সেই বন কৰা মানুহৰ এনে বিত্তি আছিলে, জে বাদসাহলৈ পাত্র দিয়াৰ আগেএ সি আপুনি তাকে চাকিব পাই।

কোৰেসে এই দৰে স্বাদ নু বুজাকৈ অতি ভাল দৰে বাদসাহলৈ পাত্র দান কৰিলে, বাদসাহে তাক সেই বিত্তি সোঁৰবাই দিলে, আৰু কলে জে তুমি এই বিত্তি পাহৰি থাকিচা হবলা। কোৰেসে কলে জে মই পাহৰা নাই, কিন্তু ইয়াৰ ভিতৰত কিবা বেয়া আছে জেন লাগিচে, কিয়নো আপুনি জেতিয়া বৰ ভোজ পাতিচিলে, তেতিয়া এই দৰে বস্তু খাই আপোনাৰ ফুকন বৰুআবিলাকে কেনে জগৰ কৰিচিল, আৰু আপুনিও ৰজাৰ জোগ্য কাৰ্জ কৰা নাই এই কাৰনে তাক চাকিবলৈ মোৰ ভয় লাগে। প. স.

---

## পৃথিবিৰ পূৰ্বকালিয় ইতিহাসৰ সংখেপ বিৱৰন।

### য়িহুদিবিলাকৰ কথা।

**Brief History, Continued. The Jews.**

মিচৰিয়াবিলাকৰ পাচে জি জাতিৰ বৃিধি হল, সিহঁতে য়িহুদিয়া লোক। সকলো জাতিৰ মাজত ইশ্বৰ বিসই সত্য গিয়ান নষ্ট হলত ইশ্বৰে সিহঁতৰ মাজত আপোনাৰ গিয়ান স্থিৰ কৰি ৰাখিবৰ নিমিত্তে, এক বংসক মনোনিত কৰিলে, জলপ্লাবনৰ চাৰি স বচৰৰ পাচত ইশ্বৰে কাসিদিয়া দেসৰ পৰা আব্ৰাহামক মাতিলে, আৰু তালৈ অঙ্গিকাৰ কৰি কলে, জদি তোমাৰ সন্তানবিলাকে মোৰ আগ্যা মানি আচৰে, তেহে য়িহুদি দেস তোমালাকক দিম। আব্ৰাহামৰ পুত্র য়াকুবৰ বাৰে পুত্র আছিল, আৰু সিহঁতৰ সন্ততিবিলাকৰ পৰা এই জাতি উতপন হল, এই কাৰনে সেই জাতিৰ বাৰে বংস হল। য়াকুৱ আপোন পৰিয়ালকলৈ একালৰ সমৰত মিচৰ দেসলৈ গলত সেই ঠাইতে তাৰ বংসৰ বৰ বৃিধি হল; আৰু সিহঁতে তাত ৰজাৰ পৰা অনেক দুখ পালে। মিচৰ দেসত দু স বচৰলৈকে থাকিবৰ পাচে, ইশ্বৰে সিহঁতক অনেক আচৰ্জ্য কৰমৰ দোআৰাই বাহিৰ কৰি আনি, কিনান দেসত থাপিলে। সেই ঠাইতে সিহঁতে চাৰি স বচৰলৈকে ইশ্বৰে দিয়া অধিপতিবিলাকৰ তল হৈ থাকিল, পাচে ক্রমে ক্রমে সিহঁতে আন দেসিয়াবিলাকৰ নিচিনা আপোনাহঁতলৈ এটা ৰজা পাতিবলৈ ইচা কৰিলে, আৰু চৌল নামেৰে এজনক ৰজা অভিসেক কৰিলে, চৌলৰ পাচে দায়ুদ সিংহাসনত বহিল, আৰু তেঁওৰ কালত ৰাজ্যৰ এনে মহত্ত আৰু ঐশ্বৰ্জ হল, জে তাৰ আগেএ বা পাচে কেতিয়াও তেনে হোআ নাই। দায়ুদৰ পুত্র চলমোনে এটা মন্দিৰ সাজিলে; সি এনে তামৰ আৰু বহু মুল্য বস্তুৰে নিৰ্মান কৰা হৈছিল, জে তাৰ নিচিনা মন্দিৰ পৃথিবিৰ ভিতৰত আৰু হোআ নাই। বেপাৰ বানিজ্যত তাৰ অধিক কাৰ্বাৰ আছিল, তাতেহে তাৰ দেসত ঐশ্বৰ্জৰ ইমান বৃিধি হল। তেঁওৰ মৰনৰ পাচত, তেঁওৰ পুত্র ৰিহোবোআমে সিংহাসনত বহিল, সি এনে অগিয়ানি ৰজা আছিল, সি ৰজা হোআ কালত দেসৰ বাৰে ভাগৰ দহ ভাগ তেঁওক এৰি আনৰ অধিন হল, ৰিহোবোআমৰ ৰাজ্যৰ তিনি স পঞ্চাস বচৰৰ পাচে বাবিলৰ ৰজা নিবুকদনেসৰ সেই দেস আপোনাৰ ৰাজ্যৰ লগত একে লগ কৰিলে, কিন্তু ইয়াৰ এস বচৰৰ আগেএ সেই ৰাজ্যৰ জি দহ ভাগ আনৰ অধিন হৈ আছিল, সিহঁতক আটাইকে আসুৰৰ ৰজাই আপোন দেসলৈ লৈ গল, সেই দেস আফ্‌ঘানস্থানৰ ওচৰতে আছে। এনে মনে ধৰে, জে সিহঁতে তেতিয়াৰে পৰা তাতেই বসতি কৰি আছে। বাবিলৰ ৰজাই য়িহুদি দেস জই কৰিলত, সত্তৰি বচৰৰ পাচত পাৰ্চিৰ ৰজাই বাবিল ৰাজ্য ভাঙ্গি, সেই একে ঠাইতে পাৰ্চিৰ ৰাজ্য থাপিলে, আৰু য়িহুদিবিলাকক আকও সিহঁতৰ নিজ দেসলৈ পঠিয়ালে, সেই ঠাইতে সিহঁতে সেকন্দৰ সাহ অধিকাৰ হোআ মানলৈ, পাৰ্চিৰ অধিন হৈ থা-

কিল। সেকন্দৰ সাহে জেতিয়া পাৰ্চি দেস জই কৰিলে, তেতিয়া য়িহুদি দেসো তাৰ লগত পৰিল, সেকন্দৰ সাহৰ কালৰে পৰা খ্ৰিষ্টৰ দিনলৈকে, য়িহুদিবিলাকে কেতিয়াবা নিজ অধিন, কেতিয়াবা লোকৰ ৰজাৰ অধিন আছিল। খ্ৰিষ্টৰ কেতেক বচৰৰ পাচে ৰোমিয়াবিলাকে সেই দেস নিচইকৈ জই কৰিলে, আৰু আটাই য়িহুদিবিলাকক সেই দেসৰ পৰা খেদিলে; তেতিয়াৰে পৰা সিইঁতে জতে ততে ভিন ভিন হৈ, সকল জাতিৰ মাজত ঠায়ে ঠায়ে আছে, তথাপি সিইঁতে আপোন বেৱহাৰ, আৰু ইস্বৰ সেৱা, আৰু নিজ ভাসা তিয়াগ কৰা নাই।

---

## মাদিয়া ৰাজ্য।

**Kingdom of Media.**

খ্ৰিষ্টৰ জন্মৰ সাত স বচৰৰ পুৰ্বে আৰ্বাসিস্ দোআৰাই এই ৰাজ্য স্থাপিত হল। তাৰ ৰজাবিলাকে ক্ৰমে ক্ৰমে চাৰিও ফালৰ সক সক দেস জই কৰি লৈ আপোনাইঁতৰ ৰাজ্যৰ পৰাক্ৰম আৰু ঐস্বৰ্জ বৰ্হালে; কিন্তু জিমান দিন বাবিলনৰ ৰাজ্য আছিল, তিমান দিনলৈকে সিইঁতে সেই দেসৰ ওপৰত সম্পুৰ্ন ভাৱে সাসন কৰিব নোআৰিলে। মাদিয়াৰ ৰাজ্য স্থাপিবৰ দুই স বচৰ পাচে কোৰেসে জুবৰাজ হল, তেঁওৰ পিত্ৰিএ পাৰ্চি দেসৰ ৰজা আছিল, আৰু তেঁওৰ মাত্ৰিএ মাদিয়া ৰজাৰ জিয়াৰি আছিলে, পাচে তেঁওৰ ককাকে অৰ্থাত মাদিয়াৰ ৰজাই তেঁওক মতাই নি আপোনাৰ সকল সৈন্যৰ ওপৰত অধিকাৰ পাতিলে। কোৰেস জুবৰাজে সেই সেনাবিলাকক লৈ গৈ বাবিলনৰ ৰাজ্য জই কৰি অনেক স্ৰমেৰে ৰাজ নগৰো ললে। সেই নগৰ ইমান বৰ আছিল, সেই কোৰেসে তাক জই কৰাৰ বাত্ৰা তিন দিনৰ পাচে সিমাত্তে থকা মানুহবিলাকে পালে। কোৰেস ৰজাই পাৰ্চি, আৰু মাদিয়া, আৰু বাবিলন, আৰু আন আন ৰাজ্যবিলাক একে লগ কৰি, পৃথিৱিৰ মাজত এটা বৰ ৰাজ্য স্থাপন কৰিলে, তাৰ মাজত এস একুৰি সাতোটা দেস আছিল, সেই অতি ডাঙৰ ৰাজ্যৰ নাম পাৰ্চি হল।

## পাৰ্চিৰ ৰাজ্য।

**Kingdom of Persia.**

কোৰেসৰ পঞ্চাস বচৰৰ পাচে জেৰ্ক্সেস সিংহাসনত বহিল। গ্ৰিক দেস জই কৰিব নোআৰাত তেঁওৰ নাম প্ৰসিধ আছে। গ্ৰিক দেস ইউৰপৰ সিমাত্ত আছে, সি অতি খুদ্ৰ দেস কিন্তু তাৰ মানুহবিলাক বৰ সাহিয়াল। জেৰ্ক্সেস সেই দেস জই কৰিবলৈ মনত থিৰ কৰি, দহ লাখ সেনা গোটাইছিল, এই সেনাবিলাক লৈ, জেতিয়া তেঁও ইউৰপ আৰু আচিয়াৰ মাজত থকা সাগৰৰ তিৰ পালেগৈ, তেতিয়া সেই ঠাইতে এটা দলঙ্গ বাঁন্ধিলে, কিন্তু সাগৰৰ ঢৌউত সাঁকো ভাঙ্গিলত জেৰ্ক্সেসে মহা ক্ৰোধ ভাৱ হৈ, সাগৰক তিনি স বেত মাৰিবলৈ আগ্যা দিলে, আৰু ক্ৰোধৰ আন এক চিন লোৰ সিকলিৰে সাগৰক বান্ধিবৰ কাৰনে তাৰ ওপৰত পেলাই দিলে। জেৰ্ক্সেস গ্ৰিক দেসলৈ গলত তিনি স মান্য গ্ৰিক দেসিয়া মানুহে, লোকৰ অধিন হোআতকৈ মৰনক ভাল আৰু ডাঙৰ মানি, সিইঁতৰ আহিৰ লগা পৰ্বতৰ ঠেক বাটত মৰনলৈকে জুধ কৰিলে। জেতিয়া এজনে সেই তিনি স প্ৰসংসনিয়া গ্ৰিক সেনাপতিক বতৰা দি কলে, জে পাৰ্চিৰ ৰজাৰ কাঁড়েৰে সূৰ্জ মণ্ডল ঢাকিব, তেতিয়া তেঁও কলে, তেনেকুৱা হলে ভাল হব, আমি চাঁতে থাকি ৰন কৰিম। জেৰ্ক্সেসৰ লাখ সেনা, আৰু অসংখ্য জাহাজ গ্ৰিকইঁতৰ, দোআৰাই ইমান মৰা গল, জে অকল তেঁওহে সেই দেসৰ পৰা পলাই সাৰিল, আৰু আপুনি নিৰ্মান কৰা সাঁকো ঢৌৰ দোআৰাই পুনৰ্বাৰ ভাগিল দেখি, এখন ঘাটৰ নাৱেৰে পাৰ হৈ সন্তোস হল। পাচে এস পঞ্চাস বচৰলৈকে সেকন্দৰ সাহে অধিকাৰ হোআ পৰ্জন্তে গ্ৰিকইঁতৰ আৰু পাৰ্চিইঁতৰ মাজত জুধ আছিল, পাচে সেকন্দৰ সাহে অতি অলপ সেনাৰে সেই বৰ গ্ৰিক ৰাজ্য জই কৰিলে। ম.





The Whale.

## তিমি মাচৰ বিবৰন।

সৃজন কৰা সকলো জন্তুৰ মাজত তিমি নামে যে সাগৰত থকা মাচ অতি ডাঙ্গৰ। সেই মাচৰ মাজত প্ৰাই পঞ্চাস হাত দিঘল, কোনো এবিধ ৭৫ হাত দিঘল হব। তাৰ মূৰটো, সৰিলৰ তিনি ভাগৰ এভাগ হব আৰু ক্যান্দ গচ ৬ হাত দিঘল, পাখিবোৰ ১৬ হাত বহল। তাক জুখিলে ডাঙ্গৰ ২০০ দুস মঁহৰ মান গধুৰ হই; ইমান ডাঙ্গৰ জন্তু হলেও তেও তাৰ চকু নিচই সৰু, গৰুৰ চকু নিচিনা। মাইকি মাচৰ ন দহ মাহ গৰ্ভ হৈ আন মাচৰ নিচিনাকৈ কনি নে পাৰে, কিন্তু জন্তুৰ নিচিনা এটা পোআলি জগাই। সেই পোআলিএ মাকৰ পিয়াহ খাই জিএ। আৰু সাগৰত এজাত কলা পোক আচে সেই পোকবোৰ তিমি মাচে খাই।

এই ভয়ঙ্কৰ মাচটোৰ সত্ৰু সাগৰত অনেক আচে। প্ৰথমতে, ওকনিৰ নিচিনা এনে এক জাত সৰু পোকে সেই মাচৰ গাতে সোমাই তেল খাই থাকে। দুতিৰ সত্ৰু, তৰোআল নামেৰে কঁকিলা মাচৰ নিচিনা, সেই মাচে সদাই তিমিৰ পাচে পাচে জুধ কৰিবলৈ খেদি খেদি জাই; তাকে দেখি তিমিএ ভয়ত কঁপি পানিৰ পৰা তেও মাৰি দুৰৈ হৈ আন ফাললৈ পলাই জাই। আৰু নেজৰ বাহিৰে তাৰ প্ৰান ৰাখিবলৈ একো উপাই নে পাই, কেবল নেজৰ দোআৰাইহে সত্ৰুক খেদে, আৰু জেতিয়া সি কান্দেৰে এবেলি কঁকিলাক চাটি মাৰে, তাতে তাৰ সংহাৰ হই। তথাপি কঁকিলাই তাৰ চাটিত একোকে নে মানে। কিন্তু লাফ মাৰি তিমিৰ ওপৰত পৰি চোকা দাঁৰেৰে কামুৰি ঘা লগাই। তেতিয়াই তিমিৰ গাত তেজ ওলাই সাগৰৰ পানি তেজেৰে ৰঙা হৈ জাই, আৰু তিমিএ তাৰ সত্ৰুক মাৰিবলৈ জেনেকৈহে কান্দেৰে আফাল মাৰে সেই আফালৰ সবদেই বৰ টোপতকৈও বৰ হই।

কিন্তু এই বৰ জন্তুৰ সকলো সত্ৰুতকৈ মানুহে তাৰ প্ৰধান সত্ৰু। মানুহে তিমিক এবচৰত জিমান সংহাৰ কৰিব পাৰে, আন আটাই সত্ৰুএ জিবনৰ পৰা মৰনলৈকে ইমান মাৰিব নোআৰে।

তিমি মাচক উত্তৰ আৰু দখিন কেন্দ্ৰৰ ওচৰত

সৰহকৈ পোৱা জাই, আৰু সিইঁতক ধৰাৰ ভয়ত সাগৰৰ দাঁতিলৈ আহে, তাতে সৰহকৈ সাগৰৰ দাঁতিত মৰা জাই। কিন্তু সেই মাচক মাৰিবলৈ ডেন্মার্ক, হলণ্ড, ইংলণ্ড, আৰু আমেৰিকাৰ পৰা বহু জাহাজ বচৰি বচৰি গৈ মাৰে দেখি এতিয়া তিমিবোৰ কম্‌তি হল; কিন্তু জিবোৰ আছে সেইবোৰ বৰ গম্ভিৰ পানিতহে থাকে।

এই তিমিক ধৰা কথা বৰ আচৰিত, আৰু তাক ধৰাৰ নিবন্ধ এই: সেই মাচক ধৰিবৰ কাৰন জাহাজ খনেপতি ৬ খন ৬ খন নাও, আৰু নাৱেপতি চটা চটা নাওবৈচা, আৰু হাতত উভোতা কোললৈ এটা এটা মানুহ থাকে। তাতে অতিসই জাৰ দেখি পানিবোৰ কোনো কোনো ঠাইত গোট খাই টান হই আৰু হিম পৰি একোটা পর্বতৰ নিচিনা হৈ থাকে। পাচে মাচ মৰিয়া জাহাজৰ পৰা দুখন নাও কিছুমানৰ দুৰৈত সেই টান হোৱা পানিৰ ওচৰত লেজুৰে নাও ৰখাই, তিমিক দেখা পাবলৈ চাই থাকে, আৰু সেই নাও দুখনৰ সলনি চাৰি ঘৰিৰ অন্তৰত হই। পাচে জেতিয়া তিমিক দেখে, তেতিয়া সেই নাও দুখনে পাচে পাচে খেদে, আৰু তিমি জেতিয়া অতিসই তললৈ জাব খোজে, তেতিয়া তাৰ ফান্দ গচ নিচইকৈ ওপৰলৈ থিয় কৰে, সেই প্ৰমানেৰে মানুহবোৰে জানে জে সি বেগতে নোলাই, এঘণ্টা বা দুঘণ্টা মানৰ পাচতহে ওলাব। সেই ৰূপে তললৈ নৌ জাঁওতেই জদি কোনো নাৱে ওচৰতে দেখা পাই, তেতিয়া কোল লোৱা মানুহটে খোঁচ মাৰি দিএ, আৰু সেই কোল তিমিৰ গাত লাগিলেই জাহাজৰ মানুহক জনাবলৈ এডাল ডাঁৰ নাৱত থিয়কৈ পুতি দিএ, তাতে জাহাজ ৰখিয়াই আন আন নাওবোৰক সিইঁতৰ সহাই হবলৈ বেগাই পঠিয়াই দিএ।

জেতিয়া তিমিএ আপোনাৰ গাত দুখ পাই তেতিয়া বৰ বেগে লৰ মাৰে আৰু জি জৰি সেই কোলত লগাই বান্ধি থই, সেই গচ জৰি দুস বেঁও দিঘল, মাচে জলৈকে জাই তলৈকে জাব পৰাকৈ জৰি গচ নাৱত মেৰাই মেৰাই থই প্ৰথমে তিমিএ এই ৰূপে বেগাই জাঁওতে, নাৱত ঘহনি লাগি জৰিত জুই উঠিব বুলি ভই কৰি, জৰিত পানি দি থাকে। কিন্তু জেতিয়া মাচৰ সক্তি হিন হই, তেতিয়া নাৱৰিয়াই আৰু জৰি নে মেলাকৈ সেই জৰিৰেই মাচক উলিয়াবলৈ কার্বাৰ কৰে, তথাপি জদি দু স বেঁও জৰিএও নাটে তেন্তে আন নাৱৰ পৰা জৰি আনি, সেই জৰিৰ লগত জোৰা দিয়ে; কোনো কোনো বেলিত চই খন নাৱৰ জৰিৰেহে আঁটে, কিন্তু সদাই তিনি নাৱৰ জৰিএই জোৰে। সেই মাচটো পানিৰ তলত বহু বেলি থাকিব নোৱাৰে, কিন্তু উসাস লবলৈ পানিৰ ওপৰলৈ উঠি আহে, আৰু নি জিবাই মানে পানিৰ ওপৰতেই থাকে, তেতিয়া আন নাও আহি তাৰ ওপৰত পুনৰাই কোল মাৰে; তেতিয়া সি আৰুও তললৈ জাই, কিন্তু আগতকৈ অলপ খিৰে জাই, আৰু সি দুতিয় বাৰ পানিৰ ওপৰলৈ উঠিলে তললৈ জাবলৈ অসক্তি হই, তেতিয়া নাৱৰিয়াবিলাকে দিঘল জাঠিৰে খুঁচি মাৰে। জেতিয়া মাচৰ মুখৰ পৰা পানি আৰু তেজ ওলাই, তেতিয়া সি মৰিব বুলি জানে।

তিমি মাচ মৰিলে তাক জাহাজৰ লগত বৰ সৰুত জৰিৰে বান্ধি কাটে, আৰু লুটিয়াই কাটিবলৈ তাৰ মুৰত এগচ, ফান্দত এগচ, জৰি দি বান্ধে, আৰু তাৰ পিঠিৰ পৰা নি পিচলাকৈ মানুহে ভৰিত লোৰ কাঁইট পিন্ধি তাৰ ওপৰত উঠি কাটে; তিনি হাত বহল আঠ হাত দিঘলকৈ তাৰ তেল মঙহ কাটি কাটি জাহাজৰ ওপৰত তোলে, আৰু তেল উলিওৱা হলে, পাচে তাৰ মুখৰ হাৰ কুঠাৰেৰেহে কাটি উলিয়াই।

আন মানুহে তিমিৰ মঙহ নে খাই, কিন্তু উত্তৰ কেন্দ্ৰত থকা বন মানুহবোৰে বৰ ভাল পাই, তাৰ তেল বৰ সোৱাদ বুলি খাই। সিইঁতে জতে জতে এনে মৰা মাচ পাই, ততে সৰা তিৰোতা আটায়ে বাস কৰি খাই থাকে; দুচুকাই মানে তাৰ পৰা নে জাই।

১৮০২ সকত কাপ্তান লাইঅক্ষ সাহাবে তিমি বিচাৰোঁতে জাহাজৰ ওচৰতে এটা দেখা পাই চাৰি খন নাও পঠালে, দুখন নাও তাৰ ওচৰলৈ গৈ দুয়ো নাৱৰ পৰা একে বেলিএই উভোতা কোল মাৰিলে। তিমিএ বেঁও চেৰেক মান তল হৈ আন

এখন নাৰৰ কাষে হৈ উঠোঁতে তাৰ মূৰ নাৰৰ তলত লাগি মানুহে সৈতে নাও খন দহ হাত মানৰ ওপৰলৈ দলি মাৰি লুটি খুআই পেলালে, আৰু মানুহ বোৰ আন নাৰত ধৰি ৰখ্যা পৰিল, কিন্তু এজন মানুহৰ ভৰিত জৰি মেৰ খাই নাৰে সৈতে তললৈ গল, পাচত সেই মাচটোও মৰিল। সেই দলি মাৰি পেলোআ নাও, আৰু তিমি মাচৰ নক্চা ওপৰত দিয়া হৈছে।

১৮২০ সঁকত এচেক্স্ নামে এখন জাহাজ আমেৰিকা মিল দেসৰ নান্টাকেট নামে গাঁৰৰ পৰা তিমি বিচাৰিবলৈ পাচিফিক সাগৰলৈ গৈছিল। এদিন সেই জাহাজৰ মানুহবোৰে এটা তিমি পোআলি মাৰিলত মাকে বেজাৰ পাই জাহাজৰ পৰা অলপ দূৰে হৈ অতি বেগেৰে উভতি আহি জাহাজত খুন্দা মাৰিলে, তাতে জাহাজ খনে বৰ দুখ পাই কাঠ চলাচেৰেক ভাগিল, পাচে তিমিএ আৰুও এক মাইল মান দূৰ হৈ আগতকৈও অতি বেগে আহি পুনৰাই খুন্দা মাৰি জাহাজ খন ভাজিলে। তেতিখনে মানুহবিলাকে সৰু নাওবোৰত উঠি ৰখ্যা পালে। কিন্তু জাহাজ খন তল গল, আৰু সেই বৰ মাচটোক দেখা নে পালে, সেই মানুহবোৰে দিন চেৰেকলৈ ভূমি নো পোআত আহাৰ কৰিবলৈ নে পাই বৰ দুখ পাইছিল, কিন্তু সেই বাটে দি আন এখন জাহাজ জাওঁতে সিহঁতক দেখি তুলি নিলে।

এক তিমি মাচৰ পৰা ১২০ চকুৰি মোন মান তেল পোআ জাই। কোনো বিধৰ মূৰৰ পৰাই ২৫ মোনকৈ পাই। আৰু তাৰ মূৰৰ পৰা এক জাতৰ হাৰ ওলাই, সেই হাৰৰ অনেক কাম হই, আৰু তাৰ দৰো সৰহ। জাহাজবোৰে তিমি বিচাৰোতে তিনি বচৰ মানলৈ খোআ পিয়া বস সকলো জাহাজত ভৰাই নিয়ে; আৰু দুই তিনি বচৰ জান সাগৰত তিমি বিচাৰি ফুৰি থাকে। কেতবোৰ জাহাজে ১০০০০০ এক লাখ কপচ্কৈও অধিক কপৰ তেল আৰু হাৰ পাই; কিন্তু কেতিয়াবা একো নো পোআকৈ দুবচৰ মানৰ মূৰত উভতি জাই। আৰু কোনো বচৰত জাহাজ ভাগি নষ্ট হই। ১৮৩০ সঁকত ৮৭ জাহাজৰ মাজৰ ১৭ খন ভাগিল, আৰু ২৪ খনে তিমি নো পোআকৈ উভতি আহিল। ১৮১৪ সঁকৰ পৰা চাৰি বচৰৰ ভিতৰত ইংলণ্ড, আৰু স্কট্লণ্ডৰ পৰা ৪৮৬ চাৰি স চয়ালি খন জাহাজ তিমি ধৰিবলৈ গৈছিল। এতিয়া সৰহ জাহাজ ভাগিল, আৰু তিমি পাবলৈকো টান দেখি আগৰ দৰে অধিক জাহাজ নে জাই। আমেৰিকা মিল দেসৰ পৰা ইংলণ্ডতকৈও সেই কামৰ নিমিত্তে অধিক জাহাজ বচৰি বচৰি পঠাই দিএ।

তলত জি সব নক্চা দেখা জাই, তিমিৰ ওপৰত উঠি দুজন মানুহে কুঠাৰেৰে তেল মঙহ কাটি আছে, তাৰ কোসত এক নাও আৰু নাৰৰ ভিতৰত এক মানুহ আছে; সোঁ হাতৰ কাষে দুই পিপা থিয়কৈ থৈছে; পিচ ফালে জি বগা দেখা জাই সেয়ে গোট খোআ টান পানি আৰু হিম। §



সকল জন্তুৰ মাজত তিমি অতি ভয়ঙ্কৰ,
সাগৰ মধ্যে থাকে সিটো দেখি লাগে ভৰ;
তথাপিও তাৰ ওপৰত মানুহ অধিকাৰ,
সেই কাৰনে মাৰি তাৰ লই তেল হাৰ;
বহু লোকে জাহাজেৰে ফুৰি থাকি সদাই,
অতি দুখে মাৰি তাক বৰ লাভ পাই।

---

এই অৰুনোদই পত্ৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মূৰত দিলে ১॥ চ মহা।

**THE ORUNODOI,**

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোঙা। মো° সিৱসাগৰ, ডিচেম্বৰ ১৮৪৬ খ্ৰিষ্ট অ° সঁক। নম্বৰ ১২।

VOL. I. SIBSAGOR, ASAM, DECEMBER, 1846. NO. 12.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

গ্ৰেট ব্ৰিটন নামেৰে জি লোহাৰ বৰ জাহাজৰ কথা জানোআৰি মাহৰ অৰুনোদইত লিখা আচে, সেই জাহাজ নুয়ৰ্ক নগৰলৈ জাবলৈ ২২ চেপ্তেম্বৰ তাৰিখত লিবৰপুল নগৰ এৰি, সেই দিনৰ ৰাতি ই°লণ্ড আৰু আয়ৰলণ্ডৰ মাজত থকা সাগৰত জাঁওতে কাপ্তান সাহাবে ভালকৈ বাট নি চিনাত জাহাজ বালিত লাগি ৰল। তাতে তাৰৰ এন্ধাৰ ৰতাহ হোআত জাহাজ ভাগি তল জাব বুলি, জাহাজৰ মানুহ আৰু তাৰ ১৮০ জাত্ৰি লোকবিলাক ভই আৰু প্ৰান সঙ্কটত থাকি সেই ৰাতি কাল নিয়ালে। পাচে ৰাতি পুআ সিহঁতে চাই, জাহাজৰ দুই ফালে বৰ সিল থকা দেখিলে; সেই সিলৰ ওপৰত জাহাজ পৰা হলে, নিচয়ে ভাগি সকলো মানুহ মৰিলহেঁতেন, কিন্তু বালিত লগা হেতুকে মানুহ ৰখ্যা পৰি, ক্ৰমে সৰু নাৱেৰে গৈ বামলৈ উঠিল; জাহাজ একআৰ নোঅৰাত নষ্ট হল।

নাপলিয়ন ৰজাক পৰাজই কৰা ডিউক অফ ওএলিংতন নামেৰে জি লৰ্ড সাহাব, তেঁওৰ বৰ মূৰ্ত্তি সাজি তাক লণ্ডন নগৰৰ এখান পকি দুআৰৰ ওপৰত ৩০ চেপ্তেম্বৰ তাৰিখে তুলি থলে। ডিউক অফ ওএলিংতন সাহাবে জি পিতলৰ বৰ টোপ সত্ৰুৰ পৰা কাৰ্হি আনিলে, সেই টোপ জুই দি পাগি পিতলৰ মূৰ্ত্তি সাজিলে। ঘোঁৰাত উঠা মানুহৰ ৰূপে সেই মূৰ্ত্তি আচে; মানুহ ঘোঁৰা দুইবো ওখ ১৮ হাত, ঘোঁৰা দিঘলে ১৭॥ হাত। জি দুআৰত থলে সেই দুআৰ ৫৩ হাত ওখ; বৰ জন্ত্ৰ উপাই কৰি তুলি থলে। ওআয়াত নামে এজন খনিকৰে পুতেকে সৈতে তিনি বচৰৰ ভিতৰত সাজিলে। পিতল ওজন ন ধৰাকৈ তাৰ খৰচ হল ১,০০,০০০ এক লাখ টকা। ১০০০ এহেজাৰ মোনতকৈ অধিক পিতলেৰে সাজিলে।

চেৰ ড্যাৰ্লচ মেত্কাফ নামেৰে জি জন লৰ্ড সাহাব ১৮৩৪ সঁকৰ পৰা ১৮৩৭ সঁকলৈকে গৱৰনৰ জেনৰল হৈ এই দেসত সমাচাৰ পত্ৰবিলাক ৰাধা নো হোআকৈ চলাবলৈ কানন কৰিলে, তেঁও ৫ চেপ্তেম্বৰত মিত্যু হল।

২৫ চেপ্তেম্বৰ ৰাতি লৰ্ড ডফলিন নামে এখান বৰ জাহাজ ই°লণ্ড আৰু আয়ৰলণ্ডৰ মাজত থকা সাগৰত জাঁওতে সৰু জাহাজ পাই নে দেখি তাৰ ওপৰে গৈ ভাঙ্গি নষ্ট কৰিলে; সৰু জাহাজৰ মানুহ তিনটা মাথোন জিয়াই সাৰিলে; অন্য আটাইবোৰ মৰিল।

ই°লণ্ড দেসৰ মাটিত বহু গাঁত দকৈ খনাত লো, তাম আদি অনেক বস্তু ওলাই; এবচৰত ওলোআ বস্তুৰ দাম তলত লিখা আচে।

| | |
|---|---|
| নাগ মাটি | ৯,১০,০০,০০০ টকা |
| লোহা | ৮,৬০,০০,০০০ |
| তাম | ১,২০,০০,০০০ |
| ৰূপ | ৩৫,০০০ |
| সিহ | ৯২,০০,০০০ |
| লোন | ৪০,০০,০০০ |
| ৰাঙ্গ | ৩৯,০০,০০০ |
| অন্য অন্য দ্ৰুব্য | ১১,৫০,০০০ |
| মুঠে | ২০,৫২,৮৫,০০০ |

১০ অক্টোবৰ তাৰিখত ইস্পানিয়া দেসৰ ইচাবেলা মহা ৰানিৰ জনম দিন, ১৬ বচৰ হৈছিল; সেই দিনত দন ফ্রাঞ্চিস্কো নামে ইস্পানিয়াৰ বৰ লোক এজনে সৈতে বিয়া হল। দনা মাৰিয়া লুই-চা নামে মহা ৰানিৰ ভনিএককো সেই দিনাই ডিউক মঁপঁচিএ নামে ফ্রাঞ্চি ৰজাৰ পুত্তেকে বিয়া কৰিলে। পাচে ১৬ তাৰিখত বৰ ঘৰত তামচা চাবলৈ গৰুএ সৈতে মানুহ মাল জুধ কৰি গৰু ১১ টা আৰু ঘোঁৰা চাৰেক মৰিল। বৰ ঘৰত চাই থকা মানুহ ৩০,০০০ ত্রিচ হেজাৰ আচিল। ইস্পানিয়া মানুহ নির্দয়া হৈ এনে জুধ চাবলৈ বৰ ভাল পাই।

চেপ্তেম্বৰ মাহত ইস্পানিয়া দেসৰ চান্তান্দৰ নগৰত এমথা মানুহৰ মাজত বজ্র পাত পৰাত ৮ জন মৰিল, অন্য ১২ জনো এধা মৰা হৈছিল। ঠায়ে ঠায়ে সিলা বৃষ্টিৰ দোআৰাই বহু মেৰ চাগ মৰিল।

মান্দ্ৰাজৰ ওচৰত আটাই দেস বাৰিখাত জল হৈ ৬০০০। ৭০০০ চই সাত হেজাৰ ঘৰ পানিএ ভাঙ্গি নিলে।

ফ্রাঞ্চ দেসৰ লৱৰ নামে এখন নদিৰ পানি বাঢ়ি নগৰ গাঁও বুৰাই, ঘৰ বাৰি দলঙ্গ আদি সকলোকে ভাঙ্গি নি নষ্ট কৰিলে। সেই বৰ ঢলত বহু মানুহ মৰিল। ১৯ অক্টোবৰত একে দিনাই লৱৰ নদিৰ ১১ হাত পানি বাঢ়িল।

চুইচ দেসৰ জেনেৱা নগৰত অধিকাৰ সকলৰ বিৰোধে মানুহবিলাকে দ্রোহ কৰি ৰন পাতিলে, তাতে ১০ মানুহ জুধত মৰিল, ২০ জন খুন হল।

নুহলণ্ড উপদিপৰ অস্ট্রেলিয়া দেসত বহু মুল্যৰ এডাল সোনৰ সলি মাটিতে পালে। তললৈ কিমান দিঘল, কব নোআৰে, কিন্তু খানিলে বহু সোন ওলাব, ইয়াকে বুজে।

জর্মানি দেসৰ স্যান্‌বিন নামে এক গিয়ানি লোকে এটা বৰ বুধি নতুনকৈ উলিয়ালে। নাইট্রিকেচিদ নামে এবিধ টেঙ্গা পানিত কপাহ তিয়াই, পাচে পানিত ধুই ভালকৈ সুকালে, হিলৈৰ খাৰৰ নিচিনা তাৰ গুন হই। হিলৈত ভৰাই মাৰিলে খাঁৰতকৈও তাৰ সক্তি বর্হা বুলি কৈচে। কিন্তু তাৰ ধুঁআ গন্ধকৰ গন্ধ একো নাই।

জর্মানি দেসৰ লিপ্‌চিক নগৰত ২৯ আগষ্টত গন্ধক তার্পিনতেল আদি অনেক বস্তু থকা মাটিৰ এক ভঁৰালত জুই লাগি বাতি বাহিঁ বাহিঁ ঘৰ পোৰাত ৬।৭ চই সাত জন মানুহ মৰিল, আৰু ২০ কুৰি মান মানুহ এধা মৰা হোআত হস্পিটালৈ নিলে।

আয়র্লণ্ড দেসৰ দুর্ভিখ্যৰ কাৰনে আমেৰিকাৰ পৰা অনেক জাহাজ গোম ধানকে আদি কৰি সকলো খোআ বস্তু আনি বেচিচেগৈ। ২৭ অক্টোবৰত হেনৰি ক্লেই নামে এখান জাহাজে ৫৪,০০০ হেজাৰ মোনৰ বোজা আনিলে।

আমেৰিকাৰ মিল দেসে সৈতে মেক্‌চিকো দেসৰ লোকে ৰন কৰা হেতুকে কমোদোৰৰ চলোট নামে আমেৰিকাৰ এক জাহাজৰ সেনাপতিএ ৭ জুলাইত কালিফর্নিয়া নামে মেক্‌চিকো দেসৰ এডোখৰ লৈ দখল কৰিলে।

১৫ আগষ্টত মিল দেসৰ এখান ৰনুআ জাহাজ মেক্‌চিকো দেসৰ দাঁতিএ গৈ ৰতাহে নিয়াত ঠেকত পৰি সিলত লাগি ভাগিল। জাহাজৰ ২১ সেনাই সক নাৱত গৈ এখান আমেৰিকাৰ জাহাজৰ লগ লৈ ৰখ্যা পালে; আন সেনাবিলাক মেক্‌চিকো লোকৰ হাতত পৰিল।

চান্তিয়ানা নামে মেক্‌চিকোৰ জি দেসাধিপতি দেসান্তৰ কৰি আচিল, তেঁওক আকও মাতি আনিলত ১৬ আগষ্টত বেৰাক্রুজ নগৰ পাই পুনৰ দেসাধিকাৰ বাৰ লবলৈ থিৰ হল।

২০ চেপ্তেম্বৰ তাৰিখত আমেৰিকান সেনাপতি জেনৰল টেইলৰ সাহাবে ৬০০০ সেনা লৈ মেক্‌চিকো দেসৰ মন্তেৰি নগৰ বেৰি তাৰ কোঁঠত থকা ৮। ১০ হেজাৰ সেনাই সৈতে তিন দিন প্রধান জুধ কৰি কোঁঠ নগৰ ললে। আমেৰিকাৰ মানুহ ৩০০ মৰিল, ২০০ খুন হল।

নুজিলণ্ড উপদিপৰ আদি বাসি ২০০ দু শ মানুহে ইংৰাজিএ সৈতে ৰন পাতি ৬ টা মানুহক মাৰিলে; জিকিব নোঅৰাত হুহকি গল।

সেই মাহৰ ১০ আৰু ৩০ তাৰিখত টাহিটিৰ আদি বাসি মানুহে ফ্রাঞ্চি সেনাই সৈতে জুধ কৰিলে, তাতে ফ্রাঞ্চি ৮ জন মৰিল; আৰু ২৭ জন খুন হোআ আচিল।



কাফ্ৰি মুনিহ।



কাফ্ৰি তিৰোতা।

গুড হোপ নামে আফ্ৰিকাৰ দখিন মুৰত জি ইংৰাজি মানুহ থাকে, সিবিলাকে নৈতে আদি বাসি কাফ্ৰি লোকে বাৰে বাৰে বন বিগ্ৰহ কৰি, ঠায়ে ঠায়ে অনেক মানুহক বধ কৰিলে। ৫ জুলাইত কাফ্ৰি লোক এমথা আহি ১০০ গৰু চুৰ কৰি নিলে; গৰাকিবোৰে খেদি গৈ সিইতক পাই জুধ কৰি গৰু পালে; কিন্তু দুই ফালৰ কেতুবোৰ মানুহ জুধত মৰিল। জুলাই মাহৰ সেস পথত ইংৰাজি সেনাই কাফ্ৰিৰ গাঁৱলৈ গৈ জুধ কৰি ৪০ জন মানুহক মাৰিলে, আৰু পৰ্বততো কাফ্ৰি মানুহ এস ডেৰ স মান বনত মৰিল। কাফ্ৰি লোকৰ নকূচা ওপৰত লিখিচোঁ।

ইতালি দেসৰ বিচুবিয়চ পৰ্বত ফাঁটি তপত জোল ওলাই আচে; আৰু তাৰ চাৰিও ফালে ইতালি দেসত অনেক ভুঁইকঁপ হৈ গৈচে। পিচা নগৰত ১৪ আগষ্টত বৰ ভুঁইকঁপ হৈচিল। ইতালিৰ অন্য অনা নগৰতো ভুঁইকঁপ হৈ কেত-বোৰ গাঁৱৰ ঘৰ আদি সকলোকে ভাঙ্গি পে-লাই নষ্ট কৰিলে। তুস্কানি প্ৰদেসত ২৭ গাঁৱৰ লোক নিৰুপাই হল; ৮০০০ মানুহ ঘৰ নাই কিয়া হৈ মাগি খুজি খাই আচে। ঘৰ ভঙ্গাত ৭০ জন মৰিল; ৫০০ পাঁচ স মান এধা মৰা হৈ আচিল। ঠায়ে ঠায়ে মাটি বৰকৈ ফাট ললে; এঠাইত গৰু গোটা চাৰেক সোমাই গল।

অক্তোবৰ ২৫ তাৰিখত ৰাতি ৮ বজাত মগ দেসৰ কাওক ফিউ নগৰৰ ওচৰত এক পৰ্বত ফা-টি জুই আৰু তপত বস্তু ঘনে ঘনে ওলাই অতি ওখকৈ উঠি পৰিচিল। সেই জলি থকা জুই ওলাঁওতে মানুহে কিতাপ পৰ্হিব পৰাকৈ বৰ পহৰ হৈ আচিল; এথন্তেক মান পহৰ থাকি, আকও এন্ধাৰ হই; এই ৰূপে এডাঁৰ মান বেলি ওলাই, পাচে ক্ৰমে গুচিল।

জুন মাহৰ প্ৰথম দিনা চিচিলিয়া নামেৰে এখান ফ্ৰাঞ্চি জাহাজত বজ্ৰ পাত পৰি ৪ জন মানুহক মাৰিলে; জাহাজকো প্ৰাই নষ্ট কৰাত বুৰিব লগা হৈচিল, তথাপি তল ন গল।

আমেৰিকা দেসৰ ওদ্ফৰ্দ গাঁৱত বুওন সা-হাব নামে এজন লোকে বোজাই দিয়া এখান ৰথেৰে কোনো নদিৰ ওপৰে জাঁওতে একালে দলঙ্গ ভাগি মানুহৰ ওপৰত ৰথ লুটি খাই ১১ হাত ওখৰ পৰা পানিত পৰি তল গল। তথা-পি কোনো ৰূপে পানিৰ পৰা ওলাই সাহাৰ ৰখ্যা পৰিল, ইশ্বৰৰ এনে অনুগ্ৰহ। পাচে ঘোঁৰা-বোৰো জিয়াই পালে।

## ধৰমৰ কথা বাত্ৰা।

**Religious Intelligence.**

নবেম্বৰ আৰু ডিচেম্বৰ মাহৰ ভিতৰত গুআহাটিত ৭ টা, নগাঁৱত ১১ টা মানুহ খ্ৰিষ্টৰ সিস্য হৈ বুৰ পাই মণ্ডলিত সোমাল।

বৰিসাল নগৰৰ ওচৰ গাঁওবিলাকত বাবেৰো নামে এজন পাদুৰি চাহাবে সুভ বাত্ৰা কিৰ্ত্তন কৰি ফুৰোতে অনেক বঙ্গালি মানুহে কথা সুনি বিস্বাস কৰি খ্ৰিষ্টিয়ান মণ্ডলিত সোমাবলৈ ইচা কৰিলে। অক্তোবৰৰ প্ৰথম দিনা ৩০ জন সিস্যৰ কথা সুনি গ্ৰাজ্য কৰিবলৈ নিচই কৰিচে, পাচে চ দিনৰ ভিতৰত অন্য অন্য লোক আহি বুৰ পোআ হবলৈ নিবেদন কৰি অক্তোবৰৰ ৮ তাৰিখ বিস্ৰাম দিনা ১১৫ টা মানুহ বুৰ পাই মণ্ডলিত গ্ৰাজ্য কৰা হল।

পৰ্ত্তুগাল ৰাজ্যৰ অঁধিন হোআ এটি সুন্দৰ মাজুলি আট্‌লান্তিক সাগৰৰ মাজত আছে, তাৰ নাম মাদিৰা। তাতে বায়ু অতি চিকন, আৰু পৰ্ব্বতকে আদি কৰি সকলো ঠাই সুন্দৰ, খেতি কৰা এবিধ ভাল লতা পনিৱাল, তাৰ ৰস অতি সোআদ, সকলো মানুহে কিনি খাই। সেই দেসৰ মানুহবিলাক ৰোমান কাথলিক, অৰ্থাত ৰোমিয়া ধৰমত আচৰা লোক। সেই ঠাইত বেপাৰ কৰিবলৈ বা সৰিল স্বস্ত হবৰ নিমিত্তে অনেক ইংৰাজি আৰু স্কটলণ্ডিয়া মানুহ গৈ তাতে নিবাস কৰে। সিইঁতৰ ডক্তৰ কালি নামে এজন চাহাব আছে; তেঁও খ্ৰিষ্টত বিস্বাসি হোআত লোকৰ পৰিত্ৰানৰ নিমিত্তে ইংৰাজি আৰু পৰ্ত্তুগ ভাসাৰ কথোপকথনেৰে সুভ বাত্ৰা প্ৰচাৰ কৰি থাকে। তাতে আগেএ এবেলি তেঁওক আৰু তেঁওৰ কথা সুনোঁতাবিলাকক বিৰোধ কৰি অনেক দুখ দিলে; তথাপি তেঁও খ্ৰিষ্টৰ কথা কৈ কৈ আছিল। জোআ আগষ্ট মাহত তাতে থকা মানুহবিলাকে তেঁওৰ প্ৰান মাৰিবলৈ উদ্যোগ কৰিলত কালি সাহাবে কোনো ইংৰাজি জাহাজত পলাই ৰখ্যা পালে; কিন্তু তেঁওৰ ঘৰৰ সকলো বস্তু থকেৰে মতলিয়া হৈ সিইঁতে লুট কৰিলে; আৰু তেঁওৰ জি জি পুথি আছিল আটাইবোৰ জুইত পুৰিলে। জিবিলাকে এনে অধৰম কৰিলে, সিইঁতৰ মাজত কোনো মান্য লোক আৰু ৰোমিয়া ধৰমৰ অধিকাৰ জন চাৰেক প্ৰধান আছিল। ॥

## গ্ৰিক দেসৰ কথা।

**Brief History. Greece.**

গ্ৰিক দেসৰ মাজত অনেক সৰু সৰু ৰাজ্য আছিল; তাৰে ভিতৰত কেতিয়াবা এটা, আৰু অন্য কালত আন এটা বলৱন্ত হৈছিল। মিচৰ দেসৰ পৰা আহি, মানুহবিলাকে সেই ঠাইতে প্ৰথমে বসতি কৰিলে, কিন্তু সিইঁতৰ আগৰ কালৰ বুৰঞ্জি অন্ধকাৰমই হৈ আছে। বোধ হই জে খ্ৰিষ্টৰ জনমৰ পুৰ্ব্বে অঠৰ স বছৰ ইনাকচ নামেৰে এজন আহি প্ৰথমতে সেই দেসত ৰাজ্য থাপন কৰিলে। চ স বছৰৰ পাচে হৰকুলি নামেৰে এজন মহাবিৰ দুষ্টক দমন আৰু হিংসক পহুবিলাকক বধ কৰি, আপোন দেস সান্তি কৰাতে বৰ জসস্যা পালে। সতৰি বছৰৰ পাচে গ্ৰিক দেসৰ অনেক অনেক ৰজাবিলাকে ত্ৰোআ নগৰ নাস কৰিবলৈ আলচিলে। এতিয়া কনস্তান্তিনোপল নগৰ জি ঠাইতে আছে, তাৰ পৰা অলপ দুৰৈতে ত্ৰোআ নগৰ আছিল। গ্ৰিকইঁতে সেই নগৰ দহ বছৰলৈকে সেনাৰে বেৰি ৰাখিছিল, পাচে এটা চল কৰি নগৰ ললে; সিইঁতে আটাই ঠাইতে এই কথা জনালে, বোলে, আমি দহ বছৰলৈকে মিচা ভ্ৰমন কৰিলোঁ, এতিয়া আমাৰ আপোন দেসলৈ জাঁও, কিন্তু এটা বৰ ঘোঁৰা তৈয়াৰ কৰি তাকে তোমোলাকৰ গাঁৱৰ দেৱতালৈ দান কৰিলোঁ, ইয়াকে কৈ অলপ দুৰে গৈ লুকাই থাকিল। সেই মহা ডাঙৰ ঘোঁৰাৰ পেটৰ ভিতৰত কেতেটি অস্ত্ৰ ধাৰি সেনা আছিল, আৰু সেই ঘোৰা অতি ডাঙৰ হোআত তাক নগৰৰ মাজলৈ আনিবলৈ নগৰৰ গৰৰ অলপমান ভাঙ্গিবলৈ আৱস্যক হল। পাচে ৰাতি কালে মানুহবিলাকে নিসংসয়ে নিদ্ৰা গলত ঘোঁৰাৰ পেটৰ সেনাবিলাক আৰু বাহিৰত লুকাই থকা সেনাবিলাক আটায়ে একে লগ হৈ, সেই নগৰ নষ্ট কৰিলে। গ্ৰিক লোকৰ মাজত এই এটা প্ৰধান ঘটনা, ইয়াৰ স্মৰন লোকৰ মনৰ পৰা কেতিয়াও নে হেৰাব, কিয়নো গ্ৰিক আৰু লাটিন ভাসাত সকলোতকৈ এই ঘটনাৰ কথা প্ৰধান; গ্ৰিক আৰু ত্ৰোআ নগৰিয়াইঁতৰ মাজত জি জুধ আছিল, হোমৰ নামেৰে কবিতা কৰা এজনে এই বিসয়ৰ গান ন বস্তা হলে, এই কথা প্ৰাই তেতি

য়াই হেৰালেহেঁতেন। এতেকে গিয়ানৰ লাভ এই, জে অলপ কথাতে গিয়ানৱন্তৰ গানৰ দোআৰাই অসন্স্য অধ্যাই হই। এই দৰে লঙ্কাৰ ৰজা ৰাৱনৰ লগত অজোধ্যাৰ ৰজা ৰামচন্দ্ৰে জুধ কৰাৰ কথা বাল্মিকিৰ গানৰ দোআৰাই অধ্যাই খিয়াতি প্ৰাপ্ত হল। ত্ৰোআ নগৰ নষ্ট হবৰ তিনি স বচৰৰ পাচে হোমৰ প্ৰিথিবিতে জনম পালে। জেই ৰুপ সংস্কৃত ভাসাতে বাল্মিকি প্ৰথম কবিতা কৰ্ত্তা, সেই ৰুপে গ্ৰিক ভাসাতে প্ৰথম কবিতা কৰ্ত্তা হোমৰ। এই দুয়ো কবিএ আপোন কবিতাৰ অসন্স্য বৰ্হাবৰ নিমিত্তে, সিহঁতৰ বৰ্ননিয় জনকে দেৱৰ অংস ৰুপে বৰ্নাইচে, আৰু সেই বৰ্ননিয়বিলাকক দেৱৰ অংস বুলি জনাবলৈ দুয়ো ফালৰ সেনাবিলাককো দেৱতাৰ অংস ৰুপে বৰ্নাইচে।

হোমৰৰ পাচে চাৰি স বচৰ পাৰ্চি ৰজাই গ্ৰিক দেসলৈ আহিল। জেনেকৈ আগেএ কৈচোঁ, এই চাৰি স বচৰৰ ভিতৰত গ্ৰিক দেসৰ বেলেগ বেলেগ লোকে আপোন আপোন বিদ্যা আৰু মৰ্জ্জদা বহালত সেই দেস প্ৰিথিবিৰ মাজত সকল দেসতকৈ অতি সৰু হৈও বৰ অসন্স্য পোআ হৈচিল। পাৰ্চিৰ ৰজাই ৰনলৈ আহিবৰ কালে, গ্ৰিক দেসৰ অনেক লোকে আপোন দেস ৰাখিবৰ কাৰনে একে আলচ হল। কিন্তু পাৰ্চিৰ অসংখ্য সৈন্যৰ লগত জুধ কৰিবলৈ গ্ৰিক লোকে কুৰি হেজাৰ সেনাতকৈ অধিক প্ৰস্তুত কৰিব নোআৰিলে। কিন্তু গ্ৰিকহঁতৰ মন্ত্ৰি আৰু সেনাপতি অতি গিয়ানৱন্ত আচিলে, এই কাৰনে সিহঁতে পাৰ্চিৰ সৈন্যবিলাকক পাচে আপোন দেসৰ পৰা খেদিলে। পাৰসিৰ ৰজাৰ অহা কালৰে পৰা চেকন্দৰ বাদসাহৰ দিনলৈকে এক স সতৰি বচৰ হল, এই কালে সৰু সৰু ৰাজ্যবিলাকে ইয়ে সিয়ে ৰন কৰিচিল। এই সময়তে সিহঁতে বিদ্যা, আৰু সিল্প, আৰু ঘৰ সজাতে আৰু সিলাকটিয়াৰ কৰমত, আৰু চিত্ৰ কৰাতে, আৰু কবিতা কৰাতে, আৰু বাদ্যত, আৰু সভ্জ কথকিৰ বিদ্যাত অতি নিপুন হৈ সিহঁতৰ সুখিয়াতিৰ সিমা নাই। তেতিয়াৰে পৰা সেইবিলাক বিদ্যাত কোন জাতিৰ মাজত এনে হোআ নাই, আৰু কাল ক্ৰমে সিহঁতৰ সুখিয়াতি বাৰ্হিচেহে। অন্য অন্য লোকে সিহঁতৰ নিচিনা অহঙ্কাৰ কৰে, কিন্তু সেই ঠাইৰ লোকৰ সংখ্যা জিলা বৰ্ধমানৰ লোকৰ সংখ্যাতকৈ কেতিয়াও অধিক হোআ নাই। পাৰ্চিৰ ৰজাই এক স গুনে ডাঙৰ হৈও, আপোন অসদ আচাৰ বেৱহাৰ আৰু অগিয়ান হেতুকে তেঁওৰ নাম কোনোএ ন লই, আৰু ললেও হেলা কৰে।

পাচে গ্ৰিক দেসত থকা মাকিদনিয়াৰ ৰজা চেকন্দৰে চাৰিও ফালৰ অনেক সৰু ৰাজ্য আপোনাৰ অধিন কৰি, পাৰ্চিৰ দেসৰ ওপৰত ৰন কৰি সিহঁতৰ ৰাজ্য নষ্ট কৰিলে। জেতিয়া তেঁও আপোন দেস এৰিচিলে, তেতিয়া তেঁও একুৰি বচৰ বয়সিয়া আচিল, সেই কালতে তেঁও আপোন পৈত্ৰিক দেস আপোন মিত্ৰহঁতৰ মাজত ভাগ বাঁটি দিলে। জেতিয়া সিহঁতে তেঁওক সুধিলে, তুমি আপোনাৰ কাৰনে কি ৰাখিলা, তেঁও উত্তৰ দি কলে, আসা মাথোন। বাৰে বচৰৰ মাজত তেতিয়া জনা প্ৰিথিবিৰ সকল ভাগ তেঁও জই কৰিলে, আৰু প্ৰিথিবিৰ মাজত কোনোএ তেঁওক জই কৰিব নোআৰিলে দেখি তেঁওৰ মনত অহঙ্কাৰ উপজি তেঁও বলিয়াৰ নিচিনা হল। জেই ৰুপ কোনো লোকে এটা অতি ওখ পৰ্ব্বতৰ ওপৰত উঠিলে তাৰ মুৰ ঘুৰাই, সেই ৰুপে সকলোৰে ওপৰত জি মানুহ কেনেবাকৈ অতি বৰ হই, সি জনে অৱস্যে অহঙ্কাৰৰ অধিন হই। চেকন্দৰ ৰজাই আপোনাকে দেৱতাৰ সদ্রিস সেৱা কৰিবলৈ প্ৰজাবিলাকক আগ্যা দিচিল, আৰু তেঁৱেই আপোনাকে আপুনি দেৱৰ অংস গিয়ান কৰি আচিল। এই মহা বিৰ গিয়ান আৰু সক্তি আৰু ঐস্বৰ্জ্জতে বৰ খিয়াতি হৈ, পাচে মদ খাই মতোৱাল হৈ মৰিল। খ্ৰিষ্টৰ জনমৰ পুৰ্ব্বে কেৱল চেমিৰামি আৰু চেকন্দৰ ৰজাই সিন্ধু নদি পাৰ হৈ জুধ কৰিবৰ অৰ্থে ভাৰত বৰ্সলৈ আহিচিল। চিকন্দৰ ৰজাৰ মিত্যুৰ পাচত তেঁওৰ সেনাপতিবিলাকে তেঁওৰ মহা ৰাজ্য সিহঁতৰ মাজতে ভাগ কৰি ললে। গ্ৰিক দেস এক স সতৰি বচৰ পৰ্জ্জন্তে মাকেদনিয়াৰ ৰজাৰ অধিন হৈ থাকিল, পাচে ৰোমিয়াহঁতৰ হাতত আহিল। ৰোমিয়া-

হঁতে সেই কাৰ্জ্জৰ দোআৰাই অতি বৰ উপকাৰ পালে; সিহঁতে আগেয়ে অলভ্য আছিল, পাচে সিবিলাকে জই কৰি লোআ গ্ৰিক দেসৰ পৰা কৰিতা, আৰু বেৱস্থা, আৰু সজ কথন আৰু ভাল আচাৰ বেৱহাৰ সিখিলে। ম.

---

## ৰোমৰ ৰাজ্য।

**The Roman Empire.**

খ্ৰিষ্টৰ আগেএ জি ৰাজ্য অন্য ৰাজ্যবিলাকৰ পাচে উঠিল সি ৰোমৰ ৰাজ্য। জি সকল ৰাজ্যৰ কথা ক্ৰমেৰে কোআ গল, সেই আটাইকে ইয়াৰ অধিন কৰা হল। এই ৰোম দেসৰ আদি মানুহবিলাক ডকাইত আছিল। খ্ৰিষ্টৰ আগেএ সাত স বাৱন বচৰ ইতালি দেসৰ মাজত ৰমুল নামেৰে এজন মানুহে এক নগৰ পাতিলে, আৰু চাৰিও ফালৰ দেসৰ পৰা দৰিদ্ৰ দুখিয়া আৰু বেঙ্গা বেয়া স্বভাৱেৰে মানুহবিলাকক মাতিলে। আটাইবিলাক একেলগ হলত নিতি নিৰ্বন্ধৰ অনুসাৰে সিহঁতৰ সকলো বিসয়া থিৰ কৰি আপুনি সিহঁতৰ ওপৰত ৰজা হল। সেই নগৰ পাতিবৰ চলিচ বচৰৰ পাচে ৰমুল মৰিল, সেই সময়তে সেই নগৰত দু কুৰি হেজাৰ লোক আছিল। তাৰ পাচত দু স দু কুৰি বচৰৰ ভিতৰত সাত জনে ৰাজ্য কৰিচিল, আৰু সিহঁতে ক্ৰমে ক্ৰমে অন্য দেসৰ মানুহ অনাই প্ৰজা বৃধি কৰিলে, আৰু স্বৰূপ বেৱস্থাৰে সেই নতুন নগৰ থিৰ কৰিলে।

সপ্তম ৰজা আপোনাৰ আৰু সন্তানৰ দুষ্ট স্বভাৱৰ কাৰনে ৰাজ্যৰ পৰা খেদি দিয়া হল। সেই সময়তে ৰোমিয়াহঁতে তেঁওক ৰজা ভাঙ্গি এই নিতি কৰিলে, জে সিহঁতৰ দেসত আৰু কেতিয়াও কোনো ৰজা ন হব; এই নিমিত্তে ৰাজ কৰ্ম্ম চলাবৰ নিমিত্তে বচৰে বচৰে দু জন লোক বাচি লোআৰ নিতি আছিল। আৰু এক বচৰলৈকে সকলো সক্তি সিহঁতৰ অধিন থাকিচিল। ৰাজ্য নষ্ট হোআৰ দু স বচৰৰ পাচে ৰোমিয়াহঁতে ইতালি দেস ক্ৰমে ক্ৰমে জই কৰিলে। পাচে ইতালিৰ চাৰিও কালৰ দেসবিলাকে সৈতে জুধৰ আৰম্ভন কৰিলে; আৰু জি দেসৰ কথা কৈচোঁ, দু স বচৰৰ ভিতৰত সেই সকল দেস অধিন কৰিলে। ৰোম নগৰতে এটা মন্দিৰ আছিলে, জুধৰ কালে তাৰ দুআৰ মেলি ৰখাৰ নিতি আছিল, আৰু জুধ নাই কিয়া কালত বন্ধ কৰি ৰাখিচিল, তাতে সেই মন্দিৰৰ দুআৰ সাত স বচৰৰ ভিতৰত কেৱল দু বাৰ মাথোন বন্ধ আছিল, ৰোমিয়াহঁতৰ মাজত ইমান সঘনে জুধ আছিলে। জিমান দিনলৈ ৰোমিয়াহঁতৰ দেস সৰু আছিল তিমান দিনলৈকে সিহঁতৰ স্বভাও ভাল আছিল, কিন্তু জেতিয়া দেখিলে, জে অতি দূৰৈত থকা দেসৰ মানুহ সকলো সিহঁতৰ ওচৰত মূৰ দোআইচে, আৰু প্ৰিথিবিৰ সকলো ৰজাহঁতক আৰু অধিপতি সকলক আপোন-ৰথৰ ঘিলাত বান্ধি আনিব পাৰিচে, তেতিয়া সিহঁতে ঐশ্বৰ্জ্জত মত্তোৱাল হৈ সিহঁতৰ কুস্বভাও লুকুআ কৰিলে। মান্য লোক সকলোএ আপোন দেস আপোনাৰ অধিনত আনিবলৈ কাৰ্বাৰ কৰিবলৈ ধৰিলে; আৰু জি সময়ে ৰোমৰ নাম সুনাত প্ৰিথিবিৰ লোক সকল কম্পিত আছিল, সেই সময়ে ৰোম নগৰৰ আলিবিলাক প্ৰজা লোকৰ তেজেৰে তিঁওআ হৈচিল।

খ্ৰিষ্টৰ পূৰ্ব্বে পঞ্চাস বচৰ ৰোমিয়া ৰাজ্য তিনি জন সেনাপতিৰ হাতত পৰিল, তাৰ মাজে এজনা পাৰ্থিয়াহঁতৰ দেসত জুধ কৰোঁতে কৰোঁতে সি আৰু তাৰ সকল সেনাবিলাক মৰা হল। আৰু তাৰ মিত্যুৰ পাচত তাৰ কিৰ্পিন স্বভাৱৰ কাৰনে তাৰ অখিয়াতি প্ৰকাসৰ নিমিত্তে সোন ঢালি তেঁওৰ মুখতে বাকি দিলে। কৈচৰ নামেৰে দুতিয় জনাই পাচত থকা সেনাপতিক মাৰি আপুনি দেস ললে; কিন্তু সি ৰাজ্য ভোগ কৰিবলৈ নে পালে, কিয়নো ৰোমিয়াহঁতৰ মাজত দুই চাৰি জনা ভদ্ৰ লোকে আপোন দেসৰ লাজ দূৰ কৰিবৰ নিমিত্তে কৈচৰক বধ কৰিলে। ৰোমিয়াহঁতে সেই কালতে অতি কুস্বভাৱতে বুৰি আছিল, এই হেতুকে সেই ভদ্ৰ মানুহঁতৰ উদ্যোগত কাৰ্বাৰি ন হৈ মন ন কৰা হেতুকে কৈচৰৰ ভায়েকৰ পুত্ৰৰ অধিন হল। সি অনেক কাল পৰ্জ্জন্তে ৰাজ্য ভোগ কৰিলে, পাচে আন এজনক ৰাজ্য দি তেঁও মৰিলে। তাৰ পাচে চাৰি-

স বচৰলৈকে ভিন ভিন লোকে সেই সিংহাসনত বহা হৈ ৰাজ্য ভোগ কৰিলে, সেসতে ইউৰপিয়া অসভ্য লোকে পানিৰ সোঁতৰ দৰে আহি দেস জই কৰি লৈ, তাৰ বেলেগ বেলেগ সকে দেস আপোনাইঁতৰ মাজত ভাগ বাঁটি ললে, আৰু ৰোম ৰাজ্য নাস কৰিলে।

এই দৰে খ্রিষ্টৰ জনমলৈকে প্রিথিৱিৰ পুৰনি ব্রিতান্ত সংখ্যেপে লিখা হল। সেই কালতে প্রধান সক্তি ৰোমিয়াইঁতৰ আচিল, আৰু সিইঁতৰ পৰা অন্য জাতিৰ অতি ভই হোৱাত জদি কোনো লোকে দুৰৈ দেসলৈ বা কোনো অসভ্য জাতিয়া মানুহলৈ কই বোলে, মই ৰোমিয়া মানুহ, তেতিয়া সি একো ভই নাই কিয়া হৈ থাকিব পাৰিচিল। ম.

---

## বৰখুনৰ কথা।

Cause of Rain.

ধনিৰামে এদিন ৰদত ফুৰোঁতে বেলিৰ তাপত বৰ দুখ পাই, পাচে দিনুৰামক কলে বোলে, হে ভাই, সাস্ত্রত লিখিচে ইশ্বৰে এই প্রিথিৱিৰ ওপৰত জি চন্দ্র সুৰ্জ স্রুজন কৰিলে সেইবোৰক মানুহৰ উপকাৰৰ নিমিত্তে দিলে। কিন্তু মই আজি ৰদত ফুৰোঁতে বেলিৰ তাপত অতি স্রান্ত হলোঁ, এই কাৰন সুৰ্জে হলে মানুহক উপকাৰ ন কৰে, ইয়াকে ভাবিচোঁ।

তাতে দিনুএ উত্তৰ কৰিলে, হে ককাই, নে জানা হেতুকে তুমি এনে কথা কৈচা, কিয়নো বিবেচনা কৰিলে ইশ্বৰৰ কৰম জে উত্তম তাক নিচই জানিবা; কাৰন জেতিয়া সুৰ্জৰ বৰ তাপ হই, তেতিয়া সাগৰৰ আৰু নদিৰ আৰু তিতা মাটিৰ পৰা জল অলপ অলপ ধুঁআৰ নিচিনা হৈ ওপৰলৈ উঠি উঠি জাই; সেই ধুঁআ গোট খাই গধুৰ হৈ তললৈ পৰে, তাতে বৰখুন হই। দেখা, জেনেকৈ কোনো মানুহে এটা টৌত নাইবা এটা চৰুত কিচুমান পানি দি, তাৰ ওপৰত ঢাকনি দি তলত সৰহকৈ জাল দিলে সেই জুইৰ জালৰ তাপত জেনেকৈ ধুঁআ গৈ ঢাকনিত লাগি পানি হৈ থাকে, পাচে ঢাকনি খন কোনোএ দাঙ্গিলে তাৰ পৰা টোপা টোপে পানি তললৈ পৰে, তেনেকৈ সুৰ্জৰ তাপৰ দোআৰাই পানিৰ পৰা ধুঁআ উঠি বৰখুন হই। সেই বৰখুনৰ পানি মাটিৰ তললৈ জাই, তাতে অলপমান পানি গোট খালে এটা সৰু সুঁতি হৈ বৈ জাই, আৰু সেই সুঁতিৰ পানি আলটিয়া মাটিত সোমাব নোআৰি বৈ থাকে; তেতিয়া ইফাল সিফালৰ পৰা সৰু সুঁতি চাইটা পাঁচোটা আহি, একে লগে গোট খাই, আৰু কোনো ফালে জাবলৈ বাট নে পালে, ওপৰলৈ ফুটি অনেক ভুমুক ওলাই। পাচে সেই আটাই ভুমুকৰ পানি একে লগে বৈ জাই, আৰু এই নিমিত্তে তাৰে তাঙ্গৰ নদি হই; সেই দৰে নদিও বৈ গৈ একে লগ হলে এখন সাগৰ হই। দেখা, এই সকলো ইশ্বৰে সুৰ্জৰ তাপৰ দোআৰাই কৰিচে। ইশ্বৰে জদি সুৰ্জৰ তাপ ন কৰিলেহেঁতেন, তেনে হলে বৰখুণ নৈ আদি ন হই, আৰু তাতে মানুহৰ অনেক দুখ হলহেঁতেন।

ধনিৰামে কলে, ভাই এতিয়া মই জানিচোঁ, সুৰ্জৰ তাপ ন হলে আমাৰ মৰনৰ গতি হই। ইশ্বৰে আমাৰ ভালৰ কাৰনে সুৰ্জক স্রুজিচে; আন দিনত ৰদত ফুৰি স্রান্ত হলেও, মই ইশ্বৰৰ খ্যমতাৰ বিসই চিন্তা কৰি, এনে অগিয়ানৰ কথা ন কৰলৈ কাৰ্বাৰ কৰিম। দ.

---

## প্রিথিৱি আৰু তাৰ সন্তানবিলাকৰ দ্রিষ্টান্ত।

Earth and her Children.

প্রিথিৱিৰ কোনো এক দেসত এবচৰত বৰ দুখ হলত সেই থানৰ জিৱ জন্তু গচ আদি কৰি সকলোএ আপোনাৰ মাতা প্রিথিৱিৰ ওচৰলৈ আহি, প্রত্যেকে আপোনাৰ দুখ জনালে। প্রথমতে মানুহবিলাকে কলে, হে মাত্রি, আমি তোমাৰ প্রিয় সন্তান, আমাৰ আদি পিতা মাতাৰ জি দাই, তাক তুমি কিচু খেমা ন কৰিবা নে? জি দায়া চেষ্টা আৰু উপকাৰ আগেএ কৰিচিলা, সেই সকল এতিয়া কি কাৰনে বন্ধ কৰি আচা? মাউৰে আমাক বিনাসে আৰু জি কৰম কৰিবলৈ ধৰোঁ, তাক ধুমুহা বতাহ বৰখুনে নষ্ট কৰে। অগ্নি আৰু জল, এই দুয়ো মুল বস্তু আমাৰ বিৰোধে লাগিচে, আৰু এই সকল দুখৰ মাজত থাকিও আমাৰ এনে ভ্রান্তি হোৱাত ইয়ে সিয়ে লৈতে

ৰন বিগ্ৰহ কৰোঁ। হে আই, আমাৰ দুখ দূৰ কৰা, নাইবা পুনৰ বাৰ আমাক তোমাৰ উদৰে লোৱা।

পাচে বনৰিয়া পহুবিলাকে আহি কলে, হে মাতৃ প্ৰিথিৱি, আমাৰ প্ৰতি দায়া কৰা, আমি তোমাৰ পুত্ৰ, তোমাৰ কোলাত আমি নিদ্ৰা কৰোঁ আৰু তোমাৰ তন খাঁও। জল চুকালে মৰোঁ, সূৰ্য্যৰ তাপত পৰোঁ, বতাহ বৃষ্টিৰ পৰা আসুই নাই, ত্ৰিন আদি বস্তু খাই সক্তি নে পাওঁ, ৰোগেৰে মৰোঁ, এই জি মনুস্য সিইঁতেও আপোনাৰ চাকৰৰ দৰে বান্ধি আমাক দুখ দিএ। তুমি জদি দায়া ন কৰা, তেন্তে আৰু এবচৰ মানো নি জিঁও।

পাচে ত্ৰিন, মহা বৃখ্য আদি আহি কলে, হে প্ৰিথিৱি, তুমি আমাৰ মাতা, তোমাৰ ওপৰত আমি সৰ্ব্বদাই থাকোঁ, তোমাৰ ৰস পি প্ৰান ৰখ্যা কৰোঁ, আমাক দায়া কৰা। মন্দ বায়ুত মৰোঁ, জল নে পাই ত্ৰিসাত ঘনে ঘনে জঁই পৰোঁ; অসংখ্য কিটে নষ্ট কৰে গৰু চাগ আদি ভৰিৰে পিহে, মানুহবিলাকে পৰস্পৰে যুধ কৰিলে আমাক গুৰি কৰে, এই দৰে আমাৰ মাজৰ অনেক বংস নষ্ট হল। জদি তুমি ৰখ্যা ন কৰা, তেন্তে এবচৰৰ মাজত আমি সকলো নষ্ট হম।

এই সকলো সুনি, প্ৰিথিৱিএ উত্তৰ কৰি কলে, মই চ হেজাৰ বচৰ নিৰ্ম্মান হৈ আচোঁ, কিন্তু আগৈএ এনে কথা দেখা নাই, এনে গোচৰ কোনো বচৰত নু সুনিলোঁ। তেও পুৰ্ব্বে জেনে আছিল, এতিয়াও সেই দৰে আচে, আজিলৈকে কোনো বস্তু লুপ্ত হোৱা নাই। এবচৰ জি লুপ্ত হই, আন বচৰত সি পুনৰ বাৰ জন্মে। সস্য ত্ৰিন আদি জদি কোনো এবচৰত নষ্ট হই, তথাপি আন সস্যাদিৰ বিজ মোৰ উদৰত আচে; কাল ভাল হলে আকও উঠে; পহু জদি কোনো বচৰত কেনেবাকৈ কম হই, তেও জি সেস থাকে, সিইঁতৰ পৰা আকও পহু জাতিৰ বৃধি হই। মনুস্য কেৱল দুষ্ট স্বভাৱৰ হেতুকে দুখ পাই, তেও সিইঁতৰ গিয়ান আচে, আৰু মনোজোগ কৰিলে এই সকল দুখৰ পৰা ৰখ্যা পাব পাৰে। তোমোলোকে এই সকলো গোচৰ ৰাখা। তোমোলোকে দুখ পাইচা সুখো পাইচা, আৰু ইশ্বৰে তোমোলোকক সৃজন কৰিচে, তেঁৱে তোমোলোকক সৰ্ব্ব প্ৰকাৰে ৰখ্যা কৰি আচে। ম.

---

### বাঘৰে মেৰ পোৱালিৰে দৃষ্টান্ত।

**Tho Tiger and Lamb.**

এক দিনত কোনো জানৰ কোসৰত এটা বাঘে পানি খাবলৈ ধৰিলে। তাৰ পৰা কিছু মান ভাটি ফালে থাকি এটা মেৰৰ পোৱালিএ পানি খাই আছিলে। তাকে দেখি বাঘে তাৰ ওচৰলৈ গৈ দাঁত সিয়ৰাই সেই মেৰ পোৱালিত কবলৈ ধৰিলে, হেৰ কটা দুষ্ট মেৰৰ পোৱালি, মই জি খনত পানি খাবলৈ ধৰিচোঁ, ইয়াত আহি তই পানিবোৰ ঘোলা কৰিচ নে? তোৰ এনে কপাল হৈচে নে? এনে কথা সুনিলত মেৰ পোৱালিএ ভত হেৰাই, মোৰ কি দুৰ্ব্বাসনা হল, এই বুলি উত্তৰ দিবলৈ ধৰিলে, ইমান ভাটি হৈ নিলগত পানি খাইচোঁ, তেও মই পানি ঘোলা কৰা হে হল। তাতে বাঘৰ মনত বৰ খঙ্গ হৈ বুলিলে, হেৰ তই কিয় এইমান বক বকা? তোৰ বাপেৰৰ অৱস্থা তই পাহৰিচ নে? চ মাহ মাখোন হৈচে, এই দৰে অমান্য কৰি তোৰ বাপেৰ মৰি গৈচে; তয়ো প্ৰানটো তাৰ বান্ধি লৈ ফুৰিচ নে? পাচে মেৰ পোৱালিএ কলে, হে দেৱতা, মই বেয়া কথা কোৱা নাই; তুমি জে কৈচা, বুপাই এই দৰে অমান্য কৰি মৰাৰ চ মাহ হৈচে, তেতিয়া হলে মই হোৱাই নাই, কেনেকৈ সেই কথা বুজ পাম? তেও ভাল হৈচে, জদি বুপায়ে এনে দাই কৰিচিলে, তেন্তে তাৰ ফল পালে; মই তাৰ পুতেক হলোঁ বুলি মোৰ কি জগৰ লাগিল? পাচে মেৰ পোৱালিক বাঘে আকও কলে, হেৰ তই কি কৰিবি? সেই বাপেৰৰ বিৰ্জ্জৰহে তয়ো লৰা, আৰু মোৰ আগত এনে চতুৰত কথা জে কৈচ, তোৰ জাতিৰ এই স্বভাৱ; মই তোৰ পিটিৰ চাল নেকঢ়াও মানে তই মোৰ বসবৰ্ত্তি ন হবি; এইবোৰ কনত সেই মেৰ পোৱালিক বাঘে কামুৰি খাই পেলালে।

এই দৃষ্টান্তৰ ইয়াকে অৰ্থ বুজিবা। নিৰ্ব্বলি মানুহক বলৱন্তে দাই ধৰিলে, সি ভাল প্ৰমান দিব পাৰিলেও বলৱন্তে নু সুনে। উত্তম বাক্যেৰে বলিৰ হাত সাৰিব নোৱাৰে।

# অৰুনোদই সম্বাদ পত্ৰ।

দুতিয়চোঅা। মো॰ শিৱসাগৰ, জানোআৰি ১৮৪৭ খ্রিষ্ট অ॰ সঁক। নম্বৰ ১।

VOL. II. SIBSAGOR, ASAM, JANUARY, 1847. NO. 1.


## অনেক দেশৰ সম্বাদ।

**General Intelligence.**

সন ১৮৪৬ ইংৰাজিৰ ১৬ নৱেম্বৰ ২ আঘোন তাৰিখৰ সোম বাৰ দিনা বেলি ৯ বজাৰ সময়ত মোকাম তেজপুৰ জিলাত চৰ্বি নামেৰে চিপাহি গাৰদৰ এটা চিপাহি তাৰ ওচৰৰ ২ টা চিপাহিৰ লগ লৈ গা ধুবৰ মনেৰে পুখুৰিলৈ আহি তাতে অনেক খনি বেলি পুখুৰিতে সেই চিপাহিৰে খেমেলা খেমেলিকৈ ইপাৰ সিপাৰ কৰি থাকি, পাচে পানি খাই তল গৈ মৰি থাকিল। তাতে শ্রীজুত কাপ্তান গৰ্ডন সাহাবৰ খোদাই নাবাজ নামেৰে এটা চাপ্ৰাচিএ গৈ দেখিলে জে চিপাহিটো তল গল। তাতে তাৰ লগত জোআ চিপাহি দুটাত সেই চিপাহিক তুলি আনিবলৈ ৰিঙ্গিয়াই ৰিঙ্গিয়াই কলে, তাতে সিহঁতে কলে বোলে, সি বুৰ মাৰিচে, এতিয়া ওলাব। এনে বুলি থাকোঁতেই দেখে আদ ঘণ্টা মান বেলি হল তথাপি তাক ওলাবৰ নে দেখিলে। পাচে সেই চাপ্ৰাচিএ পুখুৰিত নামি বিচাৰি বিচাৰি মৰা সটো পালে।

কাস্মিৰ অধিকাৰ ইমাম উদিনে মহা ৰজা গোলাব সিংহৰ বিৰোধ হৈ আগ্যা নে মানি ৰন কৰি আচিল। পাচে গৱৰনৰ জেনৰল লৰ্ড সাহাবে সুনিলে বোলে, লাহোৰৰ ৰাজ মন্ত্রি ৰজা লাল সিংহৰ গুপুত আলচেৰে ইমাম উদিনে সেই ৰন কৰিলে; এই কথা সোধ পোচ কৰি নিচইকৈ প্ৰমান পোআত ৰজা লাল সিংহৰ প্ৰধান ৰাজ মন্ত্রি বাব গুচালে। পাচে কম্পানিৰ সেনাবিলাক লাহোৰ নগৰ এৰি আহিবলৈ হুকুম হলত পঞ্জাবি মন্ত্রি সকলে চিপাহি থাকি নগৰ ৰাখিবৰ নিমিত্তে নিবেদন কৰিলে। তাতে পঞ্জাবি মহা ৰজা দলিপ সিংহ ১৬ বচৰ বয়স হোআলৈকে ৮ বচৰ মাথোন কম্পানিৰ সেনা থাকিবলৈ আগ্যা কৰিলে; আৰু সেনা থকা খৰচৰ নিমিত্তে মন্ত্রিবিলাকে বচৰি বচৰি ২২,০০,০০০ লাখ টকা দিবলৈ কথা ৰাখিলে। আৰু মন্ত্রিবিলাকে সৈতে দেশৰ আগ্যা আৰু কানন চলাবলৈ এজন সাহাবক ৰাজ মন্ত্রি বাব দি পাতি থলে।

মষ্টমনচিং নগৰত ১৭,১৮ আৰু ১৯ অক্তোবৰ এই তিন দিনত অনেক বৰ ভুঁইকঁপ গল।

ইংলণ্ডত থকা কম্পানিৰ অধিকাৰ লোকে হিন্দুস্থান দেসত ৰেল্ৰদ অৰ্থাত কল ৰথ জোআ লোৰ ডাঙ্গ পাতিবলৈ নিচই কৰি, জি জি মানুহে সাজিবৰ নিমিত্তে ৫,০০,০০,০০০ কোটিলৈকে ৰুপৰ ভাগ দিএ, সিবিলাকৰ বচৰি বচৰি ১০০ স টকাত ৪ টকা লাভ জদি নোলাই, তাৰ ভৰনি কৰি ৪ টকা পুৰাই দিম বুলি জনাইচে।

ইংলণ্ডৰে ফ্ৰান্সৰে মাজে দি জোআ সাগৰৰ জি সুঁতি, নৱেম্বৰ মাহৰ প্ৰথম পসত সেই সুঁতি পাৰ হৈ অহা জোআ কৰা ৩২৮৮ মানুহ হৈচিল।

ডেবনপৰ্ত নামে ইংলণ্ডৰ এক নগৰৰ ওচৰত ২৬৬ হাত বহল এখন নদিৰ ওপৰত ৫০ হাত ওখকৈ লেবু লগাই টানি বান্ধি তাৰ ওপৰে পাৰ হৈ জাম বুলি এটা মানুহে কৈ জনালত তাক চাবলৈ ২০০০ হেজাৰ মান মানুহ গোট খাই আহিল। তাতে লেবুত উঠি খোজ কাঢ়ি একো ন পৰা ন হজাকৈ পাৰ হৈ গল।

মঁহ মৰিয়া মানুহক মঁহৰ মুৰটৈ নৈতে সিয় জোৰে পতি ২।। দহ মহ্যাকৈ কপ দিএ। কোনো ঠাইতে মানুহবোৰে দকৈ গাঁত খানি, গচৰ ডাল, পাত আৰু খেৰ আদি তাৰৰ ওপৰত দি সেই গাঁত ঢাকি থই পাচে মঁহবোৰ গৈ সেই গাঁতত পৰি উঠিব নোআৰি তাতে থাকে গোঁৰা চেউৰি এনে সৰু মঁহ হলে মানুহে তুলি আনি জাতি কৰি পোহে। আৰু সেই সেই লোকবো অনেক খিনি উপকাৰ হই অর্থাত মঁহৰ গাখিৰ খাই তাৰে খিউ পগাই গোঁৰা মতা ৩। ৪ বচৰিয়া মঁহ পোআলিবিলাকেৰে হলিয়াকৈহে হাল বাব পাৰে, আৰু তাঙৰ হলে এটাকো হাল বাই কেতিয়াবা মাইকি মঁহেৰেও হাল বাই। আৰু মঁহেৰে কাঠ টনাই ধানো কৰ্হিয়াই কুঁহিয়াৰো পেৰে আৰু কেতিয়াবা মানুহো উঠে। বঙ্গাল আৰু আন আন দেসত মঁহৰ চাল সুকাই ইউৰপ আৰু আমেৰিকা দেসলৈ পঠাই দিএ। সেই চাল সিজেৰে অনেক বস্তু সাজিবলৈ হই দেখি বেপাৰ হই। §

মহৰ অনেক গুন সুনা মহা মানি
তথাপি আদৰ তাক ন কৰে অগিয়ানি
খেতি কৰৈ দুগ্ধ খাই আৰু পগাই ঘ্রিত
খিউ গাখিৰ বিক্রি কৰি লই অনেক বিত
জেতিয়া মঁহ আৰু কিচু সৰহ হই
দুই একোটা বেচি বেচি তাৰো ধন লই
হাবিৰ পৰা বৰ কাঠ অনাই একোটা
খৰি পোৰে গুৰ পাগে আৰু লগাই খুঁটা
খেতিয়কে তাৰে নৈতে পেৰে কুঁহিয়াৰ
সকলো কৰমতে লাহ মঁহ থাকে তাৰ
এই সকল গুন নে চাই বলি দিএ আনি
মানুহৰ এইটো বিতি কেৱল অগিয়ানি
অনেক উপকাৰ হই ন কৰে বিচাৰ
মানুহৰ এইটো আতি উত্তম সমাচাৰ।



Almanac for February, 1848.

## ফেব্রোআৰি মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৮। হিন্দু সক ১৭৬৯।

| | ফেব্রোআৰি | মাঘ | সুর্য্যোদই | সুর্য্যাস্ত | চন্দ্রাংশ | চন্দ্রোদই |
|---|---|---|---|---|---|---|
| মঙ্গল | ১ | ২০ | ৬।৫১ | ৫।৩৮ | ২৬ | ১।৫৯ |
| বুধ | ২ | ২১ | ৬।৫০ | ৫।৩৮ | ২৭ | ৪।০ |
| ব্রিহষ্পতি | ৩ | ২২ | ৬।৪৯ | ৫।৩৯ | ২৮ | ৪।৫১ |
| সুকুৰ | ৪ | ২৩ | ৬।৪৮ | ৫।৪০ | ২৯ | ৫।৩৯ |
| সনি | ৫ | ২৪ | ৬।৪৮ | ৫।৪১ | ০ | চন্দ্রাস্ত |
| দেও | ৬ | ২৫ | ৬।৪৭ | ৫।৪২ | ১ | ৭।১৩ |
| সোম | ৭ | ২৬ | ৬।৪৬ | ৫।৪৩ | ২ | ৮।১৬ |
| মঙ্গল | ৮ | ২৭ | ৬।৪৬ | ৫।৪৪ | ৩ | ৯।১৮ |
| বুধ | ৯ | ২৮ | ৬।৪৫ | ৫।৪৪ | ৪ | ১০।২০ |
| ব্রিহষ্পতি | ১০ | ২৯ | ৬।৪৪ | ৫।৪৫ | ৫ | ১১।২৩ |
| সুকুৰ | ১১ | ৩০ | ৬।৪৩ | ৫।৪৬ | ৬ | পুআ |
| | | ফাগুন | | | | |
| সনি | ১২ | ১ | ৬।৪৩ | ৫।৪৬ | ৭ | ০।২৭ |
| দেও | ১৩ | ২ | ৬।৪২ | ৫।৪৭ | ৮ | ১।২৫ |
| সোম | ১৪ | ৩ | ৬।৪২ | ৫।৪৮ | ৯ | ২।২৪ |
| মঙ্গল | ১৫ | ৪ | ৬।৪১ | ৫।৪৮ | ১০ | ৩।২০ |
| বুধ | ১৬ | ৫ | ৬।৪০ | ৫।৪৯ | ১১ | ৪।১১ |
| ব্রিহষ্পতি | ১৭ | ৬ | ৬।৩৯ | ৫।৫০ | ১২ | ৪।৫৮ |
| সুকুৰ | ১৮ | ৭ | ৬।৩৮ | ৫।৫০ | ১৩ | চন্দ্রোদই |
| সনি | ১৯ | ৮ | ৬।৩৭ | ৫।৫১ | ১৪ | ৬।১২ |
| দেও | ২০ | ৯ | ৬।৩৭ | ৫।৫১ | ১৫ | ৭।৬ |
| সোম | ২১ | ১০ | ৬।৩৬ | ৫।৫২ | ১৬ | ৭।৫৬ |
| মঙ্গল | ২২ | ১১ | ৬।৩৫ | ৫।৫৩ | ১৭ | ৮।৪৭ |
| বুধ | ২৩ | ১২ | ৬।৩৫ | ৫।৫৩ | ১৮ | ৯।৩৬ |
| ব্রিহষ্পতি | ২৪ | ১৩ | ৬।৩৪ | ৫।৫৪ | ১৯ | ১০ ২৮ |
| সুকুৰ | ২৫ | ১৪ | ৬।৩৩ | ৫।৫৫ | ২০ | ১১।১৬ |
| সনি | ২৬ | ১৫ | ৬।৩২ | ৫।৫৫ | ২১ | পুআ |
| দেও | ২৭ | ১৬ | ৬।৩১ | ৫।৫৬ | ২২ | ০।৭ |
| সোম | ২৮ | ১৭ | ৬।৩০ | ৫।৫৭ | ২৩ | ০।৫৯ |
| মঙ্গল | ২৯ | ১৮ | ৬।২৯ | ৫।৫৮ | ২৪ | ১।৪৮ |

৫ দিনৰ পুআ ৮ বজাত আমাবাস্যা।
১৯ দিনৰ পুআ ১০। ১৫ বজাত পুর্নিমা।

**THE ORUNODOI,**

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতয় চোঙা। মোং সিৱসাগৰ, ফেব্ৰোআৰি, ১৮৪৮ খ্ৰিষ্ট অংসক। নম্বৰ ২।

VOL. III. SIBSAGOR, ASAM, FEBRUARY, 1848. No. 2






## চন্দ্ৰ সুৰ্জ্জৰ গ্ৰহন।

Eclipses in 1848.

চন্দ্ৰ গ্ৰহনৰ কাৰন এই। চন্দ্ৰে আপোন পথত প্ৰিথিৱিক ঘূৰোঁতে জেতিয়া প্ৰিথিৱি চন্দ্ৰৰে সুৰ্জ্জৰে মাজত পৰে তেতিয়া প্ৰিথিৱিৰ চাঁই চন্দ্ৰক ঢাকি এন্ধাৰ কৰে, তাতে গ্ৰহন লাগিচে বুলি কই। এই নকচাত চন্দ্ৰ সুৰ্জ্জ আৰু ভুগোলো লিখা আচে। তলৰটো সুৰ্জ্জ, মাজৰটো প্ৰিথিৱি, তাক মেৰোআ আঁক চন্দ্ৰৰ পথ, কলাটো চন্দ্ৰ; সুৰ্জ্জ পচিমলৈ গৈ গৈ মাটিৰ তলে গতি কৰোঁতে প্ৰিথিৱিৰ চাঁ ওপৰলৈ দিঘলহৈ পৰে। তাৰ ভিতৰে চন্দ্ৰ সোমালত নে দেখা হই।

১৯ মাৰ্চৰ ৰাতি দুপৰ ৰজাৰ পাচে অৰ্থাত ২০ মাৰ্চৰ পুআ চন্দ্ৰ গ্ৰহন লগাৰ কথা এই। মানিলাৰ পৰা প্ৰিথিৱিৰ তলৰ কালে সুৰ্জ্জে পচিমলৈ গতি কৰোঁতে প্ৰিথিৱিৰ চাঁয়াও ওপৰে পচিমলৈ গতি কৰিব। চন্দ্ৰো পচিমলৈ গতি কৰিব; কিন্তু তাৰ গতি সৈথিল; সেই নিমিত্তে প্ৰিথিৱিৰ চাঁই ক্ৰমে লগ লৈ আগ বাঢ়ি জাব। ওপৰত প্ৰিথিৱিৰ চাঁ আৰু চন্দ্ৰৰো নকচা লিখা আচে। দুপৰ ৰাতিৰ পৰা সুৰ্জ্জৰ এভাগৰ আৰ হেতুকে চন্দ্ৰত অলপ অলপ ৰশ্মি পৰিব; কিন্তু তেৰ ঘণ্টা ন হই মানে ঘোৰ চাঁই ন ধৰাত ওপৰৰ নকচাৰ দৰে চন্দ্ৰ ৰগা হৈ থাকিব। ক্ৰমে চাঁই ধৰি ২ ৰজাত চন্দ্ৰৰ একাল মান গ্ৰাহ হব; ২॥ ঘণ্টাত গোটেই চন্দ্ৰ চাঁত সোমাই; সেই ৰূপে ৪॥ ৰজালৈকে চাঁৰ ভিতৰতে থাকিব; তাৰ পাচে ওলাই ৫ ৰজাত অৰ্দ্ধ চন্দ্ৰ দেখা জাব; ৫॥ ৰজাত ঘোৰ চাঁ আঁত-

ৰিব; পাতল চাঁয়া আৰু ডেৰ ঘণ্টা মান থাকিব।

সূৰ্জ গতি কৰা ন হই, প্ৰিথিবিএহে ঘূৰিচে; কিন্তু মানুহে বুজিবৰ নিমিত্তে সূৰ্জ ঘূৰাৰ কথা সামান্য ৰূপে কঁও আৰু জথাৰ্থ গ্ৰহন অৰ্থাত্ত খোআটো ন হই; ৰাহু কেতুএ চন্দ্ৰক নে খাই; প্ৰিথিবিৰ চাঁইহে চন্দ্ৰক গিলিচে। সূৰ্জকো নে খাই; সূৰ্জ গ্ৰহন লগাৰ কালত্ত চন্দ্ৰেহে তাক ঢাকে।

এই বচৰৰ ভিতৰত্ত চন্দ্ৰ সূৰ্জৰ ৬ টা গ্ৰহন হব, সূৰ্জৰ চাইটা, চন্দ্ৰৰ দুটা, কিন্তু এই অসম দেসত্ত সেই ওপৰে লিখা চন্দ্ৰৰ গ্ৰহন এটা মাখোন দেখা জাব। এই চটা গ্ৰহনৰ কথা তলত্ত ক্ৰমে লিখিচোঁ।

১। মাৰ্চ মাহৰ ৫ দিনৰ পুআ ৬ ঘণ্টা ৪১ মিনিটৰ সময়ৰ পৰা ৯। ৫৯ বজালৈকে উত্তৰ আমেৰিকাৰ গ্ৰিন্‌লণ্ড আৰু কানাদা দেসত্ত সূৰ্জৰ গ্ৰহন দেখিব, এই ভাৰত্ত বৰ্সত্ত নে দেখে।

২। ২০ মাৰ্চৰ পুআ অৰ্থাত্ত দেও বাৰৰ দুপৰ নিসাৰ ১। ৩৪ ঘণ্টাৰ ভাটি হোআত্ত চন্দ্ৰৰ গ্ৰহন লাগি ৫। ২৬ ঘণ্টালৈকে থাকিব।

৩। ৪ এপ্ৰিল তাৰিখত্ত পুআ ৩। ৩২ ঘণ্টাৰ পৰা ৬।'৪১ ঘণ্টালৈকে দখিন মহা সাগৰত্ত সূৰ্জৰ গ্ৰহন দেখিব।

৪। ২৯ আগষ্ট তাৰিখত্ত পুআ ১। ২০ ঘণ্টাৰ পৰা ১। ৫২ ঘণ্টালৈকে দখিন সাগৰত্ত সূৰ্জৰ অলপ গ্ৰহন দেখা জাব।

৫। ১৩ চেপ্তেম্বৰ পুআ ১০। ৪৯ ঘণ্টাৰ সময়ত্ত চন্দ্ৰৰ গ্ৰহন হৈ সৰ্বগ্ৰাহ হব। ভাটি বেলা ২। ২৫ ঘণ্টাত্ত গ্ৰহনৰ অন্ত হব। তেতিয়া জম্বুদিপত্ত দিন হোআ হেতুকে সেই গ্ৰহন ইয়াত্ত নে দেখিব, বিলাইত্ত আৰু আমেৰিকা দেসত্ত দেখা জাব।

৬। ২৭ চেপ্তেম্বৰ ভাটি বেলা ১। ৫৪ বাজিবৰ পৰা ৫। ২৩ বজালৈকে সূৰ্জৰ গ্ৰহন হব। এই দেসত্ত সেই গ্ৰহন নে দেখিব; আমাৰ উত্তৰ ফালে হিমালই পৰ্বতৰ সি ফালৰ কচিয়া দেসৰ মানুহে দেখিব।

.৯ নবেম্বৰ ভাটি ৫। ২০ বজাত্ত বুধ গ্ৰহ প্ৰিথিবিৰে সূৰ্জৰে মাজে দি জাব। ৮।২ বজাত্ত সেই গ্ৰহ সূৰ্জৰ মাজ পাব; ১০।৪৪ বজাত্ত সূৰ্জ মণ্ডলক এৰি জাব।

## অনেক দেসৰ সম্বাদ।

General Intelligence.

মিৰ্জাপুৰ নামে নতুন এখান ভাপ জাহাজ গঙ্গাত্ত অহা জোআ কৰিবলৈ তৈয়াৰিকৈ থৈচে। তাৰ দিঘলে ১৭০ হাত্ত, প্ৰস্থ ২৬ হাত্ত, বোজ ৯৫০০ মোন ধৰে।

বম্বাইৰ এখন সম্বাদ পত্ৰত এই কথা লিখিচে, সোনাপুৰত্ত এজন মানুহ মৰাত্ত তাৰ ঘৈনিএকে সত্তি জাবলৈ মন কৰিলে কিন্তু বৰ্কান্দাজে বাধা কৰি ৰাখিলে। পাচে তাই আহি পৈএকৰ এটা হাৰ পাই আন ঠাইলৈ নিলে; তাতে মানুহে জানিচে, তাই সেই হাৰে সৈতে দাহ হব।

ইৰিন নামে জি ভাপ জাহাজ ডিচেম্বৰৰ ডাক লৈ লণ্ডন নগৰ এৰি ঢৌ বতাহত্ত এধা ভগা হৈ উভতি গল। পাচে আন জাহাজত্ত ডাক তুলি দিলত্ত ২৬ জানোআৰিত্ত কলিকতা পালেহি।

খেহ দেসৰ কান্তন নগৰত্ত ইংৰাজি ৬ জন ডেকা মানুহে ৫ ডিচেম্বৰ দেও বাৰত্ত হেৰা খাবলৈ নাৱত্ত উঠি নদিত্ত উজাই গলত্ত গাঁৱৰ লোকে সিবিলাকক ধৰি সকলোকে মাৰিলে। পাচে উভতি নহাত্ত সিবিলাকৰ বন্ধু লোকে সংসই কৰি বিচাৰি বিচাৰি সিবিলাকৰ ৰবকৈ কাটি পেলাই থোআ মৰা স পালে। হংকং নগৰত্ত থকা ইংৰাজি গবৰ্নৰ চেৰ জন ডেবিচ চাহাবে এই কথা সুনি বেগাই তালৈ গল, আৰু তাৰ কাৰনে খেহে সৈতে ৰন হব বুলি লোকবিলাকে কই।

পেস্থ নগৰৰ ওচৰত্ত দানুব নদিৰ ওপৰে এটা বৰ দলঙ্গ সাজিচে। তাৰ মাজে পানি জোআ তিনটা বাট আচে; মাজৰ খোঁটালি দলঙ্গ ৪০০ হাত্ত বহল; কাসৰৰ দু খোঁটালি ২০০। ২০০ হাত্ত; মুঠে দলঙ্গ ৮০০ হাত্ত দিঘল হব; খৰচ আন্দাজে ৩০,০০,০০০ তেৰ কুৰি লাখ টকা হব।

তুৰুক দেসৰ স্কুতাৰি নগৰত্ত ১৫০০ সেনা থাকিব পৰা চাৰি চুকিয়া এনে এখান ঘৰ আচিল, ২৭ অক্টোবৰত্ত তাত্ত জুই লাগিলত্ত পানি অনা জন্ত্ৰ অনেক আচিল আৰু হেজাৰ হেজাৰ মানুহে চাই থাকিল, তথাপি কেৱে একো ন কৰাত্ত সকলো পুৰি ভস্ম হৈ গল।

আফ্ৰিকাৰ দখিন অন্তৰিপ গুড হোপৰ ওচৰত ৫ জন চাহাব এদিন হিলৈ লৈ দেস চাবলৈ এখান ওখ পৰ্ব্বতত উঠিলত তাৰ দাঁতিত থকা কাফ্ৰিৰ লোকে সিবিলাকক খাপ দি আগচি ধৰি আটাইবিলাকক কাটি মাৰিলে।

খেহে সৈতে ৰন হোৱা কালত চেৰ হেনৰি পটিঞ্জৰ নামে জি এজন ইংৰাজি প্ৰধান মন্ত্ৰিকে মহা ৰানিএ সেই দেসলৈ পাচিলে, তেঁও খেহে সৈতে মিল কৰাৰ পাচে গুড হোপ দেসৰ অধিপতি ৰাব পাই তালৈ গল। এতিয়া সম্বাদ পত্ৰত এই বাত্ৰা লিখিচে, গোড হোপৰ ওচৰত থকা জি আদি বাসি গামবিলাকে ইংৰাজিক ডকা দি ৰন কৰিচে সিবিলাকে সৈতে দেসাধিপতিএ ৰন কৰি সকলোকে ধৰি কইদত ৰাখি দেস সুখিল কৰিলে। এতিয়া চেৰ হেনৰি পটিঞ্জৰ চাহাবে গবৰ্নৰ ৰাবে সৈতে মান্দ্ৰাজ দেসৰ অধিপতি হবলৈ মহা ৰানিৰ আগ্যা আহিচে; আৰু তেঁওৰ সলনি চেৰ হেনৰি স্মিথ চাহাব গোড হোপ দেসৰ অধিপতি হব। চেৰ হেনৰি পটিঞ্জৰৰ নক্চা তলত লিখা আচে।



Sir Henry Pottinger, Bart.

চুবিয়া দেসৰ কোনো বৰ লোকে নাগ মাটি খানিবৰ নিমিত্তে এজন ইংৰাজি মানুহক মাতি তেঁওৰ বুধিৰে বহু নাগ মাটি খানি উলিয়ালে। গাঁত খানোঁতে ওপৰৰ মাটি ন খহিবলৈ মাজে মাজে তিলা এৰি এৰি জাই। পাচে ৰমুআ জি মচলমান লোক সিইঁতে গৰাকিৰ আগত কলে, এই ইংৰাজি মানুহ ন হলে আমি খানি সৰহ কৈ উলিয়াব পাৰিম; তাতে সিইঁতে অকল তিলা খানি দুই তিনি দিনৰ ভিতৰত আগতকৈ পাঁচ গুন নাগ মাটি পালে; কিন্তু সিইঁতৰ একে এক মুভ দিনত ওপৰৰ মাটি খহি পৰি আটাইবিলাকক পুতিলে। এইমান দুখ দেখিও তাত থকা লোকে কাৰন নু বুজি কঁপালক দোসে, ইশ্বৰৰ ইচা হোআত মৰিল বুলি কই।

মাতামৰা নগৰৰ এখান সৰোবৰত এজনি তিৰোতা মানুহে কাপোৰ ধোঁতে ৮০০ হাত দুৰ হৈ এজন সেনাই চৰাইক গুলিয়ালত গুলি পানিৰ ওপৰত চেল চেলি খাই সেই তিৰোতাৰ গাত পৰি মাৰিলে।

আমেৰিকা দেসৰ চেইলম নগৰৰ বৰ্বিক নামে এজনি তিৰোতা মানুহ ১৫ বচৰ নৰিয়া হৈ সুৰ নোআৰে, আৰু এখন্তকো একে ঠৰে থাকিৰ নোআৰে। বেদনাৰ দোআৰাই হাত ভৰি আদি হাৰ আটাইবোৰ লৰি জোৰাবোৰ কেৰ কেৰাই থাকে; পালেঙ্গিত পিঠি ফালে মুৰটো মাৰি গোটাই খন ঘৰ লৰে; হাতেৰে মুৰ আৰু মুখত ভুকুআই ভুকুআই এটা চকু ভাঙ্গিলে। কেতিয়াবা দাঁতৰ আলু সুলকি জাই জেন কৰে, দেখাত ভই লাগে; কেতিয়াবা জিবা কামোৰ খাই, কেতিয়াবা দাঁত আটি ধৰাত ১০।১৫ দিন মান জোলৰ বাহিৰে একো বস্তু খাব নোআৰে, জি এটা দাঁত সৰা বিস্থা আচে তাতেঁহে জোল সুমাই দিএ। তাইক জি দেখে বৰ আচৰিত মানে।

আমেৰিকা দেসৰ চওত বুঞ্চোইক গাঁৱত হক্মান নামে এজনি তিৰোতাই ১০৭ বচৰিয়া হৈ এপ্ৰিলৰ ৬ তাৰিখত মিত্যু হল। তাইৰ পুতেক জিএক ১৪ টা; নাতি নাতিয়ান ৬০; পৰিনাতি ১১৫; আৰু পৰিনাতিৰ সৰা চোআলি ২৩ টা আচিল।

আমেৰিকা দেসৰ হেৰিচবৰ্গ নগৰত চস্কেহানা নদিৰ ওপৰে জি কাচৰ দলঙ আচিল তাক জুইৰে পোৰা হলত নৰে সাজি এঁটালে। তাৰ দি-

ঘলে ২৬৬০ হাত, মাজত পানি জোৱা ২৩ টা বিন্ধা আচে।

২৪ মেই তাৰিখত ফিলাদেলফিয়া নগৰৰ লৰা গোটা চাৰেক হাতত জৰি লৈ ভেৰা খেদি উমলি থাকোঁতে সিবিলাকৰ মাজৰ সৰু চোৱালি এজনি ৰবকৈ জাঁপ মৰাত অকস্মিতে পৰিএই মৰিল।

পৰ্বতৰ দাঁতিত থকা এটা মানুহত কোনো জনে সুধিলে, তোমাৰ লৰা কেইটা আচে? সি বুলিলে, মোৰ তিনি পো আচে, সিইঁতৰ প্রতি জনৰে এজনি ভনি আচে। তেন্তে তাৰ লৰা চোৱালি মুঠে কেইটা হল? ॥

---

## জলাপ্লাৱনৰ কথা।

**Account of the Deluge—Concluded.**

গত মাহৰ অৰুনোদইত জলাপ্লাৱনৰ বিবৰনৰ জি কথা অৱসেস থাকিল, তাকে এই মাহত দিয় হৈচে; সেই কথাতে আমি জি জি সিকিব পাৰিম তাকে অলপিয়াকৈ তলত লিখি দিচোঁ। ইয়াতে সকলো পাঠক লোকে মন দি চোৱা, আগৈ জেনেকৈ ইশ্বৰে মানুহৰ দুস্ট আচাৰ আৰু কুকৰম দেখি তেঁওৰ ক্রোধেৰে মহা প্রলই কৰিলে; আৰু জেনেকৈ প্রিথিবিৰ ওপৰত পানিৰে জলাকাৰ হৈচিল, সেই ৰূপে এতিয়ালৈকে একে পাপ কৰমেই জগতত পুনৰ্বাৰ প্রবেস হৈ মহা প্রলয়ৰ পানিৰ নিচিনা সকলো জগতত বিয়াপি আচে। আৰু তাৰ প্রমান এই, মানুহৰ মনত দিনে ৰাতিএ পাপে সোমাই অতিসই ৰূপে কুকৰম জনমাইচে আৰু তাৰ কাৰনে মৰন, দুখ, ক্লেস, অনেক ৰোগে সৰিলত পিৰিত প্রলই জলৰ নিচিনাকৈ সকলোৰে জাতনা হৈচে। তাত বাজে এঁকাল মাউৰ দেসে দেসে বাৰ্হি গৈচে। সেই নিমিত্তে আমি জানিব পাৰোঁ জে এতিয়ালৈকে পাপিৰ ওপৰত ইশ্বৰৰ অত্যান্ত ক্রোধ আচে। তথাপি তেঁও এতিয়াৰ কালৰ মানুহক ৰব এক উপাই দিচে; জেনেকৈ নোহাক প্রলয়ৰ জলত প্রান ৰাখিবলৈ জাহাজৰ দোআৰাই উপাই কৰিলে, সেই ৰূপে আমাৰ পাপৰ পৰা উধাৰ হবলৈকো তেঁও জগতৰ আদিৰে পৰা নিস্তাৰৰ পথ থিৰ কৰি থৈচে। সেই পথেই হলে প্রভু য়িচু খ্রিস্ট, জি জন জগতলৈ আহি সকলো সংসাৰৰ পাপৰ ভৰ তেঁও আপুনি লৈ আমাৰ সলনি আৰু আমাৰ পাপৰ মহা প্রাচিত হবৰ নিমিত্তে পেৰেঙ্গনিত তেঁওৰ সেই প্রান ভগন কৰি, আমালৈ পৰিত্রান দান দিলে; সেই জনেই আমাৰ মহা আস্রই হই। জিবিলাকে তেঁওৰ চৰনত পাপৰ খেমা খোজে, আৰু আগৰ অগনন অপৰাধৰ নিমিত্তে খেদ কৰি তেঁওত বিস্বাস কৰে; সেইবিলাকক তেঁও পৰিত্রান কৰি অনন্ত পৰম আয়ুস দিব। কিন্তু জিবিলাকে তেঁওত বিশ্বাস ন কৰি তেঁওৰ প্রাচিতক হেলা কৰি আপোনাৰ এই সুভাগ্য কাল মিচাই খেদাই; সেইবিলাকৰ ওপৰত তেঁওৰ ক্রোধ প্রজলিত হৈ অন্তৰ কালত আহিব, তেতিয়া সিবিলাকৰ ৰখ্যা ন হব; কিন্তু সেই সময়ত সকলো মিচা আস্রই লোআবিলাকৰ সন্তাপ হব। আৰু জেনেকৈ ইশ্বৰৰ ক্রোধ আগৰ মানুহৰ ওপৰত থকাত সেই সকলোকে পানিৰে সংহাৰ কৰিলে, সেই ৰূপে তেঁওৰ মহা ক্রোধ প্রকাস হবৰ আৰু এটা দিন তেঁও ৰাখি থৈচে। কিন্তু আগৰ নিচিনাকৈ মানুহক আন জাতনাৰে সংহাৰ কৰিব এনে ন হই। তেতিয়া তেঁও একে বাৰে উৰাৰ কৰি প্রিথিবিৰ পৰা গুচাব। সেই দিন এনেকৈ আহিব। ওপৰত মই জি প্রভু য়িচু খ্রিস্টৰ কথা লিখিচোঁ, জেনেকৈ মানুহে পাপৰ উধাৰ হবৰ নিমিত্তে তেঁওৰ প্রান দিবলৈ আহিল, তেনেকৈ আকও আহিব, তথাপি সেই ৰূপে দুখ ভুঞ্জি পাপিৰ হাতত প্রান ভগন কৰিবলৈ নাহিব। কিন্তু অতি মহিমাৰে আৰু সুৰ্জতকৈও মহা প্রতাপিৰে সকলো দুত আৰু সাধুবিলাকক লগত লৈ মেঘৰ ওপৰত বহি আহিব। তাতে তেঁওৰ পৰম দুত গনে মহা সবদ হোআ ভেঁৰি বজাব; তেতিয়া সমুদাই মৃত্যু লোকে সেই বাদ্যৰ মাত সুনি আগৰ সৰিল আৰু নিজ আত্মাৰে সংজোগ হৈ উঠিব। আৰু সুৰ্জ চন্দ্র সকলো নখ্যত্রবিলাক গুচিব। জগত ধন অগ্নিৰে ভস্ম কৰিব। তেতিয়া তেঁও আপোনাৰ সোধ আসনত, অৰ্থাত তেঁওৰ জোতিৰ্মই সিংহাসনত বহি জিৱনৰ পুথি মেলি মানুহৰ নিজ নিজ কৰমৰ দৰে সোধ কৰি আপোন আপোন প্রতি-

ফল দিব। সেই সময়ত পাপি লোকৰ মহা বিয়াকুল আৰু বিলাপ হব। কিয়নো তেঁও মানুহৰ মুখলৈ চাই সোধ ন কৰে কিন্তু মনৰ আৰু গুপুত কৰমৰ সোধ কৰি ৰজা প্ৰজা সকলোকে একে ঠাইতে জাতনা দিব। তাৰ পাচে সাধুসবক অনন্ত অজৰ অমৰ সুখ, জতে সোক জাতনা ক্ৰন্দন ন হব সেই পৰম থানত নিবাস দি ৰাখিব। তেতিয়া সিবিলাকৰ ওপৰত সুৰ্জে আৰু চন্দ্ৰে পহৰ কৰিবলৈ প্ৰয়োজন নাই, কিন্তু পৰম ইশ্বৰে সিবিলাকক পহৰ দিব। আৰু জিবিলাক পাপি সিইঁতৰো অনন্ত নৰকত জতে জুই আৰু গন্ধক, আৰু জতে সিইঁতৰ জাতনা ওৰ ন পৰিব এনে ঠাইত ভাগ দিব; তাতে সিইঁতে দুখ পাই মৰনক বিচাৰিব, কিন্তু মৰন সিইঁতৰ পৰা পলাব। সেয়ে ইশ্বৰৰ আহিব লগা ক্ৰোধ, আৰু সেই সময়ত কোনো পাপিএ ইশ্বৰৰ হাতৰ পৰা পলাই সাৰিব নোআৰে কিন্তু সকলোৰে ওপৰত তেঁওৰ সেই ক্ৰোধ মহা অগ্নিৰ নিচিনাকৈ জলি সদা সৰ্বদাই জ্বিৰনি নো হোআকৈ ঘোৰ জাতনা ভুঞ্জাব।

সুনিওক জগতৰ সৰ্ব নৰগন,
ক্ৰিতাঞ্জলি কৰি মই কৰোঁ নিবেদন;
দেখা দেখা বন্ধু সব ভাবিয়া মনত,
সমস্ত সংসাৰ প্ৰানি ডুবিচে পাপত,
দুৰাচাৰ হৈয়া সবে কৰে নানা পাপ,
সেকাৰনে প্ৰজলিত ইশ্বৰৰ সাপ।
ইহাৰ প্ৰমান সবে জানিবা নিশ্বই,
ৰোগ, দুখ, ক্লেস সবিলত অতিসই;
কিন্তু পৰকালৰ গতি কিহব বিলাই
নে ভাবিয়া থাকে সবে তাক সমুদাই।
অল্প দিন ভোগ হেতু তাৰ প্ৰয়োজন,
মিত্যু হলে সঙ্গে কাৰো নাহি জাব ধন,
জন্মিলে মৰন আচে জানা সৰ্বজন,
মৰনান্তে স্বৰ্গে কিবা নৰকে গমন।
সত্যাস্ৰুই বিনা কোনো স্বৰ্গে নাহি জাব
অধো মুখ হৈয়া ঘোৰ নৰকে পৰিব;
তাহাতে পৰিলে ভাই ৰখ্যা নাহি কাৰ,
কান্দিব অনন্ত কাল কৰি হাহাকাৰ।
তেই কৰা হে বন্ধুন পবিৰা তাত
সত্য পথ বিচাৰিয়া সাবিও হে হাত;
বিচাৰ কৰিয়া দেখা সৰ্ব নৰ গন,
আহিচিলে এজগতে সত্য মহাজন।
নামে য়িচু খ্ৰিষ্ট অধিকাৰ জিৱনৰ
অৱতাৰ হৈলা দেহা ধৰি মনুস্যৰ;
আস্ৰুই কৰা হে খ্ৰিষ্টত কাল বেথা জাই,
খ্ৰিষ্টৰ চৰন বিনা নাহি অন্যোপাই। ন.ল

---

## বুৰা মানুহ এটা মৰাৰ কথা।

Death of an old Man.

বৰ্ত্তমান মাহৰ ৭ তাৰিখে সোম বাৰৰ দিনা বেলি এঘাৰে বজাৰ সময়ত অতি বয়সিআ বুৰা মানুহ এজন পাদুৰি কটৰ সাহাবৰ টোলত মিত্যু হল। এই কথা লিখাজনে তাৰ মৰনৰ এক সপ্তাহৰ পুৰ্বে তাৰ ঘৰলৈ গৈ সুধিলে বোলে, আপ, তোমাৰ বয়স কিমান হৈচে? সি উত্তৰ দিলে বোলে, মই কব নোআৰোঁ কিয়নো লেখ বুজ একো নে জানোঁ, তথাপি মটকত জেতিয়া চেকনি ধৰা ৰন হই তেতিয়া মই আন্দাজ আঠ বচৰিয়া লৰাৰ মান ডাঙৰ তাকেহে জানোঁ, তেতিয়াৰ পৰা এতিয়ালৈকে বা কিমান বচৰ হল মই তাৰো বুজ নে পাও।

আৰু ধৰমৰ কথা সুধিলতো তোমাৰ পাপৰ পৰা কোনে নিস্তাৰ কৰিব পাৰে চৰুপ ইশ্বৰ কোন ইয়াৰ বুজ পোআনে? সি বোলে, য়িচু খ্ৰিষ্টে চৰুপ ইশ্বৰ তেঁওএ মানুহক নিস্তাৰ কৰিব পাৰে আৰু মযো তেঁওকেহে চিন্তি আচোঁ। এই কথা তাৰ মুখৰ পৰা সুনাত, এনে ভাবনা আহে জদি সি মনে চিতে হৈতে চৰুপকৈ খ্ৰিষ্টত বিশ্বাস কৰিচে তেন্তে পাপৰ মোচন পাব, কিয়নো আমাৰ প্ৰভু অতি দায়ালু। আৰু সি জিয়াই থাকোঁতে ভকতবিলাকৰ মুখে খ্ৰিষ্টৰ কথা অনেক দিন সুনিলে, আৰু কেতিয়াবা কেতিয়াবা প্ৰভুলৈ আঠু কৰ্হাও দেখিচোঁ, ইয়াতে মোৰ আসা জন্মে কি জানি সি বিশ্বাস কৰিব পাই।

সেই মানুহটো অনেক বচৰৰ পৰা তাৰ ভাগিনিএকৰ লগত আচিল, পাচে ভাগিনিএক মৰিলত সেই বুৰাৰ প্ৰতি পালৰ আৰু আন আস্ৰুই নাই দেখি তালৈ সাহাবৰ মৰম লাগি সি থাকিবলৈ

এটা সৰু ঘৰ সাজি দিলে আৰু খাবলৈকো মাহে মাহে এটকা ৰূপ নিৰিখ কৰি দিলে, তাৰেই সি প্ৰবৰ্ত্তি আছিল। দেখা বিদেসি মানুহ হৈ ইমান মৰম কৰিলে, কিন্তু আপোন দেসিবিলাকে তাৰ অন্ত কালত পানি এটুপি দিবলৈকো ওচৰলৈ নাহিল, আৰু তাৰ জি জি আছিল, ৰাতি আটাই খনি চুৰকৈ নিলেহে, এনে মৰম নাইকিয়া সি নৌ মৰোঁতেই তাৰ গাত জি কাপৰ আছিল তাকো বখলিয়াই নি জাৰত তাক নিচলাকৈ থৈ গল। আৰু আন এঘৰৰ ঘৰত থৰ খোজাত তাক ঘিনালে, সাহাবে কৈছিলে বোলে, তোমাৰ ঘৰত থৰ নে লাগে বেলেগে ঘৰ সাজি দিম, তাতে তুমি তাক পানি পোতনি টোপা দি অৰ্থাত সি জি খাব পাৰে তাকে দি ন মৰে মানে তাক অলপ চেষ্টা কৰি থাকিবা, এই বুলি কুলি লগাই সেই মানুহৰ ঘৰৰ মুৰত্তে হাত চেৰেক ঘৰ জোৰা দিয়াত তাৰ তিৰোতাই সেই কথা বুজ পাই বৰকৈ এৰাও কৰিব ধৰিলে, আৰু কলে বোলে, জদি সেই বুৰাক সাহাবে আমাৰ ওচৰত থই তেন্তে আমি তাত নে থাকোঁ, এই ৰূপে বৰকৈ চিঁয়ৰিব ধৰাত নিবলৈ ন হল; কিন্তু সাহাবে আন এটা মানুহক তাৰ লগত পৰ দি থাকিব দিলে পাচে দুই দিন মান থাকি বুৰাও মৰিল আৰু খ্ৰিষ্টিয়ানবোৰে তাৰ মৈদাম বান্ধিলে। ন্দ.



## বলদ গৰুৰ বিৱৰণ।

The Ox.

গৰু প্ৰাই সকলো দেসত আছে, কিন্তু ইউৰপত্তে আমেৰিকাতে অতি ভাল জাতৰ গৰু পোআ জাই, আৰু সেই দেসৰ গৰুবোৰ অসম দেসৰ মঁহবোৰৰ মান ডাঙ্গৰ। তিনি চাৰি বচৰিয়া বলদ গৰুটেৰে হলে ওৰে দিনটো বল কৰাব পাৰি; অসম দেসৰ মঁহবোৰতকৈও তাৰ বল সৰহ। ইংলণ্ড দেসত আগেএ ভাল বলদ গৰু একোঁটাত ১০০ এস টকা মান দাম আছিল। হাল বাবলৈ আৰু ৰথ, কাঠ আদি কৰি টনাবলৈ সেই জন্তু বৰ ভাল। বঙ্গালৰ আৰু হিন্দুস্থানৰ গৰুবোৰ ইউৰপৰ গৰুতকৈ সৰু কিন্তু অসম দেসৰ গৰুতকৈ ডাঙ্গৰ। সেই দেসবোৰত আৰু·মান দেসতো গৰুৱে ৰথ সৰহকৈ টনাই আৰু অনেক লোকে গৰুৰ গাঁৰিতহে উঠি ফুৰে। হিন্দুস্থানৰ গৰুবোৰৰ ডাঙ্গৰ চুট আছে, ইউৰপৰ গৰুবোৰত হলে সিমান ডাঙ্গৰ চুট নাই। অনেক বৰনিয়া গৰু আছে, তথাপি কোনো কোনো লোকে বগা, ৰঙা বৰনিয়া গৰুক আন বৰনিয়াতকৈ নৰম বোলে। ১৫। ১৬ বচৰৰ পৰা গৰুবোৰ আৰু নে বাৰ্হে। তাৰ দাঁত চাএই বয়স কিমান হৈছে জানিব পাৰি। তলৰ দাঁতৰ সাৰিত্তে যাঁহ চিজা দাঁত আঠোটা থাকে, বয়স দহ মাহ হলেই সোঁ মাজৰে দুটা দাঁত

সৰে তাতে আৰুও নকৈ দুটা গজে, সেই দুটা আগত কৈও ডাঙৰ হে কিন্তু সিমান বগা ন হয়। বয়স সোল মাহ হলে সেই দাঁতৰ দুই কোসৰে আৰুও দুটা সৰে তাতো নকৈ দুটা গজে; এই ৰূপেই চ মাহ চ মাহৰ মুৰত আঠৈ বচৰলৈকে দুটা দুটা সৰি দুটা দুটা গজি থাকে; জেতিয়া অলপ বুৰা হয় দাঁতবোৰ লাহে লাহে কলা পৰি, দিঘল চুটি হৈ জায়, তাতে দাঁতৰ বলো কম আৰু সমান নো হোআত বন ঘাঁহ আদি চিঙি চোবাই খাব নোআৰাত বচৰি বচৰি খিনাই খিনাই একো ৰোগ নো হোআকৈঐ মৰি থাকে। দাঁতত্তকৈ সিঙ্গত গৰুৰ বয়স ভালকৈ জানিব পাৰি। ৪ বচৰত সিঙ্গৰ গুৰি ডোখৰ ডাঠ আৰু নিমজ হয়; ৫ বচৰত কিচু মান সিঙ্গ জোৰ ডাঙৰ হয় আৰু ৰূপো লয়, আৰু সি ন মৰে মানে সিঙ্গত বচৰি বচৰি এক এক ৰূপ বাৰ্হি জায়। এই হেতুকে পূৰ্ব্বৰ চাৰি বচৰে সৈতে সিঙ্গৰ ৰূপ লেখিলেই গৰুৰ বয়স ঠিককৈ জানিব পাৰি। কেতিয়াবা কেতিয়াবা গৰু বেচা দুৰ্জ্জন মানুহে গৰুৰ বয়স অলপ বুলি জানিবলৈ সিঙ্গৰ ৰূপ চেৰেক চিনিব নোআৰাকৈ চাঁচি থয়।

বঙ্গাল আৰু হিন্দুস্থান আন আন দেসত্তো মঁহৰ নিচিনাকৈ গৰুবোৰৰ নাক বিন্ধি নাকি লগায়, জেনেকৈ ঘোঁৰাত উঠি লেগামেৰে সৈতে ফুৰায় তেনেকৈ মানুহে গৰুত্তো উঠি দিনটত ১৫। ২০ ক্রোচ মান কেতিয়াবা কেতিয়াবা ফুৰে। আগৰ কালত ইংলণ্ডৰ ডাঙৰ লোকে ভতৰা গৰু আৰু এক জাতৰ অতি চোকা কুকুৰ পোহে, পাচে বচৰি বচৰি গৰু কুকুৰ দুইকো জুজ লগাই তাকে ৰঙ্গ বুলি ৰজাকে আদি কৰি অনেক মানুহ চাবলৈ জায়, কিন্তু সেই মেলেচৰ দস্তুৰ এতিয়া এৰিলে। ইস্পানিয়া দেসত হলে এতিয়ালৈকে বচৰি বচৰি নিৰ্দ্দয়া ৰূপে ভতৰা গৰু ঘোঁৰা মানুহে সৈতে জুজাই ঘোঁৰা গৰু অনেক মাৰি কেতিয়াবা কেতিয়াবা মানুহো মাৰে। এনে কুকৰম ৰঙ্গ তামচা বুলি ত্রিচ চলিচ হেজাৰ মান মানুহে ৰজা কুঁঅৰি ফুকনকে আদি কৰি তাকে চাবলৈ চাপে।

স্কটলণ্ড দেসৰ লাগন গাঁৱৰ ওচৰত জেবোআৰেৰ নি দিয়াকৈ অনেক খেতি পথাৰ বাৰি আচিল তাতে থকা এজনে সাহাবৰ গৰুৰ জাকত এটা অতি চিকন সিঙ্গ নাইকিয়া ভতৰা গৰু আচিল সেই গৰুবোৰ লোকৰ পথাৰলৈ নে জাবৰ কাৰনে এটা লৰা গৰখিয়া দিলে কিন্তু লৰাটো বৰ সৰপা সি টোপনিয়াই সুই সুই থাকে, পাচে গৰুবোৰে ধান খাবলৈ জোআত খেতিয়কে সহিব নোআৰি গৰখিয়াক সাস্তি কৰে তাতে তাৰ বৰ খঙ্গ উঠি এচাৰি এডাল হাতত লৈ সি মাৰ মৰা কোনোটো গৰু বাহিৰ হলেই পাৰে মানে মৰিআই ওভোতাই আনে। তেতিয়া এই অপৰাধতে গৰুবোৰৰ এনে দুৰ্গতি হৈচে বুলি সেই ভতৰা গৰুটে জানি গৰুবোৰ জাৰ খুজিলেই সি আগচি আনে তাতে জদি কোনোটো সিমা পাৰহৈ জাইএই তাক সি মূৰেৰে খুন্দিয়াই খুন্দিয়াই সাস্তি কৰি আনেগৈ, আৰু গৰুএ দেখি তাৰ পৰা নে জাবৰ কাৰন সি আন পথাৰলৈ কেতিয়াও নে জায় তেতিযা ভতৰাটে গৰু জাক এনে ভালকৈ ৰখা দেখি খেতিয়কে গৰখিয়াটো তাৰ পৰা নি আন বনত লগালে।

ইউৰপিয়া ভতৰা গৰুবোৰ অতি খঙ্গাল; বান্ধি ন থলে মানুহক ৰৰকৈ খেদি খেদি খুঁচিবলৈ জায়। এজন খেতিয়কৰ অতি খঙ্গাল এটা ভতৰা গৰু আচিলে, তাক লোৰ সিকলিৰেহে সদায় বান্ধি থয়। জেতিয়া পানি খুআবলৈ নিএ ৰখিয়াই সিকলিত ধৰি বুধিএৰেহে লৈ জায়। পাচে খেতিয়কৰ ভায়েকে সেই ভতৰা গৰুক কেতিয়াবা জোকালত সি তাক নিচেই দেখিব নোআৰে। জেতিয়া নিলগত দেখে হোঁকৰনি মাৰি সিঙ্গেৰে মাটিত খুম মাৰি মাটিবোৰ দলি মাৰি মাৰি পঠায়। আৰু সেই মানুহত তাৰ চকু পৰিলেই অতিসই খঙ্গেৰে জেন খোঁচ মাৰি মাৰিব গৈএই এনে ভই দেখুআই থাকে। এদিন পানি খুআবলৈ নিয়াত সেই মানুহক কেনেবাকৈ সি দেখা পাই খুঁচিবলৈ দুৰেসিও চল চাই চাই জাঁপ মাৰিচিল, তথাপি ৰখিয়াৰ কাৰনে এৰাই জাব নোআৰিলে। পাচে এক ৰাতি সেই দেসত কোনোএনে দেখা নুসুনা অতি ভয়ঙ্কৰ ধুমুহা, মেঘ গাজনি আৰু ঘনে ২ বিদুলি হৈচিল; দহ হেজাৰ বৰ টোপৰ সৰদৰ নিচিনা মেঘে গাজিচিল

আৰু বিদুলিৰে আকাস গোটেই খন জুইৰ নিচিনা প্ৰজ্বলিত হল। সেই সময়ত ভতৰাই অতি ভই পাই ৰৰকৈ বেৰাই ঘুৰি ফুৰিচিল। সি থকা গোহালিত বেৰ নাইকিয়া দেখি গিৰিঁইতে ভাৱিলে জে কি জানি সি বিদুলি দেখি ভই কৰিচে, সেই নিমিত্তে তাক ভঁৰালৰ ভিতৰলৈ সুমাবলৈ লগৰ মানুহবোৰক আগ্যা দিলে তথাপি ইমান অন্ধকাৰ নিসা মেঘৰ গৰ্জনি তাতে বিদুলি দেখি কোনো মানুহ জাবলৈ সাহ ন কৰিলে। তেতিয়া তাৰ ভায়েক ৰৰ মৰমিয়াল মানুহ আৰু গৰুটৰ দুখ দেখি সি গৈ তাৰ ওচৰ পাই চালে দেখে সি কঁপি কঁপি পৰি আচে, আৰু তাৰ নাক সিকলিৰে চুচি ঘা লগাই থৈচে, কিয়নো সি চিঙ্গি জাব পাৰোঁ বুলি ঘুৰি ঘুৰি বল দিচিলে। তেতিয়া তাৰ সত্ৰুক দেখিও আগৰ নিচিনাকৈ খঙ্গ নুচিল আৰু ৰৰ ৰঙ্গহে পালে। তেতিয়া নিয়ম ৰূপে তাৰ পাচে পাচে গৈ ভিতৰ সোমালগৈ। ৰাতি পুআলত তাক আকও সেই মুকলি গোহালিলৈ আনিলে; তেতিয়া সি দেখিৰ নোআৰা সেই মানুহটোৰ ওচৰলৈ জোআত আন খোনৰ নিচিনাকৈ হেঁাকৰি খুম মাৰি মাটি নি সিচিলে। তাতে সি ভাবিলে জেন কালি ৰাতি মই মৰম কৰিলোঁ সেয়ে ইয়াৰ মনত আচে, সেই কাৰনেহে তাৰ ওচৰলৈ মোক জাব দিচে। সেই দিনাৰে পৰা তাক জোকাই ধেমালি কৰিবলৈ আৰু মুৰত থপিয়াবলৈ দিলে, জেতিয়া সি তাক চাবলৈ জাই ভতৰাই ৰৰ ৰঙ্গ দেখুআই আৰু সেই মানুহক জেনেকৈ তাৰে সৈতে ধেমালি কৰিব দিএ আন কোনো মানুহক তেনেকৈ নি দিএ। §



Almanac or March, 1848

## মাৰ্চ মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৮। হিন্দু সঁক ১৭৬৯।

| | মাৰ্চ | ফাগুন | সুৰ্জ্জোদয় | সুৰ্জ্জাস্ত | চন্দ্ৰাং | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| বুধ | ১ | ১৯ | ৬।২৮ | ৫।৫৮ | ২৫ | ২।৪১ |
| ব্রিহস্পতি | ২ | ২০ | ৬।২৭ | ৫।৫৮ | ২৬ | ৩।২৯ |
| সুকুৰ | ৩ | ২১ | ৬।২৬ | ৫।৫৯ | ২৭ | ৪।১৮ |
| সনি | ৪ | ২২ | ৬।২৫ | ৫।৫৯ | ২৮ | ৫।৪ |
| দেও | ৫ | ২৩ | ৬।২৪ | ৬।০ | ০ | চন্দ্ৰাস্ত |
| সোম | ৬ | ২৪ | ৬।২৩ | ৬।০ | ১ | ৭।১ |
| মঙ্গল | ৭ | ২৫ | ৬।২২ | ৬।১ | ২ | ৮।৬ |
| বুধ | ৮ | ২৬ | ৬।২১ | ৬।১ | ৩ | ৯।১০ |
| ব্রিহস্পতি | ৯ | ২৭ | ৬।২০ | ৬।২ | ৪ | ১০।১৫ |
| সুকুৰ | ১০ | ২৮ | ৬।১৯ | ৬।৩ | ৫ | ১১।১৮ |
| সনি | ১১ | ২৯ | ৬।১৮ | ৬।৪ | ৬ | পুআ |
| দেও | ১২ | ৩০ | ৬।১৬ | ৬।৪ | ৭ | ০।১৯ |
| | | চত | | | | |
| সোম | ১৩ | ১ | ৬।১৫ | ৬।৪ | ৮ | ১।১৬ |
| মঙ্গল | ১৪ | ২ | ৬।১৪ | ৬।৫ | ৯ | ২।৮ |
| বুধ | ১৫ | ৩ | ৬।১৩ | ৬।৫ | ১০ | ২।৫৪ |
| ব্রিহস্পতি | ১৬ | ৪ | ৬।১২ | ৬।৬ | ১১ | ৩।৩৯ |
| সুকুৰ | ১৭ | ৫ | ৬।১১ | ৬।৬ | ১২ | ৪।২২ |
| সনি | ১৮ | ৬ | ৬।১০ | ৬।৭ | ১৩ | ৪।৫৯ |
| দেও | ১৯ | ৭ | ৬।৯ | ৬।৭ | ১৪ | চন্দ্ৰোদই |
| সোম | ২০ | ৮ | ৬।৮ | ৬।৮ | ১৫ | ৬।৪৩ |
| মঙ্গল | ২১ | ৯ | ৬।৭ | ৬।৮ | ১৬ | ৭।৩২ |
| বুধ | ২২ | ১০ | ৬।৫ | ৬।৯ | ১৭ | ৮।২৩ |
| ব্রিহস্পতি | ২৩ | ১১ | ৬।৪ | ৬।৯ | ১৮ | ৯।১৩ |
| সুকুৰ | ২৪ | ১২ | ৬।৩ | ৬।১০ | ১৯ | ১০।৫ |
| সনি | ২৫ | ১৩ | ৬।২ | ৬।১০ | ২০ | ১০।৫৬ |
| দেও | ২৬ | ১৪ | ৬।১ | ৬।১১ | ২১ | ১১।৪৩ |
| সোম | ২৭ | ১৫ | ৬।০ | ৬।১১ | ২২ | পুআ |
| মঙ্গল | ২৮ | ১৬ | ৫।৫৯ | ৬।১২ | ২৩ | ০।৩২ |
| বুধ | ২৯ | ১৭ | ৫।৫৮ | ৬।১২ | ২৪ | ১।২১ |
| ব্রিহস্পতি | ৩০ | ১৮ | ৫।৫৭ | ৬।১৩ | ২৫ | ২।৭ |
| সুকুৰ | ৩১ | ১৯ | ৫।৫৬ | ৬।১৩ | ২৬ | ২।৫৩ |

৫ দিনৰ ভাটি ৭।৩৫ বজাত আমাবাস্যা।

২০ দিনৰ পুআ ৩। ২৮ বজাত পুৰ্নিমা।

১৯ তাৰিখ দেও ৰাৰৰ ৰাতি মানিসাৰ পৰা পুআলৈকে চন্দ্ৰৰ গ্ৰহন লাগিব।

*The* Orunodoi, *Published Monthly by* O. T. Cutter, *at the Am. Bap. Mission Press, Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতিয় চোঙা। মো° শিৱসাগৰ, মাৰ্চ, ১৮৪৮ খ্রিষ্ট অ° শঁক। নম্বৰ ৩।

VOL. III. SIBSAGOR, ASAM, MARCH, 1848. No. 3.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

কলিকতা নগৰত ৬ ফেব্রোআৰি দেও বাৰত দুটা লৰাই হিলৈৰে ওমলোঁতে এটাই হিলৈ মাৰি ওচৰত থকা এজনি চোআলিৰ গাত গুলি লাগি মৰিল।

২০ ফেব্রোআৰি তাৰিখৰ ভাটি বেলা ৫ বজাত কলিকতা নগৰত ভুঁইকঁপ গল।

মানুহক অচেতন কৰা ক্লোৰোফৰ্ম নামে এবিধ দৰৱ জানি ডক্তৰ লোকে এতিয়া গাত দুখ নি দিয়াকৈ ভৰি হাত আদি সকলো কাটি গুচাব পাৰে। মাইনপুৰিত থকা এজন মানুহ আপোন ঘাতি হবলৈ ডিঙ্গি কাটিলে, কিন্তু ন মৰিল, তিনি মাহ মানত ঘা সুকাই গল, তথাপি নেলিত এটা বিন্ধা থাকিল। তাতে চিম্চন নামে এজন ডক্তৰ চাহাবে ১০ ফেব্রোআৰিত সেই মানুহক ক্লোৰোফৰ্ম খুআই অচেতন কৰিলে, পাচে বিন্ধা ঢাকিবলৈ ঘাৰ তলে চাল এডোখৰ কাটি তুলি বিন্ধাৰ ওপৰত সি থলে। কৰি এঁটালত সেই মানুহে সাৰ পাই একো দুখ নে পালোঁ বুলি কলে।

২৫ জানোআৰি তাৰিখত লাহোৰ নগৰৰ কইদি লোক ৬০ জনে বৰ্কান্দাজ এটাক মাৰি ফাটকৰ পৰা ওলাই গল। পাচে চিপাহিএ সিইতক খেদি গৈ ৪৫ জনক ধৰিলে, সি পোস্কেৰেটাক খুন কৰিলে, তাৰ মাজৰ চাইটা মৰিল।

অজুল বজাই কম্পানিৰ অহিতে দ্রোহ কৰি সৈন্য চপাইচে, ইয়াকে সুনি মান্দ্ৰাজৰ ৩০০ চিপাহি গৈ তাৰে সৈতে ১৫ ফেব্ৰোআৰিত জুধ কৰি তাক ধৰি আনিলে।

যেহে সৈতে ৰন হব বুলি স°সই কৰি কম্পানিৰ অনেক জাহাজ আৰু সেনা সেনাপতিএ তালৈ গৈ গৈ গোট খাই আচে।

৩০ জানোআৰিত এস্কিন নামে জৰ্মানি দেসৰ এখান জাহাজ মগ দেসৰ দাঁতিএ জাঁওতে সিলত লাগি একে বেলিএই ভাগি ভল গল। তাৰ মানুহবোৰে সক নাৱত উঠি সকলো ৰখ্যা পৰিল।

জাবা মাজুলিত অনেক ভুঁইকঁপ গলত ৪ ডিচেম্বৰৰ ৰাতি পুআত চাই বৃষ্টি হল; পাচে ভাটি বেলাত ৰৰখুন আৰু গন্ধক পৰি ৰাহিৰৰ ৰনুআৰিলাকৰ কাপৰত দম খাই গন্ধকৰ চেকা লাগিল।

জাপান মাজুলিৰ ওচৰৰ সাগৰত লৰঞ্চ নামে এখান আমেৰিকান জাহাজে তিমি মাচ বিচাৰোঁতে ১৮৪৬ সকৰ ২৭ মেই তাৰিখৰ ৰাতিত খুন্দা খাই লাগি ভাগিল। তাৰ আঠোটা মাখোন মানুহ নাৱত উঠি ৭ দিন ৰাই ৰাই জাপান মাজুলি পালেগৈ। ৰাম উঠিলত সেই ঠাইৰ গাঁৱলিয়াবিলাকে অস্ত্ৰ সস্ত্ৰ লৈ সিবিলাকক ধৰি এখোঁটালি সৰু বন্দিসালত সুমাই থলে। তাৰ পৰা ১১ মাহৰ ভিতৰত এদিনো ৰাহিৰত ফুৰিবলৈ পোআ নাই; এজনে পলাবলৈ ধৰাত তাক মাৰিলে। জাপান লোকে সিবিলাকক ই°ৰাজি বুলি ভাবি সিবিলাকৰ কথা স্বৰূপ বুলি নে মানিলে, পাচে আমেৰিকাৰ মানুহ হই বুলি জানি মেলি দেসৰ পৰা পঠাই দিলে।

ই°লণ্ড দেসৰ স্তাফৰ্দ নগৰৰ ওচৰত লৰ্ড হাৰোবিৰ ১৭ বচৰিয়া নাতিনিএকে ১০ ডিচেম্বৰত জুইৰ কোনৰত থিয় হৈ থাকোঁতে তেঁওৰ কাপৰত জুই লাগিলত এটাহ পাৰি কান্দি তেও পৰাত

তেঁওৰ দদায়েকে গাৱট মাৰি ধৰি গ্রমেৰে জুই নুমালে, কিন্তু ৰৰকৈ পোৰাত এদিন মাথোন জিলে।

ফ্রাঞ্চি ৰজাই ইংলণ্ডৰ মহা ৰানিক এটা সুন্দৰ কুকুৰ পঠাই ভেঁটি দিলে। সেই কুকুৰ বৰ চোকা হোআত সিকলিৰে বান্ধি ৰাখে, কেতিয়াও মেলিব নোআৰে। মহা ৰানিএ এদিন তাক চাবলৈ গৈ, থাৱ বুলি নে জানি, তাৰ গাত হাত ফুৰাঁওতে কুকুৰে হাতত কামোৰ মাৰি দিলে। পাচে তাক আৰু নে ৰাখি বনৰিয়া জন্তু থকা এথন পহু গঁৰালৰ গৰাকিক দিলে।

৪। ৫ ডিচেম্বৰৰ তাৰিখত ইংলণ্ডক মেৰাই থকা সাগৰত বৰ তুফান ধুমুহা ৰতাহ হৈচিল, তাতে ১০। ১২ খন বৰ জাহাজ নষ্ট হল, আৰু অনেক মানুহ মৰিল।

ইংলণ্ড দেসত জানোআৰি ১৪ তাৰিখত লর্ড পৰিচ চাহাব আপোনাৰ পুতেক আৰু আন মানুহ জন চাৰেকে সৈতে চিকাৰ কৰোঁতে এটা ভৰিক চৰাই উৰি জোআত পুতেকে তাক গুলিয়ালে; কিন্তু বাপেক পোন হৈ থকাত নে দেখাকৈ গুলিয়ালত তেঁওৰ গাত লাগিল। পাচে তিন দিন জিয়াই থাকি বৰ বেদেনা পাই মৃত্যু হল।

ইংলণ্ড দেসত এলেজেগি নামে ৫ হাত ৩ আঙ্গুল ওখ, আৰু ৫ মোন ১৭ সেৰ গধুৰ হোআ এনে এজন মানুহ গাঁও ফুৰি লোকবিলাকক আপোনাক দেখাইচে।

নৱেম্বৰ ২৮ তাৰিখত লণ্ডন নগৰত হাৰিচ নামে এজন দৰ্জিএ আপোনাৰ লৰাক ওমলাঁওতে হিলৈৰ খাৰ তাকৰকৈ আলিয়ন দি এমুৰে জুই লগাই দিয়াত জি খাৰৰ টেপু হাতত আচিল তাত জুই অকস্মিত পৰিলত হটুৰাই ফুটি সেই মানুহৰ সোঁ হাত চিঙ্গি নিলে, এটা লৰাৰ মুখো ৰৰকৈ পুৰিলে, আৰু ঘৰৰ আর্চি দুআৰো ভাগিল।

দদ্‌লি গাঁৱৰ ওচৰত এক তিৰোতা মানুহৰ সক জিএকে কিচু বস্তু চুৰকৈ নি মিঠৈ কিনিলে, মাকে ইয়াকে বুজ পাই খঙ্গ কৰি জুইৰ পৰা তপত লো এডালক নি চোআলিৰ গালৈ দলি মাৰিলে, তাতে সেই লো তাইৰ কোসে সোমাই প্রান মাৰিলে।

স্কটলণ্ড দেসৰ ফলানাগান নামে এজনি তিৰোতাই ১০৭ বচৰ হৈ মৰিল। ইংলণ্ড দেসত বাৰ্কৰ নামে এজন মানুহ ১০১ বচৰ, আৰু স্তান্তন নামে এজনি তিৰোতা ১০৯ বচৰ হৈ মৰিল। ত্রেস্ত নগৰৰ এটা সম্বাদ পত্রত লিখিচে, লুকা ব্রিচিয়াক নামে এজন মগনিয়া ১১৬ বচৰ হৈ মৃত্যু হল।

আয়ৰলণ্ড দেসৰ তেমপলমোঅৰ গাঁৱৰ ওচৰত ২৩ নৱেম্বৰত ঔৰ্ক নামে এজন লোক বাটত জাঁওতে দুটা মানুহে খাপ দি সিলেৰে সৈতে তাৰ মুৰ ভাঙ্গি বধ কৰিলে।

আয়ৰলণ্ডৰ ৰৱিচোকেন গাঁৱত ২৯ নৱেম্বৰৰ তাৰিখত সিলেৰে খুন্দি বধ কৰা এজন মানুহৰ স বাটত দেখা পালে।

মাৰিয়া লুইচা নামে ফ্রাঞ্চিৰ আগৰ ৰজা নাপলিয়নৰ বিধৱা ৫৬ বচৰ বয়সিয়া হৈ ১৭ ডিচেম্বৰত পার্মা নগৰত মৃত্যু হল।

চুইচ দেসত জি ৰাজ দ্রোহ কৰিলে, তাক দমা হল। ৰাজ সৈন্যৰ ৮৮ জন মানুহ মৰা ৩৮৫ জন খুন হল, তাতকৈ ৰাজ দ্রোহিবিলাক চতুৰ গুন মান মৰা খুন হোআ হল।

চাকৃচনি দেসত ২৬ নৱেম্বৰত বেলবদৰ বনুআ ৩৭ জন মানুহ নাৱত উঠি এলব নদি পাৰ হঁওতে নাও বুৰি সকলো মৰিল।

অস্ত্রিয়া দেসৰ মাজত গালিচিয়া প্রদেসত এবচৰৰ ভিতৰত ৬০,৮২০ মানুহ খাবলৈ নে পাই দুর্বলি হোআ আৰু জৰে ধৰাত মৰিলে।

৩ জুন তাৰিখত লেডি কেনাৰেই নামে এখন জাহাজ লণ্ডন নগৰলৈ জাবৰ নিমিত্তে বম্বাই নগৰ এৰি গল। পাচে জাহাজ পানি কৰাৰ কাৰনে মানুহ আটাইবিলাকে ১৩ নৱেম্বৰত তাক এৰি আন জাহাজত উঠি গল। তথাপি সেই জাহাজ তল জোআ নাই, কিচু দিনৰ পাচে দেন্মার্ক দেসৰ দুই জাহাজৰ কাপ্তানে সেই এৰা জাহাজ দেখি তাকে লৈ হানি নো হোআকৈ ইংলণ্ড দেসলৈ নিলেগৈ, আৰু কলে, সেই জাহাজৰ বস্তু লুট কৰা জেন দেখিলোঁ।

৬ ডিচেম্বৰৰ বৰৰ্ত স্য নামে এখান আমেৰিকাৰ জাহাজত বজ্রপাত পৰি জুই লাগিল। পাচে তাৰ

মানুহ আটাইখিলাকে জাহাজ এৰি নাৱেৰে গলত জাহাজ বতাহে লিয়াত ৯ ডিচেম্বৰত ইংলণ্ডৰ দাঁতিত ওলালগৈ। তাতে বামত্ত লাগি পুৰি পুৰি থাকি ক্ৰমে ভষ্ম হৈ গল। মানুহ তাত থকা হোআ হলে কি জানি এই তিন দিনত জুই নুমাব পাৰিলেহেঁতেন।

চাৰানা নগৰৰ পৰা কাৰোলাইন নামেৰে এখান জাহাজ ইংলণ্ড দেসলৈ জাঁওতে ২৬ অক্তোবৰত ধুমুহা বতাহ বৰকৈ হলত সকলো খোআ বস্তু ঢৌএ উটুআই নিলে। পাচে ৬ দিন আহাৰ পানি নো হোআকৈ লঘোনে থাকি তাৰ মানুহবিলাকে ১০ নৱেম্বৰত মঙ্গহ খাই জিবৰ নিমিত্তে তাৰ এজন লোকক মাৰিবলৈ আলচি কোন মৰিব, ইয়াক জানিবলৈ গুটি বুলুআ খেল পাতিলে। তাতে এজন বৰ সকত্ত আইৰিস্য মানুহ ঘাটিল, কিন্তু সি হাতত দা লৈ তাৰ ওচৰলৈ চাপিবলৈ কাকো নি দিলে। তেতিয়া ১৯ বচৰিয়া লৰা মানুহ এজনে মোক মাৰা বুলি কলে। তাতে সেই সকত্ত মানুহটে লৰাক খুচিবলৈ উপাই কৰাত জাহাজৰ কাপ্তানে তাৰ পাচে দি আহি এখন চাচোনেৰে সেই আইৰিস্য মানুহটক মৰিয়াই মাৰিলে। পাচে সকলোএ তাৰ তেজ মঙ্গহ খালে, আৰু ১৩ নৱেম্বৰত আন জাহাজ ওলাই জিয়াই থকা কেইটাক ৰখ্যা কৰিলে।

নৱেম্বৰ মাহত আমেৰিকা দেসৰ মিসিসগান সৰোবৰত ফিনিক নামে এখান ভাপ জাহাজ বাসৰ পৰা ১৯ ডাঁৱ বাটৰ আঁতৰত জাঁওতে জুই লাগি পুৰিলে। তাৰ ভিতৰত ২০০ মানুহ আচিল, কেতবিলাকে সৰু নাও কাঠ আদিত উঠিল, কিন্তু সকলো পৰি মৰি তল গল।

আল্‌জেৰি দেসত ১১।১২ ডিচেম্বৰ তাৰিখত ফ্ৰাঞ্চিএ সৈন্তে বন কৰা সেনাপতি আবদেল কাদৰে কিচু সেনাই সৈন্তে মৰকো জি মানুহ ফ্ৰাঞ্চৰ ফলিয়া হই, সিবিলাকৰ কোঁচত জুধ কৰি ঘাটিল। পাচে সিইঁতে তাক খেদি খেদি ধৰাত ২১ ডিচেম্বৰত সি সৰনাগত হৈ পৰিল। পাচে ফ্ৰাঞ্চিৰ হাতত সেই সেনাপতি দিলত সিবিলাকে তাক কইদ কৰি ৰাখিবলৈ দিলে।

২৩ অক্তোবৰত নুজিলণ্ড উপদিপত থকা স্নৌ চাহাবৰ বঙ্গলালৈ আহি কোনো আদি ৰাসি লোকে চাহাব, মেম চাহাব আৰু লৰা এটা বধ কৰি ঘৰত জুই দি পুৰিলে।

অক্তোবৰ ২৯ তাৰিখত ইংৰাজি দেসত উত্তৰৰ পৰা আকাসত এটা বৰ জোতি ৰাতিত ওলাই দুই তিনি ঘৰি দেখিবলৈ বৰ আচৰিত। ইংৰাজি লোকে এনে জোতিক অৰোৰা অৰ্থাত উত্তৰ অৰুন বোলে।

---

## দৰিদ্ৰু আৰু মুৰ্খৰ কথা।

**Wisdom better than Riches.**

এক দেসত এজন বিদ্যা জনা সি বৰ দৰিদ্ৰু আৰু এজন মুৰ্খ সি বৰ ধনি, এই দুই জনে মিত্তিৰ হৈচিল। এদিন সেই দুই জনক কোনো লোকে এখন সভালৈ মাতিচিল তালৈকে দুয়ো জন গলত, সভাৰ সকলো লোকে গিয়ানি জনক বৰকৈ আদৰ সম্মান কৰিলে। তাকে দেখি মুৰ্খ জনে বৰ লাজ পাই, আপোনাৰ মনতে চিন্তা কৰিব ধৰিলে, মই কিয় মুৰ্খ হলোঁ? মই জদি বিদ্যাবান হলোঁহেঁতেন, তেন্তে সকলোএ মোকো আদৰ কৰিলেহেঁতেন। মোৰ ধন সম্পত্তি সৰহ আচে হই, কিন্তু ধন মোৰ লগত নে জাই বিদ্যা হলে সদাই লগতে জাই; এই নিমিত্তে সকলো ধন বই কৰি বিদ্যা জনা হবলৈ এতিয়াৰ পৰা মই চেষ্টা কৰিম, এনে থিৰ কৰিলে। সভা ভঙ্গাৰ পিচত বাটত্‌ জাঁওতে জাঁওতে সি বুলিলে, হে প্ৰিয় বন্ধু, তুমি জদি অনুগ্ৰহ কৰি মোৰ কথা লোআ, তেন্তে দুয়োৰো ভাল হব পাৰে। তেতিয়া গিয়ানি জনে সুধিলে, সি নো কি কথা? সি কলে বোলে, তুমি মোৰ সকলো ধন লোআ, আৰু তোমাৰ বিদ্যা মোক দিয়া। তাতে গিয়ানি জনে বুলিলে, তুমি ধন বেগতে দিব পাৰা হই কিন্তু মই তোমাক বেগতে বিদ্যা দিব নোআৰোঁ। এই কথা সুনি ধনিএ বুলিলে, হে ভাই, মই ধনৰ মমত এৰিব পাৰিলোঁ, তুমি জানো বিদ্যাৰ চেনেহ এৰিব নোআৰিলা? তাতে তেঁও বুলিলে, সুনা ভাই, আমাৰ মাজত এনে বিবাদ কৰাৰ কাৰন কি? আঁহা, আমি সাহাৰ লোকৰ ওচৰলৈ জাঁও, সি-

বিলাকে বিবেচনা কৰিব পাৰে, অৱশ্য কোনো মতে দুয়ো জনক বুজাব পাৰিব। ইয়াকে থিৰ কৰি দুয়ো জনে সাহাৰ লোকৰ আগলৈ গৈ সালাম দি সকলো কথাৰ নিবেদন কৰি কলে। সাহাযে সেই কথা সুনি কিচুমান ৰৈ বুলিলে, এতিয়াই তোমোলাকক দেখাঁও। পাচে চাঁদা কৰি কেতথনি টকাৰে সেই দৰিদ্ৰ গিয়ানি জনক ধনবান অৰ্থাত চহকি কৰাই মুৰ্খ জনত কলে, তুমি পৰ্হাসালিলৈ গৈ বিদ্যা সিকিবলৈ ধৰা তেহে গুনৱন্ত আৰু গিয়ানি হবা; জদি চাঁদা কৰি বিদ্যাকো দিব পৰা হলে, তেন্তে এতিয়াই তোমাকো বিদ্যা জনা কৰিলোঁহেঁতেন। §

---



জাইফলৰ গচ।

The Nutmeg Tree.

এই অতি সুন্দৰ গচ মোলোকা মাজুলিত অধিক আচে কিন্তু আন আন ঠাইতো পোআ জাই। এই অসম দেসৰ পৰ্বতবিলাকতো আচে তথাপি এইবোৰৰ গুটি অতি তেনে ভাল ন হই।

জাইফলৰ গচ একুৰি হাত মান ওখ হই তাৰ পাতো দেখিবলৈ অতি চিকন। ফুলবোৰ সৰু আৰু অলপ হালধিয়া বৰন। গুটি হলে নৰা বগৰিৰ সমান তাঙৰ আৰু তাৰে নিচিনা দেখিও; পকিলে হালধিয়া পৰে। এটা কিতাপত লিখিচে, জাইফলৰ গচে বচেৰেকত তিনি বাৰ গুটি ধৰে। প্ৰথম বাৰ এপ্ৰিল মাহত, সেইবোৰ গুটি আটাইতকৈ ভাল। দুতিয় বাৰ আগষ্ট মাহত, ত্ৰিতিয় বাৰ ডিচেম্বৰ মাহত; কিন্তু গুটি ভালকৈ পকিবলৈ ৯ মাহ মান লাগে। জেতিয়া পকে, পাৰি আনি, বাকলি বখলিয়ালে, ভিতৰত এতৰপ জালৰ নিচিনা পাতল ঢাকনি চাল থাকে, তাকে নিৰলকৈ একআই সুকাই থই, সেয়ে জাইপত্ৰি। পাচে গুটিবোৰ তিন মাহ মান ধুঁআৰ ওপৰত দি সুকাই, ভাঙ্গি, সাহটো উলিয়াই, তাকেহে জাইফল বোলে। আৰু সি সৰহ দিনলৈ থাকিবৰ মনেৰে চুনৰ পানিত জুবুৰিয়াই।

জিবোৰ জাইফলৰ বৰ গন্ধ আৰু তাঙৰ, গধুৰ, আৰু জলফাই টেঙ্গাৰ দৰে দেখি সেইবিলাক চিকন, তাক বাচি বাচি কিনিব লাগে। সি খাবলৈ উত্তম মচলা আৰু দৰৱলৈকো অনেক কাৰ্জলৈকো ভাল। জাইফলবোৰ জন্ত্ৰত চেপিলে অতি সুগন্ধিত তেল ওলাই; সেই তেল দৰৱলৈ বৰ চিকন। জাইপত্ৰিৰ বৰন অপল ৰঙ্গটুআ, চোবালে মুখত ধৰে চোকা। জাইফল জি কাৰ্জলৈ ভাল জাইপত্ৰিও সেইবিলাকলৈ ভাল। সি অতি চোকা আৰু লঘু দেখি তাৰ দৰ জাইফলতকৈ অধিক হই। কেতিয়াবা কেতিয়াবা জাইফল কেঁচাতে চিঙ্গি আনি, বাকলিএ সৈতে তেনেই চেনি দি পগাই আচাৰ কৰে, তাক খাবলৈ অতি চিকন, আৰু সেই চেনিৰ ৰসতে থলে কুমলিয়া জাইফলেই বহুত বচৰলৈ ভালে থাকে; আৰু টৈকেলিঙ্ত ভৰাই জাহাজেৰে অনেক দেসলৈ নি বেহা কৰে। সেই গচৰে গুটিএ সৈতে তালৰ নকচা ওপৰত লিখা আচে। §

জাইফল অতি উত্তম সজ গন্ধেৰে,
মানুহৰ ভোগৰ হেতু দিলে ইশ্বৰে।
খোআ বস্তু জিবোৰতে তাক মিহলাই,
মহা মনোহৰ ৰূপে সুগন্ধ কৰাই।

জাইপত্রি হলে তাক সকলোএ খাই,
মচলাৰ মাজতে উত্তম বোলা জাই।
কোনো কোনো লোকবোৰে জাইফল আনি,
তাৰো তেল লই জন্ত্রত চেপি টানি।
বেজইতে দৰৱ কৰি সেই তেলেৰে,
নানা বিধ ৰুগিয়াৰ ৰোগ ভাল কৰে।
কেতবোৰ লোকে আৰু কোমল জায়েৰে,
চেনিৰে সিজাই তাৰ আচাৰকো কৰে।
আৰু তাক খাবলৈ এনে মধুৰ হই,
দেসে দেসে বেচি তাৰে বেহাও কৰই।

---



মান দেশৰ উঁগি অৰ্থাত প্ৰধান ৰাজ মন্ত্ৰিৰ আইস্তাৰে বহত উঁগি বলদ গড়ুৰে চাঁনি নিয়াৰ নকশা।
The Wife of a Burmese Woonghee in her Hackery.



# গাই গৰুৰ বিৱৰন।

**The Cow.**

ফেব্ৰোআৰি মাহৰ অৰুনোদইত ভতৰা আৰু বলদ গৰুৰ কথা চপা হৈছিল, এতিয়া গাই গৰুৰ কথা অলপ মান লিখা হৈছে। ইউৰপত জেনে আটাইতকৈ উত্তম ভতৰা আৰু বলদ গৰু পোআ জাই সেই দেসবোৰত তেনে অতি সুন্দৰ গাই গৰুও থাকে। আৰু ভাল গাইত এস কোনোবোৰত তাতকৈও অধিক টকা দৰ হই। গৰুৰ পোআলি এটাকৈহে জগে। জেতিয়া পোআলিবোৰৰ ২০।২৫ দিন মান হই তেতিয়া ইউৰপ আমেৰিকা দেসবোৰত দমৰা দামুৰিবোৰ বাচি বাচ জিবোৰ ভাল সৰুত সেইবোৰ পুহিবলৈ ৰাখে, কিন্তু দুভাগ মান মাৰে। কেতবোৰ গৰু থকা মানুহে গাখিৰ খাবলৈ গৰু পোহে। কোনোবোৰে গাখিৰ আৰু মাখন আৰু পনিৰ বেচিবলৈ পোহে। কিন্তু এইবোৰ বেচি বেপাৰ কৰাবোৰ মানুহৰ অনেক টকা লাভ হই। বঙ্গালি আৰু হিন্দুস্থান আদি দেসত মঁহ গৰুৰ গাখিৰেৰে ঘিঁউ কৰি বেচে; মাখন পগালেই ঘিঁউ হই, পনিৰ হলে গাখিৰ দৈ কৰি কাপৰেৰে টানকৈ চেপি এটাই পানিবোৰ উলিয়াই তাতে লোন কিছু মান দি আৰুও এটা জন্ত্ৰত চেপি পাচে দিন চাৰেকৰ মুৰত অতি টান গোটাটো হই, তাকে পনিৰ বোলে, আৰু সি ৪।৫ বচৰলৈকে ভালে থাকে।

ইংলণ্ডত এজন লোকৰ ১০০০ এহেজাৰ গৰু আছিল তাৰ গাখিৰৰ ধন ২৩,০০,০০০ টকা হই। আৰু সেই গৰুবোৰক ঘাঁহ আদি খুউআ ৰখা খৰচ এৰিও বচৰি বচৰি প্ৰাই ৬,০০,০০০ টকা লাভ পাই। আমেৰিকা ইউৰপৰ গৰু থোৰাবোৰক খুআবলৈ হাল বাই মাটি চহাই তাতে গোবৰ চাই জাবৰং চুন পেলাই মাটি খন চিকনকৈ মাৰি গৰুএ জিবোৰ বন খাই তেনে বনৰে ভাল ভাল জাতৰ গুটি আনি সেই চহোআ মাটিত ৰই নি, পাচে জেতিয়া বাৰ্হি ডাঙ্গৰ হই মানুহবোৰে কাটি সুকুআই জাৰ কালিলৈ ভঁৰালত ভৰাই থই নি। এই দেসৰ জেনেকৈ ধানৰ খেতি স্ৰম কৰি কৰে সেই দেসতো ভাল ঘাঁহ সেই ৰূপে স্ৰম কৰিহে কৰে। কোনোবোৰক গোমধান আৰু লাউ মুলাকে আদি কৰি এনেবোৰ বস্তু খুআই। এই দেসত গৰু জগিবৰ এমাহ মান ন হলে গাখিৰ নি খিৰাই আৰু পোআলি মৰাবোৰ গৰুৰ সহজ কৰি গাখিৰ নে ৰাখিলে এনেই নি দিএ। কিন্তু আমেৰিকাত আৰু ইউৰপত জি দিনা পোআলি জগে সেই দিনাৰে পৰা দিনটৈত দুবেলি দুবেলি গাখিৰ খিৰাই কিন্তু পোনেই চাৰি পাঁচ দিনলৈকে নে খাই পেলাইহে, তাৰ পাচৰ পৰাহে খাই। আৰু সৰহকৈ খিৰাই মানে ওহাৰ ধন

ফিঁকি মুকলি হৈ পাচলৈ অনেক গাখিৰ ওলাই; কিন্তু জদি নি খিৱোআকৈ এৰে কেৱল পোআলিটৰ জোখাৰে গাখিৰ দিএ ওহাৰ থন লাহে লাহে চাপ খাই সুকাই জাই, পাচলৈ অলপ মানহে ওলাইগৈ। এই দেসত পোআলি মৰে জদি গৰু জনিএ গাখিৰ সবহকৈ নি দিএ। ওহাৰ বেগতে সুকাই জাই। সেই দেসবিলাকত হলে পোআলি থকাত গৰুএ জিমান গাখিৰ দিএ পোআলি মৰিলেও সিমান দিএ। আৰু গাখিৰ সবহকৈ পাবৰ নিমিত্তে পোআলি জগা তিনি সপ্তাহ মানৰ পাচত মাৰিহে পেলাই।

ইউৰপৰ আৰু আমেৰিকাৰ গৰুবোৰ এই দেসৰ নিচিনা খিন কেতিয়াও দেখা নাই, সেই দেসত জিবোৰ গৰু পোহে তাক অতি যত্নকৈ ভাল ৰূপে থুআই।

ইংলণ্ডৰ মিডলচেক্সত থকা এজন চাহাবে হিচাব কৰিচিল, এবচৰত লণ্ডন নগৰত বেচা গাখিৰ থনিৰ ধন ৬,২৬,২৩,৩০০ টকা হৈছিল। সেই দেসৰ গৰুত মঁহতকৈ সবহ গাখিৰ ওলাই আৰু তাৰ গাখিৰৰ মাখন ঘিঁউ সবহকৈ হই।

সকলো জন্তুৰ মাজত মানুহে গৰুৰ পৰা অনেক কার্জ্জ হই। দেখা হালবাই, ৰথ, কাঠ আদি টনাই, খাবলৈ অতি চিকন গাখিৰ দিএ, তাৰে পনিৰ অর্থাত মচলা দি গাখিৰ সুকাই টান গোটা কৰে, আৰু মাখন, ঘিঁউ, এইবিলাক হই তাৰে বেহা কৰে। তাৰ মঙ্গহ ইউৰপ আমেৰিকা আদি দেসবিলাকৰ লোকে খাই। তেলবোৰ লৈ মম্ বাতিৰ নিচিনা বাতি সাজি; ভৰি কেইটা সিজাই অতি চিকন তেল পাই সেই তেলেৰে অনেক কার্জ্জ হই। চাল থনেৰে জোঁতা গাঁৰিৰ টুপি, জিম লাগাম এনে বস্তুবোৰ সাজে, সিংতৰ সিঙ্গেৰে ফনি কটাৰি নাল এইবিলাক সাজে। কান নাক সিৰবোৰ সিজাই এঠা পাই সেই এঠা বৰ সকত হই, সি বহুত কার্জ্জলৈ ভাল, তাৰে কাঠ পাট এইবোৰো জোৰাই খিলি গজাল নো হোআকৈএ অনেক বচৰলৈকে থাকে, খিলি গজাল মৰাৰ নিচিনা সকতো হই। আৰু তুলাপাত, কিতাপ, এইবিলাক কৰাত সেই এঁঠা বৰকৈ লাগে। হাৰৰ দা কটাৰি নাল ফনি গুদাম ইয়াকে আদি কৰি অনেক বস্তু সাজে। গৰুৰ আৰু মঁহৰ চাল সুকাই কলিকতাৰ আৰু মান্দ্ৰাজৰ পৰা ইউৰপ আৰু আমেৰিকালৈ জাহাজেৰে বচৰি বচৰি সবহকৈ নি বেচে। §

দয়াৱন্ত ইস্বৰৰ অসিম মহিমা।
কৰিলন্ত জত স্রিষ্টি পাৰ কোনে সিমা
সক্তিমন্ত প্ৰভু তেঁও স্রিষ্টিৰ মাজত
সুজি দিলন্ত গৰু মানুহৰ হাতত।

প্রিথিবিৰ জত লোক তাহাৰ কাৰনে
নানা বিধ সুখ ভোগ কৰে সর্বখানে
দধি দুগ্ধ ঘ্রিত আদি পায়স অনেক
মনুস্যৰ ভোগ মানে আচই জতেক।

সকলো হই জানা গৰুতে উতপন
ইচা মতে খাব পাৰে জাৰ জেনে মন
অনেক দেসৰ লোক তাত ফুৰে উঠি
ৰথ গাঁৰি আদি জত গৰু কানত দি।

কোনোবোৰ লোকে নাকত নাকি লগাই
পিঠিৰ ওপৰ বোজা দি টানি লৈ জাই
হাল বাই তাৰে সৈতে খেতিৰ কাৰন
ধান আদি জত সস্য কৰে উপার্জ্জন।

সস্যৰ নিদানে প্রান মানুহৰ ৰাখি
মিচা বেস্যা অধৰ্ম্ম কৰি জাই মৰি
স্রিদঙ্গ নাগেৰা দবা ঢোল খোল জত
এইবোৰো হই দেখা গৰুৰ চালত।

আনো সব জোঁতা টুপি আদি অসংখ্যাত
কোনো দেসৰ মানুএহেঁ নে জানে তাক
গৰু জন্তু মানুহৰ এনে উপকাৰি
ইস্বৰে দিলে তাক গুন প্রকাস কৰি।





" Then He arose, and rebuked the wind and the raging of the water." Luke viii. 24.

আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে "এদিনা শিষ্যবিলাকে সৈতে এখান নাৱত উঠি সিবিলাকত কলে, আঁহা, আমি সৰোবৰৰ সি পাৰলৈ জাঁওহঁক; তাতে সিবিলাকে নাও মেলি গল। পাচে জাঁওতে তেঁওৰ টোপনি আহিল, আৰু সৰোবৰত ধুমুহা বতাহ আহি লাগিলত ঢৌএৰে ভৰা হৈ সঙ্কটত পৰিল। তাতে সিবিলাকে তেঁওৰ ওচৰলৈ গৈ তেঁওক জগাই কলে, হে গুৰু, হে গুৰু, আমি মৰোঁহে। তেতিয়া তেঁও উঠি বতাহ আৰু পানিৰ ঢৌকে ডবিয়ালে, তাৰে দুয়ো সান্ত হৈ পানি নিৰ্ম্মল হল। তেতিয়া তেঁও সিবিলাকত কলে, তোমোলাকৰ বিস্বাস কত? তাতে সিবিলাকে ভয়াতুৰ হৈ বিস্মই মানি ইতে সিটে কলে, এঁও কেনে মানুহ! বতাহ আৰু পানিকো আগ্যা দিয়াত সিইঁতেও তেঁওৰ কথা মানে।"

আন এদিন "গধুলি হলত তেঁওৰ শিষ্যবিলাকে সাগৰৰ তিৰলৈ গৈ নাৱত উঠি, কিফৰ্না-হুম নগৰৰ ফাললৈ পাৰ হবলৈ ধৰিলে। এনেতে এন্ধাৰ হলত য়িচুএ সিবিলাকৰ ওচৰলৈ নাহিল। আৰু বৰ বতাহ হোআত সাগৰত ঢৌ উঠিল, তাতে সিবিলাকে বাই এপৰ তেৰ পৰৰ বাট গলত, য়িচুক সাগৰৰ ওপৰত খোজ কাঢ়ি নাৱৰ ওচৰত অহা দেখি ভই লাগিল। কিন্তু তেঁও সিবিলাকত কলে, মইহে, ভই ন কৰিবা। তেতিয়া সিবিলাকে তেঁওক আনন্দেৰে নাৱত গ্ৰহন কৰিলে, আৰু জি ঠাইলৈ গৈচিলে, নাৱে তেতিয়াই সেই ঠাই পালেগৈ।"

Almanac for April, 1848.

## এপ্ৰিল মাহৰ পঞ্জিকা।

খ্ৰিং অং ১৮৪৮। হিন্দু সঁক ১৭৬৯।

| | ইংৰাজি | চৈত | সূৰ্য্যোদয় | সূৰ্য্যাস্ত | চন্দ্ৰ দিন | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| সনি | ১ | ২০ | ৫।৫৫ | ৬।১৪ | ২৭ | ৪।৪ |
| দেও | ২ | ২১ | ৫।৫৪ | ৬।১৪ | ২৮ | ৪।৪৯ |
| সোম | ৩ | ২২ | ৫।৫৩ | ৬।১৫ | ০ | চন্দ্ৰাস্ত |
| মঙ্গল | ৪ | ২৩ | ৫।৫২ | ৬।১৫ | ১ | ৭।২০ |
| বুধ | ৫ | ২৪ | ৫।৫১ | ৬।১৫ | ২ | ৮।২৮ |
| ব্ৰিহস্পতি | ৬ | ২৫ | ৫।৫০ | ৬।১৬ | ৩ | ৯।৩৩ |
| সুকুৰ | ৭ | ২৬ | ৫।৪৮ | ৬।১৬ | ৪ | ১০।৩৭ |
| সনি | ৮ | ২৭ | ৫।৪৭ | ৬।৪৭ | ৫ | ১১।৩৯ |
| দেও | ৯ | ২৮ | ৫।৪৬ | ৬।১৮ | ৬ | পুঅা |
| সোম | ১০ | ২৯ | ৫।৪৪ | ৬।১৮ | ৭ | ০।৩৩ |
| মঙ্গল | ১১ | ৩০ | ৫।৪৩ | ৬।১৯ | ৮ | ১।২১ |
| | | বহাগ | | | | |
| বুধ | ১২ | ১ | ৫।৪২ | ৬।১৯ | ৯ | ২।৬ |
| ব্ৰিহস্পতি | ১৩ | ২ | ৫।৪১ | ৬।২০ | ১০ | ২।৪৬ |
| সুকুৰ | ১৪ | ৩ | ৫।৪০ | ৬।২০ | ১১ | ৩।২৩ |
| সনি | ১৫ | ৪ | ৫।৩৯ | ৬।২১ | ১২০ | ৩।৫৯ |
| দেও | ১৬ | ৫ | ৫।৩৮ | ৬।২১ | ১৩ | ৪।৩৫ |
| সোম | ১৭ | ৬ | ৫।৩৭ | ৭।২১ | ১৪ | চন্দ্ৰোদই |
| মঙ্গল | ১৮ | ৭ | ৫।৩৬ | ৬।২২ | ১৫ | ৬।৪৩ |
| বুধ | ১৯ | ৮ | ৫।৩৫ | ৬।২২ | ১৬ | ৭।৩৩ |
| ব্ৰিহস্পতি | ২০ | ৯ | ৫।৩৫ | ৬।২৩ | ১৭ | ৮।২৪ |
| সুকুৰ | ২১ | ১০ | ৫।৩৪ | ৬।২৩ | ১৮ | ৯।১৫ |
| সনি | ২২ | ১১ | ৫।৩৩ | ৬।২৪ | ১৯ | ১০।৫ |
| দেও | ২৩ | ১২ | ৫।৩২ | ৬।২৪ | ২০ | ১০।৫৪ |
| সোম | ২৪ | ১৩ | ৫।৩১ | ৬।২৫ | ২১ | ১১।৫১ |
| মঙ্গল | ২৫ | ১৪ | ৫।৩০ | ৬।২৫ | ২২ | পুঅা |
| বুধ | ২৬ | ১৫ | ৫।৩০ | ৬।২৬ | ২৩ | ০।২৯ |
| ব্ৰিহস্পতি | ২৭ | ১৬ | ৫।২৯ | ৬।২৬ | ২৪ | ১।১৪ |
| সুকুৰ | ২৮ | ১৭ | ৫।২৮ | ৬।২৭ | ২৫ | ২।৫৬ |
| সনি | ২৯ | ১৮ | ৫।২৭ | ৬।২৭ | ২৬ | ২।৪১ |
| দেও | ৩০ | ১৯ | ৫।২৬ | ৬।২৮ | ২৭ | ৩।২৫ |

৪ দিনৰ পুঅা ৫।১৯ বজাত আমাবাস্যা।

১৮ দিনৰ ভাটি ৮।৩৯ বজাত পুৰ্নিমা।

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতিয় চোআ। মোং শিৱসাগৰ, এপ্ৰিল, ১৮৪৮ খ্ৰিষ্ট অং সংক। নম্বৰ ৪।

VOL. III. SIBSAGOR, ASAM, APRIL, 1848. No. 4

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

এই বৰ্ত্তমান মাহৰ দিনে দিনে সেসলৈকে বৰধুন আনি আচে। কোনো কোনো দিনত ধুমুহা বতাহ, শিল, বজুপাত, এই সকলো পৰিচে। ২০ এপ্ৰিল ৰাতি দুপৰত বৰ বৰধুন বিদুলি অতি গৰ্জ্জন হৈছিল, কুকুৰা কনিৰ সমান ডাঙ্গৰ শিলো পৰিচিল। অনেক গচৰ ঠাল আদি সব গচ ভাঙ্গি মাৰিলে। চাপাখানা আৰু পাদুৰি চাহাবৰ ঘৰত দুআৰৰ আৰ্চি ৪৬ খান ভাঙ্গি নষ্ট কৰিলে।

১৩৩৮ ইং সকত চম্বুক লোহাৰে সৈতে জাহাজ পোনাবলৈ ধৰিলে।

কলিকতাৰ এটা পুখুৰিলৈ ঘঁৰিয়াল আহি তালৈ নমা সকলো মানুহক বৰ ভই খুআলে। তাক মাৰিবৰ উপাই সে পাই ছিলৈৰে গুলিয়াবলৈ ধৰিলে, কিন্তু মাৰিব নোআৰিলে; পাচে এজুম বঙ্গালি মানুহ গৈ এটা পাৰলৈ খেদি দি তাতে লেজুৰে খোৰোচা লগাই ধৰি বামলৈ বল দি নি মাৰিলে।

প্ৰথম এপ্ৰিল তাৰিখত কলিকতাৰ সি পাৰে হাওৰাত থকা ৱিৱ চাহাব নামে এজন লোক চেলেউ খাই বহি থাকোঁতে বজুপাত পৰি তেওঁক মাৰিলে। সেই দিনাই কলিকতাৰ এক ঘৰৰ তল খোঁটালিত থকা এজন, ওপৰ খোঁটালিত থকা এজন বঙ্গালি মানুহ, সেই দুয়ো একেটা বজুপাত পৰি মৰিল।

আমেৰিকা মিল দেসৰ টালাহাচি নগৰত ২৩ অক্টোবৰ তাৰিখে দুপৰ মান বেলাত অনেক ৰথ জোআৰ সবদৰ নিচিনা এটা বৰ গৰ্জ্জন আকাশৰ পৰা সুনা গল।

ইংলণ্ড আৰু স্কটলণ্ড ১,৮৪,৪৪৪৩৪ মানুহ আচে; আয়ৰলণ্ডৰ ৮১,৭৫,০০০ আচে।

তেৰা চোন জিলাত কোনো দুজন চাহাব লোকে চিকাৰ কৰিবলৈ জাঁওতে এটা বাঘ পাই আবৰ্ত্ত নামে সিবিলাকৰ এজনৰ হাতিএ গচৰ তলে লৰি গলত হাউদা লাগি খহি পৰিল। তাতে চাহাবে গচৰ ডালত ধৰি ওলমি আছিল, আৰু গচৰ তলত বাঘে খাবলৈ খাপ দি থকাত নামিব উঠিব নোআৰিলে, পাচে সৰহ বেলি ওলমি থাকিব নোঅৰাত বাঘৰ মুখত পৰিল। পাচে একউআলত তেঁওক এধা মৰা পালে, আৰু জিৱ ৰাখিবলৈ এজন ডক্তৰে তেঁওৰ এটা ঠেঙ্গ কাটি পেলালে পাচে ক্ৰমে স্বস্ত হল।



কলিকতাত মাইকি পোআলিএ সৈতে এবাহ কলা সিয়ালক ধৰি চৰাই পহু খোআ এখন চোঙ্গত ৰাখি থলে।

জেমেকা মাজুলিত বিকিত নামে এজন আফ্ৰিকান মানুহ, ১৪২ বচৰ বয়সিয়া হৈ মৃত্যু হল।



মহা ৰজা লুই ফিলিপৰ নক্চা।

Louis Philippe, Ex-king of the French.

ফ্ৰাঞ্চ দেসৰ পাৰি নগৰৰ মানুহবিলাকে বৰ ভোজ পাতি অনেক আহিবৰ নিমিত্তে উপাই কৰিলে; কিন্তু ৰজাই তাকে সুনি সিইঁতে দ্ৰোহ আচৰিব বুলি ভই কৰি সিইঁতক একে লগে ভোজ খাবলৈ বাধা কৰিলে। সেই নিমিত্তে ২২ ফেব্ৰুআৰি তাৰিখত মানুহবোৰে গোট খাই নগৰৰ আলি পুৰ কৰি উভগু হল। তিন দিনলৈকে সেনাবোৰে সৈতে সিইঁতক দমিব নোআৰিলে, গুলি দিয়াত ৩। ৪ স মান মানুহ মৰিল। পাচে ক্ৰমে সেনাবোৰে প্ৰজাৰ ফলিয়া হৈ সিইঁতক মাৰিবলৈ আগ্যা নু সুনিলে। এই কাৰনে ৰজা মৰাৰ ভই পাই, পৰিয়াল আৰু প্ৰধান ৰাজ মন্ত্ৰিএ সৈতে আলচ কৰি ২৪ ফেব্ৰুআৰিত সিংহাসন এৰি সাগৰৰ বাটে ইংৰাজি দেসলৈ পলাই গল। ইয়াকে দেখি ৰাজ মেলুআই বিলাকে লোক সকলে সৈতে আলচ কৰি আৰু ৰজা নো লোআকৈ স্বতন্ত্ৰ হৈ থাকিম বুলি দেস পত্তা থিৰ কৰিলে। পাচে মন্ত্ৰিৰ বাৰে সৈতে দুপঁ, লেমাৰ্ত্তিন, আৰাগো, এই তিনি জনক আদি কৰি কোনো কোনো লোকক দেস চলাবলৈ বিসয়া পাতি থলে।

ইতালি আদি কৰি তাৰ ওচৰৰ দেসত প্ৰজাবিলাকে অধিকাৰৰ অহিতে কন্দল লগাই দ্ৰোহ আচৰিচে। তাতে ঠায়ে ঠায়ে ৰন পাতি কেতবোৰ মানুহ মৰিল। পালেৰ্ম্মো নগৰত তিন দিন বম গোলাৰে গুলিয়ালে, তাতে তিনি কুৰি ভুকচোআ মৰিল। মেচিনা নগৰৰ কোঁঠৰ পৰা প্ৰজাক গুলিয়ালে, কিন্তু প্ৰজাই ৰাজ সেনাবোৰক জিনিলে।

জানোআৰি ১১ তাৰিখে ইতালি দেসৰ আগষ্টা নগৰত বৰ ভুঁইকঁপ হোআত আটাই মানুহ ঘৰৰ পৰা তেতিয়াই বাহিৰলৈ ওলাল। একেৰিমানৰ পাচে আকও ভুঁইকঁপ আহি মাটি ফাটি গোটেই নগৰৰ ঘৰ তললৈ বহি সোমাল; ২৭ ঘৰ মাথোন থাকিল। পাচে সেইবিলাকো তললৈ গল; আৰু পানিৰে ওপৰ ভৰা হলত লেজুৰে জোখাত পঞ্চাস বেঁৰত্তো থাউনি নে পালে।

ৰানাৰচ নামে এখান ভাপ জাহাজ গঙ্গা নদিত জাঁওতে ৰাজমহালৰ কিচু ভাটিত ২০ মাৰ্চৰ গধুলি বেলাত তাত থকা ঘোঁৰাৰ সুকান ঘাঁহত কোনো চাকৰে জুই নিঁওতে অকস্মিতে লাগি বেৰ টাটি আদি সকলোকে পুৰিলে। জুই লাগিলত জাহাজৰ কাপ্তানে তাক বাম ফাললৈ পোনালে; কিন্তু মাজত থকা চটত লাগি বামৰ পৰা ৪০০ হাতৰ আঁতৰত ৰল। জাত্ৰিক লোকে ভই পাই পাৰ হৈ জাঁও বুলি কোনো কোনোএ পানিত নামি তল গৈ মৰিল। পাচে গাঁৰৰ পৰা ডিঙ্গি আহি জিবোৰ মানুহ থাকিল সিবিলাকক তুলি নিলে; ঘোঁৰাবোৰ নিব নোঅৰাত পুৰি মৰিল। জাহাজ আদ খনি পুৰিলত ১১ বজাৰ সমইত সিইঁতে জুই নুমাব পাৰিলে।

বম্বাই নগৰলৈ জাত্ৰা কৰা কুৰুক্স্যাঙ্কে নামে এজন চাহাবক কেঁকোৰা বিচাই হাতত বিন্ধিলে। তাতে বিস ৰবকৈ উঠাত জৰিৰে হাত মেৰাই ৰান্ধিলে, কিন্তু বান্ধ সহিব নোঅৰাত জৰি কাটিলে; পাচে নগৰ পাই ৮ মাৰ্চত সেই বিসতে মৰিল। সেই বিচা কাটি চালত পোআলিৰে পেট ভৰা আচিল।

আমেৰিকা দেসত নেগুৰ বজোআ এবিধ গোম সাপ আচে। বচৰি বচৰি তাৰ এটা এটা ঘঁট

ৰাহিঁ জাই। নুয়ৰ্ক নগৰৰ ডক্তৰ উএন্ৰাইত নামে এজন চাহাবে কোনো মিতিৰৰ পৰা এনে সাপ থকা এটা চন্দুক পাই আপোনাৰ চিনাকি মানুহক তাক দেখাঁওতে সাপে ডেঁওক খাই সেই দিনাই মাৰিলে।



হঙ্গাৰি দেসৰ কৰাচিম নগৰৰ জেৰ্নৰি নামে চাৰি কুৰি বচৰিয়া এজন পাদুৰিক এটা বলিয়া কুকুৰে কামুৰিলে। পাচে ভেঁৰেই তাৰ বিসেৰে বলিয়া হৈ মৰিম বুলি জানি আপোনাৰ মণ্ডলি লোক সকলোকে গোট খুআই অনেক ধৰমৰ প্ৰেমৰ কথা কৈ গিয়ান থাকোঁতে সিবিলাকত বিদাই লৈচে। দু দিন মানৰ পাচে সেই জাঁয়ে ধৰাত বৰ দুখ পাই এদিনে এৰাতি চেলেঙ্গ পেলেঙ্গকৈ থাকি মিত্যু হল।

স্তিফান হুইত্নি নামে এখান ভাপ জাহাজ ১১০ জন মানুহে সৈতে ১৮ অক্তোবৰত নুয়ৰ্ক নগৰ এৰি লিবৰপুল নগৰলৈ জাঁওতে আও বাটে গৈ নবেম্বৰ ১০ তাৰিখত আয়ৰলণ্ডৰ দখিন ফলে বামত লাগি ভাগি নষ্ট হল। ৯১ জন মানুহ পানিত পৰি মৰিল, সিবিলাকৰ ২০ জনি তিৰোতা, ৩ জন লৰা।

ফতিৰোমান নামেৰে এখান আৰৰ জাহাজ পণ্ডিচেৰি নগৰৰ ওচৰে জাঁওতে ভুমুকৰ দৰে পানি সোমাবলৈ ধৰাত তাৰ কাপ্তান চাহাবে নগৰলৈ পোনাই গৈ জাহাজৰ কি হৈচে বিচাৰ কৰালে। পাচে চালত কাঠ পচি পানি সোমোআ জানি, কাপ্তানে আৰলৈ নিসেধ কৰি বামত উঠি ৰল। কিন্তু আৰৰ মানুহে তাৰ কথা নু সুনি আমি অকলেই জাম বুলি জাহাজ মেলি গলত কিছু দিনৰ পাচে সুনিলে, সকলো তল গল।

হঙ্কং নগৰৰ পৰা জেনৰল ওদ নামে এখান জাহাজত খেহৰ ৯১ জন কইদি লোক ভৰাই থৈ বম্বাই নগৰলৈ জাঁওতে ৩ জানোআৰিত কইদি আটাইবোৰে উঠি জাহাজৰ অধিকাৰবিলাকক মাৰিলে; কিন্তু তলৰ খোঁটালিত থকা কেতবিলাক ইংৰাজি জাত্ৰি লোকক জিয়াই লগত লৈ গল। একুৰি দিন বাট নি চিনাকৈ জাহাজ চলি গলত এখান মাজুলিৰ ওচৰ লাগি ৰল। তাতে সিইতৰ কোনোবোৰে জাত্ৰি লোকে সৈতে সৰু নাৱত উঠি বামলৈ গৈ ধৰা পৰিল; কিন্তু সেই নাও বাম নৌ পাঁওতে জাহাজ তল গৈ তাত থকা আটাইবিলাক মৰিল।

আমেৰিকা দেসৰ ৰয়াল্তন নামে বৰ্মন্ত প্ৰদেসৰ এখান গাঁৱত জেৰ্মন চাফৰ্দ নামেৰে ১০ বচৰিয়া এটা বৰ বিদ্যাৱন্ত লৰা আচে। কলি নোহোআকৈ মনেৰে আটাই সংক গনিব পাৰে। তাৰ কথা সুনি দুজন গননাৰ পণ্ডিত গৈ অনেক অনেক কথা সোধ পোচ কৰাত সি অতি আচৰিত ৰুপে উত্তৰ দিলে। সেসত এই প্ৰস্ন কৰিলে, ৩৬৫৩৬৫ ৩৬৫৩৬৫৩৬৫৩৬৫ এই অঙ্ক ৩৬৫৩৬৫৩৬৫৩৬৫৩৬৫৩৬৫ ইয়াৰে পুৰিলে কিমান হই? তাতে সেই লৰা জাঁপ মাৰি উঠি ঘৰৰ ভিতৰত এখন্তক মান লৰি ফুৰি মুৰত ভুকুআই মনতে গননা কৰি কলে, এই দুই অঙ্ক পুৰিলে এই ফল হব, ১৩৩৪৯১৮৫০২০৮৫৬৬-৯২৫০১৬৬৫৮২৯৯৯৪১৫৮৩২২৫। পাচে পণ্ডিতে আপুনি কলিৰে গননা কৰি তাকে ঠিক হোআ দেখি বৰ বিস্মই মানিলে, আৰু সি কি ৰুপে এনে গননা কৰে তাক কেৱে নে জানে।



## বিভিচাৰ বিসযক।

Against Adultery and Fornication.

এই দেসৰ লোক সকলৰ ভিতৰত পুৰ্ব্বতকৈও এতিয়া এই অকৰমৰ প্ৰাদুৰ্ভাৱ বৰ্হ্ৰা হোআত পাপৰ ভালেমান বৃিধি হৈচে, আৰু অনেকে এই দুস্কৰমৰ পৰা জি সকল অপকাৰ আৰু পাপ হই তাক ভাল ৰুপে নে জানে; বিসেসতঃ জি সকল মানুহে এই অকৰমত সোমাবৰ আগম্ভক কৰে সিবিলাকক পৰাঙ্মুখ কৰিবৰ নিমিত্তে সিবিলাকলৈ একো ভৎসনা প্ৰকাস আজিলৈকে হোআ নাই, এতেকে বিভিচাৰ বিসয়ক কেই পাঁতিমান আমি তলত লেখিলোঁ। আমি ভাৰসা কৰোঁ জে আমাৰ উপদেস মন দি পৰ্হি জিবিলাকে বিভিচাৰত প্ৰৱৰ্ত্তে সিবিলাকে তাক এৰিব।

পুৰ্ব্ব কালত য়োচেফ নামে এজন ভেকা মানুহে বিভিচাৰ বিসয়ত জি কৰিচিল তাৰ বিবৰন কঁও সুনা। তেঁওৰ সকল ভায়েকহঁতে বাপেকে তেঁওক বৰ্হ্ৰাকৈ মৰম কৰাত ভায়েকহঁতে হিংসা কৰি এক সময়ত চল পাই কোনো কোনো বিদেসি মুদৈত তেঁওক বেচিলে। পাচে সেই মুদৈয়ে তেঁওক মিচৰ দেসত সেনাপতি এজনৰ ভত গোলামকৈ বিকাত তেঁও অতি মন দি বন কৰাত সেনাপতিৰ বেথা লাগি সেসত তেঁওক ঘৰৰ গৰাকি পাতিলে। য়োচেফ ৰুপৱন্ত আচিল হেতুকে সেই সেনাপতিৰ ঘৈনিয়েকে অতি কামাতুৰ হৈ এদিন তায়ে সৈতে একে সজ্যাত সুবলৈ তেঁওক অনেক কাকুতি কৰিলে, কিন্তু তেঁও ধৰমলৈ ভই কৰি সেই পাপ কৰম ন কৰি এক মুহূৰ্ত্তক কালো তাইৰ কথাত মান্তি ন হল। তাতে তেঁও কাম জই কৰি ভালেমান বন জিকা সেনাপতি সকলতকৈও বৰ্হ্ৰা জসস্যা পালে। তেঁওৰ এই কৰম সকলো দেসৰ ভেকা মানুহৰ প্ৰতি এটা উপমাৰ ঠাই হৈচে আৰু তাৰে এই জনা জাই জে ধৰমৰ বাটে থাকিলে ইস্বৰৰ সহায়েৰে অপ্ৰয়াসে পাপ জই কৰিব পাৰি।

এতেকে সকলো ভেকা মানুহেই য়োচেফৰ দৰে এই পাপ কৰমত নিৰ্দোসে থকা হলে আনন্দৰ কথা ন হলহেঁতেন নে? হাই হাই কি ধনৱন্ত কি দুখিয়া কি পণ্ডিত কি মুৰ্খ কি ভেকা কি বুৰা এই পাপৰ পৰা আঁতৰ প্ৰাই অনেকে ন হই, আৰু আটায়ে এই পাপক লঘু বুলিহে তাত প্ৰৱিত্ত হই। কিন্তু এনে লোক সকলে আপোনাৰেহে সৰ্ব্বনাস কৰে কিয়নো বিভিচাৰ জি এক মহা পাপ তাৰ পৰা মানুহৰ অনেক অপকাৰ হই আৰু ইস্বৰৰ মনতো তাৰে পৰা আমি ঘ্ৰিনা হঁও। এতেকে তাৰ পৰা বিমুখ হোআ এক অতি আৱস্যক কৰম হেতুকে তলত কিচুমান তাৰ কথা লেখোঁ।

প্ৰথমতে বিভিচাৰ ক্ৰিয়াৰ পৰা মানুহৰ ইহকালতো.ভালেমান দন্য আৰু অসুখ হই তাৰে কেইটিমান প্ৰমান দিঁও।

১। সেই পাপে মনক নষ্টহে কৰে। জিবিলাকে তাত ৰত হই সিহঁতে বিদ্যা আৰু ধৰমৰ পৰা জি সকল সুখ হই তাক ভোগ কৰিব নোআৰে। দেখা এই দেসত কত ভালেমান মানুহৰ লৰাই লম্পট হৈ নিলাজৰ নিচিনা কেতেক অজুগুত কথা কৰিব লাগিচে। জি বিদ্যাৰত্ন আৰু গিয়ানি তাক লম্পট সকলৰ মাজত কেতিয়াও নো পোআ, কিয়নো সিহঁতে আলাহ কৰি অকল কুমন্ত্ৰনাতে দিন খেদাই আৰু অকৰমেৰে সিহঁতৰ অভিলাস সিধি কৰি ফুৰে। এই দৰে সিহঁতে সৰপা আৰু কামাতুৰ হৈ জি ভেকা কালত গিয়ান আৰ্জ্জিব লাগে তাক মিচা কথাত বিয়ই কৰি অগিয়ান আৰু অসভ্য হৈ অৱসেসত মানুহৰ কৰ্ত্তব্য কৰম সকল কৰিব নোঅৰা হই।

২। বিভিচাৰ কৰমৰ পৰা সৰিল সুস্থতা নষ্ট কৰে। দুস্টা তিৰোতাই সৈতে সংসৰ্গ কৰিলে জি সৰিলৰে ৰোগ হই তাক আটায়ে জানে, আৰু সেই অকৰমৰ পৰা লোকক ওভোতাবলৈ ইস্বৰে সেই ৰোগ সৃজিচে। কিন্তু হাই হাই কত হেজাৰ হেজাৰ মানুহে জানি সুনিও এই ভই নে মানি সেই নৰিয়াত পৰি অলপ বয়সতে মৰি জাই, আৰু কিমান মানুহে নিৰ্ব্বলি আৰু ৰুগিয়া হৈ অকৰমৰ ফল ভোগ কৰে। ইয়াত বাজে বাপেকে সেই অকৰম কৰাৰ নিমিত্তে তাৰ অসংখ্য সন্তানবিলাক ন মৰে মানলৈকে নিৰ্ব্বলি হই।

৩। এই কুকৰমৰ দোআৰাই ধন খ্ৰাই হৈ মানুহ দৰিদ্ৰ হই, কিয়নো ধন নে ভাজিলে লম্পটই-

মৰিল। সেই ৰাতি ভাৰৰিয়া বৰ এন্ধাৰ; পাচ দিনা গধুলিত বৰ বৰষুন, বিদুলি মেঘৰ গৰ্জন হল।

শ্যাম দেসত অনেক খেহ্ লোকে ৰজাৰ নিমিত্তে চেনি মিচিৰি কৰি থকাত ৰজাই সিইঁতৰ মাহিলা নি দিয়াৰ কাৰনে সিইঁতে উঠি দ্ৰোহ আচৰিলে। তাতে ৰজাই সেনাবোৰক পঠাই সিইঁতক দু' ৬০০ জনক কাটকত থলে। পাচে দেস খনৰ ৪..০০ মান খেহ্ লোকে গোট খাই বাঙ্কক ৰাজ নগৰ আক্ৰমন কৰিলে; কিন্তু জিনিব নোঅৰাত কেতবোৰ মৰিল, আৰু অনেক ধৰা পৰি বন্দিয়াৰ হল।

এপ্ৰিলৰ প্ৰথম দিনৰে পৰা জি ধুমুহা বৰ ৰতাহ্ সাগৰত হৈছিল, তাৰে অনেক জাহাজ নষ্ট হল। গুড হোপ অন্তৰিপৰ পৰা পত্ৰত লিখিচে, ৫। ৬ টা মান জাহাজ তাতে ভাগি নষ্ট হল।

হানিবল নামে এখান জাহাজ কুইবেক নগৰ এ- ইংলণ্ডলৈ জাওতে ২৪ ফেব্ৰোআৰিত বৰ ফান লাগি জাহাজৰ ওপৰত ঢৌ পৰি মানুহক াই নি মাৰিলে। ৩০ জন মৰিল, এজন মা ৰ থাকিল। তাতে ৰতাহ্ সাগৰৰ সোঁতৰ াৰাই ১৪ দিন ই ফালে সি ফালে নিয়া সেসত নৰোৱেই দেসৰ কোনো হাৰি ঠাইত গি ৰল। তাতে সেই মানুহ ৬। ৭ দিন মান থাকিলত কোনোবা মানুহে দেখা পাই তালৈ গৈ সেই মানুহ মুৰ্চ্চিত হৈ মৰা জেন পালে। পাচে ৰামৰ পৰা জাহাজ হোঁহোকাই সৰহকৈ পানি নি দিয়া দেখি আন জাহাজেৰে টানি নি নগৰলৈ আনিলে।

এপ্ৰিল ২৩ তাৰিখত প্ৰুচিয়া আৰু দেন্মাৰ্ক দেসৰ সৈন্যবিলাকে দেখা দেখি হলতে বৰ জুধ লাগিল; তাতে অনেক মানুহ মৰিলত দেন্মাৰ্কৰ সেনাবিলাক হাৰি ভাগি গল।

ফ্ৰাঞ্চ দেসৰ প্ৰজাবিলাকে জি নতুন মেলুআই বাচি লৈচিল, সিবিলাকৰ ৮৯০ মান গোট খাই ৪ মেই তাৰিখত পাৰি নগৰত ৰাজ মেল পাতিলে। পাচে মেলৰ অধিকাৰ হবলৈ বুলোই নামে এজনক পাতি থলে।

এতিয়া ফ্ৰাঞ্চৰ ৭,৩৭,০০০ সেনা গোট খাইচে। লিমজি নগৰত প্ৰজাবিলাকে ৰাজ মেলত বস ন হৈ আপোনাৰ এটা মেল আউটিচে। ৰোএন নগৰতো অথিৰ হৈ কন্দল কৰি জুধ হোআত ভেৰ স মান মানুহ খুন হল

জৰ্মানি দেসৰ বেদন নগৰত হেকৰ আৰু স্ত্ৰোৱ নামেৰে দুজন দ্ৰোহিযাৰ আলচেৰে কেতবোৰ প্ৰজাই অনেক দুৰ্জ্জনালি কৰি থকাত গাগৰ্ন নামে ৰাজ সেনাপতিএ সেনাবোৰক লগত লৈ সিইঁতক ভাঙ্গি খেদিলে; পাচে সিইঁতে সৈতে মিল হবলৈ কথোপকথন কৰি মিল হব নোঅৰাত উলটি জাবলৈ বিদাই দিলে। পাচে জাবলৈ ঘুৰোঁতেই সিইঁত সকলোএ হিলৈৰে তেঁওক গুলিয়াই বধ কৰিলে। তেঁওৰ সেনাবিলাকে ইয়াকে দেখি খঙ্গ উঠি সিইঁতক একে বেলিএ আক্ৰমন কৰি এসতকৈ অধিক মানুহ মাৰিলে। ৰাজ সেনাবো ৩৫ টা মানুহৰ ঘা লাগিল, কিন্তু এটাও ন মৰিল।

হঙ্গাৰি দেসৰ লোকে য়িহুদি মানুহক অনেক তাড়না কৰি এদিন প্ৰেচ্বৰ্গ নগৰৰ য়িহুদি হস্পিটাললৈ গৈ নৰিয়া আৰু মৰিব লগিয়াবিলাককো বাহিৰ কৰি খেদালে। এই ৰূপে সেই নগৰৰ পৰা ৩০০ মান ঘৰৰ মানুহৰ খেদাই পঠালে।

২৯ এপ্ৰিলত চাৰ্দিনিয়াৰ ৰজাই পিদ্মন্তৰ লোকে সৈতে ৰচলঙ্গো নগৰত অষ্ট্ৰিয়াৰ সৈন্যক জুধ কৰি বলে নোঅৰাত হহকি গল। পাচ দিনা আৰুও আহি বৰ জুধ কৰি জিনি আদিজ নদিৰ সি পাৰলৈকে অষ্ট্ৰিয়াবোৰক খেদিলে, আৰু তাৰে ১৭৪০ সেনা ধৰি আনিলে।

চিচিলি উপদিপৰ লোক আগৰে পৰা নাপলি দেসৰ ৰজাৰ বস হৈ আচিল; কিন্তু এতিয়া সিইঁতৰ ৰাজ মেল তেঁওৰ অনধিন হবলৈ থিৰ কৰিচে।

ফিজি মাজুলিত ৮ চেপ্তেম্বৰত আল্ৰৌ আৰু ৰেনা, এই দুই ঠাইৰ মানুহে জুধ কৰাত ৮০০ মানুহ মৰিল, আৰু ৰেনাৰ মানুহ পৰাস্ত হৈ পলাই গলত সিইঁতৰ ঘৰ আটাইবোৰ জুই দি পুৰিলে।

জোআ বচৰৰ ভিতৰত চিঞ্চিনাতি নগৰত ৩,৩০,০০০ তিনি লাখ ত্ৰিচ হেজাৰ গোট গাহৰি খাবৰ নিমিত্তে মৰা গৈচে।

২৯ মেই তাৰিখত নুয়ৰ্ক নগৰৰ আস্তৰ নামে ৬,০০,০০,০০০ চই কোটিতকৈ অধিক ৰুপৰ চহকি এজন মানুহ ৮৪ বয়সিয়া হৈ মৰিল। তেঁও জৰ্মানি দেসৰ মানুহ আছিল; ১৮ বচৰৰ বয়স হলত একো সম্পত্তি নো হোআকৈ আপোন দেস এৰি পাচে আমেৰিকালৈ গৈ উদৰ চাল নোমেৰে বেহা কৰি সিমান চহকি হল। তেঁওৰ বেহেৰুআ জাহাজ সাগৰৰ সকলো ঠাইতে ফুৰি আছিল, আৰু অৰিগন দেসত আপোনাৰ নামেৰে আস্তৰিয়া নগৰ পাতিলে।

ৰচ নামে এজন জাহাজৰ কাপ্তান চাহাবে ১৮,৪০০ অঠৰ হেজাৰ চাৰি স হাত লেজু এডালৰ মুৰত সিহ এডোখৰ বান্ধি আট্লান্তিক মহা সাগৰত পানি জুখিবলৈ পেলাই দিলে, তথাপি এইমান দিঘল হোআতো তলি নে পালে।

উইল্কচ নামে এজন আমেৰিকান জাহাজৰ কাপ্তান চাহাবে পাচিফিক সাগৰত ফুৰি ফুৰি হাৱাই উপদিপ পালত সেই ঠাইতে জুই ওলোআ জি বৰ ওখ পৰ্বত তাক চাবৰ নিমিত্তে উঠি গল। জি খালৰ পৰা জুই ওলাই সি বৰ দ, দেখিবলৈ অতি ভয়ানক। বাট দেখুআবৰ নিমিত্তে কিয়াৰিহ নামে হাৱাইৰ এজন আদি বাসি মানুহ লগত ললে; সি জাৰত কাপৰ মেৰাই মাটিত বহি থকাত চাহাবে তাৰ নক্চা লিখিলে।



মাওনা লোআ পৰ্বতলৈ বাট দেখুআ মানুহ।

Hawaiian Guide to the Crater of Mauna Loa.



## কুপৌৰে মাখি মৌৰে দিষ্টান্ত।

Fable of the Dove and the Bee.

মাখি মৌ এটাৰ জৰ পিয়াহ লাগি পানি খাবৰ মনেৰে পুখুৰিলৈ আহি বেগে জোআৰ নিমিত্তে পৰি সোমাল। পাচে তাৰ পৰা উঠিব নোআৰি ওপঙ্গি থকাত ওচৰৰ গচৰ পৰা এটা কুপৌএ দেখি মৰম লাগি, হলি থকা এডালত পৰি হলাই দি পানিত লগালে, তাতে মৌ বগাই উঠি জিলে।

তাৰ একেৰিমানৰ পাচত বিয়াধে সেই কুপৌলৈ জাল পাতি পেলালে। তাতে কুপৌএ সোমালত বিয়াধে জাল টনাৰ সময়তে মৌএ ওপৰে উৰি জাঁওত তাকে দেখি, আগৰ উপকাৰলৈ মন কৰি, বিয়াধৰ গোৰোআত পৰি বৰুকৈ বিন্ধিলে। তাতে বিস পাই বিয়াধে তেও মাৰিলত কুপৌএ দেখি ভই পাই, জালৰ পৰা সাৰি উৰি গল।

ইয়াৰ অৰ্থ এই, জাৰ পৰা আমি আগলৈ উপকাৰ পাব নোআৰিম, এইমান গৰিপ মানুহ নাই। আৰু জি মানুহে উপকাৰ কৰে, সেয়ে উপকাৰ পাই।

---

## কুপৌৰে এন্দুৰৰে কথা।

The Doves and the Mouse.

এজন লোকে হাবিৰ দাঁতিত জাল পাতি চাউল সিচি থৈচিল; তাকে অনেক কুপৌএ দেখি বুৰা কুপৌৰ হাক নলৈ পৰি খাবলৈ ধৰিলে। ওপৰত জাল পৰিলত সকলো চৰায়ে একে বাৰেই

উৰি জাল লৈ গৈ, আপদত এন্দুৰ মিত্ৰিৰৰ ওচৰ চাপিল। পাচে মিত্ৰিৰে জাল কুটি আটাইকে মুকলি কৰিলে। আপদতহে মিত্ৰৰ চিন।

---

## ইষ্ট ভেদ কৰা কথা।

**The Lion and the Jackals.**

এক সিংহৰ লগত দমনক কৰটক দুই সিয়াল আছিল। সিংহে পহু মাৰে, সিইঁতে খাই অনেক কাল আছে। এদিন হাবিত ভতৰাৰ মাত সিংহে সুনি, মোৰ দেসত ই কোন সোমালহি, বুলি ভাবি চিন্তি থকাত সিয়ালে বুজি পাই জনালে, হে মহাৰাজ, মোক আগ্যা দিলে তাক আনি ভেঁটাব পাৰোঁ। সেই ভতৰা হাবিত কৰ হল বুলি সোধাত সিয়ালে কলে, মুদৈএ গাবিত দুই ভতৰা নিয়াত এটাৰ ঠেঙ্গ ভাগি হাবিতে থাকিল। সি ভাল হৈ ভাল ঘাঁহ খাবলৈ পাই বৰ বলি হৈ হুঁকৰি ফুৰে। পাচে সিয়ালে গৈ হাবিত বিচাৰি পাই, তই ৰজাক দেখা ন হৈ দেসত আচ; ৰজাই দেখা পালে মাৰিব; তই ন কৰিবি আহ, ভেঁটাই দিওঁ গৈ বুলি, লৈ আহি সিংহৰ আগত ভেঁটাই দিলে। পাচে ঘাঁহ খোৱা জন্তু দেখি সিংহে লগত লৈ সিয়ালক ভঁৰালি ভাঙ্গি ভতৰাক ভঁৰালি পাতিলে। সিয়ালে মঙহ খাবলৈ নো পোৱা আথেজতে ৰজাত লগাই ভজাই, তোমাক নে মানে, মাৰিব খুজিচে, বুলি সিংহৰ হতুআই ভতৰাক মৰালে। পুনৰ বাৰ সিয়ালে ভঁৰালি হল; পাচে অকাৰনতে ভতৰাক মাৰিলোঁ বুলি সিংহে খেদ কৰে। ইয়াৰ অৰ্থ, মিত্ৰিৰ ভঙ্গা মানুহৰ কথা লব নে পাই।



## সিংহৰ কথা।

**The Lion and the Elephant.**

এক সিংহে আপোনাৰ দেসত বাহু বলেৰে পৰাক্ৰম কৰি খোআত এদিন আহাৰ কৰিবলৈ একো নো পোআত হাবিত ৰাতিলৈকে খাপ দি আছিল। পৰে গধুলি হলত আপোনাৰ পোহনিয়া হাতিএ হাবিত বিচাৰিবলৈ গলত সিংহে খাপ দি থকাত বনৰিয়া হাতি বুলি জাঁপ মাৰি ওপৰত উঠি একে কামোৰতে মাৰিলে। সিংহে হাতি লৈ আহি আপোনাৰ হাতি চিনি পাই বেজাৰ হৈ একো জন্তু নে মাৰোঁ বুলি সপত কৰিলে।

ইয়াৰ অৰ্থ, লোকক হিংসা কৰোঁতাই আপোনাৰে হানি কৰে।

---

## মেকুৰিএ চৰাই পোআলি খোআৰ কথা।

**The Cat and the Birds.**

অনেক চৰাই বুৰা সগুনক পোআলি ৰখিয়া দি চৰায়ে দিসা দিসি উৰি গল। পাচে এটা মেকুৰিএ আহি গচত উঠি পোআলি খাবলৈ জোআত পোআলিএ দেখি ভয়ত মাতিবলৈ ধৰিলে। তাক সগুনে সুনি ডিঙ্গি মেলি চাই ৰৰকৈ তাবি দিয়াত মেকুৰিএ ভই পাই সগুনৰ সাখ্যাত হল, আপুনি বৃধ গিয়ানৱন্ত, আপোনাৰ সদগুন এই চৰাইবিলাকে নিতৌ কই, তাতে দেখিবলৈ আহিচোঁ; আৰু মোক জে পোআলি খোআ বোলে, মই মাচ মাংস এৰি ব্ৰহ্মচাৰি হৈ চাতুৰ্মাস্য ব্ৰত কৰিচোঁ; এই তিৰ্থতে অনেক কাল আচোঁ। অনেক সাধু ধৰম দেখাই বিদাই কৰি আহি খোৰোঙ্গত সোমাই সোমাই পোআলি কনি ভাঙ্গি খাই নষ্ট কৰিলে। পাচে গধুলি চৰাই আহি দেখি সোকাৰ্ত্ত হৈ সকলোএ সগুনক খুঁটি খাই মাৰিলে।

আপোনাৰ কৰমত সাৱধানে নে থাকি দুৰ্জনৰ কথাত প্ৰতিতি কৰিলে আপদত পৰে।

---

ই কালে চ ঘৰ, সি কালে ন ঘৰ,
পহু পৰিল সাতোটা, ঘৰে পতি একোটা।

# এলিয়াক স্বৰগলৈ নিয়াৰ কথা।

Translation of Elijah.

জি কালত য়িহোৱাই বামাবলিৰে এলিয়াক স্বৰগলৈ নিবৰ ইচা কৰিলে, তেতিয়া এলিয়া এলিস্যাই সৈতে গিল্‌গাল গাঁৱলৈ গল। তাতে এলিয়াই এলিস্যাৰ আগত কলে, তুমি এখেতে থাকা, মই এই প্ৰাৰ্থনা কৰোঁ; কিয়নো য়িহোৱাই মোক বৈথেললৈ পঠাইচে। তাতে এলিস্যাই তেঁওত কলে, জদি য়িহোৱা অমৰ হই, আৰু তোমাৰ প্ৰান জদি অমৰ হই, তেন্তে তোমাক নেৰোঁ। এই হেতুকে দুয়ো বৈথেললৈ গল। তেতিয়া বৈথেলত থকা ভবিস্যত বক্তাবিলাকৰ সিস্যবোৰ এলিস্যাৰ ওচৰলৈ আহি কলে, বোলে, আজি তোমাৰ সমুখৰ পৰা য়িহোৱাই তোমাৰ গৰাকি নিব, ইয়াকে তুমি জানিচা নে? তেঁও কলে, হই, মই জানোঁ, তোমোলাকে নিজম দি থাকা। পাচে এলিয়াই তাত কলে, হে এলিস্যা, তুমি এখেতে থাকা, মই এই প্ৰাৰ্থনা কৰোঁ; কিয়নো য়িহোৱাই মোক য়িৰিহো নগৰলৈ পঠাইচে। তেতিয়া সি তেঁওৰ আগত কলে, জদি য়িহোৱা অমৰ হই, আৰু তোমাৰ প্ৰান জদি অমৰ হই, তেন্তে মই তোমাক নেৰোঁ। এই হেতুকে সিবিলাক দুয়ো য়িৰিহোলৈ গল। তেতিয়া য়িৰিহো নগৰত থকা ভবিস্যত বক্তাবিলাকৰ সিস্যবোৰে এলিস্যাৰ ওচৰলৈ আহি বুলিলে, আজি য়োহোৱাই তোমাৰ সমুখৰ পৰা তোমাৰ গৰাকি নিব, ইয়াক তুমি জানিচা নে? তাতে তেঁও কলে, হই, মই জানোঁ, তোমোলাকে নিজম দি থাকা। পাচে এলিয়াই তাক বুলিলে, তুমি এখেতে থাকা, মই এই প্ৰাৰ্থনা কৰোঁ; কিয়নো য়িহোৱাই মোক য়ৰ্দানলৈ পঠাইচে। তেতিয়া সি কলে, জদি য়িহোৱা অমৰ হই, আৰু তোমাৰ প্ৰান জদি অমৰ হই, তেন্তে মই তোমাক নেৰোঁ। এই হেতুকে সিবিলাক দুয়ো আগলৈ গল। আৰু ভবিস্যত বক্তাবিলাকৰ সিস্যৰ মাজৰ পঞ্চাস জন গৈ চাবলৈ আঁতৰত থিয় হৈ থাকিল। আৰু সেই দুই জন য়ৰ্দানৰ পাৰত থিয় হলত এলিয়াই আপোনাৰ গাৰ কাপৰ লৈ নুৰিয়াই পানিক মাৰিলে; তাতে পানিবিলাক ই কালে সি কালে বেলেগ কৰা হল, তাৰেই সিবিলাক দুয়ো শুকান মাটিএদি পাৰ হৈ গল। সিবিলাক পাৰ হলত এলিয়াই এলিস্যাত কলে, তোমাৰ ওচৰৰ পৰা মোক নিয়া হবৰ আগেয়ে তোমাৰ নিমিত্তে কি কৰিম, তাকে তুমি খুজিবা। তাতে এলিয়াই তেঁওত কলে, তোমাৰ আত্মাই দুগুন ভাৱে মোত থাকোক, মই এই প্ৰাৰ্থনা কৰোঁ। তেতিয়া তেঁও কলে, তুমি জি প্ৰাৰ্থনা কৰিলা সি দুসাধ্য; তথাপি তোমাৰ ওচৰৰ পৰা মোক নিবৰ কালত জদি মোক দেখা, তেন্তে তোমালৈ সেই ৰূপে হব; কিন্তু নে দেখিলে তোমালৈ ন হব। পাচে সিবিলাকে গৈ গৈ এই ৰূপে কথা কৈ থাকোঁতে, দেখা, অগ্নিৰ এখান ৰথ আৰু অগ্নিৰ ঘোঁৰাবোৰ ওলাই আহি সিবিলাকক বেলেগ কৰিলে; আৰু বামাবলিৰে এলিয়াই স্বৰগলৈ উঠি গল।

এলিস্যাই তাক দেখি, হে মোৰ পিত্ৰি, হে মোৰ পিত্ৰি, ইস্ৰাএলৰ ৰথ আৰু তাৰ ঘোঁৰা, ইয়াকে বিঙ্গিয়াই কলে; কিন্তু তেঁওক আৰু দেখিবলৈ নে পালে; পাচে আপোনাৰ কাপৰ ধৰি দুখানকৈ ফালিলে। আৰু এলিয়াৰ জি বস্ত্ৰ তেঁওৰ গাৰ পৰা পৰিল, এলিস্যাই তাকে তুলি লৈ উভতি গৈ য়ৰ্দানৰ তিৰত থিয় হল। পাচে তেঁও এলিয়াৰ গাৰ পৰা পৰা জি বস্ত্ৰ তাকে লৈ পানিবিলাকক মাৰি কলে, এলিয়াৰ ঈশ্বৰ য়িহোৱা কত আচে? এই ৰূপে তেঁৱো পানি মাৰিলত সিবিলাক ই কালে সি কালে বেলেগ হল, আৰু এলিস্যাই পাৰ হৈ গল। তাতে য়িৰিহোত থকা জি ভবিস্যত বক্তাবিলাকৰ সিস্যবোৰ সমুখে চাই আছিল, সিবিলাকে তেঁওক দেখি কলে, এলিয়াৰ আত্মাই এলিস্যাত থাকিচে। পাচে সিবিলাকে তেঁওৰ লগ লবলৈ আহি তেঁওৰ আগত মাটিত পৰি প্ৰনাম কৰিলে।



## মান খাম্তিএ সেৱা কৰা বোধ দেৱতাৰ নকচা

**Image of Budh or Gaudama.**



## খাম্তিৰ বিবৰন।

**Account of the Khamtis.—From the "Sketch of Asam."**

পুৰ্ব্বে ইংৰাজি ১৭৫১ সঁকত ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত ঐৰাৱতি নদিৰ গুৰিৰ পৰ্বতৰ পৰা অসম দেসৰ উত্তৰ পুৰ্ব্বে টেঙ্গা পানি নৈৰ গুৰিত ১৪ ঘৰ খাম্তি আহি আচিল। পাচে মোআমৰিয়া ভগনত আৰু ভালেমান খাম্তি আহি অসমিয়া মানুহৰ ওপৰত ভালেমান দৌৰাত্ম্য কৰিচিলহি। পাচে কমলেশ্বৰ সিংহ ৰজাৰ দিনত সিহঁতক খেদিচিল, কিন্তু চন্দ্ৰকান্ত স্বৰ্গদেৱৰ দিনত দেস অৰাজক হোআত আকও খিতাপি হলহি। পাচে ইংৰাজে ৰাজ্য লোআতো মুখেৰে মৰা ভাৱে থাকি মাজে মাজে বিৰোধ কৰিবৰ আগন্তুক কৰি আচিল। সেসত ১৮৩৯ ইংৰাজি সঁকৰ ২৮ জানোআৰি তাৰিখত নিসা তিনি পৰিয়াত খাম্তিহঁত কেতবিলাক মুলুক আৰু চিংফৌএ সৈতে গোটখাই ৬০০ মান মানুহ সদিয়া সোমাই চিপাহি আৰু চাহাব সকলৰ ঘৰত জুই দি চিপাহিহঁতক আক্ৰমন কৰাত সিহঁতে আগেএ অতি ভই পাই, পাচে সিহঁতক খেদিলে; আৰু খাম্তি ২১ টা হত হল, আমাৰ ফালেও লৰা তিৰোতাই সৈতে ৮০ মানুহ মুঠে মৰিল। সেই সময়ৰ পুবে পলিটিকল এজেণ্ট কৰ্নেল হোৱাইট চাহাবে সদিয়ালৈ গৈ বঙ্গলাত চিপাহি নো হোআকৈ আচিল খাম্তিহঁতে আক্ৰমন কৰিবৰ ৰাতি তেঁও হৰা মুৰা সুনি চিপাহিৰ চাউনি সোমাবলৈ জোআত বাটতে খাম্তিহঁতে খুঁচি মাৰিলে। পাচে কেইৰা মাহৰ মুৰত চিপাহি গৈ খাম্তিহঁতক সিমাৰ বাহিৰকৈ খেদি থৈ আহিল, কিন্তু চিপাহি ওভতাত আকও মিচিমিৰ পৰ্বতৰ দাঁতিত বৰ খাম্তিলৈ জোআ বাটৰ গুৰিত ৰহিলহি সেসত জি ৰনুআ গোঁহাই আৰু ডৌ গোঁহাই

দুয়ো সদিয়াৰ দুৰ্গতি কৰিচিল, সিইঁত মৰিলত সিইঁতৰ পুতেক আৰু খাম্‌তিইঁত্তে ই° ১৮৪৩ সকত খেমা মাগি গবৰ্নমেণ্টলৈ প্ৰাৰ্থনা জনোআত্ত সিইঁতক সদিয়াৰ গুৰিৰ চুনপুৰ নামে ঠাইত লৰা তিৰোতাই সমনিত্তে আহি ৰহিবৰ, আৰু গোলাম কিনা বিক্ৰা এৰিবৰ, আৰু সক সৰু দাই আপোনাৰ মাজতে ডাক্টি চোৰ ডকাইত আদি কৰি পলিটিকল এজেণ্টৰ তত সোধাবৰ আগ্যা কৰিচে।

খাম্‌তিইঁতৰ মুখ খেহ দেসৰ মানুহৰ নিচিনা, আৰু ৰৰনো সেই দৰৰ, কিন্তু কিচু কলা। সিইঁত অতি সত্তৰ্ক আৰু ৰনুআৰ স্বভাও আচে, আৰু সিইঁতৰ মুখ দেখোঁত্তেই নিষ্ঠুৰ। খাম্‌তিইঁত আন পৰ্বতিয়া জাতিতকৈ অনেক কথাত সভ্য আৰু সিইঁত্তে লেখিব পঢ়িবলৈ জানে, আৰু সিইঁতৰ ভাসাও বেলেগ। মানৰ দেসৰ দৰে ইইঁত্তে বৌধ ধৰমক মানে, আৰু অনেক ক্ৰিয়া মানৰ দৰে। খাম্‌তিৰ ৰজাবোৰ লোৰ আৰু ৰুপৰ ৰন কৰাত্ত ৰৰ পাৰ্গত, আৰু সিইঁতৰ সোনাৰি বিদ্যাত এনেহে বুধি জে অলপ দেখুআলেই ৰৰ নিপুন হৰ পাৰে। খাম্‌তিইঁত্তে ধুতি আৰু তাৰ ওপৰত চোলা পিন্ধে, সিইঁতৰ চুলিৰে খোপা বান্ধে, আৰু কেতিয়াবা কেতিয়াক্ষা পাগুৰিও মেৰাই। সিইঁত্তে ভাত্ত আৰু সাক খাই, আৰু পালে মঙ্গহকো নেৰে, আৰু মদো খাই। আ.

---

সেই ওপৰে কোআ ৰনৰ কালত্ত আমাৰ লগত্ত থাকি নক্চা লিখা ইয়ঙ্গ নামে খাম্‌তি খনিকৰৰ নক্চা এই।



Yeng Khamti Engraver.

## মিচিমিৰ বিৰৰন।

Account of the Mishmis.—From the "Sketch of Asam."

অসম দেসৰ উত্তৰ পুৱৰ পৰ্বতবিলাকত্ত মিচিমি নামে এক পৰ্বতিয়া জাতি আচে। সিইঁতৰ বেলেগ বেলেগ খেল আচে, দিবাঙ্গৰ বোৰক চুলি কটা মিচিমি আৰু আন আনবোৰক টাইন্ আৰু মেজহ্ বোলে। সিইঁত নিচেই বনআ, ভুমি ফুৰে, আৰু আবৰ চি°ফৌ আৰু আপোনাৰ মাজতো সদাই কটা কটিকৈ ৰন লগাই থাকে। সিইঁত্তে লেখিবলৈ বা পঢ়িবলৈ ভু নে পাই, সহিল সক অৰ্থাত্ত চুটি, ৰৰ বলিষ্ট, কিন্তু অতি মলিন, আৰু কাপৰ সৰহ্কৈ নি পিন্ধে। ৰজাবিলাকে তিবেট দেসৰ ৰঙ্গা নোমৰ কাপৰ পিন্ধে, কিন্তু সামান্যৰ কাপৰ নিচেই বেয়া। কিন্তু তিৰোতাবোৰে আঁঠলৈকে পৰাকৈ নানা ৰৰানয়া পটিয়া পটিয়া কাপৰ মেখেলাকৈ পিন্ধে, আৰু গাত্ত চোলাৰ দৰে একোটা লই; ৰুপৰ পত্তা এডোখৰেৰে সিইঁত্তে খোঁপা বান্ধি থই, আৰু কানত্ত ইমানহে ডাঙ্গৰ ৰুপৰ অলঙ্কাৰ পিন্ধে জে কান প্ৰাই চিগি পৰিব লগা হই। মিচিমিইঁত্তে জেই জনি ইচা তেত্তে জনি তিৰোতা ৰাখে, কিন্তু দন্দ ন হৰলৈ সিইঁতক বেলেগ বেলেগ ঘৰত্ত থই। মিচিমিইঁতৰ লৰা তিৰোতা আৰু মুনিহ্ আটায়ে হোঁকা খোআত্ত ৰৰ প্ৰিতি কৰে, আৰু আটায়ে বাঁহৰ বা খেহ্ দেসৰ পৰা অনা পিত্তলৰ এবিধ হোঁকাত্ত খাই; আৰু বান্দৰৰ চালৰ একো খন মোনাত্ত হোঁকা খাৰ পৰাকৈ আটাই বস্তু ভৰাই কঁকালত্ত বান্ধি আটায়ে লৈ ফুৰাই। মুনিহবোৰে খেহ্ দেসৰ ৰঙ্গা চুলি লগোআ দা এখন আৰু সিইঁতৰ দেসি জাঠি আৰু বিহ দিয়া কাঁৰ খেনু লৈ ফুৰাই। সিইঁত্তে কুকুৰৰ চালৰ এবিধ টুপি পিন্ধে।



মিচিমিৰ কুকুৰৰ চালৰ টুপি।

Dog-skin Cap of the Mishmis.

মিচিমিইঁতে হাবি আৰু পৰ্ব্বতত থকা বুলি এক দেৱতাক প্ৰাৰ্থনা কৰে; আৰু নৰিয়া বা আন বিপদ হলে ভালেমান গাহৰি আৰু চৰাই বলি দিএ। সিইঁতৰ ৰজা জি আচে তাক মানে হই, কিন্তু সি ইচাৰেই সকলো কৰিব নোআৰে, কিয়-নো যাই কাৰ্য্য হলে বা বৰ জগৰৰ দণ্ড কৰিব লগা হলে খেলৰ সকলো চাপি জি সিধান্ত কৰে, সেই দৰে চলে। বৰ জগৰ কৰিলেও ধনৰ দোআৰাই দণ্ড এৰাব পাৰে, কিন্তু পৰ তিৰি গমন কৰিলে প্ৰান দণ্ড হই।

মিচিমিবোৰে ৮০ হাত বহল থৰাং নৈত্তো বেঁতৰ সাঁকো দি সহজে পাৰ হই, কিন্তু সিইঁতত বাজে আনে পাৰ হোআ টান।

পুৰ্ব্বে মিচিমিএ অসম ৰজাক মানি সদিয়া খোআ গোঁহাইক কিচু কিচু দ্ৰব্য ভেঁটি দিচিল। মিচিমিৰ দেস আৰু তিবেট দেস একে লগ, কিন্তু মিচিমি-ইঁতক চেৰাই জোআ বাট নিচেই দুৰ্গম, তেও তিবেট দেসেৰে মিচিমিইঁতে বেপাৰ কৰি সিইঁতৰ বিহ তিতা, গাঁঠিয়ন আৰু মজাঠি সলাই গৰু, হোঁকা আৰু তামৰ সাজ আনে। প্ৰতি বচৰি জাৰকালি মিচিমিবোৰ সদিয়ালৈ আহি বিহ, তিতা, মজাঠি, গাঁঠিয়ন ইত্যাদি বস্তু সলাই মঁহ গৰু নিএ। সিইঁতৰ সৰহ খেতি নাই জেন জনা জাই, পৰ্ব্বতৰ জিবোৰ ঠাই কিচু সমান আৰু নিচেই খিয় ন হই তাতে খেতি কৰে, আৰু গোম ধান কনি ধান, আলু, অলপ আফু, কিচু কপাহ ইত্যাদি হই; আৰু সিইঁতৰ ধঁপাত আৰু মদত অতি প্ৰিতি। মিচিমিইঁত চাঙ্গ ঘৰত থাকে, আৰু একোটা অতি ডাঙ্গৰ আচে, বেঁত বা কেহুবিৰ পাত্তেৰে তাক চাই।

মিচিমিইঁতৰ স্বভাও চৰিত্ৰ অদ্যাপিও কোনোএ ভালকৈ জানিব পৰা নাই; অনেক ইংৰাজে সিইঁতৰ দেস চেৰাই তিবেট দেসলৈ জাবৰ পুৰুসাৰ্থ কৰিচিল, কিন্তু কেৱে পৰা নাই। আ.



Almanac for August, 1848.

## আগষ্ট মাহৰ পঞ্জিকা।

খ্ৰিং অং ১৮৪৮। হিন্দু সংক ১৭৭০।

| | আগষ্ট | সাওন | সুৰ্য্যোদই | সুৰ্য্যাস্ত | তিথি | তিথি |
|---|---|---|---|---|---|---|
| মঙ্গল | ১ | ১৮ | ৫।২৭ | ৬।৪৫ | ২ | ৮।৩ |
| বুধ | ২ | ১৯ | ৫।২৭ | ৬।৪৪ | ৩ | ৯।১০ |
| ব্ৰিহস্পতি | ৩ | ২০ | ৫।২৮ | ৬।৪৩ | ৪ | ৯।৪৭ |
| সুকুৰ | ৪ | ২১ | ৫।২৮ | ৬।৪২ | ৫ | ১০।২৩ |
| সনি | ৫ | ২২ | ৫।২৯ | ৬।৪১ | ৬ | ১০।৫৮ |
| দেও | ৬ | ২৩ | ৫।২৯ | ৬।৪১ | ৭ | ১১।৩৫ |
| সোম | ৭ | ২৪ | ৫।৩০ | ৬।৪০ | ৮ | পুআ |
| মঙ্গল | ৮ | ২৫ | ৫।৩০ | ৬।৩৯ | ৯ | ০।১৩ |
| বুধ | ৯ | ২৬ | ৫।৩১ | ৬।৩৮ | ১০ | ০।৫৫ |
| ব্ৰিহস্পতি | ১০ | ২৭ | ৫।৩১ | ৬।৩৭ | ১১ | ১।৪১ |
| সুকুৰ | ১১ | ২৮ | ৫।৩২ | ৬।৩৬ | ১২ | ২।৩০ |
| সনি | ১২ | ২৯ | ৫।৩২ | ৬।৩৫ | ১৩ | ৩।২১ |
| দেও | ১৩ | ৩০ | ৫।৩৩ | ৬।৩৫ | ১৪ | চন্দ্ৰোদই |
| সোম | ১৪ | ৩১ | ৫।৩৩ | ৬।৩৪ | ১৫ | ৬।৩২ |
| | | ভাদ | | | | |
| মঙ্গল | ১৫ | ১ | ৫।৩৪ | ৬।৩৩ | ১৬ | ৭।১৫ |
| বুধ | ১৬ | ২ | ৫।৩৪ | ৬।৩২ | ১৭ | ৭।৫৯ |
| ব্ৰিহস্পতি | ১৭ | ৩ | ৫।৩৫ | ৬।৩১ | ১৮ | ৮।৪৫ |
| সুকুৰ | ১৮ | ৪ | ৫।৩৫ | ৬।৩০ | ১৯ | ৯।২৪ |
| সনি | ১৯ | ৫ | ৫।৩৬ | ৬।৩০ | ২০ | ১০।১৯ |
| দেও | ২০ | ৬ | ৫।৩৬ | ৬।২৯ | ২১ | ১০।৫৭ |
| সোম | ২১ | ৭ | ৫।৩৭ | ৬।২৮ | ২২ | ১১।৪৭ |
| মঙ্গল | ২২ | ৮ | ৫,৩৭ | ৬।২৭ | ২৩ | পুআ |
| বুধ | ২৩ | ৯ | ৫।৩৮ | ৬।২৬ | ২৪ | ০।৪০ |
| ব্ৰিহস্পতি | ২৪ | ১০ | ৫।৩৮ | ৬।২৫ | ২৫ | ১।৩৬ |
| সুকুৰ | ২৫ | ১১ | ৫।৩৯ | ৬।২৪ | ২৬ | ২।৩৩ |
| সনি | ২৬ | ১২ | ৫।৩৯ | ৬।২৩ | ২৭ | ৩।৩৩ |
| দেও | ২৭ | ১৩ | ৫।৪০ | ৬।২২ | ২৮ | ৪।২৯ |
| সোম | ২৮ | ১৪ | ৫।৪০ | ৬।২১ | ২৯ | ৫।২৬ |
| মঙ্গল | ২৯ | ১৫ | ৫।৪১ | ৬।২০ | ০ | ৬।২১ |
| বুধ | ৩০ | ১৬ | ৫।৪১ | ৬।১৯ | ১ | ৭।১৪ |
| ব্ৰিহস্পতি | ৩১ | ১৭ | ৫।৪২ | ৬।১৮ | ২ | ৮।৬ |

১৫ দিনৰ পুআ ৩। ৩৪ বজাত পুৰ্নিমা।

২৯ দিনৰ পুআ ১। ১৯ বজাত আমাবাস্যা।

*The* Orunodoi, *Printed and Published monthly at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতিয় চোঙা। মো° সিৱসাগৰ, আগষ্ট ১৮৪৮ খ্ৰি° অ° সঁক। নম্বৰ ৮।

VOL. III. SIBSAGOR, ASAM, AUGUST, 1848. No. 8


## অনেক দেসৰ সম্বাদ।

General Intelligence.

ক্লোৰোফৰ্ম নামে জি এবিধ দৰবেৰে মানুহ অচেতন কৰা হৈ হাত ঠেঙ্গ কাটিলে একো দুখ নে পাই, এই সিৱসাগৰ জিলাত থকা কোনো কোনো কগিয়া লোকে শ্ৰীজুত ডক্তৰ লঙ্গ চাহাবৰ হতুআই তাৰে মুৰ্চ্চিত কৰা হৈ দুখ নো পোআকৈ ৰোগৰ পৰা মুকুত হৈচে। প্ৰথমতে জি এজন মানুহৰ গালত এটা বৰ ঘঁট আচিল, তাক সেই দৰৰ সুঙ্গালত ঘট কাটি নু গুচালে মানে সি টোপনিৰ দৰে সুই আচিল। পাচে চেতন পাই ৰোগ গুচা দেখি বঙ্গ মনেৰে উঠি ঘৰলৈ গল। পাচে ২০।২৫ বচৰিয়া তিৰোতা এজনি হাতৰ চাল মঙ্গহে চপাই ধোআ হেতুকে ১৮ আগষ্টত হাত মেলিবৰ কাৰনে অস্ত্ৰৰ দোআৰাই আৰু ঔসধৰ গন্ধ পোআতে কাটোঁতে দুখ পোআৰ কথা ন জনাকৈ অনেক চাহাব লোকৰ আগত হাতৰ চাল মঙ্গহ কাটি হাত পোন্নালে।

হিন্দুস্থান দেসৰ কাম্‌তি নগৰত ৫ জুন তাৰিখত বৰ ধুমুহা বতাহ বৰধুন হৈ দু দিন মান আচিল। ৬ তাৰিখৰ গধুলিত তাত থকা চাহাব লোকে খানা খোআৰ সময়ত বজ্ৰপাত খাৰ ঘৰত পৰি জুই লাগি বৰ ভয়ঙ্কৰ সবদেৰে ঘৰ ফুটি সিল গুলি আদি আটাইকে উৰাই নিলে। সেই সবদেৰে আৰ্চি দুআৰবোৰ ভাগি ভাগি গল, আৰু গোটেই পল্‌টন কঁপি লৰিল। উৰি জোআ সিল আদি বস্তুৰ দোআৰাই এটা ফকিৰ, সাতোটা মহ, এক ঘোঁৰা, মাইকি পোআলি গৰু এহাল মৰা হৈচে।

মুল্‌টান নগৰত প্ৰথম জুলাই তাৰিখত কম্পানিৰ সেনাপতিএ সেনা লৈ মুল ৰজাই সৈতে ৰন কৰি ৬ ঘণ্টা মান জুধৰ পাচে তাক জিনি নগৰৰ পৰা খেদালত, ৰজাই চাই তাঁৰৰ আতৰত থকা কোঁঠত আস্ৰুই ললে।

লাহোৰ নগৰত আগেয়ে জি দ্ৰোহ পাতিচিল, দুজন চিপাহিএ সেই দ্ৰোহিৰ আলচ জানি তাক ন কৈ গুপুতে ৰখাৰ প্ৰমান ওলালত প্ৰধান সেনাপতিএ সেই দুটা চিপাহি ফাঁচি দিবলৈ আগ্যা কৰিলে।

ডেবিদ্‌চন নামে চাহাৰনপুৰ জিলাৰ মেজেস্ত্ৰেত চাহাবে এটা বিলাতি কুকুৰে সৈতে ৫০ হাত মান ওখ গৰাৰ দাঁতিত উমলি থাকোঁতে অকস্মিতে বাগৰি পৰি অনেক দুখ পাই কিছু বেলিৰ পাচে মৰিল।

কলিকতা নগৰত থকা এজন বঙ্গালি ৰজাই কোনো জমিদাৰে সৈতে দন্দ লাগিলত দুইবো ৪।৫০০ মানুহে হাতত লাঠি লৈ ওচৰৰ গাঁৱত গোট খাই জুধ কৰিলে। তাতে দুটা মানুহ মৰিল, এঘাৰেটা এধা মৰা হল।

ইংলণ্ড দেসৰ ব্ৰাইটন নগৰৰ ওচৰত সাগৰে তলে খানি নিয়া ওপৰে আহনিয়া গৰা আচে। তাতে মানুহ সৰাবোৰে তলে সোমাই সোমাই সিল আদি কিবা কিবি পালে খানি উলিয়াই। এই ৰূপে ৫ মেই তাৰিখত ১০।১২।১৩ বচৰ বয়সিয়া তিনি ভায়েক আন এটা সৰু লৰাই সৈতে ৬ হাত মান সোমাই খানি আচিল; তাতে একে বেলিএ গোটেইটো গৰা খহি ৫ হেজাৰ মোন মান মাটি সিহঁতৰ ওপৰত পৰিল। পাচে মানুহ গোট খাই খানি খানি দু ঘণ্টাৰ পাচত উলিয়াব পাৰিলে, কিন্তু সকলো মৰা।

একচিটিৰ নগৰৰ ওচৰত যোঁৱাই টনা সৰু ৰথ এখান আলিৰ লোৰ ভাৰত থকাত কলে নৈতে ৰথ খান চাবেক বেগাই আহি খুন্দা খালে। তাৰ এখন ৰথ তোখৰ তোখৰকৈ ভাগি মানুহক দলিয়াই পেলোআত ৬ টা মৰিল।

সাঁকো দলঙ্গ কৰিবলৈ জি কাঠ লাগে তাক বিলাইতৰ মানুহে কোনো দৰবৰ পানিত জুবুৰিয়ালে কাঠ বৰ টান হই, কিন্তু থাবৰ নিচিনা হোআত বৰ বেগে পোৰে। ওএলচ দেশৰ উছ্ক নদিৰ ওপৰে দু বচৰৰ ভিতৰত এনে কাঠৰ এখন দলঙ্গ সাজি এটাৰ লগা হলত তপত লোৰ এডাল তাঙ্গৰ গঁজাল মৰিয়াওতে কাঠত জুই লাগি গোটেই খন পুৰি নষ্ট হল। তাৰ ওপৰে জোআ ৰথ খান চাবেক জুই লগা দেখি বৰ বেগে যোঁৱা মেলি জোআত কথমপি সাৰিল। সেই দলঙ্গ ৬০০ হাত দিঘল; সাজোঁতে ২ লাখ টকা খৰচ হল।

১৫ মেই তাৰিখত ফ্ৰাঞ্চ দেশৰ বিলঙ্কি, বাৰ্বে, আদি কৰি অনেক মানুহে ৫০,০০০ মান প্ৰজাই নৈতে ৰাজ মেল ভাঙ্গিবৰ নিমিত্তে বৰ চৰাত সোমাই হুৰা মুৰা কৰি মেলুআইবিলাকক খেদিলে। পাচে লামাৰ্তিন ৰাজ মন্ত্ৰিএ আন মন্ত্ৰিএ নৈতে সকলো সেনাবোৰক গোট খুআই সেই দ্ৰোহ কৰাবিলাকক ভাঙ্গি খেদাই যাই সক্ৰ ২০০ মানক ধৰি সোধ কৰাবৰ নিমিত্তে কইদ কৰি থলে।

সেই ১৫ মেই তাৰিখত বৰ্লিন আদি কোনো কোনো নগৰত দ্ৰোহ আচৰি সেনাই নৈতে প্ৰজাবিলাকে জুধ কৰিচিল। বিএনা নগৰত অনেক কন্দল হুৰা মুৰা কৰাত অষ্ট্ৰিয়া ৰজাই বিএনা নগৰ এৰি গৈ আন নগৰত থাকিল।

২৮ মেই তাৰিখত জৰ্মানি মানুহ ৭,৫০০, দেন্মাৰ্কৰ ৮,০০০ সেনাই নৈতে চন্দিবিল নগৰত জুধ কৰি জৰ্মানি যাটিল। দুয়ো ফালে বহু মানুহ মৰিল।

পোলণ্ড দেশৰ পোচেন নগৰৰ লোকে স্বতন্ত্ৰ হবলৈ প্ৰুচিয়াৰ অহিতে বন কৰি গ্ৰাজ আৰু জিয়ঞ্চ এই দুই গাঁৱত বৰ জুধ কৰিলে, কিন্তু জিনিব নোঅৰাত প্ৰুচিয়াই সকলোকে মাৰি বন্দিয়াৰ কৰিলে; পোচেনৰ ১৭০০ বনুআৰ মাজত ১৭ টা মাখোন সাৰি পলালগৈ। সিহঁতৰ সেনাপতি আৰু বৰ টোপ ১১ টা, বনৰ আটাই সামগ্ৰি নৈতে প্ৰুচিয়াই কাঢ়ি নিলে।

চাৰ্লচ আলবৰ্ত নামে চাৰ্দিনিয়াৰ ৰজাই ৩০,০০০ সেনাই নৈতে অষ্ট্ৰিয়াৰ সৈনক ইতালি দেশৰ পৰা খেদাবলৈ বন কৰিচে। ৬ মেই তাৰিখত বিৰোনা নগৰত জুধ কৰি চাৰ্দিনিয়াৰ ১২০০ মান হানি হৈচে, অষ্ট্ৰিয়াৰো মৰা আৰু খুন হোআ বহু মানুহ আচিল। মিলান নগৰৰ জুধত অষ্ট্ৰিয়াৰ মৰা ২০৬; খুন হোআ ৩৬৯; সিহঁতৰ যোঁৱা ৬৮৭ মাৰিলে, আৰু বৰ টোপৰ হানি চটা। বচলজো জুধত অষ্ট্ৰিয়াৰ ২০০ মৰিল; ৬০০ মানুহ বন্দিয়াৰ হৈ সক্ৰৰ হাতত পৰিল। ২৩ মেই তাৰিখৰ মানিখা ৰাতিত অষ্ট্ৰিয়াই বিচেঞ্চা নগৰত আক্ৰমন কৰিলে, কিন্তু জিনিব নোআৰি পাচে হুহকি গল।

১৫ মেই তাৰিখত নাপলি নগৰৰ লোকে ৰজাৰ অহিতে উঠি ৰাজ সেনাবোৰে নৈতে বন কৰিলত মৰা খুন হোআ ১৫০০ আচিল; তাৰ মাজত ৰাজ সেনা ৭০০। ▮

---

## বাপেক পুতেকহঁতৰ কথা।

**The Father and his Sons.**

এটা মানুহৰ ভালেমান লৰা আচিল আৰু সিহঁতৰ ইটে সিটে সদাই দন্দ হৈ থাকে, পাচে বাপেক মৰিবৰ সময়ত আটাইবোৰ লৰা মাতি আনি ভালেমান বন গোটাই টানকৈ এগচ কৰি বাটি সিহঁতক চিঙ্গিবলৈ দিলে, সিহঁতে কোনো ৰূপে চিঙ্গিব নোআৰিলে; তেতিয়া বাপেকে সেজু গচ মেলি, এডাল এডাল বন সিহঁতক চিঙ্গিবলৈ দিলে, সিহঁতেও বেগত বেগে চিঙ্গি পেলালে। তাতে বাপেকে কলে বোলে, এইটো তহঁতৰ কাৰনে হিত কথা, কিয়নো তহঁতে জদি মিল হৈ থাক, তেতিয়া তহঁতক কোনেও একো কৰিব নোআৰে, জদিহে বেলেগ হ তহঁতকো এই দৰে নষ্ট কৰিব।

অৰ্থ, একে হৈ থাকিলে বল হই, অমিল হলে বল হিন হই।



নিংকলা, চিংফৌ গাম।

Ningrula—Singpho Chief.

## চিংফৌৰ বিবৰন।

Account of the Singphos,—from the "Sketch of Asam."

চিংফৌৰ দেসৰ উত্তৰ সিমা ব্রহ্মপুত্র, পূবে মিচিমিৰ পর্বত, দখিনে পাটকাই পর্বত, আৰু পচিমে ন দিহিঙ্গ নৈৰ মুখৰ পৰা পোনে বুৰি দিহিঙ্গ নদিৰ দখিনলৈকে। এই দেসৰ প্রাই আদখিনি পর্বতিআ, কিন্তু মাটি কিদ কি ওখ প্রায়তে অনেক ধান হই। কুঁহিয়াৰ, চাহ ইত্যাদি সুন্দৰে হই, আৰু সকলো পোনে নদি বৈচে। এতিয়া গোটেই দেসেই হাবি, কিন্তু চিংফৌ অহাৰ অর্থাত ৬০ বচৰৰ পুর্বে তেনে অৰন্য নাচিল। সম্প্রতি চহেজাৰ মান চিংফৌ আচে জেন অনুভও হই।

প্রতি জাতি চিংফৌৰ ওপৰতে একোটা গাম নামে ৰজা। আচে সিইতে প্রাই জি ইঁচা তাকে কৰিব পাৰে, আৰু আটাইবোৰ চিংফৌৰ অভিমতেৰে নিচয় ন চলে; কিন্তু চিংফৌৰ ৰজাবোৰৰ ভিতৰত জি ৰৰ গুনবান, তাৰ কথাৰে গোটাই

দেসৰ কোনো মুখ্য কাৰ্জত চলে। জেতিয়া চিংফৌইংতে ইংৰাজে সৈতে সন্ধি পত্ৰ কৰিছিল, তেতিয়া বিচা গাম নামে এটা ৰজাৰ দোআৰাই নিয়ম স্থিতি কৰি আটায়ে চলিছিল। জেতিয়া মানে অসম দেস আক্ৰমন কৰিছিল, তেতিয়া চিংফৌইংতে সিইঁতৰ সগ লৈ অসমত নানা দুৰ্গতি কৰিছিল, আৰু পুৰ্বেও অনেক অসমিয়া মানুহক গোলামকৈ নিছিলহি।

চিংফৌইঁতৰ স্যান আখৰ, আৰু সিইঁতৰ ভাসাওবেলেগ; সিইঁতে পাভত বা কাকতত লেখেকিন্তু সিইঁতৰ স্বভাও অতি সৰপা; কেতিয়া কি কৰে তাৰ থিতাপি নাই, আৰু বৰকৈ কানি খাই। সিইঁতৰ এনেহে এলাহ জে গোটেই দেসেই উৰ্বৰা আৰু খাজানাও দিব নে লাগে, তেও ধানৰ এনেহে দৰ জে বচৰৰ অনেক মাহ হাবিৰ আলু কচু খাইহে থাকে; পথাৰৰ সকলো বন গোলাম আৰু তিৰোতাবোৰে কৰে, মুনিহবোৰৰ হাতত বন বা মিগিয়া ন হলে বদ পুআই বা গাঁও ফুৰি থাকে।

চিংফৌইঁতৰ ওচৰৰ জি সকল জাতি আছে, সেইবোৰৰ ধৰমে সিইঁতৰ ধৰমেৰে মিহলি, আৰু সকলোবোৰ চিংফৌৰ একেটা ধৰম ন হই; সেখোঁতে সিইঁতে বোধ ধৰমৰ গদমা দেৱতাক মনা জেন দেখি; কিয়নো সেই দেৱতাৰ মন্দিৰ আৰু পোৰোহিত মুখ্য গাঁওবিলাকত আছে। জি চিংফৌ ৰজা আন জাতি চিংফৌ সৈতে জুধত মৰে, তাকো দেৱতা গিয়ান কৰে, আৰ মাউৰ, দুৰ্ভিখ্য বা বিপদত নিং দেৱতা বা, নিঙ্গসিচ্ দেৱতাক মঁহ গাহৰি কুকুৰা বলি দি পুজে, আৰু মঁহ বলি মুৰবোৰ ভক্তিৰ চিন ৰূপে ঘৰত আৰি থই।

মানুহ মৰিলে সি জিয়াই থাকোঁতে জেনেকৈ ইচা কৰিছিল তেনেকৈ পোৰে বা পোতে; দেওধাঁই হতুআই দেৱতাক গাহৰি কুকুৰা বলি দিয়াই। কোনো ৰজা মৰিলে তাৰ আটাইবোৰ মিত্ৰ গোট নে খাই মানে সটো ৰাখি থই, পাচে মঁহ গাহৰি পহু বলি দি মদ আৰু ভোজ খুআই স পোতে; তাতে দেওধাঁয়ে মন্ত্ৰ বুলিলে মাটিৰ ভেঁটি এটাৰে মৈদাম ৰান্ধি বাঁহেৰে বেৰ দি থই।

চিংফৌইঁতে অনেক তিৰোতা ৰাখিব পাৰে, আৰু সিমুৰধক সিইঁতে বৰ ভই কৰে। মাক আৰু ভনিয়েকক বিয়া কৰাব নে পাই, কিন্তু মাহিমাক বৌয়েক বা আন কোনো সম্বধক বিয়া কৰাব পাই। বিয়া এই ৰূপে কৰাই, অৰ্থাত দৰাৰ কন্যাৰ মাক বাপেকক এখন খাম্তি দা, পাটৰ চুৰিয়া, মখমলৰ চোলা, গোলাম বান্দি আৰু ধনৱন্ত হলে সক্তি অনুসাৰে ধন সোন দিএ; পাচে কন্যাৰ মিত্ৰ কুটুমক ভোজ খুআলে আৰু দেওধাঁয়ে কিচু মানে ক্ৰিয়া কৰিলে কন্যাৰ অলঙ্কাৰাদি মাক বা বাপেকে ৰাখি দৰাক গঁতাই দিএ।

কেৱে পৰস্ত্ৰি গমন কৰিলে তিৰোতাৰ স্বামিএ জি দয়ন্ অৰ্থাত গৰু মঁহ ধন কাপৰ খোজে তাকে দিব পাই, কিন্তু দিব নোআৰিলে সি বন্দিসাললৈ জাব লাগে। বিয়া নো হোআ তিৰোতা গামি হলে একো দণ্ড নে লাগে, কিন্তু সগৰ্ভা হলে মাক বাপেকক মঁহ এটা আৰু বন্দি তিনটা দিবপাই। পাচে তাইক ইচা হলে বিয়া কৰাব পাৰে। জি বস্তু চুৰ কৰে তাৰ দুনা দিলেই দণ্ড হই।

কোনো চিংফৌ ৰজাৰ ৰজহক জি মাৰে তাক



চিংফৌৰ তিৰোতা।
A Singpho Woman.



চিংফৌৰ জাপি।
A Singpho Hat.

আৰুও মাৰিব নোআৰিলে বৰ অপমানৰ কথা; আৰু ততালিকে জদি মাৰিবও নোআৰে তেনে কালক্ৰমে সিহঁতৰ সত্ৰুৰ বংশৰ একনকো মাৰি-হে এৰে।

চিংফৌবোৰ বাঁহ বা খেৰেৰে চোআ বৰ দিঘল চাঙ্গ ঘৰত থাকে, সেই বোৰ ৬০। ৮০ হাত দিঘল আৰু একেটাতে খোঁটালি খোঁটালিকৈ কেইবা ঘৰ মানুহো থাকে; ঠায়ে ঠায়ে বৰ বৰ বজাবোৰৰ জি ঘৰ একোটা আচে, তাত ইমান একোটা খুঁটা লগাই জে তাক হাতেৰে সজা জেন প্ৰাই নে দেখে।

চিংফৌইঁতৰ নিয়মিত কোনো ৰাজ্য সাসন নাই, প্ৰতি বজাই স্বাধিন, খাজানা লই, আৰু গায়ে গৈ জুধ ন কৰে। চিংফৌইঁত অতি নিষ্ঠুৰ আৰু সিহঁতৰ দন্য কৰে তাক বাতি বেৰি কাটে, আৰু সিহঁতৰ সৰপা স্বভাৱৰ নিমিত্তে খেতি ন কৰাৰ কাৰন অনেকে খাবলৈ নে পাই মৰে। আ·

১৮৪১ সকত শ্ৰীজুত কম্পানিএ সৈতে জুধ কৰাত, কম্পানিএ সিহঁতৰ ২।৩ গামক ধৰি কইদত বাখি, সিহঁতৰ গাঁওবোৰ জুই দি পুৰিলে, আৰু চিংফৌবোৰকে পাটকাই পৰ্বতৰ সিপাবলৈ খেদিলে, সেই কাৰনে অসম দেশৰ ফালে এতিয়া চিংফৌবিলাক তাকৰ।



খামতি আৰু চিংফৌৰ দাৰ নকচা।

---

## অকাৰ্জত ধন ভঙ্গা পুত্ৰেকৰ দৃষ্টান্ত।

Parable of the Prodigal Son.

আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে দ্ৰিষ্টান্ত দি তেঁওৰ সিদ্যবিলাকত কলে বোলে, একন মানুহৰ দুই পুত্ৰেক আচিল; তাৰে সৰু জনে বাপেকত কলে, হে পিত্ৰি, তোমাৰ সম্পত্তিৰ জি ভাগ মোত পৰে, তাকে মোক দিয়া; তাতে বাপেকে আপোনাৰ বস্তু সিহঁতক বাঁটি দিলে। তাৰ অলপ দিনৰ পাচে সেই সৰু পুত্ৰেকে আপোনাৰ সকলো ধন গোটাই দূৰ দেসলৈ গৈ দুষ্ট প্ৰবৰ্ত্তনেৰে আটাইকে ভাঙ্গি বই কৰিলে। তাৰ সকলো ধন চুৰলত সেই দেসত বৰ আকাল হল, তাতে সি দুখিয়া হবলৈ ধৰিলে। পাচে সি গৈ সেই দেসৰ এক গিৰিহতৰ আস্ৰই ললত গাহৰি বাখিবলৈ সেই মানুহে আপোনাৰ পথাৰলৈ তাক পঠাই দিলে। তাতে গাহৰিএ খোআ ঘোলাৰে সৈতে সি আপোনাৰ পেট ভৰাবলৈ ইচা কৰিলেও তাক কেৱে কিচু খাবলৈ নি দিলে। সেসত চেতন পোআ হৈ সি বুলিলে, মোৰ পিত্ৰিৰ কেতেক বন্দিএ আঁটা খোআ বস্তু আৰু তাতকৈ অধিকো পাই, কিন্তু মই ভোকতে মৰিচোঁ। মই উঠি বোপাইৰ ওলৈ গৈ এই কথা কম, হে পিত্ৰি, স্বৰগৰ অহিতে আৰু তুমি দেখাতে পাপ কৰিলোঁ; তোমাৰ পুত্ৰ নামেৰে মতা হোআৰ আৰু জোগ্য ন হঁও; তোমাৰ এক বেচ পোআ বন্দিৰ নিচিনা মোক কৰা। পাচে সি উঠি পিত্ৰিৰ ওচৰলৈ গল; কিন্তু সি অতি দূৰৈত থাকোঁতেই বাপেকে তাক দেখি মৰম লাগি লৰি গৈ তাৰ ডিঙ্গিত পৰি ধৰি



চুমা দিলে। তেতিয়া পুত্ৰেকে তেঁওত কলে, হে পিত্ৰি, স্বৰগৰ অহিতে আৰু তুমি দেখাতে মই পাপ কৰিলোঁ; তোমাৰ পুত্ৰ নামেৰে মতা হোআৰ আৰু জোগ্য ন হঁও। কিন্তু বাপেকে বন্দিবোৰত কলে, আটাইতকৈ উত্তম বস্ত্ৰ আনি ইয়াক

পিন্ধা; তাৰ হাতত আঙ্গঠি, ভৰিত পইজাৰ দিয়া; আৰু পোহ্ তোলা দামুৰি আনি মাৰা; পাচে ভোজন কৰি আমি আনন্দ কৰোঁহঁক; কিয়নো এই মোৰ পো মৰা হৈও আকও জিয়াই আচে, হেৰোআ হৈও পোআ হৈচে; তাতে সিবিলাকে আনন্দ কৰিবলৈ ধৰিলে। সেই কালত তেঁওৰ বৰ পুতেকে খেতিত আছিল; পাচে সি আহি ঘৰৰ ওচৰ পাই বাজনা আৰু নচাৰ সবদ সুনিলে। তেতিয়া সি এটা বন্দিক মাতি সুধিলে, এই কথাৰ কাৰন কি? তাতে বন্দিএ কলে, তোমাৰ ভাঁয়া আহিল, আৰু তোমাৰ পিত্ৰিএ তাক ৰস্তু সবিলে পোআ হেতুকে পোহ্ তোলা দামুৰি মাৰিলে। তাতে সি খঙ্গ কৰি ভিতৰলৈ জাব নু খুজিলে; এই হেতুকে বাপেকে বাজলৈ আহি তাক বিনই কৰিলে। তাতে সি বাপেকত উত্তৰ দি কলে, দেখা, মই এতেক বচৰ তোমাৰ আল ধৰি কোনো কালত তোমাৰ আগ্যা ভঙ্গা নাই, তথাপি সখিবিলাকৰ লগত ৰঙ্গ কৰিবলৈ মোক এটি চাগলি পোআলিও দিয়া নাই। কিন্তু তোমাৰ এই জি পুত্ৰই বেস্যাৰ লগত তোমাৰ ধন ভাঙ্গি পেলালে, সি আহিলতেই তাৰ নিমিত্তে তুমি পোহ্ তোলা দামুৰিকো মাৰিলা। তেতিয়া তেঁও তাত কলে, হে মোৰ পো, তুমি সদাই মোৰ লগত আচা, আৰু মোৰ জি জি আচে সকলো তোমাৰ। কিন্তু তোমাৰ এই ভাঁয়া মৰা হৈও আকও জিয়াই আচে, হেৰোআ হৈও পোআ হৈচে; এই কাৰনে আমি ৰঙ্গ কৰা আৰু আনন্দিত হোআ উচিত।

---

### খেঁক সিয়ালৰে লতাপনিয়লৰ কথা।
The Fox and the Grapes.

এটা সিয়ালে এজোপা লতাপনিয়ালৰ ওপৰত বহুত পকা গুটি দেখি কেতবোৰ আনিবৰ নিমিত্তে অনেক জতন কৰিলে, তথাপি কোনে ৰূপে আনিব নোআৰি, কলে বোলে, এইবোৰ গুটি কেচা আৰু বৰ টেঙ্গা? তাৰ কাৰনে মই কেলেই স্ৰম কৰোঁ, ইয়াকে বুলি গুচি গল।

অৰ্থ, কোনো লোকে কোনো বস্তুৰ নিমিত্তে অতি স্ৰম কৰিও নে পালে, তেতিয়া মনক বুজাবৰ নিমিত্তে সেই বস্তুটত এটা দোস উলিয়াই।



### মিচৰ দেসৰ স্ফিংক্সৰ কথা।
The Egyptian Sphinx.

আগৰ মিচৰ দেসৰ মানুহবিলাকে স্ফিংক্স পুজা কৰিচিল, আৰু তাৰ জি তাঙ্গৰ মুৰ্ত্তি সাজে সি অতি আচৰ্জ। সেই মুৰ্ত্তি সাজিবৰ অনেক হেজাৰ বচৰ হৈচে তথাপি কেতেটি এতিয়াও আচে। পিৰামিদবিলাকৰ তত তাৰ প্ৰধান মুৰ্ত্তি আচে; মুৰটো তিৰোঁতা মানুহৰ নিচিনা, গাটো সিংহৰ নিচিনা। সেই মুৰ্ত্তিৰ মুৰটে ডিঙ্গিটে আজিলৈকে দেখা পাই, কিন্তু গাটো বালিএ ঢাকি থৈচে। তাৰ মুৰটো সত্তৰ হাত ওখ, আৰু তাৰ কানৰ আগ খনিৰে পৰা থুতৰিলৈকে দহ হাত। কিন্তু প্লিনি নামেৰে এজনে আগৰ ইতিহাসত লিখিচে জে তাৰ মুৰটো তিনি কুৰি সত্তৰ হাত, গাটো এস হাত তাঙ্গৰ আচিল। সেই স্ফিংক্সৰ মুৰৰ নকচা ওপৰত আচে।

স্ফিংক্সৰ ইতিহাস কথা এই, সি এটা ৰাখ্যস, তাৰ মুৰটো তিৰোতাৰ নিচিনা, গাটো কুকুৰৰ নিচিনা, নেগুৰ ডাল সাপৰ নিচিনা, ডেউকা দুটা চৰাইৰ নিচিনা, তাৰ ভৰি সিংহৰ নিচিনা, মাতটো মানুহৰ নিচিনা। মানুহবিলাকে এই ৰূপে কৈচিলে বোলে, প্ৰজাবোৰ দমিবলৈ জুপিতৰে তাক মিচৰ দেসলৈ পঠাই দিলে। আৰু সি মানুহবিলাকক এনেহে দণ্ড কৰে জে আপোনাৰ প্ৰহেলিকাৰ অৰ্থাত প্ৰস্নৰ অৰ্থ জি কব নোআৰিব তাক সি মাৰি খাই। তাতে তাৰ এইবোৰ উপদ্ৰৱৰ কাৰনে সকলোএ ভই কৰে। পাচে এটাই মিচৰ দেসৰ মানুহবিলাকত কলে বোলে, তাৰ এটা প্ৰহেলিকাৰ অৰ্থাত প্ৰস্নৰ অৰ্থ জদি কোনোবাই কব পাৰে তেতিয়া সি আপোনাকে

আপুনি বধ কৰিব। সেই প্ৰহেলিক এই, পহএ ৰাতি পুআ চাইটা ভৰিএৰে খোজ কাৰ্হে, দুপৰিয়া দুটা ভৰিএৰে খোজ কাৰ্হে, আবেলি তিনটা ভৰিএৰে খোজ কাৰ্হে। তাতে সেই দেসৰ বাদচাই অঙ্গিকাৰ কৰিলে বোলে, জি কোনোএ এই প্ৰহেলিকাৰ অৰ্থ কৈ এই ৰাখ্যসৰ হাতৰ পৰা দেস খন ৰখ্যা কৰিব পাৰে তাক মই আপোনাৰ ভনিক বিয়া দি সকলো ৰাজ্য ভাৰ দিম। মানুহবিলাকে কই এদিপস নামেৰে এটা মানুহে তাৰ অৰ্থ এই ৰূপে কৰিলে বোলে, মানুহে জেতিয়া লৰা কালত মাকৰ পিয়াহ খাই তেতিয়া চাইটা ভৰিএৰে অৰ্থাত আঁঠু কাৰ্হি ফুৰে, পাচে বৰ হলে দুটা ভৰিএৰে ফুৰে, জেতিয়া বুৰা হই তেতিয়া লাখুটিএ সৈতে তিনটা ভৰিএৰে ফুৰে। প্ৰস্নৰ এই অৰ্থ কৰা সুনি আপুনি প্ৰতিগ্যা কৰাৰ কাৰনে পৰ্বতত মুৰ খুন্দি সেই স্ফিংক্সে প্ৰান তিয়াগ কৰিলে।

---

## খেহ দেসৰ মহা গৰৰ কথা।

The Great Wall of China.

সেই গৰটো খেহ দেসৰ সকলোতকৈ অতি আচৰিত, আৰু প্ৰিথিবিৰ মাজতে প্ৰাই সেই এটা আচৰ্জ কৰ্ম। সেই গৰৰ কাৰনেই তাতাৰ দেসৰ পৰা সেই ফালেদি খেহ দেস ৰখ্যা পৰে। সেই গৰটো দিঘলে সাত স দুকুৰি দহ ক্ৰোচ আৰু ইমান বহল জে ঘোঁৰাৰে চটা মানুহ সমানে সাৰি হৈ চুটি মেলাই জাব পাৰে। আৰু তাৰ দুটা দুটা কাঁৰৰ আঁতৰে আঁতৰে এটা এটা বুৰুজ বান্ধিচিল। সেই দুৰ্জই গৰ বান্ধিবৰ দু হেজাৰ বচৰ হৈচে। আৰু সিমান অদ্ভুত গৰটো অকল সমান ঠায়ে দি বান্ধিলে এনে ন হই, বৰ বৰ পৰ্বতৰ ওপৰে দিও বান্ধিলে। অনেক দিন ভুমি ফুৰা জাত্ৰি এজনে ঠিকনা কৰি চাইচিল জে স্বয়েন নগৰৰ উত্তৰ ফালে তাৰ বাটত আঠ স একুৰি চাৰি হাত ওখ এনে অতিসই দুৰ্গম পৰ্বত আচে, তথাপি সেই গৰ তাত লগাইচে। আৰু জত জত নৈ আচে তাত তলে পানি জাবলৈ খোন্দ ৰাখি ওপৰেদি গৰ বান্ধি নিচে। সেই গৰ সাত স দুকুৰি দহ ক্ৰোচৰ বাট গৈ, অগম্য পৰ্বত আৰু মৰু ভুমিত অন্ত হৈচেগৈ। তাৰ তল খন বৰ সিলেৰে আৰু কঁৰালেৰে বন্ধা, কিন্তু ওপৰতো ইটাৰে সজা। আৰু মানুহে এই ৰূপে কই জে দেস খনৰে মানুহ বন কৰিব পৰাবিলাকৰ তিনি ভাগৰ এভাগ গৰ বন্ধাত লাগিচিল, আৰু সেইবিলাকক একে বেলিএই প্ৰান দণ্ডৰ ভই দেখাই আগ্যাও কৰিচিল বোলে, সেই গৰ এনে টান পকা হব লাগে জেন লোৰ খুঁটি, গজাল, এনেবোৰকো তাত কোনো ৰূপে সুমাব নোআৰে। গৰটো এনেহে টান পকাকৈ বান্ধিলে তাক আৰু নকৈ অঁতাব কঁৰালিৰৰ একো সকাম নাই। বিসেসত এনেহে সুকান ঠায়ে দি বান্ধিলে সি ওৰেও থাকিব জেন মনে ধৰিচে। গৰটো বান্ধিবলৈ ধৰাৰে পৰা এঁটোআলৈকে মুঠে পাঁচ বচৰ হল। আৰু বান্ধোতে মানুহবিলাক চাৰি পাঁচ ক্ৰোচলৈ ইমান ঘনকৈ থিয় হৈ বন কৰিচিল, জে খোজ নৰলোআকৈএ ইটা কঁৰাল আদি কৰি হতা হতি কৈ ইটে সিটলৈ দিচিল।

প্ৰিথিবিৰ মাজত মানুহৰ স্ৰম আৰু কিৰ্ত্তিৰ ভিতৰত এইটো কিৰ্ত্তিএই অতি আচৰ্জ। তাৰ খৰচ ঠিকনাকৈ দেখা হল জে ইংলণ্ড দেসত জদি পকা ঘৰ অঠৰ লাখেই আচে তথাপি সকলো ঘৰ সেই গৰৰ খৰচেৰেই হব পাৰে; কিন্তু এই লেখেৰে তাৰ বুৰুজ লেখিবলৈ ন হল, কিয়নো আঠ হেজাৰ আলিএ সৈতে লণ্ডন নগৰ খান তাৰ বুৰুজেৰেই হব পাৰে। আৰু সেই গৰত জিমান বস্তু লাগিচে, সেই বস্তু খনিৰে আঠ হাত ওখ আৰ্হে হাত বহলকৈ এটা গৰ বান্ধি, তাৰেই প্ৰিথিবি গোটেই খন জোৰাব পাৰে।





## কাউৰিৰে শেকলিয়ালৰে কথা।

The Fox and the Crow.

এটা কাউৰিএ এডোখৰ মঙ্গহ ঠোটত লৈ গচৰ ডালত পৰি আছিল, এটা শেকলিয়ালে তাকে দেখি, সেই মঙ্গহ ডোখৰ মই কেনেকৈ পাম ইয়াকে চিন্তি কাউৰিক কলে বোলে, হেৰা কাউৰি, তুমি বৰ চিকন চৰাই, দেৱতা আৰু মানুহবোৰক সন্তোস কৰোঁতা, তোমাৰ সৰিলটো কেনে চিকন! পাখিৰ বৰনেই বা কি সুন্দৰ, ইয়াৰে তোমাৰ মাতোটো জদি ভালকৈ দিয়া হলে তোমাৰ সমান চিকন প্ৰিথিৱিত আন কোনো চৰাই নাই কিয়াই হলহেঁতেন। এই কথা সুনি কাউৰিএ অতি সন্তোস পাই শেকলিয়ালক আপোনাৰ মাত সুনাবৰ নিমিত্তে মুখ মেলাত, ঠোঁটৰ পৰা মঙ্গহ ডোখৰ মাটিলৈ সৰি পৰিল, তাতে শেকলিয়ালে বেগতে তাক বুটলি খাই আপোনাৰ ঠাইলৈ গুচি গল।

অৰ্থ, জি মানুহে আপোনাক স্তুতি প্ৰসংসা কৰিলে ভাল পাই, তাৰ অৱস্যে হানি হই।

---

## এটা কনাৰে এটা খোৰাৰে কথা।

The Blind and the Lame.

এটা কনা এটা খোৰা মানুহ দুয়ো এঠাইলৈ জাব লগা হলত কনাই খোৰাত কলে বোলে, তুমি মোৰ কান্ধত উঠি বাট দেখুৱাই জোৱা। পাচে তাকে কৰিলত ভাল কপে গৈ দুয়ো পাব লগা ঠাই পালে।

অৰ্থ, ইটিক সিটে উপকাৰ কৰিলে আটাইৰে লাভ হই।



Almanac for September, 1848.

## চেপ্তেম্বৰ মাহৰ পঞ্জিকা।

খ্ৰিং অং ১৮৪৮। হিন্দু সক ১৭৭০।

| | চেপ্তেম্বৰ | ভাদ | সূৰ্য্যোদয় | সূৰ্য্যাস্ত | চন্দ্ৰৰ দিন | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| সুকুৰ | ১ | ১৮ | ৫।৪২ | ৬।১৭ | ৩ | ৮।৫৬ |
| সনি | ২ | ১৯ | ৫।৪৩ | ৬।১৫ | ৪ | ৯।৩১ |
| দেও | ৩ | ২০ | ৫।৪৯ | ৬।১৪ | ৫ | ১০।১০ |
| সোম | ৪ | ২১ | ৫।৪৫ | ৬।১৩ | ৬ | ১০।৫১ |
| মঙ্গল | ৫ | ২২ | ৫।৪৫ | ৬।১২ | ৭ | ১১।৩৪ |
| বুধ | ৬ | ২৩ | ৫।৪৬ | ৬।১১ | ৮ | পুন্না |
| ব্ৰিহস্পতি | ৭ | ২৪ | ৫।৪৬ | ৬।১০ | ৯ | ০।২০ |
| সুকুৰ | ৮ | ২৫ | ৫।৪৭ | ৬।৯ | ১০ | ১।১০ |
| সনি | ৯ | ২৬ | ৫।৪৭ | ৬।৭ | ১১ | ২।৪ |
| দেও | ১০ | ২৭ | ৫।৪৭ | ৬।৬ | ১২ | ২।৫৯ |
| সোম | ১১ | ২৮ | ৫।৪৮ | ৬।৫ | ১৩ | ৩।৫৭ |
| মঙ্গল | ১২ | ২৯ | ৫।৪৮ | ৬।৪ | ১৪ | চন্দ্ৰোদই |
| বুধ | ১৩ | ৩০ | ৫।৪৯ | ৬।৩ | ১৫ | ৬।৩৫ |
| ব্ৰিহস্পতি | ১৪ | ৩১ | ৫।৪৯ | ৬।২ | ১৬ | ৭।২০ |
| | | আহিন | | | | |
| সুকুৰ | ১৫ | ১ | ৫।৫০ | ৬।১ | ১৭ | ৮।৫ |
| সনি | ১৬ | ২ | ৫।৫০ | ৬।০ | ১৮ | ৮।৫৩ |
| দেও | ১৭ | ৩ | ৫।৫১ | ৬।৫৯ | ১৯ | ৯।৪২ |
| সোম | ১৮ | ৪ | ৫।৫১ | ৬।৫৭ | ২০ | ১০।৩৭ |
| মঙ্গল | ১৯ | ৫ | ৫।৫২ | ৬।৫৬ | ২১ | ১১।৩২ |
| বুধ | ২০ | ৬ | ৫।৫২ | ৬।৫৫ | ২২ | পুন্না |
| ব্ৰিহস্পতি | ২১ | ৭ | ৫।৫২ | ৬।৫৪ | ২৩ | ০।২৮ |
| সুকুৰ | ২২ | ৮ | ৫।৫৩ | ৫।৫৩ | ২৪ | ১।২৬ |
| সনি | ২৩ | ৯ | ৫।৩৫ | ৫।৫২ | ২৫ | ২।২৩ |
| দেও | ২৪ | ১০ | ৫।৫৩ | ৫।৫১ | ২৬ | ৩।১৮ |
| সোম | ২৫ | ১১ | ৫।৫৪ | ৫।৫০ | ২৭ | ৪।১৩ |
| মঙ্গল | ২৬ | ১২ | ৫।৫৪ | ৫।৪৯ | ২৮ | ৫।৭ |
| বুধ | ২৭ | ১৩ | ৫।৫৪ | ৫।৪৮ | ০ | চন্দ্ৰাস্ত |
| ব্ৰিহস্পতি | ২৮ | ১৪ | ৫।৫৫ | ৫।৪৭ | ১ | ৬।৫২ |
| সুকুৰ | ২৯ | ১৫ | ৫।৫৫ | ৫।৪৬ | ২ | ৭।৩১ |
| সনি | ৩০ | ১৬ | ৫।৫৫ | ৫।৪৫ | ৩ | ৮।৭ |

১২ দিনৰ ভাটি ০। ৩৬ বজাত পুৰ্নিমা।

২৬ দিনৰ ভাটি ৩। ৫৩ বজাত আমাবাস্যা।

---

*The* Orunodoi, *Printed and Published monthly, at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

দ্বিতিয় চোঙা। মো° সিবসাগৰ, চেপ্তেম্বৰ ১৮৪৮ খ্রি° অ° সক। নম্বৰ ৯।

VOL. III. SIBSAGOR, ASAM, SEPTEMBER, 1848. No. 9.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

শ্ৰী নাওবৈচা ফুকন তিৰ্থ স্নান কৰি পুনৰ উভতি আহোঁতে পদ্মা গঙ্গাত ৰাত্তি ডকাইতে ধৰি সেই ফুকনৰ লগৰে শ্ৰী উমাধৰ সৰ্মা নামেৰে এজন ঠাকুৰক ওভোতা কাদিৰে খোঁচ মাৰি, আনবিলাকৰ ভৰি হাত ভাঙ্গি নাৱৰ সকলোবোৰ মানুহ পানিত পৰিল। পাচে সকলো বস্তু লুট কৰি নিলে।

২।৩ বচৰৰ আগেয়ে শ্ৰী ধৰ্ম্মেশ্বৰ সৰ্মা বৰুআ নাজিৰ তিৰ্থ স্নান কৰি আহোঁতে, গঙ্গাৰ ভাটি পানিত ৰাত্তিলৈকে আহি থকাত ডকাইতৰ বৰ নাও দুখনত ৪ টা লেমটেনৰ জুই দেখি, বৰলৈ মানুহৰ সঙ্গ জেন জানি তাৰ কিছু মানৰ ওচৰতে নাও লগাই ৰৈ ভাত ৰন্ধাত, মগনিয়াৰৰ দুটা লৰাই আহি ভাত খুজি আনন্দ মনেৰে ডেও দি নাচিবলৈ ধৰাত মাজিএ সুধিলে বোলে, তইতৰ কি হৈছে? দেখোঁ বৰ ৰঙ্গ কৰিচইক। তাতে সিহঁতে কলে বোলে, আজি তইতৰ ইয়াত মঙ্গল ৰবিয়া গান হব, ইয়াকে কলত মাজিএ ভকা দিব জেন এনে আঁটকাল পাই, মাজিএ ৰন্ধা ভাত সিহঁতক তেনেই ৰাকি দি পঠাই দিলে। পাচে সিহঁত গলতেই সকলো মানুহৰ ৰন্ধা হোআ ভাত পেলোআই বেগতে নাৱত উঠি মেলি দিলে এনে সময়ত ১০০ মান ডকাইত আহি নাও মেলি জোআ দেখি, সিহঁতৰ নাৱত উঠি বঠা চৰি লই মানে, নাজিৰে ভাটি পানি তাঁৰ বঠাৰে বাই বেগে জোআতে অনেক পথ খেদাতো ধৰিব নোআৰি ডকাইত উভতি আহিল।



জি ভাপ জহাজ জুলাইৰ ১৩ দিনত কলিকত্তা এৰি আহিল, সি ২৬ তাৰিখত গুআহাটি পালেহি। পাচে ২৯ তাৰিখ সনি বাৰৰ ৰাত্তি পুআত অনেক চাহাৰ লোক উঠি নগাঁৱলৈ জাবৰ নিমিত্তে জাহাজ মেলি দেও বাৰত নগাঁও পালেগৈ। তাতে দু দিন মান থাকি উজোআ ভটিওআ কৰি সকলো মানুহক দেখাই বৰ সন্তোস কৰালে। আৰু উজাই জাবৰ নিমিত্তে কলঙ্গৰ ওপৰত জি বৰ সলঙ্গ, তাক ভাঙ্গি ১০।১২ ঠাঁৰৰ বাট উজালে। পাচে বুধ বাৰৰ ৰাত্তি পুআ ৭ বজাত উভতি সেই দিনাই ৫ বজাত গুআহাটি পালেগৈ।

৪ চেপ্তেম্বৰ তাৰিখত গুআহাটি নগৰৰ ভাটি ফালে নিলাচল পৰ্বতৰ দাঁতিত এটা লৰাই গৰু বাখি থাকোঁতে, দিনতে এটা বাঘ ওলাই জাঁপ মাৰি ওপৰতে পৰি তাক কামোৰ মাৰি লৈ গল। পাচে অনেক মানুহে গোট খাই, ৰবকৈ হাই হুই কৰি খেদি গৈ, মাৰি এধা খোআ কৰা পালে।

লঙ্কা দিপৰ কান্দি নগৰত মাহ চাৰেকৰ আগেয়ে ২০ বচৰ বয়সিয়া এজন ডেকা মানুহ তালৈ আহি, আপুনি পুৰনি ৰজাৰ বংসহ বুলি দেসাধিকাৰৰ পৰা কিছু উপকাৰ পাবলৈ নিবেদন কৰিলে। ক্ৰমে পিয়দাৰবিলাক লৈ কান্দিৰ ৰজা মুদুৰামি নাম লিখি সিংহৰ নকচাৰে চাপ্ৰাচ দি



Former Queen of Candy.

ধজাৰ তাঁৰে অনেক মানুহক গোট খুআলত, কোনো বৰ লোক আৰু বোধৰ পোৰোহিতে তাক ৰজা পাতিলে। পাচে প্ৰজাবিলাকে সাহ পাই, ধাজনা নি দিঁও বুলি অহিত চিন্তি, ২১ জুলাইত অস্ত্ৰ সস্ত্ৰ লৈ গোট খাই কোনো চাহা-বক বাতি টোপনিত থাকোঁতে বধ কৰিলে, আৰু কোনোক ধৰি বন্দিয়াৰ কৰি, সিবিলাকৰ ঘৰ লুট কৰিলে। ইয়াকে সুনি সাসন কৰ্ত্তাই সেনা সেনাপতি পঠাই দ্ৰোহিবিলাকৰ ৮ জনক মাৰি ৪৩ জনক ধৰি আনি কইদত থলে। সেস থকা-বিল কে কৰ্নেলা গাঁৱলৈ হুহকি জোআত চি-পাহিএ খেদি ৩১ জুলাইত আকও যুধ কৰি অনেকবোৰক মাৰি খুন কৰাত সিইত ভাগি পলাই গল। পাচৰ চিঠিত লিখিচে, সেই মুত্তু-ৰামি ধৰা পৰিল।

লঙ্কা দিপৰ কান্দি নগৰত আগৰ কালৰ জি একনি মহা ৰানি আচিল, তেঁওৰ নক্চা ওপৰত লিখা আচে।

পাবনা গাঁৱৰ ওচৰত থকা জমিদাৰি তিৰোতা দুজনিএ তাতে থকা নিল কুঁঠিৰ একন চাহাবে সৈতে মাটিৰ কাজিয়া লাগি, ১০০০ মান মানুহক গোটাই সেই চাহাবৰ সকলো নাও বুৰাই, নিলৰ ৪০।৫০ বোজ পানিত পেলালে। পাচ দিনা তেঁওৰ ঘৰ বেৰি ধৰি এক বৰ্কান্দাজক মাৰিলে, আৰু কপৰ চন্দুক পাই তাৰ পৰা ১৪,০০০ মান কপ নিলে। তেতিয়া সেই চাহাব ঘৰত নাই কিয়াত তেঁওৰ তিৰো-তাই লৰাক লগত লৈ, ওপৰ খোটালিত সোমাই দুআৰ বান্ধি, খিলিকিৰ পৰা বন্দুক দেখাই সিইতক আঁতৰত ৰা-খিলে। পাচ দিনা সেই মানুহ-বিলাকে আন এক কুঁঠি লুবিব-লৈ জোআ সুনি মাজেষ্টৰ চাহাবে ওলাই সিইঁ-তৰ কেতবিলাক ধৰিবলৈ আগ্যা দিয়াত সিইতে দাৰোগাক মাৰিলে, আৰু বৰ্কান্দাজ তিনটাক এধা মৰা কৰিলে।

নাৰায়নপুৰত ১৪ আগষ্ট তাৰিখত কালি-মোহন মুকুৰজি নামে দাৰোগাৰ ঘৰত ২৫ ড-কাইত ৰাতি আহি সোমাই, ধন কত আচে বুলি সোধাত নো কোআ হেতুকে দাৰোগাৰ গাত জোঁৰেৰে জুই দিলে, আৰু তেঁওৰ মুৰত জাঠিএৰে খুঁচি হাত কুঠাৰেৰে টঙ্গনিয়াই মূৰ্চ্চিত কৰিলে। পাচে ঘৰ লুট কৰি জুই দি পুৰিলে। দাৰোগা ১০ ঘণ্টা মান থাকি মৰিল।

মান দেসৰ মলমাইন নগৰৰ ওচৰত নামো গাঁৱত তাপ কলেৰে পাট কটা ঘৰত জুই লাগি আটাই-বোৰ পুৰিলে। তাতে ১,২০,০০০ কপ হানি হল।

খ্ৰিষ্টৱাল নামে সাগৰৰ মাজত এখান মাল্লু-লিত আদি ৰাসি মানুহে ইংৰাজি পাদুৰি লোক তিনি জনক মাৰি, ৰাখ্যসৰ মতে সিবিলাকৰ মঙ্গহ খালে। এনে হোআতো আনে গৈ গৈ মৰম কপে

ধৰম সিকাৰ। হাৱাই উপদিপত আগেয়ে এই দৰ আচিল; এতিয়া খ্রিষ্টিয়ান ধৰম ললে।

ব্রাইতন নামে এখন জাহাজ তিমি মাচ মাৰিবলৈ সাগৰত ফুৰি, চিদনাম মাজুলি পালত তাত নিবাসি কেতবোৰে জাহাজত উঠি ৰাতি সুই থাকিল। মাজ নিসাত জাহাজৰ মানুহবিলাকৰ টোপনিত সিইতে উঠি কেতবিলাকক মাৰি খুন কৰিলত, সেস থকাবিলাকে সৰু নাও নমাই পেলাই উঠি পলাল। পাচে জাহাজৰ এটা লস্কৰক গুৰি দিবলৈ হুকুম দিলে, তাতে সি মস্তুলত উঠি, সৌটো জাহাজ বুলি ৰিঙ্গিয়াই কলে; পাচে গুৰি ধৰি নাৱত জোআ মানুহবিলাকলৈ পোনাই সিবিলাকক আকও জাহাজত তুলিলে। জাহাজৰ কাপ্তান তাত নাই কিচিল, মাজুলিতে আচিল; পাচে এই কথা সুনি তাৰ পৰা লুকাই গৈ এখন আমেৰিকান জাহাজত উঠি ৰখ্যা পালে।

ইংলণ্ডৰ ডাক ৭ জুলাইত লণ্ডন নগৰৰ পৰা আহি ৩৬ দিনত কলিকতা পালে, তাৰ পৰা আহি ৩১ আগষ্টত সিৱসাগৰ পালেহি। আগেয়ে লণ্ডনৰ পৰা এইমান বেগে ডাক অহা নাই।

ফ্ৰাঞ্চ দেসৰ ৰাজ মেলৰ অহিতে দোহিবিলাকে আলচ পাতি, ১৪ জুলাইত জুধ কৰিম বুলি মনে মনে ঠাৱৰ কৰিলে। সেই কাল নৌ ইংগুতেই অধিকাৰবিলাকে পাৰি নগৰত ৰাজ বনুআবোৰক আগৰ দৰে দিনৰ ধন নি দি ঠিকা ৰুপে বন কৰাবলৈ, আৰু কেতবিলাকক নাম কাটি আপোন আপোন ঘৰলৈ পঠাবলৈ আগ্যা কৰিলে। সেই ৰুপে ২২ জুনত ৩০০০ মানৰ নাম কাটি আপোন আপোন গাঁৱলৈ জাবৰ নিমিত্তে বাটৰ খৰচ দি পাঁচিলে। সিইঁতে নগৰৰ বাহিৰে গৈ খোআ বস্তু চাবাপ আদি কিনি খাই, গধুলি আকও নগৰৰ ভিতৰলে আহি আলিবোৰত ফুৰি ফুৰি হাই কৰিবলৈ ধৰিলে। তেতিয়া আলচ কৰি থকা দোহিবিলাকে ইয়াকে দেখি সুভাগ্য



দ্রুমণ্ড মাজুলিৰ ৰনুআৰ নকচা।

Drummond's Island Warriors

মানি, আৰু পলম ন কৰি এতিযাই ৰন কৰিম বুলি, বনুআকে আদি কৰি অনেক হেজাৰ মানুহ গোট খুআই, পাচ দিনত জুধ কৰিবলৈ অস্ত্র সস্ত্র ৰনৰ সামগ্রি তৈযাৰ কৰিলে। সুকুৰ বাৰে ২৩ জুলাইত আলি বাট ভেঁটি জুধৰ আৰম্ভন হল। তাতে অনেক মানুহ মৰিলত ৰাজ মন্ত্রিবিলাকে জেনৰল কাবেনাক প্রধান সেনাপতিক সকলোৰে অধিকাৰ বাৰে পাতি, ইচা মতে নগৰ ৰাখিবলৈ দিলে। আৰু ৰাজ মেলুআই ৪০।৫০ জন মানে মানুহৰ মাজলৈ গুলাই মিনতি কৰি ৰন ভাঙ্গিবলৈ জতন কৰিলে, সিবিলাকৰ কোনো গুলিগুআত মৰিল, কোনোবিলাক খুন হল। সনি বাৰৰ ৰাতি পুআত মানুহ উঠি নগৰ খনৰে আলি ভেঁটি ধৰা দেখিলে, আৰু দোহিবিলাকৰ লগত ১,০০,০০০ এক লাখ মান মানুহ আচিল। জেনৰল কাবেনাকে তাক দেখি বৰ টোপ আৰু বম গোলা আনি, ভেঁটি ধৰা নেৰইক জদি, দুপৰ বেলিত বৰ টোপেৰে বম গোলাৰে গুলিয়াই মাৰিম, ইযাক নগৰ খনত বিজিয়াই কোআলে। দোহিবোৰে সেই কথা ন সুনাত দুপৰৰে পৰা গুলিয়াই বহু মানুহ মাৰিলে। ৰাজ সেনাবিলাকো ভালেমান মৰিল; তিনি চাৰি জন প্রধান

চেনাপতি খুন হল; লামাৰ্ত্তিন আৰু পিএৰ ৰনাপাৰ্ত্ত উঠি থকা ধোঁৱা গুলিওআত মাৰিল।

২৫ তাৰিখ দেও ৰাৰত ৰাজ চেনাৰ কেতবিলাকে শত্ৰুৰ কালে মন কৰি ৰন ন কৰাত জেনৰল কাৱেনাকে সিহঁতৰ যুজ বিচাৰ কৰিবলৈ সিহঁতৰ ওপৰত চোধাক পাতি থলে। আৰু নগৰৰ জি সমাচাৰ পত্ৰ দ্ৰোহিৰ ফলিয়া হৈছিল, এনে দহোটা পত্ৰ চাপা কৰা মানুহক ভুলাপাত আধৰে সৈতে ধৰি সেই চাপা খানা বন্ধ কৰিলে। পাচে পান্থিয়ন নামে এক মন্দিৰত দ্ৰোহিএ আসুই লোআত তাৰ কাহিঁ লওঁতে ১০০ সেনা মৰিল। তাৰ ভিতৰত দ্ৰোহিবোৰে অনেক মানুহৰ নাক কান, হাত ভৰি কটা, পেটৰ ভুঁক উলিওআ, আৰু লাল মৰাকো পালে, সিহঁত এইমান ক্ৰুৰ আছিল। পাচে লাজাৰ নামে এক কোঁঠত ৩০০।৪০০ মানুহ সোমাই সক বিস্তাৰ পৰা সেনাক গুলিওআত তাক কাহিঁ লওঁতে এহেজাৰ সেনা মৰিল; পাচে কোঁঠত থকা দ্ৰোহিবোৰক সামনেলে কাটিলে। সেই দিনত কমিয়া ৰাজ গুৰুএ ৰন ভাঙিবলৈ ওলাই এটা ভেঁটিত উঠি মানুহকে বহু মিনতি কৰিলত কিছু বেলি যুধ এৰি ৰল; কিন্তু পাচে গুলিয়াৰবৈ ধৰি গুৰুৰ গাতো গুলি পৰি মৰিল। আৰু চাইত ১৫০০ দ্ৰোহিক বন্দিয়াৰকৈ বাটত নিওতে কেতবিলাক সেনাই দেখিএই ৰৰ ধৰ হৈ গুলিয়াই একে বেলিতে ১০০ মাৰিলে। সেই ৰূপে দেও আৰু সোম বাৰে যুধ কৰি সকলো দ্ৰোহিয়াক পৰাজই কৰি, মঙ্গল বাৰত নগৰৰ অধিকাৰে ৰন হল বুলি সকলো মানুহক আগৰ ক্ৰমে ওলাই আপোন আপোন কাম চলাবলৈ হুকুম দিলে। সেই ৰনত ৩।৪ হেজাৰ মানুহ মৰিল, ৬০০০ মান খুন হল; কোনো কোনোএ বোলে, দহ হেজাৰ মৰিল খুন হোআ কুৰি হেজাৰ। ধৰা পৰাত কইদত থোআ ৮ হেজাৰতকৈ অধিক; সিহঁতক সোধ পোচ কৰি জি জি দুসি হই, তাক দেসান্তৰ কৰিবলৈ ৰাজ মেলে কানন চলাইচে। আৰু জেনৰল কাৱেনাক সেনাপতিক দেসাধিকাৰ পাতি থলে।

ইতালি দেসৰ গৈতো নগৰত ৩০ মেই তাৰিখত ১৫,০০০ ইতালিয়া সেনাই অষ্ট্ৰিয়াৰ ৩০ হেজাৰক যুধ কৰি পৰাজই কৰিলে; কিন্তু পাচে অষ্ট্ৰিয়াৰ সেনাপতিএ বিন্‌চেঞ্চা নগৰ যুধ কৰি ললে; তাৰ পৰা গৈ বিৰোনা নগৰকো ললে।

৩১ মেই তাৰিখত প্ৰুচিয়া দেসৰ বৰ্লিন নগৰৰ হিলৈ ঘৰৰ পৰা অধিকাৰবিলাকে বন্দুক



Mexican Warrior with Cuirass and Buckler.



Mexican Warrior with Net.

আগৰ কালৰ মেক্‌চিকোৰ অস্ত্ৰ শস্ত্ৰ আৰু সাজ ধৰা বনুআৰ মতুন।

লৈ যুধৰ মাৰত তৰাই আন ঠাইলৈ লুকাই নিও-ত্তে, নগৰৰ প্ৰজাবিলাকে যুজ পাই নাও ধৰি বন্দুক উলিয়াই আকও বাধি থলে। পাচে ৪ জুনত বলত্কাৰে সেই ঘৰৰ পৰা হিলৈ উলিয়াই হাতত লৈ নগৰৰ আলিত অহা জোআ কৰি ফুৰিবলৈ ধৰি আগ্যা ন মনা হল।

প্ৰুচিয়াৰ এক পল্টন সেনাই পোচেন প্ৰদেশত জাঁওত্তে সেনাপতিএ জিৰাবলৈ নি দিয়াকৈ বৰ বদ হোআ দিনটো বাটত চলাই নিওত্তে ১৮ জন মানুহ দুখ পাই পৰি মৰিল। বৰ্লিন ৰাজ নগৰত এই কথা সুনি প্ৰজাবিলাকে বৰ হুৰা মুৰা কৰিচে।

আমেৰিকা মিল দেস আৰু মেকৃচিকো এই দুই দেসে ৰন এৰি মিল হল। আমেৰিকাই জি এতো-খৰ মেকৃচিকোৰ দেস লৈচিল, তাৰ বাধি তাৰ নিমিত্তে ৩,০০,০০,০০০ টকা ধন দিবলৈ কবুল কৰিলে। আৰু সেই ৰনত আমেৰিকাৰ খৰচ ২৪,০০,০০,০০০ চৌবিচ কোটি টকা হৈচে।

ইস্পানিয়া মানুহে মেকৃচিকোৰ আদিবাসিএ সৈতে ৰন কৰি নগৰ ললত, তাত্তে অনেক নক্চা পালে। তাৰ মাজত মন্তেজুমা নামে মহা ৰজাৰ জি নক্চা আচিল, তাৰ আৰু অস্ত্ৰ সস্ত্ৰে সৈতে দুটা ৰনুআৰ নকচাও তলত লিখিচোঁ। ॥



Mexican Emperor Montezuma in his Court Dress.



## মৌমাখিৰ বিবৰন।

The Bee.

মৌমাখিৰ বেৱহাৰ আৰু গুনৰ আচৰিত কথা সুনি সকলোৰে বিস্মই লাগে, আৰু সুনোঁতাৰ সন্তোস কৰাই তাৰ অৱস্যে বিবেচনা কৰা উচিত। ইউৰপৰ আৰু আমেৰিকাৰ লোকবিলাকে মৌএ বাহ লবলৈ কাঠৰ পেৰা সাজি সাজি দিএ, তা-ত্তে মৌ গুটিএ বাহ লই। আৰু বাৰিত ভাল অতি উত্তম জাতৰ ফুল কই দিএ, সেই ফুলৰে ৰস খাই পোহনিয়া মৌ সদাই থাকে। হাবিৰ মৌতকৈ সেই পোহনিয়া মৌৰ ৰস অতি ভাল। কেতবোৰ মানুহে তাৰে বেহা কৰি অনেক লাভ উলিয়াই।

মৌমাখিৰ বাহ সুন্দৰ নগৰৰ নিচিনা, তাত পোন্ধৰ হেজাৰকে আদি কৰি অঠৰ হেজাৰলৈকে মৌমাখি থাকে। সেই নগৰৰ সকলোৰে ওপৰত এজনি ৰানি অধিকাৰ হৈ থাকে, আৰু তাৰ প্ৰজা অৰ্থাত মৌমাখি কেতবোৰে কৰম কৰে, কেতবো-ৰে ন কৰে। সিইঁতৰ আহাৰ সাঁচি থবলৈ আৰু আপোনাৰ পোআলি প্ৰতিপাল কৰি ৰাখিবলৈ খোঁটালিএ পতি সুন্দৰ বাট আচে ওলাওঁত্তে সোমাওত্তে ইটো মৌমাখিৰ গাত্তো সিটোৰ গা নে লাগে।

ৰানিক আনবোৰ মৌমাখিতকৈ আপোনাৰ গাটৰ কাৰনেই চিনিব পাৰি। আনবোৰ মৌমা-খি প্ৰজাৰ নিচিনা ৰানিৰ সেৱক, আৰু জি ঠাই-লৈ তেঁও জাই সেই ঠাইত্তে সকলোবোৰ গোট খাই, আৰু ৰানিৰ সুজ অতি সকত, কিন্তু ইবোৰ প্ৰজাতকৈ গাটো কোমল। জেতিয়া অতিসই বে-জাৰ পাই নাইবা ৰানি হোআৰ কাৰনে দুখ লা-গে, তেতিয়াহে সুজ উলিয়াই। এজনি ৰানিৰ

বাহিৰে ৰাহত আৰু ৰানি থাকিব নোআৰে, আৰু জেই ৰানিএই জিকে সেই ৰানিএই সেই ৰাহত থাকে। ৰানি নো হোআকৈ মৌমাখি কেতিয়াও থাকিব নোআৰে, কিয়নো সেই ৰানিএ অকলৈ সেই ৰাহৰ মৌ গুটিবোৰ ওপজাই, এই কাৰন ৰানিলৈ সিইঁতৰ কিমান ভক্তি আৰু কিমান চেনেহ তাতে বুজা হই।

ৰানি জেতিয়া কেনেবাকৈ মৰে তেতিয়াই মৌমাখিবোৰে আপোনাৰ সকলো কৰম এৰি ৰাহত জি সাঁচতিয়াৰ মৌ থাকে তাকো খাই পেলাই। আৰু অসময়ত জেতিয়া আন মৌমাখিবোৰ সুই থাকে, তেতিয়া আপোনাৰ ৰাহৰ আটাইবোৰে আন ৰাহৰ চাৰিও ফালে ফুৰেগৈ। জদি সিইঁতে বেগতে আন ৰানি নে পাই তেতিয়া সোকতে মৰে। আৰু সিইঁতে সোকেৰে অতিসই ৰুপে গুন গুন সবদ কৰি ৰানি মৰা কথা সকলোকে জনাই। জেতিয়া ন ৰানি পাই তেতিয়া মৰাৰ পৰা জিয়াৰ নিচিনা হই। আৰু ৰাহৰ মাজত বৰ আনন্দ মনেৰে স্রম কৰি বন কৰে। ৰানি পালে সিইঁতৰ বল হই। ৰানিৰ পৰা সিইঁতৰ মাজত মান্য বাৰ্হে।

ৰানিৰ পেটৰ মাজত দেখা হই জে ৰানিএ অনেক হেজাৰ কনি পাৰে। লেখি জনা হৈচে পেটৰ মাজত পাঁচ হেজাৰ কনি একে বাৰেই থাকে, এই কাৰন দুই মাহৰ মাজতে দহ বাৰ হেজাৰ বাইবা তাতকৈয়ো অধিক পোআলি জগাব পাৰে।

কাম ন কৰা অৰ্থাত ৰাহ ন সজা মৌ ননা এবিধ মৌ গুটিবোৰ ৰাহত থাকে, সেইবোৰ ৰানিতকৈ সৰু, কাম কৰা মৌ গুটিতকৈ ডাঙ্গৰ, আৰু সিইঁতে উৰোঁতে বৰকৈ গুঁজৰি জাই, সিইঁতে নিতৌ এঘাৰ বজাৰ আগ ডোখৰত বাহিৰলৈ নে জাই, আৰু ভাটি বেলা চই বজাৰ পাচত বাহিৰত নে থাকে। কিন্তু সিইঁতে জে ফুৰে কোনো কামৰ নিমিত্তে ন হই, সিইঁতৰ সুঙ্গো নাই, আৰু সিইঁতৰ সৰিল, মৌ, মৌসিটা, এইবোৰ কৰিবলৈ স্রজা ন হই। সিইঁতে কোনো কাম কৰাৰ আৱস্যকো নাই, কেৱল সিইঁতে ফুলৰ ওপৰে ওপৰে পৰি ধেমালিকৈ ফুৰি মনৰ ইস্যা পুৰ কৰে। আৰু সিইঁতৰ অতিলাসৰ দৰেৰেহে কাম কৰিবলৈ বাঞ্চাও সদাই। ৰানিএ জি কনি পাৰি ওপজালে সিইঁতৰ কৰমৰ পৰা তাত সোকহে মাত্ৰ। জেতিয়ালৈকে সিইঁত থাকিব লগিয়া তেতিয়ালৈকে সিইঁতক জিৱনৰ সুখ ভোগ কৰিব দিএ। জেতিয়া ৰাহত সিইঁত থকাৰ কোনো সকাম নে থাকে তেতিয়া কাম কৰাবোৰ মৌ গুটিএ সিইঁতক মাৰি পেলাই। আৰু সেই জুধত কেৱল সিইঁতহে মৰে এনে ন হই, কিন্তু সিইঁতৰ লগতে ইইঁতৰ কনি পোকো অনেক নষ্ট হই। কিয়নো নাস কেৱল জিয়া মৌ গুটিৰ ওপৰতেহে পৰে এনে ন হই, কিন্তু জিৱন নাই কিয়া কনিৰ ওপৰতো পৰে; এই কাৰন ৰাহৰ পৰা কনি পোকবিলাক নিলগ কৰে। মৌ গুটিবোৰৰ পোআলি জগিবৰ দিন গলে জাৰ কালিৰ নিমিত্তে আপোনাৰ ভঁৰাল পুৰ কৰিবৰ দিন হলে মৌৰ কাৰনে ঠাই কৰিবৰ নিমিত্তে কাম ন কৰা মৌ গুটিবোৰ উতখাত কৰে সিইঁতৰ চিনো নে থাকে।

এই মৌ মাখিৰ ৰাহৰ মাজত প্ৰাই সকলো কাম কৰা মৌ গুটি। ৰাহ ৰখা আৰু মৌ মৌসিটা গোটোআ, আৰু ৰাহ, ৰাহৰ খোঁটালিবোৰ সজা, পোআলিবোৰ প্ৰতিপাল কৰা আৰু আন জাতৰবিলাকক খেদোআ সিইঁতৰ এই বন। মৌ গুটিবোৰৰ দুটা পেট থাকে, তাৰে এটাত সাঁচতিয়াৰ মৌ থাকে, সিটত মৌ সিটা থাকে। এৰাহৰ মৌ গুটিএ আন ৰাহৰ মৌ গুটিএ সৈতে কেতিয়াবা কেতিয়াবা বৰ জুধ লাগে। ৰনত সিইঁতৰ সুঙ্গ মাধোন অস্ত্ৰ সস্ত্ৰ। সেই জুধত জদি কোনোটো মৌ গুটিৰ সুঙ্গ সত্ৰু মৌ গুটিৰ গাত সোমাই লাগি থাকে তেতিয়া সি জিকাটো মিচা হই, কিয়নো দুয়ো তেতিয়াই মৰে। জেতিয়া দু ৰাহৰ মৌ গুটিএ ৰন কৰে তেতিয়া সেই ৰন বৰ ডাঙ্গৰ হই। আৰু দুয়ো ফালৰ অনেক মৌগুটি মৰে, সেই ৰনত কেতিয়াবা কেতিয়াবা এজনি ৰানিও মৰে, পাচে ৰানি মৰাটো জানিলেই দুয়ো ৰাহৰ মৌ গুটিএ ৰন এৰি মিল হই, আৰু একে ৰাজ্যো হই। জিবোৰ হাৰে সেইবোৰে জিকাবোৰে সৈতে মিলে, আৰু ন মিতিৰে সৈতে নিতৌ নিতৌ আপোনাৰ আগৰ পুৰনি ঘৰ লুৰি লৈ লৈ

জাইহি। জেতিয়া মৌ গুটিবোৰে বাহৰ মাজত বন কৰিবলৈ ধৰে তেতিয়া সিহঁতে চাৰি ভাগ হই। এভাগে মৌ ৰস মৌ সিটা বিচাৰি জাই। দুতিয় ভাগে আপোনাৰ ঘৰ দুআৰ জুগুত কৰে। ত্ৰিতিয় ভাগে ঘৰৰ ভিতৰখন চিকন সমান কৰে। চতুৰ্থ ভাগে খোৱা বস্তু বিচাৰে গৈ। আৰু জিবোৰে বাহিৰৰ পৰা টোপোলা আনে তাৰ পৰা সেই টোপোলা সলাই লই। আৰু সিহঁতে মন দি বন কৰে জে দিনটৰ ভিতৰতেই এখোঁটালিৰ ওপৰত আৰু এখোঁটালি সাজি এহেজাৰ মৌ গুটি থাকিবলৈ জোৰাই ঘৰ জুগুত কৰিব পাৰে।

সিহঁতে খোঁটালিবোৰ সজাত অতি আচৰিত গিয়ান হই, আৰু সিহঁতে কি ৰূপে আপোনাৰ মাজত দস্তৰ মতেৰে কৰম কৰে তাক অনুভও কৰাই বৰ টান, কিয়নো সেই বাহৰ মাজত গুলোআ সোমোআ ফুৰা থকা অত মৌ গুটি থাকে, তথাপি সিহঁতে ইমান বেগাই আপোন আপোন কৰম কৰে, তাক দেখি মানুহবেই ভু হেৰোআৰ নিচিনা গিয়ান হই। আৰু সিহঁতে অতি সুমেৰে কাম কৰে। সিহঁতৰ ঘৰ চিকোনাঁওতে জি বিন্দু বিন্দু মৌ সিটা ওলাই তাক বাহিৰ উলিয়াই পেলাঁওতে জি বেলি হই সিহঁতৰ সেই ফেৰি বেলিতেহে কাম খতি দেখা হই। কিন্তু সেই পেলোআ খনি মৌ সিটাও নষ্ট ন হই কিয়নো আন মৌ গুটিএ সেই মৌ সিটা নি আন কামত লগাই নি। জিবোৰ বেয়া ৰস সিহঁতে ফুলৰ পৰা বাহলৈ আনে তাক সিহঁতে লাহে লাহে খাই পেলাই। কেতিয়াবা কেতিয়াবা তিনি চাৰি মৌমাখি আহি সেই ভাৰ বোআ মৌমাখিৰ মৌ খাই তাৰ ভাৰ পাতল কৰি দিএ। জেতিয়া সিহঁতে ফুলৰ জি বস্তু ৰস খাই সেয়ে পেটত জিন হৈ চিকন মৌ সিটা হই, সেই মৌ সিটাকে বাহিৰ কৰি তাৰেই ঘৰ সাজে। সিহঁতৰ ভঁৰাল দুটা, এটা জাৰ কালিলৈ আহাৰ থোআৰ কাৰনে, এটা বৰখুনৰ দিন ঘৰৰ খোঁটালিৰ ভিতৰত কাম কৰা মৌ গুটিলৈ আহাৰ থোআৰ নিমিত্তে।

মৌ গুটিবিলাকৰ ৰানি বাহৰ সকলোতকৈ গুপুত ঠাইত থাকে। জেতিয়া ৰানি বাহিৰলৈ জাই তেতিয়া দহ বাৰেটা মৌ গুটি তেঁওৰ লগত জাই, আৰু ৰানি জলৈকে জাই সিহঁতো গহিন মতে ৰানিৰ লগে লগে জাই, আৰু জেতিয়া ৰাহিৰ খোঁটালিলৈ কনি পাৰিবৰ নিমিত্তে আহে তেতিয়াহে দেখা জাই।

ৰানিএ প্ৰতি খোঁটালিএ এটা এটা কনি পাৰে, আৰু জেতিয়ালৈকে আটাইখনি কনি পাৰি নৌঁটাই মানে তেতিয়ালৈকে এটা এটা কৈ কনিবোৰ পাৰি সকলো খোঁটালিএ খোঁটালিএ ভৰি থই, আৰু সেই কনি অনেক হেজাৰ হই। আৰু তেঁও কোনো খোঁটালিত জদি দুটাকৈ কনি পাৰে তেতিয়া কাম কৰা মৌ গুটিবোৰে তাৰে এটা নি কনি নাইকিয়া আন খোঁটালিত থইনি। কিয়নো খোঁটালিটত এটা কনিতকৈ সৰহ থাকিব নিদিএ। পাচে সেই কনি বিতিৰ্ দৰে লাহে লাহে ডাঙৰ হৈ মৌমাখি হই, আৰু জেতিয়া বল হৈ পুৰ হই তেতিয়া মৌ গুটিবোৰে আহি তাৰ চাৰিও ফালে বেৰি সি জনম হোআৰ কাৰনে অনেক ৰঙ আনন্দ কৰে; আৰু আপোনাৰ আপোনাৰ মুখৰ পৰা তাক মৌ দিএ। পাচে সেই খোঁটালিটো ভঁতোআ হলে ৰানিএ আকও তাতে এটা কনি পাৰে। কেতিয়াবা কেতিয়াবা একে খোঁটালিৰ ভিতৰতে তিনি মাহৰ মাজত পাচোটা মৌ গুটিৰ পোআলি ওপজে।

জেতিয়া পোআলি মৌ গুটিএৰে বাহ বৰকৈ পুৰ হই তেতিয়া মৌ গুটিবোৰৰ এভাগে আপোনাৰ কাৰনে নকৈ এক ঠাই চাই লই গৈ, আৰু জুৰৰানিৰ মাজৰ সিহঁতৰ আপোনাৰ মনৰ ইচাৰ মতে ভাল এজনি ৰানি ৰাচি লই। আৰু মৌ গুটিবোৰে আপোনাৰ ন ঘৰত সোমাই তেতিয়া সিহঁতে এনেহে মন দি বন কৰে জে দিঘলে এহাত ঘৰ চৌবিচ ঘণ্টাৰ ভিতৰত সাজি এঁটাই। সিহঁতৰ থকা ঠাই থিৰ হলে এজনি ৰানি ৰাখি এহেলৈ জিবোৰ ৰানি থাকে সেই আটাইবোৰ মাৰি পেলাই। তাতে সিহঁতৰ মাজত অতি ঘোৰ জুধ হই আৰু অনেক মৌ গুটিও মৰে। আন পোক পৰুআ সোমাৰ নোঅৰাকৈ মৌ সিটা দি সৰু সৰু বিন্ধাবোৰ মাৰি পেলাই। জদি কোনো ডাঙৰ পোক কেনেবাকৈ সোমাই সিহঁতৰ আলেৰে বিন্ধি মাৰি পেলাই আৰু সেই ডাঙৰ পো-

## আঁকাৰ বিবৰন।

Account of the Akas—From the "Sketch of Asam."

আঁকা জাতি অসম দেসৰ উত্তৰৰ পৰ্বতত থাকে। সিইঁত দুস ঘৰ মান আচে বুলি কই, আৰু কপাহচোৰ আঁকাৰ ৬০।৭০ ঘৰ, আৰু মিচি আঁকা ৩০০।৪০০ ঘৰ মান হব। সিইঁতৰ কাঁৰ ধেনু আৰু দা আচে, কিন্তু হিলৈ নাই। হাজাৰি খোআ আঁকাবোৰ পুৰ্বে আটাইতকৈ ভয়ানক আচিল, কিন্তু কপাহচোৰ আঁকাৰ টাগি ৰজাই আপোন পৰাক্রমেৰে সিইঁতক তল কৰিচে। টাগি ৰজাই এতিয়া আঁকাৰ ৰজাৰ ভিতৰত মুখ্য; কিয়নো জদি ইবোৰ ৰজাও তাৰ সমান, তেও তাৰ বুধিৰেহে সকলো চলে। বালিপাৰাত চিপাহি কটাৰ আগেএ হাজাৰি খোআইঁতে বচৰি ১৭৫ টকা পচা তুলিচিল; কিন্তু তেতিয়াৰে পৰা সিইঁতক পচা তুলিব দিয়া ন গৈচিল। পাচে ১৮৪৪ ইংৰাজি সঁকত সিইঁতৰ ৰজা চাৰিটাক তেজপুৰলৈ নি বচৰি ১৪৮ টকা দিয়াৰ নিৰ্বন্ধ কৰি গবৰ্নমেণ্টৰ পৰা দিয়াইচে।

কপাহচোৰ আঁকাবোৰক আন সকলো জাতিএ অতি ডকাইত বুলি জানে; আৰু সিইঁতেও কি ডোট, কি ডকলা, সকলোৰে সৈতে কটা কটি কৰে। মাঁনৰ দিনত টাগি ৰজাই গাঁও লুটি অনেক দুৰ্গতি কৰিচিল, সেই দেখি ইংৰাজি অধিপতি তেৰিত স্কট চাহাবে সিইঁতক ভয়াম নামি পচা তুলিবলৈ হাক দি, নামিলেও গুলি দিবৰ আগ্যা কৰিচিল। ১৮২৯ সালত সেই টাগি ৰজাই সম্চজ ৰজাৰ আঁকাৰে ৰন লগাই তালেমানৰ প্রান মাৰিলে, পাচে চাৰিদুআৰৰ বৰ গাঁৱলৈ অহাত বুজনাথ হাজৰিকিয়াই লোআ দি স্কট চাহাবৰ তলৈ দিয়াত, তাক গুআহাটিৰ ফাটকত বন্দি কৰি থৈচিল। পাচে ১৮৩২।৩৩ ইং সঁকত ৰবৰ্ত্তচন সাহাবে আগলৈ ভাল হব বুলি, অজিগ্যাসকৈ তাক এৰি দিয়াত সি গৈ পুৰ্বৰ মতে দৌৰাত্ম্য কৰিব ধৰিলে। তেতিয়া পৰ্বতৰ দাঁতিএ দাঁতিএ মাজে মাজে কিচু কিচু চিপাহি ৰাখিচিল, এই দৰে চাৰিদুআৰৰ বালিপাৰাতো আঁকাৰ দৌৰাত্ম্য নিবাৰিবলৈ কেই জন মান চিপাহি থকাত ১৮৩৫ ইং সঁকৰ ফেবৰুআৰি মাহত টাগি ৰজাই আৰু দুই ৰজাই সহিতে নামি আহি, চিপাহিইঁতক অতি নিদাৰুনকৈ কাটিলে। তেতিয়াৰে পৰা আঁকাৰ দুআৰত চিপাহি দিয়াই, চাউল ধান ইত্যাদি বস্তু সিইঁতক ভয়ামৰ পৰা দিবৰ নিষেধ হল। পাচে ১৮৪৩ ইংৰাজি সঁকত টাগি ৰজা আপোনা আপুনি আহি পৰাত তাক আন কোনো তণ্ড ন কৰি সি আগলৈ অন্যথা ন কৰোঁ বুলি সপত খোআত তাক গবৰ্নমেণ্টৰ পৰা মাহিলি ২০ ৰুপ পেন্‌স্যন দিবৰ থিৰ কৰিলে; তেও সি সঁজাত ন কৰি দু বচৰ পেন্‌স্যন নিবলৈ অহা নাচিল। পাচে ১৮৪৪ ইং সঁকত টাগি ৰজা আৰু আন কেই ৰজাই সৈতে অহাত সিইঁত আটাইৰে মাজত বচৰি ৩৬০ টকা পেন্‌স্যন পাবৰ থিৰ হল। কিন্তু এই দৰে পৰ্বতিয়া জাতিক ব্রিটিস্য গবৰ্নমেণ্টে ভয়তহে ধন দিএ, এনে ন হই, কিন্তু দেসৰ সান্তিৰ নিমিত্তেহে এই দৰে অসভ্যইঁতৰ তকা দিয়া ধন দি গুচাইচে।

ওপৰত জি পৰ্বতিয়া জাতি সকলৰ বিবৰন লেখিলোঁ, তাক পৰ্হি মানুহ জাতিৰ এনে দুৰাৱস্থাত কাৰ মনত আচৰ্জ আৰু খিনাৰ উদ্ভও ন হৈ থাকে? কিন্তু এটা কথালৈ মনত পৰিলে আমি আৰু আচৰিত হঁও; কিয়নো দেখা, জি ইংৰাজ জাতি এতিয়া ইমান পৰাক্রমি আৰু সভ্য হৈচে, জিবিলাকে তাপৰ বলত বৰ ঘৰ একোটা বামে আৰু পানিএ চলাই, দহ দিনৰ বাট একে দিনে জাই, জিবিলাকে পাটৰ মোনা এখনেৰেই আকাসলৈ উঠে, জিবিলাকে গোটেই প্রিথিবি ঘূৰি আটাই দেসৰ বাত্রা হাতৰ মুঠিতে থই, আৰু জিবিলাকে হেজাৰ হেজাৰ ক্রোচৰ আঁতৰৰ পৰা এই দেসলৈ আহি তাৰ লোকক সভ্য কৰিব ধৰিচে, সিবিলাকেই দুহেজাৰ বচৰৰ পুৰ্বে বিতিএ চৰিত্রে আৰু সভ্যতাত নিচইকৈ নগা; আৰু আবৰতকৈও বেয়া আচিল। দেখা, পৰম ইশ্বৰৰ কি আচৰ্জ মহিমা! আৰু মানুহৰ গিয়াম বা কাল ক্রমে কিমান ভাল হব পাৰে! এতেকে আমি বৈৰাস ন হঁও, জে কোনোবা দিনা আমাৰ নগাইঁতৰ মাজতো তাপৰ জন্ত্র হব, আৰু সিইঁতেও গিয়াম আৰু সভ্যতাত ইংৰাজইঁতে সৈতে জুজিব। আমি বাঞ্চা কৰোঁ, জে ইশ্বৰে সিগ্রে সিইঁতক তেনে সভ্য হবলৈ লোআব। আ.



জাপান দেসৰ বৰ লোকৰ তিৰোতা বৰ্ত্তত জোআৰ ৰকঁটা।
Japanese Lady riding in her Sedan.

---

## আচিয়া বৰ্ষৰ দেসবিলাক।

| দেসৰ নাম | বৰ্গমাইল* | প্ৰজাৰ সংখ্যা | প্ৰধান নগৰ | তাৰ প্ৰজা |
|---|---|---|---|---|
| কচিয়াৰ এভাগ | ৫৫,০০,০০০ | ১,২০,০০,০০০ | তবলস্ক | ১০,০০০ |
| তুৰুকৰ এভাগ | ৫,০০,০০০ | ১,১০,০০,০০০ | বাগ্‌দাদ | ১,০০,০০০ |
| আৰৱ | ১০,০০,০০০ | ১,২০,০০,০০০ | মেকা | ২০,০০০ |
| পাৰ্চি | ৫,০০,০০০ | ১,১০,০০,০০০ | ইস্পাহান | ২,০০,০০০ |
| আফঘান আৰু বিলুচ | ৪,০০,০০০ | ১,৪০,০০,০০০ | কাবুল | ৮০,০০০ |
| হিন্দুস্থান | ১২,০০,০০০ | ১২,০০,০০,০০০ | কলিকতা | ৫,০০,০০০ |
| তিবেত | ১০,০০,০০০ | ১,৫০,০০,০০০ | লাচা | |
| তাতাৰ স্বতন্ত্ৰ দেস | ১০,০০,০০০ | ৭০,০০,০০০ | বোখাৰা | ২,০০,০০০ |
| খেহৰ তল তাতাৰ | ২০,০০,০০০ | ৬০,০০,০০০ | কাস্যগাৰ | ১৫,০০০ |
| খেহ বা চিন | ১৪,০০,০০০ | ৩০,০০,০০,০০০ | পিকিঙ্গ | ১৫,০০,০০০ |
| কৰিয়া | ৮০,০০০ | ৮০,০০,০০০ | কিঙ্কিতাও | |
| মান | ২,৫০,০০০ | ৫০,০০,০০০ | আৱা | ২,০০,০০০ |
| স্যাম | ২,২০,০০০ | ৩০,০০,০০০ | বাঙ্কক | ৪,০০,০০০ |
| আনাম | ৩,০০,০০০ | ২,০০,০০,০০০ | কেসো | ৪০,০০০ |
| জাপান | ২,৫০,০০০ | ৩,০০,০০,০০০ | জেদো | ১৫,০০,০০০ |
| চুমাত্ৰা | ১,৬০,০০০ | ১,০০,০০,০০০ | বেঙ্কুলিন | |
| জাবা | ৬০,০০০ | ৬০,০০,০০০ | বাতাবিয়া | ৫০,০০০ |
| বৰ্নিও | ৫,০০,০০০ | ৪০,০০,০০০ | বৰ্নিও | |
| চিলেব | ৯০,০০০ | ৩০,০০,০০০ | মাকাচাৰ | |
| ফিলিপিন | ১,০০,০০০ | ৩৮,০০,০০০ | মানিলা | ১,৫০,০০০ |
| মুঠে | ১,৬৫,১০,০০০ | ৬০,০৮,০০,০০০ | | |

* বৰ্গমাইল সবদৰ অৰ্থ। জি তোখৰ মাটি দিঘে পথালিএ সমানকৈ এডাঁৰ বাট হই, তাক বৰ্গমাইল বোলে।

## অহঙ্কাৰৰ কথা।

**Pride.**

অকল ধনি লোকে অহঙ্কাৰ ন কৰে, অনেক দৰিদ্ৰ লোকেও অহঙ্কাৰ কৰে। ধনৰ পৰা গঁক অহঙ্কাৰ ওপজা হলে, তেন্তে আটাই ধনৱন্ত চহকিবোৰ অহঙ্কাৰি হলহেঁতেন। এই হেতুকে ধনে অহঙ্কাৰ ন হই, কেৱল মানুহৰ মনে; আপোনাকে আপুনি বৰটো কৰি জনা, সেয়ে অহঙ্কাৰ। কোনো কোনো বিদ্যা জনা মানুহেও মনত ভাবে, মই ডাঙ্গৰ, মোতকৈ বৰ কোনো নাই, আৰু মোৰ সমান কোনো ন হই; তেঁওতকৈ বৰ আৰু গিয়ানি জনকো সেই ৰূপ অৱহেলা অমান্য কৰে। কিন্তু মানুহ পাত্ৰৰ নিচিনা আৰু গিয়ান হলে জলৰ নিচিনা; এই নিমিত্তে জেনেকৈ পানি থিৰ হৈ থাকে, তেনেকৈ গিয়ানি লোকে কেতিয়াও আপোনাক ডাঙ্গৰকৈ নেমানে। আৰু গচৰ ডালবোৰত গুটি ধৰিলে, তেনেকৈ সেই ডালবোৰ গুটিৰ ভৰত তললৈ দোঁ খাই থাকে। বৰ গচ হলেহে জানোঁ ফলৱন্ত হই, সেই ন হই। দেখা, ধানৰ চেই ওলাই জিমান পুৰ হই, তিমান নম্ৰ হৈ মাটিলৈ দোঁ খাই পৰে; সেই ৰূপ গিয়ানিএ জিমান গিয়ান পাই, তিমান নম্ৰ আৰু ভদ্ৰ হই।

বুৰ্হা হলেও বিদ্যা সিকিবলৈ এলাহ বা লাজ ন কৰিবা; কিয়নো বিদ্যা বুৰ্হা ন হই। এই নিমিত্তে অধিক বয়সিয়া বা অলপ বয়স হলেই সি ডাঙ্গৰ হই, এনে ন হই, কেৱল গিয়ান থাকিলেহে ডাঙ্গৰ হই।

**Almanac for March, 1849.**

## মাৰ্চ, অৰ্থাত চত, ১৮৪৯।

| বাৰ | মাৰ্চ | ফাগুন | সুৰ্জ্যোদয় | সুৰ্জ্যৰ মধ্যস্থান | সুৰ্জ্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যস্থান | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|---|---|---|
| বি | ১ | ১৯ | ৬।২৭ | ১২।১৩ | ৫।৫৭ | ৭ | ৩ | ১৭।৩৪ | পুআ |
| সু | ২ | ২০ | ৬ ২৬ | ১২।১২ | ৫।৫৮ | ৮ | ৪ | ১৮।৩১ | ০।২৪ |
| স | ৩ | ২১ | ৬।২৫ | ১২।১২ | ৫।৫৯ | ৯ | ৫ | ১৯।২৯ | ১।২৫ |
| দেও | ৪ | ২২ | ৬।২৪ | ১২।১২ | ৫।৫৯ | ১০ | ৬ | ২০।২৬ | ২।২৪ |
| সো | ৫ | ২৩ | ৬।২৩ | ১২।১২ | ৬।০ | ১১ | ৭ | ২১।২২ | ৩।১৭ |
| ম | ৬ | ২৪ | ৬।২২ | ১২।১১ | ৬।০ | ১২ | ৮ | ২২।১৬ | ৪।৮ |
| ব | ৭ | ২৫ | ৬।২১ | ১২।১১ | ৬।১ | ১৩ | ৯ | ২৩।৮ | ৪।৫৭ |
| বি | ৮ | ২৬ | ৬।২০ | ১২।১১ | ৬।১ | ১৪ | ১০ | ২৩।৫৭ | উদই |
| সু | ৯ | ২৭ | ৬।১৯ | ১২।১১ | ৬।২ | ১৫ | ১১ | পুআ | ৬।৩৩ |
| স | ১০ | ২৮ | ৬।১৮ | ১২।১০ | ৬।২ | ১৬ | ১২ | ০।৪৫ | ৭।২৫ |
| দেও | ১১ | ২৯ | ৬।১৭ | ১২।১০ | ৬।৩ | ১৭ | ১৩ | ১।৩১ | ৮।১৮ |
| সো | ১২ | ৩০ | ৬।১৬ | ১২।১০ | ৬।৪ | ১৮ | ১৪ | ২।১৬ | ৯।১১ |
| ম | ১৩ | চত | ৬।১৫ | ১২।১০ | ৬।৪ | ১৯ | ১৫ | ৩।১ | ১০।২ |
| ব | ১৪ | ২ | ৬।১৪ | ১২।৯ | ৬।৪ | ২০ | ১৬ | ৩।৪৬ | ১০।৫৬ |
| বি | ১৫ | ৩ | ৬।১৩ | ১২।৯ | ৬।৫ | ২১ | ১৭ | ৪।৩২ | ১১।৪২ |
| সু | ১৬ | ৪ | ৬।১২ | ১২।৯ | ৬।৫ | ২২ | ১৮ | ৫।১৮ | পুআ |
| স | ১৭ | ৫ | ৬।১১ | ১২।৮ | ৬।৬ | ২৩ | ১৯ | ৬।৪ | ০।৩০ |
| দেও | ১৮ | ৬ | ৬।১০ | ১২।৮ | ৬।৬ | ২৪ | ২০ | ৬।৫৩ | ১।১৯ |
| সো | ১৯ | ৭ | ৬।৯ | ১২।৮ | ৬।৭ | ২৫ | ২১ | ৭।৪২ | ২।৬ |
| ম | ২০ | ৮ | ৬।৮ | ১২।৮ | ৬।৮ | ২৬ | ২২ | ৮।৩১ | ২।৫০ |
| ব | ২১ | ৯ | ৬।৭ | ১২।৭ | ৬।৮ | ২৭ | ২৩ | ৯।২০ | ৩।৩৪ |
| বি | ২২ | ১০ | ৬।৫ | ১২।৭ | ৬।৯ | ২৮ | ২৪ | ১০।১০ | ৪।১৬ |
| সু | ২৩ | ১১ | ৬।৪ | ১২।৭ | ৬।৯ | ২৯ | ২৫ | ১১।১ | অস্ত |
| স | ২৪ | ১২ | ৬।৩ | ১২।৬ | ৬।৯ | ৩০ | ২৬ | ১১।৫১ | ৬।৩ |
| দেও | ২৫ | ১৩ | ৬।২ | ১২।৬ | ৬।১০ | ১ | ২৭ | ১২।৪৩ | ৭।৫ |
| সো | ২৬ | ১৪ | ৬।১ | ১২।৬ | ৬।১০ | ২ | ১ | ১৩।৩৭ | ৮।৮ |
| ম | ২৭ | ১৫ | ৬।০ | ১২।৬ | ৬।১১ | ৩ | ২ | ১৪।৩১ | ৯।১২ |
| ব | ২৮ | ১৬ | ৫।৫৯ | ১২।৫ | ৬।১১ | ৪ | ৩ | ১৫।২৮ | ১০।১৫ |
| বি | ২৯ | ১৭ | ৫।৫৮ | ১২।৫ | ৬।১২ | ৫ | ৪ | ১৬।২৬ | ১১।১৯ |
| সু | ৩০ | ১৮ | ৫।৫৬ | ১২।৪ | ৬।১২ | ৬ | ৫ | ১৭।২৪ | পুআ |
| স | ৩১ | ১৯ | ৫।৫৫ | ১২।৪ | ৬।১৩ | ৮ | ৬ | ১৮।২২ | ০।১৯ |

পুৰ্নিমা ৯ দিনৰ ৭।২০ পুআ।

আমাবাস্যা ২৪ দিনৰ ৮।২৪ ভাটি।

গ্ৰহবিলাকৰ ঠাই। সুৰ্জ ২৫ পুৰ্ব ভাদ্ৰপদ; বুধ ২৩ ধনিষ্ঠা; সুকুৰ ২ ভৰনি; মঙ্গল ২২ স্ৰৱনা; বৃহস্পতি ৯ অশ্লেসা। সনি ২৬ উত্তৰ ভাদ্ৰপদ।

৮ আৰু ২২ মাৰ্চত কাচাৰি বন্ধ।

**THE ORUNODOI,**

*A monthly Paper, devoted to Religion, Science and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোঙা। মো° সিৱসাগৰ, মাৰ্চ, ১৮৪৯ খ্ৰি° অ° সঁক। নম্বৰ ৩।

VOL. IV. SIBSAGOR, ASAM, MARCH, 1849. No. 3

## অনেক দেসৰ সম্বাদ।

General Intelligence.

এই জিলাৰ পাদুৰি চাহাব দুজন জাত্ৰা কৰি কলিকতালৈ ভটিয়াই জোআৰ কাৰনে তিনি মাহৰ অৰুনোদই কৰা দিন পলম হৈ আচে। জুন মাহৰ পৰা আগৰ মতেৰে মাহে মাহে চাপা হব।

বৰ্তমান মাহৰ ৭ তাৰিখে গুআহাটিত দল জাত্ৰাৰ সময়ত দুই তিনি জন মানুহে গোট খাই নৈৰ ওচৰত ৰাতি হাৱৈ নামেৰে খাৰৰ বাজি কৰি উৰাইচিল। পাচে সেই হাৱৈৰে এটা উৰি গৈ শ্ৰী ৰবি চন্দ্ৰ বৰুআৰ ঘৰত পৰি, তাৰ জুয়েৰেই আটাই ঘৰ পুৰিলে, আৰু তেঁওৰ সিমাৰ শ্ৰী পৰ্বতিয়া ফুকনৰ ঘৰবোৰো পুৰিলে, আৰু দুয়ো জনৰ অনেক বস্তু নষ্ট হল। সেই সময়তে গুআহাটিৰ আৰু এঠাইত জুই লাগি কিচু ঘৰ পুৰিলে।

তাতকৈ দিন চেৰকৰ আগে গুআহাটিৰ পানি ফুকনৰ পাৰে অম্বক্ৰান্তৰ ভাটিত দিনতে জুই লাগি অনেক ঘৰ পুৰিলে। তাৰ পৰা কিচু দিনৰ পাচতে সেই পাৰেই আকও ৰাতি জুই লাগি বহুত ঘৰ পুৰি অনেক লোকৰ দ্ৰব্য বস্তু নষ্ট কৰিলে। খৰালি কেই মাহত জুইটো আটককৈ ৰখা উচিত; কিয়নো তেতিয়া সকলো সুকান, আৰু বতাহ হোআত জুইৰ বৃধি হই।

চকুআ খনাৰ পৰা এজন মানুহে অৰুনোদইত চাপিবলৈ এই কথা লিখি পঠাইচে বোলে, জোআ বচৰৰ ২১ আগষ্ট মাহৰ চকুআ খনা মৌজাৰ বালি গাঁৱত ৰাতি এজনি মাইকিএ বাজলৈ জাঁওতে বাঘে নিলে; কিন্তু তাইৰ লগত জোআ এজনি চোআলিএ এন্ধাৰৰ কাৰনে বাঘে নিচে বুলি নে জানিলে, তেও কিহবাই নিলে বুলি আঁট্‌কাল পাই ঘৰত আহি কলে; তাতে ঘৰৰ মানুহে মাইকি জনিক বিচাৰি তাইৰ গাৰ খিন্না খন তেজে সৈতে পৰি থকা দেখি, কান্দি, ওচৰৰ মানুহক মাতিলত অনেক মানুহ আহি বাঘে নিয়া মানুহ জনি বিচাৰি পাই, এথা বাত্ৰা ইংতেই, বাঘে আৰু এটাৰ ঘৰত সোমাই গোহালিৰ গৰু এজনি মাৰিলে। তাৰ পৰা আৰু কিচু দিনৰ পাচত এটা মগনিয়াৰে সুকলি ঘৰত সুই থাকোঁতে তাকো সেই বাঘেই খালে। আৰু তাৰ ৮ দিন মানৰ মূৰত আৰু এঘৰৰ চেঁউৰি মহ এজনি জাকৰ পৰা নিলে। এই সকলো কথা দেখি চাৰি পাঁচ জন মানুহে গোট খাই সেই বাঘটো কঁৰিয়াই মৰালোঁ; কিন্তু সেই দিনৰে পৰা বৰকৈ বৰথুন হোআত মৰা বাঘক বিচাৰিব নোআ-



ম্রাত কড়ুবাত পৰি মৰিল; সেই নিমিত্তে বাঘ মৰা কাঁৰিক কম্পানি বাহাদুৰে তাৰ বেচ নি দিলে; কিন্তু আমি দুই তিনি জনে গোট খাই তাক ধন অলপ মান দিলোঁ।’ বাঘে কামুৰি থকা মানুহৰ নকচা ওপৰে পর্হা সাৰিত্ত আচে।

কলিকতাৰ পৰা দুই জোআৰ মান উজনি হুগলি জিলা তাতে ১২ জানোআৰি তাৰিখৰ ৰাত্তি ৯ বজাৰ সময়ত তিনি চাৰি জন ডকাইতে এখন সৰু নাৱত উঠি বাবু নামেৰে ঘাটলৈ গৈ তাৰে দুজনে বাহিৰৰ পৰা উঠি ঘাটৰ দুআৰ ঘুকলি কৰিলে, তেনেত্তে আন সৰু নাও খন চাৰেক সেই ঘাটত্তে চপাই আৰু ডকাইত ১০০ মান উঠিলহি। কিন্তু পুলিচ আদি সকলো মানুহে ভুল হবলৈ, জোঁৰ লগাই, ঢোল, পেঁপা আদি বাই, বিয়াৰ নিচিনাকৈ বাটত্ত ফুৰিচিল, পাচে মাধৱচন্দ্র দত্ত বাবুৰ ঘৰলৈ গৈ, দুটাই ঘৰৰ বাজৰ পৰা উঠি দুআৰ মেলি দিলত্ত, আটাই ডকাইতবোৰ ঘৰৰ ভিতৰলৈ গিৰিস্ কৰে সোমালগৈ, তেতিয়া সিইতক দেখি বাবু আৰু চাকৰবোৰে বিচুর্ত্তি হৈ পলাই লৰ মাৰিলত্ত ডকাইতবোৰে ঘৰৰ সকলো ভাল বস্তু লুৰি, তিৰোতাৰ গাৰ অলঙ্কাৰ আদি কাৰ্হি লৈ ১৩০০০ তেৰ হেজাৰ মান ৰুপৰ বস্তু নিলে। এনেত্তে সেই কথা মেজেষ্ট্রেত চাহাবে সুনি বেগত্তে পুলিচৰ বৰকন্দাজ পঠাই, বিচাৰি, সেই ডকাইতৰ দুকুৰি মান ধৰিলে।

কলিকত্তা চহৰৰ সোভাবাজাৰ নামক প্রখ্যাত ঠাইত জুই লাগি বহু ঘৰ পুৰি অনেক দ্রব্য লোকচান হৈচে আৰু ২॥প্রহৰ ৰাত্তি জুই লগাৰ কাৰন এক ঘৰৰ দুটি সৰু সৰু লৰা টোপনিত সাৰ নে পালে মাৰু বাপেকেও অন্য সম্প্রতিত বিয়াকুল হৈ লৰালৈ পাহৰিলে তাতে দুয়ো পুৰি মৰিল।

১ চত্তত নিমত্তলাৰ হাট বজাৰ সমুদাই পুৰি অনেক দ্রব্য নষ্ট হল, ইয়াত বাজে টেৰেটি বজাৰ ধৰ্মতলাৰ বহু বজাৰ ঘৰ পুৰিচে।

২২ ফেবৰুআৰিত্ত বৰাহ্ নগৰত্ত থকা বাবু জইগোপাল বসুৰ ঘৰত্ত ডকাইতি হৈ বহু টকা আৰু অলঙ্কাৰ লৈ গেচে।



Gold Memorial found in a Chief's Grave, in New Grenada.

দখিন আমেৰিকাৰ নিউ গ্রেনেদাৰ আদি বাসি বিসয়াৰ মৈদামত্ত, সোনৰ পত্তা এচঁটাৰ ওপৰত্ত সেনাপত্তিৰ সোনত্ত কটা মুর্ত্তি এটা লগাই থোআ, আৰু দুই মুৰিয়া সোনৰে সজা জন্তু এটা পালে। সেই সোনৰ জন্তুটৰ নকচা ওপৰত্ত লিখা আচে।

উত্তৰ আমেৰিকাৰ আদি বাসি মানুহে সিলৰ জি পুত্তলা সাজি সেৱা কৰিচিল তেনে এটাৰ নকচা তলত্ত আচে।



কানদা দেশত্ত মাটি খানোঁতে তলত্ত লিখা আদি বাসিৰ বস্তু পালে। তাম্রৰ তৰোআল দুখান, সৰু তৰোআল দুখান, তাম্রৰ কুঠাৰ এখান, সৰু কুঠাৰ এখান, মাচ মৰা কোল ৫ তাল, ওভোত্তা কোল ৬ তাল, সোনৰ পটি দিয়া টুপি এটা, বঙ্গা আৰু কেঁচা ৰবনিয়া কাপৰ কিচু, আদ্ খনিয়াকৈ খোআ ধপাত্তেৰে বাম্রৰ চিলিম এটা, জুই ওলোআ মুর্জ পটৰ চকু এটা, সৰু হিলৈ এটা, হিলৈৰ পাথৰ ১৫ খান, তাম্রৰ আৰু চিটা গুলি কিচু, ৪ সেৰ মান ধৰা পিত্তলৰ চৰিয়া এটা, অনুমান হই এই বস্তু খনি ১৬০।১৮০ বচৰ মানৰ আগেএ আদি বাসিৰ মৰা মানুহৰ লগত্ত মৈদাম দিচিল।



## কলিকতাত বলুনত উঠি জোআৰ কথা।

**Letter from Calcutta,—Mr. Maigre and his Balloon.**

কলিকতাৰ পৰা অসমিয়া এজনে তলত লিখা বলুনৰ কথা অৰুণোদইত চাপিবলৈ দি পঠাইচিলে। 'ফ্ৰাঞ্চ দেসৰ পৰা মেগৰ নামে এজন চাহাব কলিকতালৈ আহিচে, তেঁৱেই বলুন নামেৰে এক জন্ত্ৰৰ দোআৰাই আকাসলৈ উঠিম বুলি, সেই নগৰৰ ইংৰাজ আৰু হিন্দু আৰু মগল আদি কৰি প্ৰাই সকলো বৰ মানুহত পঁচা কৰি কেতবোৰ ধন তুলিলে। পাচে সেই ধনেৰে এটা বৰ কাপৰৰ বলুন সাজি, ৫ ফেবৰুআৰিত তাতে উঠি আকাসলৈ জাম বুলি থিৰ কৰি সকলোতে জান দিলে। তাতে ৪ ফেবৰুআৰিৰ ৰাতি বৰ বৰখুন বতাহ হোআত থিৰ কৰা দিনত উঠিব নোআৰি, পুনৰ ৭ ফেবৰুআৰিত উঠা দিন থিৰ কৰিলে। কিন্তু প্ৰথম থিৰ কৰা দিনতো ২ দুই লাখ মান মানুহ চাপিচিলে, ন হবৰ দেখি উভতি গল। পাচে থিৰ কৰা সেই দিনত চিতপুৰৰ ৰজা বৈদ্যনাথৰ বাগিচাতে নগৰৰ আৰু আন আন ঠাইৰো ইংৰাজ, হিন্দু, বাবু, মগল, মচলমান আদি কৰি ৭।৮ লাখ মান মানুহ চাপিল। আৰু ভাল লোকবিলাকে মেজ চকি পাতি, টিলাৰ পৰা গোৰা চিপাহিৰ গান বাজনা অনাই এক মহা উত্‌সও পাতি বহিলগৈ। সেই গান বাজনা আৰু বলুনৰ ভিতৰত ধুঁইৰ ভাপও গাচ, অৰ্থাত এবিধ পাতল বায়ু সুমুআ চাবৰ নিমিত্তে, বাগিচালৈ সোমাব খোজাবোৰৰ গাই পতি মানুহ চাই, মেগৰ চাহাবে ৬।৪।২।১ ৰুপ এই দৰে লৈ হাত চিঠি দিচিল, সেয়ে সোমাইচিল এহেলৈ কেতবোৰ বাহিৰতো আচিল অনুমান হই হাত চিঠি লোআ মানুহ ১২ হেজাৰ মান হব। আৰু ভাল লোকৰ তিৰোতাবোৰো পালকিত উঠি ৰঙ্গ চাবলৈ গৈচিল। পাচে ৩॥ ঘণ্টা বেলি হলত সকলোএ বলুনত ধোঁআ দিবলৈ চাহাবক অনুমতি দিয়াত চাহাবে ধান খেৰ, উলু খেৰ কিছু আনি ধোঁআ দিলত বলুন ফিঁকি ডাঙ্গৰ হল; কিন্তু বেলি চুটা হোআত বৰ লোকবিলাকে চাহাবক বলুনত উঠিবলৈ নিসেধ কৰিলে, তথাপি চাহাবে আওকান কৰি, সৰা সৰিকৈ ধোঁআ দিয়াত চাহাবে বলুনত উঠিব নোআৰে জেন ভাবি, মানুহবিলাকে চাৰিও ফালৰ পৰা হাত চাপৰি মাৰি হাঁহিব ধৰিলে। তাকে দেখি মেগৰ চাহাবে ২ পিপা গাচ আনি সেই গাচৰো ধোঁআ দি ৫। ঘণ্টা বেলিৰ সময়ত বলুনত উঠি, তাৰ বান্ধ কাটি দিলত, ৩ হাত মান ওপৰলৈ উঠি আকও পৰিল। পাচে কিছু মানৰ মুৰত আকও দহ হাত মান ওপৰলৈ উঠি পুনৰ একে বেলিএ কাতি হৈ মাটিত পৰিল। আৰু ৰঙ্গ চাবলৈ অহা মানুহবিলাকে সেই চাহাবক নিন্দা কৰি গালি পাৰি গুচি গল। কিন্তু দমদমাৰ জিবোৰ চিপাহিএ ৰঙ্গ চাবলৈ আহিচিলে সিহঁতে বলুনটো ডোখৰ ডোখৰকৈ ফালি, চাহাবকো ডাঁৰিত ধৰি টানি অনেক বিকৰ্থনা কৰি মাৰিবলৈ ধৰিচিল, তেনেতে ভাল মানুহ কেতবোৰে ধৰিহে ৰখ্যা কৰিলে। এতিয়া আকও মেগৰ চাহাবে আপোনাৰ খৰচেৰেই বলুন কৰি উঠিব খুজিচে বুলি সুনিচোঁ। আৰু চাহাবক অপমান কৰা মানুহবিলাকৰ নামেৰে ২৫ হেজাৰ টকাৰ গোচৰ কৰিব খুইচে। সি জেই বা ন হওক তথাপি মেগৰ চাহাবে ১০।১২ হেজাৰ ৰুপ আৰ্জ্জিলে।'

*

ইউৰপিয়া দেসবোৰত প্ৰথমতে বলুন সজা আৰু তাত উঠি জোআৰ কথা ১৮৪৭ সনৰ অক্তোবৰ মাহৰ অৰুণোদইত চপা গৈচিল।



## কলম্বচে দ্রিষ্টান্ত দি বুজুআৰ কথা।

**Columbus and the Egg.**

গিয়ানি মানুহে, বুধিএৰে কোনো নতুন বিদ্যা উলিয়াই প্রকাস কৰে, আৰু তাৰে পৰা খিয়াতি অলপ্য পাই, কেতবোৰ মানুহে হিংসা অসূয়া হৈ কুটিল স্বভাৱৰ কাৰনে, আন মানুহৰ প্রসংসা কথা সুনিবই নোআৰে।

১৮৪৬ সনৰ মার্চ মাহৰ অৰুনোদইত কলম্বচে আমেৰিকা মহা দিপ প্রথমতে দর্সন পোআ কথা চাপা হৈছিল। পাচে কলম্বচে ইস্পানিয়া দেসলৈ উভতি জাঁওতে, সেই দেসৰ প্রধান ৰাজ মন্ত্রিএ কলম্বচক বৰ ভোজলৈ নিমন্ত্রন কৰিলে; আৰু জেনেকৈ ৰজাবিলাকক আদৰ সন্মান কৰাৰ দস্তুৰ, সেই ৰুপে তেঁওকো সমাদৰকৈ অথিতি কৰিলে; কিন্তু কলম্বচে ইমান সমাদৰ পোআ দেখি, ভোজত বহা এজন ৰাজ মন্ত্রিএ মনত অসূয়া হৈ তেওক সুধিলে, বোলে, তুমি জদি সেই মহা দিপ বিচাৰি নো পোআ হলেও আন কোনো মানুহে পাচে নে পালেহেঁতেন বুলি ভাবিচা নে? তাক সুনি কলম্বচে একো উত্তৰ ন কৰিলে, কিন্তু তেঁও এটা কনি হাতত লৈ কলে, বোলে, তোমোলাকে গাই পতি একোটা কনি লৈ মেজতে খিয় কৈ ৰাখা, তাতে আটাইবোৰে হাতে পতি একোটা কনি লৈ অনেক পৰিস্রম কৰিও ৰাখিব নোআৰিলে; তেতিয়া কলম্বচৰ হাতৰ কনিটো মেজত খুন্দা মাৰি দিলত কনিৰ মুৰ ভাগিল দেখি খিয় হৈ ৰল; পাচে কোনোএ ধন্দ কৰিলে কোনোএ বন্দ পাই হাঁহিলে, বোলে, কনিৰ মুৰ ভাঙ্গি খিয়কৈ ৰাখিব লাগে বুলি জনা হলে আমিও কৰিব পাৰিলোঁহেঁতেন। এতিয়া আমি সকলোএ খিয়কৈ কনি ৰাখিব পাৰিম।

কলম্বচে সেই দ্রিষ্টান্তেৰে দেখুআই জি অর্থ বুজাব খুইছিল তাৰ অর্থ এই। মই নৌ জাঁওতেই সেই মহা দিপ পামগৈ বুলিছিলোঁ দেখি, ইউৰপিয়া সকলো দেসৰ মানুহবিলাকে বিস্বাস ন কৰি হাঁহিছিলে; কিন্তু মই গৈ বিচাৰি পাই মানুহৰ আগত বাট বুজালত এতিয়া হলে সকলো জাব পাৰিব। কলম্বচে মেজত বহি মানুহৰ আগত কনি ভাঙ্গি অর্থ বুজুআৰ নকচা ওপৰত লিখা আচে।

## গিয়ানিৰে মুৰ্খৰে কথা।

**The Studious Boy and the Dunce.**

এটা লৰাই বিদ্যা সিকিবলৈ স্রম ন কৰি আপোনাৰ ইচাৰ দৰেৰে খেমালিকৈ কাল নিয়ালে, আৰু জি ভালকৈ সিকাই হিত কথা কই তাক নু সুনি, দুৰ্জ্জন মানুহৰ লগতহে সদাই ফুৰে। পাচে ভেকা হলত ভাত কাপৰৰ পৰা বৰ দুখ পাই মাহে, দু টকা দৰ মহাত্তে কাম কৰিবলৈ ধৰিলে; কিন্তু তাত বৰ দুখ পাই, তাৰ এটা ইষ্ট মানুহৰ ওচৰলৈ গৈ, বেজাৰ কৰি সুধিলে, বোলে, হে ইষ্ট, তুমি কেনেকৈ চাহাব লোকৰ কাম কৰি মাহেকত দহ টকা তাতকৈও সৰহ কপ পাইচা? মই দেখোন গোটেইটো দিন কামতে লাগি থাকি, তোমাতকৈ সৰহ স্রমো কৰোঁ, তথাপি মাহে দুই তিনি টকাতকৈ সৰহ নে পাঁও, ইয়াৰ কাৰন কি? সি কলে, বোলে, হে গিয়ান নাই কিয়া ইষ্ট, তুমি লৰা কালত বিদ্যা সিকিবলৈ হেলা কৰি নি সিকিলা, মই বহু দুখ কৰি অনেক স্রমেৰে বিচাৰি বিদ্যা সিকিলোঁ, সেই কাৰনে মই এনে সুখ পাইচোঁ তুমি বিদ্যা সিকিবলৈ স্রম ন কৰিলা দেখি তেনে দুখ পাইচা। মই বিদ্যাৰম্ভৰ মুখত সুনিচোঁ জে বিদ্যাই বোলে, মোক জি জনে জতন কৰি সেৱা কৰে, মই তাক নি অৰন্যে ধনৰ ওচৰ পোআই দিঁও।

---

## সত্যাদি জুগৰ কথা।

**The Four Jugs of the Hindu Shastros.**

পৌৰানিকৰ মতেৰে প্রিথিৱিৰ স্রিষ্টি হোআৰে পৰা সত্য ত্রেতা দ্বাপৰ এই তিনি জুগ সাৰসেসে গৈ কলি জুগৰ ৪৯৪৯ বচৰ গৈচে আৰু এই চাৰিও জুগৰ পৰিমান এই কপে থিৰ কৰিচে।

| | সুর্জ গননাৰ মতে |
|---|---|
| কলি জুগৰ বচৰ . . . . . | ৪৩২০০০ |
| কলিৰ দুগুন দ্বাপৰ জুগৰ বচৰ | ৮৬৪০০০ |
| কলিৰ তিনি গুন ত্রেতা জুগৰ বচৰ | ১২৯৬০০০ |
| কলিৰ চাৰি গুন সত্য জুগৰ বচৰ | ১৭২৮০০০ |
| এই চাৰিও জুগৰ বচৰে এক মহা জুগ হই . | ৪৩২০০০০ |

এনে ৭১ মহা জুগে এক মনুৰ সংখ্যা ৩০৬৭২০০০০বচৰ হই কিন্তু গাই পতি মনুৰ সেসত সত্য জুগৰ সমানে ১৭২৮০০০ বচৰ সন্ধি কাল সেই সন্ধি কালে সৈতে প্রত্যেক মনুৰ সংখ্যা ৩০৮৪৪৮০০০ বচৰ হই এই কপে চৈধ্যটা মনুৰ পৰিমান হই। তাৰ মাজৰে এতিয়া বৈবস্বত নামেৰে মনুৰ ২৭ মহা জুগ গৈ ২৮ মহা জুগ হবলৈ প্রথম তিনি জুগ গৈচে। সেই সকলো মনুৰ ৪৩১৮২৭২০০০ বচৰ এই ইয়াতে সন্ধি কালৰ ১৭২৮০০০ বচৰ সৈতে গোটালে ৪৩২০০০০০০০ এক কল্প হই।

এই কপে এক কল্পে ব্রুহ্মাৰ ১ দিন এনে ৩০ কল্পে ১ মাহ এনে ১২ মাহে নাইবা ৩৬০ কল্পে বচৰ হই। আৰু এই কপ ১০০ বচৰে অর্থাত্ত ১৫৫৫২০০০০০০০০০০ পোণ্ডেৰে পদ্ম পাঁচ সংখ বাৱন খৰ বচ্চৰে ব্রুহ্মাৰ আয়ুস ইয়াৰ মাজৰে ৫০ বচৰ গৈ ৫১ বচৰৰ শ্বেতবৰাহ কল্প নামে সুক্ল পক্ষৰ প্রতিপদ এতিয়া গৈচে।

ওপৰত লিখা সকৰ টিকনাবিলাক চালেই সুন্দৰকৈ দেখা হই জে এই সকলোবিলাক কালৰ পৰিমান মনেৰে পাতি লিখা মত্রি। স্রিষ্টি এই জগতত থকা কোনো দেসৰ লোকৰ ইতিহাস পুথিএ সৈতে এক লেসো ইয়াৰ মিল সমস্ত পোআ নে জাই। অনুমান জুগ জে আগৰ জোতিসিয়াই প্রথমতে কলি জুগৰ সংখ্যা মনেৰে টিকনা কৰি তাৰে দুগুন দ্বাপৰ হই, তিনি গুন ত্রেতা জুগ, চাৰি গুন সত্য জুগ, দহ গুন মহা জুগ পাতি আচে। আৰু সেই কপেই মহা জুগৰ কালকে কলিৰ সহস্র গুন কৰি এক কল্প পাতি আচে।





## আব্ৰাহামৰ বিবৰন।

History of Abraham.

ইশ্বৰে প্ৰিথিবি জলাপ্লাবন কৰোঁতে জি নোহাক আৰু তেঁওৰ পৰিয়ালক অতি ক্ৰিপাৰ দোআৰাই অগাধ পানিৰ মাজত ৰখ্যা কৰিলে, সেই পৰমার্থিক নোহাৰে চেম, হাম আৰু য়াফেত না মেৰে তিনি জন পুত্ৰ আছিল, সেই তিনি জনৰ সন্তানেৰেই প্ৰিথিবি গোটেই খন ভৰপুৰ হল।

নোহাৰ প্ৰথম পুত্ৰ চেমৰ পৰা অনেক পুৰুসৰ পাচত আব্ৰাহাম তেৰেহৰ ঔৰসত জনম হল। পাচে তেঁও আপোন পিত্ৰিৰ ঘৰত থাকোঁতে পৰম ইশ্বৰে বুলিলে, হে আব্ৰাহাম, তুমি আপোন দেস আৰু আপোন পৰিয়ালক এৰি আঁহা, আৰু মই জি দেস দেখুআম তালৈ গৈ বসতি কৰা; তাতে মই তোমাক আৰ্সিবাদ কৰি তোমাৰ পৰা এক সমূহ জাতি জনমাম, আৰু তুমি সকলোকে কুসল দিঁওতা হবা। জদি কোনোবাই তোমাক আৰ্সিবাদ কৰে, সেই মানুহক ময়ো আসির্বাদ কৰিম, আৰু জি কোনোএ তোমাক সাও দিএ ময়ো তাক সাও দিম; আৰু প্ৰিথিবিৰ সকলো ৰাজ্য তোমাৰ দোআৰাই আৰ্সিবাদ পাব।

এই ৰূপে ইশ্বৰে তেঁওক আদেস কৰাতে অব্ৰাহামে আপোন দেস আৰু পৰিয়ালক এৰি আপোন ভার্জা চাৰাহে সৈতে গতি কৰি জি দেস ইশ্বৰে তেঁওক দেখুআলে সেই কিনান দেস পাই তাতে থাকিল। পাচে ইশ্বৰে তেঁওক সেই ঠাইত দর্সন দি কলে, দেখা, এই সকলো দেস মই তোমাৰ সন্তানবোৰক দিম, তাতে সিহঁতে সুখেৰে ভোগ কৰিব। আৰু আকাসৰ তৰাবিলাক জেনেকৈ লেখব নোআৰি, সেই ৰূপে তোমাৰ সন্তানকো কোনেও গনিব নোআৰাকৈ বৰ্হাম; আৰু ৰজাবিলাকো তোমাৰ পৰা ওলাব ইশ্বৰে কৰা এই প্ৰতিগ্যাতে আব্ৰাহামে বিশ্বাস কৰিলে। কিন্তু সেই কালত তেঁওৰ পুত্ৰ নাচিল, আৰু তেঁওৰ ভার্জা বাঁজি আৰু অতি বৃ্ধ বয়স হৈছিল; আৰু জি কিনান দেসলৈ ইশ্বৰে তেঁওক নিলে, সেই দেসতো আব্ৰাহামে থাকিবৰ নিমিত্তে এডৰি ভূমিকো ইশ্বৰে বিনামূল্যে নি দিলে। তথাপি সর্বসক্তিমন্ত পৰম ইশ্বৰে কোনো ৰূপে তেঁওৰ প্ৰতিগ্যা পুৰ কৰি তেঁওৰ বংসহ জনমাই সেই দেসৰ অধিকাৰ কৰিব; ইয়াতে আব্ৰাহামে বিশ্বাস কৰিলে।

ইশ্বৰে কৰা প্ৰতিগ্যাৰ কাল জেতিয়া পুৰ হল, তেতিয়া তেঁও আপোন দুত আব্ৰাহামলৈ পঠাই এই সুভ সম্বাদ জনালে, তোমাৰ ভার্জা চাৰাহে

তাইৰ বৃিধ বয়সতো গৰ্ভধাৰন হৈ পুত্ৰ প্ৰসও কৰিব। সেই কথাতে আব্ৰাহামে বিশ্বাস কৰিলে; কিন্তু তেওঁৰ ঘৈনিএকে ন কৰিলে। তাতে দূতে কলে, ইশ্বৰে কৰিব নোআৰা এনে কিবা অসাধ্য কৰম আচে নে? তেওঁ জি ৰূপ কলে, সেই ৰূপে আপোন প্ৰতিগ্যা সিধি কৰিব। তাৰ পাচে ইশ্বৰে আব্ৰাহামৰ ভাৰ্জা চাৰাহৰ গৰ্ভ মুকলি কৰাত, তাই গৰ্ভধাৰন কৰি লৰা প্ৰসও কৰিলে, আৰু সিবিলাকে লৰাৰ নাম ইচাক থলে। আৰু ইশ্বৰৰ আগ্যাতে জনমৰ আঠ দিনৰ পাচত আব্ৰাহামে লৰাৰ চৰ্মচেদন কৰিলে সেই কালত আব্ৰাহামৰ বয়স এস বচৰ হৈচিল।

এই সকলো কৰমৰ পাচত ইশ্বৰে আব্ৰাহামৰ পৰিখা চাবৰ নিমিত্তে কলে, হে আব্ৰাহাম, উঠা, তুমি জাক অতি প্ৰিতি কৰিচা এনে জি তোমাৰ একেটি পুত্ৰ ইচাক তাকে লৈ মৰিয়া দেসলৈ জোআ, তাতে মই জি পৰ্বত তোমাক দেখুআম সেই পৰ্বতৰ ওপৰতে তুমি আপোন পুত্ৰ ইচাকক মোৰ উদেসে বলি দান কৰাগৈ; তাতে আব্ৰাহামে অতি ৰাতি পুআই গাধ সজাই আপোন পুত্ৰ ইচাকক আৰু দুই বন্দিক, আৰু হোম দিবৰ নিমিত্তে খৰিএইবোৰক লৈ, ইশ্বৰে জি ঠাইৰ কথা তেওঁক কৈচিল তালৈকে গতি কৰিলে। পাচে তিনি দিনৰ মূৰত অতি দূৰৈত সেই ঠাই দেখি, দুই বন্দিক কলে, তহঁতে গাধই সৈতে ইয়াতে থাক, ময়ে লৰাই দুয়ো গৈ ইশ্বৰক আৰাধনা কৰি আহোঁগৈ। তেতিয়া আব্ৰাহামে আপোন পুত্ৰ ইচাকৰ হাতত হোমৰ খৰি দিলে, আৰু আপুনি জুই আৰু অস্ত্ৰ লৈ ইশ্বৰে দেখুআ ঠাইলৈ গৈ থাকোঁতে ইচাকে বুলিলে, হে পিত্ৰি, হোমৰ নিমিত্তে জুই আৰু খৰি আনিচা, কিন্তু মেৰ কত? তেতিয়া আব্ৰাহামে কলে, হে মোৰ পুত্ৰ ইশ্বৰে, আপোনাৰ বলিৰ নিমিত্তে আপুনিএই মেৰ পোআলি দিব। পাচে জেতিয়া সিবিলাকে কথোপকথন কৰি সেই ঠাই পালে গৈ, তেতিয়া আব্ৰাহামে হোমৰ ভেঁটি সাজি তাৰ ওপৰত খৰি ৰাখি; তেওঁৰ পুত্ৰ ইচাকক বান্ধি হোমৰ ওপৰত থকা খৰিত থলে; আৰু তেওঁ পুত্ৰক বলি দিবৰ নিমিত্তে হাত দাঙ্গি অস্ত্ৰ ললে, তেতিয়াই স্বৰগৰ পৰা ইশ্বৰৰ দূতে মাত লগাই বুলিলে, হে আব্ৰাহাম, আব্ৰাহাম, তুমি আপোন পুত্ৰৰ ওপৰত হাত নে দাঙ্গিবা, আৰু লৰাৰ অহিতে একো ন কৰিবা, কিয়নো তুমি ইশ্বৰ ভই কৰি, আপোনাৰ একেটি প্ৰিয় পুত্ৰকে তেওঁৰ উদেসে বলি দিবলৈ প্ৰিয় নে মানিলা, ইয়াক মই এতিয়া জানিচোঁ। তেতিয়া আব্ৰাহামে চকু ঘূৰাই চালত দেখা এজোপা লতাত সিঙ্গেৰে লাগি থকা এটা চাগক দেখিলে, তাতে তালৈ গৈ সেই চাগক আনি, আপোন পুত্ৰ ইচাকৰ সলনি ইশ্বৰলৈ হোম দান কৰিলে।

তাৰ পাচে ইশ্বৰৰ দূতে দুতিয় বাৰ মাত লগাই আব্ৰাহামক কলে, ইশ্বৰে কৈচে, তুমি এই কৰম কৰাৰ নিমিত্তে মই আপোনাৰ নামেৰে সপত কৰি তোমালৈ প্ৰতিগ্যা কাৰ কৈচোঁ, তোমাক আসিৰ্বাদ কৰি, তোমাৰ বঙ্গহ আকাসৰ তৰা আৰু সমুদ্ৰৰ বালিৰ সমান অসংখ্যকৈ বঢ়াম, তাতে সিবিলাকে আপোন সত্ৰুবোৰৰ দেসত অধিকাৰ হব, আৰু প্ৰিথিবিৰ সকলো ৰাজ্যৰ বঙ্গহে তোমাৰ দোআৰাই আসিৰ্বাদ পাবগৈ।

এই ৰূপে ইশ্বৰে আব্ৰাহামক আপোনাৰ সকলো বিধান পালন কৰিবৰ নিমিত্তে আমন্ত্ৰন কৰিলে, তাতে আব্ৰাহামেও ইশ্বৰৰ আমন্ত্ৰনত হেলা ন কৰি, ইষ্ট বন্ধু, ঘৰ বাৰি এৰি, আপোনাক স্ৰুজন পালন কৰ্তা পৰম ইশ্বৰৰ বচন পালন কৰি আপোন পিত্ৰিৰ জনম ঠাইৰ পৰা ওলাই আহিল; আৰু কোন দেসলৈ ইশ্বৰে তেওঁক নিব তাক নে জানিএই গতি কৰি সেই অঙ্গিকাৰৰ দেস পালেগৈ। আৰু জেতিয়া তেওঁৰ কোনো সন্তান নাচিল আৰু তেওঁৰ ভাৰ্জা বাঁজি আৰু বৃিধ বয়স হোআত হবলৈকো আসা নাই, তেতিয়াও ইশ্বৰৰ প্ৰতিগ্যাত সন্তান পাম বুলি বিশ্বাস কৰি পাচত অঙ্গিকাৰৰ সন্তান পালে। জি সময়ত সেই প্ৰতিগ্যাৰ পুত্ৰকে পুনৰাই ইশ্বৰে আপোনালৈ বলি দিবলৈ আগ্যা কৰিলে, তেতিয়াও তেওঁৰ কথাত অবিশ্বাসি ন হৈ কোনো ৰূপে তেওঁৰ সন্তান আকও জনমাব, নাইবা ইচাকক হোমৰ মাজৰ পৰা জিয়াব বুলি বিশ্বাস কৰি সেই একেটি পুত্ৰকে ইশ্বৰৰ অৰ্থে বলি দি-

ৰলৈ জুগুত হৈছিল। সেই নিমিত্তে ইশ্বৰেও আ-পোন বিস্বাসি সেৱকক সকলো ৰুপে অনুগ্ৰহ আৰু আসিৰ্বাদেৰে পুৰ কৰিলে। আৰু সেসত অতিসই ৰুপে তেঁওৰ বঙ্গহ উতপন কৰি, সেই অদ্দিকাৰৰ দেসক দিলে; আৰু জিবিলাক সত্ৰু আছিল, সেইবোৰক পৰাজই কৰাই দেসৰ পৰা উচন কৰালে। ন. ল.

---

## টেঙ্গৰ জালোআইৰ কথা।

**The Ready Fisherman.**

এক জালোআই নৈত মাচ ধৰোঁতে এনে চিকন মাচ এটা পালে তাৰ নিচিনা মাচ পোআটো চাৰি কোনেও দেখাই নাই। জালোআই মনত ভা-বিলে জে এই মাচটো হাটত বেচিলে অলপমান ৰুপ পাম; ৰজাৰ আগলৈ নিলে দেখি তেঁও সন্তোস হৈ আমাকো সন্তোস কৰিব। ইয়াকে বুলি জালোআই মাচটো লৈ ৰজাৰ আগলৈ গলত, মাচটো দেখি, ৰজাই বৰ ৰঙ্গ পাই জালোআইক তেতিয়াই এস ৰুপ দিবলৈ আগ্যা কৰিলে। তাতে মন্ত্রিএ এই কথা সুনি ৰজাত কলে, বোলে, এটা মাচত এস টকা ৰুপ দিয়াটো উচিত ন হই। ৰজাই কলে মই এবেলি আগ্যা দিলোঁ নি দিলে মই লাজ হম। মন্ত্রিএ বুধি দিলে জে আপুনি এই মাচটো মতা কি মাইকি তাক জালোআইত সোধক; জদি মতা বোলে মাইকিটো, জদি মাইকি বোলে মতাটো আনিবলৈ জালোআইক আকও আগ্যা কৰোক; লগৰটো মাচ আনি দিব নোআ-বিলে ৰুপ নেপা। তেতিয়া ৰজাই মন্ত্রিৰ বুধি-ৰেই জালোআইক সুধিলে জে এই মাচটো মতা নে মাইকি। জালোআইএ কলে, এই মাচ মতাও ন হই মাইকিও ন হই ই নপুংসক। সেই কথা সুনি ৰজাই হাঁহি তাক দুস ৰুপ বটা দিলে।



**Almanac for April, 1849.**

## এপ্রিল, অৰ্থাত ৰহাগ, ১৮৪৯।

| দিন | এপ্রিল | চৈত | সুৰ্য্যোদয় | সুৰ্য্যৰ মধ্যস্থান | সুৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যস্থান | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|---|---|---|
| দেও | ১ | ২০ | ৫।৫৪ | ১২।৪ | ৬।১৩ | ৯ | ৭ | ১৯।১৪ | ১।১৬ |
| সো | ২ | ২১ | ৫।৫৩ | ১২।৪ | ৬।১৪ | ১০ | ৮ | ২০।১১ | ২।৩ |
| ম | ৩ | ২২ | ৫।৫২ | ১২।৩ | ৬।১৪ | ১১ | ৯ | ২১।৩ | ২।৫৪ |
| ব | ৪ | ২৩ | ৫।৫১ | ১২।৩ | ৬।১৪ | ১২ | ১০ | ২১।৫২ | ৩।৩৮ |
| বি | ৫ | ২৪ | ৫।৫০ | ১২।৩ | ৬।১৫ | ১৩ | ১১ | ২২।৪০ | ৪।১৯ |
| সু | ৬ | ২৫ | ৫।৪৯ | ১২।২ | ৬।১৫ | ১৪ | ১২ | ২৩।২৫ | উদই |
| স | ৭ | ২৬ | ৫।৪৮ | ১২।২ | ৬।১৬ | ১৫ | ১৩ | পুআ | ৬।৯ |
| দেও | ৮ | ২৭ | ৫।৪৭ | ১২।২ | ৬।১৭ | ১৬ | ১৪ | ০।১০ | ৭।১ |
| সো | ৯ | ২৮ | ৫।৪৫ | ১২।১ | ৬।১৭ | ১৭ | ১৫ | ০।৫৫ | ৭।৫৪ |
| ম | ১০ | ২৯ | ৫।৪৪ | ১২।১ | ৬।১৮ | ১৮ | ১৬ | ১।৪০ | ৮।৪৫ |
| ব | ১১ | ৩০ | ৫।৪৩ | ১২।১ | ৬।১৯ | ১৯ | ১৭ | ২।২৬ | ৯।৩১ |
| বি | ১২ | ৰহাগ | ৫।৪২ | ১২।১ | ৬।১৯ | ২০ | ১৮ | ৩।১২ | ১০।২৩ |
| সু | ১৩ | ২ | ৫।৪১ | ১২।০ | ৬।২০ | ২১ | ১৯ | ৩।৫৮ | ১১।১১ |
| স | ১৪ | ৩ | ৫।৪০ | ১২।০ | ৬।২০ | ২২ | ২০ | ৪।৪৫ | ১১।৫৮ |
| দেও | ১৫ | ৪ | ৫।৩৯ | ১২।০ | ৬।২১ | ২৩ | ২১ | ৫।৩৩ | পুআ |
| সো | ১৬ | ৫ | ৫।৩৮ | ১২।০ | ৬।২১ | ২৪ | ২২ | ৬।২২ | ০।৪৬ |
| ম | ১৭ | ৬ | ৫।৩৭ | ১২।০ | ৬।২২ | ২৫ | ২৩ | ৭।১০ | ১।৩৭ |
| ব | ১৮ | ৭ | ৫।৩৬ | ১১।৫৯ | ৬।২২ | ২৬ | ২৪ | ৭।৫৯ | ২।৯ |
| বি | ১৯ | ৮ | ৫।৩৬ | ১১।৫৯ | ৬।২৩ | ২৭ | ২৫ | ৮।৪৮ | ২।৫৩ |
| সু | ২০ | ৯ | ৫।৩৫ | ১১।৫৯ | ৬।২৩ | ২৮ | ২৬ | ৯।৩৮ | ৩।৩৫ |
| স | ২১ | ১০ | ৫।৩৪ | ১১।৫৯ | ৬।২৪ | ২৯ | ২৭ | ১০।২৯ | ৪।১৭ |
| দেও | ২২ | ১১ | ৫।৩৩ | ১১।৫৮ | ৬।২৪ | ৩০ | ১ | ১১।২৭ | অস্ত |
| সো | ২৩ | ১২ | ৫।৩২ | ১১।৫৮ | ৬।২৫ | ১ | ২ | ১২।১৭ | ৬।৫৪ |
| ম | ২৪ | ১৩ | ৫।৩১ | ১১।৫৮ | ৬।২৫ | ২ | ৩ | ১৩।১৪ | ৮।০ |
| ব | ২৫ | ১৪ | ৫।৩০ | ১১।৫৮ | ৬।২৫ | ৩ | ৪ | ১৪।১৫ | ৯।৬ |
| বি | ২৬ | ১৫ | ৫।২৯ | ১১।৫৮ | ৬।২৬ | ৪ | ৫ | ১৫।১৫ | ১০।১০ |
| সু | ২৭ | ১৬ | ৫।২৮ | ১১।৫৭ | ৬।২৬ | ৫ | ৬ | ১৬।১৪ | ১১।১০ |
| স | ২৮ | ১৭ | ৫।২৭ | ১১।৫৭ | ৬।২৭ | ৬ | ৭ | ১৭।১৩ | পুআ |
| দেও | ২৯ | ১৮ | ৫।২৬ | ১১।৫৭ | ৬।২৭ | ৭ | ৮ | ১৮।৮ | ০।৪ |
| সো | ৩০ | ১৯ | ৫।২৫ | ১১।৫৭ | ৬।২৮ | ৮ | ৯ | ১৯।০ | ০।৫৩ |

পুৰ্নিমা ৭ দিনৰ ১০।৭ ভাটি।

আমাবাস্যা ২৩ দিনৰ ৬।১২ পুআ।

১১ এপ্রিলত কাচাৰি বন্ধ।

---

এই অৰুনোদই পত্ৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে। আগিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

**THE ORUNODOI,**

*A monthly Paper, devoted to Religion, Science and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোঙা। মোং শিৱসাগৰ, এপ্ৰিল, ১৮৪৯ খ্ৰিং অং সঁক। নম্বৰ ৪।

VOL. IV. SIBSAGOR, ASAM, APRIL, 1849. No. 4.


## অনেক দেশৰ সম্বাদ।

General Intelligence.

২৪ মাৰ্চৰ নিশা ২ বজাৰ সময়ত শিৱসাগৰৰ ডোম পটিৰ মাচ বজাৰত জুই লাগি অনেক ঘৰ পুৰিলে।

২৭ মাৰ্চত বৰ ধুমুহা বতাহ বৰষুন হোঁআত গুআহাটি জিলাৰ অনেক ঘৰ পৰিল; সেই পৰা ঘৰবিলাকৰ কোনো কোনোটত মানুহো মৰিল, আৰু নৈত ঢৌ উঠি কেতবোৰ নাও বামত তুলি এচাৰি ভাঙ্গিলে।

জোআ ৬ মাহত কলিকতাৰ মেচমেৰিক হস্পিটালত পঁচা তুলি দিয়া ৰুগ ৩৮১০; সেই ৬ মাহত তাৰ খৰচ ১৮২৫ ৰুপ, আৰু হস্পিটালৈ জোআ ৰুগিয়া মানুহ ৩৯ জন; সিহঁতৰ মাজৰ এটাও মৰা নাই।

জানুআৰিৰ ২২ তাৰিখত কলিকতাত ভুঁই-কঁপ গল।

২১ ফেবৰুআৰি তাৰিখে শ্ৰীৰামপুৰত ৩০। ৪০ জন ডকাইতে ৰাতি ৰাম ঘোচ নামেৰে এটা কেঁয়াৰ গোলাত সোমাই ৩০০০ হেজাৰ মান ৰুপৰ বস্তু লুৰি নিলে। পাচে সিহঁতে পেৰা প্ৰভৃতি সেই বস্তু বাটত লৈ জাঁওতে এজন চকিদাৰে দেখি, বেগতে দাৰোগাত কলত দাৰোগাই খেদি গৈ, তাৰে ডকাইত চাইটা ধৰিলে।

এক পত্ৰত লিখিচে বঙ্গালৰ কমিলাৰ ওচৰত ফেবৰুআৰিৰ ১৯ তাৰিখে ৪ ঘণ্টা মানলৈ বৰ ধুমুহা বতাহ হৈছিল, ঘৰবিলাক ৩ ভাগৰ ২ ভাগ মান পৰিল, বৰ গচবোৰ উভালি নিলগত পেলালে নি, ঘৰ, গচ আদি পৰাত ৩০ মান মানুহ মৰিল, ৪০ মান এধা মৰা হল; আৰু গৰু অনেক মৰিল।

টেনেচেৰিম নামেৰে এখন ভাপৰ জাহাজ গোৰা সেনা আনিবৰ নিমিত্তে কলিকতাৰ পৰা ১৩ জানুআৰিত গৈ ১৫ তাৰিখত মান্দৰাজ পালে; আৰু তাৰে পৰা ৫৮৬ গোৰা বনুআই লৈতে উভতি আহি ২১ তাৰিখত কলিকতা পালেহি।

বম্বাইৰ বাচাদৰত এজন চিপাহিএ ৰাতি পৰ দিওঁতে গাৰ্দৰ ঘৰলৈ বেগতে সোমাই কলে, বোলে জাহাজৰ বনুআৰ প্ৰধান সেনাপতি জি জন ২০ বচৰৰ আগেএ সেই ঠাইতে মৰিল, তেঁওৰে জিৱ আত্মাক দৰ্শন পালোঁ, তাতে হাৱালদাৰে ওলাই চোআত, কেৱল এটা গাধ দেখিলে; কিন্তু চিপাহিএ বুলিলে, গাধকো দেখিলোঁ, আৰু সেই জিৱ আত্মাকো দেখিলোঁ; তাতে ইমান ভই পালে জে চিপাহি সেই ৰাতিতে মৰিল। অনুমান কৰিচে সেই ৰাতি সি অনেক ভাঙ্গ খোআৰ কাৰনে তেনে দৰ্শন পালোঁ বুলি তাৰ মনত মিচাকৈএ ভাবনা আহিচিল।

পাট কাপৰ, চাউল, এদা, হালধিএৰে ভৰা, ফাত্তে ৰাহোমান নামেৰে এখান জাহাজ বম্বাইৰ ওচৰত ১১ ফেবৰুআৰি তাৰিখে জুই লাগি পুৰিলে; তাৰ সকলো বস্তু নষ্ট হল, লোকচানি ১,০০,০০০ এক লাখ টকা।

বম্বাইৰ পৰা জোআ চুৰাট নামেৰে এখান ভাপ জাহাজ, শিল এটাত খুন্দা খাই ভাগিল; কিন্তু তাৰ মানুহ সকলো ৰখ্যা পৰিল।

বম্বাইত থকা কোনো হিন্দু লোকে সেই নগৰত হলিটো নিসেধ কৰিবৰ নিমিত্তে বম্বাই টেলিগ্ৰাফ সমাচাৰ দৰ্পনৰ দোআৰাই গবৰ্নমেণ্টলৈ নিবেদন কৰিচে।



মান দেসৰ ৰাংগুন নগৰৰ নকচা।
Rangoon.

ফেবৰুআৰি ১৫ তাৰিখত মান দেসৰ ৰাংগুন নগৰত জুই লাগি দু দিনলৈকে নু নুমুআকৈ অনেক ঘৰ পুৰিলে। তাতে বস্তু চুৰকৈ নিয়া মা মুহ জন চাৰেকক ধৰি নগৰৰ অধিকাৰৰ আগ্যাৰে সিহঁতৰ মুৰ কাটিলে। ৰাংগুন নগৰৰ নকচা ওপৰত লিখা আচে।

ডিচেম্বৰ মাহৰ ২৫ তাৰিখত মলমাইন নগৰত এটা ফটিকা বেচা ঘৰত জুই লাগি ৬৫০ ঘৰ পুৰিলে। ঘৰৰ মুল্য ৭৫০০০ মান আৰু তাত মাল পুৰিলে ৪,২৬,০০০ মান ৰুপ হৈচিল।

চৰ্দাৰ চেৰ চিঙ্গৰ পঞ্জাবি সেনাবিলাকে সৈতে জুধ কৰিবলৈ প্রধান সেনাপতি শ্রীজুত লৰ্ড গফ চাহাবে কম্পানিৰ ফৌজ লৈ, ১৩ জানোআৰিত দুপৰ মান বেলিৰ বাট জিলম নদিৰ ওচৰলৈ গৈ, সেই ৰাতি তাতে থাকি, বাট ঠাই ভালকৈ চাই, ১৪ তাৰিখত জুধ পাতিবলৈ ইচা কৰিলে। কিন্তু সেই ঠাই পাঁওতেই সক্রুৰ ৩।৪ বৰ টোপৰ গুলি আহি লৰ্ড গফ চাহাবৰ ওচৰত পৰাত, একে বেলিএ ফৌজক জুধ কৰিবলৈ আগ্যা দিলে, আৰু গধুলিলৈকে দুয়ো দলে প্রধান ৰন কৰিলে। তাতে দুয়ো ফৌজৰ মাজত বৰ এখন হাবি আচিল, সেই হাবিতে সক্রু সেনাই আসুই লৈ তাৰে পৰা বৰ টোপ আদিৰে গুলিয়াই কম্পানিৰ সেনা মৰা ৬০০ খুন হোআ ১৬৫০ মান হল, আৰু সক্রুবিলাকৰ তাতকৈ সৰহ নষ্ট হল। সেই ৰনত সক্রুবিলাকৰ সেনা ৩৫০০০ মান আৰু ৬২ বৰ টোপ আচিল। পাচে লৰ্ড চাহাবে সিহঁতক তাৰ পৰা খেদালে, আৰু ৰাতি হলত পঞ্জাবিবিলাকে চাৰি ক্রোচ মান দুৰৈ হৈ গৈ আকও কোঁঠ বান্ধিবলৈ ধৰিলে। আৰু চতৰ চিঙ্গ চৰ্দাৰে সেনাই সৈতে চেৰ চিঙ্গক লগ লৈ সহাই হব খুজিচে।

ৰামচিঙ্গ নামেৰে এজন পঞ্জাবি দ্রোহিয়া সেনাপতি চেৰ চিঙ্গৰ ফৌজৰ পৰা বেলেগ হৈ তাৰ এজন কাপ্তান গান্ধা চিঙ্গৰ লগত দন্দ কৰি জেচৰুতা নামেৰে এক ঠাইলৈ তাৰ সেনাই সৈতে গৈচিল। তাকে সুনি লেপ্‌টেনেণ্ট হডচন আৰু লমচ্‌ডেন চাহাবে ১০০ এস তুৰুক চোআৰ লগত লৈ সিহঁতক খেদি তাত খাঁওতেই পালেগৈ। কিন্তু চাহাব লোকক দেখি সক্রুবোৰ হাবিলৈ পলাই জাবলৈধৰাত খেদি ৪০ দুকুৰি মান কাটিলে; সেই কটাবিলাকৰ লগতে গান্ধা চিঙ্গবো স পালে।

ফেবৰুআৰি অৰুনোদইত চাপিচিলে জে ২ জানুআৰিত কম্পানিৰ সৈন্যবিলাকে জুধত মুল্‌তানৰ ৰাজ নগৰ ললত ৰজাই নগৰৰ কাসৰৰ এক কোঁঠত সোমাই আসুই ললেগৈ’। পাচে তাৰে পৰা ৰজাই জেনৰল হুইস্য চাহাবলৈ কৈ পঠালে বোলে, জদি প্রান ৰখ্যা কৰে মই ৰবিম, কিন্তু জেনৰল চাহাবৰ তেনে কথাৰ নিৰ্বন্ধ কৰিবলৈ



মুলতানৰ জুধত খাৰ ঘৰত জুই লাগি, ঘৰ, সিগ, ইটা খুঁটা আদি উৰাই নিয়াৰ নকচা।

Moultan, du Ing the Siege.

ইচা নো হোআত ৰজাৰ নিবেদন অগ্ৰাজ্য কৰিলে। কিন্তু ৰজাই একো নিৰ্বন্ধ ন কৰাকৈ সমপন হোআ হলে গ্ৰাজ্য কৰিম বুলিচিলে। তাতে সেই ৰূপে ৰজাই নোলাই জেন দেখি কম্পানিৰ সেনাবিলাকে ৪৭ টা বৰ টোপ আৰু বম গোলাৰে সেই কোঁঠলৈ গুলি মাৰিলত তাৰ পকি গৰ ভাঙ্গি ভিতৰ মাটি গৰত গুলিবোৰ সোমাই বল; তথাপি গৰ ইমান ভাঙ্গিলে জুধ কৰি কোঁঠত সোমাব পাৰিম জেন বুজি, জেনৰল চাহাবে সকলো চিপাহি গোঁৰা সেনাই লৈতে জুগুত হৈ ২২ জানুআৰিত কোঁঠত মুলতানৰ সেনাবিলাকৰে জুধ কৰিবলৈ উপাই কৰিলে। তেতিয়া এই বিপত্তি হব জেন দেখি, ৰজাই কোঁঠৰ দুআৰ মেলি আপোনা আপুনি ৪০ বৰ টোপে লৈতে সকলো অস্ত্ৰ সস্ত্ৰ সমৰ্পন কৰি ৰবিলে। সক্ৰ সেনাবিলাক কোঁঠৰ পৰা দুটা তিনটাকৈ বাহিৰ ওলাই, বাটৰ মুখত হিলৈ আদি অস্ত্ৰবিলাক কম্পানিৰ সেনাৰ আগত সোধাই দিলে। কোঁঠৰ ভিতৰত বহুত খাৰ, বৰ টোপৰ গাঁৰি, হিলৈ, আৰু পহলঙ্গি হিলৈ তাহৰ সক বহুত দম খাই আচিল

তবোআল অনেক হেজাব বব টোপব আৰু হি- ৈলব গুলি আদি চাবিও কালে পবি আছিল। আৰু লোন, কাফিঙ্গ, নিল, গন্ধক আদি বহুত; মুলতান বজাব বাপেকব দিনবে পবা ধেঁহু ধান, তেল, ঘিঁউ, পাট কাপব, আৰু তাম, ৰুপ, সোনব সোহব, বাখব, আদি সবহ পালে। আৰু বন হ্বাবোব জেতিয়া কোঁঠব পবা ওলাই আহিছিল, তেতিয়া গাত ৰুপ সোন লুকাই লুকাই আনি- চিল, এটাব গাত ৭০০০ সাত হেজাব মান ৰুপব সোন পালে। সেই কোঁঠব ভিতবত পোআ ৰুপ ৪০,০০,০০০ দু কুবি লাখ মান হব; সেই ৰুপ মুলতানত বন কবা সেনাবিলাকব মাজত কম্পানিএ বাঁটি দিব জেন বুলি এসা কবিচে।

এজনে লিখিচে, মুলতান বজাব বয়স ৩৩ বচব মান হৈচে; ৫ ফুট ৭ ইঞ্চ মান ওখ, বৰন- টো কিছু বগা, কঁপাল খন উঠা, চকু সৰু, আৰু মুখ খনো দেখিবলৈ ভাল।

অষ্ট্রিয়াৰ সেনাই হঙ্গাবিবিলাকে সৈতে বাবে- লনত ২৮ ডিচেম্বৰ তাৰিখে বন কবি জিনিলে। ভালেমান মানুহ মবিল, আৰু আধা মবা খুন ২০০, ধবি বাখিলে ৭০০।

ইস্পানিয়া দেসত ২৬ ডিচেম্বৰত, জেনবল কাব্রেবাই ১০,০০০ সেনাবে মহা বানিব ১৪,- ০০০ সেনাই সৈতে জেনবল কন্চাক জুধ কবি জিকি, অনেক গোবা সেনা, আৰু আন সেনা ১৪০৫ মান ধবি বাখিলে; অবসেসবিলাক চা- ৰিও কালে পলাই গল।

বাবেবিয়াৰ নুবেমবের্গৰ পবা এক পত্রত লি- খিচে, ১৫ জানুআবিত পেগনিটচ্ নদিত বাতি অকস্মিতে পানি বাৰ্হিল, সেই মান পানি আমাব পুৰুসত বর্হা দেখা নাই; তাতে অনেক দ্রব্য বস্তু নষ্ট কবিলে, আৰু মানুহো ভালেমান হানি হল।

ইংলণ্ড দেসত পুনব মাউব হৈ ৭ ডিচেম্বৰলৈ কে ১৬৬০ মানুহ পবিল, তাবে মবিল ৭৮২, বস্ত হল ৩০১, মাউবত পবি থকা ৫১৭।

ইংলণ্ডত, ২৪ নবেম্বৰ তাৰিখত, লর্ড মেল্বর্ন মিত্যু হল; বয়স ৬৯ বচব। শ্রীশ্রী মতি বিক্ত- বিয়া মহা বানি বাজ সিংহাসনত উঠাব সময়ত তেঁৱে প্রধান বাজ মন্ত্রি হৈছিল।

## গিয়ানবন্ত বজাব সোধ।

Solomon's Decision.

আগব কালত য়িহুদি দেসব চিলোমোন বজাব দিনত দু জনি তিবোতাই বজাব ওচবলৈ গৈ তাবে একজনিএ বজাত জনালে, হে মহা বজা, মন্ত্রে মোব লগব এই তিবোতা দুয়ো একেটা ঘবতে থাকোঁ- হঁক। অলপ দিনহে হৈচে মই সেই ঘবতে এটা লবা ওপজালোঁ, আৰু মোব ওপোজাব তিন দি- নব পাচত এই তিবোতায়ো এটা ওপজালে; সেই ঘবত আমি দু জনিব বাহিবে আন কোনো নাই। পাচে এদিন বাতি মোব টোপনি আহি- লত এই তিবোতাই তাইব লবাটিব ওপবত টো- পনিত সুলত্ত, তাইব লবাটো মবিল, তেতিয়া তাই মাজ নিসা উঠি মই টোপনিত থকাতে মোব কোলাব পবা লবাটো নি তাইব বুকত সুআলে; তাইব মবা লবাটো আনি মোব বুকত সুআই থলে নি। পাচে বাতি পুআ মই লবাক পিয়াহ খুআবলৈ উঠি, মবা লবাটো দেখিলোঁ; কিন্তু সেই মবা লবাটো জে মই ওপজোআটো ন হই, ইয়াক মই বাতি পুআ ভালকৈ জানি এই তিবো- তাত কলোঁ, কিন্তু তাই মোক এই জিয়া লবাটো নি দিলে; এই কাবনেহে মহা বজাব আগত জনাইচোঁ। তেতিয়া ই জনি তিবোতাই কলে, ন হই, মহা বজা, এই জিয়া লবা মোবহে, এইব জিটো লবা হৈছিল ঋি মবিল। সি জনিএ কলে ন হই, মহা বজা, এই মিচা কৈচে, মোব জিয়া লবাটো, লৈ তাইব মবা লবাটো মোব বুকব সাম্দিত সুআই থলে নি। এই ৰুপে বিসমকৈ দন্দ কবি একেটা লবাবে দুয়ো জনি গবাকি হব খো- জাত, আৰু সেই লবা নো কাব তাব কোনো সাখিও নাই কিয়াব কাবনে বজাই, একো ঠিক বুজিব নো- আবি, কটা মানুহক আগ্যা কবিলে, বোলে, এই লবাটো সমানে দাবে দু ডোখব কবি দুই তিবো- তাক বাঁটি দে। তেতিয়া ই জনি তিবোতাই কলে, চিকন আগ্যা দিচে, তাইবো গুচক, মোবো গুচক, কাটি সমানে ভাগ বঁটাই ভাল। লবাব ৰূপ মাক জি জনি তিবোতা তাই বজাই তেনে আগ্যা দিয়া সুনি, লবব দি ববকৈ কান্দি কান্দি কলে, মহা বজা, লবা তাইকে দিয়া, তেও বধ ন কবিবা। তাতে লবা জে ৰুপ এইব গর্ভব পবা ওপজা, ইয়াকে ঠিক জানি তাইক লবা দিলে, সি জনিক দূবকৈ খেদি দিলে। বজাব এই প্রকাব সোধ পোচব বিবেচনা দেখি সকলো মানুহে আচৰিত গিয়ান কবিলে।

## অনন্ত কাল।

**Eternity.**

অনন্ত! অস্, কি বুধিৰ অগোচৰ সবদ! অনন্ত কালৰ বিসই জদি আমি অনেক কথা পৰ্হোঁ, নাইবা বিচাৰ কৰোঁ, নাইবা মানোঁ, তথাপি সেই অনন্ত কালেই কি তাৰ জথাৰ্থ তত্ত্ব সম্পূৰ্ন ৰূপে জানিব পৰা নাই, আৰু বাক্যৰ দোআৰায়ো জনাবলৈ সক্তি নাই।

অনন্ত কাল ইশ্বৰৰ আয়ুস স্বৰূপ। 'অনন্ত' সবদ প্ৰয়োগ হোআত পৰম প্ৰধান ৰূপে প্ৰকাস পাইচে, কিয়নো অন্য একোতো এই সবদ আৰোপন হব নোআৰে। অনাদি অথ্যাই অদ্রিস্য জি বস্তা কেৱল তেঁৱেইহে নিত্য, অগম্য, তেজৱন্ত, অদিতিয় বস্তা, সচিদানন্দ, পৰম ইশ্বৰ। আমি আকাসলৈ হাত তুলি সপত কৰিচোঁ, মই অমৰ, ইশ্বৰ, তেঁওৰ বাহিৰে এনে কথা কবলৈ কাৰো সক্তি নাই। তেঁও আপুনি জিঁওতা সকলোৰে জিৱন তেঁৱেইহে, তেঁওৰ বিকাৰ নাই, কিন্তু আজি কি কালি সদাই সম ভাৱে আচে। তেঁওৰ ওচৰত এদিনেই হেজাৰ বচৰৰ সমান, আৰু হেজাৰ বচৰেও এদিনৰ সমান। হে প্ৰভু, তুমি পুৰুসানুক্ৰমে আমাৰ আস্ৰই। পৰ্বতবোৰ উত্পন হোআৰ আৰু প্ৰিথিবি আৰু জগত স্ৰিষ্টি হোআৰ আগৰে তুমি অনাদি অনন্ত ইশ্বৰ।

অনন্ত কাল দুই প্ৰকাৰে, অৰ্থাত ভুত আৰু ভবিস্যত। ভুত অনন্ত কালে কেৱল স্ৰিষ্টি কৰ্তাৰ অধিকাৰ, কিন্তু তেঁওৰ বুধি অনুসাৰে ভবিস্যত অনন্ত কালে মানুহবহে অধিকাৰ। ইশ্বৰ বৰ্তমান আৰু ভুত আৰু ভবিস্যত তিনিও কাল স্বৰূপ, কেতিয়াও তেঁওৰ আদিও নাই অন্তো ন হই। মানুহৰ আদি হৈ গৈচে কিন্তু সেস কেতিয়াও ন হই আৰু প্ৰত্যেক জনে আপোনাৰ স্বকিয় কৰমৰ ফল অনন্ত কাল পৰ্জন্তে ভোগ কৰিব। এই বিসই হিন্দু সাস্ত্ৰতো লিখা আচে।

অবস্যমেৱভোক্তব্যং কৃতং কৰ্ম্মসুভাসুভং।
নাভুক্তং ক্ষিয়তেকৰ্ম্মকল্পকোটিসতৈৰপি।

অৰ্থাত স স কোটি কল্প গলেও সুভা সুভ আৰ্জিত কৰমৰ ফল ভোগ ন কৰিলে কৰম খ্যই নে পাই। সহস্ৰ সহস্ৰ কোটি কল্প গলেও সেই অনন্ত কাল ৰূপ চক্ৰ ঘুৰি থাকিব। এই কাৰন জিহেতে আমি মৰনৰ পাচে সুখৰ ঠাইত পৰকাল থাকিব পাৰোঁ, এনে উপাই কৰা অতি আৱস্যক। ইশ্বৰে দিয়া সাস্ত্ৰৰ অনন্ত পৰম আয়ুস পাবৰ উপাই প্ৰকাসিত হৈ আচে, এই নিমিত্তে ধৰম সাস্ত্ৰৰ কথা বিচাৰ কৰা।

অনন্ত কাল মানুহবহে অধিকাৰ আচে। মানুহ এবাৰ স্ৰুজিলে আৰু কেতিয়াও তাৰ নিৰ্বান ন হই, অৰ্থাত এটাৰো বিনাস হব নোআৰে। এয়ে স্ৰিষ্টি কৰ্তাৰ নিয়ম, আৰু কোনোএ তাক অন্যথা কৰিবও নোআৰে। প্ৰিথিবিত থকা জিৱ জন্তুৰ মাজত মানুহ জনম ডাঙৰ, আৰু সেই জিৱনৰ সেস নাই। মানুহ সচেতন প্ৰানি আৰু তাৰ চৈতন্যৰ সেস ন হই। মানুহে আপোনাৰ স্বকিয় কৰমৰ মোহোলা দিব লাগিব, আৰু এই দাইৰ পৰা কদাপিও তাৰ মুক্তি হব নোআৰে। মানুহ প্ৰতিপালন ৰূপে পৰাধিন হৈ আচে, কেতিয়াও স্বতন্ত্ৰ হব নোআৰে, অৰ্থাত ইশ্বৰৰ সাসনত বস হৈ আচে আৰু সদাই থাকিবও।

পৰকালেই অনন্ত কাল। ইহকালে সৈতে পৰকালৰ কিমান পৰ্জন্ত বেলেগ হৈচে। প্ৰিথিবিত মানুহৰ আয়ুস চাঁয়াৰ নিচিনা, অস্থাই, আৰু জল বিম্বৰ সদ্রিস কাল জাপন হই। কিন্তু ইহকালেই জে তাৰ সেস কাল হব এনে ন হই, মৰনৰ পাচে অসেস পৰকাল আচে। আৰু মানুহৰ জিৱন কেৱল সামান্য বা লঘুতৰ এনে ন হই, কিয়নো অলপ দিনৰ নিমিত্তে স্ৰিষ্টি কৰা ন হই, অনন্ত কাল পৰ্জন্তে স্ৰিষ্টি কৰিচে।

এই কাৰন সেই অনন্ত জিৱনলৈ অপথ্যাৰে বাঞ্চা কৰা মানুহৰ উচিত; আৰু সেই অনন্ত জিৱন পোআৰ উপাই ধৰম সাস্ত্ৰত লিখা আচে। প্ৰভু য়িচুএ কৈচে, জি জনে মোৰ কথা সুনি আমাৰ পঠিওঁতাবিলাকক বিস্বাস কৰে, সেয়ে অনন্ত পৰম আয়ুস পাই।

পৰকালত স্বৰগ আৰু নৰক বুলি মানুহৰ দুই অৱস্থা হব, কিন্তু দুয়ো অনন্ত কাললৈকে থাকিব, ধৰমি লোকবিলাক স্বৰগলৈ গৈ, পাপ, পৰিখ্যা, দুখ, মৰন আদি জাতনাৰ পৰা মুকুত হৈ সম্পূৰ্ন ৰূপে সুখ পাব; আৰু নিত্য ইশ্বৰক দেখা পাই সিবিলাকৰ সৰিল আৰু মন দুয়ো সদাই স্বস্ত হৈ

থাকিব, কদাচিতো একোৱো অভাও ন হই। এই কাৰন সেইবিলাকে ইহকালৰ দেখা বস্তুৰ নিমিত্তে দ্রিস্টি ন কৰি যে দেখা বস্তুলৈ দ্রিস্টি কৰি কাল বঞ্চি থাকে। কিন্তু ঈশ্বৰগত জেনেকৈ ধর্মবন্তবিলাকে অনন্ত জিৱন পাই, সেই ৰূপে পাপিবিলাকেও নৰকত অনন্ত মৰনৰ ৰূপে জাতনা ভোগ কৰিব। ইয়াৰ অনেক অনেক প্রুমান ধৰম পুথিত লিখা আচে, ঈশ্বৰৰ স্বৰূপ সোধৰ আগ্যা প্রকাস হোআৰ আৰু খ্রিস্তৰ দিনা তেঁও গাই পতি মানুহক আপোনাৰ আপোনাৰ কৰমৰ দৰেৰে প্রতি ফল দিব; অর্থাত জিবোৱে ধৌর্জ ধৰি সত্ কৰম কৰি মহিমা, সম্ভ্রম, আৰু অমৰ, এই সকল বিচাৰে, সেইবিলাকক অনন্ত পৰম আয়ুস দিব। জিবোৱে সত্য ধৰম এৰি মিচা ধৰমৰ আগ্যা মানি থাকে এনে বিৰোধিবিলাককৈ খঙ, আৰু জাতনা আদি হব। আৰু প্রভুৰ শ্রী মুখৰ বচন এই; মহা সোধৰ পাচে অধৰমিবিলাকক অনন্ত সাস্তি, কিন্তু ধৰমিবিলাকক অনন্ত পৰম আয়ুসৰ ভোগ কৰাব।

হে পাঠক সকল সুসমাচাৰৰ সাৰ কথা সেসত কঁও, মন দি সুনি, ভিতৰত ঠাই দিয়া। ঈশ্বৰে জগতলৈ এনে দয়া কৰিলে, জে আপোনাৰ একে জন পুত্রকে দান কৰিলে; তাতে জি কোনোএ তেঁওত বিশ্বাস কৰিব, সি নষ্ট ন হৈ অনন্ত পৰম আয়ুস পাব। আৰু আন ঠাইতো লিখা আচে; জি কোনোএ পুত্রত বিশ্বাস কৰে, তাৰ অনন্ত পৰম আয়ুস হই; আৰু জি কোনোএ পুত্রক নে মানে, সি পৰম আয়ুসৰ দেখাকে নেপাই, ঈশ্বৰৰ খঙৰ পাত্র হৈহে থাকে।



"Time shall be no longer."—Rev. x. 5, 6.

## মানিক পোআ দুই ভায়েকৰ কথা।

**The Brothers and the Jewel.**

দুখিয়া দুই ভায়েক মাগিবলৈ গাঁওতে বাটৰ মাজত এমোনা ৰূপ দুটা মানিক পালে; তাতে সৰুটো ভায়েকে কলে, বোলে, মোৰ মনৰ ইচা সিধি হল, মই এতিয়া ঘৰলৈকে জাওঁ। ডাঙৰটোএ কলে, বোলে, ধন পাইচোঁ, কিচু পুন্য তির্থ ফুৰি আহোঁগৈ। ইয়াকে বুলি, দুয়ো ধন বাঁটি লৈ ককায়েকে ভায়েকত কলে, বোলে, মোৰ ভাগো তুমি লৈ জোআ, ঘৰত মোৰ তিৰোতাৰ হাতত দিবা। তেতিয়া ভায়েকে ককায়েকৰ ভাগো লৈ, আহি, ঘৰ পাই, বৌএকৰ হাতত ৰূপৰ ভাগটো দিলেহি, মানিকটো নি দিলে। পাচে তিনি বচৰৰ মুৰত ককায়েক ঘৰলৈ আহি, বৈনিএকৰ হাতত মানিক নে পাই, ভায়েকত সুধিলে, বোলে, মানিক কি কৰিলি? ভায়েকে কলে, বৈনিয়াৰ হাতত দিলোঁ। ককায়েকে কলে, তাই কৈচে, বোলে, মই মানিক পোআ নাই। ভায়েকে কলে, তোমাৰ বৈনিয়াই মিচা কৈচে, মই মানিক তাইৰ হাততে দিচোঁ। তেতিয়া ককায়েকে বৈনিএকক বৰকৈ খঙ কৰিব ধৰিলে; তাতে তাই বেজাৰ লাগি, সোধাৰু বিসয়াৰ আগত গোচৰ দিলেগৈ। তেতিয়া সোধৰ গৰাকিএ তাইৰ পৈএককে দেওৰেককে মতাই নিয়াই, পোনেই দেওৰেকত সুধিলে, তই জে এই তিৰোতাৰ হাতত মানিক দিলি তাৰ সাখি কোনোবা আচে নে? সি কলে, তাৰ সাখি দুটা আচে। তাতে সোধৰ গৰাকিএ সাখি দুটা আনিবলৈ আগ্যা কৰিলত, সাখি দুটাক কিচু কিচু ৰূপ দি, সিকাই নিলত, সিহঁতে এই দৰে কলে, বোলে, এঁও তেতিয়া বৌএকৰ হাতত মানিক দিচিল আমি তেতিয়া তাতে আচিলোঁ, মানিক দিয়া আমি দেখিচিলোঁ। এই কথা সুনি সোধাৰুএ বৰটক আগ্যা দিলে, বোলে, তই বৈনিএৰৰ হাতৰ পৰা মানিক লগৈ; এনেকৈ বুলি সিহঁতক পাঁচি দিলে। তেতিয়া সেই তিৰোতা জনিএ কান্দি কান্দি ৰজাৰ ওচৰত গোচৰ দিলেগৈ, বোলে, মই সোধৰ গৰাকিৰ তাল গৈচিলোঁ, কিন্তু তেঁও স্বৰূপ সোধ ন কৰিলে। পাচে ৰজাই সাখি দুটাই লৈ-

ত্তে দুয়ো ভায়েকক অনাই নিলগ নিলগকৈ ৰাখিলে, আৰু সিইতক হাতে পতি একো তোৎৰ মৌ সিটা দি এই আগ্যা কৰিলে, বোলে, মানিকটো কিমান ডাঙ্গৰ, কিমান দিঘল, কেনে এই মৌ সিটাৰেই গাই গাই এটা এটা মানিক সাজি দেইক। তেতিয়া দুয়ো ভায়েকে একে সমান একে ৰুপে সাজিলে, সাখি দুটাই আন আন বেলেগ বেলেগ ৰুপে সাজিলে; আৰু ৰজাই সেই তিবোতাকোএ তোৎৰ মৌ সিটা দি আগ্যা কৰিলে জে তয়ো এটা মানিক সাজ। তাতে তাই জনালে বোলে, মানিকৰ নো কেনে গৰ্হ মোত কওক, ন কলে মই কেনেকৈ জানিম? মানিক আমি কেতিয়াও দেখা নাই। পাচে ৰজাই সাখি দুটাক অনেক ভাবি দি সোধৰ গৰাকিকো খজ কৰি ভায়েকৰ হাতৰ পৰা মানিক লবলৈ ককায়েকক আগ্যা কৰিলে।

---

## দুটা ইষ্ট মানুহৰ কথা।

**The Two Friends.**

ইটৰ সিটৰ বৰ চেনেহেৰে এনে ইষ্ট মানুহ দুটা ধন ঘটিবলৈ আন দেসলৈ গল। পাচে তাৰে এটাই বাটৰ মাজত সক্রুএ থোআ এটা পাত্রত অনেক মোহৰ সোন পালে, সোন হাতত তুলি লৈএই সিটত কলে, বোলে, হেৰা সখি, এই বাটে দি আহি মনৰ ইচাৰ দৰেৰে অৰ্থ লাভ হল; হেৰা চোআ অনেক মোহৰ সোন বাটৰ মাজত পালোঁ। ইটে বুলিলে, বোলে, আমাৰ বৰ ভাগ্য, কিয়নো একো স্রম ন কৰাকৈএ জে অৰ্থ পালোঁইক। সোন পোআটে কলে, বোলে, হে সখি, আমাৰ ভাল ভাগ্য এই কথা ন কবা, কিয়নো সোন মই অকলৈহে পাইচোঁ, মোৰহে ভাল ভাগ্য, তোমাৰ ন হই, কিয়নো এই সোনত তোমাৰ ভাগ নাই কিয়া। এনেতে সেই সোনৰ গৰাকি সক্রুবোৰ আহি দুয়ো সখিএকক ধৰিবলৈ জোআত সোন পোআতে কলে বোলে, হে সখি, আমি সক্রুৰ হাতত পৰিলোঁ হবলা? আমাৰ প্রান এতিয়া মাৰিব। তেতিয়াই ইটে কলে, হে প্রিয় সখি, এতিয়া আমি দুয়ো কিয় বোলা, অকল তুমি সোন পাইচা তোমাক মাৰিব।

তাৰ অৰ্থ জেয়ে সুখৰ ভাগ দিবলৈ ইচা ন কৰে দুখ দিবলৈহে ইচা কৰে তাক ইষ্ট নো বোলে।



## আলাসতে বহি থকা সন্যাসিৰ কথা।

**The Air Brahmun**

চেচাল নামেৰে এজন ব্রাহ্মন সন্যাসি, বচৰ চেৰেকৰ আগেএ, মান্দ্ৰাজত ওলাই আলাসতে বহি থাকিব পাৰোঁ বুলি মানুহবিলাকক দেখুআই ফুৰিচিল। সি আলাসত বহাৰ দস্তুৰ এই; প্রথমতে তাৰ লগৰ মানুহেঁ বৰ কাপৰ এখনেৰে মেৰাই তাক ঢাকি ধৰি এখন্তক মান থাকে, পাচে সেই কাপৰ খন গুচালেই এখন কাঠৰ পিৰাৰ ওপৰত এটা পিত্তলৰ খুঁটা থিয়কৈ সুমুআ, আৰু সেই খুঁটাৰ মুৰতে হৰিনা পহুৰ চাল এখান মেৰাই পথালিকৈ বান্ধি থোআ, আৰু তাতে সন্যাসিএ, নকচাত থকাৰ দৰে, মেৰোআ পহুৰ চালৰ ওপৰত হাতু থৈ, আলাসতে বহি মলা জপকৈ থকা দেখে। তাতে ১০। ১৫ মিনিট মান কেতিয়াবা আধা ঘণ্টা মান থাকি আৰও

সেই কাপৰ মেৰাই আৰ দি নামে। এজন চাহা-ৰে চাই অনুমান কৰিলে জে সেই খিয় পিতলৰ খুঁটাৰ পৰা এভাল সকত তিধাৰ গুনা মেক পহুৰ চালে দি সুমাই হাতৰ কাপৰৰ ভিতৰে নি পিটিএ ৱমাই দুই ঠেঙৰ মাজে দি সৰকাই আনি তাতে ৰহে; কিন্তু কাপৰৰ বাহিৰে একো নে দেখি।

---

## মুখৰা মানুহৰে নৰাৰে কথা।

এক সময়ত এটা নৰা আপোনা আপুনি নৈত পৰি সাঁতুৰিব নে জানি তল জাওঁ জাঁও হল, এনেতে বাটে দি এটা মানুহ গৈচে, তাকে দেখি সেই নৰাই মানুহটক প্ৰাৰ্থনা কৰি তাক ধৰিব লৈ মতাত সিও চৰলৈ গৈ নৰাটক পানিত নমাৰ কাৰনে গালি পাৰিবলৈ ধৰিলে। তেতিয়া নৰা-টে কলে, হেৰা দেও, আগৈএ মোক ন মৰাকৈ ধৰি ৰাখা, পাচে জিমান লাগে গালি পাৰিবা।

---

## কুকুৰে সিয়ালৰে কথা।

এক সময়ত এটা কুকুৰে এঠাইত এধন বাঘৰ ছাল দেখি ওচৰলৈ গৈ দাঁতেৰে কামুৰিব ধৰিলে, পাচে এটা জহামালে তাকে দেখি কুকুৰক কলে, বোলে, জদি বাঘ জিয়াই থাকিলহেঁতেন তেতিয়া তোমাৰ দাঁতত কৈও তাৰ হাতোৰাৰ নখ তাঙৰ দেখিলাহেঁতেন।

ইয়াৰ অৰ্থ এই, সক্তিমন্ত লোকৰ আপদ হলেও সৰু লোকে জদি তেতিয়া কোনো পিডা কৰে তথাপি তাৰ একো জসস্যা ন হই।



Almanac for May, 1849.

## মেই. অৰ্থাত জেঠ, ১৮৪৯।

| বাৰ | ইং | বঙ্গালী | সূৰ্য্যোদয় | সূৰ্য্যৰ মধ্যাহ্ন | সূৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যাহ্ন |
|---|---|---|---|---|---|---|---|---|
| ম | ১ | ২০ | ৫।২৫ | ১১।৫৭ | ৬।২৮ | ৯ | ১০ | ১৯।৫১ |
| ব | ২ | ২১ | ৫।২৫ | ১১।৫৭ | ৬।২৯ | ১০ | ১১ | ২০।৩৮ |
| বি | ৩ | ২২ | ৫।২৪ | ১১।৫৭ | ৬।২৯ | ১১ | ১২ | ২১।২৩ |
| সুং | ৪ | ২৩ | ৫।২৪ | ১১।৫৭ | ৬।৩০ | ১২ | ১৩ | ২২।৭ |
| স | ৫ | ২৪ | ৫।২৩ | ১১।৫৬ | ৬।৩০ | ১৩ | ১৪ | ২২।৫২ |
| দেও | ৬ | ২৫ | ৫।২২ | ১১।৫৬ | ৬।৩১ | ১৪ | ১৫ | ২৩।৩৬ |
| সো | ৭ | ২৬ | ৫।২১ | ১১।৫৬ | ৬।৩১ | ১৫ | ১৬ | পুন্না |
| ম | ৮ | ২৭ | ৫।২০ | ১১।৫৬ | ৬।৩২ | ১৬ | ১৭ | ০।২২ |
| ব | ৯ | ২৮ | ৫।২০ | ১১।৫৬ | ৬।৩৩ | ১৭ | ১৭ | ১।৮ |
| বি | ১০ | ২৯ | ৫।১৯ | ১১।৫৬ | ৬।৩৩ | ১৮ | ১৮ | ১।৫৪ |
| সু | ১১ | ৩০ | ৫।১৮ | ১১।৫৬ | ৬।৩৪ | ১৯ | ১৯ | ২।৪১ |
| স | ১২ | ৩১ | ৫।১৮ | ১১।৫৬ | ৬।৩৪ | ২০ | ২০ | ৩।২৪ |
| দেও | ১৩ | জেঠ | ৫।১৭ | ১১।৫৬ | ৬।৩৫ | ২১ | ২১ | ৪।১৬ |
| সো | ১৪ | ২ | ৫।১৭ | ১১।৫৬ | ৬।৩৫ | ২২ | ২২ | ৫।৪ |
| ম | ১৫ | ৩ | ৫।১৬ | ১১।৫৬ | ৬।৩৬ | ২৩ | ২৩ | ৫।৫১ |
| ব | ১৬ | ৪ | ৫।১৬ | ১১।৫৬ | ৬।৩৬ | ২৪ | ২৪ | ৬।৩৯ |
| বি | ১৭ | ৫ | ৫।১৫ | ১১।৫৬ | ৬।৩৭ | ২৫ | ২৫ | ৭।২৭ |
| সু | ১৮ | ৬ | ৫।১৫ | ১১।৫৬ | ৬।৩৭ | ২৬ | ২৬ | ৮।১৭ |
| স | ১৯ | ৭ | ৫।১৪ | ১১।৫৬ | ৬।৩৮ | ২৭ | ২৭ | ৯।৮ |
| দেও | ২০ | ৮ | ৫।১৪ | ১১।৫৬ | ৬।৩৯ | ২৮ | ১ | ১০।১ |
| সো | ২১ | ৯ | ৫।১৩ | ১১।৫৬ | ৬।৪০ | ২৯ | ২ | ১০।৫৭ |
| ম | ২২ | ১০ | ৫।১৩ | ১১।৫৬ | ৬।৪০ | ৩০ | ৩ | ১১।৫৬ |
| ব | ২৩ | ১১ | ৫।১৩ | ১১।৫৬ | ৬।৪১ | ১ | ৪ | ১২।৫৭ |
| বি | ২৪ | ১২ | ৫।১২ | ১১।৫৬ | ৬।৪১ | ২ | ৫ | ১৪।০ |
| সু | ২৫ | ১৩ | ৫।১২ | ১১।৫৭ | ৬।৪২ | ৩ | ৬ | ১৫।১ |
| স | ২৬ | ১৪ | ৫।১১ | ১১।৫৭ | ৬।৪২ | ৫ | ৭ | ১৬।০ |
| দেও | ২৭ | ১৫ | ৫।১০ | ১১।৫৭ | ৬।৪৩ | ৬ | ৮ | ১৬।৫৫ |
| সো | ২৮ | ১৬ | ৫।৯ | ১১।৫৭ | ৬।৪৩ | ৭ | ৯ | ১৭।৪৬ |
| ম | ২৯ | ১৭ | ৫।৮ | ১১।৫৭ | ৬।৪৪ | ৮ | ১০ | ১৮।৩৫ |
| ব | ৩০ | ১৮ | ৫।৭ | ১১।৫৭ | ৬।৪৪ | ৯ | ১১ | ১৯।২১ |
| বি | ৩১ | ১৯ | ৫।৬ | ১১।৫৭ | ৬।৪৫ | ১০ | ১২ | ২৭।৬ |

পুৰ্নিমা ৭ দিনৰ ১।২৫ ভাটি।

আমাৱাস্যা ২২ দিনৰ ১।৫৪ ভাটি।

---

এই অৰুনোদই পত্ৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

THE ORUNO'DOI,

*A monthly Paper, devoted to Religion, Science and General Intelligence, is printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোঙ্গা। মো॰ শিৱসাগৰ, মেই, ১৮৪৯ খ্রি॰ অ॰ অঁক। নম্বৰ ৫।

VOL. IV. SIBSAGOR, ASAM, MAY, 1849. No. 5.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

জিলা সিৱসাগৰত থকা শ্ৰী ৰান্তিৰাম দাসে খ্ৰিষ্টিয়ান মতেৰে শ্ৰী মতি মইনা নামে খ্ৰিষ্টিয়ান কন্যাক শ্ৰীযুত পাদুৰি বাৰ্কৰ চাহাবৰ দোআৰাই ৪ এপ্ৰিলত গুৱাহাটিৰ মিস্যন গিৰ্জা ঘৰত বিবাহ কৰিলে।

জিলা তেজপুৰৰ শ্ৰীযুত কাপ্তান বেনলচ্ প্ৰধান আচিষ্টেণ্ট কমিস্যনৰ চাহাব আৰু জিলা গুৱাহাটিৰ শ্ৰীযুত লেপ্‌টেনেণ্ট আখিণ্ট যুনিৰৰ আচিষ্টেণ্ট কমিস্যনৰ চাহাব পঞ্জাবৰ ৰনৰ পৰা উভতি আহি আপোন আপোন জিলা পালে।

২ এপ্ৰিল তাৰিখত তাওকাকৰ ওচৰৰ বাটত নগাই খাপ দি ৩ জন বাটে জোআ মানুহক ধৰি গা পত্তি মুৰত দাৰে একো ঘা মাৰি সিহঁতৰ বস্ত্ৰ খনি কাৰ্হি নিলে।

২৯ এপ্ৰিলত আসাম কম্পানিৰ তোমৰ দলজ বাগিচাৰ কুলি ২ জন দিৰৈ নদিত পাৰ হওতে নাও বুৰি মৰিল।

২ মেইত কোঁঅৰ পুৰ মৌজাৰ মাগনি নামে এজনি তিৰোতা মানুহ দিখৌ নৈত পৰি মৰিল।

৪ মেই তাৰিখত বহ চলা মৌজাৰ বুট্টি নামেৰে এজনি তিৰোতাই সাহএকেৰে সৈতে কিহৰাৰ পৰা দন্দ লগাৰ কাৰনে সাহএকে গালি পাৰিলে; তাতে তাই বৰ অভিমান পাই ১॥ তেৰ বচৰিয়া পুনিৰাম নামে পুতেকক কোলাত লৈ পানিত পৰি মৰোঁগৈ বুলি ঘৰৰ পৰা বাহি ওলাই গৈ, কিছু মান আঁতৰৰ এটা সৰু পুখুৰিত সেই লৰাই সৈতে পৰিল; কিন্তু সৰু পুখুৰি পানি বৰ দ নো হোআৰ হেতুকে তাই ন মৰিল, পুতেক পুনিৰাম মৰিল।

১৬ মেই তাৰিখত দেওবাৰে মঠা তাজ গাঁৱত গৰখিয়া লৰাই দিখৌ নদিত গা ধুই সাঁতৰি থাকোঁতে, তাৰ মাজৰে সাঁতৰিব ন জনা এটা লৰাই আনবোৰৰ লগত গা ধোঁতে দ পানিত পৰি মৰিল। পাচে মাক বাপেকে নাৱেৰে জাল পেলাই তেও লৰাক বিচাৰি নে পালে, কিন্তু তাৰ তিন দিনৰ পাচত আপুনি উপঙ্গি ওলাল।

২৩ মেইত্ত সিৱসাগৰৰ বিষ্টো চিপাহিৰ পুতেক চই বচৰিয়া নৰসিঙ্গ নামে এটা লৰাই, আৰু ২।৩ টা লৰাই সৈতে খেমালিকৈ থাকোঁতে বেলি ৩ বজাৰ সময়ত কেনেবাকৈ সিৱসাগৰ পুখুৰিৰ পানিত পৰি মৰিল। গধুলি হলত বাপেক মাকে বিচাৰি নে পালে। কিন্তু পাচ দিনৰ বাতি পুআ সেই পুখুৰিত তাৰ স পালে।

লঙ্কা দিপৰ মুত্তুৰামি নামেৰে জি জন ওলাই ৰজাৰ বংসহ বুলি কৈ সেই দিপৰ ৰজা হৈ সিংহাসনত বহিব খুইচিল, আৰু চেপ্তেম্বৰ মাহৰ অৰুনোদইত চপাৰ দৰে অনেক মানুহ গোটাই যুধ কৰি, বায়তবোৰ মাৰি, ঘৰো লুট কৰিচিল; সেই জনকে ধৰি সাসন কৰ্ত্তাই সোধ কৰি ১০০ বেঁতৰ কোব মাৰি, অন্য দেসত জনমুৰ কাটক দিবলৈ আগ্যা কৰিলে।

এজনি তিৰোতাৰ পিয়াহত কিবা বিয়াধি হোআত ইংলণ্ডৰ কামেলফৰ্ড গাঁৱত, কিন্ত আৰু পিৰ্চ নামেৰে দুজন ডাক্তৰে ক্লোৰোফৰ্ম্ম মুৰ্চিত দৰৱ মুঙ্গাই, একো দুখ নো পোআকৈ সেই পিয়াহটো কাটি গুচালে। আৰু ২।৩ দিনৰ পাচে ডাক্তৰ পিৰ্চ চাহাবে সেই অচেতন দৰৱকে মুঙ্গাই হকিঙ্ক্ নামে এজন মানুহৰ তিজিৰ পৰা, বৰ গঁৰল এটা একেবিও দুখ নো পোআকৈ কাটি একআই পেলালে।



Louis Napolean Bonaparte, Pre-dent of the French Republic.

ফ্ৰাঞ্চ দেসৰ প্ৰজাবিলাকে ডিচেম্বৰ মাহত লুই নাপলিয়ন বৰ্নপাৰ্ত্তক ৪ বচৰলৈ প্ৰেচিদণ্ড বাব দি ৰজাৰ দৰে পাতি ললে। প্ৰেচিদণ্ড, অৰ্থাত দেসাধিকাৰ মনোনিত কৰি লবলৈ দেসৰ মুনিহ মানুহ সকলোএ গাই পতি, জাক দেসাধিকাৰ পাতিবলৈ ইচা হই, সেই জনৰে নাম লিখি লিখি দিএ; পাচে বিসয়াবিলাকে আটাই চিঠিবোৰ গোটাই চাই, জাৰে নামে সৰহ চিঠি ওলাই তেঁওএই সেই বাব পাই। ফ্ৰাঞ্চ দেসৰ ৭৩,৪৯,০০০ মানুহে চিঠিত নাম লিখি দিলে, তাৰে ৫৪,৩৪,২২৬ লুই নাপলিয়নৰ নামৰ ওলাল, সেস খিনি আন ৫ জনৰ নামে ওলাল; লুই নপলিয়নৰ নামে অধিক চিঠি ওলোআ হেতুকে সেই প্ৰেচিদণ্ড বাব তেঁওএই পালে। তেঁওৰ নকচ ওপৰত লিখা আছে।

ফ্ৰাঞ্চ দেসৰ পাৰি নগৰলৈ নিতে পতি ডাকত ১,২০,০০০ এক লাখ কুৰি হেজাৰ মান চিঠি আহে।

ফের্দিনান্দ, অষ্ট্ৰিয়া ৰজাই, তেঁওৰ ভতিজাক আৰ্চ ডিউক ফ্ৰাঞ্চিচ য়োচেফক, আপোন ইচাৰে ডিচেম্বৰ মাহৰ ২ তাৰিখত ৰাজ পদ এৰি দিলে। সেই ন ৰজাৰ বয়স ১৮ বচৰ।

১৮৩৯ সনত চৰ্দাৰ দোস্ত মহমদ খাঁই অপৰাধ কৰাৰ নিমিত্তে কম্পানিএ আফ্গানৰ সিংহাসনৰ পৰা গুচাই, লৰা তিৰোতাই সৈতে হিন্দুস্থানলৈ অনাই ৰাখি থৈচিল; জেতিয়া আফ্গানৰ ৰণৰ সেস হল, তেতিয়া তেঁওক পুনৰাই কাবোললৈ আকও পঠাই দিলে। এই সেসৰ পঞ্জাবি ৰণলৈকে তেঁও ভাল ৰুপে আপোন দেসত সাসন কৰি আচিল। আগৰে পৰা পেস্যাৱৰ নগৰ পাবৰ নিমিত্তে তেঁওৰ বৰ ইচা আচিল, এই হেতুকে জেতিয়া চৰ্দাৰ আদি চিকবোৰে কম্পানিৰ বিৰোধে ৰণ কৰে, তেতিয়া দোস্ত মহমদে ১০,০০০ মান আফ্গানৰ সেনাই সৈতে আহি পেস্যাৱৰ নগৰ আক্ৰমন কৰি ললে, আৰু তেঁওৰ পুত্ৰ চৰ্দাৰ আক্ৰম খাঁও বহু সেনাই সৈতে গুজৰাটৰ ৰণত চৰ্দাৰ চেৰ চিঙৰ সহাই হবলৈ গৈচিল। কোনো পত্ৰত লিখিচে চৰ্দাৰ আক্ৰম খাঁ সেই ৰণতে মৰিল। এতিয়া কম্পানিৰ সেনাই দোস্ত মহমদক আফ্গান সেনাই সৈতে আপোন দেসলৈ পুনৰাই খেদাই দিলে। অনুমান হই জে তেঁও জদি কম্পানিৰ অহিত নহৈ পৰে পেস্যাৱৰ পাবলৈ নিবেদন কৰা হলে গবৰ্নৰ জেনৰল চাহাবে তেঁওৰ প্ৰাৰ্থনা গ্ৰাজ্য কৰিলেহেঁতেন; এতিয়া তাক পোআৰ ভাৰসা গুচিল। তেঁওৰ নকচা তলত লিখা আচে।



Dost Mohamed.

## পঞ্জাবৰ ৰণৰ সেসৰ কথা।

**Termination of the War in the Punjab.**

এপ্ৰিল মাহৰ অৰুনোদইত চাপিচিলে, জে চিলিয়নৱালা, জিলম নদিৰ ওচৰত, জুধ কৰাৰ পাচে, চৰ্দাৰ চেৰ চিঙে চাৰি ক্ৰোচ মানৰ দূৰ হৈ তাতে কোঁঠ আদি বান্ধিলেগৈ। ১১ ফেবৰুআৰিৰ ৰাতি চৰ্দাৰ চেৰ চিঙে আৰু চতৰ চিঙে সকলো চিক সেনাই সৈতে সেই কোঁঠ এৰি লাহোৰ নগৰলৈ জাম বুলি চিনাব নদিৰ ওচৰৰ গুজৰাট নামে এক ঠাই পালেগৈ; কিন্তু তেনেতে জেনৰল হুইস্য চাহাবে মুলতানৰ পৰা চিনাব নদিৰ বাঁও কালে ৰাম নগৰে দি আহি আগচি ধৰিলে, সেই কাৰনে চৰ্দাৰ চেৰ চিঙে লাহোৰলৈ জাবৰ নিমিত্তে চিনাব নদি পাৰ হব নোআৰিলে। আৰু প্ৰধান সেনাপতি শ্ৰীজুত লৰ্ড গফ চাহাবে চিকবোৰৰ পাচ কালে আহি, ২১ ফেবৰুআৰি ৰাতি পুআ ৮॥ বজাত, সকলো কম্পানিৰ সেনা লৈ সত্ৰুৰে সৈতে জুধ পাতিলে। চিকবোৰেও অতি সাহিয়াল ৰুপে জুধ কৰিচিল; এমথা চিকৰ ঘোঁৰা চিপাহিএ আৰু ১৫০০ মান আফগান দেসৰ ঘোঁৰা চিপাহিএ কম্পানিৰ বৰ টোপৰ সেনাবোৰক খেদাই টোপ কাঢ়ি নিবৰ নিমিত্তে চাৰি বেলি অতি বেগে ঘোঁৰা মেলি ধৰিচিলেহি, তথাপি বৰ টোপ অতিসই ঘনে মৰাৰ কাৰনে সিহঁতৰ অনেক মৰি উভতি গল। কম্পানিৰ ঘোঁৰা সেনাই তাকে দেখি সত্ৰুকো খেদি গৈ একে বেলিএই সিহঁতৰ ১৫ টা বৰ টোপ কাঢ়ি আনিলে; তেতিয়া সত্ৰুএ হুহকি গুজৰাট নগৰৰ ভিতৰ সোমাল। তথাপি বৰ টোঁপ বম গোলাৰে ৰৰকৈ সিহঁতক গুলিয়াই, সকলো সেনাবিলাকে ৰাতি ৮ বজালৈকে অতি ভয়ানক জুধ কৰি চই ক্ৰোচ মান বাটলৈ হুহকাই খেদিলে; আৰু বাটৰ সকলো থানে গাঁৰি, হিলৈ, থাৰ, গুলি আদি বস্তু পৰি পৰি আচিল। সেই দিনত পঞ্জাবৰ ৩০০০ মান সেনা মৰিল, কম্পানিৰ ৭০০ মান মৰা খুন হোআ আচিল। চিকৰ বনুআ ৬০,০০০ মান তাতে হৈচিল। সিহঁতৰ ৫২ বৰ টোপ আৰু ৰণৰ অস্ত্ৰ সস্ত্ৰ জি জি সামগ্ৰি আচিল, সেই সকলোবোৰ কম্পানিৰ সেনাৰ হাতত পৰিল। আৰু



চিক চৰ্দাৰৰ নকচা।

চিক সক্রু সেনাবোৰ হাৰি তিনি ভাগ হৈ, দুভাগ জিলম নদিৰ ফালে, এভাগ বিম্বৰলৈ জোআ বাটে পলাল, আৰু বাটত হিলৈ, তৰোআল আদি কৰি পেলাই বহু চিকবোৰ আপোন আপোন ঘৰলৈ গুচি গল।

পাচ দিনা মেজৰ জেনৰল চেৰ ওঅলটৰ্ গিল্‌বৰ্ত্ত চাহাবে ১৭,০০০ সেনা লৈ অতিসই বেগে চৰ্দাৰ চেৰ চিঙ্গক খেদি গল; আৰু এনেহে বেগে তাক খেদি গৈচিল, জে বাটত সেনাবোৰে খাব পিবলৈকে তত নে পাইচিল। কিন্তু চিকবোৰে অতি ভই পাই ইইঁতকৈও বেগে পলাই, জিলম নদি পাৰ হৈ সেই নাওবোৰকো ভাঙ্গি পেলালে। পাচে জেনৰল গিল্‌বৰ্ত্ত চাহাবে আন নাও পাই জিলম নদি পাৰ হৈ সক্রুক খেদি গল। পাচে চিকবোৰে ৰতাচ্‌ নামে এঠাইত ৰৈ জুধ কৰিবলৈ আৰম্ভন কৰিচিল, কিন্তু জেনৰল গিল্‌বৰ্ত্ত চাহাব ওচৰ পালত সিইঁতে তাৰ পৰা পলাই ৩ মাৰ্চত বাকেবালা নামে বাটৰ এক কঠিন ঠেক ঠাইত ৰৈ কম্পানিৰ ফৌজ জাব নোআৰাকৈ বাট ভেঁটিবলৈ ধৰিচিল, তথাপি গুজৰাটৰ মুখলৈ মনত পৰি তাত্তো চাৰৰিব নোআৰি তাৰ পৰাও পলাই গল।

৭ তাৰিখত জেনৰল গিল্‌বৰ্ত্ত চাহাবে ফৌজে সৈতে হুৰ্মক নামে এক ঠাই পালেগৈ, তাতে ৪০০০ চিক সেনাই সৈতে বুধ চিঙে আপুনি কম্পানিৰ সেনাবিলাকত ৰৰিলেহি। ৮ তাৰিখত মেজৰ লৰেঞ্চ আদি জি জি চাহাব আৰু মেম চাহাববিলাক আগেএ সক্রু সেনাৰ হাতত পৰিচিল, সেই সকলোকে চিকবোৰে জেনৰল গিল্‌বৰ্ত্ত চাহাবলৈ পঠাই দিলে, আৰু সেই তাৰিখৰ ৰাত্তি চৰ্দাৰ চেৰ চিঙ্গো আহি আপোনা আপুনি সমৰ্পন হলহি।

১০ তাৰিখত বম্বাইৰ সেনাবিলাকে আহি জেনৰল গিলবৰ্ত্ত চাহাবৰ লগ লৈ, সকলো ফৌজে ৰাৱল্‌ পিণ্ডি নামে এক ঠাইৰ ৫ ক্রোচ মানৰ আঁতৰত ৰলগৈ; তাতে চৰ্দাৰ চতৰ চিঙ্গকে আদি ৩৫ জন চিক চৰ্দাৰ আহি বহু সেনাই সৈতে আপোনা আপুনি সমৰ্পন হলহি। ১৩ তাৰিখত আন আন সেনাবোৰো সৰনাগত হলহি; পাচে ১৪ তাৰিখত, ৰাৱল্‌ পিণ্ডি পালত চিকৰ অৱসেসবিলাকেও ৰৰিলেহি। ২০,০০০ মান চিক সেনাই এটা এটাকৈ প্ৰতি জনে আপোন আপোন হিলৈ, ঢাল, তৰোআল আদি কৰি কম্পানিৰ সেনাবিলাকৰ আগত সোধাই দিলেহি, আৰু সিবিলাকৰ বাটৰ খৰচৰ নিমিত্তে কম্পানিৰ সেনাপতিৰ আগ্যাৰে চিকৰ প্ৰতি সেনাক এটকাকৈ ৰুপ দি ঘৰলৈ পঠাই দিলে। কোনো কোনোএ আপোন অস্ত্ৰে সৈতে পলাই গল, আৰু কোনো কোনোএ সেই ৰুপ টকা নো লোআকৈ গল; তথাপি তিন দিনৰ ভিতৰত ১৭,৫০০ ৰুপ সিইঁতক দিলে। পাচে মেজৰ লৰেঞ্চ চাহাবে চেৰ চিঙ্গ আদি চৰ্দাৰবোৰক লাহোৰৰ ফাললৈ লৈ গল, আৰু জেনৰল গিল্‌বৰ্ত্ত চাহাবে আফগান সক্রুক খেদি গল। আফৰা নামে এক ঠাই পাঁওতেই আফগানবিলাকে বৰ বেগে পলাই গৈচে, এই বাত্ৰা সুনিলে। তাতে সিইঁতে জেন তত নে পাই গিল্‌বৰ্ত্ত চাহাবে ১৬ মাৰ্চত অলপিয়াকৈ সেনা লৈ, তিনি ধন নদি পাৰ হৈ, বৰ কঠিন বা-

টতো অতি বেগে খেদি গল। কিন্তু সত্রুএ আটক নগৰৰ পোনে ইন্দচ নদি পাৰ হৈ নাওবোৰ নষ্ট কৰিলে, এনে কথা সুনিলত, জেনৰল গিল্‌বৰ্ত্ত চাহাবে তাতে ফৌজ এৰি ৩০ জন ঘোঁৰা সেনা আৰু লগত থকা সেনাপতি জন চাৰেকক লৈ অতি বেগে গৈ সিইঁতে নদি পাৰ হৈ নাওবোৰ নষ্ট কৰিবলৈ ধৰোঁতে পালেগৈ। তাতে ইহঁতলাকক দেখি সিইঁতে বিচুৰ্তি হৈ, নাও নষ্ট কৰিব নোআৰি লেজু কাটি উটাই দি তাৰ পৰাও পলাই গল। মুঠে তাত ১৯ খন নাও আছিল, তাৰে চাৰি খন মাথোন নষ্ট কৰিলে, ১৫ খন জেনৰল গিল্‌বৰ্ত্ত চাহাবে ৰাখিলে। ১৯ তাৰিখত নাৱেৰে সাঁকো কৰি দিব জদি পাৰ তেন্তে ৫০০ টকা তইঁতক দিম বুলি মেজৰ মেকিচন চাহাবে আটকত্ থকা নাৱৰিয়াবোৰত কলত সিইঁতে ১৮ তাৰিখত অৰ্থাত সেই দিনতে তৈয়াৰ কৰি দিলে।

১৯ তাৰিখত সকলো কম্পানিৰ ফৌজ পাৰ হৈ, ২০ তাৰিখত নয়াচিৰা, জতে ৰঞ্জিত চিঙ্গে চিক সেনাবোৰে সৈতে ১৮২৩ সনত আফগানৰ ফৌজক পৰাজই কৰিছিল, সেই ঠাই পাই, ২১ তাৰিখত পেস্যাৱৰ পালেগৈ; কিন্তু চৰ্দাৰ দোস্ত মহমদে তেঁওৰ ৭।৮০০০ আফ্‌গান সেনাই সৈতে দু দিনৰ আগেএ পেস্যাৱৰ এৰি কাইবেৰিয়া পৰ্বতিয়া লোকক অনেক ৰুপ ভেঁটি দি সেই কাইবেৰিয়া পৰ্বতৰ ঠেক কঠিন বাটত সাৰি গল, আৰু সিইঁতে আলি মচিদ পৰ্বতৰ সিপাৰ হৈ কাবোলৰ ওচৰৰ লান্দিখানাসেই ২১ তাৰিখেই পালেগৈ।

ইমানতে পঞ্জাবৰ ৰনৰ অন্ত হল, আৰু সকলো পঞ্জাবৰ ৰাজ্য ইংৰাজিৰ অধিন হবলৈ, অৰ্থাত জেনেকৈ অসম দেসত কমিস্যনৰ আদি চাহাব লোকে সাসন কৰিছে, সেই ৰুপে পঞ্জাবৰ গোটেই খনত এতিয়াৰে পৰা সাসন কৰিবলৈ শ্ৰীজুত গবৰ্নৰ জেনৰল চাহাবে আগ্যা কৰিলে; সেই ঘোসনা পত্ৰ এই অৰুনোদইত চপা হৈছে।

জেনেকৈ কম্পানিৰ সেনাপতি অৰ্থাত কৰ্নেল, আৰু কাপ্তান, আৰু লেপ্‌টেনেণ্ট চাহাববিলাকে হিন্দুস্থানৰ চিপাহিক সিকাই আৰু পালন কৰে, তেনেকৈ পঞ্জাব দেসত ৰঞ্জিত সিংহে ফ্ৰাঞ্চ দেসৰ সেনাপতি অনাই, সিবিলাৰ্কক তলপ দি ৰাখি চিক সেনাবোৰক ৰনৰ কৰ্ম্ম দস্তুৰ সিকাইছিল। আৰু এই ভাৰত বৰ্সৰ মাজত পঞ্জাবিবিলাকৰ নিচিনা সক্তিমন্ত, সাহিয়াল জোধাৰু কোনো নাই ছিচিল, এতিয়া সেইবিলাকেই বস হোআত জানিচোঁ জে অনেক কাললৈকে ভাৰত বৰ্সত এনে ৰন ন হব।

এই পঞ্জাবৰ ৰনত কম্পানিৰ সেনাই পোআ বৰ টোপৰ লেখ:

| | |
|---|---|
| মুলতানৰ, . . . . . . . | ৬২ |
| গুবিন্দ ঘৰৰ, . . . . . . | ৫২ |
| চিলিয়নৱালাৰ, . . . . . | ১২ |
| গুজৰাটৰ, . . . . . . . | ৫২ |
| চিনিয়তৰ, . . . . . . . | ২ |
| জাবাৰ, . . . . . . . | ৫ |
| চিকবোৰে সোধাই দিয়া, . . . | ৪০ |
| মেজৰ মেকিচনে পোআ, . . . | ১ |
| মুঠে বৰ টোপ, | ২২৬ |



চিক ৰমুআৰ নক্সা।



ভাৰত বৰ্ষৰ গবৰ্নৰ জেনৰল বাহাদুৰ শ্ৰীজুত ৰাইট অনৰবিল এৰ্ল অফ্ ডালুচি চাহাবৰ নক্চা।

The Right Hon. the Earl of Dalhousie, Governor General of India.

---

## গবৰ্নমেণ্টৰ ঘোসনা।

Annexation of the Punjab—the Governor General's Proclamation.

ৰদেসি দিপাৰ্টমেন্ট, ফিৰুজপুৰ, ১৮৪৯ সনৰ ৩০ মাৰ্চ।

শ্ৰীজুত গবৰ্নৰ জেনৰল বাহাদুৰে পঞ্জাব ৰাজ্য জিহৰ দোআৰাই ভাৰত বৰ্সৰ ব্ৰিটিস্ ৰাজ্য এভাগ হল, তাৰ সম্বাদ সকলো লোকে জানিবৰ কাৰনে চাপা কৰাই প্ৰকাস কৰালে। এই আগ্যা পোআ মাত্ৰে সেনা থকা প্ৰধান ঠায়ে ঠায়ে বৰ টোপ মাৰিবলৈ আগ্যা দিলে।

ভাৰত বৰ্সৰ শ্ৰীজুত ৰাইট অনৰবিল গবৰ্নৰ জেনৰল বাহাদুৰৰ হুকুম অনুসাৰে,

পি. মেল্বিল,

শ্ৰীজুত গবৰ্নৰ জেনৰল বাহাদুৰৰ সমাজব্যৱহাৰি ভাৰত বৰ্সৰ গবৰ্নমেন্টৰ চোট চেক্ৰেটেৰি।

### ঘোসনা।

মহা ৰজা ৰঞ্জিত সিংহৰ দিনত বহু বচৰলৈকে কম্পানি দেসে সৈতে চিকৰ দেস অতি কুসলেৰে মিলি আছিল।

ৰঞ্জিত সিংহ মিত্যু হোআৰ পাচত আৰু তেতিয়া তেওঁৰ বিধৱাই ৰাজ মেলুআইবিলাকক ভালকৈ ন চলালে তেতিয়া চৰ্দাৰবোৰে আৰু পঞ্জাবৰ সেনাবোৰে নিচই অকাৰনতে একেৰেলিএ ব্ৰিটিস্য (অৰ্থাত কম্পানিৰ) এক প্ৰদেস আক্ৰমন কৰিলে; পাচে সিইঁতৰ সেনাবোৰ ৰেলিএ ৰেলিএ পৰাজই হৈ অনেক মৰিল, আৰু অতি লাজেৰে সৈতে সিইঁতক খেদোআ গল, আৰু লাহোৰ নগৰৰ দুআৰ মুখতে মহা ৰজা দলিপ সিংহে শ্ৰীজুত গবৰ্নৰ জেনৰল বাহাদুৰৰ বস ৰূপে আপোনাকে আৰু চৰ্দাৰবিলাককে সমৰ্পন কৰি দায়া পাবলৈ নিবেদন কৰিলে।

তেতিয়া গবৰ্নৰ জেনৰল বাহাদুৰে দায়া কৰি সেই নিবেদনত গ্ৰাজ্য হৈ, আৰু জি ৰূপে ৰাজ্য নষ্ট কৰিবলৈ উচিত আছিল, সেই ৰূপে ন কৰি, সিইঁতৰ ৰাজ্য ৰখ্যা কৰিলে, আৰু মহা ৰজাক পুনৰাই সিংহাসনত তুলি দি দুয়ো দেসৰ মাজত মিত্ৰ ভাৱে মিলনৰ কথা নিৰ্বন্ধ কৰিলে।

কম্পানিএ বিস্বাস ৰূপে সিইঁতৰ কথাকে মানি অতি সাৱধান পুৰ্বক সিইঁতৰ সকলো প্ৰতিগ্যাৰ ভাৰ ৰাখি আছিল।

কিন্তু চিক মানুহবোৰে আৰু সিইঁতৰ চৰ্দাৰবিলাকে অতিসই বিস্বাস ঘাতি হৈ আপোনাক জি নিৰ্বন্ধেৰে বন্ধা হৈছিল, তাকে লংঘন কৰিলে।

সিইঁতে জি কৰ দিব লাগিছিল তাক কেতিয়াও দিয়া নাই, আৰু ভাৰত বৰ্সৰ গবৰ্নমেণ্ট বাহাদুৰৰ পৰা জি জি ৰূপ ধাৰ কৰিছিল তাৰো একো সুজা নাই।

আপোনাৰ ইচাতে গবৰ্নমেণ্ট বাহাদুৰৰ জি ৰসবৰ্ত্তি হৈছিল তাকে সাসনৰ অস্ত্ৰ সস্ত্ৰেৰে সৈতে অহিত কৰিলে।

কুসল আপোনাৰ পৰা গুচালে, আৰু ব্ৰিটিস্য বিসয়াবিলাকে ৰাজ্যৰ কৰম কৰোঁতেই সিবিলাকক ৰখিলে; আনবোৰে সেই ৰূপে কৰোঁতে বিস্বাস ঘাতি কৰি সেইবিলাকক বলেৰে বন্দি কৰিলে। সেনত জিবিলাকে নিৰ্বন্ধৰ ভিতৰত নাম লিখি দিছিল, এনে বহু পঞ্জাবৰ চৰ্দাৰ আৰু ৰাজ সৈন্যবোৰ আৰু সকলো চিকবোৰে সৈতে

প্ৰধান ৰাজ মেলূআইৰ এজনআই হৈ, আপোন অস্ত্ৰ সম্ভ্ৰে আমাৰ অহিতে উঠিল। আৰু অতি ভয়ানক ৰনেৰে সোনিতময়ই কৰি সিইতে কোম্পানি ৰাহাদুৰৰ দৰে ব্ৰিটিস্য গৱৰ্নমেণ্টৰ সাসন আৰু পৰাক্ৰমক গুচাব খুজিছিলে।

ভাৰত বৰ্সৰ গৱৰ্নমেণ্টে আগেএ প্ৰকাস কৰিছিল জে আৰু পৰাজই কৰিবলৈ সিবিলাকৰ ইচা নাইকিছিল, সেই কথা জে স্বৰূপ হই তাৰ সাখি আপোন কৰমেই হৈছিল।

ভাৰত বৰ্সৰ গৱৰ্নমেণ্টে এতিয়াও পৰাজই কৰিবলৈ ইচা নাই, তথাপি আপোনাক আৰু জিবিলাক সিবিলাকৰ বসত আছে সেইবিলাককো ৰাখিবৰ নিমিত্তে সাৱধানে চাবলৈ আৱস্যক আছে।

এই হেতুকে মনে পতি নো জোকোআৰৈক আৰু অকাৰনে ৰাজ্যৰ হানি হোআ বন জেন পুনৰাই ন হৱ, আৰু জি প্ৰজাবোৰক আপোন ৰজা আৰু মন্ত্ৰিবিলাকেও কোনো মতে চলাব নোআৰে, আৰু জাক কোনো সান্তিএও অমুৰিব পৰা ৰাখিব নোআৰে, আৰু কোনো মিত্ৰ ভাৱেৰেও কুসলনৈ মিলাব নোআৰে, গৱৰ্নৰ জেনৰল ৰাহাদুৰে তাৰ কেৱল এক উপাই পাই, সেই দেসক নিচই ৰূপে বস কৰিবলৈ উচিত বুলি জানি তাতে মন থিৰ কৰিলে।

এই নিমিত্তে ভাৰত বৰ্সৰ গৱৰ্নৰ জেনৰল ৰাহাদুৰে এই আগ্যা ঠাৰৰ কৰি এতিয়া প্ৰকাস কৰিছে, পঞ্জাবৰ ৰাজ্যৰ সেস হল, আৰু মহা ৰজা দলিপ সিংহৰ ৰাজ্য প্ৰদেসকে এতিয়া আৰু এতিয়াৰে পৰা ইংলণ্ডৰ ভাৰত বৰ্সৰে এভাগ কৰা হল

মহা মহিম মহা ৰজাক অতি মান্যেৰে মৰ্জদা কৰি ৰাখিব।

আৰু কম্পানিৰ অহিত নো হোআ জিবিলাক চৰ্দাৰ সেস থাকিল সেইবিলাকে আগৰ ক্ৰমে সম্পত্তিৰে মৰ্জদা পাব।

মচলমান, বা হিন্দু, বা চিক সকলো প্ৰজাই নিজ নিজ ধৰম মতে স্বতন্ত্ৰ ৰূপে চলন কৰন কৰিবলৈ গৱৰ্নমেণ্টে নিসেধ ন কৰিব। কিন্তু কোনো মানুহে লোকৰ ধৰমৰ বিতি বা দস্তুৰৰ অহিতে মানুহে বেজাৰ পাবলৈ কোনো মতে একো কৰিব নি দিব।

চৰ্দাৰ বা অন্য লোক জিবিলাকে কম্পানি ৰাহাদুৰৰ অহিতে অস্ত্ৰ লৈ যুধ কৰিলে, সেইবোৰৰ জি সম্পত্তি মাটি বাৰি আছে সকলোবোৰ ক্ৰোক কৰি লিব।

পঞ্জাবৰ ভিতৰত জি জি গৰ আদি কৰি বুৰুজবোৰ আছে সেইবোৰৰ জদি ব্ৰিটিস্যৰ সৈন্যবিলাকক ন লগাকৈ জি অৱসেস থাকিব সেই আটাইকে নিচইকৈ ভাঙ্গি নষ্ট কৰিব; আৰু প্ৰজাবোৰে পুনৰাই হুৰা মুৰা বা বন জেন কৰিব নোআৰে, সেই নিমিত্তে জতন কৰিব।

গৱৰ্নৰ জেনৰল ৰাহাদুৰে অতি কুসল ৰূপে ব্ৰিটিস্যৰ বস হবলৈ পঞ্জাবত থকা চৰ্দাৰবিলাক আৰু সকলো মানুহক এই ঘোসনাৰ দোআৰাই জনাইছে।

জিবিলাকে কুসল ৰূপে বস হৈ থাকে সেইবিলাকক ব্ৰিটিস্য গৱৰ্নমেণ্টে অতি মৃদু ভাৱে আৰু দায়াৰে সাসন কৰিব।

কিন্তু জিবিলাক বিসয়া পাতি থোআ হই, সেইবিলাকৰ অহিত হৈ আৰও জদি অমুৰি আৰু হুৰা মুৰা কৰে, গৱৰ্নৰ জেনৰল ৰাহাদুৰে পঞ্জাবৰ লোকক অতি সাৱধানে কৈছে, তেতিয়া সিবিলাকক খেমা কৰাৰ কাল গুচিব, আৰু সিইতৰ অপৰাধত অতি টান ৰূপে সাস্তি দিয়া জাব।

ভাৰত বৰ্সৰ শ্ৰীযুত ৰাইট অনৰবিল গৱৰ্নৰ জেনৰল ৰাহাদুৰৰ হুকুম অনুসাৰে,

এইচ্‌ম্‌. এম. এলিয়ত্‌,

শ্ৰীযুত গৱৰ্নৰ জেনৰল ৰাহাদুৰৰ সঙ্গত থকা ভাৰত বৰ্সৰ গৱৰ্নমেণ্টৰ চেক্ৰেটেৰি।

---

শ্ৰীযুত গৱৰ্নৰ জেনৰল চাহাবৰ আগ্যাৰে পঞ্জাবৰ মহা ৰানিক লাহোৰৰ পৰা কাসিলৈ অনাই হৈছিল, পাছে তাৰ পৰা পলাই জাই জেন বুলি চোনা নগৰলৈ অনালে, কিন্তু তাৰ পৰা অলপতে পলাই আন বেস ধৰি লগত দুজনি লিগিৰি লৈ খোজ কাঢ়ি নেপালত ওলালগৈ। তেওঁৰ পুত্ৰ মহা ৰজা দলিপ সিংহে কম্পানিৰ পৰা

পেনশ্যন পাই গবৰ্নমেণ্টৰ ইচাৰ দৰে থাকিবলৈ আগ্যা কৰিলে।

পঞ্চাবত বন কৰা সেনাবিলাকক গাই পতি তকমা দিবলৈ গবৰ্নমেণ্টে আগ্যা কৰিলে।

১৩ জানুআৰিত চিলিয়নৱালা অৰ্থাত জিলম নদিৰ ওচৰৰ ৰনত জিবোৰ গোঁৰা সেনা মৰিল, সিইঁতৰ লৰা তিৰোতাৰ উপকাৰৰ নিমিত্তে কম্পানিৰ সেনাপতিবিলাকে চান্দা কৰি ৰুপ তুলিচে। শ্ৰীযুত লৰ্ড ডালুচি চাহাবে ৫০০০ টকা, শ্ৰীযুত লৰ্ড গফ চাহাবে ৪০০০ টকা, কাপ্তান গ্ৰৌৰ চাহাবে ১০০০ টকা, এই দৰে দিয়াত অনেক ৰুপ গোট খাইচে।

মুলতানক পৰাজই কৰাৰ পাচত জেনৰল হুইস্য চাহাব আৰু তেঁওৰ লগত কম্পানিৰ ফৌজবিলাকে প্ৰধান সেনাপতি লৰ্ড গফ চাহাবৰ লগ পাবৰ নিমিত্তে ২৯ জানুআৰিত মুলতান নগৰ এৰি, ৮ ফেবৰুআৰিত চিনিয়ত নামে এখন কোঁঠ পালেহি। তাতে নাৰায়ন চিঙ্গ নামে এটা দ্ৰোহিয়াৰে সৈন্তে জুধ কৰি, জিকি, ৯ তাৰিখে কোঁঠ আক্ৰমন কৰিলে, আৰু ২০০০ মান চিক সেনা কম্পানি সেনাৰ হাতত পৰিল।



মুলতান মানুহৰ নকচা।

Al nanac for June, 1849.

## জুন, অৰ্থাত আহাৰ, ১৮৪৯।

| বাৰ | জুন | জেঠ | সূৰ্য্যোদয় | সূৰ্য্যৰ মধ্যাহ্ন | সূৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ উদয় |
|---|---|---|---|---|---|---|---|---|
| সু | ১ | ২০ | ৫।৯ | ১১।৫৭ | ৬।৪৫ | ১১ | ১৩ | ২১।১৪ |
| স | ২ | ২১ | ৫।৯ | ১১।৫৮ | ৬।৪৫ | ১২ | ১৪ | ২১।৫৮ |
| দেও | ৩ | ২২ | ৫।৯ | ১১।৫৮ | ৬।৪৬ | ১৩ | ১৫ | ২২।৪৩ |
| সো | ৪ | ২৩ | ৫।৯ | ১১।৫৮ | ৬।৪৬ | ১৪ | ১৬ | ২৩।২৯ |
| ম | ৫ | ২৪ | ৫।৯ | ১১।৫৮ | ৬।৪৭ | ১৫ | ১৭ | পুআ |
| ব | ৬ | ২৫ | ৫।৯ | ১১।৫৮ | ৬।৪৭ | ১৬ | ১৮ | ০।১৬ |
| বি | ৭ | ২৬ | ৫।৯ | ১১।৫৮ | ৬।৪৭ | ১৬ | ১৯ | ১।৩ |
| সু | ৮ | ২৭ | ৫।৯ | ১১।৫৯ | ৬।৪৮ | ১৭ | ২০ | ১।৫২ |
| স | ৯ | ২৮ | ৫।৯ | ১১।৫৯ | ৬।৪৮ | ১৮ | ২১ | ২।৩৯ |
| দেও | ১০ | ২৯ | ৫।৯ | ১১।৫৯ | ৬।৪৯ | ১৯ | ২২ | ৩।২৭ |
| সো | ১১ | ৩০ | ৫।৯ | ১১।৫৯ | ৬।৪৯ | ২০ | ২৩ | ৪।১৩ |
| ম | ১২ | ৩১ | ৫।৯ | ১১।৫৯ | ৬।৫০ | ১২ | ২৪ | ৫।০ |
| ব | ১৩ | ৩২ | ৫।৯ | ১২।০ | ৬।৫০ | ২২ | ২৫ | ৫।৪৭ |
| বি | ১৪ | আহাৰ | ৫।৯ | ১২।০ | ৬।৫০ | ২৩ | ২৬ | ৬।৩৫ |
| সু | ১৫ | ২ | ৫।৯ | ১২।০ | ৬।৫১ | ২৪ | ২৭ | ৭।২৪ |
| স | ১৬ | ৩ | ৫।৯ | ১২।০ | ৬।৫১ | ২৫ | ১ | ৮।১৫ |
| দেও | ১৭ | ৪ | ৫।৯ | ১২।০ | ৬।৫১ | ২৬ | ২ | ৯।১০ |
| সো | ১৮ | ৫ | ৫।১০ | ১২।১ | ৬।৫১ | ২৮ | ৩ | ১০।৮ |
| ম | ১৯ | ৬ | ৫।১০ | ১২।১ | ৬।৫১ | ২৯ | ৪ | ১১।৯ |
| ব | ২০ | ৭ | ৫।১০ | ১২।১ | ৬।৫২ | ৩০ | ৫ | ১২।১২ |
| বি | ২১ | ৮ | ৫।১০ | ১২।১ | ৬।৫২ | ১ | ৬ | ১৩।১৪ |
| সু | ২২ | ৯ | ৫।১০ | ১১।১ | ৬।৫২ | ২ | | ১৪।১৫ |
| স | ২৩ | ১০ | ৫।১০ | ১২।২ | ৬।৫২ | ৩ | ৭ | ১৫।১৩ |
| | | | | | | ৪ | ৮ | |
| দেও | ২৪ | ১১ | ৫।১১ | ১২।২ | ৬।৫২ | ৫ | ৯ | ১৬।৭ |
| সো | ২৫ | ১২ | ৫।১১ | ১২।২ | ৬।৫২ | | ১০ | ১৬।৫৫ |
| ম | ২৬ | ১৩ | ৫।১১ | ১২।২ | ৬।৫২ | ৬ | ১১ | ১৭।৫৩ |
| ব | ২৭ | ১৪ | ৫।১১ | ১২।২ | ৬।৫২ | ৭ | ১২ | ১৮।২৯ |
| বি | ২৮ | ১৫ | ৫।১১ | ১২।৩ | ৬।৫৩ | ৮ | ১৩ | ১৯।১৩ |
| সু | ২৯ | ১৬ | ৫।১২ | ১২।৩ | ৬।৫৩ | ৯ | ১৪ | ১৯।৫৭ |
| স | ৩০ | ১৭ | ৫।১২ | ১২।৩ | ৬।৫৩ | ১০ | ১৫ | ২০।৪২ |

পুৰ্নিমা ৬ দিনৰ ৪।৪৫ পুআ।

আমাবাস্যা ২০ দিনৰ ৮।৩৭ ভাটি।

এই অৰুনোদই পত্ৰ মোং শিৱসাগৰৰ আমেৰিকান বাপ্টিষ্ট মিসন চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

THE ORUNO'DOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুর্থ চোঙা। মো° সিৱসাগৰ, জুন, ১৮৪৯ খ্রি° অ° সঁক। নম্বৰ ৬।

VOL. IV. SIBSAGOR, ASAM, JUNE, 1849. No. 6.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

কলিকতাত থকা ৰাজা ৰাজ নাৰায়ন ৰাই নামে এজন লোকৰ ঘৰত চোৰে সোনাই ২৮,০০০ ৰুপৰ হিৰা মুকুতা আদি কৰি নিলে।

আমদ নগৰৰ ওচৰত ১৫ বচৰ বয়সিয়া তিৰোতাই স্বামিএ সৈতে সতি জাবৰ নিমিত্তে ওলালত পুলিচৰ পিয়দাই তাকে মুনি নিবাৰন কৰিবলৈ গল, কিন্তু ব্ৰাহ্মন আদি জি লোক তাতে আচিল, সিবিলাকে পিয়দাক খেদালে, পাচে তিৰোতাই জুইত সোমাই মৰি গল। তাতে বিচাৰ কৰ্তাই মানুহ পঠাই সেই তিৰোতাক পোৰাবিলাক বধ কৰা বুলি ধৰি অনাই সোধ কৰিবৰ নিমিত্তে কইদত ৰাখি থলে।

বম্বাই নগৰৰ পিয়ল কৰাত মতা ২,৭৫,-১৯০, তিৰোতা ২,৪৩,১৩১, মুঠে মানুহ ৫,১৯,১২১ পালে।

এতিয়া মানুহে কোআ কুই কৰে, গৱৰ্নৰ জেনৰল লৰ্ড চাহাবে ৰাজ মেলে সৈতে কলিকতা নগৰ এৰি হিমালই পৰ্বতৰ ওচৰত চিমলা নগৰত বসতি কৰি তাকে ৰাজ নগৰ পাতিবলৈ আলচ কৰ্চিৰে।

প্ৰধান সেনাপতি লৰ্ড গফ চাহাবৰ সলনি হৈ চেৰ চাৰ্লচ নেপিয়ৰ ইংলণ্ডৰ পৰা আহি কলিকতা নগৰ পালত ১৭ মেই তাৰিখত তেঁওৰ মৰ্জতালৈ বৰ ভোজ পাতিলে; পাচে তেঁও সৈন্য সকলোকে চলাবলৈ ওপৰ হিন্দুস্থানলৈ ওলাই গল।

কলিকতাৰ হিন্দু মেডিকল কলেজ অৰ্থাত বেজ সালত ২৫০ চাত্ৰৰে বিদ্যা সিকিচে। তাতে কগিয়া মানুহৰ হাত ভৰি কাটি ৰোগ বেথ গুচাই, আৰু সিকিবৰ নিমিত্তে মৰা সও দিনে পতি কাটি অস্থি সিৰ চাই চাই থাকে। এবচৰৰ ভিতৰত মৰা জিয়া মুঠে পাঁচ সতৰ্ক অধিক মানুহ কাটিলে। হিন্দু মানুহৰ মাজত জিটো প্ৰথমতে মৰা স কাটিবলৈ সাহ পালে, তেঁওৰ নাম বাবু মধুসুধন গুপ্ত; ১০ জানুআৰি ১৮৩৬ সঁকত কাটিবলৈ ধৰিলে, পাচে সকলোএ এই ৰূপে কাটি চাবলৈ সাহ পালে। সেই বাবুৰ জসস্যা কৰিবৰ নিমিত্তে তেঁওৰ নকচা লিখাই বিখ্যুম নামে ৰাজ মেলআই এজনে কলেজৰ ভিতৰত আৰি থোআলে।

এপ্ৰিল মাহৰ এক ৰাতিত এজনি তিৰোতা মানুহক বধ কৰি অমৰ্জতালিকৈ নাক কান মুখ আদি কাটি থোআ আচিল। পাচ দিনা পিয়দাই সৈতে জতন ৰূপে বধ কৰাটিক বিচাৰি নে পালে।

চিমলা নগৰত ২৯ এপ্ৰিল তাৰিখে ডাৰ্তনেল নামে এজনি মেম চাহাবে আয়া লৰাই সৈতে থকাত বজ্ৰুপাত পৰি দুয়ো জনি মৰিল; লৰাটি দুখ পায়ো জিলে।

হজচন নামে এজন চাহাবৰ জিএক ওপৰ হিন্দুস্থানলৈ জাবৰ নিমিত্তে ২৮ মেই তাৰিখে কলিকতাৰ কৈলা ঘাটত এখন নাৱত উঠিবলৈ ধৰোঁতে ভৰি পিচলি দ পানিত পৰিলত সোঁতে নিয়াত ঘুৰি নে দেখিলে।

ডক্তৰ চুইপ্ত নামে এজন চাহাবে লৰাই সৈতে তিৰোতা আৰু ভনিএক এজনিকো লগত লৈ লাহোৰ নগৰলৈ জাওতে ৯ মেই তাৰিখত পাটনা নগৰৰ ওচৰ পালত নৈৰ মাজত পাল ভৰি গৈ

থকাত এক তুফান বতাহে বেগাই মৰাত নাও উবুৰি খাই গল। তাতে চাহাবে ভিতৰ সোমাই লৰাক হাতত ধৰি আনিলে; পাচে ভনিএকক ৰখ্যাৰ নিমিত্তে এটা ডাঁৰ দিলে, আৰু এহাতে তিৰোতাক ধৰি লৰাই সৈতে সাঁতুৰিবৰ মনেৰে পানিত পৰিল। তিনিওটা তল জোআত তিৰো তাই হাতৰ এৰাল, পাচে চাহাবে ওলালত তিৰোতা তল জোআত চুলি মাথোন দেখিলে। তাতে উপাই নে পাই সেই চাৰি মহিয়া লৰাক হাতৰ পৰা এৰি তিৰোতাৈল সাঁতৰ মেলি গৈ চুলি ধৰি উলিয়ালত তেঁও বৰ ভই খাই চাহাবৰ ডিঙ্গিত ধৰি আকও তলৈল নিলে। সেই সময়ত এক নাৱৰিয়াই দেখি বাঁহ এডাল আনি দিলত মেমে তাত ধৰি উঠিল, পাচে চাহাবেও ওলাই দুয়ো ৰখ্যা পাই কথমপিহে জিলে। ভনিএকো ডাঁৰে সৈতে উপজি থাকি ৰখ্যা পৰিল; লৰাটি মৰিল।



সোন ধোআ মানুহৰ নকচা।
Washing for Gold.

কালিফৰ্নিয়া দেসত সোন খানিবলৈ অনেক মানুহ এতিয়ালৈ গৈ আছে। সেই সোন থকা ঠাই বহলে দিঘলে এস মাইল অৰ্থাত চ দিন মানৰ বাট হৈছে। তাৰ মাজে দি চাক্ৰামেন্তো নামে এখন নৈ পৰ্বতৰ পৰা বৈ গৈছে। ৮ হাত দলৈকে সোন থাকে, ওপৰ ভাগত সৰহ, তলৈল খানিলে ক্ৰমে অলপ অলপহে পাই। কোনো মানুহে দিনটতে আধ সেৰকৈ পাই, কোনোএ ১০ টকা ২০ টকা এই দৰে পাই; জেতিয়া ৩।৪ টকা সোন অৰ্থাত দুই তিনি কুৰি ৰুপতকৈ অধিক দাম নে পাই, সেই ঠাই এৰি আন ঠাইত বিচাৰে। কেতিয়াবা এজোখৰতে পোআ আদ পোআকৈ পোআ জাই, এইমান একো জোখৰ ডাঙ্গৰ ডাঙ্গৰ আছে। মুঠে সকলোএ খনাত দিনে দিনে ২,০০,০০০ ৰুপৰ বস্তু ওলাই। ধন এইমান সৰহ হোআতো খোআ বস্তু নে পাই অনেক মানুহ লঘোনেই আছে, আৰু জৰ নৰিয়া পৰিও অনেক মৰিছে। এপিপা পিঠা গুৰিত ৪০ টকালৈ বেচে; বেনাত কাপৰত ১০০ মান লই। চাকৰে মাহত ২০০।৩০০ টকা নে পালে কাম ন কৰে। দেসৰ অধিকাৰেও সোন খানিবলৈ গল, তেঁওৰ চাঙ্গমায়ে মাহিলি ৬০০ ৰুপ পায়ো কাম এৰি জোআত অধিকাৰৰ আপোন হাতে ভাত ৰন্ধা অৱস্থা হল। আৰু তাত কেতবোৰ মানুহক বধ কৰাও হৈছে, কাৰন কোনোটোএ সৰহকৈ পাবৰ দেখিলে দুষ্টে তকা দি তাক মাৰি সোন কাঢ়ি লই। এমাহৰ ভিতৰত এই ৰুপে ১৫ জন মানুহ বধ কৰা হৈছিল।

এতিয়া প্ৰিথিবিৰ সকলো মানুহৰ হাতত আন্দাজে ধন ২,৪০,০০,০০,০০০ টকা আছে; ৮।১০ বচৰৰ ভিতৰত কালিফৰ্নিয়াৰ পৰা আৰু এইমান জদি ওলাই, সোনৰ দাম সাস্তা হব; এতিয়া সোন টকাত ১৫ ৰুপ মান হই, পাচে ৯।১০ ৰুপ মান হব; কাল ক্ৰমে কি জানি সামান্য মানুহেও সোনৰে টৌ বাটি লব পাৰিব।

কালিফৰ্নিয়া দেসলৈ জাবৰ নিমিত্তে ফেবৰুআৰি মাহৰ আগৈএ আমেৰিকাৰ ৮,৪৮৪ জাত্ৰিএ সৈতে দখিন আমেৰিকা ঘুৰি জোআ ১৪১ জাহাজ মেলি গল। আমেৰিকাৰ জি মাজ তোখৰ ঠেক হৈছে, তাতে জাহাজৰ পৰা উঠি বামে দি জাবৰ নিমিত্তে ২,৬৮৬ মানুহ আন ৩৭ খন জাহাজত গল।

ৰুমিয়া ৰজা প্ৰজাৰ ভয়েৰে পলাই জোআত ৰাজ মেলুআই গোট খাই ৮ ফেবৰুআৰিত আলচ কৰি ৰিপবলিক অৰ্থাত স্বতন্ত্ৰ ৰাজ্য পাতিবলৈ থিৰ কৰিলে। পাচে ফ্ৰান্সি লোকে আগৰ

ৰজাক আকও সিংহাসনত ধৰলৈ সেনাক পঠাই দিইতে ৩০ এপ্রিলত ৰোম নগৰৰ ওচৰ পাই আক্রমন কৰিবলৈ ধৰিলে। তাতে প্রজাবিলাকে কোঁঠৰ পৰা টোপেৰে গুলিয়াই ৯০০ মান মাবিলত ফ্রাঞ্চিএ ঘাটি হৈছিল।

ৰোমৰ ৰাজ মেলত মাজিনি নামে এজন মেলুআই সকলোৰে আগত প্রসঙ্গৰ কথা কৈ কৈ, আমাৰ স্বতন্ত্র দেস হবৰ নিমিত্তে জি ৰন ওলাৰ তাক নিবাৰন কৰিবলৈ তালেমান ধন লাগিব বুলি কোআত ৰাজ মেলত বহি থকা বৰ লোকৰ তিৰোতা সকলে সুনি উচাহ মনেৰে আপোন আপোন হিৰা মুকুতা আদি সোনৰ অলঙ্কাৰ সোলোকাই সিলা বুিষ্টিৰ দৰে সেই মেলুআইৰ আগত পেলাবলৈ ধৰিলে।

চাৰ্দিনিয়া দেসত অস্ত্রিয়াৰ সেনাপতি ৰাদেত্স্কিএ চাৰ্লচ আল্‌বৰ্ত্ত ৰজাই সৈতে ৩২ মাৰ্চত নবাৰা নগৰৰ ওচৰত প্রধান জুধ কৰি ৪০০০ মানুহ মাৰিলে, ৩০০০ বন্দিয়াৰ আৰু ১২ টা বৰ টোপো নিলে। ৰজাই ইয়াকে দেখি অসন্তোস পাই ২৭ তাৰিখত বিক্তৰ ইমানুএল নামে আপোনাৰ পুত্ৰেকৰ গাত ৰাজ্য ভাৰ সমৰ্পন কৰি এৰি গুচি গল। পাছত ন ৰজাই অস্ত্রিয়াক ৪,০০,০০,০০০ টকা দিম বুলি কথা বান্ধি অস্ত্রিয়াৰ সেনাপতিএ সৈতে মিল কৰিলে।

হৰ্মনস্তাত নগৰত কচিয়া আৰু অস্ত্রিয়াৰ সেনাবিলাক ৰাখি থাকোঁতে বেম নামে হঙ্গাৰি সেনাপতিএ আক্রমন কৰি সিইঁতৰ কোঁঠ কাঢ়ি ললে।

হঙ্গাৰি প্রজাবিলাকক দমন কৰিবলৈ অস্ত্রিয়াৰ ৰজাই ৫০,০০০ সেনাক পঠালত হঙ্গাৰিৰ ৯০,০০০ মানুহ ওলাই ২ এপ্রিলত জুধ কৰি অস্ত্রিয়াৰ ১৬ বৰ টোপ, আৰু ১২০০ বন্দিয়াৰ নিলে। পাছে ৬ তাৰিখত গোদোলো নগৰত আকও জুধ কৰি দেম্বিন্‌স্কি নামে হঙ্গাৰি সেনাপতি বৰ টোপ ২৬ টা কাঢ়ি নিলে, আৰু ৩২০০ বন্দিয়াৰ ধৰিলে। তেঁওৰ হানি ২০০০ মানুহ; অস্ত্রিয়াৰ হানি মৰা আৰু ঘুন হোআ ৬০০০।

অস্ত্রিয়াৰ ৰজাক উপকাৰ কৰি হঙ্গাৰি লোক আৰু তেঁওৰ আন আন প্রজাবিলাকক দমন কৰিবলৈ কচিয়া ৰজাই অস্ত্রিয়া দেসলৈ ১,৫০,০০০ সেনা পঠাইছে।

১৫ মাৰ্চত ফ্রাঙ্কফৰ্ত্ত নগৰৰ আৰ্চডিউক জন নামে জৰ্মানি দেসাধিকাৰে ৰাজ মেলৰ আগত আপোনাৰ ভাৰ এৰি দিলে; পাছে ২৮ তাৰিখত ৰাজ মেলুআইবিলাকে প্ৰুচিয়াৰ ৰজাক দেসাধিকাৰ ৰাবলৈ নিজোজন কৰিলে; কিন্তু সেই ভাৰ দিবলৈ মন্ত্রি পঠালত ৰজাই তাক লবলৈ অসমন্থ হল। আৰু ফ্রাঙ্কফৰ্ত্তৰ ৰাজ মেলে সৈতে আলচ ন কৰি তাৰ ওচৰলৈ ৪০,০০০ সেনাক পঠাইছে; প্রজাই সৈতে ৰন কৰিব বুলি সংসই কৰিছে।

আমেৰিকাৰ মিল দেসৰ নুঅৰ্লিঞ্চ নগৰত ম্লাউৰ হৈ ৫০।৮০ মান মানুহ নিতৌ মৰিছিল, আৰু কোনো কোনো জাহাজৰ মানুহ মাউৰ হৈ মৰাৰ কাৰনে, জাহাজেই জাৰ নোআৰি আটকি ৰল। চিন্‌চিনাত্তি আৰু আন আন ঠাইতো অনেক মানুহ মৰিল। টেকচাচৰ সেনাবিলাকৰ মাজত মাউৰ হৈ বহুত হানি হল।

নাপলি দেসৰ বিচুবিয়চ পৰ্ব্বতৰ পৰা সদাই জুই ধুঁআ ওলাই থাকে; এবছৰ দুবছৰ মানত লাৱা, অৰ্থাত জুইৰ তাপেৰে পমি জোআ বস্তু সৰহকৈ ওলাই, পৰ্ব্বতৰ দাঁতিত থকা গাঁওবোৰো কেতিয়াবা নষ্ট কৰে। ১২ জানোআৰিত সেই পৰ্ব্বতৰে এমুৰ কাটিল, আৰু ভিতৰৰ পৰা জোল ওলাব বুলি ওচৰত থকা মানুহ তাৰ পৰা আঁতৰি গল।

কলিকতাত মেগৰ চাহাবে পুনৰাই দুবাৰ বলুনত উঠিবলৈ ধৰিছিল তথাপি এস চকুৰি হাতত কৈ ওখলৈ উঠিব নোআৰিলে। আৰু এবাৰ উঠুঁতে বলুনে ঘৰত খুন্দা খাই তললৈ পৰিল, তাতে কোনো পত্রত লিখিছে বোলে, মেগৰ চাহাবে বৰ দুখ পালে, কোনোত লিখিছে হাত কি তৰি এটা ভাগিল। সেই চাহাবে ফ্রাঞ্চ দেসত ৰাব চাৰেক বলুনত উঠিছিলে বোলে, কিন্তু তাতে পাত কাপৰেৰে বলুন সাজিছিল, আৰু গাচ, অৰ্থাত এবিধ পাতল বায়ুৰে তাক ভৰাই দেখি তালৈকৈ উঠিব পাৰিছিল; কিন্তু সুনিছোঁ কলিকতাত সি কপাহি কাপৰেৰে বলুন সাজিছিলে, আৰু তাত ভৰাবলৈ সেই ৰকমৰ গাচ নে পালে।

মান দেশৰ দখিন ফালে থকা স্যাম দেশৰ মহা ৰজাৰ দদায়েকে ৰজাৰ অহিতে সিংহাসনত উঠি ৰজা হম বোলাত, ৰাজ আগ্যাই সেই দেশৰ দম্বুৰেৰে তাৰ গোটেইটো গাৰ হাৰবোৰ টান্দোনেৰে মৰিয়াই গুৰিকৈ ভাঙ্গিলে।

আমেৰিকাৰ ফিলাদেলফিয়া নগৰলৈ জাহাজে দি অহা জোআ কৰা মানুহবিলাকে ঈশ্বৰক সেৱা কৰিবলৈ পানিৰ ওপৰত ওপঙ্গি থকাকৈ এটা গির্জা ঘৰ সাজিলে। সেই মন্দিৰটো ৮৫ ফুট দিঘল, ৩২ ফুট বহল, ৭০ ফুট ওখ। আৰু ২০০০ দু হেজাৰ মুনিয়া দুখন নাও সকত্তকৈ মাৰ বান্ধি, তাৰ ওপৰত্তে পেঁচ লগা বৰ বৰ লোৰ খুঁটিবোৰেৰে সৈতে মন্দিৰ বান্ধিচে। আৰু মন্দিৰৰ বাহিৰে চাৰিও ফালে ঘুৰি ফুৰিব পৰাকৈ ৮ ফুট মান বহল পাট পাৰি দিয়া বাট আছে, তাৰ কাসৰত মানুহ পৰাৰ ভয়েৰে সকত চিলিঙ্গি দিচে। সেই মন্দিৰৰ নকচা তলত লিখা আছে।

আপোন দেস এৰি আমেৰিকা মিল দেসত নিবাস কৰিবৰ নিমিত্তে আয়ৰলণ্ড, আৰু জর্মানিৰ পৰা ৩,০০,০০০ তিনি লাখ মান মানুহ আহি ১৮৪৮ বচৰত নুয়র্ক নগৰ পালেহি

ফৰ্থ নামেৰে এখন ডাঙ্গৰ ভাপ জাহাজ ইংলণ্ডৰ পৰা বেৰ্মোদা উপদিপলৈ জাঁওতে ১৩ জানুআৰিত এটা বৰ সিলত খুন্দা খাই ভাগিল। কিন্তু জাহাজত জোআ সকলো মানুহবোৰ ৩। ৪ খন নাৱত উঠি এটা সৰু মাজুলিলৈ গৈ ৰখ্যা পৰিল। পাচে আন এখন জাহাজ সেই বাটে দি জাঁওতে সিহঁতক দেখি তুলি নিলে। সেই জাহাজ নষ্ট হোআ সময়ত ৬,০০,০০০ চই লাখ মান মুল্য হব, কিন্তু তাক সাজোঁতে তাতকৈ অধিক খৰচ হৈছিল।

ইংলণ্ডৰ পেঞ্জেলি গাঁৱত ৬ বচৰিয়া এটা কুমাৰৰ লৰাই কাঠ ভৰাই অনা এখন গাঁৰিৰ ওচৰলৈ জাঁওতে কেনেবাকৈ জুঁটি খাই পৰিল, তাতে গাঁৰিৰ ঘিলাই তাৰ মুৰৰ ওপৰে দি বাগৰি জোআত তোখৰ তোখৰকৈ চিন্দি চেপি একে বেলিএ মাৰিলে।

ইংলণ্ডত অতি সুন্দৰকৈ গিত গাব জনা জেনি লিণ্ড নামেৰে এজনি মেম চাহাবে হস্পিটাল, ইস্কুল প্ৰভিতিলৈ চান্দা কৰি কপ দিবৰ আসয়েৰে এঠাইত দু ৰাত্তি গিত গালে; তাকে সুনিবলৈ অহা মানুহবিলাকৰ পৰা ১৮৬০০ মান কপ পালে। আৰু ৩ বচৰৰ ভিতৰতেঁও সেই কপে ঠায়ে ঠায়ে চান্দা কৰি ১,২০,০০০ মান দিলে।



Floating Church for Philadelphia.



## ঘোঁৰাৰ বিবৰন।

সকলো চাৰি ঠেঙিয়া জন্তুতকৈ ঘোঁৰা অতি সুন্দৰ; আৰু কুকুৰ হাঁতি এই দুইৰ বাহিৰে আন আন পহুতকৈ তাৰ গিয়ান চেনেহো অধিক; তাক মৰমেৰে ভালকৈ প্ৰতিপাল কৰিলে সিও জানি, তাৰ উপকাৰ কৰে। সকলো পোহনিয়া জন্তুতকৈ ঘোঁৰা বেগি; সি মানুহৰ সদাই পথত আৰু ৰনত আৰু খেতিৰ কৰমত অতি উপকাৰ কৰে। আৰু সি মৰিলেও চাল খন সজা পৰা অনেক ৰনলৈ সদাই লাগে। আৰু কোনো দেসৰ মানুহবিলাকে ঘোঁৰাৰ মঙহ অতি সুন্দৰ বুলি খাই।

এনে প্ৰধান জন্তুৰ নিজ গুন জানিব লাগিলে, ঘোঁৰা সালত বা চৰোআ পথাৰতে জানিব নোআৰি; কিন্তু জি হাবিত বা পথাৰতেই উপজিল, আৰু জি ঠাইত মানুহৰ অধিন নো হোআকৈ সুখেৰে থাকে, সেই ঠাইতহে তাৰ গুন অতি সুন্দৰকৈ জানিব পাৰি।

কেতিয়াবা বনৰিয়া ঘোঁৰা পাঁচ স চস মান একোজাক হৈ চৰি থাকে, তথাপি কোনো জন্তুএৰে হিংসা হিংসি ন কৰে; আৰু জদি ঘোৰাবোৰ সোৱে নাইবা অসাৱধানে থাকে তেতিয়া তাৰে এটাই চাৰিও ফালে চাই থাকে, তাতে কোনো মানুহ জাৰৰ দেখিলে সি হেক হেকাই দিএ, তাতে আটাইবোৰ অতি বেগে লৰ মাৰে। সেইবোৰ দেসৰ পথাৰবোৰত সদাই ৰন থাকে দেখি ঘোঁৰাবোৰ আপোন ইচাৰ দৰে চৰি ফুৰি উমলি থাকে।

আফ্ৰিকা, আমেৰিকা আৰু আন দেসবিলাকত

বনৰিয়া ঘোঁৰা পাই, কিন্তু প্ৰাই সকলো দেসত প্ৰতিপাল কৰা ভাল স্বভাৱেৰে উত্তম ঘোঁৰা পোৱা জাই; তথাপি সকলো ঠাইতকৈ আৰব দেসত অতি উত্তম ঘোঁৰা ওপজে, সেই ঠাইৰ ঘোঁৰাবোৰ দুষ্ট ন হই আৰু বৰ বেগি, অতিসই সুস্থি। কিন্তু সহহকৈ ভাৰ পাতিহে নে থাকে, আৰু সেই দেসৰ মানুহে বহু জতন কৰি ধৰে; সেই ঘোঁৰাবোৰ অতি সুন্দৰ হই, তথাপি পোহনিয়াবোৰৰ নিচিনা ডাঙ্গৰ ন হই। সিইঁত অতিসই বেগি, আৰু বৰনটো কপিলা, কান্দ চুটি, আৰু ভিঙ্গিৰ ৰবোৰ কলা। সিইঁতক ধৰিবলৈ বাশিত ফান্দ পাতি থই, তাতে ঘোঁৰাবোৰ লাগে, পাচে বান্ধি থৈ অলপ দিন সিকালেই জাতি হই।

আফ্ৰিকাত উঠ নামে এবিধ অতি ডাঙ্গৰ চৰাই আছে, সেই চৰাইৰ দেউকা নিচেই সৰু, সেই নিমিত্তে উৰি জাব নোৱাৰে, কিন্তু অতি বেগে লৰ মাৰিব পাৰে, আৰু অকল ঘোঁৰাইহে তাৰ বেগত সমান হই, আৰু তাৰে উঠ চৰাইক খেদি ফুৰে; জি ঘোঁৰাৰে খেদি ধৰিব পাৰে, সেই ঘোঁৰাৰ দৰ অধিক হই, কেতিয়াবা ২০০০ মান টকা পাই।

আৰবিয়া লোকে প্ৰাই ঘুৰিবেহে সদাই ফুৰে, কিয়নো ঘোঁৰাতকৈ ঘুৰিএ ভুখ, ঘুম, ভোক, পিয়াহ অধিক সহিব পাৰে, আৰু একো দুষ্টালি ন কৰাকৈ ওৰে দিনটো নম্ৰ মতে থাকে, ইয়াকে সিইঁতে অনেক পৰিধাৰে চাই বুজিলে। কিন্তু তুৰুকবিলাকে কেৱল মতা ঘোঁৰাতহে বৰ আস্থিক কৰে, সেই কাৰণে আৰবিবিলাকে জি ঘোঁৰাক ধাহি ন কৰি আগলৈ পোৱালি হবৰ নিমিত্তে সাঁৰ ভতৰাৰ নিচিনা বহু জতনেৰে প্ৰতিপাল কৰি একো কাম ন কৰোআকৈ ঘৰত বাধি থই, সেইবোৰত বাজে আন সকলোবোৰ তুৰুকবিলাকত বেচে। সিইঁতে বহু কালৰ আগৰে পৰা ঘোঁৰাৰ বংশাৱলি বাধি থই তাতে ঘোঁৰা উত্তপত্তি বুজ পাই; এই নিমিত্তে সিইঁতে ঘোঁৰাবোৰক তিনি জাতৰ তিনি ভাগ কৰি বাখি প্ৰতি ভাগৰ বেলেগ বেলেগ নাম দি থৈছে; প্ৰথম ভাগ পুৰাতনিয়া আৰু প্ৰধান, আৰু কোনো কালেও মতা বা মাইকি আন ঘোঁৰাৰ বা ঘুৰিৰ লগত সংলগ হৈ বিজতুআ ন হই; দুতিয় জাতিও পুৰাতনিয়া তথাপি বিজতুআ; ত্ৰিতিয় জাতি হলে নিচেই সামান্য, এই কাৰন সেইবোৰক অলপ দৰতে বেচে। আৰু প্ৰথম জাতি ঘোঁৰাৰ লগতো দুতিয় জাতিৰ কোনো উত্তম ঘোঁৰাক সমান দৰতে বহু ধনলৈ বেচে। সিইঁতে বহু কালৰে পৰা পৰিধা কৰাৰ হেতুকে ঘোঁৰাক দেখিলেই তাৰ গাৰ চিন, বৰন চাই, কি জাত, কি নাম হই তাক কব পাৰে। জেতিয়া সিইঁতৰ প্ৰথম জাতিৰ সাঁৰ নে থাকে, তেতিয়া গাঁৱৰে সাঁৰ এটাক অলপ ধন দি আনি ঘুৰিৰ লগত কিচু কাল বাখি থই, পাচে সেই সাঁৰৰ আৰু আপোন ঘুৰিবো নাম, জাত লিখি বাখে। জেতিয়া ঘুৰিৰ পোৱালি জগে, তেতিয়া আন মানুহক দেখাই সাখি কৰে, আৰু পোৱালিৰ গাতে কোনো চিন বাখে, আৰু তাৰ ওপজা বাৰ, দিন, লিখি থই। পাচে জি লোকে ঘোঁৰা কিনিবলৈ আহে, তাক সেই চিন দেখাই আৰু সাখি কৰি লিখা পত্ৰকো দিএ, তাতে ঘোঁৰাৰ নাম সবহ হই। আৰু সেই জাতিৰ সামান্য ঘুৰিবোৰতো ১২০০।২৫০০ টকা মানত বেচে; আৰু কোনো উত্তম ঘুৰিবোৰত কেতিয়াবা ১৪,০০০ বা ১৫,০০০ টকা দৰ হই।

আৰবিবিলাকে ঘোঁৰাক এনেহে সিকাই জে অতি বেগে জোআতো টিপা মাৰিলেই ধোৱতে ৰই। আৰু তবিত কাঁইট নো হোআকৈ অলপ গোৰোহনি মাৰিএই অতি বেগে চলাই; আৰু এনেহে আগ্যাৰ বস হই জে এতাল চেকনিৰেই ভলৈকে ইচা তালৈকে লৈ জাই। সিইঁতৰ ঐশ্বৰ্য বিভুতি কেৱল ঘোঁৰাইহে। আৰব দেসৰ লোকে ঘোঁৰাক পুত্ৰ সমান চেনেহ কৰে, আৰু লৰা তিৰোতা আদি কৰি সকলোবোৰ একে লগে একে কোঁঠালিতে থাকে, আৰু জেতিয়া সৰু লৰা চোআলিবোৰে ঘুৰিৰ তিতিত বা গাত উঠি লোএ তেতিয়া সবাই কেনেবাকৈ দুখ পাই বুলি আপোনাৰ গা সবাৰলৈকে ভই কৰে। সেই দেসৰ লোকে সিইঁতৰ ঘোঁৰাক কেতিয়াও নো কোবাই কিন্তু অতি মৰম কৰে, আৰু মানুহক কোআৰ দৰে ঘোঁৰাৰ আগত কথাহে কই। সেই কোঠেই

দেশ খনত আপোনাৰ অধিকাৰ কত্তোৱাত জাৰ বুলি ওৰে দিনটো ঘোঁৰাক নজাই দুআৰ মুখতে বান্ধি থই, আৰু দিনত ঘাঁহকো খাব নি দিএ।

বাৰেবি দেশত এজাত সুন্দৰ ঘোঁৰা উতপন হই, সেইবোৰৰ নাম বার্ব বোলে, সিহঁতৰ খুৰা টান, আৰু আন কৰমতকৈ চেঁকুৰ মেলোঁআত অতি ভাল; কোনোএ বোলে, সেই ঘোঁৰা বুৰাই ন হই কিয়নো মৰনলৈকে তাৰ সক্তি থাকে। আৰব দেশৰ ঘোঁৰা বাৰেবি দেশৰ ঘোঁৰাৰ সমান চিকন ন হই, কোনোএ কই সমান; আৰব দেশৰ বনৰিয়া ঘোঁৰাবোৰ বনলৈ অতি চিকন।

ভাৰত বর্ষৰ ঘোঁৰাবিলাকৰো এক ৰূপ, সিহঁত খিন আৰু গাটো নির্মল। বৰ মানুহবিলাকে জিবোৰ ঘোঁৰাত উঠে, সেইবিলাক পার্চি আৰু আৰব দেশৰ পৰা অনাই, কিন্তু ভাৰত বর্ষত ওপজাবোৰ ঘোঁৰা সৰু আৰু দুষ্ট। এক কিতাপত লিখিচে বোলে, গ্রেইহাউণ্ড নামে এবিধ কুকুৰতকৈ অলপমান ডাঙ্গৰ এটা ঘোঁৰাত মগল ৰজাৰ সাত আঠ বচৰিয়া পুতেক উঠি ফুৰিবলৈ দস্তুৰ আচিল সেই দেশৰ এনে এটা ঘোঁৰা ইংলণ্ডৰ মহা ৰানিলৈ ভেঁটি দিবলৈ নিচিল; সেই ঘোঁৰা ওখই দুই হাত আচিল।

ভাৰত বর্ষৰ জিবিলাক উত্তমকৈ ঘোঁৰা চলাব পৰা বৰ মানুহ সেইবিলাকৰ এই এটা অতি চিকন অভ্যাস আচে; সিবিলাকে ঘোঁৰাত উঠি বৰকৈলৰি জাঁওতেই বৰচা এডাল পেলাই সি মাটিত নৌ পৰোঁতেই আকও ধৰে। আৰু এবিধ খেমালি কৰে, জে সিবিলাকে ঘোঁৰাত উঠি বৰকৈ চুটি মেলাই জাঁওতেই টাঙ্গেৰে গুটি মাৰে, পাচে গুটি মাটিত নৌ পৰোঁতেই আকও ওপৰতে মাৰেগৈ, এই ৰূপে মাটিত গুটি ন পৰাকৈএ আদ ক্রোচ মান বাটলৈকে কোনো বেলি সোঁ ফালে কোনো বেলি বাঁও ফালে অতি বৰ বেগে সেই গুটি মাৰি মাৰি জাই।

গুড হোপৰ ঘোঁৰা সৰু; আদিতে পার্চি দেশৰ পৰা আনিলে। চিন দেশৰ ঘোঁৰা ভাল, তথাপি চাপৰ। আৰু তাৰ ঘোঁৰা সাহিয়াল, সিংহ, বাঘলৈকো ভই ন কৰে।

ইস্পানিয়া দেশৰ ঘোঁৰাবিলাক পুৰ, অতি চিকন গুনৱন্ত; সিহঁতৰ চকু বৰ উত্তম আৰু মুৰ ভৰিও সুন্দৰ, তাক অলপতে জাতি বস কৰিব পাৰি। জদি জতনকৈ সিকাই চুটি মেলোঁআতো অতি উত্তম হই; কিন্তু সেই দেশত সিহঁত জেনে ভালে থাকে, উত্তৰ ফালে তেনে ভালে নে থাকে। তুৰুকবিলাকৰ ঘোঁৰাবোৰৰ বেলেগ আক্রিতি, আৰু মুখবোৰ দেখিবলৈ কুচিত, তথাপি বৰ বেগি। ডাঙ্গৰ আৰু বলি। সেই দেশৰ ঘোঁৰাৰ আন আন বৰন আচে, কিন্তু বগা বৰন অধিক।

নিদৰলাণ্ড দেশৰ ঘোঁৰাতকৈ জর্মানি দেশৰ ঘোঁৰা অতি ভাল। সিহঁতক জর্মানিবিলাকে গাঁৰি টনাই হই, তথাপি সেনাবিলাকৰ নিমিত্তে বৰ টোপ সৰহকৈ টনাই। সিহঁত বৰ ডাঙ্গৰ ন হই গাটো উত্তম, ভৰিৰ তল নিচেই কোমল। হঙ্গাৰি দেশৰ ঘোঁৰাবোৰ গাঁৰি টনাবলৈ উঠিবলৈ বৰ চিকন, আৰু বেগি। সিহঁত বৰ হই গাটো অতি সুন্দৰ জোখাৰ, আৰু সকলো বৰনিয়া।

দেন্মার্ক দেশৰ ঘোঁৰাবোৰ খৰতকিয়া, মুৰটো চুটি, উত্তম, জবোৰো চুটি। পোলণ্ড দেশৰ ঘোঁৰাবিলাক দেন্মার্ক দেশৰ ঘোঁৰাৰ দৰেই হই, কিন্তু সিহঁতৰ কঁপালৰ গর্হটো ভাল ন হই, বৰ খঙ্গাল। চুইচ দেশৰ ঘোঁৰাবিলাক প্রাই জর্মানি দেশৰ নিচিনা, জর্মানি দেশৰ মানুহবিলাকে সেই দেশৰ ঘোঁৰা অনেক কিনি আনে। পিডমণ্ড দেশৰ ঘোঁৰাবোৰ খঙ্গাল আৰু মজলিয়া ৰূপ, সিহঁতৰ সকলো বৰনিয়া আচে, ভৰি, চকু, অতি চিকন, কান সৰু, মুখ ভাল, কিন্তু সিহঁতে ভালকৈ মুখ ন বলাই।

নাপলি আৰু ইটালি দেশৰ ঘোঁৰাবোৰ প্রাই কুচিত আৰু খিনো, সৰহ বাটলৈ জাবহে নোআৰে; কিন্তু সিহঁতৰ গা পাতলৰ কাৰনে চুটি মেলাবলৈ বৰ চিকন, ইটালি আৰু নাপলি দেশতকৈ বৰ জাৰ ঠাইত সি ভালে থাকিব নোআৰে।

ইংলণ্ডৰ গাঁৰি টনা ঘোঁৰা ডাঙ্গৰ আৰু বলি; বনুআ ঘোঁৰা বৰ বলি আৰু চোকাও, সেইবোৰৰ নিচিনা আন কোনো দেশৰ ঘোঁৰা নাই। লণ্ডন নগৰত এটা ঘোঁৰাই ৭৫ মোন বস্তু টানি নিচিল, সেই নগৰৰ উত্তৰ ফালে বস্তু কঢ়িয়োৱা

কেতবোৰ ঘোঁৰা আচে, সিইঁত আটায়ে ৫ মোনতকৈ অধিক বস্তু ভাৰ বৈ নিএ, কিন্তু ইংলণ্ডৰ সকলো ঘোঁৰাতকৈ কল চলোআ ঘোঁৰাৰ সক্তিৰ আচৰিত প্ৰমান পোআ গৈচে, কিয়নো কেতবোৰ ঘোৰাই এঘাৰ মোন দহ সেৰতকৈ অধিক সৰহ বোজা লৈ জোআ দেখা হৈচে।

ইংলণ্ডত চাইলডৰ্চ নামেৰে এটা ঘোঁৰা অতি আচৰিত বেগি আচিল, সি এক নিমিসৰ ভিতৰত ৮২॥ ফুট নাইবা এক মিনিটত প্ৰাই আদ ক্ৰোচ জাই আৰু সেই ঘোঁৰাটে নিউমাৰ্কেট ফুৰি দুই ক্ৰোচৰ প্ৰাই আঠ স হাতহে কম বাট চই মিনিট দু কুৰি নিমিসত গৈচিল, প্ৰাই সকলোএ কই জে প্ৰিথিবিৰ মাজত এই ঘোঁৰা সকলোতেকৈ বেগি আচিল; নিউমাৰ্কেটত সি অনেক বাৰ তেতিয়া আন আন উত্তম ঘোঁৰাৰে সৈতে বাজি কৰি লৰ মৰোআত তাক কোনেও জিকিব নোআৰিলে। সিয়েইহে বেলিএ বেলিএ মুঠে কুৰি জেহাৰ ৰুপ জিকিলে সেই ঘোঁৰাৰ পাচে সকলোতে খিয়াত্তি হোআ ইক্লিপচ্ নামেৰে এটা ঘোঁৰা উপজি সিয়ো অনেক টকা পাইচিল। মাৰ্কুইচ নামেৰে আন এটা ঘোঁৰাই সাত বাৰ আৰি বাস্তি মেলোআত প্ৰায়ে ৬০ তিনি কুৰি হেজাৰ টকা জিকিলে,

ঘোঁৰাৰ পোআলি এটাকৈ ওপজে, আৰু সি প্ৰাই ২৫ বা ৩০ বচৰ মান জিয়াই থাকে।

গুনৰ আধাৰ প্ৰভু সৰ্বসক্তিমান
স্ৰুজিয়া দিলন্ত ঘোঁৰা নৰৰ নিদান,
অল্প কৰি তাৰ গুন কহিলোঁ বুজাই,
আৰু আচে নানা ৰুপে কহন নেজাই।



Almanac for July, 1849.

## জুলাই, অৰ্থাত সাওন, ১৮৪৯।

| বাৰ | জুলাই | আহাৰ | সূৰ্য্যোদয় | সূৰ্য্যৰ মধ্যাহ্ন | সূৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যাহ্ন |
|---|---|---|---|---|---|---|---|---|
| দেও | ১ | ১৮ | ৫।১৩ | ১২।৩ | ৬।৫৩ | ১১ | ১৬ | ২১।২৭ |
| সো | ২ | ১৯ | ৫।১৩ | ১২।৩ | ৬।৫৩ | ১২ | ১৭ | ২২।১৩ |
| ম | ৩ | ২০ | ৫।১৩ | ১২।৪ | ৬।৫৩ | ১৩ | ১৮ | ২৩।০ |
| ব | ৪ | ২১ | ৫।১৪ | ১২।৪ | ৬।৫৩ | ১৪ | ১৯ | ২৩।৯৪ |
| বি | ৫ | ২২ | ৫।১৪ | ১২।৪ | ৬।৫৩ | ১৫ | ২০ | পুআ |
| সু | ৬ | ২৩ | ৫।১৫ | ১২।৪ | ৬।৫৩ | ১৬ | ২১ | ০।৩৭ |
| স | ৭ | ২৪ | ৫।১৫ | ১২।৪ | ৬।৫৩ | ১৭ | ২১ | ১।২৫ |
| দেও | ৮ | ২৫ | ৫।১৬ | ১২।৫ | ৬।৫৩ | ১৮ | ২২ | ২।১৩ |
| সো | ৯ | ২৬ | ৫।১৬ | ১২।৫ | ৬।৫৩ | ১৯ | ২৩ | ২।৫৯ |
| ম | ১০ | ২৭ | ৫।১৬ | ১২।৫ | ৬।৫৩ | ২০ | ২৪ | ৩।৪৬ |
| ব | ১১ | ২৮ | ৫।১৭ | ১২।৫ | ৬।৫৩ | ২১ | ২৫ | ৪।৩৩ |
| বি | ১২ | ২৯ | ৫।১৭ | ১২।৫ | ৬।৫৩ | ২২ | ২৬ | ৫।২০ |
| সু | ১৩ | ৩০ | ৫।১৮ | ১২।৫ | ৬।৫২ | ২৩ | ২৭ | ৬।৯ |
| স | ১৪ | ৩১ | ৫।১৮ | ১২।৫ | ৬।৫২ | ২৪ | ১ | ৭।০ |
| দেও | ১৫ | সাওন | ৫।১৯ | ১২।৫ | ৬।৫২ | ২৫ | ২ | ৭।৫৪ |
| সো | ১৬ | ২ | ৫।২০ | ১২।৬ | ৬।৫২ | ২৬ | ৩ | ৮।৫১ |
| ম | ১৭ | ৩ | ৫।২০ | ১২।৬ | ৬।৫১ | ২৭ | ৪ | ৯।৫২ |
| ব | ১৮ | ৪ | ৫।২১ | ১২।৬ | ৬।৫১ | ২৮ | ৬ | ১০।৪৫ |
| বি | ১৯ | ৫ | ৫।২১ | ১২।৬ | ৬।৫০ | ২৯ | ৭ | ১১।৫৬ |
| সু | ২০ | ৬ | ৫।২২ | ১২।৬ | ৬।৫০ | ১ | ৮ | ১২।৫৬ |
| স | ২১ | ৭ | ৫।২২ | ১২।৬ | ৬।৫০ | ২ | ৯ | ১৩।৫৩ |
| দেও | ২২ | ৮ | ৫।২৩ | ১২।৬ | ৬।৪৯ | ৩ | ১০ | ১৪।৪৬ |
| সো | ২৩ | ৯ | ৫।২৩ | ১২।৬ | ৬।৪৯ | ৪ | ১১ | ১৫।৩৬ |
| ম | ২৪ | ১০ | ৫।২৪ | ১২।৬ | ৬।৪৮ | ৫ | ১২ | ১৬।২৩ |
| ব | ২৫ | ১১ | ৫।২৪ | ১২।৬ | ৬।৪৮ | ৬ | ১৩ | ১৭।৮ |
| বি | ২৬ | ১২ | ৫।২৫ | ১২।৬ | ৬।৪৭ | ৭ | ১৪ | ১৭।৫৪ |
| সু | ২৭ | ১৩ | ৫।২৫ | ১২।৬ | ৬।৪৬ | ৮ | ১৫ | ১৮।৩৮ |
| স | ২৮ | ১৪ | ৫।২৬ | ১২।৬ | ৬।৪৬ | ৯ | ১৬ | ১৯।২৩ |
| দেও | ২৯ | ১৫ | ৫।২৭ | ১২।৬ | ৬।৪৫ | ১০ | ১৭ | ২০।৯ |
| সো | ৩০ | ১৬ | ৫।২৭ | ১২।৬ | ৬।৪৫ | ১১ | ১৮ | ২০।৫৬ |
| ম | ৩১ | ১৭ | ৫।২৮ | ১২।৬ | ৬।৪৪ | ১২ | ১৮ | ২১।৪৩ |

পুৰ্নিমা ৫ দিনৰ ৮।৪৬ ভাটি।

আমাবাস্যা ২০ দিনৰ ৩।৩৩ পুআ।

এই অৰুনোদই পত্ৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আগিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

**THE ORUNODOI,**

***A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by*** **O. T. Cutter,** ***for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.***

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোঙা। মো° সিৱসাগৰ, জুলাই, ১৮৪৯ খ্রি° অ° সঁক। নম্বৰ ৭।

VOL. IV. SIBSAGOR, ASAM, JULY, 1849. No. 7.


## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

দিবুৰু গৰত শ্ৰীযুত কাপ্তান বেত্‌চ ৰৰ চাহাবে মেম চাহাবে সৈতে গাঁৱিৰে হেৰা খাবলৈ জাঁওতে কোনো এটা মানুহে গাঁৱিৰ পাচ ফালে মনে মনে আহি দা উলিয়াই চাহাবক কাটিবলৈ ধৰাত আৰ্দালি বৰকান্দাজে দেখি তাক ধৰিলে; পাচে সোধ কৰিবৰ নিমিত্তে কাটকত দি থলে।

সিৱসাগৰ জিলাৰ বজাৰত ২১ জুলাইৰ ৰাতিত জুই লাগি ৬ টা মান ঘৰ পুৰিলে।

ৰ্বত্তমান মাহৰ ২ তাৰিখে গাহৰি এটা মানুহৰ খেদাত থাকিব নোৱাৰি দিখৌনৈ পাৰ হৈ মঠাভাজ গাঁৱৰ পোনে হাৰি সোমাবলৈ জাঁওতে পকুআ নামে আহোম মানুহ একনে ঘৰৰ পৰা ওলাই তাৰ খেতিৰ গৰু খেদিবলৈ অহাত সেইটো গাহৰিএ তাক অকলেই পাই খুন্দা মাৰি বগৰাই দুই তিনি ঠাইত কামুৰিলে; পাচে নাৰৰিয়া মানুহে দেখি খেদিলত তেহে এৰি গল, তথাপি ঘৰলৈ নিয়াত অলপ বেলি থাকি সেই মানুহ মৰিল।

২৬ জুন তাৰিখত নাও, গাঁও আৰু জাতি ন জনা আন্দাজ তিনি কুৰি বচৰ বয়সিয়া মানুহ এটা কৰবাৰ পৰা আহি গ্ৰহনিৰ বেদনাত কাতৰ হৈ সিৱসাগৰ পুখুৰিৰ গৰ খাৰৈত কি জানি পানি খাবলৈ নাইবা আন কাৰনে গৈ পুনৰাই আহিব নোৱাৰি সেই খাৰৈৰ ওচৰতে মৰি থকা দেখিলে।

৩ এপ্ৰিল তাৰিখত মানিখা বাতি ৮ জন নগাই বাটত সুই থাকোঁতে আন গাঁৱৰ ৪০ জন মান নগাই সক্ৰ ভাৱে আহি সিইঁতৰ ৫ জন মাৰি মুৰ কাটি নিলে; এটাৰ হাত ভৰিও কাটিলে॥ কোন গাঁৱৰ পৰা সেই বধ কৰোঁতাবিলাক আহিল, তাৰ প্ৰমান ওলাল, কিন্তু আৰ কালি ম হই মানে সেই কথাৰ সোধ পোচ হব নোৱাৰে।

মানুহক ভই কৰাবৰ নিমিত্তে কোনো টৈটকুটিয়া মানুহে মিচাকৈএ এই বাত্ৰা কলে, বোৰ , মুল্‌তান লোকৰ নিমিত্তে অসম দেসৰ ২।৩ লাখ চোআলি দিব লাগে আৰু ধৰি ধৰি নি আচে, এই কথা কোআ কুই কৰাত সিৱসাগৰ বচা দৈৱাম আদি গাঁৱৰ মানুহে অতিসই ভই খালত অচিনাকিক দেখিলে তিৰোতাবিলাক পলাই থাকে, আৰু সিবৰ নো হোআ জি জি সৰু চোআলি সিইঁতকো গিৰিএকৰ ঘৰলৈ বেগাই উলিয়াই দিলে। এই ৰুপেৰে এমাহ মান ভই হৈ থাকি মিচা জেন ক্ৰমে জানিলে।

সেই ৰুপে কোনো দুষ্ট লোকে মানুহক ভই কৰাবৰ নিমিত্তে এপ্ৰিল মাহৰ ১২ তাৰিখে গৰু বিহুৰ দিনা বাতি দিবুৰু গৰ আৰু এই জিলাতো মটকে বন কৰিব বুলি কোআত, কোনো কোনোএ ভই পাই আপোনাৰ লোটা বাটি মাটিত পুতি থৈচিল।

২৩ জুন তাৰিখে চোপাৰৰ মৌজাৰ সাকিন ৰাওনাত থকা মোকামি নামে মচলমানৰ গৰুএ ৰহাইৰ কঠিয়া খাইচিল, তাকে দেখি ৰহাইৰ ভাই ৰহপুৰে কঠিয়াবোৰ খাইচে বুলি গালি পাৰিলত চন্দ্ৰি নামে মোকামিৰ তিৰোতাই কিয় গালি পাৰিচ হেন বুলি, সেই ৰহপুৰক এক চৰ মাৰিলে। সেই ৰুপে দন্দ হাইকৈ বাতি দহ বজাৰ সময়ত মোকামি আৰু জইবুল, মেকুৰি, ৰস্তোআৰ আৰু বিৰধন আদি কৰি দহ জন মানুহে

হাতে পতি লাঠি লৈ পুনৰাই সেই বহাইৰ ঘৰলৈ খেদি গৈ, পোনে পোনে জইবুলে চাঁচৰ মুৰিয়াৰে বহাইৰ বাঁও চকুৰ ওপৰ কঁপালত টাঙ্গোন মাৰিলত, মুৰৰ হাৰ ভাগি বহাই মাটিত পৰিল। তাকে দেখি তাৰ মাকে কি কাৰন মোৰ পোক মাৰ বুলি হাতেৰে আগচি পুতেকক ৰাখিবৰ নিমিত্তে আগ বাঢ়িলত, মোকামিএ টাঙ্গোন মাৰি মাকৰো সোঁ হাতৰ বুঢ়া আঙ্গুলিৰ ওচৰত ঘা লগালে, পাচে মেকুৰিএ সেই হাতৰ কিলাকটিৰ ওপৰতে আকও টাঙ্গোন মাৰিলত হাৰ ভাগিল।

তাৰ পাচ দিনা ৰঙ্গপুৰলৈ আনোঁতে বাটত শ্ৰীজুত ডক্তৰ লঙ্গ চাহাবে দেখি শিৱসাগৰলৈ নিলে। বাটতে মৰিব হেন ভাবি নাজিৰাৰ হস্পিটাললৈ নিবৰ হুকুম দিলে, পাচে সেই ৰূপে নাজিৰাৰ শ্ৰীজুত ডক্তৰ বেৰ চাহাবৰ আগ কৰিলত চাহাবে দৰব জাতি দিলে, তথাপি দহ জুলাইৰ ৰাত্তি সেই ঘাৰ দুখে মুৰৰ মগজু গেলি ঘিউ বাহিৰ ওলোআত ডক্তৰ চাহাবে পটি লগাই সেই ঘা বন্ধ কৰাত মুখে দি ঘিউ ওলাই সেই ৰাত্তিএই বহাই মৰিল।

পাচ দিনা ডক্তৰ বেৰ চাহাবৰ হুকুমে সেই মৰা জনক পুতি থৈ, থানাত খবৰ দিলত ৪ দিনৰ পাচে পুলিচৰ আমোলালোকে সেই মৰা জনক উলিয়াই সি কি দুখে মৰিল, কি হৈছিল, তাৰ বিচাৰ কৰে, কিন্তু বিচাৰ পতিএ সেই কথাৰ নিমিত্তে ডক্তৰ চাহাবক জিগ্যাসা কৰাত ডক্তৰ চাহাবে ভালকৈ চাবৰ নিমিত্তে দহ দিনৰ পাচে সেই মৰা মানুহ জনক আকও ৰঙ্গপুৰলৈ আনি সোধ পোচ কৰিলে।

বিক্তৰিয়া নামে এখান জাহাজ ৭ জুন তাৰিখত মলমাইন নগৰ এৰি গল। পাচে ১৮ তাৰিখত ভাৱৰিয়া বতাহ হোআত তিন দিনলৈকে বাটৰ নিৰিস কৰিব নোআৰিলে। সেই ৰূপে গৈ গৈ ২১ জুনৰ মানিখা ৰাত্তি মস্তুলৰ ওপৰত থকা মানুহে বাম জেন দেখি বিজিয়াই কলে; তাতে কাপ্তানে জাহাজ ঘূৰাবলৈ উপাই কৰোঁতেই জাহাজ বেগেৰে বালি চটত লাগি ৰল, আৰু চৌৰ আকালত খেকেচি ভাগিলত পানি সোমাই সোমাই গল। ৰাত্তি পুআ জাহাজ নষ্ট হবৰ দেখি জাহাজৰ নাও পেলাই উঠি বামলৈ গল; কিন্তু সেই নাও লুটি খালত ৪ টা মানুহ মৰিল, ইবোৰ বথ্যা পৰিল।

১৯ মেই মাহত শ্ৰীমতি মহা ৰানিৰ জনমৰ উত্চৱত মহা ৰানিএ গাঁৰিএ সৈতে জাওঁতে হেমিলতন নামে এজন আইৰিস্য মানুহে ওচৰলৈ আহি সৰু হিলৈ এটা উলিয়াই মহা ৰানিৰ ফালৈ তাক মাৰিলে, তেঁওৰ গাত গুলি নে লাগিল। পাচে সেই মানুহ ধৰা পৰি সোধৰ নিমিত্তে কইদত থোআ হল।

অসম দেসৰ পৰা সি বচৰত জোআ শ্ৰীজুত কাপ্তান জেমচ টি গৰ্দন চাহাব প্ৰিঞ্চিপাল আচিস্তন্ত কমিস্যনৰ ১২ মেই তাৰিখত ইংলণ্ডৰ হেমস্তেদ নগৰত মিত্যু হল। তেঁওৰ বয়স ৪২ বচৰ।

ৰুচিয়া, প্ৰুচিয়া, অস্ত্ৰিয়া, তুৰুকি, এই চাৰি দেসৰ ৰজাবিলাকৰ একে আলচ হৈ ইউৰপৰ প্ৰজাবিলাকক দমন কৰিবলৈ কথা বান্ধি নিৰ্বন্ধ কৰিলে। সেই কথা বথ্যা কৰাৰ কাৰনে ৰুচিয়া ৰজাই ২৬ এপ্ৰিলত প্ৰসঙ্গৰ ইস্তাহাৰ কৰি কৈচে, ইশ্বৰৰ নামে আমি সকলো সত্ৰুএ সৈতে জুধ কৰিবলৈ জাঁও, ইয়াকে বুলি অনেক ফৌজ গোটাই পঠাইচে। ফ্ৰাঞ্চিৰ ৰাজ মেলে তাকে শুনি নিবাৰন কৰিবৰ নিমিত্তে অস্ত্ৰ সস্ত্ৰ সেনা আদি কৰি জুগুতে ৰাখিবলৈ দেসাধিকাৰক নিবেদন কৰিচে।

হঙ্গাৰিৰ ৰাজ মেলে অস্ত্ৰিয়াৰ বস ন হঁও বুলি ২৯ এপ্ৰিলত স্বতন্ত্ৰ ৰাজ্য পাতি কচত নামে এজনক দেসাধিকাৰ বাৰ দিলে।

বেম নামে এজন সেনাপতিএ হঙ্গাৰি সেনাই সৈতে ৰথম্বুম পৰ্বতত ৰুচিয়া সেনাবোৰক লগ পাই জুধ কৰি জিনিলে। ৰুচিয়াৰ হানি ৮০০০।

ফ্ৰাঙ্কফৰ্ত নগৰৰ পৰা ১৭ মেই তাৰিখত লিখা এখন পত্ৰত কৈচে, ৯০,০০০ সেনাই সৈতে দেম্বিঞ্চি সেনাপতিএ ৰুচিয়াৰ সৈন্য এভাগ পাই আক্ৰমন কৰি জিনি সিইতক ক্ৰাকৌ নগৰলৈ খেদালে। অস্ত্ৰিয়াৰ ৰাদেত্স্কি সেনাপতিএ ইতালি দেসৰ বলোন আৰু লেঘৰ্ন, এই দুই নগৰক জুধ কৰি ললে।



কিতাপ চাপা জন্ত্ৰৰ নকচা।

ইংলণ্ড দেসত ৰেল পাতিবলৈ ব্ৰেইহেড ঠেক ঠাই নাটিলে দেখি ৫ মোন খাৰ গৰাৰ ভিতৰ সুমুআই জুই লগাই ফুটিলত, বৰ সৰদেৰে গৰা খহি সাগৰত পৰিল।

স্কটলণ্ড দেসৰ এৰি গাঁৱৰ বহু মানুহে এদিন ওলাই ১০ হাত মান দিঘল এবিধ তিমি মাচ দেখি খেদি গৈ ৩০০ ধৰিলে। বাতি চপাই আনিৰ নোঅৰাত জোআৰে তিনি কুৰি মান ওভোতাই নিলে। জি থাকিল তাৰ তেল উলিয়াই ৫০০০ মান ৰুপৰ বস্তু পালে।

আমেৰিকাৰ মাজ ভোখৰত আটলাণ্টিক সাগৰৰ পৰা পাচিফিক সাগৰলৈ আলিৰ নিমিত্তে লোৰ ডাল পাতিবলৈ ৪৬ জন বনুআক নুয়র্ক নগৰৰ পৰা আস্পিনাল কম্পানি নামে এজাক সদাগৰে পঠাই দিলে।

আমেৰিকা দেসৰ পৰা ১৭ এপ্ৰিল তাৰিখলৈকে কালিফর্নিয়ালৈ জোআ জাহাজ ৩০৯; মানুহ ১৯,৭১৭।

ৰিয়গ্ৰাণ্ড নদিত মেতামৰা নগৰত মাউৰ লাগি দিনে দিনে ৭৫ মান মানুহ মৰে। ।



# চাপা খানাৰ কথা।

Printing.

লণ্ডন নগৰত টাইম্‌চ্‌ নামে প্ৰতি দিনে চপা এক ডাঙ্গৰ সমাচাৰ পত্ৰ ভাপ কলেৰে ঘণ্টাই পতি এপিঠিকৈ ৪৫০০ মান পাত চাপে, আৰু দেও বাৰ এৰি দিনেপতি ৪০,০০০ মান চাপি ডাকত পঠাই দিএ। সেই পত্ৰকে ঘণ্টাত ১০,০০০ পাত চাপিবৰ আসয়েৰে এজন গিয়ানি চাহাবে এক ভাপৰ প্ৰেচ সাজিচে। কোনো ঠাইত এতিয়াও ৮০০০, চাপে। আমেৰিকান মেচেঞ্জৰ নামে এক পত্ৰ নুয়র্ক নগৰত মাহে পতি ১৩০,০০০ এক লাখ ত্ৰিচ হেজাৰ চাপে।

ইংৰাজি ১৭৭৫ সনত আমেৰিকা মিল দেসত মুঠে ৩৮ সমাচাৰ পত্ৰ আচিল; এতিয়া সেই দেসত ৩০০০ আচে। সেই দেসৰ নুয়র্ক নগৰতে ১৬০ পত্ৰ চাপা জাই। সেই নগৰৰ পৰা ৭,০০,০০,০০০ সাত কোটি খন বচৰত ঠায়ে ঠায়ে পঠাই দিএ। সেই পত্ৰ বোৰ চাপিবৰ নিমিত্তে ৩৬,০০,০০০ তিনি নিজুত চই লাখ মান দিস্তা তুলাপাত খৰচ হই।

পাৰি নগৰত মৌৰ্ত্তন নামে এজন আমেৰিকান চাপা খানাৰ কাম কৰা মানুহ ধনৱন্ত হৈ মিৰ্ত্যু কালত এই আগ্যা কৰিলে, জি কোনোএ একে ঘৰিত ১০,০০০ পাত চাপিব পৰা জন্ত্ৰ সাজিৰ

সেই মানুহক মোৰ ধনৰ ৪,০০,০০০ চাৰি লাখ টকা দিব; তাৰ নিমিত্তে সেই মান টকা থৈ গল; এতিয়া কাৰ জি বুধি সি পুৰুসাৰ্থ কৰিলে কি জানি সেই ধন পাব পাৰে।

ইন্দিয়ান টাইমচ্ নামে এখন নতুন সমাচাৰ দৰ্পন প্ৰথম জানুআৰিৰ পৰা নিতৌ নিতৌ কলিকতাত চাপিচে। সেই পত্ৰ বেগাই চাপিবৰ নিমিত্তে ভাপৰ কল জন্ত্ৰ ইংলণ্ডৰ পৰা অনাইচে। ইউৰপিয়া আমেৰিকা দেসত এনে ভাপৰ প্ৰেচেৰে বহুত পত্ৰ আৰু কিতাপ চাপে, কিন্তু এই ভাৰত বৰ্সলৈ তেনে জন্ত্ৰ আগেএ আনি চপা নাই। মান দেসত আমেৰিকান মিস্যন চাপা খানালৈ হাতেৰে ঘুৰাই চপা কলৰ প্ৰেচ ১২ বচৰ মানৰ আগেএ আনিলে। তেনে প্ৰেচৰ নকচা সি পিটিত লিখা আচে।

---

### খেমা কৰাৰ কথা।

Forgiveness.

জি কোনোএ লোকৰ অপৰাধ কেতিয়াও নে পাইৰে, সি অগিয়ানি আৰু অসন্তোস পোআ। জি সমইত সুখৰ বতিএ তাক আনন্দ কৰালেহেঁতেন, তেতিয়া খেমা ন কৰা অপৰাধৰ চিন্তাই, কলা চাঁৰ নিচিনা, মনত চাকে, আৰু তাৰ মন অতি উগুল থুগুল কৰাই; খিয়ালৰ ভুতে তাৰ বিদইত থাকে, তাতে আন সকলো মানুহতকৈ তাক অসন্তোস দিএ।

তোমাৰ ধনত বা নামত কিবা অপবাদ পালা নে? খেমা কৰা দুতক তোমাৰ বিদইত জিবাব দিয়া; প্ৰতিফল কেনেকৈ দিবা তালৈ চিন্তা ন কৰিবা, অপকাৰৰ সলনি উপকাৰ কেনেকৈ কৰিবা তালৈ চিন্তা কৰা। প্ৰভু য়িচুএ কৈচিল বোলে, কোনোএ জদি এদিনৰ ভিতৰত সাত বেলিও তোমাৰ অহিতে অপৰাধ কৰে, আৰু সেই দিনত সাত বেলিলৈকে ঘুৰি আহি মন পালটাইচো বুলি সৈ কাৰ্হে, তেন্তে তুমি তাক খেমা কৰিবা। আৰু ধৰম সাস্ত্ৰত লিখা আচে, "জদি তোমাৰ সত্ৰুৰ ভোক লাগে, তাক ভোজন কৰোআ; জদি তাৰ পিয়াহ্ লাগে, জল পান কৰোআ; তেনে কৰিলে তাৰ মুৰত জলি থকা আঙ্গঠা চপাই দিবা। কুকৰমত পৰাজই ন হৈ সু কৰমেৰে কুকৰমক জই কৰা।

### ধৰমৰ কথা বাত্ৰা।

Religious Intelligence.

জানুআৰি ১০ তাৰিখত মান দেসৰ মলমাইন বাপ্তিষ্ট সমাজ মলমাইন নগৰত গোট খাই, দুই তিনি দিন মান ইশ্বৰৰ সেৱাত্তে প্ৰাৰ্থনা আৰু কিৰ্তন কৰি থাকিল। সেই সমাজৰ ১৪ মণ্ডলি আচে; মানৰ ২ টা, কাৰেনৰ ১২ টা। সকলো মণ্ডলিৰ লোক ১০১৫; এবচৰৰ ভিতৰত বুৰ পোআ লোক ৭৩।

ডিচেম্বৰ মাহত জচোৰ নগৰত শ্ৰীজুত পাৰি চাহাবৰ হতুআই ২১ জন সিস্য বুৰ পাই খ্ৰিস্টিয়ান মণ্ডলিত সোমাল। জানুআৰি মাহত আৰু ৮ জন বুৰ পালে, সিবিলাকৰ মাজৰ ৪ জন মচলমান হৈছিল। মাৰ্চ মাহত আৰু ৪ জন সিস্য গ্ৰাজ্য কৰা হল।।

ফেবৰুআৰি মাহত শ্ৰীজুত জদ্চন চাহাবৰ দোআৰাই স্যান লোক একজন মণ্ডলিৰ ভিতৰত গ্ৰাজ্য কৰা হল।

মেই মাহৰ সেস বিস্ৰাম বাৰত কলিকতা নগৰৰ য়িহুদি দুজন ডেকা মানুহ খ্ৰিস্টত বিস্বাসি হৈ প্ৰভুৰ মণ্ডলিত গ্ৰাজ্য কৰা হল।

জলেস্বৰ নগৰত এপ্ৰিল মাহত মিস্যন স্কুলৰ তিনি চোআলি আৰু আন তিনি জন মানুহ বিস্বাস কৰি খ্ৰিস্টিয়ান মণ্ডলিত সোমাল।

১৮৪৮ সনৰ ভিতৰত বঙ্গাল দেসৰ ২৩ ঠুৰিত মণ্ডলিৰ লোকৰ মাজত ১৪৭ জন নতুন সিস্য গ্ৰাজ্য কৰা হল; সেই মণ্ডলিৰ লোক মুঠে ১৪৩৭।

দিলি নগৰত থকা পাদুৰি ঠমচন চাহাবে জোআ বচৰত হিন্দু আৰু মচলমান লোকৰ মাজত ২৪৩ পুথি, সাস্ত্ৰৰ কিতাপ ১,০২৩, আৰু ত্ৰেক্ত কিতাপ ২,৯২৩, মুঠে ৪,১৮৯ কিতাপ বিলাই দিলে।

ৰোম নগৰৰ পৰা পাপা ৰজাই পলাই জোআৰ পৰা সেই নগৰত ধৰম সাস্ত্ৰ ৭০,০০০ পুথি এন বেচা হৈচে। সেই ৰজাই থাকোঁতে সামান্য মানুহে সাস্ত্ৰ পৰ্হিবলৈ তেঁও নিসেধ কৰিলে।

---

লোকে তোমোলাকক জি কৰিবলৈ তোমোলাকৰ ইচা, সেই ৰুপে তোমোলাকেও কৰা।

# ইচাকৰ বিবৰন।

History of Isaac.

মার্চ মাহৰ অৰুনোদইত জি আব্রাহামৰ কথা লিখিছিলোঁ, তাকে পাঠক সবে জানিব পাই, কিন্তু এতিয়া তেঁওৰ প্রতিগ্যাৰ পুত্র ইচাকৰ কথা অলপকৈ লিখোঁ; জেতিয়া আব্রাহাম অতি বয়সিয়া হল, তেতিয়া তেঁও আপোন বন্দিবোৰৰ মাজৰ প্রধান ঘৰগিৰিক মাতি কলে, তুমি মোৰ কৰঙনত হাত দি স্বৰগ আৰু প্রিথিবিৰ অধিকাৰ পৰম ইশ্বৰৰ নামে এই সপত কৰা, জে মোৰ পুত্র ইচাকৰ নিমিত্তে মই নিবাস কৰা জি এই কিনান দেস, ইয়াৰ পৰা চোআলি খুজি নি দিবা, কিন্তু মোৰ দেস আৰু মোৰ গিয়াতিবোৰৰ মাজৰ পৰা খুজি মোৰ পুত্র ইচাকলৈ চোআলি আনিবা। তেতিয়া ঘৰ গিৰিএ কলে, জদি চোআলি মোৰ লগত এই দেসলৈ নাহে, তেন্তে তুমি জি দেস এৰি আহিলা সেই দেসলৈ ইচাকক নিম নে? তাতে আব্রাহামে কলে সাৱধান, তুমি মোৰ পুত্রক সেই ঠাইলৈ নি নিবা, কিন্তু জি জন প্রভু পৰম ইশ্বৰে মোক আপোন গিয়াতি বন্ধু বান্ধৱৰ ঠাইৰ পৰা আনিলে, আৰু জি জনে তোমাৰ সন্তানক এই দেস দিম বুলি আপুনি প্রতিগ্যা কৰিলে, তেঁৱে আপোন দূতক তোমাৰ আগেএ পঠাব, আৰু তুমি সেই ঠাইৰ পৰা মোৰ পুত্র ইচাকলৈ ভার্জা আনিবা।

তাৰ পাচে ঘৰ গিৰিএ আপোন অধিকাৰৰ আগ্যা মানি আব্রাহামে পঠোআ ঠাইলৈ জাত্রা কৰি গল, আৰু জেতিয়া সেই ঠাই পালে, তেতিয়া এক নাদৰ ওচৰত্তে বহি ইশ্বৰলৈ এই আৰাধনা কৰিলে, বোলে, হে মোৰ অধিকাৰৰ প্রভু পৰম ইশ্বৰ, মই প্রার্থনা কৰিচোঁ, আজি মোলৈ সুভ কৰি মোৰ অধিকাৰ আব্রাহামক আপোন দায়া দেখাওক; দেখা মই এতিয়া এই নাদৰ ওচৰত বহি আচোঁ, আৰু এই নগৰৰ জি কন্যাবিলাক পানি তুলিবৰ নিমিত্তে এই নাদলৈ আহিব, সেইবোৰৰ মাজৰ জি জনিত মই এই কথা কম হেৰা আইটি তোমাৰ লোটাৰ পৰা মোক পানি পিবলৈ দিয়া; তেতিয়া জদি সেই কন্যাই কই হেনে পিয়া, আৰু তোমাৰ উটবোৰকো মই পানি তুলি পিয়াম, সেই জনিএই তোমাৰ বন্দি ইচাকৰ ভার্জা হওক, তাতে তুমি জে মোৰ অধিকাৰ আব্রাহামক অনুগ্রহ কৰিচা ইয়াক মই জানিম।

সেই প্রার্থনা কৰোঁতেই দেখা, ৰিবিকা নামেৰে এক সুন্দৰি কন্যা পানি নিবৰ নিমিত্তে কান্ধত লোটা লৈ আহি উপগত হল, আৰু নাদলৈ আহি লোটাত পানি ভৰালে; তেতিয়া আব্রাহামৰ ঘৰ গিৰিএ তাইৰ ওচৰলৈ গৈ কলে, হেৰা আইটি তোমাৰ লোটাৰ পৰা অলপ পানি মোক পিবলৈ দিয়া; তাতে ৰিবিকাই লোটা নমাই তেঁওক পানি পিবলৈ দিলে, আৰু তেঁওৰ জিমান উট আদি আচিল সেই সকলোকে নাদৰ পৰা পানি তুলি খুআলে। সেই সকলো কথা দেখি ঘৰগিৰিএ আপোন মনত বিচুর্তি হৈ চাই থাকিল। পাচে তেঁও ঘৰলৈ গৈ আপোনাৰ সকলো কথা সেই কন্যাৰ বাপেক মাকক বুজালে; আৰু ইশ্বৰে জি ৰূপে ক্রিপা কৰি ইচাকৰ নিমিত্তে ৰিবিকাক ভার্জার্থে প্রমান কৰি দিলে, সেই সকলোকে সিবিলাকত কলে, তাতে মাক বাপেকে ইশ্বৰৰ কথা দেখি একো বাধা কৰিব নোআৰি দিম বুলিলে। পাচে ৰাতি পুআ হলত সিবিলাকে ৰিবিকাক আৰু তাইৰ বেটিক উটৰ ওপৰত তুলি লৈ গল। আৰু জেতিয়া আপোনাৰ ঠাই পালে, তেতিয়া ইচাকক ভার্জাৰ নিমিত্তে দিলে তাতে তেঁও আপোন ভার্জা ৰিবিকাক লৈ সান্তনা পালে।

সেই সময়ত ৰিবিকা বাঁজি আচিল, তাতে ইচাকে তাইৰ অর্থে প্রার্থনা কৰাত ইশ্বৰে তাইৰ গর্ভ মুকলি কৰিলে, তেতিয়া তাই গর্ভ ধাৰন কৰিলে। আৰু জেতিয়া তাইৰ গর্ভত লৰাই নাচিবলৈ ধৰিলে, তেতিয়া ৰিবিকাই ইশ্বৰত সুধিলে, বোলে, মোৰ এনে অৱস্থা কিয় হই, তাতে পৰম ইশ্বৰে কলে, তোমাৰ গর্ভত দুই ৰাজ্য আচে, আৰু এটা আনতকৈ বলৱন্ত হব, আৰু ডাঙৰটে সৰুটৰ সেৱা কৰিব। পাচে জি সময়ত তাইৰ প্রসৱৰ কাল সম্পূর্ন হল, তেতিয়া জঁজা লৰা জন্মিল; ৰৰটোৰ গোটেই সৰিল নোম কাপৰৰ নিচিনা আৰু ৰঙা আচিল, সেই নিমিত্তে তাৰ নাম এচৌ থলে, আৰু সৰুটৰ নাম য়াকোব ৰাখিলে। এচৌ বলৱন্ত আৰু কাঁৰি আচিল, কিন্তু য়াকোব হলে নম্র মানুহ আচিল। পাচে কোনো এক সময়ত এচৌ পথাৰৰ পৰা আহোঁতে ভোকত্তে তেঁওৰ গা বহিচিল, তাতে য়াকোবৰ হাতত খোআ বস্তু দেখি কলে, অনুগ্রহ কৰি মোকো খাবলৈ দিয়া। তাতে য়াকোবে কলে, তেন্তে আজি তোমাৰ বৰ পুত্রৰ ভাগ মোক

বেচা, পাচে এচৌএ সপত কৰি আপোন বৰ পুত্ৰৰ ভাগ য়াকোবত বেচি তেঁওৰ হাতৰ পৰা খোআ বস্তু ললে। এই ৰূপে এচৌএ আপোন বৰ পুত্ৰৰ ভাগ হেয় গিয়ান কৰিলে।

সেই কালত দেসত বৰ এঁকাল হোআত ইচাকে তাৰ পৰা গৈ ফিলিষ্টিয়াৰ ৰজা অবিমেলেকৰ দেসত থাকিল; তাতে ইশ্বৰে তেঁওক দৰ্সন দি কলে, তুমি মিচৰ দেসলৈ নে জাবা কিন্তু মই জি দেস দেখুআম তালৈকে গৈ বসতি কৰিবা। এতিয়া হলে এই ঠাইতে প্ৰবাস কৰা, আৰু মই তোমাৰ লগত থাকি আসিৰ্বাদ কৰিম, কিয়নো তোমাক আৰু তোমাৰ পাচত হোআ সন্তানবোৰক এই সকলো দেস দি আব্ৰাহামৰ আগত জি প্ৰতিগ্যা কৰিচিলোঁ তাকে সম্পুৰ্ন কৰিম। আৰু তোমাৰ পিত্ৰি আব্ৰাহামে মোৰ সকলো আগ্যা আৰু বিধান পালন কৰা হেতুকে মই তোমাৰ বঙ্গহ আকাসৰ তৰাৰ নিচিনা অসংখ্য কৰিম; আৰু তোমাৰ বঙ্গহতে প্ৰিথিবিৰ সকলো ৰাজ্যে আসিৰ্বাদ পাব। পাচে ইচাকে ইশ্বৰৰ আগ্যা মানি সেই দেসতে প্ৰবাস কৰি তাতে খেতি পথাৰ কৰাত ইশ্বৰে তেঁওক আসিৰ্বাদ কৰিলে, তাতে সেই একে বচৰতে স গুনে সহ ব্ৰিধি হল। পাচে ইচাক বৰ্দ্দি বেটি, চাগ মেৰ আদি কৰি আৰু বহু সম্পতিৰে অতিসই ৰূপে বাৰ্হি গল। ফিলিষ্টিয়াৰ ৰজা অবিমেলেকে তাকে দেখি ইচাকক কলে, তুমি আমাৰ ঠাইৰ পৰা গতি কৰি জোআ; কিয়নো ইশ্বৰে সকলোতে তোমাক আসিৰ্বাদ কৰাত তুমি আমাতকৈ মহা বলৱন্ত হৈচা। তাতে ইচাকে তাৰ পৰা গতি কৰি গিৰাৰ নামে এক ঠাইতে থাকিল।

তাৰ পাচে জেতিয়া ইচাক অতি বুৰা হলত, আৰু চকুৰেও মনিব নোআৰিলে, তেতিয়া তেঁও বৰ পুত্ৰেক এচৌক মাতি কলে, হে মোৰ পুত্ৰ, দেখা, মই এতিয়া বুৰা হলোঁ, আৰু কোন দিনত মোলৈ ম্ৰিত্যু আহিব তাক মই নে জানোঁ; এই হেতুকে এতিয়া তুমি আপোন ধেনু টোন আৰু অস্ত্ৰ লৈ, খেতিৰ মাজলৈ গৈ মোৰ নিমিত্তে পহু মাৰি আনা আৰু জিহত মোৰ ইচা হই, এনে সোআদ আঞ্জা মোক ৰান্ধি দিয়া, তাকে মই খাই ত্ৰিপ্তি পাই, মৰনৰ আগেএ মোৰ জিৱই তোমাক আসিৰ্বাদ কৰিব। এচৌএ ইয়াকে সুনি পিত্ৰি বাক্য মানি পহু মাৰিবলৈ ওলাই গল।

ইচাকে এই কথা এচৌত কোআত তেঁওৰ ভাৰ্জা ৰিবিকাই তাকে সুনি য়াকোবত কলে, দেখা, তোমাৰ পিত্ৰিএ এচৌক এই কথা কৈচে বোলে, তুমি পহু মাৰি তাৰ মঙ্গহেৰে মোলৈ সোআদ আঞ্জা ৰান্ধি আনা তাকে খাই মৰনৰ আগেএ মোৰ জিৱই তোমাক পৰম ইশ্বৰৰ আগত আসিৰ্বাদ কৰিব; তেও কোআ এই কথা মই সুনিলোঁ, এই হেতুকে হে মোৰ পুত্ৰ, এতিয়া মই জি কঁও তাকে পালন কৰা; তুমি মেৰৰ জাকলৈ গৈ তাৰ পৰা দুটি পুআলি আনা, তাতে তোমাৰ পিত্ৰিএ জিহকে ভাল পাই এনে আঞ্জা মই ৰান্ধি দিঁও আৰু তাক লৈ তুমি পিত্ৰিক দিয়া পাচে তেঁও খাই তোমাক মৰনৰ আগেএ আসিৰ্বাদ কৰিব। তেতিয়া য়াকোবে মাত লগাই মাকত কলে, দেখা মোৰ এচৌ ভাই নোমাল মানুহ কিন্তু মই নহঁও ইয়াতে জদি পিত্ৰিএ মোক খপিয়াই চাই বুজ পাই তেন্তে মই পিত্ৰিৰ আসিৰ্বাদ পাবৰ চাৰি সাওহে পাম। তাতে মাকে পুনৰাই কলে, জদি তোমাক সাও দিএ, সেই সাও মোতে পৰোক, তেও তুমি মোৰ কথা পালন কৰা।

তেতিয়া য়াকোবে মাকৰ কথা সুনি জাকলৈ গৈ তাৰ পৰা দুটি পোআলি আনি দিলে আৰু মাকে তাক লৈ ইচাকে জিহক ভাল পাই তেনে আঞ্জা ৰান্ধি দিলে। আৰু য়াকোবক এচৌৰ কাপৰ পিন্ধাই ডিঙ্গিত আৰু হাততো চাগলিৰ চাল পিন্ধালে। তেতিয়া য়াকোবে বাপেকৰ নিমিত্তে খোআ বস্তু লৈ কলে, হে পিত্ৰি, তাতে বাপেকে কলে, হে পুত্ৰ তুমি কোন? পাচে য়াকোবে কলে মই তোমাৰ বৰ পো এচৌ, তুমি মোক জেনে আগ্যা কৰিলা তেনে ৰূপে তোমালৈ আনিচোঁ; এতিয়া উঠি খোআ আৰু মোক আসিৰ্বাদ কৰা। তেতিয়া ইচাকে কলে হে পুত্ৰ, তুমি কেনেকৈ ইমান বেগতে পালা? সি কলে, তোমাৰ প্ৰভু পৰম ইশ্বৰে মোক সোন কালে উপগত কৰাই দিলে। আৰুও ইচাকে য়াকোবত কলে, তুমি নিচয়ে মোৰ বৰ পো এচৌ হোআ নে নো হোআ, এতিয়া মোৰ ওচৰলৈ আহাঁ, তাতে মই তোমাক খপিয়াই চাঁও। তেতিয়া য়াকোব বাপেকৰ ওচৰলৈ গলত তেঁও তাক খপিয়াই চাই কলে, সবদ হলে য়াকো-



বৰকিন্তু এই হাত এচৌৰ; সেই ৰূপে বাপেকে তাৰ হাতৰ পৰা পহুৰ মঙহ খালে, আৰু খাই ত্রিপ্তি হৈ য়াকোবক এই আসির্বাদ কৰিলে; পৰম ইশ্বৰে আকাসৰ নিয়ৰ, আৰু প্রিথিৱিৰ ভৰপুৰ বস্তু, আৰু সকলো সস্য তোমাক দিওক, আৰু নানা লোক তোমাৰ অধিন হওক, আৰু নানা জাতিৰ লোকে তোমাক সেৱা কৰোক, আৰু তুমি আপোন বঙহৰ মাজত প্রধান হোআ আৰু তোমাৰ মাত্রিৰ পুত্রই তোমাক সেৱা কৰোক, আৰু জিবিলাকে তোমাক আসির্বাদ কৰে সেইবিলাকে আসির্বাদ পাব; আৰু জিবিলাকে তোমাক সাও দিএ সেইবিলাকেও সাও পাব।

এই ৰূপে ইচাকে পুত্রক আসির্বাদ দিয়াৰ পাচত য়াকোব তেঁওৰ আগৰ পৰা ওলাই জোআ, মাত্রকে তাৰ ভায়েক এচৌ মিগয়াৰ পৰা আহি পালেহি। আৰু বাপেকে খাবৰ নিমিত্তে মঙহ জুগুত কৰি আনি কলে, হে পিত্রি উঠা, আৰু পোঁআৰ পহু মঙহ খাই এতিয়া আসির্বাদ কৰা। তাতে বাপেকে মাত লগাই কলে তুমি নো কোন? সি কলে তোমাৰ বৰ পুত্র এচৌ মই, তেতিয়া ইচাকে অতিসই কঁপিবলৈ ধৰি কলে, তেন্তে জিটোএ তোমাৰ আগৈএ পহুৰ মঙহ আনি মোক খুআলে সি নো কোন? মই তাকে আসির্বাদ কৰিলোঁ, আৰু সিএই আসির্বাদৰ পাত্র হল। পাচে এচৌএ অতিসই ক্রন্দন কৰি বিনইকৈ কলে হে পিত্রি মোক আসির্বাদ কৰা, ইচাকে কলে তোমাৰ সকলোআসির্বাদ মই ভায়েৰক দিলোঁ, আৰু তোমাক কি আসির্বাদ কৰিম? তেতিয়া এচৌএ আকও বৰকৈ কান্দি কলে, হে পিত্রি, মোকো আসির্বাদ কৰা; তাতে ইচাকে এচৌকো, কোনো আসির্বাদ কৰিলে।

এই ৰূপে ইচাকে দুই পুতেকক আসির্বাদ কৰাৰ পাচে সিবিলাকে আপোন আপোন ঠাইত বসতি কৰিলে; পাচে ইচাক এস চাৰি কুৰি বচৰ বয়সিয়া হৈ মিত্যু হল। স. স.

## পিৰু দেসৰ মেৰ চাগলি।

**The Alpaca, or Peruvian Sheep.**

দখিন আমেৰিকাৰ পিৰু আৰু চিলি দেসত এই নকচাৰ নিচিনা আলপকা নামেৰে এবিধ মেৰ চাগলি আছে, সেই চাগলিবোৰ সকত দেখি সেই দেসৰ মানুহবিলাকে কাম কৰাই, আৰু ২ মোন ২।। মোন বস্তু ১৪।১৫ মাইল মান বাট দিনটত নিব পাৰে। তাৰ নোমবোৰ আন মেৰতকৈ দিঘল, বগা, সিতলো কোমলো, আৰু তাৰে অতি সুন্দৰ চাল আদি বৰ দৰৰ কাপৰ বই।

---

## সাখিৰ নিমিত্তে গচ মতোআৰ কথা।

**A Tree summoned as a Witness.**

এটা বুৰাই এটা ভেকা মানুহৰ ৰূপ ধাৰ কৰিচিল; পাচে কিছু দিনৰ মুৰত ভেকাই ৰূপৰ ধাৰ সাধিলত বুৰাই কলে মই তোৰ একো দিব নে লাগে। তেতিয়া ভেকাই ৰজাত জনালত ৰজাই বুৰাক মতাই নি সুধিলে, তই ইয়াৰ ধৰুআ হ নে? বুৰাই কলে, মই তাৰ একোৰো ধৰুআ ন হওঁ। ৰজাই ভেকাত সুধিলে, তই যে বুৰাক ৰূপ ধাৰে দিলি তাৰ কোনোবা সাখি আচে নে? ভেকাই কলে, কোনো নাই। তেতিয়া ৰজাই বুৰাক সপত কৰিবলৈ আগ্যা কৰিলত, ভেকাই হাহি ৰজাত

কলে, মহা ৰজা ই সপতলৈ ভই ন কৰে, লোকৰ কথাতো মিচা সাখি ওলাইগৈ। পাচে ৰজাই ভে- কাত সুধিলে, ভই বুৰাক কপ দিওতে কত দিলি? ভেকাই কলে, এজোপা গচৰ তলত দিলোঁ। ৰজাই কলে, তেন্তে তোৰ সাখি নাই বুলি কিয় কৈচ? সেই গচেই তোৰ সাখি। ভই গচৰ ওচৰলৈ গৈ ৰজাই তোক মাতিচে বুলি কগৈ। তাতে বুৰাই অলপ মান হাঁহিলত ভেকাই ৰজাত কলে, মহা ৰজা আপোনাৰ আগ্যাত গচ নাহিব, ৰজাই বুলিলে তেনে হলে মোৰ নাম চাপ লৈ জা, নাম চাপ দেখুআলে গচ অৱস্য আহিব। তাতে ভে- কাই ৰজাৰ নাম চাপ লৈ গচৰ গুৰিলৈ জোআৰ অলপ মান পাচতে, ৰজাই বুৰাত সুধিলে, বোলে, ভেকাই সেই গচৰ তল পালেগৈ নে নৌ পাইগৈ। তোৰ মনে কেনে ধৰে? বুৰাই কলে এতিয়াও, নৌ পাইগৈ। পাচে ভেকাই গচৰ ওচৰ পাই ৰজাৰ নাম চাপ দেখুআই, কলে, ৰজাই তো- মাক মাতিচে, এই দৰে দুই তিনি বেলি কলতো গচৰ একো মাত নে পাই চিন্তা লাগি উভতি গুচি আহি, ৰজাত কন্সেহি, বোলে, মই আপোনাৰ চাপ দেখাই মাতিলতো, গচে একো নে মাতিলে। ৰজাই কলে, হই, গচ আহি সাখি ওলাইহে এতিয়া গৈচে। তাতে বুৰাই বৰ আচৰিত গিয়ান কৰি সুধিলে, হে মহা ৰজা, কতা? ইয়ালৈ একো গচ আহি সাখি ওলোআহি নাই। ৰজাই কলে গচ অহা নাই হই, স্বৰুপ, কিন্তু গচৰ পৰা মই সাখি পালোঁ, কিয়নো জেতিয়া মই তোত সুধি- লোঁ ভেকাই সেই গচৰ ওচৰ পালেগৈ নে, তোৰ কি মনে ধৰে, তেতিয়া তই কলি, এতিয়াও নৌ পাইগৈ। বাৰু জদি তই ভেকাৰ হাতৰ পৰা ৰুপকে লোআ নাই তেন্তে গচ জোপা কেনেকৈ চিনিলি। সেই গচৰ তলত কপ নো লোআ হলে কোন গচৰ তল বুলি অৱস্যে মোত সুধিলিহেঁতেন এই কাৰনে মই জানিচোঁ ভেকাৰ কথা স্বৰুপ; তেতিয়া বুৰাই বৰ লাজ পাই দাই গাত লৈ ভে- কাক ৰুপৰ ধাৰ সুজিলে।

---

জি প্ৰকাস ন হব, এনে কোনো বস্তু ঢাকি থো- আ নাই, আৰু জি জনা ন হব, এনে একো লুকু- আ নাই।

Almanac for August, 1849.

## আগষ্ট, অৰ্থাত ভাদ, ১৮৪৯।

| বাৰ | আগষ্ট | ভাদ্ৰ | সুৰ্য্যোদয় | সুৰ্য্য মধ্যান | সুৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰ মধ্যান |
|---|---|---|---|---|---|---|---|---|
| ৰ | ১ | ১৮ | ৫।২৮ | ১২।৬ | ৬।৪৪ | ১৩ | ১৯ | ২২।৩২ |
| বি | ২ | ১৯ | ৫।২৮ | ১২।৬ | ৬।৪৩ | ১৩ | ২০ | ২৩।২০ |
| সু | ৩ | ২০ | ৫।২৯ | ১২।৬ | ৬।৪৩ | ১৪ | ২১ | পুআ |
| স | ৪ | ২১ | ৫।২৯ | ১২।৬ | ৬।৪২ | ১৫ | ২২ | ০।৯ |
| দেও | ৫ | ২২ | ৫।২৯ | ১২।৫ | ৬।৪১ | ১৬ | ২৩ | ০।৫৭ |
| সো | ৬ | ২৩ | ৫।৩০ | ১২।৫ | ৬ ৪০ | ১৭ | ২৪ | ১।৪৪ |
| ম | ৭ | ২৪ | ৫।৩১ | ১২।৫ | ৬।৪০ | ১৮ | ২৫ | ২।৩১ |
| ৰ | ৮ | ২৫ | ৫।৩১ | ১২।৫ | ৬।৩৯ | ১৯ | ২৬ | ৩।১৮ |
| বি | ৯ | ২৬ | ৫।৩২ | ১২।৫ | ৬।৩৮ | ২০ | ২৭ | ৪।৬ |
| সু | ১০ | ২৭ | ৫।৩২ | ১২।৫ | ৬।৩৮ | ২১ | ১ | ৪।৫৬ |
| স | ১১ | ২৮ | ৫।৩৩ | ১২।৫ | ৬।৩৭ | ২২ | ২ | ৫।৪৮ |
| দেও | ১২ | ২৯ | ৫।৩৪ | ১২।৫ | ৬।৩৬ | ২৪ | ৩ | ৬।৪২ |
| সো | ১৩ | ৩০ | ৫।৩৪ | ১২।৪ | ৬।৩৫ | ২৫ | ৪ | ৭।৪০ |
| ম | ১৪ | ৩১ | ৫।৩৪ | ১২।৪ | ৬।৩৪ | ২৬ | ৫ | ৮।৩৯ |
| ৰ | ১৫ | ৩২ | ৫।৩৫ | ১২।৪ | ৬ ৩৩ | ২৭ | ৬ | ৯।৩৯ |
| বি | ১৬ | ভাদ | ৫।৩৫ | ১২।৪ | ৬।৩২ | ২৮ | ৭ | ১০।৪০ |
| সু | ১৭ | ২ | ৫।৩৬ | ১২।৪ | ৬।৩১ | ২৯ | ৮ | ১১।৩৭ |
| স | ১৮ | ৩ | ৫।৩৬ | ১২।৩ | ৬।৩০ | ৩০ | ৯ | ১২।৩২ |
| দেও | ১৯ | ৪ | ৫।৩৭ | ১২।৩ | ৬।৩০ | ১ | ১০ | ১৩।২৪ |
| সো | ২০ | ৫ | ৫।৩৭ | ১২।৩ | ৬।২৯ | ১ | ১১ | ১৪।১৩ |
| ম | ২১ | ৬ | ৫।৩৮ | ১২।৩ | ৬।২৮ | ৩ | ১২ | ১৫।১ |
| ৰ | ২২ | ৭ | ৫।৩৮ | ১২।৩ | ৬।২৭ | ৪ | ১৩ | ১৫।৪৬ |
| বি | ২৩ | ৮ | ৫।৩৮ | ১২।২ | ৬।২৬ | ৫ | ১৪ | ১৬।৩২ |
| সু | ২৪ | ৯ | ৫।৩৯ | ১২।২ | ৬।২৫ | ৬ | ১৫ | ১৭।১৮ |
| স | ২৫ | ১০ | ৫।৩৯ | ১২।২ | ৬।২৪ | ৭ | ১৬ | ১৮।৩ |
| দেও | ২৬ | ১১ | ৫।৩৯ | ১২।১ | ৬।২৩ | ৮ | ১৭ | ১৮।৫০ |
| সো | ২৭ | ১২ | ৫।৪০ | ১২।১ | ৬।২২ | ৯ | ১৮ | ১৯।৩৮ |
| ম | ২৮ | ১৩ | ৫।৪০ | ১২।১ | ৬।২১ | ১০ | ১৯ | ২০।২৬ |
| ৰ | ২৯ | ১৪ | ৫।৪১ | ১২।১ | ৬।২০ | ১১ | ২০ | ২১।১৪ |
| বি | ৩০ | ১৫ | ৫।৪১ | ১২।০ | ৬।১৯ | ১২ | ২১ | ২২।৩ |
| সু | ৩১ | ১৬ | ৫।৪২ | ১২।০ | ৬।১৮ | ১৩ | ২২ | ২২।৫১ |

পুৰ্নিমা ৪ দিনৰ ১০।১০ পুআ।

আমাবাস্যা ১৮ দিনৰ ১১।৫১ পুআ।

---

এই অৰুনোদই পত্ৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ ট মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোআ। মোং সিৱসাগৰ, আগষ্ট ১৮৪৯ খ্রিং অং সঁক। নম্বৰ ৮।

VOL. IV. SIBSAGOR, ASAM, AUGUST, 1849. No. 8.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

বৰ্তমান মাহৰ ৯ তাৰিখত ৰাতি এপৰ মান মোআত টিপ্‌লজিয়া গাঁৱৰ তিৰোতা এজনিএ পেৰাত লোটা বাটি সুমাই থবলৈ ধৰোঁতে মাটি ফেঁটি সাপে হাতৰ আঙুলিৰ মুৰতে খোঁট মাৰিলে, পাচে দুপৰ মান নিসাত মৰিল।

১০ আগষ্ট তাৰিখে ৰাতি পুআ দিখৌ নদিৰ সি পাৰত ন বজাৰৰ সদাগৰ নামে মুদি এটাৰ ডিঙ্গি এখা কটা হৈ পৰি থকাত, ওচৰত থকা মানুহে তাৰ কেঁকনি সুনি ওচৰলৈ গৈ তাক পাই আনি বিচাৰ পতিৰ হাতত সোধাই দিলে। সি আপুনি কাটিলে বা লোকে কাটিলে তাৰ ঠিক হোআ নাই।

২৭ আগষ্টত এজন ফকিৰে সিৱসাগৰ পুখুৰিত বেলা ১১ বজাত সাঁতৰি দখিন পাৰৰ পৰা মাজ পোনেই পাৰ হৈ উত্তৰ পাৰত উঠিলগৈ। সুদা হাতে সাঁতৰি পাৰ হোআ অসমিয়াত আগেএ দেখা নাই।

সিৱসাগৰ জিলাত ১৩ আগষ্টত এটা মানুহে দিখৌ নদিত সাঁতৰি থৰি ধৰাত চাক নৈএ টানি নি কাঠে সৈতে পানিৰ তললৈ সোমাই মৰিল।

ডিচেম্বৰ ২৮ তাৰিখত অসম দেসৰ শ্রীযুত কটৰ মেম চাহাবে সৈতে শ্রীযুত ব্ৰুঞ্চন চাহাব আৰু মেম চাহাবে বাবা লোক আৰু নগাঁও স্কুলৰ দুজন অসমিয়া লৰাক লগত লৈ কৰিন্থো নামে এখান জাহাজত উঠি কলিকতা এৰি সাগৰৰ পাৰ হৈ ৫ মেই তাৰিখত আমেৰিকা দেসৰ বষ্টন নগৰ পালেগৈ।

ভাটিৰ পৰা এই অসন্তোসৰ বাত্ৰা আহিছে, শ্রীভোগচন্দ্ৰ দাৰোগাই নগাৰ কোনো অপৰিয়া ধৰিবলৈ এমথা সেনাই সৈতে গৈ উভতি আহোঁতে পিখিপেমা গাঁৱত ৰাতি সুই থকাত ৪০০ মান মজামা আৰু থনমা নগাই মনে মনে আহি ঘৰত জুই লগাই দি দাৰোগা আৰু হাৱিলদাৰে সৈতে ৬ জন চিপাহি আৰু কেতবিলাক কুলিকো কাটিলে।

২৩ জুলাইত সুন্দৰবনৰ মুখত কাব্ৰাচ নামে এখান জাহাজ বামত লাগি ভাগিল। পাচে তাৰ মানুহক বিচাৰিবলৈ কম্পানিৰ এখান ভাপ জাহাজে গৈ ২৩ টা মানুহক আনিলে। সিহঁতৰ চাইটা এখান নাৱত উঠি আছিল, আনবোৰ বামত থাকি বৰ গুটি আদি খোআত ভাপ জাহাজে পোআ কালত লঘোনে মৰিৰ লগা হৈছিল।

বম্বাই নগৰৰ পৰা লৌজি ফেমিলি নামে এখান জাহাজ বোজাই দি আবলৈ জুগুত হলত, ২ জুলাই তাৰিখৰ ৰাতি ১০ বজাৰ সময়ত ভিতৰে জুই লগা জেন জানি, জাহাজৰ কাপ্তানে চৰিয়াৰে পানি তুলি সিচিবলৈ আগ্যা কৰাত জি ৪৮ লস্কৰ নাৱৰিয়া আছিল, সিহঁতৰ এটাও হুকুম নে মানি চিয় হৈ চাই থাকিল, তাতে কাপ্তানে জানিলে, সিহঁতেই জুই দিয়া হই। পাচে হাই উৰুমি কৰিলত অনেক সৰু নাও ওচৰ চাপি আহি উপকাৰ কৰিও জুই তাৰৰ হোআত নুমাব নোআৰিলে। পাচে পুৰি পুৰি ভিনি পৰিয়া ৰাতি থাৱৰ তঁৰালত জুই লাগি ফুটি গৈ জাহাজ থন ভাগি তল গল। পাচে সেই বুৰি থকা জাহাজ নিলাম কৰি ১৫,০০০ ৰুপলৈ বেচিলে।

৭ বচৰৰে পৰা বম্বাইৰ কোনো দুষ্ট মানুহবিলাকে আৰু বাহ্নি আলচ কৰি জাহাজ পুৰিবলৈ

ধৰিলে। সেই দুষ্টবোৰে সদাগৰ কাম কৰে; জি জাহাজ পুৰিবলৈ আলচ হই, তাতে দিৱ লগা চন্দুকবোৰৰ ভাল বস্তু উলিয়াই গোবৰ জাবৰ সুমাই জাহাজত তুলি দিএ। পাচে জাহাজৰ কোনো মানুহক মিত্তিৰ কৰি ভেঁটি দিয়াত সিইংতে পুৰিম বুলি গাত লই। জাহাজ নষ্ট হোআৰ কিছু দিনৰ পাচে সেই জাক ডকাইতে গোট খাই সেই ডকা দি নিয়া বস্তু বাঁটি লই। এই ৰুপে ৬ খন জাহাজ পুৰিলত সেই ডকাইতৰ কেতবিলাক ধৰা পৰিল। তাৰ পৰা ৬ বচৰলৈকে সিইংতে আৰু জাহাজ নু পুৰি লুকাই থাকিল, কিন্তু এতিয়া আকও পুৰিবলৈ ধৰিচে। পোৰা জাহাজৰ এই এই নাম।

| জাহাজ | পোৰাৰ তাৰিখ | | ধনৰ হানি |
|---|---|---|---|
| বান্ চিতর্ত | ৩ জুন | ১৮৪২ | ৮,০০,০০০ |
| কর্নোআলিচ | ১০ জুন | ঐ | ৪,৫০.০০০ |
| আদিলেদ | ২৭ জুন | ঐ | ২,০০,০০০ |
| এলিনৰ | ২৮ চেপ্ত | ঐ | ৩,৫০,০০০ |
| বেলবিদিয়ৰ | ৭ অক্তো | ঐ | ৬,০০,৯০০ |
| তমচ গ্রেনবিল | ৬ জুন | ১৮৪৩ | ৩,০০,০০০ |
| ফটি ৰহিমান " | ১০ ফেব | ১৮৪৯ | ২,০০,০০০ |
| লৌজিফেমিলি | ২৫ জুন | ঐ | ১,৫০,০০০ |

কলিকত্তা নগৰৰ এটা মানুহে হুকুম নো পোআকৈ আপোনাৰ ঘৰত অধিক খাৰ ৰখাত ২৫ জুলাইত বিচাৰ কর্তাৰ আগলৈ তাক নিলত বিচাৰ কর্তাই ২০০ ৰুপ জৰিমনা কৰিলে।

কম্পানিৰ প্রধান ৰাজ দ্রোহিয়া মুলৰাজৰ কথা সোধ পোচ কৰি তাৰ আলচৰ দোআৰাই কম্পানিৰ দুজন চাহাবক বধ কৰাৰ প্রমান পালত বিচাৰ কর্তাবিলাকে মিত্যু দণ্ডৰ জোগ্য হল, এই কথা থিৰ কৰিলে; তথাপি তাৰ প্রান নে মাৰি দেসান্তৰ কৰি জনম ফাটকত দিবলৈ আগ্যা কৰিলে।

মান ৰজাৰ এখান জাহাজত তলে তাম খুআৰৰ নিমিত্তে কলিকত্তালৈ নি তৈয়াৰ কৰা হলত উভতি আওতে সাগৰৰ দাঁতিত ২ আগষ্টত বালি চটত লাগি ভাগি গল। আন এখন জাহাজ ওচৰলৈ অহাত সেই মান লোকে তাতে উঠি ৰখ্যা পৰিল।

ফ্রাঞ্চিএ ৰোম নগৰ লোমাৰৰ ইচাৰে গলত ৰুমিয়াই নিসেধ কৰাত ৪ জুনত জেনৰল উদিনো সেনাপতিএ বৰ টোপ বম গোলাৰে সৈতে নগৰক মাৰিবলৈ ধৰিলে। পাচৰ দিনত ৰুমিয়াই ওলাই অনেক সেনা আৰু ১২ জন সেনাপতিক মাৰিলে। ১৬ তাৰিখলৈকে ফ্রাঞ্চিএ গুলিয়াই গুলিয়াই আচিল; তাতে নগৰৰ গৰত এটা বাট কৰা হলত সোমাব পাৰিলে, তথাপিও তেতিয়া সোমোআ নাই। আৰু চেন্তপিতৰ নামে প্রধান গির্জা, আৰু পাপাৰ ৰাজ ঘৰ, আৰু চেন্তেঞ্জেলো ৰৰ কোঁঠ, এইবিলাকৰ তলত ৰুমিয়াই বহু খাৰ লুকাই, ফ্রাঞ্চিএ জদি সোমাই খাৰত জুই লগাই গোটেই খন নগৰ পুৰি নষ্ট কৰিম, এনে আলচ কৰি বাট চাই আচে।

পাচে ১ জুলাই তাৰিখত ৰুমিয়াই আৰু নিবাৰন কৰিব নোআৰাত ফ্রাঞ্চিৰ হাতত নগৰ খন সমর্পন কৰিলে, ২ জুলাইত ফৌজ আটাইবিলাক নগৰৰ ভিতৰলৈ সোমাল। সেই জুধত ফ্রাঞ্চিৰ হানি ১২০০।

ৰুমিয়াই সৈতে ফ্রাঞ্চ দেসাধিকাৰে ৰন কৰা হেতুকে ফ্রাঞ্চি ৰাজ মেলুআই কেতবিলাকে বেজাৰ পাই আপোনাৰ দেসাধিকাৰক গুচাই অন্য অধিকাৰ পাতিম বুলি ৰাজ দ্রোহৰ আলচ কৰাত ১৩ জুনত দেসাধিকাৰে সেনা পঠাই সিইংতক ধৰি দণ্ড দিবৰ নিমিত্তে কইদত বান্ধি থলে। লিয়ন্স নগৰতো সেই ৰুপ আলচ কৰি ১৫ জুনত জুধৰ আৰম্ভন কৰিলে, তাতে ৰাজ সেনাবিলাকে দ্রোহিয়াবোৰক গুলিয়াই, ২৫০ পৰিল, আৰু ৮০০ বন্দিয়াৰ কৰি ৰাখিলে। ৰাজ সেনা মৰা খুন হোআ ৮০ আচিল।

জর্মানিৰ প্রজাবিলাকক দমন কৰিবলৈ অষ্টিয়া আৰু ৰুচিয়াৰ বহু সেনাই বাদন প্রদেসলৈ গলত ৰুমিয়াৰ সেনাপতি পুৰুৰ আৰু প্রজাৰ সেনাপতি মিত্রৰ সন্ধি দুয়ো কেৰ্ৰ্বাল গাঁৱত ১৫ জুন তাৰিখত লগ পাই দুদিন জুধ কৰি দুয়ো কালে বহু মানুহ মৰিল। পাচে ২২ জুনত মিত্রৰসন্ধি পৰাজই হৈ দুইচ দেসৰ বাচল নগৰলৈ পলাই গল।

জর্জি নামে হঙ্গাৰি সেনাপতিএ অষ্ট্রিয়াৰ পৰা বুদা নগৰ কাঢ়ি লবলৈ ৯ মেই তাৰিখত জুধ কৰি

বৰ টোপ মাৰিবলৈ ধৰিলে। ১৭ তাৰিখত নগৰ সোমাবলৈ ধৰাত ৫০০ মান মানুহ মৰিলত ভাগি গল। পাচে ১৯ তাৰিখত আৰু ১০০ মান মানুহ মৰিল; কিন্তু যুধ কৰি থাকি ২২ তাৰিখত সোমাই নগৰ ললে। জৰ্জিৰ সেনা মুঠে ৩০,০০০।

এদনবৰ্গ নগৰতো অষ্ট্ৰিয়া আৰু হঙ্গাৰিএ লগ লৈ অষ্ট্ৰিয়াক জিনিলে; অষ্ট্ৰিয়াৰ মৰা, খুন হোআ, বন্দিয়াৰকৈ নিয়া, মুঠে হানি ৪০০০ হল। সেই মাহৰ ১৩, ১৪, ১৫, এই তিনি দিনত জৰ্জিএ অষ্ট্ৰিয়া আৰু ৰুচিয়াৰ ফৌজে সৈতে যুধ কৰি সিইতক জিনিলে, অষ্ট্ৰিয়া আৰু ৰুচিয়াৰ হানি ২০,০০০; হঙ্গাৰিৰ হানি ৮,০০০।

কালিফৰ্নিয়াৰ পৰা অহা এখন জাহাজত এজন মানুহে মাটিত পোআ ৪ সেৰ থকা এনে এডোখৰ সোন নুয়ৰ্ক নগৰত দেখোৱাত সকলো মানুহে বৰ আচৰিত গিয়ান হৈছে। ॥

---

### গুআহাটিত হোআ বিবাহৰ কথা।

মোকাম গুআহাটিৰ পৰা এক পত্ৰত আমালৈ এই বাত্ৰা লিখিছে, যোলে, আগষ্ট মাহৰ ১৮ তাৰিখে শ্ৰীযুত লেপ্‌টেনেণ্ট এইচ্‌. এচ্‌. বিবাৰ চাহাবে শ্ৰীযুত জেই কেল্‌চো চাহাবৰ বৰ জিএক শ্ৰীমতি এমিলি জেইন মেম চাহাবক সেই জিলাৰ সকলোএ জনাকৈ বিবাহ কৰিলে। বিবাহৰ সময়ত শ্ৰীযুত কমিচনাৰ বৰ চাহাব, আৰু ডিপুটি কমিচনাৰ চাহাবকে আদি কৰি সকলো চাহাব মেম চাহাব লোকে একে মনে অতি আনন্দিত হৈ, দৰা কন্যা সমনিতে গুআহাটিৰ বৰ পকি কম্পানি গিৰ্জা ঘৰত সোমাই, মাত্ৰ পৰ্হি শ্ৰীযুত পাদুৰি বিলাণ্ড চাহাবৰ দোআৰাই ঈশ্বৰৰ আগ্যাৰ মতে বিবাহ কৰোআ হল। বিবাহৰ পাচত গুআহাটি বেণ্ড, অৰ্থাত পল্টনৰ জি অনেক বিধ ইংৰাজি বাজনা আচে তাকো বজাই বৰকৈ প্ৰসন্ন্য কৰিলে; পাচে কন্যাৰ বাপেকৰ ঘৰত সকলো চাহাব মেম চাহাব লোকে সৈতে বৰ ভোজ খাই আনন্দ কৰিলে।

Letter from Lucian Hayden.

### আমেৰিকালৈ জোআ এজন নগাঁও স্কুলৰ চাত্ৰৰ পৰা আমি এই বাত্ৰাৰ চিঠি পালোঁ।

বষ্টন নগৰ মেই ১৮৪৯।

হে প্ৰিয় আৰু মান্যৱন্ত চাহাব,

আমাৰ প্ৰভু যিচু খ্ৰিষ্টৰ অসিমা অনুগ্ৰহৰ কাৰনে আমাৰ সকলো ভাল, আৰু মই ভাবনা কৰোঁ জে তোমোলাক সকলো ভালে আচা। আমি তিনতা মহা সমুদ্ৰ পাৰ হলোঁইক, আৰু নিৰবিঘিনি ৰূপে এই অতি উত্তম দেস পালোঁইক। আৰু এতিয়া আমি তোমোলাকৰ পৰা ১৫,০০০ মাইলৰ আঁতৰ আচোঁইক। আমি পুব পচিম কাললৈ চাঁও, তথাপি আমাৰ জনমৰ ঠাই দেখা নে পাঁও। আমি তললৈ চাই মনত কৰোঁ জে প্ৰিথিবিৰ গোল আক্ৰিতিৰ কাৰনে অসম দেস আমাৰ ভৰিৰ তলত আচে আৰু আমি প্ৰিথিবিৰ একাল ভাগ হলোঁইক।

জেতিয়া সুৰ্জ পুব ফালে বাতি পুআ ওলাই, তেতিয়া আমি তাক সোধোঁ, আমাৰ অসম দেসত থকা ককাই ভাইবিলাকে কি কৰিচে? কেনে আচে? আৰু জেতিয়া সি পচিম ফালে মাৰ জাই, তেতিয়া আমাৰ পৰা আসিৰ্বাদ তোমালৈ লৈ জাবলৈ তাক কওঁ; কিন্তু সি আমাক একো উত্তৰ নি দিএ। সেই কাৰনে এতিয়া মই তোমালৈ পত্ৰ লিখিচোঁ, জিহত মই ভাবনা কৰোঁ, আপুনি সন্তুষ্ট হবা। মই জে তোমাক পাহৰা নাই, আৰু জি সিখা তুমি মোক দিলা সেই সকলোতে মই বৰ আনন্দিত আচোঁ, ইয়াকে জানিবা। অনুগ্ৰহ কৰি দয়ালু মেম চাহাবক মোৰ চেলাম দিবা; আৰু এই সকলো কথা জি মই আপোনালৈ লিখিচোঁ সেই সকলোকে সেই মণ্ডলিত জনাবা। আৰু জিবিলাক ভালে আচে বুলি মই ভাবোঁ, সিবিলাকক কবা জে আমি দেখা সকলোতকৈ অসম দেসত থকা মানুহ বৰ অগিয়ানি। সিবিলাকক কবা জে কলিকতাত ভালেমান মিচ্যনেৰি স্কুল আচে, আৰু আপোন দেসৰ খ্ৰিষ্টিয়ান আৰু ধৰম প্ৰচাৰক, আৰু সকলোএ ইংৰাজি ভাসা জানে, আৰু সিইত গিয়ানি আৰু উত্তম হৈ জাব।

কিন্তু জি ইংৰাজি মানুহ সত্য ধৰম লই লেই-

বিলাক আমাৰ উত্তম বন্ধু; তাৰ বিসয়ে মই কলিকতাত ভালেমান প্ৰমান পালোঁ। সিহঁতে আমাক ভালেমান উত্তম সিখ্যা আৰু আপোনাৰ সিল্প বিদ্যা দিলে, আৰু জেতিয়া সিহঁতে আমাৰ দেসৰ কোনো জোগ্য মানুহ লগ পাই, তেতিয়াই তাক কোনো কৰম দিএ। এটা সৰু নিগনি সদাই চন্দুকত বাস কৰিছিলে; সি কোনো এদিনা বাট কৰি চন্দুকৰ বাজলৈ চাই আচৰিত মানি কই, মই নে জানিলোঁ জে জগত ইমান ডাঙৰ। ঠিক এই দৰে মই ভাবিবলৈ উচিত দেখিছিলোঁ জে আসম আৰু ভাৰত বৰ্ষ হই জগতৰ অৰ্ধেক ভাগ। তথাপি মই প্ৰত্যেক দিনত ১১২ মাইল গলোঁ, এইমান বেগাই জাত্ৰা কৰি কৰি থাকি চাৰি মাহৰ মুৰত এই আমেৰিকা দেস পালোঁ। জদি ইস্বৰে মোৰ প্ৰানক কুসলে ৰাখে, মই তোমালৈ এই দেসৰ পৰা লিখিম। অনুগ্ৰহ কৰি মোলৈ লিখিবা, আৰু ওবৰলান্দ ডাকে দি পঠাবা, জেন মই সিঘ্ৰে সিঘ্ৰে মোৰ জনমৰ ঠাইৰ পৰা কথা বাত্ৰা সুনিব পাৰোঁ।

তোমাৰ প্ৰিয় লৰা,
লুচিএন হেইডন।

---

### কুকুৰ আৰু সিয়ালৰ কথা।
**The Dog and the Jackal.**

কোনো এদিনা এটা কুকুৰে তাৰ গৰাকিৰ ঘৰ এৰি হাবিত ফুৰিবলৈ গল আৰু তাতে এক সিয়ালে সৈতে তাৰ দেখা দেখি হল। সিয়ালে বুলিলে কেনে আচা, কুকুৰ ভাই? কুকুৰে বুলিলে, মইতো ভালে আচোঁ, তুমি কেনে আচা? সিয়ালে বুলিলে আচোঁ ভাল; হে ভাই, তোমাৰ সৰিল ভৰপুৰ আৰু নোমবোৰ সুন্দৰ, চিকন দেখিচোঁ, ইয়াৰ কাৰন কি? কি জানি তুমি সুখেৰে কাল নিউআ। কুকুৰে বুলিলে হই, মোৰ গৰাকিৰ ঘৰত সুখে আচোঁ, একো বন কৰিব নে লাগে, কোনো দুখো নাই, আৰু দিনে দিনে ভাল ৰূপে ভাত খাবলৈ পাঁও, আৰু কেতিয়াবা কেতিয়াবা ওৰে দিনটো সুই থাকোঁ; মোৰ লগত জোআ জদি, বলা, তাতে মোৰ জেনে, সেই ৰূপ তোমাৰো হব। সিয়ালে বুলিলে হই নে? এনে সুখৰ কথা সুনি তোমাৰ লগত জাবলৈ মোৰ প্ৰাই ইচা হই, কিন্তু সুনা, এই জি দেখোঁ, তোমাৰ গাত এটা ঘা আচে ই কিহৰ নিমিত্তে? কোআচোন। কুকুৰে কলে, ই একো ন হই, সেই দিনা মই গৰাকিৰ কাঁহিত ৰাহিঁ থোআ ভাত দেখি খাবলৈ ধৰিলোঁ, তাতে গৰাকিএ দেখি লাখুটিৰে মৰিয়াই মোক বাহিৰকৈ খেদিলে। সিয়ালে বুলিলে, আন কোনো সময়ত এনে অপমান আৰু পাইচিলা নে? কুকুৰে বোলে, হই, পাইচিলোঁ ন হই নো কি, বেলিএ বেলিএ মাৰ খাঁও, আৰু গৰাকিএ মোক কাঁহিত ভাত নি দি কেৱল খাই এবা আৰু মাচৰ কাঁইট সকল বোকাৰ ওপৰত পেলাই দিএ; আৰু কেতিয়াবা গৰাকিৰ লৰা মোৰ পিঠিত ঘোঁৰাৰ নিচিনাকৈ তুলি ফুৰাই। কিন্তু মই তাক কিচু হেন নে ভাবোঁ, কিয়নো মান কি অপমান বা কি? পেট ভৰাই খাবলৈ পালে আৰু বন ন কৰি থাকিবলৈ পালেই ভাল। এই কথা সুনি সিয়ালে এফলিয়া হৈ কুকুৰক বুলিলে, তেন্তে মই কেতিয়াও তোমাৰ লগত নে জাম; কাৰন, মৰন ভাল, অপমান ভাল ন হই; তুমি পৰৰ এবা খাই আৰু পৰৰ মাৰ খাই সুখি হোআ, মই কাৰো বন্দি ন হৈ হাবিত থাকি আপোন দুখেৰে জি পাব পাৰোঁ, তাকে খাই আপোনাৰ মান্য ৰখ্যা কৰোঁ, আৰু আপোনাৰ অধিকাৰ আপুনিএ হঁও। এই কথা কৈ সিয়াল গুচি গল। ৰ. দ.



---

সৰপা মন মানুহৰ ভিতৰত বাহিঁ বাহিঁ জাই; প্ৰথমতে মকৰাৰ জালৰ দৰে, সেসত লোহৰ সিকলিৰ নিচিনা। জিমান সৰহ কাম কৰিবলৈ হই, ইমান সৰহকৈ চুকুআৰ পাৰে, কিয়নো তাতে আপোন সময়, অৰ্থাত ঘন্টা আৰু মিমিসবোৰ, ৰাখিবলৈ সিকে।



জিৰাফ, অৰ্থাত নাহৰ ফুটুকিয়া পহুৰ নকচা।

# জিৰাফ, অৰ্থাত নাহৰ ফুটুকিয়া পহুৰ বিবৰন ।

**The Giraffe, or Camelopard.**

এই অতি সুন্দৰ পহু আফ্রিকাত পোআ জাই। তাৰ চাল নাহৰ ফুটুকি বাঘৰ নিচিনা ফুটুকা ফুটুকি, আৰু গাটো উটৰ নিচিনা দেখি নাহৰ ফুটুকিয়া উট বুলি কই। তাৰ গাৰ পাচ ভোখৰ চই হাত মান ওখ, কিন্তু ডিঙ্গি বৰ দিঘল, আৰু আগ ঠেঙ্গৰ পোনে পোনে ডিঙ্গিটো ওপৰলৈ ঠিয় হৈ থাকে, আৰু মাটিৰ পৰা মুৰলৈকে ১১। ১২ হাত মান ওখ কিন্তু কেতিয়াবা তাতকৈও অধিক। মুখৰ পৰা নেগুৰৰ আগলৈকে ১৪ হাত মান দিঘল, তাৰ মুৰ ঘোঁৰাৰ নিচিনা অলপ দেখা জ ই, কিন্তু কান গৰুৰ সমান তাঙ্গৰ আৰু তাৰে নিচিনা। মুৰৰ ওপৰত পহুৰ দৰে চাল লগা টুটি সিঙ্গ দুটা থাকে, আৰু সেই সিঙ্গৰ আগত এঠোপা নোমো থাকে, পাচে জেতিয়া সি বুঢ়া হই তেতিয়া সেই সিঙ্গৰ ওপৰৰ নোম সৰি পৰে। নেগুৰৰ আগতো সেই দৰে এঠোপা নোম থাকে। তাৰ খুঁৰা গৰুৰ নিচিনা, আৰু গৰুৰ দৰে ঘাঁহকো পাগুলে। জেতিয়া সি মুৰ খোজে তেতিয়া আঁঠু কাহিঁহে মুৰ পাৰে। গচৰ ঠাল সি অধিকৈকৈ খাই। তাক মানুহে ধৰিলে সোন কালে জাতি হই; আৰু সি সদাই নম্র, কাকো একো হিংসা ন কৰে; কিন্তু কোনো জন্তুএ তাৰে সৈতে জুধ কৰিবলৈ গলে, সি জদি সেইবোৰৰ পৰা পলাব নোআৰে তেন্তে ঘোঁৰাৰ নিচিনা পাচ ঠেঙ্গেৰে ইমান ঘনকৈ লঠিয়াই তাতে আন জন্তুএ তাক ধৰিবই নোআৰে। সি বেগে লৰ মাৰিব পাৰে, জদি বৰ চোকা ঘোঁৰা ন হই তেন্তে তাক লগ পোআ অসাধ্য।

১৮৩৬ সঁকত জিৰাফ বিচাৰি ধৰিবলৈ টাইবৌ চাহাবে বহু আৰব মানুহক লগত লৈ ঘোঁৰাই সৈতে খেদি জিয়াকৈ ধৰিবলৈ নো পোআত. দুটা তিনটা মাৰিলে; তাতে আৰব মানুহে সিইতৰ মঙ্গহ খালে আৰু চাহাবেও খাই বৰ সোআদ বুলি কলে। খাবৰ নিমিত্তে আৰব লোকে খেদি মাৰে, আৰু চালেৰে ভৰিৰ কানটি আৰু কঁকালৰ বৰটি সাজে। টাইবৌ চাহাবে চাইটা জিয়াকৈ ধৰিলত বহু জতনেৰে ভ্রম কৰি ইংলণ্ড দেসলৈ নিলে, তাতে বহু মানুহে কপ দি চাবলৈ গৈচিল।

১৮৪৭ সনত এটা জিৰাফ পহু ফ্রাঞ্চ দেসলৈ নিচিল, আৰু কোনোএ নে দেখা এনে সুন্দৰ পহু সেই দেসলৈ আনি পোআইচে বুলি সুনি ফাঞ্চি মানুহ সকলে বৰ বিস্মই মানি অতি আনন্দ হল। পাৰি নগৰলৈ জাঁওতে বাটত থকা নগৰ আৰু ডাঙ্গৰ গাঁৱৰ পৰা লোকবিলাকে সিইতৰ প্রধান মানুহক তাক দেখিবলৈ আৰু বাটত আগ বৰ্হাবলৈ পঠাই দিচিলে। আৰু পাৰিৰ পৰাও জন চাৰেক মানুহ আৰু পণ্ডিতবিলাকে তাক আগ বাৰ্হি আনিবলৈ গৈচিল; আৰু মানুহবিলাকে তাক চাবলৈ জাঁওতে হেঁচা হেঁচি কৰি ন ধৰিবলৈ চিপাহিবোৰে চাৰিও ফালে ফুৰি ৰখি আচিল। মিচৰ দেসৰ পৰা নিঁওতে তাক বাটত গাখিৰ দিবৰ নিমিত্তে তিনি জনি গৰু নিচিল, সেই গৰুবোৰক তাৰ পাচে পাচে এখান গাঁৰিত তুলি নিলে। পাতৰ আৰু সোনৰ কাপৰ তাৰ গাত দিচিল, আৰু বৰ ঐশ্বৰ্জৰে মৰ্জতাকৈ এখান বাৰিৰ ভিতৰত থকা এটা বৰ ঘৰলৈ নিলে। সপ্তাহ চাৰেকলৈ পাৰি নগৰৰ আৰু চাৰিও ফালৰ ওচৰৰ নগৰ আৰু গাঁৱৰ পৰা নিতে পতি জিৰাফ চাবৰ নিমিত্তে বহু মানুহে গৈচিল। সেই বাৰিৰ কেৱল এক দুআৰলৈ আন দিন কৈ প্রাই ১৩,০০০ মান মানুহে নিতৌ নিতৌ এক মাহ মানলৈকে গৈ আচিল। আৰু ঘৰৰ পৰা নিতৌ পতি জিৰাফক বাৰিত ফুৰাবলৈ নিয়া সময়ত ১০,০০০ মান মানুহে তাক চাবলৈ বাৰিৰ চাৰিও ফালে বেৰি ধৰি আচিলে। সপ্তাহে সপ্তাহে তাৰ এক নতুন নকচা লিখি চাপিচিল, আৰু তাৰ চালৰ নিচিনা ফুটুকা ফুটুকিকৈ জুতা, হাতৰ মুজা, কাপৰ, মেম লোকৰ টুপি, আৰু ফিতা আদি বনাইচিলে; আৰু তাৰ নকচা টেমা, বিচনি আৰু আন আন সকলো বস্তুৰ ওপৰত লিখি দিলে।

সেই জিৰাফ পহু এইমান ঐশ্বৰ্জ ৰূপে থকাতো তেও আপোন দেসৰ মানুহলৈ সুঁৱৰে, আৰু জেতিয়া মিচৰ দেসৰ দুই তিনি জন মানুহ সেই নগৰ পাই তাৰ ওচৰলৈ আহিচিল তেতিয়া জি-

ৰাকে মনত বৰ ৰঙ পাই একে বেলিএ সেই মিচৰিয়াৰ ওচৰলৈ গৈ সিইঁতৰ মুখত আৰু পাগুৰিত জিৰাৰে চেলেকিলে; কিন্তু টুপি পিন্ধা মানুহক সেই দৰে কেতিয়াও কৰা নাই।

বৰ্ত্তমান বচৰত কলিকতাৰ ওচৰত বাৰকপুৰত শ্ৰীযুত গৱৰ্ণৰ জেনৰল চাহাবৰ বাৰিত এনে পহু এটা দেখা পালোঁ। এতিয়া ইংলণ্ড দেসত থকা এই পহুৰ নকচা পোআলিএ সৈতে আন পিচিত লিখা আছে।

---

## অসম লৰা আমেৰিকালৈ জোআৰ কথা।

**Visit of two Assamese to America.**

হে অসম দেসি লোকবিলাক সুনা, প্ৰাই সকলোএ জানে ইংলণ্ড নামে সমুদ্ৰৰ সিপাৰে এখন বৰ দেস আছে। বঙ্গাল কলিকতাৰ পৰা তালৈকে জাহাজেৰে অহা জোআ কৰোঁতে প্ৰাই দহ মাহ বা এবচৰ মানৰ বাট হই। আৰু সেই ইংলণ্ডৰ পৰা আট্‌লান্তিক সাগৰ পাৰ হৈ ১৫০০ ক্ৰোচৰ দুৰৈত আমেৰিকা নামে পচিমৰ মহা উপদিপ আছে। প্ৰাই দুস ত্ৰিচ বচৰৰ আগেএ ইংলণ্ডৰ পৰা কোনো কোনো লোক আমেৰিকালৈ পাৰ হৈ তাতে নিবাস কৰিলে, পাচে ইংলণ্ড আৰু আন ইউৰপিয়া দেসৰ পৰা আন বহু মানুহে তালৈ গৈ নিবাস কৰিলে আৰু এতিয়া সেই আমেৰিকা মিল দেস বৰ সক্তিমন্ত আৰু গিয়ানবন্ত হৈছে আৰু তাতে প্ৰাই ৩,০০,০০,০০০ মানুহ হই। অসম দেসত থকা মিস্যনেৰি অৰ্থাত পাদুৰি চাহাব লোক সেই আমেৰিকাৰ পৰা আহিল, এতিয়া সৰিল বস্থ হবৰ নিমিত্তে তাৰে কোনো কোনো নগাঁও আৰু সিৱসাগৰত থকা চাহাব মেম চাহাব লোক সি বচৰত গৈচিলে আৰু নগাঁও জিলাৰ মিস্যন স্কুলৰ পৰা শ্ৰীধনিৰাম নামে আৰু শ্ৰী সিৱৰাম নামে এই দুজন অসম লৰা তেওঁবিলাকৰ সগত আমেৰিকা দেস পালেগৈ। সিইঁতে জাওঁতে মহা সাগৰৰ ওপৰত জি জি দেখিলে তাৰে দুই এক কথা আমালৈ লিখিলে, বোলে জেতিয়া কলিকতা এৰি গঙ্গা সাগৰে দি গৈ মহা সাগৰত ওলালোঁ তেতিয়াৰ পৰা মাটি গচ, বন আদি এইবোৰ অনেক দিনলৈকে একো দেখিবলৈ নে পালোঁ; কেৱল ওপৰত বেলি, আকাস, আৰু তলত সমুদ্ৰৰ পানি মাথোন, আৰু সেই পানিবোৰ দেখিবলৈকো নিলৰ বৰন আৰু সোনৰ নিচিনা চোকা সোআদ মুখত দিলে বাঁতি আহিৰ খোজে, আৰু তাত থকা বৰ বৰ মাচ জেনেকৈ অৰুনোদইত তিমি মাচৰ কথা লিখা আছে এনে অনেক স মোন তেল ওলোআ বৰ বৰ ডাঙৰ মাচ দেখিলোঁ আৰু এবিধ জাকে জাকে উৰি ফুৰা মাচ দেখিলোঁ, আৰু কৈচে বোলে, সেই উৰি ফুৰা মাচৰে কোনো মতে এটা ধৰি চিচাত ভৰাই থৈচে আৰু অসম দেসলৈ আনিব খুজিচে। আৰু কৈচে বোলে, এদিন বতাহ হোআত সাগৰৰ ঢৌ পৰ্ব্বতৰ সমান ওখ হৈ উঠিচিল তাকে দেখি আমি বৰ বিস্মই মানিলোঁ, জাহাজ ইমান ডাঙৰ আৰু ওখ হলেও তথাপি সেই ঢৌৰ পানি জাহাজৰ ওপৰে দি ইফালৰ পৰা [ ]ফালে চেল চেলি খাই পৰেগৈ সেই দৰে হোআত কোনো বেলি জাহাজত পানি অতি বেগত্তে কৰ-জন মান হই, কিন্তু জাহাজৰ অনেক পানি জোআ নলা আছে দেখি বেগত্তে পানি গৈ চুকাই সেই ৰূপে পানি জোআ নলা ন থকা হলে আমি এবেলিৰ ঢৌতে জাহাজে সৈতে তল গলোহেঁতেন, জাহাজৰ নিমিত্তে বথ্যা পালোঁ এনেকৈ নো বোলোঁ কিন্তু আমাক পৰম ইশ্বৰেহে ৰাখিলে, এই নিমিত্তেহে আমি মহা সাগৰ পাৰ হৈ আমেৰিকা দেসৰ বস্তন নগৰ পালোঁহি।

সিইঁতে লিখিচে বোলে হে অসম দেসৰ প্ৰিয়বিলাক, আমি আপোন দেসৰ পৰা জাত্ৰা কৰি জি দেস দেখিবলৈ আসা কৰি আহিচিলোঁ, সৰ্ব্বসক্তিমান পৰম ইশ্বৰৰ অনুগ্ৰহত এতিয়া সেই দেস দেখিবলৈ পাইচোঁ। কিন্তু ইয়াৰ মাজত অসম মানুহ আৰু অসম কথা আমি দুই ভাইত বাহিৰে আৰু দেখিবলৈ নেপাও প্ৰাই সকল চাহাব লোক মাথোন, এই নিমিত্তে আমাৰ অসম দেসলৈ সদাই মনত পৰি থাকে; তথাপি গিয়ান আৰু গুন, মানুহলৈ মৰম, আৰু ধৰমলৈ ইচা এই দেসৰ মানুহৰ অধিক, এই দেসলৈ চালে আমাৰ দেস নিচই একেবি হেন জানো, আৰু এই দেসৰ নিচিনা গিয়ানি অসম দেসত একনো নাই হেন গুনো, আৰু এই দেসলৈ চালে অসম দেস নিচই এন্ধাৰেৰে পুৰ হৈ থকা জেন দেখো, এই নিমিত্তে আসা কৰো জেন এইবোৰ দেসৰ নিচিনা আমাৰ অসম দেসো হব, এনে প্ৰাৰ্থনা কৰোঁ।

এতিয়া দেখা, প্ৰিথিবিৰ তলত জি আমেৰিকা

দেশ সেই দেশলৈ কোনো কালতো অসম মানুহ জোৱা নাই, কেৱল কোনো জাতিএ গঙ্গা সাগৰ আৰু জগন্নাথলৈ মাথোন গৈচে, ভাত বাহিৰে আন কোনো বিলাতি দেশ দেখা নাইগৈ কেৱল এই দুজন লৰাহে কম্পানিৰ দিনত এতিয়া এই প্ৰথমবাৰ আমেৰিকা দেশ দেখিলেগৈ। দেখা, পৰম ইশ্বৰে জদি কম্পানিৰ আমোল সদাই কুশলে ৰাখে, তেন্তে এতিয়া জেনেকৈ দুখিয়া আৰু অগিয়ানিবোৰক মৰম কৰি দেশবোৰৰ ঠায়ে ঠায়ে স্কুল পাতি অনেক টকা খৰচ কৰি বিনা মোলে বিদ্যা সিকাইচে। আৰু লোকবিলাকেও এনে উত্তম গিয়ান সিকাবলৈ আপোন সন্তানবোৰক উদগাইচে। সেই ৰূপে দেশবোৰলৈকো অহা জোৱা কৰিবলৈ নিসংসই হব, আৰু আন দেসবোৰ জেনেকুৱা গিয়ানি আৰু স্বৰূপ ধৰম পোআ হৈচে সেই ৰূপে এই সকল দেসো ভাল হব। তথাপি কিছু দিন পলম, কিয়নো ইশ্বৰৰ বাক্য অনুসাৰেহে সেই সকলো কাল পুৰ হব। আগৰ কালৰ এই অসম দেসৰ কথা আমি কোনো কোনোৰ মুখে সুনিচোঁ, বোলে, অসম মানুহৰ ৰিতি জেতিয়া কোনো মানুহ জাত্ৰা কৰি দুই তিন দিনৰ বাটৰ আঁতৰলৈ জাব খোজে তেতিয়া জাত্ৰাৰ কালত তাৰ ঘৰৰ পৰিয়ালবোৰে হাঁহ কুকুৰা মাৰি তাৰে সৈতে একে লগে দেখা দেখিকৈ ভাত খাই, আৰু তাৰ তিৰোতাই হাতৰ কানৰ অলঙ্কাৰবোৰ সোলোকাই থই, কিয়নো সি অনেক দুৰৈ বাট জাই, কি জানি তাতে মৰে এনে সংসই কৈ মৰনৰ তুল্য সোক আৰু ক্ৰন্দন কৰিহে সেই দুই তিন দিনৰ বাটলৈকে জাই; দেখা ইমান ভয়েৰে বৰ সাগৰ পাৰ হৈ আগৰ কালৰ সাহ নাই কিয়া লোকবিলাকে চমাহৰ বাট কেনেকৈ জাব পাৰিব? কিন্তু এতিয়া ইশ্বৰে পহৰ বাকিচে, আৰু আমালৈ দায়া কৰি গিয়ানি দেসাধিকাৰবিলাক দিচে। এই নিমিত্তে মানুহৰ আগৰ বৰ এন্ধাৰবোৰ লাহে ২ গুচি আহিচে আৰু মনো মুকলি হৈ গৈচে, আৰু মানুহবোৰৰ আপোন সন্তানক বিদ্যা সিকাবলৈকো মন গৈচে, আৰু আগতকৈ এতিয়া কিছু দুৰৈ বাটলৈকো অহা জোৱা কৰিবলৈ সাহ পাইচে। এই নিমিত্তে গুনিচোঁ, পাচলৈ কি জানি আমেৰিকা আৰু আমাৰ অধিকাৰবিলাকৰ দেস অৰ্থাত ইংলণ্ড আদি অনেক বিলাতি দেসবোৰলৈকো অসম মানুহ জেতিয়াবা অহা জোৱা কৰিব। কিন্তু দেখা, লোকে জাৰ নাম লৈ নাইকিয়া বুলি কই, এনে মান্য হিন খ্ৰিষ্টিয়ান জি সৰু লৰা দুজনক লোকে উপকাৰ কৰি নিলত, সিইতে মৰন, আৰু দুখ কেলেস একোলৈকো চিন্তা ন কৰি কেৱল খ্ৰিষ্টৰ চৰনত আপোন সৰিৰ প্ৰান অৰ্পন কৰি অতি আনন্দেৰে গল, এতিয়া সিইত গলত, অসমিয়া লৰা আমেৰিকালৈ গৈচে বুলি নাম হব আৰু সিইতক দেখি আগলৈ আন কোনো জাবলৈ ইচা কৰিলেও বৰ ভই গুচিল। ৰ. দ.

Almanac for September, 1849.

## চেপ্তেম্বৰ, অৰ্থাত আহিন, ১৮৪৯।

| বাৰ | চেপ্তেম্বৰ | ভাদ | সুৰ্য্যোদয় | সুৰ্য্যৰ মধ্যাহ্ন | সুৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যাহ্ন |
|---|---|---|---|---|---|---|---|---|
| স | ১ | ১৭ | ৫।৪২ | ১২।০ | ৬।১৭ | ১৪ | ২৩ | ২৩।৩৯ |
| দেও | ২ | ১৮ | ৫।৪৩ | ১১।৫৯ | ৬।১৫ | ১৫ | ২৪ | পুন্না |
| সো | ৩ | ১৯ | ৫।৪৪ | ১১।৫৯ | ৬।১৪ | ১৬ | ২৫ | ০।২৭ |
| ম | ৪ | ২০ | ৫।৪৫ | ১১।৫৯ | ৬।১৩ | ১৭ | ২৬ | ১।১৫ |
| ব | ৫ | ২১ | ৫।৪৫ | ১১।৫৮ | ৬।১২ | ১৮ | ২৭ | ২।৩ |
| বি | ৬ | ২২ | ৫।৪৬ | ১১।৫৮ | ৬।১১ | ১৯ | ১ | ২।৫৪ |
| সু | ৭ | ২৩ | ৫।৪৬ | ১১।৫৮ | ৬।১০ | ২০ | ২ | ৩।৪৫ |
| স | ৮ | ২৪ | ৫।৪৬ | ১১।৫৭ | ৬।৮ | ২১ | ৩ | ৪।৩৮ |
| দেও | ৯ | ২৫ | ৫।৪৭ | ১১।৫৭ | ৬।৭ | ২২ | ৪ | ৫।৩৪ |
| সো | ১০ | ২৬ | ৫।৪৭ | ১১।৫৭ | ৬।৬ | ২৩ | ৫ | ৬।৩১ |
| ম | ১১ | ২৭ | ৫।৪৮ | ১১।৫৬ | ৬।৫ | ২৪ | ৬ | ৭।৩০ |
| ব | ১২ | ২৮ | ৫।৪৮ | ১১।৫৬ | ৬।৪ | ২৫ | ৭ | ৮।২৮ |
| বি | ১৩ | ২৯ | ৫।৪৯ | ১১।৫৬ | ৬।৩ | ২৭ | ৮ | ৯।২৫ |
| সু | ১৪ | ৩০ | ৫।৪৯ | ১১।৫৫ | ৬।২ | ২৮ | ৯ | ১০।২০ |
| স | ১৫ | ৩১ | ৫।৪৯ | ১১।৫৫ | ৬।১ | ২৯ | ১০ | ১১।১৩ |
| দেও | ১৬ | আহিন | ৫।৫০ | ১১।৫৫ | ৬।০ | ৩০ | ১১ | ১২।২ |
| সো | ১৭ | ২ | ৫।৫০ | ১১।৫৪ | ৫।৫৮ | ১ | ১২ | ১২।৫১ |
| ম | ১৮ | ৩ | ৫।৫১ | ১১।৫৪ | ৫।৫৭ | ২ | ১৩ | ১৩।৩৮ |
| ব | ১৯ | ৪ | ৫।৫১ | ১১।৫৪ | ৫।৫৬ | ৩ | ১৪ | ১৪।২৫ |
| বি | ২০ | ৫ | ৫।৫২ | ১১।৫৩ | ৫।৫৫ | ৪ | ১৫ | ১৫।১১ |
| সু | ২১ | ৬ | ৫।৫২ | ১১।৫৩ | ৫।৫৪ | ৫ | ১৬ | ১৫।৫৭ |
| স | ২২ | ৭ | ৫।৫৩ | ১২।৫৩ | ৫।৫৩ | ৬ | ১৭ | ১৬।৪৪ |
| দেও | ২৩ | ৮ | ৫।৫৩ | ১১।৫২ | ৫।৫২ | ৭ | ১৮ | ১৭।৩১ |
| সো | ২৪ | ৯ | ৫।৫৩ | ১১।৫২ | ৫।৫১ | ৮ | ১৯ | ১৮।১৮ |
| ম | ২৫ | ১০ | ৫।৫৪ | ১১।৫২ | ৫।৫০ | ৯ | ২০ | ১৯।৬ |
| ব | ২৬ | ১১ | ৫।৫৪ | ১১।৫১ | ৫।৪৯ | ৯ | ২১ | ১৯।৫৪ |
| বি | ২৭ | ১২ | ৫।৫৪ | ১১।৫১ | ৫।৪৮ | ১০ | ২২ | ২০।৪২ |
| সু | ২৮ | ১৩ | ৫।৫৫ | ১১।৫১ | ৫।৪৭ | ১১ | ২২ | ২১।৩০ |
| স | ২৯ | ১৪ | ৫।৫৫ | ১১।৫০ | ৫।৪৬ | ১২ | ২৩ | ২২।২০ |
| দেও | ৩০ | ১৫ | ৫।৫৫ | ১১।৫০ | ৫।৪৫ | ১৩ | ২৪ | ২৩।৬ |

পুৰ্নিমা ২ দিনৰ ১১।৩৫ ভাটি।

আমাবাস্যা ১৬ দিনৰ ১০।২০ ভাটি।

২ চেপ্তেম্বৰত নিসাৰ ১০।৫ ঘণ্টাৰ পৰা মানিশাৰ ০।৫১ মিনিটলৈকে চন্দ্ৰৰ অৰ্দ্ধগ্ৰাহ।

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোআ। মোং শিৱসাগৰ, চেপ্তেম্বৰ ১৮৪৯ খ্রিং অং সঁক। নম্বৰ ৯।

VOL. IV. SIBSAGOR, ASAM, SEPTEMBER, 1849. No. 9.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

ভাদ মাহত আমগুৰি মৌজাত এটা মহত মানুহে উঠি লৈ জোআত বাটতে ৰবগ পৰি মানুহটৰ মুৰবে পৰা চুচৰি অহাত বুকলৈকে চাল গৈ মহৰ আগ চেৰুআই সোমোআত একে খোজতে মহ আৰু তাৰ ওপৰৰ মানুহ দুয়ো পৰি মৰিল।

সেই মাহতে বচাত এক বামুনৰ গাত ৰবগ পৰি মুৰে দি সোমাই মুৰ দুফাল কৰি মাৰিলে।

গুআহাটিত ২০ চেপ্তেম্বৰ তাৰিখে কম্পানি পাদুৰি শ্রীজুত ৰবৰ্ত বিলাগু চাহাবৰ দোআৰাই শ্রীজুত পাদুৰি চি. হেচল্মায়ৰ চাহাবে শ্রীমতি স্যোৰ্ফৰ্চ মেম চাহাবক বিবাহ কৰিলে; সিবিলাক দুয়ো জৰ্মানি লোক। আৰু সুনিচোঁ বোলে, সিবিলাকে জিলা তিবুৰু গৰতে থাকিব।

গুআহাটিৰ পৰা এক পত্রত লিখিচে বোলে, আগষ্টৰ ১০ তাৰিখে এটা ফকিৰ এক মুচিয়াৰৰ ঘৰৰ পিৰালিত ৰাতি সুই আচিল, তাতে মুচিয়াৰে ফকিৰৰ ধন পাবৰ আসাৰে তাৰ জোতা সিয়া এক বহল মুখিয়া দিঘল বিন্ধনাৰে ফকিৰৰ পেটত খোঁচ মাৰি বধ কৰিলে। পাচে কেতবোৰ চালৰ ভিতৰত মুচিয়াৰে লুকাই থোআ ৫৭ টকা ৰুপ, আৰু ৬ টা সোনৰ মোহৰ পালে। বধ কৰাটক ধৰি বিচাৰ পতিএ সোধ কৰিব খুজিচে।

মাস্ত্রাজৰ সমাচাৰ পত্রত এই বাত্ৰা লিখিচে, ত্রিচিনপলি নগৰৰ দলৰ দেলানত মানুহবিলাকে পূজা কৰিবলৈ সৰহকৈ উঠিলত কোনো কথাত উচাৰ খাই তেও মাৰি ইটে সিটৰ ওপৰত ঠেলা ঠেলিকৈ তললৈ পৰাত ৪০০ মান মানুহ মৰিল।

কলিকতা নগৰৰ জি হস্পিটলত হাতেৰে জাৰি মানুহক অচেতন কৰি দুখ নো পোআকৈ কাটি ৰোগ গুচাই, তাতে চ মাহৰ ভিতৰত ৩৯৪ মানুহ সোমাই সিইতৰ দুটা মাথোন মৰিল, সিবোৰ ডক্তৰ এচ্‌দেল চাহাবৰ দোআৰাই ৰম্ভ কৰা হল। আৰু বলিয়া হোআ ৩৭ মানুহকো আনিলত সেইবিলাকৰ জৰাত ৮ টা ৰম্ভ কৰা হল, ৩টা মৰিল, সি কেইটা তেনেই আচে। সেই হস্পিটালৰ খৰচ মাহে মাহে ৩৭৭ টকা হৈচে, তাতে ৰগিয়া মানুহে একো নি দিয়াকৈ সোমাব পাৰে।

মুলতান দেসৰ ৰবি আৰু চেনাব নদি বাৰ্হি গাঁও নগৰ আদি বুৰাই অনেক বস্তু নষ্ট কৰিলে।

প্রথম আগষ্ট তাৰিখত শ্রীমতি মহা ৰানিএ ইংলণ্ডৰ পৰা ভাপ জাহাজে দি গৈ পাচৰ দিনা আয়ৰলণ্ড দেস পালেগৈ। তাতে সকলো প্রজাই বাত্ৰা সুনি দেখা দেখি হবলৈ খেদি আহি জয়ধনি কৰি বৰ আনন্দিত হল।

১০ জুলাই তাৰিখত অস্ত্রিয়াৰ সেনাপতি জেলাচিচে হঙ্গাৰি সেনাই জুধলৈ অহা সুনি হৃহকি জাঁওতে অকস্মিতে সিবিলাকৰ সৈন্যৰ মাজত পৰাত সিবিলাকে চাৰিও ফালে একে বেলিএ আক্রমন কৰিলে, তাতে তাৰ অনেক সেনা হানি হলত অস্ত্রিয়াই হাৰিল।

হেনৌ নামে অস্ত্রিয়াৰ এক সেনাপতিএ হঙ্গাৰি ৰাজ নগৰ লৈ, জি কোনোএ অস্ত্রিয়াৰ অমাঙ্কি হই, মুনিহ বা তিৰোতা জি হওক, সকলোকে একে খেনতে কাটিবলৈ সেনাবোৰক আগ্যা দিচে। ইউৰপৰ মাজত অনেক কাৰ্নৰে পৰা এনে

কঠিন অসভ্য কথা সুনা ন গল। আৰু সেই নগৰত থকা য়িহুদি লোকক সেনাবোৰৰ নিমিত্তে ৪৮,০০০ চোলা, ৬৪,০০০ ঠেঙ্গা, ৯৫,০০০ জোতা আদি কৰি লোআ পিন্ধা বস্ত্ৰ আৰু সজোআ পৰোআ ৬০০ ঘোঁৰা ভেঁটি দিবলৈ আগ্যা কৰিচে। পাচে সেই নগৰত ৰজাৰ অহিতে আৰুও কোনো কন্দল লাগিলে গোটেই ধন নগৰ পুৰিম বুলি জনাইচে।

ৰুচিয়াৰ সেনাপতি পাস্কিবিত্যো হঙ্গাৰি সেনাপতি জৰ্জিক জুধ কৰিবলৈ অহাত জৰ্জিএ কমন নগৰৰ পৰা ওলাই ১২ জুলাইত বৈত্চেন নামে এক ঠাইৰ ওচৰত ৰুচিয়াক লগ পাই সিহঁতক পৰাজই কৰি ৬০০ মানুহক মাৰিলে।

আমেৰিকা দেসৰ চিঞ্চিনাতি নগৰত জুলাইৰ প্ৰথম ৭ দিনৰ ভিতৰত মাউৰে ১১০০ মানুহ মাৰিলে। চেন্তলূই নগৰতো ৭ দিনৰ ভিতৰত ৮০০ মৰিল। ঠায়ে ঠায়ে মাউৰ বিয়াপি জোআ দেখি আমেৰিকা দেসাধিপতিএ সকলো লোকে ইস্বৰক প্ৰাৰ্থনা কৰিবৰ নিমিত্তে এদিন থিৰ কৰিবলৈ নিৱেদন কৰি জনাইচে।

আটলান্তিক সাগৰত ১৭৭ জাত্ৰি লোকে সৈতে চাৰ্লচ বাৰ্তলেত নামে এখান জাহাজ পচিম ফাললৈ জাওতে ২৭ জুন তাৰিখত ভাৰৰিয়া এন্ধাৰ হোআ কালত সকলোবোৰে জাহাজৰ ওপৰত নাচি বাগি ৰঙ্গ কৰি আচিল; এনে সময়ত আমেৰিকাৰ পৰা অহা ইউৰপা নামে এখান বৰ ভাপ জাহাজে অকস্মিতে ওলাই আহি তাত খুন্দা খাই ভাঙ্গি তললৈ হেঁচি নিলে। তাতে সকলো মানুহ পৰি ৪০ জন ভাপ জাহাজত উঠিবলৈ পালে, অৱসেস আটাইবিলাক তল গৈ মৰিল।

আয়ৰলেণ্ড দেসৰ গিয়ানি লোকৰ সমাজলৈ বাৰ্কৰ নামে এজন ডক্তৰ চাহাবে এপ্ৰিল মাহত মহিৰ দৰে কলা পানি এচিঁচা পঠাই দি তাৰ এই বাত্ৰা কৈচে; ১৪ তাৰিখত কাৰ্লো নগৰৰ চাৰিও ফালে ২০ মাইলৰ বাটলৈকে এই ৰূপ কলা পানি বৰখিলে। সেই বৰখুনৰ আগেয়ে দিনতে কিতাপ পৰ্হিব নোঅৰাকৈ বৰ এন্ধাৰ হল, পাচে বিদুলিৰে সৈতে সিলাবৃষ্টি হল, কিন্তু মেঘৰ গাজনি নু সুনিলে; তাৰ অলপৰ পাচে সেই মহি বৰখিলে, তাৰ অতি দুৰ্গন্ধ। ইয়াৰ কাৰন গিয়ানিএও নু বুজিলে।

লণ্ডন নগৰত ৰবৰ্তচন নামেৰে এটা চোৰে এঘৰৰ ওপৰ খোঁটালিত সোমাই কপৰ বাচন কেতবোৰ চপাই লওতে গৰাকিএ সাৰ পাই উঠিলত সি খিলিকি দুআৰে দি জাঁপ মাৰি টাটিৰ গোঁজত পৰি সালত দিয়া জেন হল; বৰ দুখেৰে তাৰ পৰা সোলোকাই নামি, একেৰিমানৰ পাচে মৰিল।

ওএমত নগৰৰ এজনি চোআলিএ এটা মৰি সালিৰ ওচৰত জাওতে তাৰ জেওৰাৰ ভিতৰৰ পৰা কুকুৰে ওলাই ভুকাত তাই অত্যন্ত ভই কৰি আপোনাৰ ঘৰলৈ বেগাই লৰি গৈ হাম খুৰি খাই মুচিত হৈ পৰিল; পাচ দিনা মৰিল।

৩ এপ্ৰিলত হানা নামে এখান জাহাজ জাত্ৰি লোকে সৈতে কুইবেক নগৰলৈ জাবৰ নিমিত্তে নিউৰি নগৰ এৰি গলত ২৯ তাৰিখত ওপজি থকা বৰ পানি সিল এটা পাই তাৰ কোসত জাহাজ উঠি ভাগিল। তাতে কাপ্তানে আপোনাৰ গোটা চাৰেক মানুহে সৈতে সৰু নাও লৈ গল; অলপ মানৰ পাচে জাহাজ পানিৰে ভৰি তল জোআত জাত্ৰি কেতবিলাক পানিত পৰি মৰিল, কেতবিলাকে সিলত উঠি নিৰুপাই হল। কিন্তু নিচান হবৰ নিমিত্তে এখান কাপৰ পতকা আৰি দিলত নিকৰাগুআ নামে এখান জাহাজৰ মানুহে দূৰৰ পৰা দেখি আহি সেইবিলাকক পাই ১২৯ জনক ৰখ্যা কৰিলে। সৰু নাৱত উঠি জোআ কাপ্তানৰ কি অবস্থা হল, তাৰ বুজ নে পালে।

১৬ চেপ্তেম্বৰত আমেৰিকাৰ কেমব্ৰিজ নগৰত বণ্ড নামে এজন জোতিসিয়াই সনিৰ নতুন এক উপগ্ৰহ দেখিলে; তাৰ নাম হুপিৰিয়ন; ২১ দিনত সনিক ঘূৰি জাই। তাৰে সৈতে সনিৰ ৮ টা উপগ্ৰহ দেখা গৈচে।

নাপলি নগৰৰ গাস্পাৰি নামে জোতিসিয়া এজনে ১২ এপ্ৰিলত আকাসলৈ চাই মঙ্গল আৰু বৃহস্পতিৰ মাজতে ঘূৰি জোআ আন এটা সৰু গ্ৰহ দেখিলে। এতিয়া এনে সৰু গ্ৰহ ১০ টা পোআ হৈচে। সি নটাৰ নাম এই, চিৰিচ, পালাচ, জুনো, বেষ্টা, আস্ত্ৰিয়া, হিবি, আইৰিচ, ফ্লোৰা, মিতিচ।

নুজিলণ্ড উপদিপৰ ওএলিংতন নগৰত ২৪ অক্টোবৰৰ ৰাতি পুৱা ২ বজাত ভুঁইকঁপ আহি ইটাৰ ঘৰ কেতবিলাক কাটিল। পাচে সেই দিনাই আৰুও অনেক বেলি হৈ প্ৰাই সকলো ইটাৰ ঘৰ ভাগি মাটিত পৰিল; আৰু কেতবিলাক মানুহো মৰিল। ২৬ তাৰিখৰ গধূলি বেলাত আৰুও বৰকৈ গল; আদিবাসি মানুহে কই, আগৈএ কোনো কালে আমি এনে দেখা নাই। তাৰেই হানি হল ১৫,০০,০০০ টকা।

আস্ত্ৰলিয়া দিপৰ চোআন নদিৰ পৰা গৱৰ্নৰ চাহাবে নকৈ দেখা পোআ এভাল সিহৰ সলি চাবলৈ পৰ্বতলৈ গল, পাচে আহোঁতে দুই পৰ্বতৰ মাজ পালত লুকাই থকা আবৰি আদিবাসি লোক এমথাই গৰাৰ পৰা কাটি সিল আদি মৰাত গৱৰ্নৰ চাহাবৰ ঠেঙত এভাল কাটি সোমাল। পাচে জাহাজ নো পোআ মানলৈকে সিহঁতে পাচত খেদি হৈগৈচিল।

খেহ দেসৰ মাকাও নগৰত থকা কমিয়া ধৰম আচৰাবিলাকে বলিদানৰ পিঠা তুলি আনি বাটত ভ্ৰমন কৰি জাওঁতে এজন ইংৰাজি মানুহে তাক দেখি সিহঁতৰ নিচিনা টুপি নু গুচাই এনেই থকাত সিহঁতে বৰ খঙ কৰি তাক ধৰি কাটকত দিলে। পাচে কাপ্তান কেপেল নামেৰে ইংৰাজি বনুআই জাহাজৰ অধিকাৰে এই কথা সুনি তাক মেলিবলৈ নগৰৰ অধিকাৰত কলে; কিন্তু সি নুসুনাত কাপ্তান চাহাবে কেতবিলাক সেনা পঠাই বলেৰে সৈতে তাক উলিয়াই আনিলে। সিহঁতে তাক নেৰি জুধ কৰিবলৈ ধৰাত সিহঁতৰ এটা মানুহ মৰিল।

আমেৰিকা দেসৰ মিচিচিপি নদিত মেই মাহত বৰকৈ পানি বাৰ্হি নুঅৰ্লিঞ্চ আদি কৰি অনেক গাঁও নগৰ বুৰাই বহু ধনৰ লোকচন হল। চেন্তলুই নগৰত জুই লাগি নগৰৰ তিনি ভাগৰ এভাগ পুৰিলে; তাতে হানি হল ১,৪০,০০,০০০। ৳



Another Letter from Lucien Hayden, or Dhoniram.

আমেৰিকালৈ জোআ শ্ৰীলুচিএন হেইডন জাৰ নিজ নাম ধনিৰাম, সেয়ে অসমিয়া এজনলৈ পত্ৰ লিখাত তাক পাই তলত চাপি দিচোঁ।

বষ্টন নগৰ, ২৫ জুন, ১৮৪৯

হে মোৰ অতি প্ৰিয় ককাই,

আমি অসম দেসৰ পৰা ইয়ালৈ অহাবিলাক এতিয়া বেলেগ বেলেগ হলোঁ, আমাৰ মেম চাহাব আপোন বাপেক মাকৰ ঘৰলৈ গল, আৰু শ্ৰীজুতা কটৰ মেম চাহাব বায়েকৰ ঘৰত আচে, চাহাব আৰু আমি দুই ভাইএ দিনৰ দিনটো সকলো ঠাইত ফুৰি ফুৰি আচোঁ; কেতিয়াবা বেলৰদত, কেতিয়াবা ভাপ জাহাজত, আৰু কেতিয়াবা দুই ঘোঁৰা বা চাৰি ঘোঁৰাৰ ৰথৰে জাত্ৰা কৰি আচোঁ। জেতিয়া ৰাতি হই, তেতিয়া এক ঠাইত নিৱাস কৰোঁ, আৰু সেই সেই ঠাইতে ইশ্বৰক আৰাধনা কৰিবলৈ হেজাৰ হেজাৰ মানুহ গোট খাই, তাতে আমাৰ চাহাব উঠি অসম দেসৰ কথা সিবিলাকৰ আগত বুজাই কই; আৰু তেঁওৰ পাচত আমি দুই ভায়েও অলপ অলপ কঁও। পাচে জেতিয়া কথা কোআ আৰু ইশ্বৰক সেৱা কৰা হই, তেতিয়া আমাৰ অসমিয়া ভাসাৰে চাহাবে সৈতে আমি এটি গিত গান কৰোঁ। এই দৰে ফুৰি থাকি এঠাইত চান্‌দেই স্কুল, অৰ্থাত দেওবৰিয়া পৰ্হা সালি পালোঁ, তাতে আন আন মানুহ এৰি দুই হেজাৰতকৈ সৰহ লৰা চোআলিএ সাস্ত্ৰ আৰু ধৰম কথা পাঠ কৰি আচিল; তাতো আমি অলপ কথা কিৰ্তন কৰিলোঁ। তাৰ পৰা আমি আন্দোবৰ নামে এক ঠাইলৈ আহিলোঁ; সেই ঠাইত এক বৰ কলেজ আচে, আৰু তাতে তেকা মানুহবিলাকে কিৰ্তন কৰিবলৈ আৰু সাস্ত্ৰ চৰ্জমা কৰিবলৈ সিকে; সেই ঠাইতো আমি এক ৰাতি থাকিলোঁ। আমি জেতিয়া শ্ৰীজুত পেক চাহাবৰ ঘৰত আচিলোঁ তেতিয়া তোমাৰ পৰা মই এখন পত্ৰ পাই পৰ্হিঁ বৰ আনন্দ হলোঁ, কিয়নো মোৰ আপোন দেস এৰিবৰে পৰা এই পত্ৰ মাথোন প্ৰথমে পালোঁ; আৰু তাত তুমি জি কথা লিখিচা তাৰ কাৰনে মই পুনৰাই সাহিয়াল হৈ এই দেসৰ মানুহৰ

আগত কিৰ্ত্তন কৰি আমাৰ দেসলৈ পঠাবলৈ মিস্যনেৰি চাহাব খুজিব পাৰিম।

হে ককাই প্ৰথমে আমাৰ দেসলৈ চাহাব লোক অঁওতে তেনেকৈ নৰাৰ পৰা বুৰালৈ বগা মানুহ, বগা মানুহ, বুলি বিজিয়া বিজিকৈ হাই কৰে, আৰু আটাইবোৰে চাবলৈ লৰ ধৰি বাজ ওলাই। তেনেকৈ এই দেসতো আমাক দেখি, কোনো দেসৰ কলা মানুহ আহিচে, ২ চাৰেঁা এই বুলি এটাহ্ পাৰি আমালৈ চাই থাকে।

আমি সেই মাহৰ ৪ তাৰিখে সনি বাৰত বষ্টন নগৰ পালোঁ; পাচ দিনা বিশ্ৰাম বাৰ হলত নগৰ গোটেই খনত ১০ বজালৈকে একোৰো মাত সুনিবলৈ নে পালোঁ; সকলো দোকান বন্ধ হল; পাচে ১০ বজাৰ পাচত বৰ ঘণ্টাৰ মাত সুনিলোঁ। এনে সময়তে এজন চাহাবে আমাক এক গির্জালৈ লৈ গল। তাতে হেজাৰ হেজাৰ মানুহে ইশ্বৰক ভজনা কৰিবলৈ গোট খাই আচিল; আৰু সিবিলাকৰ মাজত আমি দুই কলা নৰাও আচিলোঁ। পাচে তেতিয়া গির্জা ভাগিল, তেতিয়া সিবিলাকে আমাক সুধিলে, তইঁত কৰ পৰা আহিচ? আমি কলোঁ অসম দেসৰ পৰা আহিচোঁ; তাতে কোনোএ অসম দেস বুলিলে জানে, কিন্তু কোনোবিলাকে অসম দেস বা কত আচে তাক নে জানে; সেই কাৰনে আকও সোধে, তইঁত খেহ দেসৰ মানুহ নে? আমি কলোঁ অসমিয়া মানুহ। তাৰ পাচত সেই গির্জাতে আবেলি বেসা আমাৰ চাহাবে কিৰ্ত্তন কৰিলে; পাচে প্ৰভুৰ ভোজন হৈচিল, তাতে আমি প্ৰথমে লগ ললোঁ। আৰু সেই একে দিনতে ১৩ জন মানুহক বুৰ দিয়ালে। এজনক বুৰ দিওআ হলে অৰ্গন, অৰ্থাত বৰ বাজনাৰে অলপ গিত গাই, সেই ৰূপে বুৰ দিয়াই পতি বাজনাৰে গিত গাই থাকে। হে ককাই সেও সেই দিনৰ কথা কবৰ চাৰি ভাবি চিঠি লিখিবলৈকো টান হই।

এই দেসৰ সকলো দস্তুৰৰ কথা, আৰু আমি জত জত ফুৰিচোঁ, আৰু ফুৰিম সেই সকলোকে পাচে তোমালৈ লিখিম; এতিয়া লিখিবলৈ ভুলাপাতে নো জোৰে। কেৱল এই কথা লিখিচোঁ, তামোলাকে মোৰ নিমিত্তে ইশ্বৰৰ আগত প্ৰাৰ্থনা কৰিবা, আৰু মোলৈ নে পাহৰিবা আৰু শ্ৰী নিধি ককাইকো কবা হেনে আন বেলিত মোলৈ জদি পাহৰে তেও প্ৰাৰ্থনাৰ বেলা নে পাহৰিব। ইতি।

তোমাৰ ধৰমৰ প্ৰিয় ভাই,

শ্ৰী ধনিৰাম

---

## দুটা কুকুৰৰ কথা।

দুটা কুকুৰাই জুজ লাগি এটা জিকিল এটা হাৰি পলাই গল। পাচে জিকাটে ওখ ঠাইত উঠি মনত গপেৰে পাখি জোকাৰি ডাক দি থাকোঁতেই কুকুৰ এটাই দেখি জাঁপ মাৰি ধৰি নিলে।

ইয়াৰ অৰ্থ এই আপোনাৰ অসন্যা অহঙ্কাৰ আপুনি কৰিলে সি বেগতে লাজ হই।

---



এটা চিংফৌ গামৰ নকচা।



## উট চৰাই।

The Ostrich.

আফ্ৰিকা দেশত এই অতি ডাঙৰ চৰাই পোৱা জাই। মাটিৰ পৰা মুৰলৈকে ৮ হাত মান ওখ, তাৰ মুৰ সৰু আৰু ডিঙি বৰ ডিঘল, সেই দুয়োতো পাখি নাই, পাতল পাতল নোম থাকে। টপিলাতো পাখি নাই; ঠেঙ টান আৰু মাচ বাকলিয়া, গাৰ পাখি কলা, ডেউকা আৰু নেজৰ পাখি বগা; কোনোৰ কলা আঁক থাকে। এনে সুন্দৰ পাখি আন কোনো চৰাইৰ নাই, এই নিমিত্তে ইউৰপ আৰু আমেৰিকাত বৰ দৰেৰে সেই পাখি বেচে, তাকে কিনি মেমলোকে আৰু বাবালোকে পিন্ধিবলৈ টুপিত সি দিএ।

তাৰ ডেউকা অতি চুটি, সেই নিমিত্তে সি উৰি জাব নোআৰে, কিন্তু লৰ মাৰোঁতে নাও বোআ বতাহ নিচিনাকৈ ডেউকা কোবাই, এই হেতুকে সি বৰ বেগে জাব পাৰে। আটাইতকৈ বেগে জোআ ঘোঁৰাইও তাক বেগতে লগ পাবলৈ টান, কিন্তু বহু বেলি খেদাত জেতিয়া চৰাইৰ ভাগৰ লাগে, তেতিয়া ধৰিব পাৰে। সি লৰ মাৰোঁতে পোনে পোনে নে জাই, ঘূৰনিয়াকৈ ঘূৰি ঘূৰি জাই; আৰু আৰব লোকে অতি বেগি ঘোঁৰাৰে তাক খেদে, আৰু জেতিয়া সেই ঘোঁৰাৰ ভাগৰ লাগে, তেতিয়া আন এটাত উঠি সেই ৰূপে কেতিয়াবা দুই তিনি দিন খেদি থাকে; তাতে চৰাইক একো আহাৰ খাবলৈকো ওত নি দিএ। পাচে বৰ ভাগৰ লগাত চৰায়ে আপোনাৰ মুৰ এক জোপাত বা কিহবাত সুমাই লুকাই তাতে

সেই চৰাই মৰিয়াবিলাকে কেতিয়াবা তাৰ মাট পিন্ধি চৰাইবোৰৰ ওচৰলৈ গৈ মাৰে। এটা মতাই তিনি চাৰি জনি মাইকিক লগত লৈ সি সক্ৰক নে দেখাত সক্ৰএ তাক নে দেখে বুলি ভাবি মুৰ লুকাই মনে মনে থাকে। পাচে খেদাটে গৈ মাৰি পেলাই। জেতিয়া চৰাই মাৰে তেতিয়া হিলৈৰে মু গুলিয়াই, কাৰন গুলিওআত তেজ ওলাই পাখিত তেজ লাগে বুলি ভই কৰে, কিয়নো পাখিত তেজ লাগিলে বেচোঁতে তাৰ দৰ কম হই।

খুৰে। সিহঁতে জেতিয়া কণি পাৰে, তেতিয়া বালিৰ ওপৰত অলপকৈ খাল খানি তাতে এক এক জনিএ ১০।১২ টা কৈ পাৰে। আৰু কণি ইকালে সিকালে নো জোআকৈ চাৰিও কালে বালিবোৰ আলিৰ দৰে গোটাই দিএ। সৰহ ঠাই জেন ন হই, আৰু উমাঁওতে সকলোতে সমানে জেন উম লাগে, এই নিমিত্তে কণিবোৰৰ জোঙ্গা মুৰটো তলকৈ দিএ, পাচে জি কেই জনিএ সেই বাঁহত কণি পাৰে সেই আটাইবোৰে পাল পাল কৈ কণিৰ ওপৰত উমনি লই। কণি বা পোআলি সিয়াল আদি কোনো সত্রুএ নিএ বুলি ৰাতি মতাটে পৰ দি ৰাখি থাকে। কোনো সময়ত এই জন্তুবোৰৰ মৰা স তাৰ বাঁহৰ ওচৰত পৰি থকা দেখে, কিয়নো জেতিয়া কোনো সত্রু সিহঁতৰ কণিৰ ওচৰলৈ আহে, তেতিয়া মতা চৰাইটে তাৰ ঠেঙ্গেৰে লাথি মাৰি দিএ, পাচে একে বেলিএই মৰি জাই; কিয়নো সি বৰ বলি, মানুহকো তাৰ ওপৰত তুলি ঘোঁৰাৰ দৰে লৰি জাব পাৰে। দিনত জেতিয়া ৰদ ওলাই সিহঁতে বাঁহ এৰি ফুৰিবলৈ জাই; আৰু উভতি আহোঁতে জদি কিহবাই কণি চোআ গম পাই, বা মানুহৰ খোজকে কণিৰ ওচৰত পৰি থকা দেখে, তেতিয়া কণি আটাইবোৰ নষ্ট কৰি বাঁহ এৰি আন ঠাইলৈ গুচি জাই।

উমনি লওঁতে মাইকিবোৰে আকও কণি পাৰি থাকে; আৰু বাঁহৰ বাহিৰে ৰাখি থই; পাচে জেতিয়া পোআলি জগে, তেতিয়া সিহঁতে সেই কণিবোৰ খাই, কিয়নো ডাঙ্গৰবোৰে জি খাই, পোআলি তাক মাৰুতে খাব নোআৰে। সিহঁতৰ এটা কণিএই পাতি হাঁহৰ ২০ কণি মান ডাঙ্গৰ হব। সেই জদি নতুন পৰা হই তেন্তে খাবলৈ ভাল; আৰু হটন্তত লোকে তপত চাইৰ ওপৰত এটা মুৰ ৰাখে আৰু আন মুৰটো ভাঙ্গি লোন জালুক আদি দি তাৰু এডালেৰে নি সিজে মানে লৰাই থাকে, পাচে সিজিলে খাই ভাল পাই। কোনো লোকে তাৰ মঙ্গহো খাই বৰ ভাল বোলে, আৰু আৰব লোকে এবিধ চাল সাজে। হেলিঅগাবলচ্ নামে আগৰ ৰুমিয়া ৰজা জি এটা বৰ খঁকুআ মানুহ আছিল, সি এক ভোজ খাবলৈকে ৬০০ উট চৰাই মাৰি সেই আটাইৰে মুৰৰ ঘিঁউ লৈ ভোজ খাবলৈ সিজালে।

চৰাইবোৰে গচৰ তাল, বাকলি সিল আদিঁ জি জি পাই তাকে খাই। আৰু ডক্তৰ স্য চাহাবে কৈছে, বোলে, এদিন হিলৈৰ গুলি বাকোঁতে সেই চৰাইক গোটা চাৰেক গুলি তপতে তপতে দিয়াত, সি একো দুখ নো হোআকৈ তাক খাই পেলালে।

সি বহু বেলি পানি নো খোআকৈ থাকিব পাৰে, আৰু জতে কোনো পছু বা আন চৰাই থাকিব নোআৰে সি তাতে ফুৰি থাকে।

জেতিয়া উমনি লোআ কাল ন হই তেতিয়া তেৰ কুৰি বা দুকুৰি একে লগে গোঁট খাই জাক পাতি ফুৰে। নিলগৰ পৰা সিংহৰ মাতৰ দৰে সিহঁতৰ মাত সুনে। তাতে থকা হটন্তভবোৰে কেতিয়াবা সিংহৰ মাত বুলি ভই কৰে।

উত্তৰ আমেৰিকাতো এবিধ উট চৰাই পোআ জাই, তেও আফ্রিকাত থকাবোৰৰ নিচিনা পাখি ইমান সুন্দৰ ন হই।

---

## গুপুত ধন।

Hidden Treasure.

এক গিৰিহঁতৰ মৰন কালত আপোন পাঁচ পুতেকক সজ্যাৰ ওচৰলৈ মাতি বুলিলে, হে প্রিয় পুত্র সকল, মোৰ মৰন কাল পালেহি, মোৰ ওচৰলৈ আঁহা, তোমোলাকত গুপুত কথা কঁও, তাৰে তোমোলাকৰ দুখ গুচিব; এই-ঘৰৰ চোতালৰ মাটিতে গুপুত ধন আছে; তোমোলাকে খানি সোন, ৰূপ, নানা ৰত্নু আৰু অমৃতৰ ভাণ্ড পাবা। এই কথা কৈ পিতা প্রান তিয়াগ কৰিলে। পুত্রবিলাকে তেঁওক মৈদামত থোআৰ পাচে সেই গুপুত ধন পাবলৈ আলচ কৰি সিহঁতৰ মাজত বৰ ভাএ বুলিলে, ভাই সকল আঁহা, আমি বনত মন দি গুপুত ধন খানি তোলোঁ। কিন্তু দুতিয় ভায়েকে বুলিলে, মই এই বন আজি কৰিব নোআৰোঁ, কিয়নো এতিয়া ধান ৰুবৰ সমই, এতিয়া নু কলে খতি হব। আৰু এজনে কলে বোলে, মোৰ তিনটা গৰু আছে, তাকে চৰাব লাগে; মাটি খনা থাওক। মই গৰু চৰা-

ৰলৈ জাও। আৰু এজনে বুলিলে, মাটি খানিলে কি হব, আৰু ধন পালেই বা কি লাভ, মই দেখোঁ জনমৰ দিনৰ পৰা নিত্তৌ নিত্তৌ ভাত খাবলৈ আৰু কাপৰ পিন্ধিবলৈ পাই আচোঁ, আৰু ভাবিচোঁ ইয়াৰ পাচেও পাম, তেন্তে ইমান স্রম কৰাৰ কি কাম? মই উমলিবলৈ জাঁও। পাচে সৰু ভায়েকে ৰৰটৰ কলে বোলে, ককাই ঔাহা, আমি দুই জনেই কোৰ লৈ খানিবলৈ ধৰোঁহঁক। পাচে সি তিনি জনে আপোন আপোন স্রম কৰিবলৈ গল; ইহঁত দুজনে আন বন এৰি চোতালৰ মাটি খানিবলৈ ধৰিলে। অনেক স্রম কৰিলত পাচে সিহঁতে কপেৰে ভৰা এক কলহ পালে; তাৰ পাচে সোনেৰে ভৰা এক কলহ আৰু অনেক বস্তু বাহিৰ হল। এই সকল পাই সিহঁতে বৰ তুষ্ট হল। পাচে সৰু ভায়েকে ৰৰটক বুলিলে, আৰু কি কাম স্রম কৰোঁ, অনেক লাভ হল ঔাহা, এই সকলো ধন লৈ আপোন ঘৰত ৰহি সুখেৰে কাল নিয়াঁও। কিন্তু তাৰ বৰ ককায়েকে কলে বোলে, অম্রিত ভাণ্ডৰ কথা পিতাই জি কৈচিল সেই কত? তাক নে পাঁও মানে মই নেৰোঁ। পাচে তাৰ সৰু ভায়েকে আৰু স্রম ন কৰি গুচি গল। কিন্তু বৰ পুত্ৰ অকলেই বিৰকতি ন হৈ খানি খানি সেসত অমুল্য জি অম্রিত ভাকো পাই ঘৰলৈ গল। আৰু আন চাৰি ভাই কোনো সুখে কোনো দুখে কাল নিয়াই মৰি গল। কিন্তু বৰ পুত্ৰে অম্রিত ভোজন কৰি অমৰ হল।

হে প্রিয় লৰা সকল, এই দ্রিষ্টান্তৰ অৰ্থ কি তাক সুনা। গুপুত ধনে হৈচে বিদ্যা। স্রম ন কৰিলে তাক কোনেও নেপাই; আৰু অকল পৰ্হিলেই বিদ্যা হই, এনে মনে নে ভাবিবা। এতিয়া পৰ্হিবলৈ সিকি আচা, ভাল, এই জি লিখা পৰ্হা গিয়ান তাক বিদ্যা বোলা নে জাই, কেৱল বিদ্যা পাবৰ অস্ত্র মাথোন; এতিয়া সেই অস্ত্র লৈ, সাহ কৰি ৰনত হাত দিয়া, পাঠ আণ্ডৰোআ, বিদ্যা আৰ্জন কৰা, আৰু সেই তিনি জন মুৰ্খ ভায়েকৰ নিচিনা আলোঔাহ বুলিয়াবা, কিন্তু দুইজন বুধিমন্ত ভায়েকৰ নিচিনা হৈ স্রম কৰা, তাতে তোমোলাকৰ জিৱন কাললৈকে বৰ ভাল হব; আৰু অম্রিত ভাণ্ড পাবলৈ চেষ্টা কৰা, কিয়নো তাক পালে ইহকালৰ সুখ আৰু পৰ কালৰো কুশল হব। ব. ম.

## ঘোঁৰাৰ ইতিহাস কথা।

Anecdotes of the Horse.

ইংলণ্ডৰ এক নগৰত এক ঘোঁৰাই মাজ নিসামানত তাৰ দাঁতেৰে ঘোৰা সালৰ দুআৰ মুকলি কৰি পথাৰলৈ যেঁহ খান খাবলৈ জাই আৰু, ৰাতি পুআ নৌ হওতেই আকও আহি আপোনাৰ ঠাই সোমাই দুআৰ মাৰি থই। কিন্তু পথাৰত কি কি সোমাল বহু দিনলৈ নে জানিলে ঘোঁৰাই আপুনি দুআৰ মাৰিব পাৰে, আমাৰ মনে এনে ন ধৰে; তেও সি জেতিয়া ভিতৰ সোমাই তেতিয়া দুআৰ আপুনি বন্ধ হই।

আন এঠাইত এক সম্বাদ পত্র বিলোআ মানুহ এজনে এক ঘোঁৰাত উঠি পত্র লোআবিলাকৰ ঘৰে ঘৰে গৈ পত্র দিএ, এই ৰূপে জাওতে ঘোঁৰাই ৬০।৭০ ঘৰ চিনি ৰেসিএ পতি সিবিলাকৰ ঘৰৰ ওচৰ পালে ৰইগৈ। এনেকৈ এখন সমাচাৰ পত্র লোআ দুজন লোক এক এক ক্রোচৰ আঁতৰত আচিল; পাচে এক সপ্তাহে এটাই লই, আন সপ্তাহত আনটো লই। সেই ৰূপে জোআত ঘোঁৰাই আপুনি জানি এক সপ্তাহত এটাৰ ঘৰত আৰু আন সপ্তাহত আনটৰ ঘৰত ৰই। তিনি চাৰি বচৰলৈকে নে পাহৰে, পাল ন হই মানে কেতিয়াও কাৰো ঘৰত ন ৰই।

লিনকন নামে আমেৰিকাৰ এজন কাপ্তান চাহাৰে মেকচিকো ৰনত জুধ কৰোঁতে গুলি লাগি মৰিল। তেঁওৰ চাৰিও কালে বৰ টোপ হিলৈ মাৰি, আৰু বহু ঘোৰা সেনাই অতি চোকা ৰূপে জুধ কৰি থাকিলেও, কাপ্তান চাহাৰে উঠি থকা ঘোঁৰাটোএ কলৈকো নো জোআকৈ আপোন অধিকাৰৰ সৰ ওচৰত পৰ দি থাকিল। পাচে জুধ কৰি এঁটালত কাপ্তান চাহাৰৰ সগৰিয়াবোৰে সেই মৰমিয়াল ঘোঁৰাক দেখি লিনকন চাহাৰৰ স পালে। পাচে আপোন পৰিয়ালে মৈদাম বান্ধিবৰ নিমিত্তে সিহৰ পেৰাত সটো সুমাই বন্ধ কৰি জাহাজে দি আমেৰিকা দেশলৈ পঠাই দিলে; আৰ সেই ঘোঁৰাকো সেই সমইতে পঠালে। জেতিয়া বৰ প্রতাপিকৈ লিনকন চাহাৰৰ মৈদাম বান্ধিলে, তেতিয়া সেই ঘোঁৰাকো ঘোঁৰা ঢোআৰ পাচে পাচে নিলে, তাতে

জি জি মানুহে অকল ঘোঁৰাক দেখিলে মনত বৰ উৰুমি পালে; কিয়নো ঘোঁৰাটোএ জাঁওতে অলপ্তোস মনেৰে জেন গৈচিল।

ইউৰপৰ জোআ বনত আদিৰে পৰা অন্তলৈ জৰ্মানি দেশবিলাকৰ বৰ টোপ টানিবৰ নিমিত্তে হানোবৰ দেশৰ দুটা ঘোঁৰা আছিল; তাৰে এটা বনত মৰিল, এটা জিয়াই থাকিল। পাচে সিও তাৰ লগৰটো মৰাৰ নিমিত্তে নে দেখি সেই দিনৰে পৰা একো আহাৰ নে খাই আছিল, আৰু তাৰ ওচৰত আন অনেক ঘোঁৰা থাকিলেও সি সেইবোৰলৈ একো মন ন কৰি আগৰটক বিচাৰি চাৰিও পোনে চাই হেক হেকাই থাকি পাচত অনাহাৰে মৰিল।

তলত দিয়া আখ্যানৰ দোআৰাই দেখিব, জে তাৰ বোআ ঘোঁৰাবিলাকে কেনে সুমেৰে আপোনাৰ মৰ্জ্জতা ৰাখে। কতক বচৰ হল, এটা তাৰ বোআ ঘোঁৰাই অনেক কালৰে পৰা তাৰ গৰাকিৰ পাচত তাৰ লৈ আছে, পাচে এদিন বৰ দুখ পাই ভাগৰ লাগি পাচ পৰিলত মনত লাজ অপমান পাই পুনৰ প্ৰানটাকি বৰ বেগে গৈ মৰিল।

ইংলণ্ডৰ ক্ৰক চোআ ঘোঁৰাৰ মাজত এক অতি উত্তম আৰু সাহিয়াল ঘোঁৰা আছিল। সি বৰ বুঢ়া হোআত তাৰ দাঁতবোৰ খই গল, সেই নিমিত্তে সি একো ঘাঁহ বা দানা চোবাব নোআৰিচিল; তাৰ সোঁ ফালে বাঁও ফালে থকা দুই ঘোঁৰাই তাৰ এনে অৱস্থা দেখি, সুকান ঘাঁহ আৰু দানা ভালকৈ চোবাই তাৰ মুখৰ আগত পেলাই দিএ দুই মাহলৈকে জিমান দিন তাত আচিলে তাক খুআলে।



বনৰিয়া ঘোঁৰাই বাঘ পাতি লৰ মৰাৰ নকচা।

Almanac for October, 1849.

## অক্তোবৰ, অৰ্থাত কাতি, ১৮৪৯।

| বাৰ | অক্তোবৰ | আহিন | সূৰ্য্যোদয় | সূৰ্য্যৰ মধ্যস্থান | সূৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যস্থান |
|---|---|---|---|---|---|---|---|---|
| সো | ১ | ১৬ | ৫।৫৬ | ১১।৫০ | ৫।৪৩ | ১৪ | ২৫ | ২৩।৫৬ |
| ম | ২ | ১৭ | ৫।৫৬ | ১১।৪৯ | ৫।৪২ | ১৫ | ২৬ | পুআ |
| ব | ৩ | ১৮ | ৫।৫৭ | ১১।৪৯ | ৫।৪১ | ১৬ | ২৭ | ০।৪৬ |
| বি | ৪ | ১৯ | ৫।৫৭ | ১১।৪৯ | ৫।৪০ | ১৭ | ১ | ১।৩৮ |
| সু | ৫ | ২০ | ৫।৫৮ | ১১।৪৮ | ৫।৩৯ | ১৮ | ২ | ২।৩৩ |
| স | ৬ | ২১ | ৫।৫৮ | ১১।৪৮ | ৫।৩৮ | ২০ | ৩ | ৩।২৯ |
| দেও | ৭ | ২২ | ৫।৫৯ | ১১।৪৮ | ৫।৩৭ | ২১ | ৫ | ৫।২৭ |
| সো | ৮ | ২৩ | ৫।৫৯ | ১১।৪৮ | ৫।৩৬ | ২২ | ৬ | ৪।২৫ |
| ম | ৯ | ২৪ | ৬।০ | ১১।৪৭ | ৫।৩৫ | ২৩ | ৭ | ৬।২২ |
| ব | ১০ | ২৫ | ৬।০ | ১১।৪৭ | ৫।৩৪ | ২৪ | ৮ | ৭।২০ |
| বি | ১১ | ২৬ | ৬।১ | ১১।৪৭ | ৫।৩৩ | ২৫ | ৯ | ৮।১৪ |
| সু | ১২ | ২৭ | ৬।২ | ১১।৪৭ | ৫।৩১ | ২৬ | ১০ | ৯।৫ |
| স | ১৩ | ২৮ | ৬।২ | ১১।৪৬ | ৫।৩০ | ২৭ | ১১ | ৯।৫৫ |
| দেও | ১৪ | ২৯ | ৬।৩ | ১১।৪৬ | ৫।২৯ | ২৮ | ১২ | ১০।৪৩ |
| সো | ১৫ | ৩০ | ৬।৪ | ১১।৪৬ | ৫।২৮ | ২৯ | ১৩ | ১১।৩১ |
| ম | ১৬ | কাতি | ৬।৪ | ১১।৪৬ | ৫।২৭ | ৩০ | ১৪ | ১২।১৭ |
| ব | ১৭ | ২ | ৬।৫ | ১১।৪৫ | ৫।২৬ | ১ | ১৫ | ১৩।৩ |
| বি | ১৮ | ৩ | ৬।৫ | ১১।৪৫ | ৫।২৫ | ২ | ১৬ | ১৩।৫০ |
| সু | ১৯ | ৪ | ৬।৬ | ১১।৪৫ | ৫।২৪ | ৩ | ১৭ | ১৪।৩৬ |
| স | ২০ | ৫ | ৬।৬ | ১১।৪৫ | ৫।২৩ | ৪ | ১৮ | ১৫।২৪ |
| দেও | ২১ | ৬ | ৬।৭ | ১১।৪৫ | ৫।২২ | ৫ | ১৯ | ১৬।১১ |
| সো | ২২ | ৭ | ৬।৭ | ১২।৪৫ | ৫।২২ | ৬ | ১৯ | ১৬।৫৯ |
| ম | ২৩ | ৮ | ৬।৮ | ১১।৪৪ | ৫।২১ | ৭ | ২০ | ১৭।৪৬ |
| ব | ২৪ | ৯ | ৬।৯ | ১১।৪৪ | ৫।২০ | ৮ | ২১ | ১৮।৩৩ |
| বি | ২৫ | ১০ | ৬।৯ | ১১।৪৪ | ৫।১৯ | ৯ | ২২ | ১৯।২১ |
| সু | ২৬ | ১১ | ৬।১০ | ১১।৪৪ | ৫।১৮ | ১০ | ২৩ | ২০।৮ |
| স | ২৭ | ১২ | ৬।১১ | ১১।৪৪ | ৫।১৭ | ১১ | ২৪ | ২০।৫৫ |
| দেও | ২৮ | ১৩ | ৬।১১ | ১১।৪৪ | ৫।১৭ | ১২ | ২৫ | ২১।৪৪ |
| সো | ২৯ | ১৪ | ৬।১২ | ১১।৪৪ | ৫।১৬ | ১৩ | ২৬ | ২২।৩৩ |
| ম | ৩০ | ১৫ | ৬।১৩ | ১১।৪৪ | ৫।১৬ | ১৪ | ২৭ | ২৩।২৫ |
| ব | ৩১ | ১৬ | ৬।১৩ | ১১।৪৪ | ৫।১৫ | ১৫ | ১ | |

পুৰ্নিমা ২ দিনৰ ১১।৫১ পুআ।
আমাবাস্যা ১৬ দিনৰ ১১।৩১ পুআ।
পুৰ্নিমা ৩১ দিনৰ ১১।৪ ভাটি।

এই অৰুনোদই পত্ৰ মোং সিব্‌সাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsager Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোঙা। মোং সিৱসাগৰ, অক্তোবৰ ১৮৪৯ খ্ৰিং অং সক। নম্বৰ ১০।

VOL. IV. SIBSAGOR, ASAM, OCTOBER, 1849. No. 10.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

অক্তোবৰ ২৫ তাৰিখৰ ৰাতি গুআহাটিৰ বজাৰত জুই লাগি ২০ মান ঘৰ পুৰিলে।

২৬ অক্তোবৰ তাৰিখে গুআহাটি নগৰত চাপ্ৰাচি এজনে এটা বাৰৰ্চি মানুহক কিবা কাৰনে কাটকলৈ নিওতে বাটতে বাৰৰ্চিএ কাপৰৰ পৰা কটাৰি উলিয়াই চাপ্ৰাচিক খুঁচি বধ কৰিলে।

২৯ তাৰিখত শ্ৰীজুত পাদুৰি বাৰ্কৰ চাহাবে নৰিয়াৰ কাৰনে মেম চাহাব আৰু বাৰা লোকে সৈতে আমেৰিকা দেসলৈ জাবৰ নিমিত্তে ভাপ জাহাজত উঠি গল।

খেহ্ দেসৰ দাঁতিত থকা মাকাও নগৰৰ আমৰাল নামে পৰ্তুগিচ গৱৰ্নৰ চাহাবে গধুলি বেলা হেৱা খাবলৈ জাঁওতে কেতবিলাক খেহ্ লোকে বাটত খাপ দি থাকি তেঁওক অহা দেখি ওলাই ঘোঁৰাক ধৰি তেঁওক পেলাই মাৰি মুৰটো আৰু এখন হাত কাটি লৈ গল। পাচে পৰ্তুগিচ লোকে ওচৰত থকা খেহ্ৰ কোঁঠ জুধ কৰি ললে। খেহ্ৰ ৬০ চিপাহিক মৰিল, ২০০ মান খুন হল।

পঞ্জাবি সেনাপতি কেতবিলাকে কম্পানিৰ অহিতে দ্ৰোহ্ পাতি দোস্ত মহমদ খাঁলৈ গুপুতে পত্ৰ লিখাত দেসাধিকাৰে চতৰ চিঙ, তাৰ ৪ চাৰি পুত্ৰেক, অন্য কেতবিলাকে সৈতে ধৰা পৰিলত কইদত থোৱা হল।

এমিলি নামে এখান জাহাজ মৰিচ মাজুলিলৈ জাবৰ নিমিত্তে ৭৫০০ খৈলাৰ চাউল লৈ কলিকতা এৰি ১ চেপ্তেম্বৰত আন্দামানৰ এটা সৰু মাজুলিত লাগি ভাগিল। তাতে ৫ টা মানুহ মৰিল; কাপ্তান আৰু আন মানুহে ২ খন সৰু নাৱত উঠি ৰাম পালে, কিন্তু আদি ৰাসি আৰবে ৰামত উঠিবলৈ নিদিএ; খেদু কাৰে সৈতে খেদালে। পাচে কাপ্তান আৰু আন তিনি জন চাহাবে ৭ টা লস্কৰে সৈতে এখন নাৱেৰে কোকো মাজুলিলৈ জাবৰ আসাৰে গৈ ১৩ দিন ঘুৰি পকি উআদিস নে পাই সেসে মান দেসৰ পচিম ফালে ওলালগৈ। তাতে মান লোকে মৰম কপে উপকাৰ কৰি সিবিলাকক ই সি দি ৰাংগুন নগৰলৈ পঠাই দিলে। সি খন নাৱত জি থাকিল সিবিলাকৰ কি হল, তাৰ বাত্ৰা নাই।



২৪ আগষ্টত অষ্ট্ৰিয়া সেনাই বেনিচ নগৰ বেৰি ধৰি থিনিলত তাৰ প্ৰজাবোৰে অষ্ট্ৰিয়াৰ সেনাপতিত সৰনাগত হল।

১৩ আগষ্টত পাস্কিবিত্য নামে ৰুচিয়া সেনাপতিএ হঙ্গাৰিৰ সেনাপতি জৰ্জিক ফৌজে সৈতে বেৰি ধৰাত জৰ্জিএ উপাই নে পাই ২৫০০০ হঙ্গাৰিৰ সেনাই সৈতে অস্ত্ৰ সস্ত্ৰ পেলাই সৰনা-

গত হল। কচত আৰু আন হঙ্গাৰি সেনাপতি সাৰি আন ঠাইলৈ পলাই গল।

ৰুচিয়াৰ ৰজাই কচত্তৰ ওচৰলৈ এক খৈলাৰ ধান পঠাই, তাৰ ভিত্তৰত কিমান ধান আচে, তাক গনিবলৈ দিচে। তাৰ অৰ্থ ৰুচিয়াৰ সৰহ মানুহ বুজুআ জানি কচত্তে এই উত্তৰ দি পঠালে, খৈলাৰ ধান সৰহ হই, কিন্তু মোৰ সগত তিনি সেন তিনি কাউৰি আচে, সিহঁতে খুঁটি খাৰ। তাৰ অৰ্থ মানুহে বুজে, তিনি সেন হলে বেম, দেম্বিন্স্কি, জৰ্জি, এই তিনি সেনাপতি; কাউৰি হলে জুন, জুলাই, আগষ্ট, জৰে ধৰা কালৰ এই তিনি মাহ বুজাই।

ৰোম নগৰত জুধ কৰা জেনৰল উদিনো সেমাপতিক বিসই সলাই ফ্ৰাঞ্চিএ ওভোটাই মাতিলে, আৰু তাৰ সলনি ৰস্তলান সেনাপতিক পাতি থলে।

স্কটলণ্ড দেসৰ কৰ্কালদি নগৰৰ এটা সৰাই মিচৰ দেসৰ পৰা জাহাজত অনা এটা ৰৰ ভিমা কিনি লৈ, মিচৰৰ ৰৰ কুকুৰাৰ কনি বুজি ভাল পোআলি পাম বুলি এজনি কুকুৰাত উমনি দিলে; পাচে চাই চাই সেসত ঘঁৰিয়ালৰ জিয়া পোআলি পাই বিস্মই হল।

লণ্ডন নগৰত ৯,১২৯ মানুহ মাউৰৰ দোআৰাই মৰিল; নুয়ৰ্ক নগৰত ৪,০০০; চেন্ত লুই নগৰত ৮,০০০; আন আন ঠাইতো অনেক মিৃত্যু হল। চিঞ্চিনাতি নগৰত কেৱল মানুহ ন হই, গাহৰি কুকুৰা আদি জন্তু মৰিল; হুইলিঙ্গ নগৰত মেকুৰি প্ৰাই সকলোবোৰ মৰিল।

বুএই নামে এজন ফ্ৰাঞ্চি জাহাজৰ কাপ্তানে আফ্ৰিকাৰ ভিত্তৰলৈ জাবৰ নিমিত্তে ৪ মাৰ্চত বাচা নদিৰ তৰাঙ্গ মুখে সোমাই উজাই গল। পাচে সেই নৈ নিগৰ ৰৰ নদিৰ এক সুঁতি হোআ বুজ পালে; আৰু দেসৰ ভিত্তৰত দুখন ৰৰ সৰোবৰ গাঁও নগৰ আদি ভৰপুৰ পালে। কিন্তু সেই ঠাইত ফ্ৰাঞ্চিএ থাকিব নোআৰিলে, জৰে ধৰাত জাহাজৰ অনেক মৰিল; তাত পুৰ্ব নিবাসি লোকৰ জৰে ন ধৰে।

ইস্পানিয়া দেসৰ বিলবোআ নগৰৰ ওচৰত পৰ্বতৰ ভিত্তৰত ৰৰ গাঁত গুহা দেখা পোআ হল; তাৰ কেতবিলাক খোঁটালি ৭৫০ হাত দিঘল; ৫০০ মান মানুহ সোমাই থাকিব পাৰে।

৯ আগষ্ট তাৰিখত লণ্ডন নগৰৰ মানিঙ্গ নামে এজন মানুহে তিৰোতাই সৈতে ওকনৰ নামেৰে চিনাকিৰ ধন পাবৰ নিমিত্তে তাক বধ কৰি ৰান্ধনি ঘৰৰ ইটাৰ তলত গাঁত খানি পুতিলে। পাচে সেই মানুহ অনেক দিন নে দেখাত লোকে বিচাৰি বিচাৰি ১৭ তাৰিখৰ মুৰত পলিচৰ মানুহে স পাই উলিয়ালে, আৰু ওচৰতে তেজ লগা চুলিএৰে চিপ্ৰাঙ্গ পালে। তেতিয়া বধ কৰা দুয়ো পলাল; তিৰোতাই ৰেলৰদৰ ৰথত উঠি এডিন্‌বৰ নগৰলৈ গল। পাচে টেলিগ্ৰাফ ডাকে সৈতে তালৈ বাত্ৰা পঠাই দিয়াত তাত থকা মানুহে তাইক দেখি ধৰা পেলালে। তাৰ পৈএকক দিন চাৰেকলৈ বিচাৰি নে পালে, সেসে জাহাজত জাঁওতে এজনি মানুহে তাক চিনি পাই বাত্ৰা কলে; পাচে জৰ্চি মাজুলিলৈ পিয়দা পঠাই এক মানুহৰ ঘৰত দেখা পাই ধৰিলে। সেই ঘৰত জিমান দিন আচিলে, দিনটত এক এক বটল কটিকা খোআ দস্তুৰ আচিল।

আমেৰিকা দেসৰ প্ৰিঞ্চতন নগৰৰ ওচৰত একে লগে ৰন্ধা ৰথ এসাৰি ৰেলৰদত জাঁওতে এক খনা জানৰ ওচৰ পাই ৰাট এৰি সকলোবিলাক জানত পৰি খুন্দা খাই ভাগিল। ভিত্তৰত জি ৰহু মানুহ আচিল সিহঁতৰ ৰৰ উৰুমি উঠিল, পাচে উলিয়ালত কেতবোৰ মৰা কেতবোৰ হাত ভৰি ভাগি এধা মৰা হল। জানত নৌ পৰোঁতে



আমেৰিকাৰ খনা জানত নাও টনাৰ নক্সা।



জেঙ্গিবাৰ দেসৰ বৰ লোকক দোলাত নিয়াৰ নক্চা।
Mode of traveling in Zanguebar

## আফ্রিকাৰ পুব ডোখৰ জেঙ্গিবাৰ দেস।

Eastern Countries of Africa.

আফ্রিকাৰ ভিতৰত জি দেস, নগৰ, নদি, পৰ্ব্বত আদি আচে, বিদেসি লোকে প্রায়ে নে জানে। তাৰ মানুহ আৰব আৰু অসভ্য, আপোনাৰ দেসৰ বিৱৰন কৰিবলৈ আখৰ লিখিব পৰ্হিব নে জানে; আৰু ঠাই বৰ জঘাৰ, আলি বাটো নাই, সেই নিমিত্তে জা ত্রিকে দেস চাই ফুৰিব নোআৰে।

আফ্রিকাৰ পুব দখিন চুকে সাগৰৰ দাঁতিত জেঙ্গিবাৰ দেস আচে। ৩০০ বচৰতকৈ আগেয়ে পৰ্তুগালৰ সদাগৰ লোকে জাহাজেৰে গৈ তাক পাই বেহা বেপাৰ কৰিলে। সিইতৰ প্রধান নগৰ মচাম্বিক, আগৰে বৰ বৰ ঘৰ, গির্জা আৰু কোঁঠে সৈতে সুন্দৰ নগৰ আচিল; এতিয়া ক্রমে সৰু হৈ গল; ১৮০৯ সঁকত তাৰ নিবাসি মানুহ ৩০০০ মাথোন; সিবিলাকৰ মাজৰ আফ্রিকাৰ লোক ১৫০০; আৰবি ৮০০; পৰ্তুগিচ ৫০০। এতিয়া ১০,০০০ দহ হেজাৰ মান নিবাসি আচে বুলি কই। সেই নগৰ এটা সৰু মাজুলিত পতা হৈচে; দিপৰ পৰা ২ মাই লৰ আঁতৰ; মাজতে জাহাজ থাকিবলৈ বৰ সুন্দৰ ঘুলি আচে। সাগৰৰ ওচৰত দেস চাপৰ, মাটি সাৰুআ, কিন্তু মানুহ বেগতে নৰিয়া পৰে। হাতি আদি কৰি বনৰিয়া জন্তু ভালেমান আচে; ৰাতি সস্যৰ মাজত ফুৰি ভাঙ্গি নষ্ট কৰাৰ কাৰনে তাক নিবাৰন কৰিবলৈ মানুহে খেতিৰ চাৰিও ফালে জুই ধৰি ৰাখে। সেই দেসত সৰহকৈ সোন উত্পন হই; নদিএ পৰ্ব্বতৰ পৰা তাক অনাত বালিত পোআ জাই। সিইতৰ প্রায়ে বেহা বেপাৰ কৰা বস্তু সোন আৰু হাতি দাঁত।

মিলিন্দা নামে এখন প্রধান নগৰ মচাম্বিকৰ উত্তৰ ফালে আচে; তাতে অনেক মচলমানৰ মচিদ আৰু পৰ্তুগিচৰ গির্জা আচে; দেখিবলৈ সুন্দৰ নগৰ। তাত অনেক মুদৈ থাকে; সোন, তাম, লো, আৰু মৌ সিটা জাহাজৰ লোকলৈ বেচে। প্রথমতে পৰ্তুগিচ লোকে তাক দখল কৰিলে; কিন্তু ১৬৯৮ সঁকত আৰব লোকে সিইতে সৈতে জুধ কৰি জিকি অধিকাৰ হল।

মচাম্বিকৰ দখিন ফালে চফালা নগৰ আচে। বিস্তৰ সোন উত্পন হোআ ওফিৰ নামে জি নগৰৰ কথা সাস্ত্রে কৈচে, সেই নগৰেই চফালা বুলি পণ্ডিতে জানে।

সাগৰৰ পৰা ১৩।১৪ দিনৰ বাট গলে, হিমালয়ৰ নিচিনা হিমে সৈতে ঢকা অতি ডাঙৰ বগা পৰ্ব্বত দেখা জাই; কিন্তু কিমান দিঘল, কোন দিসলৈ জাই, তাৰ আগ গুৰি

নো পোআত জোখ লব নোআৰে। তথাপি এতিয়া এজন চাহাবে কিলিমাণ্ডাৰো নামে টিঙ্গ এটা জুখি ১৩,৫০০ হাত ওখ হোআ পালে।

সেই জেঙ্গিবৰিয়া লোক কাফ্রিৰ নিচিনা অতি কলা, কিন্তু চুলি সেইমান আঁকোৰা বেঁকোৰা ন হই। সিবিলাকৰ অনেক জাত আৰু ভাসা আচে; একুৰি মান বেলেগ ভাসা আচে। ধৰম হলে প্রায়ে দেওপুজক; সাগৰৰ দাঁতিত মচলমান ধৰম বিয়াপক হৈচে।

ওপৰৰ নক্সাত জেঙ্গিবৰিয়া ৰৰ লোকক চাৰি জনৰ দোআৰাই দোলাত নিয়া দস্তুৰ দেখা জাই। তাৰ সি কালে চত্র ধৰা একজনক দুটা মানুহে বৈ গৈচে। দুৰৈত এটা পৰ্ব্বতৰ টিঙ্গ ওলাইচে। নক্সাৰ বাঁও কালে তৰোআল ধৰা দুজন মানুহ ইকাললৈ আহিচে।

---

## কলিকতা নগৰৰ পিয়ল।

Census of Calcutta.

এই বচৰত কলিকতা নগৰত থকা মানুহৰ পিয়ল কৰিচে। তাৰ সংখ্যা এই।

| | |
|---|---|
| ইউৰপৰ লোক | ৬,২৩৩ |
| ইউৰেচিয়ন | ৪,৬১৫ |
| আৰ্ম্মেনি লোক | ৮৯২ |
| খেহ লোক | ৮৪৭ |
| আচিয়াৰ আন দেসি | ১৫,৩৪২ |
| হিন্দু লোক | ২,৭৪,৩৩৫ |
| মচলমান লোক | ১,১০,৯১৮ |
| মুঠে | ৪,১৩,১৮২ |

সিবিলাকৰ মাজত মতা ২,৫৩,২৯৯; মাইকি ১,৫৯,৮৮৩। কলিকতাৰ দাঁতিত থকা লোক সকল এই পিয়লৰ ভিতৰত লিখা নাই। সেইবিলাককো লেখা হলে মুঠে ৫,০০,০০০ মান হলহেঁতেন। ১৮৩৭ সঁকত জি পিয়ল কৰিলে, তাৰ মতে কলিকতাৰ ২,২৯,৭১৪ মানুহ মাথোন পালে।

## মৃত্যু হোআ পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰন।

Obituary Notice of the Rev. C. Barker.

আমাৰ প্রভু য়িচু খ্রিষ্টৰ সেৱক চাইৰচ বাৰ্কৰ পাদুৰি চাহাব এই অচম দেসত দহ বচৰ মান খ্রিষ্টিয়ান মিস্যনেৰি আচিল। ১৮৩৯ সঁকত আপোনাৰ জনম ভুমি আমেৰিকা দেস, আৰু মাক বাপেক, মিত্রিৰ কুটুম, বংস পৰিয়াল সকলোকে এৰি, প্রভু য়িচুৰ সুভ বাত্রা কিৰ্ত্তন কৰিবলৈ জাহাজত উঠি পাৰ হৈ আহিল। ইয়াৰ আগেয়েও দুই তিনি জন মিস্যনেৰি পাদুৰি চাহাব আহিচিল; সিবিলাকৰ লিখা পত্রৰ দোআৰাই এই অচম দেসৰ মানুহ কেনে দেওপুজক আৰু মন এন্ধাৰনই হৈচিল; সিবিলাকে জি ৰূপে আপোনাৰ হাতে সজা মাটিৰ বা সি-



হিন্দু দেৱতা বিষ্ণুৰ মুৰ্ত্তি।

Image of Vishnu.

লৰ, বা কাঠ, তাম, পিতলৰ মুৰ্ত্তি কৰি, হাত ভৰি, নাক, কান, মুখ দি, সেই মুৰ্ত্তিৰ আগত বলি, বিধান, নৈবেদ্য, আৰু অনেক ফুল দি আঁঠু পাৰি ইশ্বৰ বুলি সেৱা কৰি, তাক ধৰম বুলি জানে; আৰু জগতৰ ইশ্বৰ জি

জনে সাগৰ, প্ৰিথিবি, মানুহ, আকাস মণ্ডল, চন্দ্ৰ সুৰ্জ সুজিলে, তেঁও মানুহক নিস্তাৰ কৰিবৰ নিমিত্তে অনুগ্ৰহৰ কাৰনে আপোনাৰ প্ৰিয় পুত্ৰ য়িচু খ্ৰিষ্টক পাপ গুচুআ প্ৰাচিত্ত কৰিবলৈ জগতলৈ পাঁচিলে, এই কথা নে জানি পৰিত্ৰানৰ পথ নে পাই জি মতে নিৰুপাই হৈ থাকে; এই সকলো কথা পাদুৰি বাৰ্কৰ চাহাবে আপোনাৰ দেসত সুনি, এই ঠাইত ধৰমৰ কথা কিৰ্ত্তন কৰিবলৈ আহিবৰ মন উচাহি হল। আৰু প্ৰভুএ জি আগ্যা দিচে, বোলে, তোমোলাকে গোটেই থন প্ৰিথিবিলৈ গৈ, সকলো প্ৰানিৰ আগত সুভ বাত্ৰা কিৰ্ত্তন কৰা, তাতে জি কোনোএ বিস্বাস কৰি বুৰ দিওআ হই, সি পৰিত্ৰান পাব; কিন্তু জি কোনোএ বিস্বাস ন কৰে, তাৰ দণ্ড হব; এই কথা সুঁঅৰি প্ৰভুলৈ তেঁওৰ অতি প্ৰেম লাগি, সেই আগ্যা পালন কৰিবলৈ জিয়াই থাকোঁ মানে স্বৰুপ ধৰম আৰু ইস্বৰৰ সুভ বাত্ৰা দেও পূজকবিলাকৰ মাজত কিৰ্ত্তন কৰি থাকিম, এই কথা মনত নিচয়ে ঠাৱৰ কৰিলে। পাচে তেঁও আহিবৰ সময়ত মাক আৰু বাপেক, ভাই ভনি, মিত্ৰিৰ কুটুম সকলোএ আপোনাৰ লৰা মহা সাগৰ পাৰ হৈ বহু দুৰ দেসলৈ জাই, আৰু দেখিবলৈ নে পাম বুলি, আটাইবিলাকে চকুৰ পানি উলিয়াই ৰৰকৈ কান্দিবলৈ ধৰিলে। কিন্তু ক্ৰন্দন বা মিনতিএ তেঁওক নিবাৰন কৰিব নোআৰিলে; তেঁওৰ প্ৰিয়বিলাকে এই ৰুপে সোক কৰিলেও প্ৰভুৰ মাত আওকনিয়া কৰিব নোআৰি, তিৰোতাই সৈতে বষ্টন নগৰৰ ৰলো নামে এখান জাহাজত উটিলহি। বৰ সাগৰত আহোঁতে বাৰে বাৰে ধুমুহা বতাহ বৰখুনত বেলিও নে দেখে, আৰু মাটিকো দেখিবলৈ নে পাই, এই দৰে চাৰি মাহৰ মুৰত ইস্বৰে নিৰ্বিঘিনি ৰুপে কলিকতা পোআলে। তাতে ১৫ দিন মান থাকি নাও বিচাৰি পাই ব্ৰুহ্মপুত্ৰ নদিত তিনি মাহ উজাই আহি, অচম দেসৰ জইপুৰ জিলাত থকা মিস্যনেৰি চাহাবৰ লগ পালেহি।

তাতে সিবিলাকৰ লগত এবচৰ মান থাকি অচম ভাসা সিকিলে, পাচে সিৱসাগৰ জিলাত থাকিবলৈ উঠি আহিল। তাতে বঙ্গলা এটা সাজি লৰাবিলাকক ইস্কুলত চপাই, জি ৰুপ চাপা খানাৰ কিতাপ ইয়াত কোনেও সিকা নাই, এনে কিতাপ পৰ্হাই সুনাই সিকালে। সিৱসাগৰত এবচৰতকৈ অধিক আছিল; পাচে জইপুৰত থকা দুজন মিস্যনেৰি চাহাব আহিলত তেঁও ১৮৪২ সঁকত গুআহাটিত থাকিবলৈ থানান্তৰ হৈ গল; তাতে লৰা তিৰোতাই সৈতে ৭ বচৰ মান থাকিল। তেতিয়া চাহাব আৰু মেম চাহাব দুয়ো গুআহাটিত আৰু চাৰিও ফালে ইস্কুল পাতি লৰা চোআলি আদি আৰু অনেক মানুহবিলাকক সাস্ত্ৰৰ কিতাপ আৰু প্ৰভু য়িচু খ্ৰিষ্ট ত্ৰানকৰ্ত্তাৰ কথা সিকাইচিল; আৰু চাহাবে গাঁৱে গাঁৱে গৈ, জি লোকে সুনে, তাৰ আগতো সুভ বাত্ৰা কিৰ্ত্তন কৰেগৈ। আৰু কেতবিলাক মানুহৰ মন পালটাই য়িচু খ্ৰিষ্টৰ তেজৰ প্ৰাচিত্তত বিস্বাস কৰি অনেক সাখিৰ আগত চাহাবৰ হাতে বুৰ পালে। এই ৰুপে চাহাবৰ কাৰ্বাৰতে তাত এটা সৰু মণ্ডলি থাপন কৰা হল; জেতিয়া তেঁও গুআহাটি এৰি আমেৰিকালৈ জাই, তেতিয়া সেই মণ্ডলিৰ ভিতৰত ২২ জন মান সিস্য হৈচিল। ই. হ্. ব.

পাচৰ অৰুনোদইত এই কথাৰ সেস লিখা জাব।

*(To be continued.)*



গুপুত ঠাইত প্ৰাৰ্থনা কৰাৰ নক্চা।

# পুৰনি অসম বুৰঞ্জি।

Ancient Assamese History.—No. 1.

আমি এতিয়া আহোমৰ অতি পুৰনি বুৰঞ্জি এটা পাই, এই মাহৰ অৰুনোদইত লিখিবলৈ ধৰিচোঁ। তাত জি কথা পাইচোঁ, সকলো স্বৰূপ হোৱা ন হই, তথাপি জেনে পাইচোঁ, সেই দৰেই লিখোঁ; পঢ়ুৱা সকলে জি স্বৰূপ, জি অস্বৰূপ, তাকে আপোনাৰ মনেৰে বিবেচনা কৰি বুজোক।

বুৰঞ্জিকে আদি কৰি মানুহে জি লিখে, তাৰ মাজে মাজে মিচা উপকথা সোমাইচে; অকল ইশ্বৰে লিখাই দিয়া সাস্ত্ৰত ভুল নাই। এনে সাস্ত্ৰ আমি পৰ্হি জানিচোঁ, প্ৰথমতে ইশ্বৰে তিৰি পুৰুস এহাল মাথোন স্রুজিলে; প্ৰিথিবিত থকা ৰজা প্ৰজা সকলো সিবিলাকৰ পৰা সন্ততি হৈচে। কিন্তু প্ৰাই সকলো দেসিবিলাকৰ পুৰনি বুৰঞ্জিত সিবিলাকৰ আপোন আপোন ৰজাক গৌৰৱ কৰিবৰ নিমিত্তে আগৰ উপকথা ধৰি সেই সেই ৰজাক দেৱতাৰ ঔৰস বুলি লিখে। সেই ৰূপে গ্ৰিক দেসৰ চিকন্দৰ মহা ৰজাক দেও পিত্ৰি জুপিতৰৰ পুতেক বুলি মানিলে; ৰোম নগৰৰ প্ৰথম ৰজা ৰমুলচ, তেঁওক মাৰ্চ অৰ্থাত কাৰ্ত্তিকৰ পুতেক বোলে; কামৰূপৰ ৰজা বিশ্বসিংহক সিৱৰ পুতেক বুলি জানে। এই ৰূপে আহোমৰ পুৰনি পুথিতো কোনো কোনো উপকথা আচে; কোনো ঠাইত কই, লাউৰ পৰা মানুহ উত্পন হল; আৰু সিবিলাকৰ প্ৰথম ৰজা খুনলুঙ্গ খুনলাই ইন্দ্ৰ বংসি হই। কোনো পুথিত লিখে, ইন্দ্ৰ আৰু সচি সদিয়াৰ পুব ফালে বসিষ্ট মুনিৰ ফুলনি বাৰিলৈ আহি তাতে ফুৰি থকাত মুনিএ দেখি ইন্দ্ৰক সাও দিলে। পাচে ইন্দ্ৰ দৈত্যাকাৰ হৈ অন্ত্যজৰ এক সুন্দৰি তিৰোতা দেখি কামাগ্নি হৈ সংগত হলত তাই গৰ্ভৱতি হৈ থেনকাম নামে এজন পুত্ৰক ওপজালে। খুনলুঙ্গ খুনলাই সেই থেনকামৰ পুতেক। এই সকলো কথা সত্য হৰ নোৱাৰে; কিয়নো অচেতন বস্তু জি লাউ, সি ত্ৰিন লতা হই, মনুস্য জাতৰ পৰা কিমান আঁতৰ। এক জাত আন জাতৰ পৰা নোপজে; চৰাই বা চাই ঠেঙ্গিয়াৰ গৰ্ভত মানুহ ন জনমে, ঘোঁৰাৰ পৰা হাতি বা গৰু ন হই। সেই ৰূপে দেৱতাৰ ঔৰসে মনুস্য জাতি উত্পন হৰ নোৱাৰে; আৰু তাত বাজে নৰে সৈতে স্বৰগৰ লোকে সংজোগ ন কৰে; সিবিলাকৰ কাম ভাও কেতিয়াও ন হই।

পুৰনি বুৰঞ্জিত লিখে, ইন্দ্ৰৰ সেই দুই নাতিএকে ৯ লাখ আহোম আদি অনেক লোকক লগত লৈ সোনৰ জখলাৰে স্বৰগৰ পৰা নামি আহিল; কিন্তু স্বৰগ আৰু প্ৰিথিবি অত্যন্ত দুৰ, লাগি নে থাকে। আগৰ কালৰ গিয়ানিবিলাকে স্বৰগ আৰু প্ৰিথিবি মেৰু পৰ্বতৰ দোৱাৰাই লগা হোৱা জেন ভাবিলে; হিমালয়ৰ উত্তৰ ফালে স্বৰগলৈকে জোৱা, এনে ওখ পৰ্বত আচে বুলি কই; কিন্তু এতিয়া ইংৰাজি আদি অনেক দেসি মানুহে গোটেই খন প্ৰিথিবি ফুৰি জুখি থকাত সেইমান ওখ পৰ্বত কতো পোৱা ন গল।

এনে কথা এই বুৰঞ্জিৰ ওপৰ ডোখৰত মাথোন পাইচোঁ; তলৰ ডোখৰত হলে, প্ৰাই সকলো কথা উত্তম আৰু প্ৰমানিক; তাক ক্ৰমেৰে মাহে মাহে লিখিম। ‖

---

### আগৰ ৰূপত শ্ৰীল সৰ্গদেৱৰ বিৰ্জ নিপাই বংস কৰ্ত্তব্যাং জুক্তং।

লাকুলি তাওচিঙ্গা (৬০) সঁকত, ব্ৰহ্মাৰ দৈনিন্দিন প্ৰলই হল। লাকুলি (১) কামুতে প্ৰিথিবি পুৰি টান কৰিলে। লাকুলি (২) কাপচানত লাউ হলে; সেই বচৰত লাউ ফুটি মনুস্য সকল জনমিলে। লাকুলি (৩) ভাপৰাওত মনুস্য স্রুজিলে। পাচে সেই বচৰত ইন্দ্ৰ দেৱতাৰ বৰ পুত্ৰ আইকালনে আহি বিস্তৰ মনুস্য স্রুজিলে। লাকুলি বাইমিত সঁকত স্রিষ্টি কৰি স্বৰ্গলৈ গল। পাচে সেই বচৰতে দেও ৰাজে থাওলিপ্লিঙ্গ, থাওবাকুচেঙ্গ, এই দুই পণ্ডিতক পঠাই, প্ৰিথিবিত মনুস্যক সিকাই বুজাই জাব দিলে। লাকু-

লি বাইমিত (৪), মুংকেও (৫), প্লেকৃত্যেও (৬), এই তিনি বচৰত প্ৰিথিবিত ৰজা নাই কিচিলে। পাচে খেন্খাম, লেঙ্গডন, খেন্বকৃক্ষা, এই তিনি জনাই আলচ কৰি বুলিলে, বোলে, আমাৰ ৰাজ্যত বিস্তৰ পুত্ৰ নাতি হল, কিন্তু প্ৰিথিবিত ৰাজ্যৰ অধিকাৰি ন হল। পাচে এই কথাতে নিচই কৰি, ইন্দ্ৰ দেৱতাৰ ভাগিনিএকৰ পুতেক খুন্লুঙ্গ খুন্লাইক লাকৃলি কাচেও (১১) সঁকত ত্যাউলিক ত্যাখাঙ্গ কৰি দুইকো ৰজা পাতি, মুংৰি মুংৰাম পৰ্বতলৈ নমালে; আঠ কুৰি লাখ ৰজাৰ অধিকাৰ কৰি দিলে। আৰু পাসুপত্ৰ ১, বৰ ঢাক ১, চোম দেও, চেঙ্গ দেও, এই কেইটি বস্তু দি সিকালে, বোলে, জোঁআই হলে জেমনে সসুৰ, জেঠেৰি, বৈনাই, এই সকল সহিতে দ্বন্দ কন্দল কৰিলে, আপোনাৰ ভাৰ্জাও হৰাই, আৰু পখিএ জেনে ৰূপে আপোনাৰ পোআলি পাখিএৰে ঢাকি বাত ব্ৰিষ্টি দুখৰ পৰা ৰখ্যা কৰি, আহাৰ খুআই ডাঙ্গৰ কৰে, সেই মতে দুয়ো ভায়েৰে প্ৰজাক ৰখ্যা কৰিবি। এই ৰূপে সিকাই বহু বিৰ্ত্তিয়া লগত দি পঠালে। পাচে দুই ভায়েকে সোনৰ জখলাৰে নামি আহি, প্ৰিথিবিৰ ওপৰত অৰন্যত ৰলহি। পাচে সকলো লোকে ঢৰাৰ ওপৰে পাটি, তাৰ ওপৰে কাপৰ, তাৰ ওপৰত টঙ্গি পিৰা, তাৰ ওপৰত সোনোআলি কাপৰ পাৰি, সাদৰ কৰি ৰজাক বহুআলে; ৰজাৰ ওপৰত সোনোআলি ভণ্ড চত্ৰ তুলি ধৰিলে; পাচে ৰজা সকলে পালি লৈ আব্ৰিত কৰি ৰহিলে, আৰু লগত অহা আহোম ন লাখ। পাচে সমস্তো ৰাজ্যে এঠাই হৈ ৰাজ্যৰ মধ্যত মহা ৰজাৰ থকা ঘৰ হোলোঙ্গ সাজি নগৰ কৰিলে।

পাচে দেৱৰাজৰ পৰা সৰগ দেৱৰ দুই নাতিএকে প্ৰিথিবিলৈ আহিল। মুংৰি মুংৰামত নগৰ কৰি ৰজা হৈ কত দিন আচে। এই জনন্যাকে সাগৰ পৰ্জন্তে সমস্ত লোকে সুনিলে। পাচে দুই ভায়েকে হাতিত উঠি সকলো ৰাজ্যক চাই ঘুৰি উলটি আহি, মুংৰি মুংৰাম নগৰত ৰলহি। এক দিনা প্ৰতি দুই ভায়েকে আলচ কৰি বুলিলে, বোলে, পাসুপত্ৰ খৰ্গ, বৰ ঢাক, এই দুই আহিচে; ইয়াৰ পূজা সেৱা মন্ত্ৰ সিকাই পঠোআত পাহৰিলোঁ; ই কথা ন হলে অনেক ৰজা সকল কি ৰূপে বসবৰ্ত্তি কৰিম? এই কথা দুই ভায়েকে আলচিঁ, মন্ত্ৰ সেৱা পূজা সিকি আনিবৰ নিমিত্তে খুন্লাঙ্গক ৰৰগলৈ পঠাই দিলে। পাচে সৰগ দেৱে খৰ্গৰো ঢাকৰো ধাৰন পূৰ্বকে সেৱা পূজা মন্ত্ৰ খুন্লাঙ্গৰ আগত কৈ পঠালে। আৰু চেঙ্গ কুকুৰা এজুৰি দিয়াত আহিল; পাচে ধাৰন পূৰ্বকে খুন্লাঙ্গে কলেহি। পাচে দেস দেসান্তৰৰ ৰজা সকলো আহি ৰৰিলহি। লগত অহা আঠ কুৰি লাখ ৰাজ্যকো অধিন কৰি, খুন্লুঙ্গ খুন্লায়ে ৰাজ ভোগ কৰিলে। খাটনিয়াৰ ৰজা সকলৰ লেখা, খুংতাই ১, খুন্লাইতিঙ্গ ১, নৰাত ১, কুন্লাত্যাও ১, মৰিন ১, খুন্চুঙ্গ ১, খুন্ত্যিত্যিঙ্গ ১, ৰাংমুংখুন্ফা ১, আওলংতিন ১, বুৰাগো ১, খুন্কেতৃৰঙ্গ ১, চিৰিঙ্গ ১, খুন্ফ্ৰাম নাই অহা, খুন্খেন ১, খেন্চঙ্গ ১, খুনত ১, ৰৰ্ত্তাউফেৰান ১, লান্মুঙ্গ ১, আৰু বুলিয়া মৰিয়াৰে ৰজা এটাকো পঠালে; এই সকলেও জোগান ধৰিলে। খুন্লুঙ্গ খুন্লাইক আনো ৰাজ জোগ্য অলঙ্কাৰ বস্তু অলখ্য দি পঠালে। আৰু পানি নাগিনি বুলি লাঙ্গি, লেচাম বুলি ভালুক, লেচাই বুলি বাঘ, লাদু বুলি সাপ, লাচিত বুলি উদ, লাপেত বুলি মেকুৰি, লাও বুলি বান্দৰ, ইন্দ্ৰ দেৱে এই সকলক খুন্লুঙ্গ খুন্লাইৰ লগত প্ৰিথিবিলৈ পঠালে। আৰু পূৰ্বে এই ঠাইত সৰগ দেৱৰ বৰ পুত্ৰ আইকালন ৰজা আচিলে; এঁৱেই ৰৰগলৈ উঠি গল।

---


THE ORUNODOI,

A MONTHLY PAPER, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

## তিনটা লৰাৰ বিবৰন, দুতিয় ভাগ ।

Good Boys: or Examine yourselves. Concluded.

পাচৰ ৰবি বাৰে আঠ বজা মানত চাহাবক দেখিবলৈ তেঁওৰ বঙ্গলালৈ লৰাইত আহিল ।

পাং । মোৰ প্ৰিয় লৰাটিইত, তোমোলাক ভালে আচা নে? তেতিয়া লৰাইতে চাহাবক চেলাম দি কলে, হই আতা, আমি কুসলে আচোঁ ।

পাং । ফ্ৰেঙ্কিচ, মই তোমাক জি সৰু কিতাপ দিলোঁ, তাক পৰ্হিলা নে?

ফ্ৰেং । ন হই, আতা, মোৰ লগৰিয়াবিলাকৰ লগত ফুৰি খেলা কৰি সুখ ভোগ কৰোঁতেই কাল নিয়াই সেই কিতাপ পৰ্হিবলৈ পাহৰিলোঁ ।

পাং । জেমচ, তুমি আপুনি পোআ কিতাপ পৰ্হিলা নে?

জেং । অহ! আতা, সেই কিতাপ পৰ্হিবলৈ মোৰ বৰ ইচা হলেও তথাপি মই পৰ্হিব নোআৰিলোঁ, কিয়নো মই এপাত মান পৰ্হোঁতেই মোৰ পিত্ৰিএ দেখা পাই বৰ খঙ্গ কৰি কলে, বোলে, তই জদি সেই কিতাপ আকও পৰ্হিবি, তেন্তে মই তোক ঘৰৰ পৰা খেদাই দিম । সেইবোৰ খ্ৰিষ্টিয়ান কিতাপ বুলি নে জান নে? তাক পৰ্হি তই খ্ৰিষ্টিয়ান হৈ পৰিয়ালৰ ওপৰত নিন্দা বিটিন্দা আনিব খুজিচ নে? সেই কিতাপ পেলাই দে, নাইবা কালি পেলা, জদি মই আকও তোৰ হাতত সেই কিতাপ দেখিম, তেন্তে মই তোক বৰকৈ সাস্তি কৰিম, আৰু কিতাপো পুৰিম । এনে সকত আগ্যা পিত্ৰিৰ মুখৰ পৰা সুনি ভই পাই সেই কিতাপ মই থৈ দিলোঁ ।

পাং । তোমোলাকে লৰেঞ্চক দেখিলা নে?

ফ্ৰেং । হই আতা, সি আগতকৈ এতিয়া বৰ বেলেগ, চুৰ ন কৰে, মিচা কথা ন কই, সদাই ইস্কুললৈ জাই । আৰু বেয়া লগৰিয়াবিলাকৰ লগত ফুৰোক চাৰি বাৰিৰ মাজত আৰু হাৰিত তাৰ প্ৰাৰ্থনাবহে মাত সুনোঁইক; এই ৰূপে সি আগৰ সকলো বেয়া আচৰন এৰি এতিয়া বৰ ভাল লৰা হৈ গৈচে ।

পাং । বাৰু জেমচ, তুমি [illegible] কৰা, হেনে পাদুৰি চাহাবে তোমাক দেখিব খোজে । তেতিয়া জেমচ লৰেঞ্চক মাতিবলৈ গল, আৰু পাদুৰি চাহাবে ফ্ৰেঙ্কিচৰ লগত এই ৰবে কথা বাত্ৰা কৰিলে ।

পাং । ফ্ৰেঙ্কিচ, লৰেঞ্চ আগতকৈ কিয় উত্তম লৰা হবলৈ ধৰিচে, তুমি কব পাৰা নে? আৰু কিহে তাক এনে উত্তম লৰা হবলৈ সিকাইচে?

ফ্ৰেঙ্কিচে মুৰ তল কৰি অলপ বেলি মনে মনে থাকি কলে, হই আতা মই ভাবিচো, সি জি কিতাপ আপোনাৰ পৰা খুজি নিলে, তাকে পহি কিবা উত্তম গিয়ান পালে, আৰু সেই ৰূপে কৰিবলৈ মন থিৰ কৰি অন্য সকলো বেয়া কৰ্ম এৰাতে এনে ভাল হৈচে, আৰু তাতোকৈ সি জেনেকৈ সদাই প্ৰাৰ্থনা কৰা আমি সুনিচোঁ, তাৰে পৰা মই অনুমান কৰিচো, পৰম ইশ্বৰে জেন তাৰ সকলো পাপ খেমা কৰি নতুন মন দিব, ইয়াকে সি দ্ৰিঢ মনেৰে খোজাতে সি পাইচে, আৰু পৰম ইশ্বৰে তাক সক্তিও দিচে, তাতেহে সি এনে উত্তম লৰা হবলৈ ধৰিচে ।

পাং । বাৰু ফ্ৰেঙ্কিচ, তুমি মোৰ পৰা কিতাপ খুজি নিয়াতে কি লাভ, মই সুদাতে দিলোঁ, আৰু সেই কিতাপ চাপা কৰা খৰচো অনৰ্থক, কিন্তু জি কিতাপ মই লৰেঞ্চক দিলোঁ, তাত হলে সাৰ্থক আচে, আৰু মই তোমাক জি জি কথা বুজালোঁ, সিও অনৰ্থক । সাস্ত্ৰত জি বিকল ডিমৰু গচৰ দ্ৰিষ্টান্ত আচে, তাক তুমি সুঁৱৰিবা । লুক ১৩: ৬—৯ । জদি তুমিও ধৰম উপদেস নু সুনা, কিতাপো ন পৰ্হা, আৰু পৰম ইশ্বৰ নো কোন, তাকো বিবেচনা ন কৰাকৈ এনেই কাল নিয়াই থাকা, তেন্তে জেনেকৈ ডিমৰু গচ কাটি পেলোআ গল, সেই দৰে তোমাকো কটা জাব । পাচে ইয়াতে লৰেঞ্চ আৰু জেমচ আহি পালেহি ।

পাং । লৰেঞ্চ, তুমি কেনে আচা? আৰু তোমাৰ মনৰ কথা কেনে তাক মই সুনিবলৈ ইচা কৰোঁ ।

লং । আতা, মই বৰ পাপি নৰকৰ ভাগি,

কিয়নো মই মাত্রিৰ গর্ভত থকাৰে পৰা পৰম ইস্বৰৰ অহিতে পাপ কৰম কৰিলোঁ, আৰু এতিয়া মই নিচয়ে নৰকৰ মুখত ভৰি দি আচোঁ বুলি ভাবিচোঁ, মোৰ পিটিত বৰ গধুৰ ভাৰ আচে বুলি মই জানোঁ, জদি পৰম ইস্বৰে এই সময়ত মোক মাৰি নিএ, তেন্তে অৱস্যে মই নৰকত পৰিম । তথাপি আতা, মই সাস্ত্ৰৰ এটা কথা সুঁৱৰিচোঁ, সাস্ত্রে লিখে, "ইস্বৰে জগতলৈ এনে দায়া কৰিলে, আপোনাৰ পুত্রত জি কোনোএ বিস্বাস কৰে, সি নষ্ট ন হৈ অনন্ত পৰম আয়ুস পাবৰ নিমিত্তে তেঁওৰ সেই একে জনা পুত্ৰকেই দান কৰিলে।" য়ো ৩ : ১৬ । আৰু লিখা আচে, "জি হেৰোআ হৈ-চিল, তাক ৰখ্যা কৰিবলৈ মানুহৰ পুত্র আ-হিল ।" মা ১৮ : ১১ । এই সকলো কথা সাস্ত্রত পর্হি প্রভু য়িচু ত্রান কর্তাৰ নামেৰে ইস্বৰৰ আগলৈ গৈ মোৰ সকলো পাপ সৈ কাৰ্হি মনত তাৰ কাৰনে খেদ পাই প্রভুৰ দুখলৈ চাই ইস্বৰে জেন খেমা কৰিব, ইয়াকে দিনে ৰাতিএ ইচা কৰি চকুৰ লোএৰে তিন দিনলৈকে খুজি খুজি থাকি, পাচে ত্রিতিয় দিনৰ মুৰত মোৰ মনত সান্তনা পালোঁ, আৰু ইস্বৰে প্রভুৰ দুখলৈ চাই মোৰ সকলো পাপ মোচন কৰি-লে বুলি আসা হল । আৰু জদি মই মৰোঁ, তেন্তে পৰম ইস্বৰে মোৰ সকলো পাপ গুচাই তেঁওৰ সুখৰ থানলৈ নিব বুলি, এনে দ্রিঢ ভাৰসাও পালোঁ । আৰু এতিয়া মই সদাই ভাল কৰম কৰিবলৈহে মন জাই; আগৰ দৰে বেয়া লগৰিয়াবিলাকৰ লগত জাবৰ মন নাই, আৰু চুৰ কৰিবলৈ নাইবা মিচা কবলৈ বা এলেহুআ হৈ থাকি কাল নিয়াবলৈ মন একেৰিও নাই, কিন্তু সদাই ইস্বৰৰ ধৰম সাস্ত্র পর্হি আৰু তেঁওলৈ প্রার্থনা কৰিহে কাল নিয়াবৰ মন জাই । আৰু ইস্বৰৰ লোকবিলাকৰ লগত গোট খাই তেঁওলৈ গান গাই প্রার্থনা স্তুতি কৰিব-লৈ মন জাই; আৰু আগেয়ে জি জি সকলো মই ভাল পাইচিলোঁ, সেইবিলাক এতিয়া মই নিচইকৈ বেয়া পাঁও । এনে সকলো কথা সুনি পাদুৰি চাহাবে লৰেঞ্চক আৰু এটা ধৰম কি-তাপ দিলে, তাকে সি আনন্দ মনেৰে লৈ ঘৰলৈ গুচি গল ।

অলপ বচৰৰ পাচে লৰেঞ্চ বৰ নৰিয়া হৈ মৰিব লগা হোআ বাত্রা সুনি পাদুৰি চাহাবে তাক দেখিবৰ নিমিত্তে ঘৰলৈ গল ।

পা৽ । অস, লৰেঞ্চ, তুমি এতিয়া বৰ নৰি-য়া হৈ মৰনৰ সজ্যাত পৰি আচা হই, ইয়া-কে দেখি মই অসন্তোস পাইচোঁ, কিন্তু তো-মাৰ মন কেনে আচে?

ল৽ । অহ! আতা, মোৰ সৰিলত হলে বৰ দুখ জাতনা আচে । সহিবলৈ বৰ টান পাইচোঁ; তথাপি মোৰ মনত হলে বৰ সান্ত-না আচে, আৰু মই জানিচো, অলপৰ পাচে মই প্রভু য়িচু খ্রিষ্টৰ ওচৰ পামগৈ ।

পা৽ । তোমাৰ মৰিবলৈ ভই নাই নে?

ল৽ । আতা, একেৰিও স৽সই নাই, মৰন মোলৈ দুখ হওক চাৰি অতিসই সুখহে হব বুলি মই ভাবিচোঁ । কিয়নো ম্রিত্যুৰ হুল পাপ, আৰু পাপৰ ফল মৰন, কিন্তু আমাৰ প্রভু য়িচু খ্রিষ্টৰ দোআৰাই ইস্বৰে আমাক জই কৰাই ।

পা৽ । তুমি য়িচু খ্রিষ্টক প্রিয় হেন মা-না নে?

ল৽ । হই, আতা, তেঁও মোৰ আত্মালৈ অতি প্রিয় অতি অমুল্য, আৰু মোৰ মনত জিমান প্রিয় হেন দেখোঁ, তাক মই মুখেৰে কবও নোআৰোঁ, আৰু তেঁওত মোৰ সক-লো ভাৰসা ৰাখিচোঁ । এই ৰুপে কথা বাত্রা কৰি থাকোঁতে লৰেঞ্চৰ ৰোগ ইমান সিঘ্রে বাৰ্হি বাৰ্হি আচিল দেখি সি কথা বাত্রা কব নোঅৰা হল, আৰু পাদুৰি চাহাবে তাক জি সুধিলে তাক কবলৈ সক্তি নো হোআত সে-হাই সেহাই মাথোন কলে, কিন্তু সি কি কলে তাক কোনেও উমান ধৰিব নোআৰিলে, আৰু সি ওপৰলৈ চাই হাত কৰজোৰ কৰি প্রার্থনা কৰা হেন দেখা গল; তথাপি সি কি প্রার্থনা কৰিলে তাকো বুজিব নোআৰিলে, কেৱল এটা দুটা কথা বুজা গল, জেনেকৈ স্তিফানে কলে, সেই ৰুপে সিও কলে, বোলে, "হে প্রভু য়িচু,

মোৰ জিৱক গ্ৰহন কৰা ।” এই কথা কৈ প্ৰান চাৰি দি পৰলোকে গল । আৰু জেতিয়া তাৰ স মৈদাম দিবলৈ নিচিল, তেতিয়া তাৰ পৰিয়াল সকলোএ এনে গান কৰিচিল ।

ভাই বন্ধু গলে পৰলোক
 আমাৰ কিয় কন্দন?
প্ৰভুৰ মাত সুনি সেই লোকৰ
 ওপৰে হল গমন ।

কিয় কান্দোঁ পবিত্ৰৰ সও
 বৈ জাঁওতে কৰৰ থান?
তাত সয়ন থাকি য়িচুৰ দেহ
 ঠাই কৰিলে সুস্থান ।

এই ৰুপে দিলে আসির্বাদ
 সিস্যৰ মৈদাম সকল,
জি সব্যাত পৰে ধাৰ্মিক লোক,
 তেঁও ৰবে তাক কোমল ।

মৰনৰ উঠি আমাৰ পথ
 তেঁও কৰিলে প্ৰকাস,
আমাৰো সৰিল মহা দিন
 উঠিব অবিনাস ।

এই ঘটনাৰ অলপ বচৰৰ পাচে পাদুৰি চাহাবে সুনিলে বোলে, ফ্ৰেঙ্কিচ নৰিয়া পৰিচে; পাচে তাক দেখিবৰ নিমিত্তে পাদুৰি চাহাব তাৰ ঘৰলৈ আহিল, আৰু দেখিলে, তাৰ লোআ সজ্যাৰ চাৰিও ফালে তাৰ পিত্ৰি মাত্ৰি, ওচৰ চুবুৰিয়া, আৰু লগৰিয়াবিলাকে বেৰি ধৰি থাকি তাক সান্তনা কৰিবলৈ নানা ভাৱে সংসাৰৰ সুখ ভোগৰ কথা কৈ আচিল; তথাপি তাক সান্তনা কৰিব নোআৰিলে । তেতিয়া পাদুৰি চাহাব সোমাই গৈ ফ্ৰেঙ্কিচৰ লগত কিচুমান কথা হল ।

পাং । ফ্ৰেঙ্কিচ, তুমি এতিয়া মৰনৰ সজ্যাত আচা, আৰু কি জানি পুনৰাই কেতিয়াও সুস্থ ন হবা, কিন্তু মৰিবলৈ তুমি ভই কৰা নে? আৰু মৰনৰ পাচে তোমাৰ কি গতি হব, তাক কব পাৰা নে?

ফ্ৰেং । হই আতা, মই মৰিবলৈ বৰ ভই কৰোঁ, আৰু মৰনৰ পাচত কি গতি হব, তাকো কব নোআৰোঁ ।

পাং । কিন্তু ফ্ৰেঙ্কিচ, তুমি বৰ [illegible] লৰা আচিলা, আৰু জিৱন কালত বহুত সুখ ভোগ কৰিলা, এই সকলো স্মৰন কৰি মন সান্তনা কৰিব নোআৰা নে? আৰু তোমাৰ ইষ্ট মিত্ৰৰ কুটুম লগৰিয়াকে আদি কৰি সকলো তোমাৰ চাৰিও ফালে আচে, এইবিলাকলৈ চাই তোমাৰ মনৰ দুখ পাহৰিব নোআৰা নে?

ফ্ৰেং । অহ! আতা, মোৰ জোআ দিনবিলাকত জি জি সকলো ৰঙ্গ ধেমালি আৰু সুখ ভোগ কৰিলোঁ, সেই সকলো মনত স্মৰন কৰিলে মোৰ মনত বৰ দুখহে আহে, আৰু মই জানিচোঁ, জদি মই মৰোঁ, তেন্তে ইশ্বৰৰ আগত এই সকলোৰে উতৰ দিব লাগিব । কিন্তু মই তেঁওৰ আগত থিয় হবলৈ জুগুত ন হলোঁ আৰু জদি মৰন মোৰ পৰা পলাব, তেন্তে মই বৰ ভাল পাম । কিন্তু মৰন পলা ওৰ চাৰি বেগাই খেদি, জেনেকৈ বা মাৰলি বতাহ আহে, সেই ৰুপে আহি তাক অতিসই কষ্ট দুখ জাতনাৰে মাৰি জিৱ বাহিৰ কৰি পৰলোকলৈ নিলে ।

কিন্তু জেমচ সংসাৰিক সুখৰ ভাগি হোআ লগৰিয়াবিলাকৰ লগত ফুৰি থাকি খ্ৰিষ্টিয়ান লোকক নিন্দা কৰি মন্দ হৈ গল । আৰু জেতিয়া ২০ বচৰ মান বয়সিয়া হল, তেতিয়া তাৰ বৰ জৰ হৈ মৰিব লগা হল, তাৰ জিৱন কালত জি জি কৰ্ম্ম কৰিলে, তেতিয়া সি মনত স্মৰন কৰিলে, আৰু সেইবিলাকৰ নিমিত্তে পৰম ইশ্বৰৰ আগত উতৰ দিব লাগিব, ইয়াকে জানি বৰ ভই পালে, আৰু পৰকালত তাৰ কি গতি হব, হাই হাই, তাৰ পৰিত্ৰান নাই । আৰু লৰেঙ্কৰ বিসয়েও ভাবিলে, সি কেনে লৰা আচিল, কিন্তু জি কিতাপ পাদুৰি চাহাবে দিলে তাকে পৰ্হি সি কেনে উতম লৰা হল, আৰু কেনে উতম মৰনেৰে মৰিল! তেতিয়া সি পিত্ৰি মাত্ৰিক সাও দি কলে, তোমাৰ পৰা মই নষ্ট হলোঁ, জি কিতাপ মোক পাদুৰি চাহাবে দিচিল, তাক তুমি পৰ্হিবলৈ নি দিলা, আৰু জি ৰুপে আচৰন কৰিবলৈ ধৰম সিখ্যা দিলে, সেই ৰুপে চলা হলে, মোৰ এনে অৱস্থা

ন হলহঁেতেন, এতিয়া মোক পৰিত্ৰান দিয়া, মোক পৰিত্ৰান কৰা, এই দৰে বৰ জাতনা পাই কলে।

পৰি। তাৰ পিত্ৰি মাত্ৰি সকলোএ কলে, আমি কেনেকৈ পৰিত্ৰান দিম, আমি ইশ্বৰ ন হঁও, আমি পৰিত্ৰান দিও চাৰি প্ৰানকো ৰাখিবলৈ একেৰিও সক্তি নাই, কেনেকৈ আমাত পৰিত্ৰান খুজিচা?

জেং। তেন্তে কিয় মোক পৰিত্ৰান বিচাৰিবলৈ বাধা কৰিলা?

সিহঁতে বুলিলে, জদি তুমি এনে কৰিলাহঁেতেন, তেন্তে আমাৰ নামত অপবাদ হৈ লাজ পালোঁহকহঁেতেন, আৰু ধন জনস্যা ৰাখিব নোআৰিলোঁহেতেন।

জেং। হাই! তোমোলাকে কেৱল আপোনাৰ ইহকালৰ হিত মাথোন চিন্তিলা, কিন্তু পৰকালত জি গতি হব, তালৈ একেৰিও মন নাই, তথাপি “মানুহে গোটেই খন জগত পায়ো জদি আপোনাৰ প্ৰান হেৰুআই, সেই মানুহৰ কি লাভ? আৰু মানুহে আপোনাৰ প্ৰান ৰাখিবৰ নিমিত্তে কি সলনি দিব পাৰে?” মা ১৬:২৬। ইয়াকে তোমোলাকে সুঁৱৰিবৰ উচিত, কিন্তু এতিয়া তোমোলাকে জদি মোক উপকাৰ কৰিব নোআৰা, তেন্তে পাদুৰি চাহাবকে মাতিবা।

পাচে সিহঁতে পাদুৰি চাহাবক মাতি আনিলে, তাতে চাহাব আহি অনেক কথা বুজালে, প্ৰাৰ্থনা কৰিবলৈ সিকালে, কিন্তু এতিয়া আৰু কাল নাই, সমই গল, তাৰ জিৱনৰ কালত ইশ্বৰৰ বিসয়ে একো চিন্তা ন কৰি এলাহতে কাল নিয়ালে, এই নিমিত্তে প্ৰাৰ্থনা সুনা নে জাই। এই ৰূপে পাদুৰি চাহাবে অলপ মান কাল সিবিলাকক ধৰম উপদেস দি দি থাকি পাচত আপোনাৰ ঘৰলৈ গল, আৰু তেঁও জাৱৰ অলপৰ পাচত সুনিলে, বোলে, জেমচ বৰ দুখ কষ্ট পাই নিৰ্ভাৰসা ৰূপে মৰিল।

জি তিনটা লৰাৰ বিবৰন অলপ মান লিখা হল, তাকে বিবেচনা কৰি জানিব পাৰিবা। লৰেঞ্চ বেয়া লৰা হলেও ধৰমে কেনে ভাল কৰিব পাৰে, আৰু প্ৰভু য়িচু খ্ৰিষ্টত বিশ্বাস কৰা হলত তাৰ আচৰন কেনে বেলেগ হৈ গল, আৰু ইশ্বৰে তাক কেনে সান্তি ৰূপ মৰন দিলে।

ফ্ৰেঞ্চিচ সংসাৰৰ সুখ ভোগ কৰিবলৈ বৰ ধেমালিৰে মন পৰিপূৰ্ন হোআত মহা পৰিত্ৰান হেলা কৰিলে। আৰু জেতিয়া মৰন চাপিলহি, তেতিয়া তাৰ সকলো সান্তনা গুচি গলত নিৰুপাই হৈ দুখেৰে মৰিল।

জেমচেও পৰম ইশ্বৰতকৈ পিত্ৰি মাত্ৰিক ভই কৰি আপুনি জি উচিত দেখে, তাকে ন কৰি মিত্তিৰ কুটুমক সন্তুষ্ট কৰিবলৈ কাল নিয়ালে, তথাপি মৰনৰ কালত সিবিলাকৰ পৰা একো সুখ বা পৰিত্ৰানৰ উপাই পাব নোআৰি বৰ খেদ কৰি আসা নো হোআকৈ মৰিল।

সেসতে প্ৰিয় পাঠকবিলাক, আপোনাকে পৰিখা কৰাৰ বিসয়ে জি বিবৰন অলপমান লেখা হল, তাকে গমি চাই, তুমি আপোনাকে পৰিমান কৰি চাই, এই তিনটা লৰাৰ পৰা গিয়ান লোআ, ইশ্বৰে দেখাতে তুমি উতম হোআ নে? আৰু মৰনলৈ ভই ন কৰা নে? বা মৰনৰ পাচত তোমাৰ কি গতি হব, নাইব! পৰলোকৰ অৰ্থে তোমাৰ ভাৰসা কেনে, এই সকলোকে আদি কৰি বিবেচনা কৰি চোআ। জদিহে তোমাৰ মন অসুচি আৰু ইশ্বৰৰ আগত পাপি হৈচা, তেন্তে তোমাৰ পাপ খেমা কৰিবলৈ আৰু নতুন আচৰন দিবলৈ কেৱল প্ৰভু য়িচু খ্ৰিষ্টৰ সক্তি আচে, এই কাৰনে তেঁওৰ কোসৰলৈ আহি পাপৰ খেমা মাগিবা, কিয়নো আমাৰ সকলোৰে কাল ওচৰ হৈচে, আৰু আমি সোন কালে মৰি জামহঁক; কিন্তু মৰনৰ পাচত কি গতি হব, তাক আমি আগেএ জানিবলৈ উচিত। আৰু আমি সকলো সংসাৰৰ সুখ জদি পাম আমাৰ মৰনৰ সময়ত কি লাভ? আদিতে প্ৰভুত আস্ৰই ললে দুখ হওক বা সুখ হওক, একো আপদৰ সঙ্কা নাই; আৰু পিত্ৰি, মাত্ৰি, ইষ্ট মিত্তিৰ কুটুমতকৈ প্ৰভু পৰম ইশ্বৰক বৰকৈ প্ৰিতি কৰি মানিব লাগে; কিয়নো কেৱল তেঁৱেহে মৰনৰ দুখত সান্তনা আৰু পৰিত্ৰানৰ আসা দিব পাৰে। ধ. ন. হ.

***Printed and published, Dec. 1853, by* N. BROWN, *at the Sibsagor Mission Press.***

# অৰুনোদই সম্বাদ পত্র।

পঞ্চম চোআ। মোং শিৱসাগৰ, চেপ্তেম্বৰ, ১৮৫০ খ্রিং অং সঁক। নম্বৰ ৯।

VOL. V. SIBSAGOR, ASAM, SEPTEMBER, 1850. NO. 9.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

এই চেপ্তেম্বৰ মাহত দিচৈ নৈৰ পানি অতি প্রবল হৈ আহি ভাঙ্গি, নকৈ পথ কৰি অনেক মানুহৰ ঘৰ বুৰালে। থকা ঘৰ ধানৰ ভৰাল ভাঙ্গি নিলে আৰু কাঠৰ বৰ দলঙ্গ ভাঙ্গি নি সৰু চৰাই থাতত মানুহৰ বাৰিত পেলালে, আৰু হাবিৰ অনেক বহুত কাঠো থৈচেনি। নৈত মানুহ এটাই গৰু পাৰ কৰোঁতে সিও গৰুৰ নেজত ধৰি পাৰ হঁওতে গৰুবিলাক আৰু মানুহটোও মৰিল। পানিএ বুৰাই থকাত ৪।৫ দিন ঘাঁহ খাবলৈ নে পাই আন গৰুও ভালেমান মৰিল। আৰু ধান গচৰ ওপৰত ঠায়ে ঠায়ে ৪ ৫ পুৰা মাটিত এহাত এমুঠন বালি পেলাই পুতিলে। আৰু তৰা জানৰ দাঁতিত একে ঠাইতে ২০ পুৰা মান মাটিৰ ধান বালিৰে পুতিলে এই পানিতে বজাৰ ঘৰবিলাক বুৰাই পেলালে, আৰু আলিৰ দাঁতিৰ পোহাৰিৰ ঘৰ দুআৰ দোকানিবিলাকৰ গোলা ঘৰ ভাঙ্গি উটাই নি, আৰু লোন আদি অনেক বস্তু নষ্ট কৰাত কোনো ঘৰৰ প্রায়ে ২।৩ স ৰুপৰ লোকচান কৰিলে। আলিৰ ওপৰত আগৰ প্রাচিন ডাঙ্গৰ গচ ডাকো থানি নিলে; এনে প্রচণ্ড পানি আৰু তাৰ বেগ বুৰা গোহাঁইৰ দিনৰ পৰা দেখা নাই; এই বাত্রা জোৰহাটৰ পৰা আমি সুনিচোঁ।

১৫ জুলাইত আলিপুৰ নগৰত পোহাৰিএ সৈতে কোনোবিলাক চিপাহিএ দন্দ কৰি সিইঁতক মাৰ কিল কৰিলে। পাচে গাঁৱলিয়াবিলাকে ওলাই চিপাহিৰে কিলা কিলি কৰিলে। এনে সময়ত এক হেৱালদাৰে চাৰি চিপাহিএ সৈতে ধনৰ চন্দুক আনি ওচৰ পালত চিপাহিবোৰে সিবিলাকক মাতি একে লগে গাঁৱলিয়াৰে জুঁজ কৰিলে। তেতিয়া গাঁৱলিয়াই ৰুপৰ চন্দুক লুট কৰিচে, এই বাত্রা কোনোবাই পলটনত কৈ দিলে। তাতে ৫০০ মান চিপাহিএ ধন ৰাখিবৰ নিমিত্তে অধিকাৰৰ হুকুম পাই, গাঁৱলৈ গৈ থঙ্গেৰে আটাই মানুহক কোবাই কিলাই, মতা মাইকি আটাইকে বলত্কাৰ কৰিব ধৰিলে। তিৰোতাবিলাকৰ কাপৰ ফালি চিৰি পেলালে, সিবিলাকৰ নত আদি অলঙ্কাৰ আজুৰি টানি নাক কান চিঙ্গি নিলত আটাইবোৰৰ গা তেজময় হল। সেই কন্দলৰ হাই তিনি ঘৰি মানলৈকে থাকিল, কোনো মানুহ বধ হল, এজনি গৰ্ভাৱতি তিৰোতাকো হিলৈৰ চাঙ্গিৰিৰে খুচি মাৰিলে। সেসত এলিয়ট মাজিস্ত্রেট চাহাবে সুনি আহি বৰ স্রমেৰে কন্দল ভাঙ্গিলে। পাচে চিপাহিৰ সোধ কৰি কোনোটক ফাটক, কোনোটক জৰিমনা কৰিলে, আৰু ২০ জন মানক কম্পানিৰ কামৰ পৰা গুচাইচে।

৭ আগষ্ট দিনত আৰিয়াদনি নামে এখান জাহাজ হুগলি নদিৰ মুখ পাই বালি চটত লাগি ভাগিলত জাহাজৰ ২৭ মানুহে ভুঁৰ বান্ধি সাগৰত দিন চাৰেক ইকাল সিকালকৈ অনা নিয়া হলত সেসত সুন্দৰবনৰ সুকান বালিত পেলোআ হল। তাতে ফুৰি ফুৰি গচৰ পাত গুটি খাই লঘোনত মৰা জেন

হল, আৰু বাঘে খেদাত প্ৰানৰ সঙ্কটত আ-
চিল। ক্ৰমে ক্ৰমে এজন দুজনে গাঁও পাই
ওলাল, আনবিলাকে নিবাসিৰ সৰু নাৱত
লগ পাই উঠি ৰখ্যা পৰিল। সকলবো গা
খিনাই অস্থি চৰ্ম আচিল, আৰু হাবিত ফুৰাত
বহু ঘা লাগিল। জাহাজ ভগাত এটাৰ
হাতত লো এডোখৰ লোমাল, সেই ঘা গে-
লি মানুহটো মৰিল; এজন ডেকাই লোন
পানি খোআত বলিয়া হৈ লৰ মাৰি গৈ
হাবি লোমাই, আৰু নে দেখা হল; দুজনে
জানত সাঁতৰি পাৰ হঁওতে ডুবি মৰিল।
মুঠে ১২। ১৩ মাখোন জিলে।

বম্বাই নগৰৰ সম্বাদ পত্ৰত লিখিচে, জি
অতি গধুৰ বৰ টোপ বিজইপুৰত আচে,
তাক ইঙ্গলণ্ড দেসলৈ পঠাবলৈ বম্বাইৰ অধি-
কাৰে আলচ কৰিচে। সেই বৰ টোপ
১২০০ মোন ভাৰি পঠাবৰ নিমিত্তে পঞ্চাস
হেজাৰ মান ৰুপ খৰচ লাগিব। সেই বৰ
টোপ ২৩০ বচৰ পূৰনি হল; তাৰ দিঘ ১৪
ফুট, অৰ্থাত ৯॥ হাত; পথালিৰ জোখ এক
মুৰে ৩॥ হাত, সি মুৰে ৩ হাত। তাৰ বিস্কা
জুৰিবলৈ লোহাৰ গুলি ৩৭॥ মোন গধুৰ
হব লাগে। সেই নগৰ কোনো সময়ই সত্ৰুএ
বেৰি ধৰাত তাক
এবেলি মাখোন
মাৰিলে; সেই
গুলি এতিয়ালৈ-
কো উৰি গৈচে
বুলি তাত থকা
চহৰিয়াই কই।

লাহোৰ ক্ৰনি-
কল সম্বাদ পত্ৰত
লিখিচে, দোস্ত
মহমদ খাঁ নামে
কাবুলৰ ৰজাই
বোখাৰাৰ সে-
নাবিলাকে সৈ-
তে জুধ কৰি জি-
নি, বলখ আৰু
খুলুম, এই দুই ঠাই পুনৰ বাৰ পোআ হল।

প্ৰথম মেই তাৰিখত গবৰ্নমেন্তৰ হিচৈৰ
খাৰ আদি ৰনৰ সামগ্ৰিৰে ভৰা ৩৫ খন
নাও গঙ্গাই উজাই জাঁওতে বানাৰচ নগৰৰ
ৰাজ ঘাট পাই, তাতে ৰাতি থাকিবৰ নি-
মিত্তে নাও লগালে। সকলো নাৱত ৩০০০
তামৰ পিপা খাৰেৰে ভৰা আচিল, মুঠে
৪০১০ মোন খাৰ। ১১ বজাত তাৰ এখন
নাৱত কেনেবাকৈ জুই লাগি, পাচে খাৰত
ধৰি গিৰিস কৰি সকলো খাৰৰ পিপা হুটুৰাই
ফুটি, ওচৰত থকা মাটি, ঘৰ, আটাইকে ভাঙ্গি
উৰুআই নিলে। শ্ৰীজুত পাদুৰি স্মল চা-
হাব আপোনাৰ মেমে সৈতে জুই দেখিবলৈ
উঠি চাঁওতে খাৰৰ চাটিএ গৈ ঘৰ ভাঙ্গি
মেম চাহাবকো মাৰিলে। ৪০,০০০ টকা
খৰচ হোআ এক নতুন আলহি ঘৰ নিচই
নষ্ট হল; দিলিৰ ৰজাৰ কোঁঅৰ এজনৰ
ঘৰ ১৫০ পৰিয়াল চাকৰে সৈতে বিনাস কৰি-
লে; ঘাটৰ পৰা ২৫০ টাৰৰ বাটলৈকে
সকলো ঘৰৰ আৰ্চি দুআৰ ভাঙ্গি গল।
জাঁজ খানি খানি ৫০০ মান মৰা স উলিয়া-
লে; আন্দাজে ১০০০ মান মৰিল।

৯ জুলাই তাৰিখত আন এজুম নাও খাৰ



Great Gun at Bijapur.

লৈ উজাই জাঁওতে চাপৰা গাঁৱৰ ওচৰ পাই ৰাতি এটা বালিত ৰল। ৰাতি তিনি পৰ মানত পানি সিঁচিবলৈ এটা মানুহ উঠি নাৱত জুই লগা দেখিলে; পাচে জুই বুলি এবাও কৰাত নাৱৰিয়া আটাইবিলাক ভয়েৰে পলাল। খাৰত জুয়ে নে পাই মানে ৰখিয়া হৈ জোআ চাহাবে ১ খান নাৱৰ লেজু কাটি সোঁতত উটাই দিলে, আন আটাইবোৰ নাও জুয়েৰে খাৰ ফুটি পুৰিলে। তাৰ শব্দ ২৪ মাইলৰ আঁতৰ দিনাজপুৰ নগৰলৈকে সুনা গল। মানুহে সুনি কোআ কুই কৰিচে, সেই নাৱৰ মানুহে কোনোবা শত্রুৰ ভেঁটি খাই আপুনি জুই লগাই দিলে।



The late Sir Robert Peel.

আমেৰিকা দেসৰ পৰা কলিকতালৈ প্রথমতে জি বৰফ, অর্থাত পানি সিল আনিলে, তাক সেৰে ২ অনা ২ অনাকৈ বেচিলে। এতিয়া অনেক জাহাজে বৰফ আনি, তাক সেৰে সেৰে ১ অনা, আৰু কেতিয়াবা ২ পইচালৈকে বেচে।

বাৰাকপুৰত ২৬ আগষ্ট তাৰিখে চেৰেকনি ব্রিষ্টি হোআত দুজন বঙ্গালি লোকে তেতেলি বৰ গচৰ তলত আশ্রুই ললত বৰগ পৰি দুয়ো মৰিল। তাৰে একজনৰ গাত সকলো আপদৰ পৰা ৰাখিবৰ নিমিত্তে ৰখ্যা মন্ত্ৰৰ বিৰি বন্ধা আচিল; গিয়ানি লোকে জানিচে, সেই বিৰিএ জিলিকা দেখি বজ্রপাতক আকর্সন কৰি আনিলে। বিদুলিএ সো আদি জিলিকা বস্তুলৈ খেদে। সেই দুটা মানুহৰ কাপৰ চিৰাচিৰ হৈ কাটি গল; মানুহৰ বুকৰ চাল কিছু পোৰা জেন দেখি, তাত বাজে আন একো চিন নাই।

২৯ জুন তাৰিখত চেৰ ৰবর্ত পিল চাহাবে ঘোঁৰাত উঠি জাঁওতে আপোনাৰ চিনাকি একজনি মেম চাহাবক দেখি চেলাম কৰিলত ঘোঁৰাই উচাৰ খাই জাপ মাৰি চাহাবক পেলালে। তাতে তেঁওৰ মুৰত বৰ দুখ পালে, আৰু বাৰিচনিৰ হনু আৰু দুটামান কামি হাৰো ভাগিল। অতি কষ্ট পাই তক্তৰক হাৰ বিচাৰিবলৈ গা চুব· নি দিএ, আৰু মাজে মাজে মন ভুম হৈ তিন দিনৰ মুৰত মৰিল। তেঁওৰ বয়স ৬২ বচৰ। আপোনাৰ দেসৰ লোকে তেঁওক প্রজাৰ বৰ উপকাৰি হোআ জানি, তেঁওৰ মৰনত অতি সোক পাই, তেঁওৰ মর্জতালৈ অনেক নগৰত সিলৰ খুঁটা সাজি তুলিবলৈ চান্দা কৰিচে। তেঁওৰ দোআৰাই খোআ বস্তুৰ দান কটা দস্তুৰ প্রায়ে গুচিল, তাতে কটি আদি সকলো খোআ বস্তু জগতকৈ বৰ সস্তা হল। তেঁওৰ নক্সা ওপৰে লিখা আচে।

আমেৰিকা দেশাধিকাৰ প্ৰেচিদন্ত টৈইলৰ চাহাব ৭ জুলাই দিনত জহনিএ ধৰি নৰিয়া পৰাত পাচ দিনা ৰাতি ম্ৰিত্যু হল। ৰাজ্য ভোগ কৰিলে, এবচৰ চাৰি মাহ। বয়স প্ৰায়ে ৬০ বচৰ। পাচ দিনা তেঁওৰ সলনি শ্ৰীজুত মিলৰ্দ ফিল্‌মোৰ চাহাবক অধিকাৰ থুআই ক্ৰৌঞ্চাসন গাদিত বহুআলে।

২৭ জুন তাৰিখত শ্ৰীমতি মহা ৰানি দদায়েকৰ ঘৰৰ পৰা আপোনাৰ পুতেক জিএকে সৈতে আহোঁতে তেঁওক দৰ্সন পাবলৈ অনেক লোক গোট খাই থকাত সিইঁতৰ মাজত ওখ এটা ভাল কাপৰ পিন্ধা মানুহে বাট চাই আছিল; মহা ৰানিএ ওচৰ পালত সি অকস্মিতে আপোনাৰ লাখুটি দাঙ্গি মহা ৰানিৰ মূৰত কোব মাৰিলে, টুপি ভাগি গৈ কঁপালত কিছু ঘা লাগিল। ওচৰত থকা মানুহৰ খঙ্গ উঠি তাক ধৰি আজুৰি চিঙ্গিৰ খুজিছিল; পাচে পুলিচ আহি মানুহৰ হাতৰ্তে এৰুআই কইদত থলে। মহা ৰানিএ একো ভই ন কৰাকৈ আপোনাৰ টুপি আঁওতাই পিন্ধি বাটত গৈ থাকিল। সেই মানুহক বিচাৰ পতিৰ আগলৈ নি সোধ কৰাত কিছু চণ্ডজেন দেখিলে; সেই নিমিত্তে আন দণ্ড ন কৰি সাত বচৰলৈ দেসান্তৰ কৰিবলৈ হুকুম দিলে।

আদল্‌ফচ ফ্ৰেডৰিক নামে ব্ৰিতিয় জৰ্জ মহা ৰজাৰ সপ্তম পুত্ৰ ডিউক অফ কেম্‌ব্ৰিজ ৭৬ বচৰ বয়স হৈ ৮ জুলাই তাৰিখত ম্ৰিত্যু হল। তেঁওৰ এজন পুতেক, দুই জিএক থাকিল।

ফেবৰুআৰি মাহত বিচুবিয়চ পৰ্বতৰ পৰা জুই, ধুঁআ, আৰু তপত বস্তু ওলাই থকাত এমথা মানুহে চাবৰ নিমিত্তে পৰ্বতলৈ উঠি গল। পাচে ফুৰি জাঁওতে পৰ্বতৰ মাজৰ গুহাৰ পৰা এটা সিল উৰি বেয়াৰ্দ নামে সিবিলাকৰ এজন আমেৰিকানৰ মূৰত পৰি ভাঙ্গিলত ২২ ফেবৰুআৰি তাৰিখত মৰিল।

আমেৰিকা দেসৰ পিতচবৰ্গ নগৰত এমথা চোআলিএ হাতত জৰি লৈ জাপ মাৰি, জেয়ে সৰহ বাৰ পাৰ হব পাৰে, সেয়ে জিকিব বুলি কোআত সেই চোআলিবোৰে জাপ মাৰি জৰি পাৰ হৈ থকাত, তাৰে এজনিএ ৩৫০ বাৰ জাপ মাৰি জুটি নো খোআকৈ জৰি সৰকাইচিল; কিন্তু সেই স্ৰমতে তাই তিনি দিনৰ মূৰত মৰিল।

চুইচ দেসৰ পিয়ল কৰাত মুঠে ২৩,৬৫-২৮৬ মানুহ পালে। ॥

~~~~~~~~~~~~

## কৌৰ্ত অফ ডিৰেক্তৰ্চ।

**The East India Court of Directors.**

এই হিন্দুস্থান দেস মহা ৰানিএ আপুনি ন চলাই; কিন্তু কম্পানিৰ লোকে জি ২৪ জন বিসয়া পাতে, সিবিলাকৰ দোআৰাই এই দেস চলাই। সেই ২৪ জন কৌৰ্ত অফ ডিৰেক্তৰ্চ বোলে; বচৰে বচৰে ৬ জন সলাই, এই ৰূপে প্ৰতি জন ৪ বচৰহে থাকে। এতিয়া হোআ সেই ২৪ জন ডিৰেক্তৰ অৰ্থাত গৰাকিৰ নাম, আৰু গাই পতি ভোগ কৰিবলৈ কিমান বচৰ থাকে, তাক তলত লিখা আছে।

| | |
|---|---|
| জন মাষ্টৰ্মন, এস্কোআইৰ . . . . . . . | ১ |
| ৰচেল এলিচ, এস্কোআইৰ . . . . . . | ১ |
| চেৰ ৰিচাৰ্দ জেঙ্কিঞ্চ . . . . . . . . | ১ |
| উলিয়ম বটৰৱৰ্থ বেইলি, এস্কোআইৰ . . | ১ |
| ৰচ ডনেলি মেংগলচ, এস্কোআইৰ . . | ১ |
| মেজৰ জেই এই মোৰৰ . . . . . . | ১ |
| জন স্যেপৰ্দ, এস্কোআইৰ, ডেৰমন . . . | ২ |
| হেনৰি এলেক্‌চান্দৰ, এস্কোআইৰ . . . | ২ |
| ফ্ৰাঞ্চিচ ওআৰ্দেন, এস্কোআইৰ . . . . . | ২ |
| মেজৰ জেম্‌চ অলিফন্ত . . . . . . . | ২ |
| অনৰবল উলিয়ম হেনৰি লেচ্‌লি মেল্‌বিল . | ২ |
| জেনৰল জেম্‌চ কল্‌ফিলদ . . . . . . | ২ |
| চেৰ জেম্‌চ উইৰ হগ, ডেপুটি চেৰমন . | ৩ |
| চেৰ ৰবৰ্ত কেমেল . . . . . . . . . | ৩ |
| চেৰ হেনৰি উইলক . . . . . . . . | ৩ |
| কৰ্নল উলিয়ম হেনৰি চাইক্‌চ . . . . . | ৩ |
| জন ব্লাৰ্মন্ত হোআইত্‌মন, এস্কোআইৰ . . | ৩ |
| উলিয়ম জোচেফ ইষ্টৱিক, এস্কোআইৰ . . | ৩ |
| উলিয়ম উইগ্ৰাম, এস্কোআইৰ . . . . . | ৪ |
| জন পেটি মচ্‌প্ৰাত, এস্কোআইৰ . . . . . | ৪ |
| চেৰ জেমচ ল লচিংতন . . . . . . | ৪ |
| জৰ্জ লায়ল, এস্কোআইৰ . . . . . . . | ৪ |
| মাৰ্তিন টকৰ স্মিথ, এস্কোআইৰ . . . . . | ৪ |
| এলিয়ট মেক্‌নাটেন, এস্কোআইৰ . . | ৪ |
~~~~~~~~~~~~

## ধৰমৰ কথা বাত্ৰা ।

**Religious Intelligence.**

গত আগষ্ট মাহে শ্ৰীজুত লৰ্ড বিস্যপ পাদুৰি চাহাবে কলিকতাৰ পৰা দামোদা ভাপ জাহাজত আহি ২০ তাৰিখত গুআহাটি পালেহি । তাতে ৰাজ ধৰমৰ নতুন গিৰ্জা ঘৰ উচৰগ কৰি উলাই আহি দিবুৰুগৰ আৰু সিবুসাগৰ জিলা, তেজপুৰতো ইশ্বৰৰ কথা কিৰ্ত্তন কৰি কৰি গল । সেই লৰ্ড বিস্যপ চাহাব অতি ব্ৰিধ লোক, তথাপি কিৰ্ত্তনত সক্তিমন্ত আৰু উচাহি । তেঁওৰ সহাই হোআ আৰ্চডিকন প্ৰাট নামে আন এজন পাদুৰি চাহাবো ভাৰ্জাই সৈতে লগত আহিচিল ।

মান দেসত ৩৭ বচৰ থকা ডক্তৰ জদ্‌চেন পাদুৰি চাহাব অতি নৰিয়া হৈ ৰক্ত হবৰ আসাৰে মৰিচ মাজুলিলৈ এখান ক্ৰাঞ্চি জাহাজত ৩ এপ্ৰিলত উঠি গল । তেঁওক আল ধৰাৰ কাৰনে আন এজন চাহাব সহাই হৈ লগত গল; পাচে বেদনা টান কৰাত ১২ তাৰিখে সাগৰৰ ওপৰত ম্ৰিত্যু হল। তেঁওৰ বয়স ৬৩ বচৰ হৈচিল। মান দেসলৈ জোআ মিস্যনেৰি লোকৰ মাজত তেঁও বুৰা আৰু প্ৰধান; ধৰম পুথি অৰ্থাত নতুন আৰু পুৰনি নিয়ম, তেঁও সাৱলেসে মান ভাসাৱে অৰ্থ ভাঙ্গি লিখি চাপি দেস খনত বিলাই দিচে । আৰু তেঁওৰ কিৰ্ত্তনৰ দোআৰাই অনেক মানুহে বিশ্বাস কৰি খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰহন কৰা হৈচে। তেঁও মান লোকৰ আগত কিৰ্ত্তন কৰাৰ নকচা তলত লিখা হৈচে ।

দিলি নগৰত থকা পাদুৰি তম্‌চন চাহাব ২৭ জুন তাৰিখত ম্ৰিত্যু হল । তেঁও তেকা কালত গবৰ্নমন্তৰ কাৰ্জত কলিকতাত কাকতি কৰম কৰিচিল । তেতিয়া পাদুৰি ওআৰ্দ নামে শ্ৰীৰামপুৰত থকা এজন মিস্যনেৰিএ তেঁওৰ ভকতিয়া মন দেখি আলচ দিলত তেঁও সুভ বাত্ৰা কিৰ্ত্তন কৰা কৰম ধৰি মৰনলৈকে ৩৮ বচৰ সেই কৰমত উচাহি হৈ আচিল । হিন্দুস্থানি ভাসাৱে তেঁও নতুন নিয়ম ভাঙ্গি লিখিলে, তাত বাজে আন আন অনেক কিতাপো লিখিলে । ২০ জুনত জৰে ধৰি তেঁও ক্ৰমে অসক্তিমন্ত হৈ গল; পাচে ২৩ জুন দেও বাৰত প্ৰভুৰ ভোজ খোআৰ সমই নৌ হওতেই, কি জানি মই আগৰ দেও বাৰলৈকে জিয়াই নে থাকিম, এই বুলি মণ্ডলি লোকক মাতি প্ৰভুৰ ভোজ খুআলে; আৰু হিন্দুস্থানি ভাসাৱে কথা কিৰ্ত্তন কৰিলে। পাচে বুধ বাৰৰ ৰাতি মন ভ্ৰুম হৈ গলত অনেক সাস্ত্ৰৰ কথা কলে, আৰু "দহ অৱতাৰৰ মোৰ জি কিতাপ, তাক নকৈ সুধ কৰি কলিকতালৈ চাপিবৰ কাৰনে পঠাম, এই ৰূপ কথা বুলি হুলি আচিল। পাচ দিনা কিচু সক্তি পাই আপোনাৰ পৰিয়ালে সৈতে প্ৰাৰ্থনা কৰিলে, গিতো গালে; গধুলি বেলা প্ৰান এৰি প্ৰভুৰ আস্ৰয়ত মহা সয়ন কৰিলে ।



Picture of a Missionary preaching to the Burmans.

আমেৰিকা দেসৰ পৰা শ্ৰীযুত ব্ৰনচন পাদুৰি চাহাব আৰু মেম, কটৰ মেম চাহাব, ওআৰ্দ আৰু হুআইটিং চাহাব, ভাৰ্জাবিলাকে লৈতে অচম দেসলৈ আহিবৰ নিমিত্তে জুলাই মাহৰ ২২ দিনত জাহাজত উঠিবলৈ কথা ঠাৱৰ কৰিচে। ॥

---

## পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰণ।

**Obituary Notice of Rev. Cyrus Barker.—Continued.**

১৮৪৬ চঁকৰ বচৰত শ্ৰীমতি ব্ৰুওন মেম চাহাবে আপোনাৰ দুই লৰাক আমেৰিকা দেসলৈ নিবলৈ উপাই কৰিলে। আমেৰিকা দেসৰ নিচিনা ভাল ইস্কুল ইয়াত নাই, আৰু উমলিবলৈ ইঙ্গৰাজি বাবা লোকো নাই দেখি, পাদুৰি বাৰ্কৰ চাহাবে আপোনাৰ প্ৰথম জিএক শ্ৰীযুতা মাৰ্গেৰেত বাবাক পঢ়াবৰ নিমিত্তে সেই ব্ৰুওন মেম চাহাবৰ লগত আপোন দেস আমেৰিকালৈ পঠাবলৈ ঠাৱৰ কৰিলে। তাতে চেনেহৰ বৰ জিএক কি জানি পুনৰ দেখিবলৈ নে পাম, ইয়াকে বুলি পঠাবৰ সময়ত মাক বাপেক দুয়ো বিয়াকুল হৈ কান্দিব ধৰিলে। আৰু মাৰ্গেৰেত বাবাও এইমান দুৰ বাটলৈ মই আই বোপাইক আৰু ভাই ভনিক এৰি জাম বুলি, বিয়াকুল মনেৰে ভালেমান কান্দিলে। পাচে মেম চাহাব জাহাজেৰে গৈ গৈ ইশ্বৰৰ অনুগ্ৰহতে আমেৰিকা পালেগৈ। তেতিয়া মাৰ্গেৰেত বাবাক মেম চাহাবে ককাকৰ ঘৰত থলেনি; কিন্তু ককাক দুই বচৰৰ আগেয়ে ম্ৰিত্যু হল। বুৰি মাকে নাতিনিএকক দেখি পুত্ৰেকলৈ মনত পৰি সোকাবিষ্ট হৈ কান্দিব ধৰিলে। দদায়েক পেহিএকে মাৰ্গেৰেত বাবাৰ মুখ ককায়েকৰ মুখৰ দৰে দেখি চিনি পাই, বৰ ৰঙ্গ মনেৰে সুধিবলৈ ধৰিলে, তুমি আহিলা, বাপেৰে আমাক দেখিবলৈ কাহানিকৈ আহিব? কিন্তু বুৰি মাকে সোক পাই সুধিব নোআৰিচিল; মই আৰুও প্ৰিয় পুত্ৰক দেখিবলৈ এসা ন কৰোঁ, ইয়াকে মনতে ভাবিচিল। তেতিয়া মেম চাহাবে কলে, সেও পুত্ৰকৰ মাজত তোমাৰ পুত্ৰই স্বৰূপ ধৰম সিকাই আচে; মই জানিচোঁ, তোমোলাক আৰু তোমাৰ পুত্ৰৰ দোআৰাই সেও পুত্ৰকৰ মাজৰ জি ধৰমিইত, দুয়োবিলাক মৰাৰ পাচে স্বৰগত একে লগ হৈ ওৰেও সদাই স্তুতি কৰিব; ইয়াকে বুলিলত বুৰি মাকে সান্ত্বনা হৈ কন্দা এৰিলে।

আমাৰ প্ৰিয় বাৰ্কৰ চাহাবে সিৱসাগৰ এৰি গুআহাটিলৈ জাবৰ পৰা বাৰে বাৰে নৰিয়া পৰি আচিল, আৰু সদাই ৰোগ গৰ্ভত থাকে। কেতিয়াবা কেতিয়াবা টান কৰে, আৰু ডক্তৰ চাহাব লোকৰ অনেক অনেক দৰৱ খোআতো গা ভাল নহই, এই নিমিত্তে মিস্যনেৰি ভাইবিলাকে তেঁওৰ আন একো উপাই নাই দেখি তেঁওক আপোনাৰ দেসলৈ জাবলৈ পাঁচিলে। কিন্তু ইয়াত থাকি সুভ বাত্ৰা কিৰ্ত্তন কৰিবলৈ বৰ মন হোআত সিবিলাকৰ কথা নু সুনে। পাচে ১৮৪৮ চঁকৰ বচৰত গা অতি দুৰ্বল হৈ জোআ দেখি, আৰু কিৰ্ত্তন কৰিবলৈ বল নাই কিয়া হলত তেঁও সাগৰৰ হেৱা খাবলৈ মন্‌মাই নগৰলৈ গল; পৰে চ মাহৰ মুৰত উভতি আহিল, কিন্তু একেৰিও গা ভাল ন হল। পাচে ইশ্বৰৰ ইচা জানিবলৈ অনেক প্ৰাৰ্থনা কৰি আমেৰিকা দেসলৈ জাবলৈ স্থিৰ হোআত, ভিৰোভাই লৈতে বৰ অসন্তোস মনেৰে জাত্ৰা কৰিবৰ নিমিত্তে উপাই কৰিলে। ১৮৪৯ চঁকৰ বচৰত অক্তোবৰ মাহৰ ২৯ দিন হলত চাহাব আৰু মেম চাহাব চাৰি জন লৰাই লৈতে গুআহাটিৰ পৰা জমুনা নামে ভাপ জাহাজত উঠি জাবলৈ ধৰাত, তেতিয়া মিত্ৰৰ আৰু মণ্ডলি ইস্কুলৰ সকলোবিলাকে আহি বৰ খেদেৰে, আমাৰ মৰমিয়াল চাহাব আৰু মেম চাহাব আমাক এৰি কলৈ জোআ, এই বুলি অনেক দিন কান্দি আচিল।

গুআহাটিৰ পৰা গৈ কলিকতা পালত আৰুও সেই বেদনা টান কৰিলে। তাতে সকলোএ কৈচিল, কি জানি দেস পাবলৈ জিয়াই নে থাকিব। আমেৰিকা দেসৰ বৰ্ণি

নামে আন এজন মিস্যনেৰি চাহাব আৰু মেম চাহাব সৰিল বহু হবৰ নিমিত্তে দেশলৈ জাবৰ মনেৰে অহাতে বার্কৰ চাহাবে কলিকতাতে লগ পালে। এই দুজন চাহাব আৰু আন অনেক চাহাব, মেম আৰু বাবাবিলাকো ডিচেম্বৰ মাহত কেম্বৰ্জাওন নামে জাহাজত উঠি গল। তাৰে পৰা ৬ মাহলৈকে কেম্বৰ্জাওন জাহাজ আৰু চাহাব লোকৰো একো বাত্ৰা নে পালোঁ। পাচে এপ্ৰিল মাহৰ ১৫ দিনত লণ্ডন নগৰ পাই মেম চাহাবে আমালৈ চিঠি লেখি পঠালে। সেই চিঠি পাই আমিও বৰ অসন্তোষ মনেৰে সুনিলোঁ, তেঁওৰ প্ৰিয় স্বামি বার্কৰ চাহাব জানুআৰি মাহৰ ৩১ দিন জোআত আফ্ৰিকাৰ দাঁতিতে জাহাজে জাঁওতে বৰ ধুমুহা বতাহ হোৱা কালত মচাম্বিক নামে সাগৰৰ এক অঞ্চল পালত মৃত্যু হল। পাচে তেঁওৰ মৰা স পেৰাত সুমাই পানিত নমাই ডুবাই দিলে।

আৰু মেম চাহাবে চিঠিত জি জি লিখিচিল, তাৰু ক্ৰমে লিখা হব। আমি কলিকতা এৰি গৈ সাগৰ পালত মোৰ প্ৰিয় চাহাবৰ গা ক্ৰমে ক্ৰমে বাৰু কৰিচে, অলপতে আগৰ দৰে ভাল হব, ইয়াকে ভাবিচিলোঁ। কিন্তু জানুআৰি মাহৰ ১৭ দিনত সেই বেদনা আৰুও টান কৰিলে, আৰু ভৰি ৰবকৈ উখহিল, গাতো উঠি বহিবৰ সক্তি নাই কিয়া হল। পাচে তকৰ চাহাবৰ দৰৱ খালত ইশ্বৰৰ অনুগ্ৰহত আৰুও গা বাৰু কৰি জাহাজৰ ভিতৰ খোঁটালিৰ পৰা ওলাই চাপৰৰ ওপৰত হেৱা খাবলৈ গৈ ফুৰিব পৰা হৈচিল। পাচে ২২ দিনত পূনৰ্বাৰ টান কৰি লাহে লাহে বল গুচি মৰনৰ দিনলৈকে আৰুও উঠি ফুৰিব নোৱৰা হল। ২২ জানুআৰিৰ পৰা ৯ দিনৰ ভিতৰত কেতিয়াবা কেতিয়াবা উখাহ নিকথ হৈ হাগ টানি টানি আচিল। ২৪ দিনৰ আবেলি বেলা পবিত্ৰ আত্মালৈ জি গিতৰ প্ৰথম চৰন,

প্ৰভুৰ ওচৰে মোৰ গমন
জেন হব মন সিতল;

তেঁওৰ সেই ইষ্ট গিত গান কৰিলে।

## পুৰনি অসম বুৰঞ্জি।

Ancient Assamese History.—No. 2.

খুনলুঙ খুনলাই আহিলত পাচে খুনলুঙে খুনলায়ে মুংৰি মুংৰামৰ পৰা লাইভই ৰাজ্যলৈ আহিল। তাতে মানুহ তমু ভগা ৰাজ দেখি, সেই ঠাইতে নগৰ কৰি ঘৰ সাজিলে। আতি পূৰ্বে লাইভই ৰাজ্যত খুনকুম ৰজা আচিলে, এঁওৰে পুতেক খাইখাঙ ১, ত্যাওচামুন ১, এই দুই ৰজা হৈ ৰাজ্য ৰখ্যা কৰিব নোআৰিলত, পাচে সকলো ৰাজ্য ভাগি শ্ৰী লোহিতৰ পাৰ হৈ প্ৰুক্ৰাংপৌ ৰাজ্যত সোমালহি। পাচে প্ৰুক্ৰাংপৌ সোমাই দুই ৰাজ্যৰ মানুহ এঠাই হৈ কটা কটি কৰিলে। তাত পাচে মেঙাম নামে বঙ্গাল নগাৰ বন্দি এটাই ৰজা হল, তাৰ দিনত সকলো ৰাজ্যে অনিয়াই অধৰমে প্ৰবৰ্ত্তিলে। পাচে ভাঙৰিয়া সকলে ৰজাক সহিব নোআৰি, খুনলুঙ খুনলাইৰ গোষ্ঠিক বিচাৰ কৰি, খুনলাইৰ পুত্ৰ ত্যাওতাইকাক আনি ৰানিৰান্য ৰাজ্যত ৰজা পাতি থলে। পাচে খুনলুঙ খুনলায়ে আওৰৰ নিমিত্তে দন্দ কৰি, খুনলুঙ উলটি ঘৰলৈ জাঁওতে পুতেক তাওলুলুক মুংৰি মুংৰামত ৰজা পাতি গল।

খুনলায়ে লাইভই ৰাজ্যত ৰাজ ভোগ কৰি মৰিল, এঁওৰে পুত্ৰ ত্যাওতাংবুঙ ৰজা হৈ কতো দিন ৰাজ ভোগ কৰি মৰিল। এঁওৰে পুত্ৰ তাওখুংলুঙে বাপেক মৰিলত লাইভইৰ পৰা মুংৰি মুংৰামত গৈ তাওলুলুৰ লগত থাকিল। পাচে লাইভই ৰাজ্যত তাওতাংলৌৰ ভায়েক তাওতাইকা ৰজা হল। পাচে তাওতাইকা মৰিল, এঁওৰে পুত্ৰ ফানলুংমুং মৰিল, লুকিলিত তাওচানত ৰজা হৈ এঁও ৰাজ ভোগ কৰি মৰিল।

পাচে খুনলুঙৰ সন্ততি তাওলুলুএ ৰজা হৈ মৰিল, এঁওৰে পুত্ৰ তাওদা কোঁআৰ ৰজা হৈ মুংখৰ মুংখন, এই দুই ৰাজ্য ভোগ কৰিলে। পাচে খুনলুঙৰ নাতি খুনলুতোৱে মুংৰি মুংৰামৰ পৰা নামি আহি মুংখা মুংজা পালেহি; তাৰো পৰা মুংমাও

পালেহি; তাৰ পৰা ত্ৰিলোহিত পাৰ হৈ আহি জিউতৰাকে মান্তৰাকে দেখিলেহি । পাচে খুনকুম ৰজাই খাওখুন ৰজালৈ বুলি আহিলে, মোৰ মুংমাও ৰাজ্য এৰি দি তেঁও মুংলুঙ্গ নামে তাঙ্গৰ ৰাজ্যত থাকোক গৈ; জদি মুংমাও ৰাজ্য এৰি নি দিএ, মই ৰৰগলৈ সৰ্গদেৱলৈ জনাই পঠাম, তাকো ৰাজ্যকো ভগন কৰিব । পাচে খাওখুনৰায়ে এই কথা সুনি মুংলুঙ্গ কেওকাঙ্গ ৰাজ্যত ৰলগৈ । পাচে খাওখুন কোঁঅৰৰ পুতেক তাওতাইপুঙ্গক মালুঙ্গত ৰহালে । তাইপুঙ্গৰ পুত্ৰ লাইতাইপুঙ্গ ১, নৰাত লাঙ্গি পামেউপুঙ্গ ৰজা ১, লাচাম ফুত্যাংখ্ৰাঙ্গ ৰজা ১, এই তিনি বাপেকৰ পুতেক । পাচে তাইপুঙ্গে তিনিও পুতেকক ৰাজ্য বাঁটি দিলে; তাইলুঙ্গক মুংজিনত ৰহালে, পামেউপুঙ্গক মুংমাওত ৰহালে, ফুত্যাংখ্ৰাঙ্গক মুংমিত ৰহালে, কুপ্‌কিঙ্গক তাতে এই দুই ৰাজ্য দিলে। তাইপুঙ্গৰ বাপেক ত্যাওখুনকুমে মুংখন ৰাজ্যত ৰহিল । পাচে খাওখুনৰায়ে গৈ দেখিলে, ৰজাৰ পো ভাই অনেক ৰাজ্য জুৰি ললে । মুংলুঙ্গ কাওকাঙ্গত থাকিব নোআৰি মুংজা কালিত ৰলগৈ । পাচে সদৌৱে বাপেক মৰোঁতে আপোনাৰ ভাই পোক সিকালে, বোলে, তইঁতে দন্দ ন কৰিবি, একে লগে চুলা বান্ধিবি, গৰু মহ মাৰি একে প্ৰিতিএ থাকিবি, এই ৰূপে বোধ দি খুনকুম ৰজা মৰিল ।

আত পাচে ত্যাওতাংগুনৰ পুত্ৰ ত্যাওলুঙ্গে লাঙ্গি বাইমিত (৪) সঁকত মুংৰি মুংৰামৰ পৰা মুংখা মুংজা ৰাজ্যলৈ আহিল, তাৰ পৰা মাউলুঙ্গ পালেহি । পাচে পামেউপুঙ্গ পুতাএকে ত্যাওতাংলৌৰ আগত বুলিলে, বোলে, তই নামকিউৰ পাৰ ন হবি, আমাকে তইঁতকে ৰৰগৰ পৰা একে লগে নমাই পঠালে, তই মই একে লগে জনমো ধৰিচোঁ, একে লগে চুলা বান্ধিচোঁ, গৰু মহ মাৰি একে লগে খাইচোঁ, অদ্যাপিও এৰা এৰি নৌ হৈও, এতেকে খানাংজিনতে তই থাক, এই বুলি বাঁধিলে । পাচে তাইমুঙ্গৰ পুতেক পামেউপুঙ্গ, জিএক ৰঙ্গ খামচেন । পাচে ত্যাওতাইমুঙ্গৰ জিএক লাঙ্গমুঙ্গ ৰঙ্গ খামচেনক ত্যাওত্যাংত্যোওলৈ দিলে । এঁওৰে পুতেক চুকখুাংফা, এঁওকে এনায়েকে তুলিলে; এঁৰেই এনায়েক পুখাৰুকৰ ঘৰত উনৈচ বচৰ আচিলে । ত্যাওতাইপুঙ্গৰ পুতেক পামেউপুঙ্গৰ পুত্ৰ ন হল । আৰু পামেউপুঙ্গৰ কুঁঅৰি খাওখেনমুঙ্গৰ জিএক লাংনামত্যাপ, এঁওতেই বাইচিঙ্গা (২৪) সঁকত সৰ্গদেৱৰ নাতি ৰঙ্গ খামতেঙ্গে আহি গৰ্ভদান কৰিলেহি । পাচে পামেউপুঙ্গে গৰ্ভ হেন জানি বাপেকৰ ঘৰলৈ খেদি পঠালে । লাঙ্গি মুংমুত (২৫) সঁকত পুখাৰুকৰ ঘৰতে চুকাফা জনমিল । চুকাফা ৰজা দেৱৰ জনমাৰ সঁক ১১১৪, (১১৩৪) । পাচে ত্যাওখুংলুং মৰিল, পামেউপুঙ্গে বলিয়া হৈ আপোনা আপুনি ভিঙ্গি কাটি মৰিল । লাঙ্গি কাত্ৰাও (২৭) সঁকত চুখ্ৰান্‌ফা ৰজা হল, হিন্দু মতে সঁক ১১৩৩, (১১৩৬) ।

পাচে সেই বচৰতে চুকাফা ৰজা দেৱে আলচ কৰি বুলিলে, বোলে চুখ্ৰান্‌ফা ককাই ৰজাই এই ৰাজ্যত ৰজা হৈ থাকক; মই ভাটি ৰাজ্যলৈ জাঁও; এই বুলি চুকাফা ৰজা দেৱে ৰৰা বুৰুকে সৈতে আলচ কৰি পুখাৰকৰ ঠাইৰ পৰা বাপেকৰ ৰাজ্য মুংজা মুংজিলৈ আহিল, চোম চেঙ্গকো জানিলে । তাতৰ টৈকেলি, তামৰ তিনটাৰ ভাত একেটাতে সিজে, এনে টৈকেলি তিনি হেজাৰ, প্ৰজা ন হেজাৰ, দঁতাল হস্তি খামংকমুং ১, মাখুন্দি হস্তি জেজিকিপ্‌কত ১, হাতি মাউত ফংপিম ১, বান্ধ চকু বন্ধা ঘোঁৰা তিনি হেজাৰ, এই সকল লগত অহা ।

**THE ORUNODOI,**

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ ।

পঞ্চম চোঙা । মোং সিৱসাগৰ, অক্টোবৰ, ১৮৫০ খ্রিং অং

VOL. V. SIBSAGOR, ASAM, OCTOBER, 1850. NO. 10.



## অনেক দেসৰ সম্বাদ ।

General Intelligence.

পঞ্জাব দেসত ঘনে ঘনে দ্রোহ আচৰা দেখি, গবর্নমেন্তে সেই দেসৰ সকলো অস্ত্র সস্ত্র সোধাই দিবলৈ আগ্যা কৰিলে । সেই হুকুমেৰে চপাই লৈ, বৰ টোপ ৫৫ ; হিলৈ ৩৭,৩৫০ ; তৰোৱাল ৪৭,৪০০ ; আন আন অস্ত্রেৰে সৈতে মুঠে ১,৪০,৭২৪ বনুআই অস্ত্র পালে ।

২৯ জুন তাৰিখত বান্দা নগৰত লেপ্তেনন্ত লিচ্‌ফর্দ আৰু হকৃচাম, এই দুজন ডেকা চাহাবৰ দন্দ লাগি লিচ্‌ফর্দ চাহাবে হিলৈৰ দোআৰাই অস্ত্র জুধ কৰিবলৈ খোজাত আন দুজন চাহাবক সহাইকৈ ললে । সিবিলাকৰ সেনাপতিএ এই কথা সুনি নিবাৰন কৰিলে, তথাপি পলাই গৈ দুয়ো গুলিয়া গুলি কৰিলে, হকৃচাম চাহাবৰ গাত গুলি লাগিল । পাচে ঘন্ত হলত সেনাপতিএ চাৰিও জনক ধৰি বনুআ লোকৰ সোধ কৰালত সকলো দুসি পৰিল । পাচে প্রধান সেনাপতি স্ত্রীজুত চেৰ চার্লচ নেপিৰ চাহাবে বিবেচনা কৰি হকৃচাম চাহাবক খেমা দিলে, সেই তিনিও জনৰ বাৰ গুচাই ৰাজ ফৌজৰ পৰা খেদাই দিলে ।

৭ জুলাই তাৰিখে চিমলা নগৰৰ ওচৰত থকা পল্‌টনৰ দুজন চহিচৰ তিৰোতাৰ কাৰনে দন্দ লাগি গোচৰ কৰিলত জিটো ঘাটিল, সি কলে, তিৰোতাই সৈতে সেই মানুহক মই ভোখৰ ভোখৰকৈ কাটিম । পাচে ৰাতিৰ দুপৰ গলত সেই ঘৰৰ চুবুৰিয়াই এৰাও সুনি তাতে সোমাই চোআতে, সি জেনে কৈচিল, তেনে ঘটিল, দৈএক থৈনিএক দুইকো কাটি মাৰি খোআ দেখিলে । বধ্ কৰাটো পলাল ।

কঁহিনুৰ নামে অর্থাত প্রকাসৰ পর্বত খিয়াত হোআ ৰঞ্জিত চিঙ্গৰ জি বহু মুলাৰ ডাঙ্গৰ হিৰা, তাক ইঙ্গলণ্ডলৈ নি কম্পানিএ মহাৰানিক ভেঁটিলে ।

৫ অক্টোবৰ তাৰিখে কলিকতা নগৰৰ সোভা বজাৰত এজনি তিৰোতাৰ দুই লৰা এক চোআলি উপজিল, তিনিওটা ভালে জিয়াই আছে ।

জুন মাহত হিন্দু সাগৰত বৰ বৰ তুফান ধুমুহা হোআত অনেক জাহাজ ভাগিল । কেপ গুড হোপৰ ওচৰত ইঙ্গৰাজি, ফ্রান্চি, আৰু আমেৰিকাৰ জাহাজ ভোখৰ ভোখৰ হৈ বোজাই বস্তুৰে সৈতে সাগৰে বামত তুলি পেলালে । কিমান মানুহ মৰিল, তাৰ লেখ পোআ নাই ।

জুলাইৰ সেসৰ দিন চাৰেকত খেহ দেসৰ ওচৰ সাগৰত অনেক ধুমুহা তুফান হোআত ভালেমান জাহাজ ভাগিল ।

কোআংচি নামে খেহ দেসৰ এভাগত ২,০০০ মান মানুহে ৰাজ দ্রোহ পাতি কান্তন নদিৰ কাষৰত এক নগৰ জুধ কৰি ললে ; আৰু কান্তন নগৰৰ ওচৰ পালেহি ।

চিবিত্য নামে এখান পাল জাহাজ লণ্ডন নগৰৰ পৰা গৈ ৯৮ দিনত খেহৰ স্যাংহাই নগৰ পালেগৈ । আগেয়ে এইমান বেগে কোনো জাহাজ সেই বাট ন গল ।

বয়স ৩০ বচৰ মান হৈছে, কোনো কোনো মহন্ত কৰম কৰা জেন দেখাই। বাদস্যাই এই কথা সুনি পৰিয়ালে সৈতে তাক আৰু সিস্যকো ধৰি, তাৰ পৰিয়াল ৪ জন, আৰু ভকত ৩০ জনৰ মুৰ কটাই বধ কৰিলে। সেই মহন্তকো কাটিবলৈ আগ্যা কৰিলে, কিন্তু তাৰ গিয়াতিবিলাকে তাক বলিয়া বুলি বাদস্যাত নিবেদন কৰি জনালত তাক মুকলি কৰি দিলে।

মৌৰিচ মাজুলিৰ এক সম্বাদ পত্ৰত লিখিচে, মাদাগাস্কৰ উপদিপৰ এটা সুকান জানত ক্ষেতবিলাক অতি ভয়ানক চৰাইৰ কনি পোআ গৈচে। অনেক কালৰে পৰা তাতে থকাত সিলৰ দৰে টান হৈ গল, আগৰ জুগৰ কনি বুলি বুজিচে, এতিয়া প্ৰিথিৱিত থকা এইমান ডাঙ্গৰ চৰাই নাই। সেই কনিৰ বেৰ ২ ফুট, অৰ্থাত প্ৰায়ে তিনি বেগত, উট চৰাইৰ কনিতকৈ ৬ গুন ডাঙ্গৰ।

ফ্ৰান্স দেসৰ লেভোআল গাঁৱত এটা ফটিকা খোআ মানুহে মিতিৰইতে সৈতে চাৰাপ খাই থাকোঁতে, এই জলি থকা মম বাতি মই খাম বুলি আৰি বন্ধা কৰি মুখে খালে। তেতিয়াই এটাহ পাৰি কেঁকাই মাটিত পৰিল; সিইতে ধৰি চাই তাৰ ভিতৰে পুৰি জোআ বুজিলে; মুখতো জুইৰ সিখা দেখিলে। তাতে একো উপকাৰ কৰিব নোৱৰাত আধা ঘণ্টা মান পুৰি থাকি তাৰ বুকুৰ ওপৰ ডোখৰ মুৰে সৈতে এঙ্গাৰৰ নিচিনা হৈ গল। চাৰাপ খোআ অনেক মানুহৰ এনে গতি; ফটিকাত জুই লাগিলে খাৰৰ নিচিনাকৈ পুৰি জাই।

ফ্ৰান্স দেসৰ আঁজি নগৰত লোহাৰ সিকলিৰে বন্ধা দলঙ্গৰ ওপৰে এমখা সেনাই পাৰ হৈ জাঁওতে দলঙ্গ ভাগি ৪০০ মান মানুহ নদিত পৰিল। তাতে ৰখ্যা কৰিবলৈ অনেক সৰু নাও গৈচিল, কিন্তু বতাহ বৰধুন আৰু ঢৌ হোআত প্ৰাই আদ খনি মাথোন ৰখ্যা পৰিল; দু সতকৈ অধিক মৰিল।

শ্ৰীজুত কাপ্তিচ ওআৰ্দেন নামে কম্পানিৰ এজন ডিৰেক্তৰ চাহাবে আপোনাৰ বিসই এৰি দিলত তেঁওৰ পদত শ্ৰীজুত হেনৰি টৌৰি প্ৰিন্সেপ এস্কোআইৰ চাহাবক গুটি বুলাই বাচি লৈ ডিৰেক্তৰ বাব দি পাতিলে।

লিবৰপুল নগৰত এজনি তিৰোতাই বাহিৰে গৈ জাবৰনিত নাগ মাটি বিচাৰি লোআত অকস্মিতে কোনো লৰাৰ ভৰিৰ আঙ্গুলি জাবৰত ওলোআ দেখি ভই পাই মানুহক মাতি দেখুআই খানি এজনি কেঁচুআ চোআলি জিয়াই থকা পালে। তাতে জানিচে, সেই দিনাই কোনো দুষ্ট লোকে মাৰিবৰ মনেৰে তাক জাবৰ দি পুতিলে।

২৪ জুলাইত দেন্মাৰ্কৰ ফৌজে স্লেস্বিক প্ৰদেসৰ সেনাবোৰে সৈতে জুধ কৰিবলৈ ধৰি দুখন এখন কোঁঠ ললে। পাচ দিনা মহা জুধ হল, ১০ বজা সময়ত স্লেস্বিকৰ উইলিচন নামে প্ৰধান সেনাপতিএ সকলো সেনা সেনাপতিএ সৈতে জি ইষ্টেদ নগৰত আচিল, তাক দেন্মাৰ্কৰ সেনাই বেৰি ধৰি ক্ৰমে জিকে হাৰে, এই ৰূপে দিনটো জুধ কৰি সেসত ডেন্মাৰ্কৰ জই হলত উইলিচনে হুহকি গল। মৰা আৰু খুন হোআ মুঠে ৬,০০০ মান হৈচিল। ডেন্মাৰ্কৰ ৭৩ জন সেনাপতি আৰু ২৩০০ সেনা খুন হৈচিল; ১০৪ সেনা মৰিল। জুধৰ খোলাত স্লেস্বিকৰ ২০০০ মান খুন হোআ সেনা পালে। তাৰ পাচ দিনা উইলিচন সেনাপতিএ ৰেণ্ডেস্বৰ্গ নগৰলৈ গৈ তাতে আপোনাৰ ২৬,০০০ সেনা গোট খুআই আৰু জুধলৈ বাট চাই আচে।

লণ্ডন নগৰৰ শ্ৰীমতি গ্ৰেয়ম নামে এজনি মেম চাহাবে ৭ আগষ্ট তাৰিখে গধুলি বেলা ওপৰলৈ উৰা জন্ত্ৰেৰে উঠি গল। পাচে অনেক দুৰলৈ গৈ বাতি এটা গৰাৰ ওচৰত নামি তাতে হাঁকুটি লগাই ধৰি ৰল। তাতে বতাহ বৰধুন টান হোআত বৰ দুখত পৰিল; আধা ঘণ্টা মান বিজিয়াই থকাত কোনো মানুহে সুনি চাকি লৈ তাৰ ওচৰলৈ গল; পাচে জন্ত্ৰৰ পৰা ওলোআ বাৰুত চাকিৰ জুই লাগি জন্ত্ৰ ফুটি মেম চাহাবৰ কাপৰ আৰু মুখ হাত পুৰি বৰ দুখ পালে।



Monsiour Poiteven's Ascent from Paris.

৭ জুলাই তাৰিখে পাৰি নগৰৰ পৈতেবন নামে এজন গিয়ানিএ বলুনেৰে উঠিম বুলি বাত্ৰা কোআ কুই কৰাত ১০,০০০ মান মানুহ দৰ্শন পাবলৈ ধন দি বাৰিৰ ভিতৰত গোট খালেহি; বাহিৰতো ১,৫০,০০০ মানে চাই আছিল। দেসাধিকাৰো চাবলৈ আহিল। সেই বলুনৰ ওখই ৪৩ হাত, বহলে ৩৩ হাত; এইমান ডাঙৰ হোআতো তাৰ গধুৰ ৩॥ আচাৰি মোন মাখোন। ঘোঁৰাই সৈতে উঠিম বুলি বলুনৰ তলত কাপৰ দোলাই কৰি ঘোঁৰা বান্ধিলে। পাচে পাতল বায়ুৰে জন্ত্ৰ ভৰোআ হলত তেঁও আহঃপোনাৰ ঘোঁৰাত উঠি মাটিত বন্ধা লেজু কাটি উৰি গল। মাটিৰ পৰা ঘোঁৰা দাঙ্গ খাব খোজাত ৰৰকৈ ঠেঙ্গ জোকাৰিচিল, কিন্তু মাটি এৰালত ঠেঙ্গ ওলমি নিৰলে থাকিল। আকাসলৈ বেগেৰে উৰি জোআত ৰতাহে ইস্কাল সিফালকৈ লৈ ফুৰালে; ৩ মাইল অৰ্থাত ৩৫২০ হাতৰ ওখলৈকে উঠিল; তাতে ঘোঁৰাৰ মুখৰ পৰা ৰৰকৈ তেজ ওলাল, বৰ জাৰো হৈচিল, আৰু মেঘত অতি সুন্দৰ ধেনু দেখিলে। এঘণ্টা মানৰ পাচে নামিবলৈ ধৰিলে; মাটিৰ ওচৰ পাই লঙ্গৰ পেলাই ন ধৰাত খেতিৰ মাজত চুঁচৰি ফুৰোঁতে গচৰ পাত আৰু ধান ঘোঁৰাই চুকি পাই মুখেৰে চিঙ্গি খালে। পাচে এজোপা গচত হাতেৰে ধৰি ৰলত ৪০ মান মানুহে লেজুত ধৰি বলুন বান্ধি ৰাখিলে। সেই ঠাই ব্ৰিয়া গাঁও; পাৰি নগৰৰ পৰা ২০ ডাঁৰৰ বাট। পাচে ঘোঁৰাত উঠি গৈ গ্ৰিচি নামে এক নগৰ পালত তাৰ মানুহে ৰঙ্গ ঘৰত খেমালি কৰোঁতে এই কথা সুনি তাক মতাত সি ঘোঁৰাই সৈতে সেই ঘৰৰ ভিতৰ সোমাল। জুলাইৰ ১৪ তাৰিখে আকও সেই ৰূপে উঠি সেইমান দুৰৈ বাট গল।

জুলাই মাহত গেল নামে এজন ইঙ্গৰাজি লোকে বলুন জন্ত্ৰেৰে উঠি সাগৰৰ ফাললৈ বৰ বতাহ হোআত বেগাই. দখিনলৈ গৈ সাগৰৰ সুঁতি পাৰ হৈ ফ্ৰান্স দেসৰ সাগৰৰ দাঁতিত জুই দেখি ৰাতিৰ ১০ বজা সময়ত তললৈ নামিল। তাতে গৰা পাই সিলৰ দাঁতিএ দাঁতিএ ওৰে ৰাতি বগাই ফুৰি ৰাতি পুআত দিএপি নগৰৰ ১৬ মাইলৰ আঁতৰত গাঁৱত ওলাল। নিবাসি লোকে তাৰ কথাত বিশ্বাস ন কৰি কোনোবা সক্ৰৰ চৰাঙ্গ চোআ বুলি ভাবি কইদত থলে; বহুত সুমেৰে এজন ইঙ্গৰাজি বিসয়াই তাৰ কথা বুজাই একআলে। ॥

## পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰন।

Obituary Notice of Rev. C. Barker.—Concluded.

তাৰ আগেএ এদিন গধুলি মেম চাহাবক আপোনাৰ বিচনাৰ ওচৰলৈ মাতি, অতি প্ৰিতিৰে কলে, মোৰ প্ৰিয়া জেইন, প্ৰভুত মোৰ প্ৰেম আৰু বিশ্বাস জেন বাৰ্ঢ়ে, আৰু প্ৰভু জেন মোৰ ওচৰত থাকিব, এই নিমিত্তে তুমি প্ৰাৰ্থনা কৰি থাকা। তেতিয়াৰে পৰা মৰিবৰ কাললৈকে তেঁওৰ মনত কেতিয়াবা কেতিয়াবা ভ্ৰম হৈছিল। ২১ দিনৰ গধুলি আন কালৰ দৰে বিচনালৈ উঠি সুলে; পাচে পুআ ৪ বাজিবৰ সমই নিকশ্বাস হৈ বিচনাৰ পৰা নামি, তাতে আউজি থকাত মেম চাহাবে সুনি সাৰ পাই, তেঁওক তুলি ধৰি চকিত বহুআলে। পাচে উথাহ্ লৈ অলপ স্বস্ত হৈ তেঁও কলে, মোৰ বল নাই কিয়া, মোক খাবলৈ কিচু আৰুকত দিয়া, ইয়াকে বোলাত মেম চাহাবে তাক সিজাবলৈ হুকুম দি ডক্তৰ চাহাবক মাতিবলৈ গল। তেতিয়া ডক্তৰ চাহাবে আহি চাই মেম চাহাবত কলে, তোমাৰ স্বামি জিব নোআৰে, অলপতে মৰিব। মেম চাহাবে সেই কথা সুনি বৰ অসন্তোস লাগিল, আগেয়ে মৰিব জেন বুজা নাই। পাচে ডক্তৰ চাহাব আদি লোকে বিচনাত তুলি সুআই থলে; তাৰ পৰা সেসলৈকে উঠিব নোআৰিলে। তাতে আগতকৈ মন অথিৰ হৈ মাজে মাজে বাতুল জেন হই, আৰু তেঁও গুআহাটিত জেন আচে, আগৰ চিমন ডক্তৰ চাহাবৰ লগত কথা হৈ থাকে। পাচে পাদুৰি বৰ্পি চাহাবে প্ৰাৰ্থনা কৰিবলৈ আহিলত তেঁওৰ প্ৰাৰ্থনা মনে বুজাৰ দৰে সুনিলে; জেতিয়া অন্ত হল, তেতিয়া তেঁও বুলিলে, আমেন, ইশ্বৰৰ ইচা পুৰ হওক। আৰু জি নতুন মিস্যনেৰি চাহাব অচম দেসলৈ আহিচে, সিবিলাক বেগাই নিৰ্ব্বিঘিনিএ আহিব লৈ বৰ ইচা কৰি তেঁও অনেক কথা কবলৈ ধৰিলে। গধুলি বেলি পাদুৰি বৰ্পি চাহাবে আকও প্ৰাৰ্থনা কৰি এঁটাই তেঁওত সুধিলে, তোমালৈ খ্ৰিষ্ট প্ৰিয় হৈচে নে, আৰু অকল তেঁওত তোমাৰ বিশ্বাস আচে নে? তেঁও বুলিলে, হই, মোৰ বিশ্বাস অকল তেঁওতে আচে; কিন্তু আন কালৰ দৰে প্ৰভু মোৰ ওচৰ হোআ জেন নে পাঁও; মই প্ৰথমতে জাহাজত উঠিবৰ দিনা তোমাত কৈচিলোঁ, মোৰ প্ৰিয় প্ৰভুৰ ওচৰত থাকিবলৈ বৰ বাঞ্চা হই; আৰু মোৰ সৰিল আত্মা সকলোকে তেঁওত সোধাই দিবলৈ জতন কৰিলোঁ, কিন্তু তেঁওৰ আগত একোৰো জোগ্য ন হঁও; তেঁও উঠানো জিৱনো, জি জনে তেঁওত বিশ্বাস কৰে, সি কেতিয়াও ন মৰে।

তেতিয়া বাপেক মৰাৰ আসিৰ্বাদ পাবলৈ লৰাইতক মাতিলে। পাচে ওচৰলৈ আহিলত দেখি সিইতৰ গাই পতি নাম কাঢ়ি, এদি, কথি, চাইৰচ, মেৰি, তোমোলাকক ইশ্বৰে আসিৰ্বাদ কৰোক বোলাত সিবিলাকে গাই গাই বাপেকক চুমা দিলে, আৰু বাপেকেও গাই পতি মুৰত হাত দি আসিৰ্বাদ দিলে। বৰ পুতেক এদিৰ ওপৰত প্ৰাৰ্থনা কৰিলে, সেই স্ৰমতে সনিপাত হৈ গা ঘামি আসন হৈ গল। তেতিয়া পাদুৰি বৰ্পি চাহাব, মেম চাহাব, আৰু জাহাজত থকা আন মিতিৰ সকলো তেঁওৰ ওচৰলৈ আহিল, কিন্তু জগতৰ লোকে সেই কালত উপকাৰ কৰিবলৈ কাৰো সক্তি নাই। পাচে তেঁওৰ গা চাটি ফুটি কৰি প্ৰায়ে মৰনৰ দুখেৰে ঘাম বৈ বৈ আচিল। কিন্তু তেঁওৰ মন ঠাৰৰ কৰি সৰিল নম্ৰ ভাৱে ইশ্বৰক সোধাই দি আচিল। ৰাতি মাজে মাজে মেম চাহাবে সুধিলে, মোক চিনিচা নে? তেতিয়া চাহাবে মৰমেৰে মিটিকিয়াই উত্তৰ দি কলে, হই, তুমি মোৰ প্ৰিয়া জেইন। আৰু এবেলি ক্লান্ত হৈ আন আন কথা লাহে লাহে কৈচিল, প্ৰায়ে সুনিবলৈ নে পাই। কিচু কালৰ পাচে মন বাতুল জেন হৈ, অচম মতে কথা কৈ গুআহাটিৰ ইস্কুল আৰু মণ্ডলিৰ সিস্য, খোৰা, আপিস্তা, পতি আদি কৰি নাম কাঢ়ি অনেক কথা কলে। আপিস্তাত সুধিলে, তুমি নিতৌ প্ৰাৰ্থনা কৰি সাস্ত্ৰ পঢ়ি থাকা নে? তে-

তিয়া মেম চাহাবে কলে, তুমি কিয় ভুম হৈচা? আমি গুআহাটিত থকা নাই, সাগৰৰ ওপৰত জাহাজতে আচোঁ; কিন্তু গুআহাটিত থকা মিত্তিৰ মানুহলৈ জেতিয়া চিটি লিখোঁ, তেতিয়া তোমাৰ কথা কি পঠাম? তাতে চাহাবে সমিধান দি কলে, মই আদিৰে পৰা এতিয়ালৈকে সিবিলাকক প্ৰিতি কৰিচোঁ; আৰু সিবিলাকে জেন খ্ৰিচুৰ চৰনত প্ৰেম আৰু ভক্তি ৰুপে থাকে, মোৰ এনে বৰ ইচা। আৰু আমাৰ আমেৰিকা দেসৰ মিত্তিৰবিলাকলৈ কি পঠিয়াবা বোলাত, চাহাবে কলে, মোৰ মাতিবলৈ বল নাই, আতঙ্গৰিয়া হৈচোঁ; দেও পুজকৰ মন পালটি ইশ্বৰক ভজা এই সুভাগ্য কালত মৰিবৰ ইচা নাই, তথাপি ইশ্বৰে মাতিলে, কেনেকৈ থাকিব পাৰিম? মোৰ জিৱন ইশ্বৰৰ হাতত থৈচোঁ। ইয়াৰ পাচে অলপ আৰুকত খুআলে, তেতিয়া কিচু স্বস্ত হলত মেম চাহাবে কলে, মই তোমাত জি জি অপৰাধ কৰিচিলোঁ, তাৰ দাই খেমা কৰা। চাহাবে কলে, তোমাৰ একো দাই নাই, কিন্তু মোৰেহে অপৰাধ খেমিব লাগে।

পাচে ভক্তৰ চাহাবে কথা ন কৈ সুই থাকিবলৈ হুকুম দিলে; কিন্তু দুখৰ কাৰনে টোপনি নাহে; আৰু বৰ বতাহেৰে সমুদ্ৰৰ খলকত জাহাজ চলঙ্গ পলঙ্গ কৰি থকাত চাহাবে কিচু সুখিল নে পালে। ৰাতি পুআৰে পৰা ধুমুহা বাৰ্হিলত জাহাজৰ আটাইবিলাকে দুখ আৰু বৰ ভই পালে, কিন্তু চাহাবৰ দুখ বা সুখ একোৰো চিন্তা নাই কিয়া হল। পাচে ১১ বজা মানত চকুত জাল মাৰি ধৰাত ঘনে ঘনে মচিবলৈ ধৰিলে। তেতিয়া মেম চাহাবলৈ ঘুৰি চাই কলে, তোমাৰ ৰুপ কেনেবা আচৰিত জেন দেখোঁ। তাৰ অলপৰ পাচে হাত চেঁচা পৰিল, নখ ক্লা পৰি গল, উশাহো দিঘলকৈ ৩।৪ বাৰ লৈ পাচে উশাহ নাই কিয়া হল। এই ৰুপে জি প্ৰিয় স্বামি, লৰাইতৰ মৰমিয়াল বোপাই, মণ্ডলিবিলাকৰ ৰখ্যক, আৰু দেও পুজকৰ মিত্তিৰ, জি জনে বাপ মাও, ভাই ককাই, মিত্তিৰ কুটুম দেস এৰি, নতুন নিয়মৰ সুভ বাৰ্ত্তা দেও পুজকবিলাকৰ আগত সিকাবলৈ আহিল, সেই জনৰ জিৱাত্মা স্বৰগৰ পৱিত্ৰ থানৰ দুত আৰু সাধুবিলাকৰ সঙ্গত থাকি স্তুতি গিত গান কৰিবলৈ গল।

পাচে মেম চাহাব আৰু লৰাইতে অসন্তোস কৰি কান্দিবলৈ ধৰিলে। সিবিলাকৰ সান্তনাৰ নিমিত্তে ম্ৰিত্যু সৰিল মাথোন থাকিল, তথাচ মৰা জনৰ মুখো হৰ্সিত জেন, দেখিবলৈকো অতি সুন্দৰ হৈ আচিল; কিন্তু কন্দাবিলাকক একো সমিধান দিব নোআৰে। গধুলি নৌ ইঁওতে জাহাজৰ কাপ্তান, আন চাহাব, আৰু লস্কৰ সকলোএ আহি চাই, চাহাবৰ মৰা স পেৰাত সুমাই জাহাজত থকা দিঘল নাও খনত তুলি থলে। বৰ ধুমুহাত নাও চলঙ্গ পলঙ্গ কৰি থকাতে সেই দিনাৰ নিসাও ধুমুহাৰ ভয়তে আটাই মানুহৰ গা কঁপি আচিল। আৰু চাহাবক পেৰাত থবৰ পৰা লৰাইত আৰু মেম চাহাবেও পুনৰ সিবিলাকৰ অতি প্ৰিয়ক দেখিবলৈ নে পালে। পাচ দিনা দুপৰ মান বেলিত বতাহ কিচু সান্ত হলত সুভ কাল পাই চাহাব লোক আৰু সকলো মানুহ গোট খাই, ম্ৰিতকৰ পেৰা নাৱৰ পৰা আনি জাহাজৰ চাপৰত থলত কাপ্তান চাহাবে কিতাপত সাস্ত্ৰৰ কথা আৰু প্ৰাৰ্থনা পৰ্হিলে। পাচে পেৰা সাগৰত নমাই পুতি থলে। সেসৰ মহা দিনত আমাৰ প্ৰভু মেঘৰ ওপৰত দুতবিলাকে সৈতে ভেঁৰি বজাই আহি মৰা লোকৰ উঠানলৈকে চাহাব তাতে থাকিব।

সাগৰৰ মাজত চাহাবৰ সৰিল জি ঠাইত পুতিলে, তাৰ ওচৰত এটা বৰ সিল আচে, সেই সিলৰ নাও বাৰ্কৰ সিল। তেঁওৰ সৰিল থোআ ঠাই দেখাবৰ নিমিত্তে আন একো চিন নাই; কিন্তু তেঁওৰ সৰিল হেৰাল, পাব নোআৰে, ইয়াক ভবাৰ একো কাৰন নাই; কিয়নো ইশ্বৰে জি সক্তিএৰে প্ৰথমতে মানুহক স্ৰুজিলে, সেই সক্তিএৰে সকলো মৰা লোকৰ সৰিল পোতা বা পোৰা হওক, বা ভস্ম হৈ উৰি জাওক, তেও সেসৰ মহা সোধৰ দিনত আটাইকে চপাই তুলিব। ই. হ. ৰ.



Amakosa Fingoe Man.

## আফ্রিকাৰ দখিন ফালৰ বিবৰন।

**Geography of Southern Africa.**

গুড হোঁপ নামে আফ্রিকাৰ দখিন টৈকত জি দেস আচে, সেই সুন্দৰ ঠাই, অনেক সম্ভোৱে সম্পূর্ন; জাৰ ঘাম নিয়ম ৰুপে আ-চে, থাকিবলৈ সুখিল। প্রথমতে পর্তুগিচ জাহাজৰ লোকে ১৪৯৩ সঁকত সেই টৈক দেখা পালে। পাচে ১৬৫০ সঁকত জর্মানি লোকে তালৈ গৈ দেস দখল কৰি তাতে নিবাসি হৈ থাকিল। ক্রমে ইঙ্গৰাজিএ জর্মা-নিক জিকি সেই দেস ললে, এতিয়া তাৰ আদি বাসি সকলোএ বসবর্ত্তি হৈ মহা ৰা-নিৰ হুকুমত চলা হৈচে।

ইঙ্গৰাজিৰ নিবাসি ঠাইৰ পুব কালে কাফিৰ লোক আচে; সিবিলাক আবৰি, ভুধাক আৰু ডকাইত। সিঁহতৰ চাৰিও ফালে হুটন্তুত আৰু ফিংগো লোকৰ জি আঠ ধন ৰাজ্য আচিল, সেইবোৰক বনত জিকি খেদালে আৰু বন্দিকৈ ললে। ইঙ্গৰাজিএ কাফিৰে সৈতে ৰন কৰোঁতে সেই ফিংগোৰ অনেক অনেক লোকক উপকাৰ কৰি সত্রুৰ হাতৰ পৰা একআলে। এনে ফিংগোৰ তিৰি পুৰুস দুজন ওপৰত লিখা হৈচে। তিৰোতাই মুৰত এখন গামোচা বান্ধে; গাত মেৰৰ চাল লই, নোম ভিতৰ লুটিএ ৰাখে। লৰাক নিবলৈ পিঠি ফালে এটা চালৰ হোৰা থাকে। মুনিহ তিৰোতা দুয়ো কানত ৰবৈ, ডিঙ্গিত মনি পিন্ধে, মন্ত্র ভৰোআ বিৱিও ৰাখে; কাপৰ কেতিয়াও নো ধোএ।

কাফিৰ উত্তৰ ফালে জুলা নামে এজাতি মানুহ আচে। সিহঁতো ৰনত বৰ ঢালি; আন জাতিএ সৈতে সদাই জুধ কৰি থাকে।

পর্বতত বস্মান নামে এজাতি আচে; সি-হঁত আটাইতকৈ অসভ্য; গা সৰু, এলাগি; কোনো অধিকাৰৰ আগ্যা পালন ন কৰে, পৰিয়ালৰো বন্ধন ন হই, দন্দ লাগিলে কটা কটি কৰে, জাৰ বল, সেয়ে আনৰ বস্তু ডকা দি লই, তিৰোতাকো আনে। খেতি ন কৰে, চাগ আদি নো পোহে, চিকাৰ কৰি পহু মাৰি খাই; আহাৰ নে পালে গচৰ পাত সিপা, সাপ, জেঠি আদি কৰি আটাই বিকৃ-চিনা লগা জন্তুকে খাই। নাকত একোৰো গন্ধ বেয়া নে পাই; পহুৰ নিচিনাকৈ মাটিৰ গাঁতত ৰাতি সোমাই সুই থাকে।

হুটন্তুত লোকে মেচি ঘৰ সাজে, তাকে ঢাকিবলৈ তিৰোতাবোৰে ঢাৰি বৈ দিএ। এখন গাঁও পাতিব খুজিলে, এনে ১৯।২০ ঘৰ মণ্ডল আকাৰ কৰি সাজে, ঘৰে পতি এখন দুআৰ ভিতৰ ফালে থাকে।

আগৰ কালত সেই দখিন আফিকাৰ মা-নুহে প্রায়ে একো ধৰমৰ কথা নে জানে; এতিয়া বহু স্রুমেৰে পাদুৰি লোকে খ্রিষ্টিয়ান ধৰম সিকাই বুজাই দিয়াত ঠায়ে ঠায়ে কো-নো কোনোবিলাকে লৈচে; আখৰ লিখি পঢ়িবলৈকো সিকাইচে।

এই দেসত জিব্রা, আৰু হাতি, নদ্যৰ, গঁৰ, সিংহ, জিৰাফ, উট চৰাই, এই সকলো জা-ঙ্গৰ জন্তু থাকে, আৰু অনেক ডাইল সাপো আচে। লতা পনিয়ালৰ খেতি বহুতকৈ আর্জ্জি, তাৰ ৰস জাহাজত পঠাই আন দেসত বেচে।



Fingoe Woman.

যেঁহু আৰু গোম ধান, সুমথিৰা টেঙ্গা, ডিমৰু, বাদাম, খেৰেজু, এইবিলাক গুটি আছে। লোনা বিল অনেক থকাত তাৰ পানি ৰদত সুকালে লোন পোৱা জাই। দেসৰ ভিতৰত পুবা পচিমাকৈ পৰ্ব্বতৰ দুই তিনি সাৰি আছে; টেবল নামে সিলৰ এটা পৰ্ব্বত ২৩৯০ হাত ওখ। ॥

~~~~~~~~~~~

## পুৰনি অসম বুৰঞ্জি।

Asamese History.—No. 3.

লগত অহা ডাঙ্গৰিয়াবোৰৰ লেখা, মুংখু ৰাজৰ ৰাজ খোৱা তাখুন্‌লাক ১, খুন্‌তাই ১, মুংখ মুংপুম ৰাজ্যৰ ৰাজ খোৱা ক্লা লংখুন্‌তং ১, মৰিৰং ১, মুংখু ৰাজৰ ৰাজ খোৱা কাংখুমুং ১, আইতনি ১, মুংলি ৰাজৰ ৰাজ খোৱা কালাং ১, খুনতাইকং ১, থাওমুংকেওখুন ১, চিৰিঙ্গ ১, থাওমুংকেন্‌লং ১, লাপেত্থ থাওমুং ১, তিচু ৰাংখাম ১, বুৰা গোহিঁ ১, এই ডাঙ্গৰিয়া কেইটা চুকাফা ৰজা দেৱৰ লগত আছিল।

লাক্নি খুতমিত (২৮) সঁকত, কংকেও, তাওত্যেওত (২৯, ৩০) চুকাফা ৰজাৰ লগত বাটত লগ ধৰি অহা খুন্‌লুত্যেও ১, জাতত অহা। লাক্নি কাপ্লাও, কাপঙ্গি (৩১,৩২) সঁকত কাওকংমুংৰান পালেহি। লাক্নি ডাপমাও, ৰাইচি (৩৩, ৩৪) সঁকত মুংলা মুংতি পালেহি। লাক্নি মুংচেও, প্লেকচিঙ্গা (৩৫, ৩৬) সঁকত সাতি খতিয়া নগাৰ গাঁও পালেহি। লাক্নি কাত্তমুত, খুতচান (৩৭, ৩৮) সঁকত নামকিউৰ পাৰ হৈ ওপৰ চকুআ নগাৰ গাঁও পালেহি। লাক্নি কংৰাও, তাওমিত (৩৯, ৪০) সঁকত ত্যাকংত্যাংখ্রাই পালেহি। লাক্নি কাকেও (৪১) সঁকত মুংকেওত ৰলহি। সেই ঠাই থাকি চুকাফা ৰজা দেৱে তাখুন্‌লাক চৰন, খুন্‌কং, উলিয়া, খুন্‌তংত্যাই, কাংখুমুং, খামুং, কানঙ্গন বুৰাগো, থাওমুংকেওখুন, থাওমুংগাঁও, খেন্‌লং, থাওমুংমাংখাম, এই সকলক পঠাই মুঙ্গকঙ্গক জুজিব দিলেগৈ; তাকো জিনি আহিল। পাচে তাৰো পৰা লংমিত্যোকাওলৈ আহিল, তাৰো পৰা মলাখ্রুং পালেহি। তাৰো পৰা মুংখাম মুংপান পালেহি। তাৰ পৰা ফাকেওত্যেওন পালেহি। তাৰ পৰা ডইখাম পৰ্ব্বতৰ ৰৰ দুআৰ পালেহি। তাৰ পৰা বিন্‌পেন মুংত্যেন পালেহি। তাৰো পৰা নামতিলিক কাংতাই পালেহি। তাৰ পৰা লাক্নি কাপত্যেও (৪২) সঁকত খাম্‌জাঙ্গ পালেহি। তাৰ পৰা নামজাঙ্গ পাৰ হৈ আহি, চুকাফা ৰজা দেৱে নামজাঙ্গ বিলৰ কাসৰত ৰলহি। তাৰে পৰা নগা গাঁও মাৰিবলৈ ডাঙ্গৰিয়াবিলাকক পঠাই দিলে। গাঁৱৰ লেখা, খাকখু ১, পুংক্লাং ১, তিখ্যাং ১, বিংলাও ১, নাতেমা ১, লাংনপক্কে ১, তাক ১, এই সাত গাঁৱৰ নগা আপুনি ৰৰিলে।
~~~~~~~~~~~

উপা, তপু, এই দুই নগা গাঁৱক ধৰিব দিলে; তাৰ লগতে নুক্নাম ১, নুকুনা ১, এই দুই নগা গাঁৱক মাৰিলে। পাচে চুকাফা ৰজা দেৱে কাংজংমুঙ্গক থাম্জাঙ্গত থৈ আছিল। পাচে নামজাঙ্গ পাৰ হৈ ডইকাওৰঙ্গত ৰলহি। তাৰ পৰা তাঙ্গৰিয়া সকলক পঠাই উজনি ভাটি দুয়ো ফালে জি নগাৰ গাঁও আচিলে, সদৌকো মাৰিব দিলে। গাঁৱৰ লেখা, পাপুকিয়া ১, খমতেঙ্গিয়া ১, খুনখতিয়া ১, খুনতুঙ্গিয়া ১, তংত্যিাঙ্গিয়া ১, জাপ্রুঙ্গিয়া ১, এই চই গাঁৱে জুধ দিলে; বলে নোআৰি বিস্তৰ নগা পলাল। আমাৰ মানুহে অনেক নগা কাটিলে, বিস্তৰ নগা ধৰিও আনিলে। নগাৰ জুধাৰুবোৰক আনি কাটি কাটি মঙ্গহক সিজাই, ককায়েকৰ মঙ্গহ ভায়েকক পুতেকৰ মঙ্গহ বাপেকক, এই ক্ৰমেৰে খুআই, ডইকাওৰ পৰা মামপুঙ্গ নদিৰ কাসৰে আহি নামৰুক পালেহি। তাৰো পৰা তুঁৰ বান্ধি ঘোৰাই নৈতে মানুহ ভটিয়াই আহিল। লাক্নি তাপপ্লাও (৪৩) সঁকত তাতে খুতঙ্গক থৈ চুকাফা ৰজা দিহিঙ্গে ভটিয়াই তিপাম পালেহি। লাক্নি মুংমাও, প্লেকচি, কাতচেও, (৪৫, ৪৬, ৪৭,) এই তিনি লাক্নি তিপামতে আচিলে। পাচে তিপামৰ গাতি তল জোআ দেখি বোলে, আত থাকিবলৈ ভাল ন হই, এই বুলি তাতে কালঙ্গক থৈ চুকাফা ৰজা দিহিঙ্গে ভটিয়াই আহি, দিহিঙ্গ কালৰত সলগুৰিত ৰলহি। লাক্নি খুতচিঙ্গা, (৪৮,) কংমুত, তাওচান, কাৰাও, কাপ্মিত, এই পাঁচ লাক্নি তাতে থাকি বোলে, আত মানুহৰ লখ নাই, সুন্য ঠাইত থাকিবলৈ ভাল ন হই; এই বুলি চুকাফা ৰজা নুইতে ভটিয়াই হাবুঙ্গত ৰলগৈ। লাক্নি তাপ্কেও (৫৩,) ৰাইত্যোও, মুংপ্লাও, এই তিনি লাক্নি থাকি তাতে তিনি হালি খেতি কৰি খাই আচিলে। পাচে সকলোৱে আলচ কৰি বোলে, পানিত তল জোআ মাটি, আত থাকিবলৈ ভাল ন হই; এই বুলি চুকাফা ৰজা নুইতে ভটিয়াই আহি সিখৌ মুখ পালেহি; ছিখৌ মুখে উজাই আহি দিলিহৰ মুখ পালেহি। দিলিহৰ পানিত হাত দি চাই, এই পানি তিপামৰ পৰা আহিচে, এই জানি দিখৌএ দি উজাই আহি চংতক পালেহি; চংতকৰ পানি জুখি চাই দো তোলা চাৰ পাই, তাতে থাকি চুকাফা ৰজা দেৱে চুখ্রুনফা ৰজাৰ ঠাইলৈ কটকি পঠালে, বোলে, আমি ই ঠাইত আচোঁ, তাকে জনাগৈ; সন্দেস কপৰ তাউকিন ২ টা, কলহ ১, বেলা ১ খন, তাও কাপৰ ১০, বচোআল ১০। পাচে চুখ্রুনফা ৰজাই আমাৰ ৰজা দেৱলৈ দিলে, জিম ৰঙ্গা ঘোঁৰা ১, কাৰফাই ধনু ১, ৰৰই দিয়া চোলা ১, সোনোআলি পইজাৰ তিনি জোৰ, সোনোআলি টুপি দুটা, বাঁহৰ কাপৰেৰে চোআ তিনটা, আনো বস্তু বহুত দি পঠালে; এই ৰুপে দুই ৰজাৰ চেনেহ প্ৰিতিএ গল।

তাতে লাক্নি প্লেকঙ্গি, কাত্মাও, এই দুই লাক্নি থাকি তাতে তাখুনলাকক থৈ, চুকাফা ৰজা দেৱে ভটিয়াই সিমলুগুৰি পালেগৈ। লাক্নি খুত্চি (৫৮,) কংচেও, তাওচিঙ্গা, কামুত, কাপচান, তাপ্ৰাও, এই চই লাক্নি তাতে থাকি মানুহ পঠাই চোআলত নামতাঙ্গত তিনি হেজাৰ পানি খোআ ঘাট দেখিলে। চাৰিঙ্গতো তিনি হেজাৰ ঘাট দেখি, কিচুমান ভই সংসই কৰি ভিমাত আচিলেগৈ। তাকো পানি তল জোআ দেখি, ভিমাকে উজাই গৈ, লাক্নি ৰাইমিত (৪) নগৰ কৰিলে; তাকো পানি তল জোআ দেখি এৰিলে। লাক্নি মুংকেও (৫) সঁকত লাংকুৰি দেৱৰ পৰ্বতৰ কাসৰৰ সৰু পৰ্বতটিত নগৰ কৰি দেও সকলক পুজা সেৱা কৰি থাকিল। পাচে লাক্নি তাওঙ্গি (২০) সঁকত ত্যাওলুং চুকাফা ৰজা দেও ম্রিত্যু হল, এঁৱে ভোগ কৰিলে ৩১ বচৰ।

---

THE ORUNO'DOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.
N. BROWN, EDITOR.
*Printed and published at the Sibsager Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

পঞ্চম চোআ। মোং সিৱসাগৰ, নৱেম্বৰ, ১৮৫০ খ্রিং অং সঁক। নম্বৰ ১১।

VOL. V. SIBSAGOR, ASAM, NOVEMBER, 1850. NO. 11.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

নৱেম্বৰ মাহৰ ১২ তাৰিখে সিৱসাগৰ জিলাত ৰাতি দিন সমে খাৰা সাৰ বতাহ বৰখুন হোআত সিৱসাগৰ মৌজাৰ ভিতৰত আমাৰ লোকে বুজ পোআ এসতকৈ অধিক গৰু মৰিল; কোনো ঘৰত এটা দুটা আৰু পাঁচোটাকৈও মৰিচে, বিসেসকৈ জাৰৰ কাৰনে মৰিল। আলিৰ দাঁতিত থকা মৰা সৰ দুৰ গন্ধত প্ৰায়ে মানুহ জাব নোআৰা হল।

লাহোৰ নগৰত বহু মানুহ নৰিয়া পৰি আৰু মৰিও আচে। গোৰা চিপাহি ৭০০ সাত স মান নৰিয়া হোআৰ কাৰনে হস্পিটালত আচে, আৰু আন চিপাহিও ৪। ৫ স মান নৰিয়া পৰি আচে।

ঢাকা নগৰৰ অধিকাৰ কলেক্তৰ চাহাবে শ্ৰী শ্ৰীযুত প্ৰিঞ্চ আল্বৰ্ত্তৰ মহা দৰ্সনলৈ পঠাবৰ নিমিত্তে ঢাকাৰ তাঁতি লোকক এক বৰ মিহি কাপৰ বনাবলৈ হুকুম দিচে। সেই কাপৰ দিঘে ৪০ হাত, বহলে ডেৰ হাত, এইমান ডাঙৰ হৈচোঁতেও তাৰ গধুৰ ১৫ টকাতকৈ অধিক ন হব, সিইতে এনে কথা বান্ধি লৈচে।

জগনাথলৈ জাত্ৰিক লোক বাটত জাঁওতে মেদিনিপুৰ নগৰৰ ওচৰত ঘাটৰ নাও খনত পাৰ হোআ সময়ত সেই নাৱত মাটি ঘাঁহেৰে মৰা এটা বিস্কা আচিল। তাতে বিস্কা মুকলি হৈ পানি সোমাল, আৰু নাও তল জোআত ৩০ বা ৪০ জন মানুহ পানিত পৰি মৰিল।

জোআ বচৰত হিন্দুস্থান দেসত কম্পানিৰ কৰ আদি জিমান টকা উত্পন আৰু ভগন হই, তাক তলত লিখা হৈচে।

| | উত্পন | ভগন |
|---|---|---|
| বঙ্গাল প্ৰদেস | ১০,০৪,৩৬,৭৭৬ | ১২,৯৮,৫২,১৯১ |
| ওপৰ হিন্দুস্থান | ৫,৮৩,৩৯,৫০০ | ১,৯৪,৫৬,৫০০ |
| মান্দ্ৰাজ | ৫,১৫,১৪,৫৩৭ | ৫,৬৭,৫৯,৯৮০ |
| বম্বাই | ৩,৯৪,১৪,২৮০ | ৪,৬২,৯৫,৮৪২ |
| ইঙ্গলণ্ডত খৰচ | | ৩,০১,২৯,০০০ |
| মুঠে | ২৪,৯৭,০৫,০৯৩ | ২৭,২৪,৯৩,৫৯৩ |

খৰচ বাৰ্ঢ়িল ২,২৭,৮৮,৫০০ দুই কোটি আঠাইচ লাখ টকা। সেই উত্পন টকাৰ ভিতৰত মাটিৰ খাজনা ১৪,১৬,৪৫,০০৫; লোনৰ সুত ২,৫০,১৮,৩২৭; কাফিঙৰ লাভ ৩,৫৩,৮৬,০০৬।

এই হিন্দুস্থান দেসত সকলো সৈন্যৰ অধিকাৰ প্ৰধান সেনাপতি হবলৈ চেৰ উলিয়ম গম চাহাবক নিজোজন কৰিলে। ইঙ্গলণ্ডৰ পৰা তেঁও আহি পোআতে এতিয়াৰ প্ৰধান সেনাপতি শ্ৰীযুত চেৰ চাৰ্লচ নেপিয়ৰ চাহাব ইঙ্গলণ্ডলৈ উলটি জাব।

কৰ্নল কিঙ্গ নামে এজন সেনাপতিএ ৰনত আপোনাৰ সেনাবিলাকক ভাল ৰূপে চলাই নি নিয়াত প্ৰধান সেনাপতি চেৰ চাৰ্লচ নেপিয়ৰ চাহাবে তেঁওক দাই ধৰি লোকৰ আগত তেঁওৰ গাত দোস দিয়াত কৰ্নল কিঙ্গ চাহাবৰ অতি চিন্তাকুল হৈ আপোন ঘাতি হৈ মৰিল।

মনিপুৰৰ ৰজা কাঁইটিয়া সিঙ্গৰ ৰদায়েক দুত্রিয়া সিঙ্গ আগৰ বাৰৰ পৰা গুচুআ হলত সি দ্রোহ পাতি ২০০ সেনা গোটাই ৰন কৰিব ধৰিলে; তাতে তেঁওক ধৰিবৰ নিমিত্তে এজন সেনাপতি আৰু চিপাহি পঠালে; সিইতে লগ পাই হিলৈৰে গুলিয়াই ১১ মানুহক মাৰিলে; দুত্রিয়া সিঙ্গৰ গাতো গুলি লাগিল। তাৰ পাচে কাপ্তান বেকৰ চাহাবে বগা সেনাই সৈতে সেই দ্রোহিয়াক বিচাৰিবলৈ গল, কিন্তু নে পালে।

মলমাইন নগৰৰ এখান সম্বাদ পত্রত লিখিচে, ইম্লি নামে এজন ইঙ্গৰাজি চাহাবে মান ৰজাৰ পৰা সেনাপতি বাব পাই মানৰ সেনা গোট খুআই চিয়াম অর্থাত জিউতৰা দেস আক্রমন কৰিবলৈ উপাই কৰিচে।

চিংহল অর্থাত লঙ্কা দিপৰ কলম্বো নগৰত এলিয়ট নামে জি এজন চাহাবে এক সম্বাদ পত্র চলাইচে, তেঁও গাল নগৰৰ পৰা বিলাইতি ডাক অতি বেগে পাবৰ নিমিত্তে এবিধ পাৰ চৰাই পুহি ডাক নিবলৈ বাৰে মাহ মান সিকাই এতিয়া নিবলৈ ধৰিচে। সেই বিধ পাৰ আপুনি থকা ঘৰত বৰ আসক্ত; আন ঠাইলৈ নি মুকলি কৰিলে সি একে বাৰে তাৰ গৰাকিলৈ উভতি আই। এলিয়ট চাহাবে আপোনাৰ এনে এক ডাকুআল পাৰ গাল নগৰলৈ পঠাই দিয়াত, তেঁওৰ মিতিৰে ডাক দু দিন মান ৰাখি আগষ্ট মাহৰ ইঙ্গৰাজি ডাক পাই তাৰ প্রধান কথা সৰু চিঠিত লিখি চৰাইৰ ঠেঙ্গত বান্ধি মেলিলত সি পোনাই উৰি গৈ ২॥ আৰৈহ ঘণ্টাত গৰাকিৰ ঘৰ পালেগৈ, তাতে সেই সকলো কথা পত্রত চাপি দেসত চলাইচে। ডাকৰ মানুহে দুই তিনি দিনে পাই; সেই দুই নগৰ ৭৫ মাইলৰ আঁতৰ। মাহে মাহে চৰাইৰে ডাক আনিম বুলি থিৰ কৰিচে।

ইউৰোপৰ দেসবিলাকত ঠায়ে ঠায়ে মাউৰে ধৰি ভালেমান মানুহক মাৰিচে। আফ্রিকা বৰিসৰ আলজেৰি দেসতো লাগিচে, তাতে কেৱল মানুহ ন হই, কুকুৰ, কুকুৰা আদি জন্তুৰ মাজতো লাগি বহু মৰিচে।

আলজেৰি দেসৰ ভিতেৰি জিলাত লাখ লাখ ফৰিঙ্গ ওলাই সকলো দেস নষ্ট কৰিচে। তাত নিবাসি সকলো জাতি লোকে একে লগে গোট খাই বেৰি ধৰি মাৰ ঠাইলৈ খেদি চাৰিও ফালে বনত জুই লগাই বহু পুৰি মাৰে, পাচে আন ঠাইলৈ গৈও সেই দৰে কৰি মাৰি মাৰি থাকে।

ফ্রাঞ্চিৰ আগৰ ৰজা লুই ফিলিপ ৭৬ বচৰ বয়স হৈ ২৬ আগষ্টত ইঙ্গলণ্ডৰ ক্লেৰ্মন্ত নগৰত ম্রিত্যু হল।

শ্রীজুত ফ্রাঞ্চিচ ওঅর্দেন নামে কম্পানিৰ এজন ডিৰেক্তৰ চাহাবে আপোনাৰ বাব এৰি দিলত তেঁওৰ সলনি হবলৈ শ্রীজুত হেনৰি থোৰি প্রিন্সেপ এক্কোআইৰ চাহাবক সেই বাব দি ডিৰেক্তৰ পাতি থলে।

স্লেস্বিকৰ সেনাবিলাকে কোঁঠৰ পৰা ওলাই দেন্মার্ক সেনাপতিৰ কোঁঠত জুধ ধৰিলে, কিন্তু ৩০০ মানুহৰ হানি হলত বলে নোআৰি হহকি গল।

হেচিয়া দেসৰ অধিকাৰে কানোন মতে ৰাজ্য ন চলোআৰ কাৰনে, প্রজাবোৰে সোধ কর্ত্তাবিলাকৰ আগত গোচৰ কৰিলে; পাচে দেসাধিকাৰে সোধত ঘাটি দেসান্তৰ হৈ গল।



ধৰম আৰু বিদ্যা সিকোআ কৰম চলোআ গ্রিক দেসৰ কক্সিয়তাকি নামে এজন প্রধান বিসয়া আপোনাৰ ভিৰোতাই সৈতে বখত হেৰো থাবলৈ গৈ গধুলি বেলি উলটি ঘৰ পাই

সোমাঁওতেই কোনো সোহিয়া মানুহে থাপ দি তেঁওক গুলিয়াই মাৰিলে; বধ কৰাটো পলাল।

ইঙ্গলণ্ড আৰু ফ্ৰাঞ্চৰ মাজে দি ডোবৰ নামে সাগৰৰ এটা সুঁতি আছে; তাৰ বহল ২০।২৫ মাইল হৈছে। পানিৰ তলে দি বিদুলি তাৰ চলাম বুলি ৬ মাহ মান সুম কৰি লোহাৰ গুনা সাগৰৰ তলে ই বামৰ পৰা সি বামলৈ নিবলৈ উপাই কৰিছিল। পাচে সকলো তৈয়াৰি হলত ২৮ আগষ্টত গুনাৰ ই মুৰ ডোবৰ নগৰৰ এটা খুঁটাত লগাই ৰাখি এক ভাপ জাহাজে ফ্ৰাঞ্চৰ দেসলৈ সি মুৰ নি লগালেগৈ। সেই গুনা ধানৰ নৰা ডাঙৰ সমান ডাঙৰ, তাক লোনা পানিএ জেন নো চোএ, গটাপৰ্ছ্যা এঁঠাৰ নলিৰ ভিতৰে দিয়া হৈছে। এঁঠাৰ নলিৰে সৈতে গুনা ১৩৬ মোন গধুৰ হৈছিল। জাহাজৰ মাজত এটা ঘুৰনিয়া বৰ কাঠত মেৰাই থোআ হৈছিল; পাচে জাহাজ জাঁওতে কাঠ ঘুৰাই গুনা সাগৰত পাৰি জোআ হল। গুনা মাটিলৈকে তল জাবৰ নিমিত্তে তাত ৫৫।৫৫ হাতৰ আঁতৰত ১০ সেৰ মান গধুৰ সিহ একো ডোখৰ লগাই লগাই দিলে। পানি ঠায়ে ঠায়ে ডবাঙ্গ, ঠায়ে ঠায়ে দ, গুনা তলে তলে বেঁকা হৈ থকাত ৩০ মাইল জুৰিলে। মাজ ঠাইত ৯০ হাত দ হৈছে। ৰাতি পুআ পাৰি দিবলৈ ধৰিলে, ১২ ঘঁটাই গুনা পাতি পাতি গৈ ফ্ৰাঞ্চ দেসৰ কেপ গ্ৰিনি গাঁও গধুলিতে পালেগৈ। তাত বৰ গৰা আছে, গৰাৰ ওপৰে গুনা তুলি লগালত ইলেকৃত্ৰিক জন্ত্ৰ আনি গুনাত বিদুলি ভৰাই দি একে নিমিসতে ইঙ্গলণ্ড দেসলৈকে বাত্ৰা চলি গল। পাচে ই দেসৰ সি দেসৰ অনেক কথা বাত্ৰা কৈ কৈ আছিল। কিচু দিনৰ পাচে সেই গৰাৰ সিলত গুনা ঘঁহনি খাই চিগি গল; এতিয়া তাক তুলি ভগা চিগা ৰাতি পেলাই সিল ন থকা সৰ ঠাইত লগাবলৈ উপাই কৰিচে।

মিনৰ্বা নামে এখান ভাপ জাহাজে আগষ্ট ১৯ তাৰিখে লিবৰপুল নগৰ এৰি গৈ মেকচিকো দেসৰ ভাল কাঠ বোজাই এখান জাহাজত ৰাতি খুন্দা খালত কাঠৰ জাহাজ একে বাৰে ভাগি তল গল। তাৰ ১১ আমেৰে মানুহৰ মাজত ৪ জন মাথোন উপঙ্গি, ভাপ জাহাজৰ সৰু নাৱে খেদি ধৰাত উঠি ৰখ্যা পৰিল। ভাপ জাহাজৰো আগ ফাল ভগাত পানি সোমোআৰ কাৰনে ভই পাই ওচৰত বৌমাৰি নগৰলৈ বেগাই গৈ উঠিলগৈ।

শ্ৰীমতি জেনি লিণ্ড নামে চুইদন দেসৰ একনি তিৰোতা অতি সুন্দৰ উত্তম গায়ন হোআ দেখি, তেঁও গিত্ গোআ সুনিবলৈ সকলো মানুহে ৰৰকৈ খেদি জাই, এবাৰ সুনিবলৈ গাইপতি দুটকা এটকা এই ৰূপে ধন দিএ। আমেৰিকা দেসত গান কৰিবলৈ একন মানুহে মাতি, দিনে দিনে ২০০০ টকা দিম বুলি কথা ৰাখিলে। পাচে নুয়ৰ্ক নগৰ পালত তাৰ মানুহবিলাকে তেঁও গান কৰা ঘৰত সোমোআৰ বহু চিঠি কিনি লোআত কোনো দিনা কুৰি, জেৰ কুৰি হেজাৰ ধন উঠে।

কালিফৰ্নিয়া দেসৰ চানফ্ৰান্সিস্কো নগৰত আকও জুই লাগি নগৰৰ ত্ৰিতিয় ভাগ মান পুৰিলে; হানি হল ১,০০,০০,০০০। চোৰে লগোআ জেন জানি তাক কোনোএ ধৰি দিবে, তাক ১০,০০০ টকা দিম বুলি জনাইচে। সেই দেসত আগতকৈ বহুত সোন ওলাইচে; সিলৰ এটা পৰ্বত সোনেৰে পুৰ হৈ আছে বুলি কই; হাতুৰি বটালিৰে সিল কাটি ৰূপ সোন মিহলি হৈ থকা দুইকো পাই।

কোনো সম্বাদ পত্ৰত লিখিচে, বোলে, পৰ্বত কাসত থকা শ্ৰীজুত মিষ্টৰোৱকনাৰ্হাগেনিকৃদেৰেগ্লোবিহুনিগেনস্তৰ্বেন সাহাবে জন্মনাৰ পৰা পৰি তাৰ নাম তিনি ডোখৰ হৈ ভাগিল; কুৰি ডোখৰকৈ ভগা হলে তেহে কি জানি আমি মুখে গাব পাৰিলোঁহেঁতেন।



Gigantic Tortoise from the Cape of Good Hope presented to the Queen.

## কাচৰ বিবৰণ।

The Tortoise

গাইচৰ নামে ভাপ জাহাজ গুড হোপৰ পৰা ইংলণ্ডলৈ আবৰ কালত শ্ৰীজুত ভক্তৰ স্যিয়া চাহাবে মহা ৰানিক ভেঁটি দিবৰ নিমিত্তে এটা বৰ কাচ সেই জাহাজত তুলি দি পঠালে। সেই কাচ আগেয়ে গালিপাগো মাজুলিত ধৰি জাহাজত আনি বচৰ চাৰেক পোহ্ পাল কৰি আছে। তাৰ বয়স ১৮০ বচৰ মান হল। তাৰ দিঘলে প্ৰাই ৪ হাত, ওখ দু হাত, গধুৰে ৬ মোন। তাৰ ৰখিয়াই পিঠিত উঠি গলে সি অপ্ৰয়াসে লৈ জাই; ৩। ৪ মানুহকো নিব পাৰে। তাৰ আহাৰ ঘাঁহ, আলু, আৰু লাউ কোমোৰা। জাহাজত জাঁওতে প্ৰায়ে লাউ কোমোৰাৰে পুহিলে।

কাচটৰ গাত দুখন চলঙ্গ আছে; পিঠি ফালৰ কুঁজা, বৰ সকত, ভাত কিবা পৰিলে একো দুখ নে পাই। বুকৰ চলঙ্গ তাতকৈ অলপ কোমল, চেপেটা, মাটিত চুঁচৰি জাই। সেই দুখন চলঙ্গৰ ভিতৰত মুখ, ভৰি চপাই লুমাই ৰাখে; তাৰ কোনো সত্ৰুএ ধৰিলে সি মৰা জেন হৈ থাকে, চলঙ্গৰ বাহিৰে একো দেখা নে পাই। তাৰ কামি হাৰেই ওপৰ চলঙ্গ হই; বুকৰ হাৰেই তলৰ চলঙ্গ; ৰাজ হাৰ ভিজি আৰু নেজৰ ফালে সৰাৰ পাৰে মাথোন। তাৰ দাঁত নাই, ধাৰ থকা ঘুৰনিয়া হাৰ দাঁতৰ ঠাইত থাকে। মুৰ কাটিলেও অনেক দিন জিয়াই থাকে; কটা মুৰেৰেও কামুৰিব পাৰে। মাহ চাৰেকলৈ একো নে খাই জিব পাৰে, মৰা বৰ টান। কাচ অনেক বিধ আছে; কেতবিলাক মাটিত থাকে, পানিত পেলালে মৰে; কিন্তু প্ৰায়ে সকলো বিধ বামতো পানিতো থাকিব পাৰে। কোনো কোনো বিধৰ মঙ্গহ খাবলৈ ভাল, সাগৰৰবিলাক আটাইতকৈ ভাঙ্গৰ। কনিৰ পৰা ওপজে; একে ঠাইতে একুৰি, বা দু কুৰি একে বাৰে গাঁত খানি পাৰি বালিৰে পুতি জাই; তাৰ একুৰি মান দিনৰ পাচে পোআলি জগি ওলাই আপুনি পানিত পৰেগৈ। মানুহে খোজৰ চিন ধৰি কনি বিচাৰি আনে, কোনো লোকে খাই। সাগৰৰ কলপতিয়া ৰৰনিয়া কাচ আটাইতকৈ ভাল; আমেৰিকাৰ মাজুলিত পাই, মঙ্গহ খাবলৈ বৰ সোআদ; ধৰি জাহাজত পঠাই দি অনেক দেসত বেচে। চকৰ থকা এবিধৰ হাৰ বৰ সুঅনি; কনি আদি তাৰ কৰিবৰ নিমিত্তে বৰ দামলৈ বেচে, সেই হাৰ তপতাই গ্ৰমেৰে ঘঁহিলেহে তাৰ সুন্দৰ বৰন ওলাই।



## ৰামগতিৰ বিবৰন।

Account of Ramgoti, by Rev. J. C. Page.

বাখৰগঞ্জ জিলাৰ উত্তৰে পচিমৰে চুকে বৰিচালৰ পৰা প্ৰায়ে আঠৈ দিনৰ বাট দুৰত মাদ্ৰা নামেৰে এখন গাঁও আছে; সেই ঠাইতে কঙ্গালি নামেৰে একনে তিনি বচৰ মানৰ আগেয়ে খ্ৰিষ্টৰ সুভ বাত্ৰা প্ৰকাস কৰিচিল; তেঁও খ্ৰিষ্টিয়ান মত লোআৰ আগেএ, এজন বৰ লোক হৈ চণ্ডালৰ এক সমূহৰ মাজত মহন্ত হৈছিল। এই জিলাৰ মাজত ফুৰোঁতে তেঁও জে ৰকপৈ সুভ বাত্ৰা প্ৰকাস কৰিচিল, তাত কোনো সংসই নাই; সই সই মানুহে তেঁওৰ কথা সুনিলে, আৰু তেতিয়াই মাদ্ৰা গাঁৱৰ বহুত মানুহে পৰিয়ালে সৈতে একে মন হৈ জাতি কুল এৰিলে; আৰু অনেকে ত্ৰান কৰ্ত্তা যিচুৰ নামত বিশ্বাস কৰি মণ্ডলিৰ ভিতৰ সোমাল।

সেই বিশ্বাসিবিলাকৰ মাজত ৰামগতি নামে এজন লৰাও আছিল; সি আপোনাক চেনেহৰ পাত্ৰ জেন দেখাবৰ আগেয়ে খিন বগা, অকামিলা, কুচিত আকাৰ আছিল। দৰিদ্ৰ হৈ দুখিয়া গিয়াতি কুটুম্বৰ উপকাৰ কৰা অসমৰ্থ হই; সেই ডেকা মানুহৰ এই ৰূপ অৱস্থা হোআত তাৰ জিৱন কালত সংসাৰিক বিসয়ত বৰ আনন্দ নাই কিচিল; কিয়নো তাৰ বাঁৰি মাক, বাঁৰি ভনিএক, আৰু সেই ভনিএকৰ লৰাবিলাকক প্ৰতিপাল কৰিব লাগে, আৰু আপুনিও ৰুগিয়া আছিল। মণ্ডলিত সোমাবৰ সময়ত মন পালটনৰ ভালকৈ প্ৰমান দিব পাৰিলে নে নোআৰিলে, মই তাক কব নোআৰোঁ; কিন্তু জি সমই মই তাক প্ৰথমে দেখি তাৰ আচাৰ বেৱহাৰৰ কথা বুজিলোঁ, সেই কথা অলপ লিখিম।

জোআ তাৰ মাহত আন আন গাঁৱত জিবোৰ খ্ৰিষ্টিয়ান মণ্ডলি আছে, সেই ঠাই আৰু মাদ্ৰা গাঁৱতো গৈ আমাৰ খ্ৰিষ্টিয়ান প্ৰতি মণ্ডলিৰ লোকৰ আচাৰ বেৱহাৰ বুজিবৰ নিমিত্তে বিচাৰ কৰিলোঁ। তাতে মোৰ দ্ৰিষ্টি সেই লৰাত পৰি তাক একলিয়াকৈ নি, তাৰে সৈতে কিচু কথা বাত্ৰা হলোঁ। আৰু জেতি বাৰ আমি ইস্বৰলৈ সেৱা কৰা হৈছিল, তেতি বাৰ সি উপদেসলৈ ৰৰকৈ মন দি আছিল। সিবিলাকৰ মাজৰ অনেকে সংসাৰিক বিসয়ত বৰ দুখ আৰু কেলেস পাই থকাত, আৰু ভাবনা হোআত, মই এদিন য়োহানৰ ১৪ আধ্যাৰ ১,২ পদ পঢ়ি, সিবিলাকক কিচু সান্তনা কৰিবৰ মনেৰে কথা কলোঁ। উপদেসৰ পাচে ৰামগতি আমাৰে সৈতে কথা বাত্ৰা হবলৈ নাৱলৈ আহিলত মই তাৰ দুখৰ কথা সুধিলোঁ; কিয়নো সি বৰ পিৰিত আছিল। সি বুলিলে, জদি য়িচু খ্ৰিষ্টৰ ইচা হই, তেন্তে মোক ৰক্ষা কৰিব পাৰে; কিন্তু জদি সাস্তিহে দিএ, তেও বিৰক্তি ন হঁও। তাতে মই কলোঁ, এই ৰোগতে তোমাৰ মৰন হব পাৰে, ইয়াকে মই ভাবিচোঁ; পাচে সুধিলোঁ, জি কথাৰে ইয়াত সান্তনা পাব পাৰা, তুমি ধৰম সাস্ত্ৰৰ এনে কোনো বাক্য জানা নে? পাচে তাৰ চকুৰ লো বৈ থাকি বুলিলে, তোমোলাকে মনত দুখ ন কৰিবা; মোৰ পিত্ৰিৰ ঘৰত অনেক থকা ঠাই আছে। সি কোনো ইস্কুলত উত্তৰ দিবলৈ সিকিচিল, এনে ন হই; পৱিত্ৰ আত্মাৰ অনুগ্ৰহত তাৰ মনত জি কথা পৰিল, তাৰ বাহিৰে আন সকলো কথাত অগিয়ানি আছিল। আহিন মাহত মই জেতিয়া ঘৰলৈ উভতি আহিলোঁ, তেতিয়া তাকো ৰক্ষা কৰিবৰ নিমিত্তে লগত ললোঁ; আৰু তেতিয়াৰে পৰা তেৰ মাহলৈকে সি মোৰ চকুৰ আগত আছিল; তাতে সি এজন ৰকপ খ্ৰিষ্টিয়ান হই, ইয়াৰ নিচই প্ৰমান পালোঁ। সেই ডেকা মানুহ লুভিয়া, নাইবা এলেহুআ, নাইবা চেল চেলিয়া, তেনে ন হই; সকলো খ্ৰিষ্টিয়ানে তাক বৰ প্ৰিতি কৰে, আৰু কোনো কালে কেৱে দুষ্টালি কথা কবৰ, বা কোনো বেয়া কৰম কৰিবৰ দেখা নাই। ই. হ. ৰ.

*To be continued.*

## পুৰণি অসম বুৰঞ্জি।

Assamese History.—No. 4.

এঁওৰে পুত্ৰ ত্যাওলুং চুতেওফা ৰজা হল, ১২৬৪ (১১৯০) সঁকত। এঁৰে ভোগ কৰিলে ১৬ বচৰ। ১২৭৭ সঁকত এঁওৰে পুত্ৰ চুবিনফা ৰজা হল; নাক্নি মুংমাও (৪৫) সঁকত হৰাল, এঁৰে ভোগ কৰিলে ১২ বচৰ। এঁওৰে পুত্ৰ ত্যাওলুংতাও চুখাংফা ৰজা হল, ১২৮৯ সঁকত। পাচে আমাৰ ৰজা দেৱেৰে কমতেশ্বৰেৰে জুধ বিস্তৰ হল, তাৰো আমাৰো বিস্তৰ সেনা পৰিল। পাচে কমতেশ্বৰে জুধে বলে নোআৰি আমাৰ ঠাইলৈ প্ৰিতিৰ দৰ্সাই নচ্‌কৰ এটাক পঠালে। নচ্‌কৰে আহি কলেহি, তোমাৰ আমাৰ কন্দল গোট কোনো বচৰ কোনো মাহ্ জুধ গুচা নাই, অনেক লোক জন খই; এতেকে লোক জনক ৰখ্যা কৰি প্ৰিতিতে ৰহক, আমিও প্ৰিতিতে ৰহোঁ; ৰাজনি নামে মোৰ ভনিটি আছে, তাকে স্বৰ্গি ৰজালৈ দিচোঁ। কি বোলে? এই কথা সুনি চুখাংফা ৰজা দেৱে ভাল মানুহ পঠাই কুঁঅৰিকৈ আনিব দিলে। পাচে কমতেশ্বৰে কন্যা দি পঠালে, তাৰে পৰা প্ৰিতি হল। নাক্নি ৰাইচিঙ্গা (২৪) সঁকত তাওলুং চুখাংফা ৰজা হৰাল। ৰাজ ভোগ কৰিলে ৩৮ বচৰ।

১৩২৬ সঁকত তাৰে পুত্ৰ ত্যাওলুংত্যাও চুথ্ৰামফাৰে ৰজা কমতেশ্বৰৰ জিয়ৰি ৰাজনি কুঁঅৰিৰ পুত্ৰ ত্যাপুলাইক চাৰিঙ্গ ৰজা পাতিলে। পাচে থাওমুংলুং তিফুখিনে তাপুলাইৰ ঠাইলৈ কথা দি গল; পাচে ত্যাপুলাই, থাওমুংতামেও, এই দুয়ে ৰঙ্গাললৈ ভটিয়াই গল; পাচে ৰঙ্গাল উজাই আহিল। ত্যাপুলাই থাওমুংতামেও ৰঙ্গালৰ লগতে আহিল, আঠাগাঁও ৰানফাঙ্গত ৰহিলহি। পাচে তাৰ পৰা আহি নামতাঙ্গ চাৰিঙ্গত কোঁঠ ৰান্ধি ৰহিলহি। পাচে এই কথা ত্যাও চুথ্ৰাম ৰজা দেৱে সুনি মানুহ পঠাই সুধিব দিলে, বোলে, মই জে নে জানোঁ, কমতেশ্বৰে নো কি কথা ৰাজ্ৰাৰে চাৰিঙ্গ মামতাঙ্গলৈ আহিচে? আৰু ত্যাও চুথ্ৰাম মহা ৰজাই বোলে, মই সুনিচোঁ, তিফুখিন ত্যাপুলাই, সেই দুই সেই ঠাইতে আচে; সেই দুইক আমাৰ ঠাইলৈ পঠাই দিওক। পাচে ত্যাপুলায়ে এই কথা সুনি বোলে, মই জুধকো ন কৰোঁ, ভাৰলৈ যৰলৈকো নে জাঁও; গলে মোক অৱস্যে মাৰিব। পাচে ৰজা দেৱে এই কথা সুনি থাওমুং তিফুখিনক ধৰি আনি মাৰিলে; কমতেশ্বৰো আপোনাৰ ৰাজ্যলৈ গল। নাক্নি প্লেকঙ্গি (৫৬) সঁকত ত্যাওলুংত্যাও চুথ্ৰামফা মৰিল; ভোগ কৰিলে ৩২ বচৰ।

আৰু পাচে ৰজা নাই কিয়াকৈ পাঁচ বচৰ ডাঙ্গৰিয়া সকলে ৰাজ্য প্ৰতিপাল কৰিচিলে। পাচে ডাঙ্গৰিয়া সকলে আলচ কৰি লাহনজিং গাঁৱৰ পৰা চুতুফাক আনি ৰজা পাতিলে। ১৩৪৩ (১২৮৫) সঁকত চুতুফাক আনি ৰজা পাতিলে, চম্লাগুৰি নগৰত থলে। পাচে চুতুফা মহা ৰজা দেৱে চুটিয়া ৰজাই সৈতে সাজি সখি ৰন্ধাই, কতো দিন অন্তৰে এক দিনা প্ৰতি নাও খেলাই, ৰঙ্গ কৰোঁ বুলি চুটিয়া ৰজাই চকুৰি চাফ্ৰাই নৈৰ পৰা নাৱত তুলি ধৰি নিলে। পাচে চুতুফাক নিহোঁহল কৰি পঞ্চত্বক কৰালে। নাক্নি খুতঙ্গি (৮) সঁকত চুতুফা ৰজা দেও মৰিল, এঁৰে ভোগ কৰিলে ১২ বচৰ।

এঁওৰে পাচত ১৩৫৬ (১৩০১) সঁকত ত্যাও খামথি ৰজা হল। পাচে সমস্তো লোকে আলচ কৰি খুন কৰি, নাক্নি কামাও (২১) সঁকত, ত্যাও খামথি ৰজাক মাৰিলে। এঁৰে ভোগ কৰিলে ১০ বচৰ। ৰজা নাই কিয়াকৈ ন বছৰ আচিলে, ডাঙ্গৰিয়া সকলে ৰাজ চৰ্চাকৈ আচিলে।

১৩৬৩ সঁকত থাওখুনচেঙ্গ বুলি ৰৰ আহোমৰ লৰা এটা লুইত সিপাৰে গৰু কিনিবলৈ গৈ, চুতাঙ্গ কুমৰক দেখি গৰু কিনি উলটি আহি, ডাঙ্গৰিয়া সকলত জনালেহি। ডাঙ্গৰিয়া সকলে আলচ কৰি চুতাঙ্গক অনাই চিনি পাই, আমাৰ ৰজাৰ গোষ্ঠি হেন জানি ৰজা পাতি ললে; নাক্নি কংকেও (২৯)

শঁকত, হিন্দু মতে শঁক ১৩৭৫ (১৩১৯)। পাচে চূতাঙ্গ ৰজা দেৱে ধলা নদিএ উজাই আহি, চৰগুআত নগৰ কৰি থাকিল। পাচে সেই দিনতে ভাই তিপামে দ্রোহ কৰিলে, আৰু তাই বক্লচেঙ্গে পলাই গৈ, নৰা ৰজা চুকংফাত জনালেগৈ। পাচে লান্‌খিলিপৰ জিএক ভাই তিপামৰ ঘৈনিএক আহি চুতাঙ্গ ফা ৰজা দেৱত জনালেহি, বোলে, ভাই তিপামে আলচ কৰিচে তোমাক ধৰিবলৈ। চুতাঙ্গফা ৰজা দেৱে এই কথা সুনি, মহ গৰু মাৰি পোহেঁা বুলি, ভাই তিপামৰ ভাল ভাল মানুহ ধৰি মাৰিলে, কোনোবোৰ কাটি তিপামৰ ৰৰ সিলত মুণ্ড মালা বান্ধি থলে। আৰু থুনতাইৰ জিয়ৰি লাঙ্গচেঙ্গ নামে কুঁঅৰি এজনা চুতাঙ্গফা ৰজা দেৱত পৰিলে। এক দিনা ৰজা দেৱে মেল পাতি ভাত খাঁওতে, লাঙ্গচেঙ্গ কুঁঅৰিএ তাবুলাইৰ মুখলৈ চাইচিলে; পাচে তাবুলায়ে লিগিৰিৰ হাতত লাঙ্গচেঙ্গ কুঁঅৰিলৈ বাথৰ পতা আঙ্গঠি এটা দি পঠালে; এই কথা লোকে দেখি ৰজা দেৱত জনালে। এই কথা ৰজা দেৱে সুনি, তাবুলাইক চৌখাম কৰি সোধাই দণ্ড ন কৰি পেটতে থাকিল। পাচে সংসই কৰি তাবুলায়ে, ভাই তিপামে, তামাবাৰে, এই তিনিএ দ্রোহ কৰি নৰা ৰাজ্যলৈ পলাই গৈ, সকলো কথা চুকঙ্গফা ৰজাত কলেগৈ। পাচে নৰা ৰজাই এই কথা সুনি, তঙ্কেপ্লাওক লগত মানুহ দি ৰাজ্য লবলৈ পঠাই দিলে। তাবুলাই, ভাই তিপাম, তামাবাও, এই তিনিও আহি, তিপামৰ কুঁহিয়াৰ বাৰিত নৰাই সৈতে ৰলহি। পাচে ত্যাওফা বুৰা ৰজা দেৱে এই কথা সুনি, লাউৰি হাতিত উঠি খেদি গৈ, তিপামৰ কুঁহিয়াৰ বাৰিত জুধ ধৰিলেগৈ। থাওমুঙ্গে ত্যাত্যানবিনে ঘোঁৰাত উঠি গৈচিল, ৰজা দেৱৰ গাত অলপ মান ঘা লাগিল। তঙ্কেপ্লায়ে জুধে নোআৰি আপোনাৰ দেসলৈ গুচি গল। তাবুলাই, ভাই তিপাম, তামাবাও, এই তিনিএ নৰাৰ লগ এৰি ভটিয়াই কমতেস্বৰ ৰজাৰ লগ ললেগৈ। পাচে ৰাজনি কুঁঅৰিএ এই কথা সুনি, কমতেস্বৰলৈ বুলি পঠালে, বোলে, পুৰ্ব্বত দুয়ো দলৰ দন্দ কন্দল হিংসা সৰ্ব্বদায়ে আচিল। জেথৰ মোক দিলে, তাৰে পৰা অনেক দিন কন্দল নাই, দুয়ো ৰাজ্য ভালে কৈল্যানে আচিলে। পাচে কপাই লস্কৰক পঠালে, বোলে, তই জা, ককাইৰ আগত মোৰ কথা কৰিগৈ মই জে মাকৰ ঘৰতে আচোঁ, এখন কন্দল কৰিবলৈ ভাল ন হই; আৰু পুৰ্ব্বতো মোক দিচে, এতিয়াবো জিয়ৰি এটি দিয়ক, অন্যো দিনলৈকে প্রিতি ৰহোক। পাচে চুতাঙ্গফা ৰজা দেৱে ৰাজনি কুঁঅৰিৰ এই বচন সুনি, ত্যাত্যানবিনক পঠালে, বোলে, কমতেস্বৰে জে বঙ্গালক জুজিবলৈ সৈন্য থুজি আহিচে, তই জায়্ব কৰগৈ, আৰু জদি কন্যা দিএ, তয়ে লৈ আহিবি। পাচে ত্যাত্যানবিনে গৈ এই কথা কমতেস্বৰত কলেগৈ; কমতেস্বৰেও সকলোৰে আলচ কৰি, জিএক ৰাজনি কুঁঅৰি পাতি দি পঠালে। কমতেস্বৰ বাপেক পুথাৰকৰ নাও, ৰাজনি কুঁঅৰিৰ বাপেকৰ নাম চেথঙ্গ; ভাজনি কুঁঅৰিৰ বাপেকৰ নাম মানিক; কন্যাৰ লগত দিয়া জৌতকৰ লেখা, দঁতাল হাতি এটা, মাখুন্দি হাতি এজনি, কপৰ জিম বন্ধা ঘোঁৰা এটা, ই ঘোঁৰা ১২ টা, বেটি ২০ জনি, মানুহ ৪৭ ঘৰ, সোন কপ অনেক, জোআঁহি, কাপৰ মহ, গৰু, অনেক থনি দিলে।

☞ এই বুৰঞ্জিত জি শঁক অসুধ হোআ দেখিচোঁ, তাৰ পাচত (.) এনে আঁকেৰে সুধ শঁক সুমুআই লিখোঁ।





## সোনৰ কনি পৰা হাঁহৰ পটন্তৰ ।

**The Farmer and his Goose.**

এগৰাকি গিৰ্ইস্থি মানুহে ৰাজ হাঁহ এটা পুহিছিল । সেই হাঁহৰ বৰন বগা, ভেউকা সকত, কান্দ চুটি, ঠেঙ্গ পতা থকা হালধিয়া, ঠোঁটো হালধিয়া । এনেকুআ দেখিবলৈ ভাল হাঁহক, তাৰ পৰা উপকাৰ পাম বুলি, গিৰিহতে নিতৌ ধান পানি ভাত সামুক খুআই দিনত হলে পানিত নমাই দি গা ধুআই চৰাই, গধুলি চপাই আনি ৰাতি ভাল ঠাইৰ গঁৰালৰ ভিতৰত থই; পুআ হলে উলিয়াই ৰাজত সজাৰ তলত ৰাখে । পাচে চৰাই এই ৰূপে আস্তিকেৰে ৰখাত ক্ৰমে সেই হাঁহ ডাঙ্গৰ হৈ, গিৰিহতে পাবলৈ নিতৌ নিতৌ সোনৰ কনি এটা এটা ৰাতি পাৰি দিএ; পুআ হলে সেই কনি গিৰিহতে পাই সুমাই থই । এই ৰূপে অনেক দিন সোনৰ কনি পোআত সি ভাবিলে, এই হাঁহৰ পেটত অনেক অনেক সোনৰ কনি আছে, ইয়াক মাৰি পেট ফালিলে একে বেলিএ সৰহকৈ সোনৰ কনি পাম; এই ৰূপে কুবুধি হৈ সেই সুন্দৰ হাঁহ মাৰি তাৰ পেট বখলিয়াই চাই, সোনৰ কনি এটাও নে পালে, অকল মাৰি ভুঁক পালে, হাঁহ মাথোন মৰিল, আগলৈ নিতৌ এটাকৈও কনি নো পোআ হল ।

এয়েৰে জি মানুহে একে বেলিতে সৰহকৈ ধন পাবৰ ইচা কৰি অনিয়াই ৰূপে ধনৰ থলত দুখ দিএ, সি নিচৈ ধন নে পাই, আগলৈ অলপকৈ ধন পাবলৈকো আসা গুচে, ধনৰ থল মাথোন নষ্ট হই । জি মানুহে অলপ অলপকৈ অনেক দিনলৈ ধন পাম বুলি, ক্ৰমে ক্ৰমে নিয়ায়েৰে থলত দুখ নি দিয়াকৈ ধন লই, সি ক্ৰমে অনেক ধন পাই, আৰু আগলৈ পাবলৈকো থল থাকে ।

---

ৰঙ্গপুৰ নগৰৰ ভিতৰত সোন আদি পাবলৈ মাটি খানি, জি এটা পিতলৰ সিংহ কোনো হিংসাসনৰ তলত লাগি আছিল, তাক পাই এজন মানুহে আমাৰ হাতত দিচে; তাৰ নক্চা এই ।



Bronze Lion dug up at Rongpur.

সেই নগৰৰ তলাতল যৰৰ ওচৰত দুই তিনি বচৰৰ পৰা গাঁৰলিয়াবিলাকে কিবা পাবৰ এসাত এতিয়ালৈকে খানি আছে; মাজে মাজে কেতিয়াবা অলপ পাই, কিন্তু প্ৰায়ে সুদা স্ৰম মাথোন কৰি থাকে । ॥

---

**THE ORUNODOI,**
**A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.**

**N. BROWN, EDITOR.**

***Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.***

৳# অৰুনোদই সম্বাদ পত্ৰ।

পঞ্চম চোআ। মোং সিৱসাগৰ, ডিচেম্বৰ, ১৮৫০ খ্রিং অং সঁক। নম্বৰ ১২।

VOL. V. SIBSAGOR, ASAM, DECEMBER, 1850. NO. 12.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

আঙ্গামি নগাই সেই বেলা ভোগচন্দ দাৰোগাক মাৰিবৰ কাৰনে গত নৱেম্বৰ মাহত স্ৰীজুত মেজৰ ফকেট চাহাব আদি অনেক সেনা সেনাপতিএ সিইঁতৰ কোঁঠ লববৈলে গোলাঘাটত গোট খাই ডিমাপুৰে দি পৰ্বতলৈ গৈচিল; স্ৰীজুত কমিস্যনৰ বৰ চাহাবো পাচত গৈচে। এতিয়া বাত্ৰা আহিচে, সেনাবিলাকে খানামা গাঁৱৰ কোঁঠ পাই, ১০। ১১ ডিচেম্বৰ তাৰিখে বৰ টোপেৰে গুলিয়াই গুলিয়াই জুধ কৰি সেসত কোঁঠ ললে। সেই কোঁঠ থিয় গৰা পৰ্বতৰ ওপৰত আচিল, জুধ কৰিবৈলে দুৰ্গম; সিইঁতৰ লগত মনিপুৰিয়া কেতবিলাক থাকি হিলৈৰে গুলিয়াইচিল; পৰাজই নৌ হঁওতে চিপাহি দুটা গুলিয়াই মাৰিলে, ২৮ টা খুন কৰিলে।

ডিমাপুৰৰ ওচৰত দুটা কুলিএ নৈতে এটা টেকেলাই ডাক লৈ জাঁওতে পাঁচোটা নগাই ভেঁটি ধৰি এটা কুলিক মাৰি মুৰ কাটিলে, সিটো কুলি পলাই আহিল, টেকেলাৰ একো বাত্ৰা নোলাল।

আমাৰ পণ্ডিত স্ৰী খেটকেৰৰে এই কথা লিখি পঠাইচে, জোৰহাটৰ ওচৰৰ পথাৰত মৰা আৰু মাখুন্দি হাতি কেতবিলাকে আহি ধান খাই মানুহৰ বাৰি সোমাই কলা চোআ গচ আদি কৰি ভাঙ্গি খাই, জুই দেখালেও নে জাই, খেদিবলৈ জোআ মানুহকো মাৰিব খোজে। এই বাৰৰ দৰে ইয়াত বনৰিয়া হাতিৰ অপদ্ৰুও কেতিয়াও হোআ নাই। আন্দাজে পথাৰৰ ধান চুকালে মানুহৰ ঘৰ ভাঙ্গি ভঁৰালৰ ধানকে খাৱ। খেতিয়কবোৰ মানুহৰ বৰ প্ৰমাদ হৈচে; এই জাৰত ৰাতি পথাৰত ধান ৰাখি থাকে।

বালি গাঁও মৌজাত, বনৰিয়া গাহৰিএ পথাৰৰ ধানত চলে চলে পৰি ধান খাই খচি, অনেক ধান নষ্ট কৰিচে, আৰু ভঁৰালো ভাঙ্গি অনেক মানুহৰ ধান খাইচে; প্ৰাই মানুহে ৰাতি ধান ৰাখি পথাৰতেহে থাকে। জি এলেহুআ মানুহে ধান ৰখা স্ৰম মানি ঘৰত আচে, তাৰ আটাইবোৰ ধান নষ্ট হৈচে।

উজান দেস চাবৰ মনে চন্দ্ৰকান্ত সিংহ মহা ৰজাৰ পুত্ৰ স্ৰী স্ৰী হেমকান্ত সিংহ জুৱ ৰাজে গত নৱেম্বৰ মাহত গুআহাটিৰ পৰা উজাই আহি জোৰহাট পালেহি, কিচু দিন জোৰহাটত থাকি ৰচাত খাত চাববৈলে গৈচে।

এই বাৰ মালৌ পথাৰৰ খুঁটিৰ মহবোৰ অনেক মৰিচে, পোআলি প্ৰাই উঠাই নাই। গাখিৰৰ এই বাৰৰ দৰে জোৰহাটত আটক কেতিয়াও হোআ নাই।

ডিচেম্বৰ ৬ তাৰিখে হিন্দুস্থান দেসৰ প্ৰধান সেনাপতি বাবে চেৰ উলিয়ম গম চাহাবে জাহাজত আহি কলিকতা নগৰ পালেহি।

কলিকতা নগৰত কাইট নামে এজন চাহাবে বলুন জন্ত্ৰ সাজি ৫ নৱেম্বৰ তাৰিখত ৰাজা বৈদ্যনাথ ৰাইৰ বাৰিৰ পৰা ৯ বজাৰ সময়ত আকাসলৈ উঠি গল। পাচে ১০ বজা মানত দমদম নগৰৰ মানুহে তেঁওক ওপৰে উৰি



জোআ দেখিলে । অতি ওখলৈ উঠিলত বৰ জাৰ পাইচিল, তাতে বৰ চোলা পিন্ধিলে, কুঁঅলি সৰহ হোআত প্রিথিবিক নে দেখিলে । পাচে বায়ুএ সি ফাললৈ ঘূৰাই নিয়াত ১২ বজাত বৰ পানি এডোখৰ দেখি, তালৈ গৈ সাগৰত পৰিম বুলি ভই কৰি নামিবৰ নিমিত্তে বলুনৰ বায়ু উলিয়াবলৈ তাৰ দুআৰৰ ৰচি টনাত সি চিগিল; পাচে হাতত জি এডাল জাঠি আচিল, তাৰে বলুন বিন্ধি দিয়াত প্রিথিবিৰ ওচৰলৈ নামিল । পাচে পথাৰৰ ধান আদি গচৰ ওপৰে উৰি গৈ এঘণ্টা মানৰ মুৰত কোনো গাঁও দেখিলে, তাতে ৰবলৈ লংগৰ পেলাই দিলত সি মাটিত ধৰিলে । পাচে গাঁৱলিয়াই দেখিবলৈ আহিলত ৰচি ধৰি বলুন নমাই ৰাখিবলৈ সিইঁতত কলে; কিন্তু ২৫ ৰুপ বক্‌চিচ নি দিলে আমি ন ধৰোঁ, ইয়াকে বোলাত চাহাৰে তাকে দিলে । পাচে সিইঁতে বলুনৰ মুগাৰ কাপৰ কাটি নিবলৈ ধৰিলে; চাহাৰে সিইঁতক মৰিয়াই বৰ স্রুমেৰে জন্ত্র ৰাখিলে । তাৰ পৰা বামে দি ৬ ডাঁৱ মানৰ বাট গৈ ব্রাৰেচত নগৰৰ স্রি ৰাধাবলভ বিস্বাস নামে এজন বাবুৰ ঘৰ পাই তাতে সোমাই ৰাতি থাকিল । সেই বলুন ৩০ হাত ওখ, বেৰে ৫০ হাত, ৭ মোন গধুৰ বস্তু দাঙ্গি নিব পাৰে ।

তাৰ পাচে নবেম্বৰৰ ২৫ তাৰিখে সেই কাইট চাহাৰে আকও উঠিম বুলি জনালত মানুহে গোট খাই ৫ টকা ৫ টকাকৈ ধন দি চাবলৈ বাৰিত সোমাল । ৯ বজাত এটা সৰু কুকুৰ লৈ উঠি লেজু কাটি বৰ বেগেৰে উৰি গল । ক্রমেৰে গৈ গৈ বৰ ওখ হলত তাৰ বলুন অকস্মিতে ফাটি ভিতৰৰ বায়ু আটাইখিনি ওলাল; তাৰ চাৰিও ফালে ধুঁআৰ নিচিনা মেঘ জেন তলৰ মানুহে দেখিলে; আৰু বলুন গধুৰ হোআত বৰ বেগেৰে তললৈ পৰি টলঙ্গ ভলঙ্গ কৰিব ধৰিলে। চাহাৰে ৰচিত বৰকৈ ধৰি থাকি তাৰে সৈতে নামি আহিল, কিন্তু বেগ হোআৰ কাৰনে মাটিত পৰোঁতে বৰ খুন্দা খাই মৰাৰ নিচিনা হল. দিন চাৰেকলৈ বিগিয়ান হৈ আচিল। লোকে তুলি দমদম নগৰলৈ নি ডক্তৰ চাহাবৰ হাতত দিলে । এতিয়া ৰথ্যা পাই আকও উঠিম বুলি উত্রাৱল হৈচে, কিন্তু কলিকতাৰ মানুহে জোগ্যানুসাৰে ধন নি দিয়াত ইয়াত নুঠি আন ঠাইত উঠিম বুলি কৈচে ।

গেল নামে জি এজন চাহাবে বলুনত উঠি উঠি আচিল, তেঁও সেসত ফাঞ্চ দেসলৈ গৈ, পৈতেৰন চাহাবৰ দৰে ঘোঁৰাই সৈতে উঠিল । পাচে নামিলত ঘোঁৰা সোলোকাই দিয়াত বলুন পাতল হৈ আকও উৰি গল; তেতিয়া চাহাবে লেজুৰে সৈতে ধৰি আচিল; কিচু কাল এই ৰুপে ধৰি থাকি বৰ নোঅৰাত হাত এৰি দিলত তললৈ মাটিত পৰি মৰিল। এনেকৈ মানুহ মাজে মাজে মৰি থকাতো আন মানুহে উঠি উঠি থাকে ।

আৰু ফ্রাঞ্চ দেসৰ পৈতেৰন চাহাবে অনেক জন্তুএ সৈতে বলুনত উঠিচে; এদিন

ধোঁৱাত, এদিন উট চৰাইৰ পিঠিত উঠি গল। পাচে তিনি জনি চোআলি ধনৰ এনা দেখাই কাপৰ পিন্ধাই ডেউকাৰ নিচিনা পাখি লগাই দিঘলু লেন্জুৰে বলুনত লগাই ওপৰলৈ দাঙ্গি উৰাই নিলে। পাচে ওখ হোআত তলৰ মানুহে লেন্জু নে দেখি সুন্যত চোআলি উৰি ফুৰা জেন দেখে। এনে অনুচিত তামচা দেখিবলৈ অগিয়ানি লোকে খেদি জাই; তাত বৰ ৰঙ্গ পাই।

আগষ্ট মাহৰ ৪ তাৰিখে দেও বাৰে ইঙ্গলণ্ড দেসৰ মেনাই সুঁতিৰ ওপৰত ন দলঙ্গ চাবলৈ কেতবিলাক সংসাৰিক লোকে এখন সৰু জাহাজ পাই ১২। ১৩ মাইল গলত জাহাজৰ জোৰা মুকলি হোআত বৰকৈ পানি সোমাল। তাতে আটাইবিলাকে পানি সিঁচিবলৈ ধৰিলে, আৰু ভয়ত লিবৰপুল নগৰৰ ফাললৈ উভতি জাবলৈ ঘূৰালে; কিন্তু পানি সৰহ হলত আৰু জাব নোআৰি বামলৈ পোনাই দিয়াত মাটিত লাগি ভাগি অলপতে ডোখৰ ডোখৰ হল। মানুহ প্ৰায়ে আটাই কেইটাই বাম পালে, দুটা মাথোন পানিত মৰিল।

বষ্টন নগৰত ওএবষ্টৰ নামে এজন ডক্তৰ চাহাবে বৰ বিদ্যালয়ত অনেক বচৰ সিখ্যক হৈ আচিল। জোআ বচৰত এজন লোকৰ ধৰুআ হৈ ধাৰ সুজিব নোআৰিলে, আৰু ধনৰ গৰাকিএ তাক খোজাত বৰ লাজ আৰু খঙ্গ হৈ তাক মাৰিবৰ মনেৰে ধন দিম বুলি আপোনাৰ ঠাইলৈ মাতি অকস্মিতে ধৰি মৰিয়াই মাৰিলে। পাচে গাঁৰি ডোখৰ লুকাবৰ নিমিতে তাক ডোখৰ ডোখৰকৈ কাটি কেতখনি জুইৰে পুৰি, কেতখনি চন্দুকত ভৰাই আৰু পানিত পেলাই দিচিলে; কিন্তু অলপ দিনৰ পাচে লোকে তাৰ কিচু গম পাই বিচাৰি স ডোখৰ চাবেক পালে। পাচে সোধ কৰ্ত্তাই ধৰি সোধ কৰি সেসত তাৰ দোসৰ প্ৰমান পাই ম্ৰিত্যু দণ্ডৰ আগ্যা দিলে। সেই আগ্যাৰে ৩ চেপ্তেম্বৰত তাক কাঁচি দিয়া হল। ।

## দিঘল সিঙ্গ থকা পহুৰ ব্ৰিত্তান্ত।

**The Stag and the Hunters.**

কোনো এদিনত এটা দিঘল সিঙ্গিয়া হৰিনা পহু পিয়াহেৰে আতুৰ হৈ এখান বিললৈ গৈ পানি খালে। পাচে জলতে আপোনাৰ ঠেঙ্গ ভৰি সৰু দেখি অসন্তোস কৰিলে; কিন্তু সিঙ্গ ডাঙ্গৰ হোআৰ কাৰনে আনন্দে আচিল। ইতি মধ্যে পহু মৰিয়াবিলাক আহি সেই ঠাই পাঁওতেই হৰিনা পলাই আঁতৰি গল, তাতে পহু মৰিয়া সকলে তাক বধ কৰিব নোআৰিলে। পাচে জেতিয়া সি পৰ্ব্বতলৈ গৈ ভাঠ হাবিৰ মাজত সোমাল, তেতিয়া গচৰ ঠাল আৰু লতাতে দিঘল সিঙ্গ লাগি বন্দি হোআতে পহু মৰিয়াইতে সেই ঠাইতে গৈ তাক মাৰি পেলালে। হৰিনা মৰন কালতে অসন্তোস কৰি বুলিলে, হাই হাই, মই জি ঠেঙ্গ ভৰিকে অনাস্তিক কৰিচিলোঁ, সেয়ে মোক ৰাখিলে, কিন্তু জি সিঙ্গক ভাৰসা কৰি আচিলোঁ, সিএ মোক বধ কৰালে।

ইয়াৰ অৰ্থ এই, বস্তুৰ সুন্দৰলৈ নে চাই, তাৰ গুনলৈ চাই, তাৰ মুল্যৰ বিচাৰ কৰা উচিত। ম.

---



ইঙ্গলণ্ডত মাটিৰ গৰা খানি উলিওআ পুৰনি পাত্ৰ।



## সমুদ্ৰৰ সাপ ওলোআৰ কথা।

**The Sea Serpent.**

আয়ৰলণ্ড দেসৰ ওচৰত থকা সাগৰত অনেক মানুহে এটা বৰ সাপ দেখা পালে। ত্ৰাবৰ্চ নামে এক চাহাবে ৩ চেপ্তেম্বৰত সেই সাপ দেখি তাৰ কথা লিখি সমাচাৰ পত্ৰত চাপিবলৈ পঠালে। সেই দিনত ত্ৰাবৰ্চ চাহাবে নাৱত সেই সাপ বিচাৰি গৈ দেখা পোআ সময়ত সি কুঁচিয়া আদি সাগৰৰ সৰু সৰু মাচ ধৰি খাই আচিল; আন্দাজে ১০০ হাত দিঘল, মেৰে ১৪ হাত মান হৈছিল। সিইঁতে নাৱেৰে চাপি গৈ একে বেলিএ চাৰি হিলৈৰে সৈতে তাৰ চকুত গুলিয়ালে, তাতে সি দুখ পোআ হৈ তললৈ মুৰ কৰি পানিত সোমাই গৈ আৰু নে দেখা হল। পাচৰ সোম বাৰত কিঞ্চেল নামে এক ঠাইৰ ওচৰত কোনো লোকে আকও সেই সমুদ্ৰৰ সাপ দেখিলে। তেতিয়া সি সৰু মাচ খাই আচিল; কিন্তু সিইঁতে তাক দেখিবৰ অলপৰ পাচে সি বৰ বেগেৰে পানিৰ ওপৰে চলি গৈ নে দেখা হল। তাৰ নেগুৰ দিঘল, জোঙ্গা, আৰু পাক চাৰেক মেৰ খাই আচিল।

এনে সমুদ্ৰৰ সাপ অনেক বেলি অনেক ঠাইত দেখা গৈচে। নৰোৱেই দেসৰ মানুহে তাক ক্ৰাকিন বোলে; ইয়াক দেখা সাখি অনেক আচে। ১৭৪৬ সঁকৰ আগষ্ট মাহত ফেৰি নামে এজন জাহাজৰ কাপ্তানে নাৱৰিয়াবিলাকৰ মাজত হুৰা মুৰা সুনি কাৰন সোধাত সমুদ্ৰৰ সাপ আগত আচে বুলি কলে। পাচে ওচৰলৈ আহি কাপ্তানে হিলৈৰে গুলিয়ালত সি একে বাৰে তললৈ গল। তাৰ মুৰ প্ৰায়ে ঘোঁৰাৰ নিচিনা; কোআৰি কলা, বৰ ডাঙ্গৰ; তাৰ দিঙ্গিত ঘোঁৰাৰ দৰে দিঘল বগা নোম; চকু ডাঙ্গৰ আৰু কলা হৈছিল।

গ্ৰিনলণ্ড দেসলৈ জোআ এগেদি নামে এজন মিস্যনেৰি চাহাবে এই ৰূপে লিখিচে, ১৭৩৪ সঁকৰ ৬ জুলাই তাৰিখত অতি ভয়ঙ্কৰ জন্তু এটাই দেখা দি আমাৰ জাহাজৰ মস্তুলৰ সমান ওখকৈ আপোনাৰ মুৰ তুলি তিমি মাচৰ দৰে নিশ্বাসত বৰ ধাৰে পানি সিঁচি দিলে। তাৰ মুখ নেউলৰ দৰে জোঙ্গা, হাঁহৰ পতাৰ নিচিনা দুটা হাত আচিল; নেগুৰ সাপৰ দৰে। এই জন্তুৰ চকু ৰঙ্গা; সি জাহাজৰ সমান দিঘল। ওপৰৰ লিখা সমুদ্ৰৰ সাপতকৈ সি প্ৰিথক এবিধ।

১৮০৮ সঁকৰ জুন মাহত স্কটলণ্ড দেসৰ ওচৰৰ কল নামে এটা মাজুলিৰ দাঁতিত মাক্লিন নামেৰে পাদুৰি চাহাব এজন নাৱত জাঁওতে কিচু দুৰৈত সিলৰ নিচিনা কিবা কলা বৰনিয়া বস্তু দেখিলে, কিন্তু সেই ঠাইত আগৈএ সিল নাই কিয়া দেখি বিস্মই মানিলে। অলপৰ পাচে চাই থাকোঁতে সেই কলা বস্তু পানিৰ ওপৰে উঠিল, তাতে বৰ সৰ্পৰ মুৰ জেন বুজিলে, তাৰ চকুউ দেখিলে। তেতিয়া বৰ ভই পাই নাৱেৰে বামলৈ বেগাই জাবলৈ ধৰাত সাপে পানিৰ তললৈ মুৰ নমাই বৰ বেগেৰে খেদিলে; সিবিলাকে বামলৈ জাপ মাৰি উঠিবৰ পাচে সাপো আহি তৰাঙ্গ পানি পাই আহিব নোআৰি ঘুৰি সাগৰৰ মাজলৈ উভতি গল। সেই পাদুৰি চাহাবৰ আন্দাজে তাৰ দিঘল ৬০ হাততকৈ অধিক হৈছিল। তাৰ ওচৰত থকা আন মাজুলিৰ মাচ মৰিয়াৰ ১৩ খন নাৱৰ মানুহবিলাকে সেই সমুদ্ৰৰ সাপ দেখিলে, আৰু বৰ ভই পাই ৰখ্যা পাবৰ নিমিতে পলাই সৰু জানৰ মুখত সোমাল।

১৮৪৮ সঁকত দেদলচ নামে এখন জাহাজ হিন্দুস্থানৰ পৰা ইঙ্গলণ্ডলৈ জাঁওতে, ৬ আগষ্ট তাৰিখে কাপ্তান মাকোআই আৰু জাহাজৰ সকলোবিলাকে সমুদ্ৰৰ সাপ জাহাজৰ অতি ওচৰে জোআ দেখিলে। তাৰ মুৰ পানিৰ ওপৰে তিনি হাত মান দাঙ্গি আছিল; জাহাজৰ দাঁতিএ পোনে পোনে গৈছিল; তাৰ ডিঙ্গিত ঘোঁৰাৰ নিচিনা নোম আছিল, ডিঙ্গি মেৰে ৩ হাত মান ডাঙ্গৰ। এঘণ্টাৰ ভিতৰত ১২। ১৩ মাইলৰ বাট এইমান বেগেৰে গৈ আছিল।

আমেৰিকাৰ দাঁতিত থকা সাগৰতো এনে সমুদ্ৰৰ সাপ বাৰে বাৰে দেখা গৈচে।

## পুৰনি অসম বুৰঞ্জি।

Assamese History.—No. 5.

আৰু আমাৰো নৰাৰো কটকি আঠ বচৰ অহা জোআ নাই, আৰু মুঙ্গ খামজাঙ্গ, মুঙ্গ আইতন, মুঙ্গ তিপাম, এই তিনি আঠ বচৰ আমাৰ ঠাইতো নৰা ৰজাৰ ঠাইতো কৰ সুত দিয়া নাই, এই নিমিত্তে আমাৰ চুতাঙ্গফা ৰজা দেৱে লাক্নি মুঙ্গচেও (৩৫) সঁকত তাপংমাও কটকিৰ হাতত জাঠি নালত কাকত ভৰাই দি, চুকংফা নৰা ৰজাত কৰ দিলেগৈ, বোলে, খামজাঙ্গ, আইতন, তিপাম, এই তিনি খন মোৰেহে ৰাজ, ইইঁতে জে মোৰ ঠাইতো সি ঠাইতো সুত নি দি আচে, মই গৈ তিনিও খন ৰাজ মাৰিব কৰোঁ; এই ৰুপে কাকতো দিলে, কটকিএও মুখে কলে। পাচে চুকংফা নৰা ৰজাই এই কথা সুনি, মুংখুৰান নামে কটকিক পঠাই, ভাই তিপামৰ আগত কৰ দিলে, বোলে, ভাই তি পামে অচম ৰজাক কৰ সুত নি দি কিয় আচে? মোৰ ভাই ককাই সুত দিব নে নি দিব? এই বুলি আমাৰ কটকি তাপংমাওক বিদাই দি, নৰা ৰজাই সন্দেস পত্ৰ দি ত্যাওলুংবানক পঠালে। সন্দেসৰ লেখা, সুকিলা ঘোঁৰা এটা, তাওকাক পিৰা এখন, নৰা পিৰা এখন, ঘোঁৰাৰ জৌতি কৰা মুখ চাউনি জৰি ১ গচ, জৌতি কৰা তলচা ১ খন। পাচে ত্যালুংবান, তাপংমাও, এই দুই কটকি বাটত আহোঁতে, লাক্নি কংৰাও (৩৯) সঁকত ত্যাওফা চুতাঙ্গ ৰজা দেও ম্রিত্যু হল। এঁওৰ ভোগ ১০ বচৰ। হিন্দু মতে সঁক ১৩৮৫ (১৩২৯)।

এঁওৰে পুত্ৰ চুতাঙ্গ ৰজা হল, লাক্নি ৰাইত্যেও (৫৪) সঁকত ম্রিত্যু হল। এঁওৰে ভোগ ১৫ বসৰ।

হিন্দু মতে সঁক ১৪০০ (১৩৪৪) ত্যাওফা চুফক ৰজা হল। লাক্নি কাচেও (১১) সঁকত চুফক ৰজা দেও ম্রিত্যু হল। এঁওৰে ভোগ ১৮ বচৰ।

হিন্দু মতে সঁক ১৪১৮ (১৩৬০) ত্যাওফা চুচেন ৰজা হল। এঁওৰে দিনত লাক্নি কংত্যেও সঁকত আহাৰৰ দিনত দিনতে এন্ধাৰ হৈছিলে। পাচে আখমপাৰত নগা পানিত হাত জুবুৰিয়াই সপতকৈ, নাকৈ দা তিনি খন দি ৰবিলোঁ বুলি, আমাৰ ভিতৰ সোমালহি। বহুত নগা জাতি, ফৰ, দা হাত উদিয়াই হাবিত লুকাই থৈচিলে। পাচে সেই নগা ওলাই আহি, চুচেন ৰজা দেৱক নগাই ফুকলি মাৰি জুধ ধৰিলেহি। লোক জন অসৱধানে আচিলে, এই নিমিত্তে আমাৰ বিস্তৰ মানুহ পৰিল। লাক্নি তাওচিঙ্গা (৬০) সঁকত জেঠৰ দিনত ত্যাওফা চুচেন ৰজা দেও ম্রিত্যু হল। হিন্দু মতে সঁক ১৪৪৫ (১৪০৯)। এঁৱে ভোগ কৰিলে (৪৯) বচৰ।

এঁওৰে পুত্ৰ চুহানফা ৰজা হল। লাক্নি কামুত (১) সঁকত, তংচুত গৰ বান্ধিবলৈ এঁও মুংডঙ্গক পঠালে। লাক্নি কাপচান (২) সঁকত চতত কচাৰিএ বন কৰিবলৈ আহিল। পাচে ত্যাওফা চুহান ৰজা দেৱে এই কথা সুনি, ফুলুংখামপেঙ্গক সেনাপতি পাতি বনলৈ পঠালে। প্লাইৰিন হাতিত উঠি বন কৰিবলৈ গল। প্ৰুনাংচেঙ্গকো বমুআ নেওগ পাতি পঠালে। পাচে আমাৰ লোক জনে গৈ, দিখৌ পাৰ হৈ ৰামতে ৰলগৈ; কচাৰিএ

খেদি ধৰিলেহি । পাচে খুলাংচেঙ্গে হুহকি পলাই গুচি আহিলে । কচাৰিএ সোঁ হাতে বাঁও হাতে মাৰি ধৰি খেদি আহিলে । পাচে ফুলুংখামপেঙ্গে জুধে নোআৰি হাতিৰে পলাই আহিলে । আমাৰ লোক চকুৰি পৰিল । পাচে কচাৰিএ পাচে পাচে খেদি আহিলে, তংচু পালেহি । পাচে সেই ঠাইতে জুধত এঁওলং পৰিলে । পাচে ত্যাওকা চুহানে আহি দিখৌৰ পাৰ হৈ ৰহিলহি । সেই ঠাইতে থাকি কচাৰিলৈ লাংজি নামে কন্যা এটি দিলে, দঁতাল হাতি ১ টা, মাথুন্দি হাতি ১ জনি, বন্দি ২ টা; আকে পাই কচাৰিএ হুহকি গল ।

আৰু পুৰ্ব্বে থাওমুংলুংকাংতাও নাম আচিলে, তাৰ পো নাতিক ফুলুংখামপেঙ্গ বোলে । আৰু থাওমুংনাংকং নাম আচিলে, তাৰ পো নাতিক ত্যাওকাংবাৰুক বোলে । লাক্নি ভাপৰাও (৩) সঁকত থাওমুংলুং নাম দিলে; ফুলুংখামপেঙ্গক চুলুং নাম দিলে । পাচে ভাইতুৰুংবানে এক দিনা ধান চুৰ কৰিলে । পাচে চুহানে চোৰ পাই বন্দি কৰি থৈ এস কপ ললে । পাচে কতো দিন থাকি ত্যাওকা চুহানে তুৰুংবানক মিচাঙ্গ আওভাৰ দিলে । পাচে তুৰুংবানৰ ফৈদে মিচাঙ্গ আওভাবলৈ বাঁহ আনোঁতে লুকুআই বাঁহৰ ভিতৰত জাঠি আনি থৈচিলে । চুহানে টুপত বহিচিলে, পাচে তুৰুংবানৰ ফৈদে চুঙ্গাৰ পৰা জাঠি উলিয়াই ৰজাক খুঁচিলে । লাক্নি মুংকেও (৫) সঁকত ত্যাওকা চুহান ৰজা দেও মৰিল । এঁৱে ভোগ কৰিলে ৪ বচৰ । হিন্দু মতে সঁক ১৪৪১ (১৪১৪) ।



## ৰামগতিৰ বিবৰন ।

**Account of Ramgoti—Concluded.**

আৰু আমাৰ সৰু সভালৈ আহি কেতিয়াবা কেতিয়াবা প্ৰাৰ্থনা কৰে; তাৰ প্ৰাৰ্থনাৰ নিচিনা অকপট আৰু মন আকৰ্সন কৰোঁতা প্ৰাৰ্থনা মই প্ৰায়ে কাৰো সুনা নাই । পাপৰ গিয়ান, আৰু আপোনাৰ অধম স্বভাও, আৰু খ্ৰিচুৰ চৰনত সৰনাপন হোআ, এই সকলো কথা তাৰ প্ৰাৰ্থনাতে প্ৰকাস হল; তাতে সৰল আচৰনৰ বাহিৰে তাৰ আন একো নাই, ইয়াকে জনা হৈছে । এদিন ৰাতি পুআ বেলি ওলোআৰ সময়ত খ্ৰিষ্টিয়ানবিলাকে বিভিৰ মতেৰে প্ৰাৰ্থনা কৰিবলৈ একে ঠাই হলত জেতিয়া ৰামগতিএ প্ৰাৰ্থনা কৰি আচিল, তেতিয়া মই সিবিলাকৰ মাজত ওলাই দেখিলোঁ, সি সৰু জুমৰ মাজত থিয় হৈ ৰৰকৈ মন আকৰ্সন কৰা প্ৰাৰ্থনা কৰিচিল । তাৰ অকপট আৰু বিয়াকুলেৰে প্ৰাৰ্থনাৰ সবদ সুনি মোৰ মন মজি গল ।

পাচে সি ৰোগৰ পৰা স্বস্ত হবলৈ উপাই কৰিবৰ নিমিত্তে মই তাক আৰু কিচু দিন বৰিচালত থাকিবলৈ কলোঁ; কিন্তু সি মাক, ভনিএকৰ কাৰনে চিন্তা কৰি, থাকিব নুখুজিলে । চাহাব, নিবেদন কৰিচোঁ, মোক জাবলৈ আগ্যা দিয়া, কিয়নো মই ন গলে মোৰ আইৰ দুখ সুখৰ বুজ বিচাৰ কোনে লব? মই আকও উভতি আহিবলৈ জতন কৰিম ইয়াকে বুলি সি গল; মই তাক আৰু দেখিবলৈ নে পালোঁ । তাৰ ওচৰ চুবুৰিয়া আৰু ভায়েকবিলাকৰ প্ৰমানেৰে নিচই কপে বুজ পালোঁ, তাৰ আচাৰ বেৱহাৰৰ কথাত একো ভুম বিলম নাই কিচিল । সি আপোনাৰ ঘৰত অকলেই নিতৌ তিনি বাৰ ইশ্বৰৰ লগত আলাপ আৰু প্ৰাৰ্থনা কৰে; আগেএ অলপকৈএ ইশ্বৰৰ পৰা উপকাৰ পাবৰ নিমিত্তে প্ৰাৰ্থনা ন কৰিলে, কোনো কামলৈ কেতিয়াও নে জাই । তেনে হলে প্ৰভু খ্ৰিচুৰ কথাত সি গিয়ান আৰু অনুগ্ৰহ পোআৰ অধিক কি প্ৰমান দিব পাৰি? প্ৰভুএ

সিকোআৰ দৰেবে প্ৰাৰ্থনা ন কৰিলে সি কোনো খোআ বস্তু ভোজন ন কৰে। সি নম্ৰ হলেও তাৰ সৰু ভায়েকে কৈচে, মই জেতিয়া দায়ালু পৰম ইশ্বৰক পাহৰি কোনো বস্তু খাঁও, তেতিয়া সি কিমান তিৰস্কাৰ কৰে!

মন মজা আৰু দুই এক কথা আচে, সি সৰু হলেও নি লিখি থাকিব নোআৰি। জোআ ফাগুন মাহৰ সোম বাৰৰ দিনা ৰজাৰৰ পৰা উভতি অহাৰ বেলিত তাৰ বৰ জৰ হল। ঘণ্টা চাৰেকৰ পাচত জৰ ৰৰকৈ বাৰ্হিল, আৰু মৃত্যুএ তাৰ দুআৰত চপৰিয়ালেহি। তাৰ মাক আৰু ভনিএকে আপোনাৰ ভাবসাৰ জি একেটি বন্ধু প্ৰিথিৱিত আচিল, সেয়ে জগত এৰি জাবলৈ ধৰা দেখি ৰৰকৈ কঁপি কান্দিবলৈ ধৰিলে। কিন্তু সেই ভেকা ধৰমি জনে সিবিলাকক সান্ত্বনা কৰি বুলিলে, নে কান্দিবাইক, মই য়িচু খ্ৰিষ্টৰ ওচৰলৈ জাঁও; তেঁও মোক মাতিচে, কিন্তু তোমোলাকে সোক আৰু ক্ৰন্দন কৰি মই জোআৰ বিঘিনি কৰিচা। মই চাহাবক দেখিবলৈ ইচা কৰিচিলোঁ: আৰু সপোনত তেঁওক ইয়ালৈ অহা দেখিলোঁ। জেইবা ন হওক, মই গলে পাচত তেঁও তোমোলাকৰ নিমিত্তে বিবেচনা কৰিব; মই সুখৰ ঠাইলৈ জাম। কিচু মানৰ পাচতে আপোনাৰ মাকক মাতি বুলিলে, জেতিয়া মই ৰবিচালত আচিলোঁ, তেতিয়া চৰকাৰৰ পুত্তেকে মোক এটা সৈলাম দিচিল, সেয়ে সৌ খিনিতে আচে, ওভোতাই দিবা, কিয়নো সুনিচোঁ, বাপেকত ন কৈ মোক সেইটো দিয়াত সি মাৰ খাইচিল; তাক লৈ মই বিসম কৰিলোঁ। কিন্তু মই সোস গাত লৈ খেমা প্ৰাৰ্থনা কৰিচোঁ। অনেক দিনৰ পৰা তাক ওভোতাই দিবলৈ মন কৰিচিলোঁ, কিন্তু কোনো মানুহ তালৈ জোআ নাই। আই তুমি ওভোতাই দিবা, নে পাহৰিবা। এই ৰূপে ভয়েৰে সদাই ৰলে। চটা পইচাৰ বস্তু জিচোঁ, সেয়ে লোকৰ বুলি জানিলত তাক ওভোতাই নি দিলে, সি সুখ আৰু সান্ত্বনাৰে মৰিব নোআৰে।

মাকক এই ৰূপে কোআৰ পাচে সি জানিলে, অন্তৰ সক্ৰ আহিচে, এই কাৰন তাৰে সৈতে দেখা দেখি হবলৈ ডুগুত হৈ বুলিলে, আঁহা, আমি প্ৰাৰ্থনা কৰোঁ। সেই ঠাইত



তাৰ মাক আৰু ভনিএকৰ বাহিৰে আন কোনো নাই কিচিল; কিয়নো সি এইমান বেগতে মৰিব বুলি কোনেও জনা নাই। তেতিয়া সেই দুই জনিএ প্ৰাৰ্থনা কৰাৰ দৰে আঁঠু পাৰিলত সিও তেনে কৰিবলৈ কাৰ্বাৰ কৰিলে; কিন্তু নিচেই দুৰ্বল হোআত সৰিৰ নোআৰিলে; পাচে বুলিলে, আই, মোক তুলি ধৰা, সুই থাকি প্ৰাৰ্থনা কৰা উচিত ন হই। সিইতে ধৰিলত সি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। তাৰ সৰু মাত ক্ৰমেৰে আৰু সৰু হৈ জোআত অকস্মিতে মাত মৰি মূৰ ওলমোটা খাই পৰিল। পাচে সেই দুই অনাথ বাঁৰিএ প্ৰাৰ্থনাতে কেনেকৈ মাত বন্ধ, ইয়াকে জানিবলৈ চিন্তাকুল হৈ চাই দেখিলে, তেঁও আপোনাৰ প্ৰভুৰ ঘৰলৈ গল। ই. হ. ৰ.

---

ধৰমিৰ লাভ।

ইহকালে ধাৰ্মিক লোক
চইতান কান্দে সদাই সোক;
কিন্তু জেতিয়া মৰি জাই,
প্ৰভুৰ চৰনত ঠাই পাই।

তাতে অনেক দুতৰ সঙ্গ
সদাই কৰে মনত ৰঙ্গ;
প্ৰভুৰ চৰন ধৰি ৰই,
ধন্য প্ৰভু দায়ামই।



## দিনর্নিচ চৰাইৰ হাৰ পোৱা।

**Bones of Dinornis, found in New Zealand.**

মুজিলণ্ড উপদ্বিপত অনেক ডাঙৰ চৰাইৰ হাৰ মাটিত আৰু বালিত পোৱা গৈচে। মাণ্টেল চাহাবে এক নদিৰ মুখৰ ওচৰত এনে হাৰবিলাক পাই জোৰাই, সেইবোৰ হাৰ জি চৰাইৰ হই, সেই চৰাই ১০।১২ হাত মান ওখ হৈছিল, ইয়াক বুজিচে। এনে ডাঙৰ চৰাই এতিয়া প্রিথিবিত নাই, আন্দাজে বহু কালৰ আগেএ সেই বিধ চৰাই তাতে আছিল। দিনর্নিচ, অর্থাত ডাক ভয়ানক পখি নাম দিচে। মানুহতকৈ দুগুন ওখ হৈছিল; তাৰ কিমান ওখ ডাঙৰ বুজাবৰ নিমিত্তে তাৰ হাৰৰ নকচা ওপৰত লিখা আছে। বাঁও ফালে দিনর্নিচ, সোঁ ফালে মুজিলণ্ডৰ এজন আদি বাসি মানুহ, মাজতে জি উট চৰাই আটাই জিয়া চৰাইতকৈ ডাঙৰ, তাৰ নকচাও লিখা আছে। মুজিলণ্ড দেসত এতিয়া প্রাই তিনি কুৰি বিধ চৰাই পোৱা জাই, কিন্তু আদি বাসিএ চাৰি ভৰিয়া জন্তু একবিধ মাথোন পালে; সেই জন্তু এন্দুৰৰ নিচিনা হৈছে।

## জানুআৰি পুহ মাঘৰ পঞ্জিকা।

**Almanac for January, 1851.**

| বাৰ | জানুআৰি | পুহ | দিনমান | চন্দ্ৰাংশ | বাৰ | জানুআৰি | মাঘ | দিনমান | চন্দ্ৰাংশ |
|---|---|---|---|---|---|---|---|---|---|
| ৪ | ১ | ১৮ | ১০।২০ | ২৯ | ৬ | ১৭ | ৫ | ১০ ৩১ | ১৫ |
| ৫ | ২ | ১৯ | ১০ ২০ | ৩। | ৭ | ১৮ | ৬ | ১০।৩২ | ১৬। |
| ৬ | ৩ | ২০ | ১০।২১ | ১। | | | | | |
| ৭ | ৪ | ২১ | ১০।২১ | ২। | ১ | ১৯ | ৭ | ১০।৩৩ | ১৭। |
| | | | | | ২ | ২০ | ৮ | ১০।৩৪ | ১৮। |
| ১ | ৫ | ২২ | ১০।২২ | ৩। | ৩ | ২১ | ৯ | ১০ ৩৫ | ১৯। |
| ২ | ৬ | ২৩ | ১০।২২ | ৪। | ৪ | ২২ | ১০ | ১০ ৩৬ | ২০। |
| ৩ | ৭ | ২৪ | ১০।২৩ | ৫। | ৫ | ২৩ | ১১ | ১০।৩৭ | ২১। |
| ৪ | ৮ | ২৫ | ১০।২৩ | ৬ | ৬ | ২৪ | ১২ | ১০।৩৯ | ২২। |
| ৫ | ৯ | ২৬ | ১০।২৪ | ৭। | ৭ | ২৫ | ১৩ | ১০।৪০ | ২৩। |
| ৬ | ১০ | ২৭ | ১০।২৫ | ৮। | | | | | |
| ৭ | ১১ | ২৮ | ২০।২৬ | ৯। | ১ | ২৬ | ১৪ | ১০।৪১ | ২৪। |
| | | | | | ২ | ২৭ | ১৫ | ১০ ৪২ | ২৫। |
| ১ | ১২ | ২৯ | ১০।২৭ | ১০। | ৩ | ২৮ | ১৬ | ১০ ৪৪ | ২৬। |
| ২ | ১৩ | ১ | ১০।২৮ | ১১। | ৪ | ২৯ | ১৭ | ১০।৪৫ | ২৭। |
| ৩ | ১৪ | ২ | ১০।২৯ | ১২। | ৫ | ৩০ | ১৮ | ১০।৪৬ | ২৮। |
| ৪ | ১৫ | ৩ | ১০।৩০ | ১৩। | ৬ | ৩১ | ১৯ | ১০।৪৭ | ২৯। |
| ৫ | ১৬ | ৪ | ১০।৩০ | ১৪। | | | | | |

আমা ২ তাং ৭।২ পুআ। পূং ১৭ তাং ১১। ০ ভাটি।

জানুআৰিৰ ১৭ দিনৰ ৰাতি ১০ বজাৰ পৰা ১৪ বজালৈকে চন্দ্ৰৰ অর্ধ গ্রাহ হব।



**THE ORUNODOI,**

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*

# ANCIENT CHRONICLE OF THE CHUTIAS.

Furnished by W. Robinson, Esq, Inspector of Government Schools in Asam.

অনেক দেসৰ লোকে আপোনাৰ ৰজা দেৱতাৰ বংস বুলি সিবিলাকৰ অৰ্থে জি ৰুপে অনেক উপ কথা গপ কৰি সাজি বুৰঞ্জি সুমুআই লিখে, সেই ৰুপে চুটিয়াবিলাকেও আপোনাৰ ৰজাৰ বংসাৱলি বনালে। সিহঁতৰ এক পুৰনি বংসাৱলি পাই তলত লিখিচোঁ।

## চুটিয়া ৰজাৰ বংসাৱলি।

সদিয়া কোৰ্জকো দেসঃ চুটিকা বংস ভিৰ্ম্মোকাঃ
ধাতু দূৰ্ব্যো স্বং লোভেন হৃস্বাজন পদা দয়ঃ।

পূৰ্ব্বে ১১১১ সঁকত ভিৰ্ম্মোক ৰজাৰ বংসৰ বিৰপাল নামে এক জন আচিল, তাহাৰ ভাৰ্জাৰ নাম ৰুপৱতি। দৈবযোগত থাকি সোনাগিৰি পৰ্বতৰ আগাৰিত প্ৰবেস হৈ তাতে ৬০ ঘৰ চুটিয়া আচিল; তাৰ ৰজা নাই, তাৰে মাজত প্ৰবেস হৈ কিচু দিন থাকি বিৰপালে গায়পাল নাম ললে। তাৰে আগ্যাৰে এই ৬০ ঘৰ চুটিয়া প্ৰবৰ্ত্তি আচিল; তাৰ ভাৰ্জা ৰুপৱতিএ কুবেৰক উপসা কৰিচিল, পুত্ৰ কামনাই; এক দিন ৰুপৱতি মাকৰ ঘৰৰ পৰা আহোঁতে কুবেৰে বিৰবৰৰ বেস ধৰি তায়ে সৈতে সংসৰ্গ হল। পাচে কুবেৰে বিৰবৰক ৰাতি স্বপ্ন দেখালে; মোৰ বিৰ্জ্য ৰুপৱতিৰ গৰ্ভত সুভ খ্যনে পুত্ৰ উপজিব, সেয়ে ৰাজ্যত ৰজা হব। তোৰ সমস্তো সম্পত্তি হব, ৰুপৱতিকো তই ন সপিবি, সষ্টমে ৰাখিবি, তয়ো সষ্টমে ৰবি। নতুন ঘৰ কৰি ৰুপৱতিক থবি, জি গচৰ তলত ফাগুনৰ ক্ৰিস্না চতুৰ দসিত দেও কৈ মোক উপসা কৰ। কাইলৈ প্ৰাতহ কালে সেই গচৰ তলৈলৈ জাবি, জি বস্তু পাব, তাকে সেৱা কৰি থাকিবি; জি কালত অনাদৰ পৰহস্ত হই, সেই কালত তোৰ পুত্ৰৰ চত্ৰ ভঙ্গ হব, ৰাজ্যকো পৰে লব, দেসান্তৰি হব; গচৰ তলত পোৱা দ্ৰুব্যেৰে মোৰ পুত্ৰে অনেকক জুধ কৰি মাৰি ৰজা হব; এই বুলি কুবেৰ অন্তৰ্ধ্যান হল। পাচে বিৰবৰে চেতন পাই অদ্ভূত হেন জানি প্ৰাতহতে সেই গচৰ তলৈলৈ গল। তাতে চাল থৰ্গ এজোৰা, সেই চালৰ তলতে সুবৰ্নৰ বিৰাসি এটি পালে। সমস্তকে আনি বিৰবৰে জতন কৰি থলে, সেই দ্ৰব্যতে বিৰবৰে পূজা কৰি আচিল; দৈনিএককো নিয়ম পূৰ্ব্বকে জতন কৰি থলে। দহ মাহৰ অন্তে সুভ খ্যনতে পুত্ৰ জম্মিল, নাম থলে গৌৰি নাৰায়ন। পঞ্চম বচৰৰ পৰা বল পৰাক্ৰম বাৰ্হি গল, সমস্তকে বসবৰ্ত্তি কৰিবলৈ ধৰিলে। সেই ৬০ ঘৰ চুটিয়া সহিতে ৰাজলগুৰি পৰ্ব্বতত জি চুটিয়া আচিল, তাকো জুধ কৰি ললে। কালগিৰি পৰ্ব্বতত জি চুটিয়া আচিল, তাকো দমিলে; নিলগুৰি পৰ্বতত জি চুটিয়া আচিল, ধৱলগিৰি পৰ্বতত জি ধনি আচিল, চন্দ্ৰগিৰি পৰ্ব্বতত জি চুটিয়া আচিল, তাকো বস কৰিলে; কুবেৰৰ অস্ত্ৰ লৈ জি দিসে সমুখ হই, অনাজুধে মিলেহি। এই দৰে সমস্ত পৰ্বতৰ চুটিয়াকে বস কৰি, পাচে বস্তুধ্বজ পাল নাম ললে। কুবেৰৰ প্ৰসাদং সমস্ত সম্পূৰ্ন হল; চত্ৰ থৰি ৰজা নাম ললে। ১১৪৬ সঁকত সোনাগিৰি পৰ্বতত ৬০ ঘৰ চুটিয়াক পাত্ৰ মন্ত্ৰি পাতি সকলো সহিতে জুগুতি হৈ, ভদ্ৰুসেন নামে জি এক ৰজা আচিল, তাৰ দেস লবলৈ গল। ভদ্ৰুসেন ৰজাৰ স্বেতগিৰি পৰ্বতত নগৰ, তাক মাৰি অনেক দ্ৰুব্য পালে; দৈবগ্য, তাঁতি, সোনাৰি, ব্ৰাহ্মন, সুতাৰ কমাৰ, অনেক বিদ্যাৱন্ত পালে, ৰাজ জোগ্য বস্তুকো অনেক পালে। ভদ্ৰুসেনৰ পুত্ৰক ৰৱতলিয়াকৈ ৰাখিলে; বস্তুধ্বজ পালে নগৰ কৰি বস্তুপুৰ নাম দিলে, ৰাজ পুত্ৰটিকো পুত্ৰৱতে প্ৰতিপাল কৰি ৰাখিলে। পাচে ন্যাই পাল ৰজাৰ দেস মাৰিবলৈ গল; ৰজা সুনি জুধক সমুখ হল। এতেকে কুবেৰে স্বপ্ন কৰালে, বোলে, মোক জদি জুধ কৰি জিনিব পাৰ, এতেকে বস্তুধ্বজ পালৰ সমুখ হবি। বস্তুধ্বজ পালক মোৰ পুত্ৰ হেন জানিবি, সমস্তৰে

লখিমপুৰৰ পৰা এই কথা পত্ৰত লিখিচে, এই বচৰৰ জেঠ মাহত বাৰ্ণ্টৌ গাঁৱৰ এটা মানুহে আহু ধান নিৰাবলৈ জাঁওতে বাটত এটা বনৰিয়া মহে কৰঙনে খোঁচ মাৰি তপিলালৈকে মঙহ ভোখৰ ওভোতাই পেলালে: আৰু সিটো ভৰিৰ গোৰোআই দি সিঙ্গ সুমাই আঁঠুলৈকে মঙহ ভোখৰ সিঙ্গতে নিলে। মূৰৰ পোনে ২।৩ খোঁচ মাৰিলে, গালে দি সিঙ্গ মাৰি মুখে উলিয়ালে; পাচে দু দিনৰ মূৰত মৰিল। সেই মহটো জিলাৰ শ্ৰীজুত হলৰইদ চাহাবে গুলিয়াই মাৰিলে।

আৰু গৰমূৰৰ ওচৰত এটা মানুহক গঁৰ এটাই খৰগেৰে পিচি কালে মাৰি, তল পেটে উলিয়ালে। সেইটো মানুহক লখিমপুৰ জিলাৰ ডক্তৰ চাহাবে দৰব দি এমাহলৈকে ৰাখিচে।

জেঠ মাহতে আৰু এটা মানুহৰ পাচ কালে দি গুলি লাগি তপিলাই দি ওলাই বাজ হৈ গল; তাকো ডক্তৰ চাহাবে দৰব দি ভাল কৰিলে, এতিয়া সি আগৰ নিচিনাকৈ বন বাৰি কৰি ফুৰিচে।

ডিবুৰুগৰ জিলাৰ ওচৰত এটা বৰ মৰলি সাপে পহু ধৰি এভোখৰ গিলি থাকোঁতে মানুহে দেখা পাই বাত্ৰা কলত শ্ৰীজুত ইদন নামে কাপ্তান চাহাবে গৈ দেখি তাৰ জোখ পোত কৰি ঠিককৈ নকচা লিখিলে।

৮ জুনত বম্বাই নগৰত থকা এটা পাৰ্চি মানুহে পেট বোআ দৰৰ বেজ ঘৰৰ পৰা কিনিবলৈ চাকৰ পঠোআত দৰৰৰ গৰাকিএ ভুল হৈ কাফিঙ্গৰ জোল দি পঠালে, তাকে খালত এঘণ্টাৰ পাচে সেই মানুহ মৰিল। জিমান কাফিঙ্গ আনিচিলে, সি তিনটাক মাৰিবলৈকো জুৰিলেহেঁতেন।

জুন মাহত বিৰভূম নগৰৰ পৰা হাজাৰিবাগ গাঁৱলৈ ৭০ জন কইদি লোকক নিঁওতে, এক ৰাতিতে গোবিন্দপুৰ নগৰত কাপৰৰ ঘৰত বন্ধ হৈ সুই থাকোঁতে সেই ঘৰত জুই লাগি একে বেলিএ ২৪ টা মানুহ পুৰি মাৰিলে, আন সাতোটাকো বৰকৈ পুৰিলে; আৰু ১৯ টাক অলপ অলপ পুৰিলে। ৰখিয়াবোৰে স্ৰুম কৰা হলে, প্ৰাই আটাইবিলাক ন মৰাকৈ ৰাখিব পাৰিলেহেঁতেন।

চদলপুৰত এজন নিল কুঁঠিৰ চাহাবৰ বস্তু লুট কৰিবলৈ এমসা ডকাইত আহিলত চাহাবে সিহঁতক ১৪ বেলি গুলি দিয়ালৈকে সাহ কৰি থাকিল, পাচে হুইকি গল।

জেৱানচিঙ্গ নামে এজন চিকৰ সেনাপতিএ এটা জগৰিয়া গোৰা চিপাহিক ধৰিবৰ নিমিত্তে তাৰ ওচৰলৈ গলত সি ফটিবাৰে



Python, killed near Dibrugor while swallowing a Deer.

বলিয়া হৈ একে বেলিএ সেই সেনাপতিক মাৰিলে। পাচে হাতত তৰোআল লৈ লৰ মাৰি বাটত এটা গাধ পাই তাকো কাটি পেলালে; পাচে গৈ মানুহ ফাঁচি দিবলৈ পোতা চতিৰ খুঁটাক কাটিব ধৰিলে; সেসে তাক বৰ সুমেৰেহে ধৰা হল।

এৰিএল নামে এখান জাহাজ ১৪ মেই তাৰিখত হুগুলি নদিৰ মুখে ওলাঁওতে লঙ্কৰে জুই লগালত পুৰি পুৰি পাচে জুয়ে জখাৰ পাই তাত লাগি একে বেলিএ ফুটি জাহাজ তল গল। তাত কাফিৰ্‌ৰ ৮০০ চন্দুক আছিল। পাচে সোধ পোচ কৰি কৰিম বকচ নামে এটা লঙ্কৰ দুসি জেন বুজি দেসান্তৰ কৰি জনম ভৰ ফাটকত দিলে।

নবেম্বৰৰ ১৯ তাৰিখৰ পৰা ৬ দিনলৈ ইঙ্গলণ্ডত ভয়ানক ধুমুহা বতাহ হোআত, অনেক জাহাজ ভাগিল। এখন জাহাজত ২১৬ মানুহ আছিল; জাহাজ বামলৈ নিয়া হৈ ভাগিলত ৯৬ মানুহ মৰিল। আন এখন জাহাজত ৫০০ মান মৰিল।

আক্তোবৰ ২৩ তাৰিখত ৯০ বৰ টোপ নিয়া তুৰুকি বৰুআ জাহাজৰ ভিতৰত খাৰত জুই লাগি ফুটি জাহাজ আদি সকলোকে ডোখৰ ডোখৰকৈ উৰুআই পেলালে। তাত ৫০০ মান মানুহো মৰিল।

১৪ এপ্ৰিলৰ পৰা ৬। ৭ দিনলৈকে আমেৰিকাৰ দাঁতিত বৰ তুফান হৈছিল, সাগৰৰ ঢৌ বতাহে তোলাত ভালেমান নগৰ আৰু গাঁৱৰ আলি বাট তল গলত ঘৰ আদি অনেক বস্তু লোকচন হল। বস্তন নগৰৰ দখিন ফালে এটা প্ৰদিপ দল ভাগি পৰিল, আৰু তাত থকা দুজন বখিয়াও মৰিল, সিবিলাকৰ সও পোআ ন গল।

খেহ দেসৰ কান্তন নগৰৰ পৰা ওৰিএন্তল নামে এখান আমেৰিকান জাহাজে ২৭,০০০ মোন চাহ আদি বস্তু নি ৯৮ দিনত লণ্ডন নগৰ পালে। ইমান বেগেৰে আগেয়ে কেও আব পৰা নাই।

পাচিফিক নামে আমেৰিকাৰ এখন ভাপ জাহাজ এপ্ৰিলৰ ৯ তাৰিখত লিবৰপুল নগৰ এৰি ৯ দিন ২০ ঘণ্টাৰ ভিতৰত ৩০০০ মাইলৰ বহল আটলান্তিক সাগৰ পাৰ হৈ নুয়ৰ্ক নগৰ পালে। তাৰ সমান বেগে আন কোনো জাহাজ জোআ নাই।

ওআসিং্‌তন নামে এখান আমেৰিকান জাহাজত ১০১০ মানুহ উঠি লিবৰপুল নগৰ এৰি ৩০ মেই তাৰিখত নুয়ৰ্ক নগৰ পালে-গৈ। এইমান সৰহ মানুহ একে খান জাহাজত আগেয়ে জোআ নাই; বাটতো সিবিলাকৰ এটাও ন মৰিল। ॥

## আগষ্ট, অৰ্থাত ভাদ মাহৰ পঞ্জিকা।

Almanac for August, 1851.

| আগষ্ট | সাওন | বাৰ | তিথি | দিনমান | আগষ্ট | ভাদ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৬ | ৪ | ১৩'১৬ | ১৭ | ২ | ১ | ২০ | ১২'৫৬ |
| ২ | ১৮ | ৭ | ৫ | ১৩'১৫ | ১৮ | ৩ | ২ | ২১ | ১২'৫৪ |
| | | | | | ১৯ | ৪ | ৩ | ২২ | ১২'৫৩ |
| ৩ | ১৯ | ১ | ৬ | ১৩'১৪ | ২০ | ৫ | ৪ | ২৩ | ১২'৫২ |
| ৪ | ২০ | ২ | ৮ | ১৩'১৩ | ২১ | ৬ | ৫ | ২৪ | ১২'৫০ |
| ৫ | ২১ | ৩ | ৯ | ১৩'১২ | ২২ | ৭ | ৬ | ২৫ | ১২'৪৯ |
| ৬ | ২২ | ৪ | ১০ | ১৩'১০ | ২৩ | ৮ | ৭ | ২৬ | ১২'৪৮ |
| ৭ | ২৩ | ৫ | ১১ | ১৩'৯ | | | | | |
| ৮ | ২৪ | ৬ | ১২ | ১৩'৮ | ২৪ | ৯ | ১ | ২৭ | ১২'৪৬ |
| ৯ | ২৫ | ৭ | ১৩ | ১৩'৭ | ২৫ | ১০ | ২ | ২৮ | ১২'৪৫ |
| | | | | | ২৬ | ১১ | ৩ | ২৯ | ১২'৪৪ |
| ১০ | ২৬ | ১ | ১৪ | ১৩'৫ | ২৭ | ১২ | ৪ | ১ | ১২'৪২ |
| ১১ | ২৭ | ২ | ১৫ | ১৩'৪ | ২৮ | ১৩ | ৫ | ২ | ১২'৪০ |
| ১২ | ২৮ | ৩ | ১৬ | ১৩'২ | ২৯ | ১৪ | ৬ | ৩ | ১২'৩৯ |
| ১৩ | ২৯ | ৪ | ১৭ | ১৩'১ | ৩০ | ১৫ | ৭ | ৪ | ১২'৩৮ |
| ১৪ | ৩০ | | ১৭ | ১৩'০ | | | | | |
| ১৫ | ৩১ | ৬ | ১৮ | ১২'৫৮ | ৩১ | ১৬ | ১ | ৫ | ১২'৩৬ |
| ১৬ | ১ | ৭ | ১৯ | ১২'৫৭ | | | | | |

পুনিমা ১২ দিনৰ ৪। ১ পুআ। আমাবাস্যা ২৭ দিনৰ ৪। ৩৮ পুআ।

THE ORUNUDOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই

৬ বচৰ। মোং সিৱসাগৰ, আগষ্ট, ১৮৫১। নম্বৰ ৮।

VOL. VI. SIBSAGOR, ASAM, AUGUST, 1851. NO. 8.

## মিচৰ দেসৰ বিবৰন।

Geography of Africa—Account of Egypt.

মিচৰ দেস অতি পুৰনি, আৰু তাতে থকা আগৰ কালৰ ৰজাবিলাক পৰাক্ৰমি আৰু খিয়াতিমন্ত। মহা জলপ্লাবনৰ আৰ্হৈ স বচৰৰ পাচত মাথোন সেই থন ভাৰৰ দেস হল। এতিয়া হলে প্ৰজা আৰু পৰাক্ৰম খিন হৈ গল; নিবাসি মানুহ ৩০,০০,০০০ মান আচে। আদি বাসি মিচৰিয়াৰ বংসৰ লোক তাকৰ; সিবিলাক খ্ৰিষ্টিয়ান ধৰমত গ্ৰিক মতে প্ৰৱৰ্ত্তে। সৰহ ভাগ মানুহ আৰবি আৰু তুৰুকি, সেইবিলাক মচলমান। মিচৰৰ বাদস্যা তুৰুকৰ তল।

মিচৰ দেসৰ পুব ফালে চুফ সাগৰ; দখিনে নুবিয়া দেস; পচিমে লুবিয়া দেস; উত্তৰে ভুমাজৰ সমুদ্ৰ। তাৰ দিঘে ৬০০ মাইল, পথালি ১৫০ মাইল; আৰু তাৰ মাজত নিল নামেৰে নদি বৈ সেই দেসৰ মাটিবোৰ বুৰাই সফল কৰে। আৰু সেই দেস ওপৰ, মধ্যম, তল, এই ৰূপে তিনি ভোথৰকৈ ভাগ বঁটা আচে।

পুৰ্বে তুৰিৰ ওচৰত থকা প্ৰথম ভাগত অনেক সুন্দৰ নগৰ আছিল; সেই নগৰত বৰ দেৱালই আৰু ৰজা থকা ঘৰ, পকি মৈদাম, আৰু সিলৰ খুঁটাৰে ভুসিত আছিল। বিসেসকৈ তিবেচ নগৰ বহু প্ৰজা আৰু সম্পতি, আৰু উত্তম ঘৰ আদিৰে সুগুত হৈ খিয়াতিমন্ত আছিল। সেই নগৰৰ এস দুআৰ, আৰু প্ৰতি দুআৰে নগৰ নিবাসি লোকে দুস ৰথ এহেজাৰ সেনা ৰনলৈ পঁাচিলে। আজিলৈকে এই মহা নগৰৰ জি অৱসেস আচে, তাৰ দোআৰাই বুজা জাই, ওপৰে কোআ কথা সকল সত্য।

সেই দেসৰ মাজৰ ভাগত মেম্‌ফিচ নগৰ। সি তিবেচ নগৰৰ সমান ন হই, তথাপি তাৰ জি সেস বস্তু আচে, তাক বাটৰুআ লোকৰ দেখাতে মন মোহ কৰোঁতা হই। তাৰ ওচৰত অতি ওখ খুঁটা আচে; আৰু তাত মৈৰিচ ৰজাই কৰোআ বৰ পুখুৰিৰ চিন আচে।

তল ভাগ নিল নদিৰ সোঁতাৰে পুৰ হোআ কাৰনে, সি সকলো খেতি হোআ সাৰুআ মাটি। ইয়াতে কাইৰো নামেৰে এখন নগৰৰ বাহিৰে এটা আচৰিত পকি কাৰেঙ্গ আচে। তাক পৰ্বতৰ ওপৰত সজা হৈচে; সি বৰ ওখ আৰু অতি সকত গৰেৰে চাৰিও ফালে বেৰা আচে। সেই কাৰেঙ্গত উঠিবলৈ বাট পৰ্বতৰ সিলত কটা আচে; সেই পোনেই হাতি ঘোঁৰা সকলো উঠিব পাৰে। আৰু সেই পকিৰ মাজত য়োচেফৰ নাদ নামেৰে এটা নাদ আচে; সি পৰ্বতৰ তল পৰ্জন্ত দ; আৰু প্ৰতি দিন সেই নাদৰ পৰা কলেৰে গৰুৰ হতুআই পানি তোলা হৈ নলাৰে গৈ সেই পকিৰ চাৰিও ফালে বৈ থাকে।

নিল নদিৰ আগালি.ইথিয়পিয়া আদি কৰি ভিতৰ আফ্ৰিকাৰ দেস। সেই নদি বহাগ

জেঠ মহিয়া বৰখুনৰ পানি হলে বাৰ্হি পৰ্ব- তৰ সাতোটা জুৰি ফুটি মিচৰ দেসত পৰে- গৈ । বাটৰুআ লোক সকলে তাৰ ওচৰ পাই হুৰ হুৰ সবদ সুনি বৰ তই পাই; তাত থকা মানুহে সদাই দেখি থকা কাৰনে ভই ন কৰি বাটৰুআক সেই আচৰিত কৌ- তুক দেখুআই । সিবিলাকে নাৱত উঠি ওখ সোঁতৰ পৰা নামি নাৱেৰে তললৈ পৰে; বহু ফেনেৰে থকা বৰ পাকত নাও সোমাই; তাতে লোকে দেখে জেন সিবিলাক নষ্ট হল; কিন্তু এফেৰি মানৰ পাচে অতি দুৰত নদিৰ থিৰ পানিৰ ওপৰত ওপঙ্গি থকা দে- খি । নিল নদিৰ জল আটাই মিচৰ দেসত সোঁতা সোঁতা হৈ লাহে লাহে বৈ দেস গো- টেই খন বিয়াপি ডুবি থাকে । সেই জল প্ৰাই চাৰি মাহলৈকে থিৰে থাকে; মাটিত পল বোকা ন পৰে মানে সেই পানি জেন বেগাই বৈ নে জাব, এই নিমিত্তে সাগৰৰ পৰা সেই চাৰি মাহ বতাহ বলাই পানি আটকি থই ।

এই নদি আপ্লাবনৰ সময়ত জদি কোনো লোকে ওখ ঠাইৰ পৰা চাই, তাক সাগৰ জেন দেখে । তাৰ মাজত ওখ ওখ আলি বাটে সৈতে অনেক নগৰ উপদিপৰ নিচিনা দেখা জাই; আৰু নিবাসি মানুহৰ উপকা- ৰৰ নিমিত্তে সেই নগৰৰ ওচৰত মাজে মাজে গচনিও আচে । জি জি ঠাইত কাতি মহিয়া সকলো নাও চলে, সেই সেই ঠাই পানি সুকালে ফুলেৰে ভুসিত আৰু সুগন্ধি হই । এনে উত্তম ফল ফুলেৰে জুগুত হোআ পথা- ৰত পুহ মাঘ মাহত জাকে জাকে অনেক বিধৰ পহু ফুৰি ফুৰি চৰি ধেমালি কৰি থাকে । আৰু খেতিয়ক মানুহে তাত খেতি কৰিবলৈ অতি টিল; পানি সুকাই মাটি টান হলে সিহঁতে হাল বাই নাঙ্গলেৰে মা- টিত বালি মিহলি কৰে, তাত বাহিৰে আন একো পৰিস্ৰম নাই ।

সৰহ সহ উত্পন হবৰ নিমিত্তে নিল নদিৰ কুৰি হাত ওখ পানি হলে ভাল; তাতকৈ তাকৰ বা সৰহ হলে সহ নষ্ট হৈ এঁকাল হই । এই কাৰনে সেই দেসৰ মানুহে নদিৰ পানি বাৰ্হিবৰ কথাত বৰ চিন্তা কৰে, বৰ্হা টুটা ন হবলৈ অনেক উপায়ো কৰিচে । পূৰ্বে এই নদি তুষ্ট থাকিবৰ নিমিত্তে এজনি ডেকা তিৰোতাক পানিত পেলাই দিএ; এতিয়া এজনিৰ প্ৰতিমা সাজি তাক মাথোন জলত দিএ । মিচৰ দেসত নিল নদিৰ বৰ্হা টুটাৰ বিসয়ত নিতৌ নিতৌ কথোপকথন কৰে; মানুহবোৰৰ সেই কথাতে দুখ বা সুখ জনমে ।

জুৰিৰ ওচৰতে বৰ বৰ ঘৰৰ চিন আচে, সেই কাৰনে বুজোঁ, তাত পূৰ্বে ৰজাৰ নগৰ আচিল । আৰু সিলৰ খুঁটা, ভগা প্ৰতিমা, সুন্দৰ ৰূপে কটা বগা সিলেৰে সেই ঠাই পুৰ হৈচে; আৰু খুঁটাৰে হোআ বাটে দি সেই ঠাইলৈ জাব পাৰি । আৰু বাটৰুআ- বোৰে বোলে, সেই বাটতে আজিলৈকে চ হেজাৰ মান খুঁটা থিয় হৈ আৰু পৰিও আচে । এই খুঁটাবোৰ ৪৬ হাত ওখ, আৰু একেটা গুৰিতে তিনটা তিনটা খুঁটা, তাৰ ওপৰে নৰসিংহৰ মুৰ্তি কটা আচে । এই- বোৰ কথা বৰ আচৰিত হই, কিন্তু জিটো মন্দিৰ মিচৰৰ প্ৰথম ভাগত দেন্দেৰা নগৰৰ ওচৰত আচে, তাৰ সমান ন হই; কিয়নো তাৰ খুঁটা আঠোটা মানুহেও আঁকোআলে প্ৰায়ে নে পাই, আৰু সেই খুঁটাৰ ওপৰত আৰব লোকে ঘৰ সাজি থাকে, তাক আ- জিলৈকো দেখিবলৈ পোআ জাই ।

মিচৰৰ ওপৰ ভাগত চায়েন নামেৰে গুহাত বাটৰুআবোৰে আৰু অনেক অনেক আচৰিত দেখিবলৈ পাই । পৰ্বতৰ মাজত পৰ্বতিয়া সিলৰ চাৰি সিৰিয়া আৰু ঘুৰনিয়া খুঁটাৰে ভুসিত এহেজাৰতকৈও অধিক গুহা খনা আচে । সেই গুহাৰ মাজত কোনো কোনোটো ইমান বহল; তাত চ স ঘোঁৰাত উঠা মানুহ থিয় হৈ থাকিব পাৰে । সেই গুহাৰ মাজত এস ভেৰ কুৰি হাত ওখ ন ভগা সিলৰ বৰ খুঁটা আচে; তাক দেখাতেই লোক সকলে

ৰৰ আচৰিত মানে। এই গুহাত কেত খনি কোষ্ঠে থকা খুঁটা এতিয়াও পোৱা জাই।

মিচৰ দেসত সকলো লোকৰ আচৰিত জনমোৱা আৰু জগত খনৰে চমত্কাৰ বস্তুৰ মা জত দেখিব লগা, এনে এনে চাৰি চুকিয়া দল আচে। জত আগেয়ে মেম্ফিচ আৰু আন প্ৰধান নগৰ আচিল, তাত থকা দলবোৰ তিনি হেজাৰ বচৰৰ পুৰ্ব্বে সজা হৈচিল। সেই দলবোৰ সজাৰ কাৰন আমি কিচু জানোঁ: আন্দাজে বুজোঁ, সিবিলাকৰ মৰা স খবলৈ মৈদামৰ নিমিত্তে সাজিচিল; কাৰন, মিচৰ দেসৰ লোকৰ বিবেচনাত এয়ে অতি উত্তম কৰম, আৰু সিঁবিলাকে আপোনাৰ গিয়াতিৰ মৰা স ভালকৈ ৰখাত বৰ ধৰম মানে। জি মৈদাম সকলোতকৈ ওখ আৰু অতি সুন্দৰ, সি পথাৰৰ মাজত থকা এক পৰ্ব্বতৰ ওপৰত সজা হৈচে। এই মৈদাম চাৰি সিৰিয়া, গুৰিত বেৰে চাৰি স সতৰি হাত, আৰু তাৰ ওখ তিনি স চলিচ হাত; সি ক্ৰমে ক্ৰমে ওপৰলৈ সৰু হৈ জাই, আৰু তাৰ ওপৰে সমান চাৰিও ফালে ১১ হাত মাথোন। সিলে দি বগাই গৈ বৰ স্ৰমেৰে তাৰ ওপৰলৈ উঠি জাব পাৰি, কিয়নো সিলৰ থাক থাক জখলাৰ নিচিনা হই। কিন্তু দুহাতৰ অন্তৰ হোআ দেখি তাত মানুহে উঠিবলৈ টান। আমি পথ ধৰি ভিতৰলৈ গলে বাৰেওা আৰু জখলা তাতো আচে। সেই দুয়ো অতি সুন্দৰ সিলেৰে কৰা, কিন্তু সুৰ্জ্জৰ ৰস্মি তাত কেতিয়াও ন পৰে। এই ৰূপে কোআ গৈচে, তিনি লাখ সাঠি হেজাৰ মানুহে কৰিলত কুৰি বচৰে সাৰলেসে তাক সজা হল।

মৈৰিচ পুখুৰিৰ ওচৰত সকলো প্ৰকাৰে আচৰিত ঘুৰনিয়া ঘৰবোৰ নিৰ্মান আচে। তাৰ বাজ ফাল অতি চিকন, ভিতৰে বৰ আৰু সৰু খোঁটালি তিনি হেজাৰ মান আচে; এইবোৰৰ মাজতে এটা ৩৭ হাত ওখ। আৰু এই সকলোবোৰৰ আদ ভাগ মাটিৰ সমান, আৰু আধা ভাগ মাটিৰ তলত সজা হৈচে। সেই ঘুৰনিয়া ঘৰৰ ওপৰ কোঁৰত আৰু নিৰ্মান কৰা ৰজাবিলাকৰ; আৰু সিবিলাকৰ পুজ্য ঘঁৰিয়ালবোৰৰ মৰা দেহ তাৰ তলৰ খোঁটালিত ৰখা হৈচে।

এই সকলো চমত্কাৰ বস্তুৰ বাহিৰেও মিচৰ দেসৰ অনেক অনেক ঠাইত চাৰি চুকিয়া ভেঁটিৰ সোভাৰ নিমিত্তে চিত্ৰ বিচিত্ৰ আকাসলৈকে উঠা, এনে ওখ সিলৰ খুঁটাবিলাক আচে। হিলিয়পলি নামেৰে এখন নগৰত চিচস্ত্ৰিচ ৰজাই এই ৰূপ দুটা খুঁটা থাপন কৰিলে, এই দুয়ো মিচৰৰ অন্ত সিমাত থকা চায়েনৰ পৰা ৰৰ ৰকত সিলেৰে নিৰ্মিত, আৰু চকুৰি হাত ওখ। ইয়াত বাজে ৰীমিচেচ ৰজাৰ কালত সকলতোকৈ ডাঙ্গৰ আৰু এটা খুঁটা থাপন কৰিচিল; কোআ গৈচে, তাৰ নিমিত্তে সিল কাটিবলৈ কুৰি হেজাৰ লোক লগাইচিল। এইটো আৰু ওপৰে কোআ দুটা ৰোম নগৰলৈ নিলে; সেই সুন্দৰ ওখ খুঁটা আজিলৈকে সেই নগৰৰ প্ৰধান ভুসন হৈ আচে।

মিচৰ দেসত হিপপতমচ, অৰ্থাত পানি ঘোঁৰা, আৰু ঘঁৰিয়াল, নেউল আদি প্ৰধান জন্তু আচে। পানি ঘোঁৰা বৰ খঙ্গাল, কোনেও দমিব নোঅৰা হিংসক। ঘঁৰিয়াল পানিত বামত দুইতো থাকে, সৰহ বস্তু খাই; কোনোটো ২০ হাত দিঘল। নেউল এন্দুৰৰ নিচিনা; সি পানিএ তল জোআৰ গাচে বোকাত থকা আটাই পোক পৰুআ খাই, সি ঘঁৰিয়ালৰ প্ৰধান সক্ৰ; জদি কোনো ঠাইত তাৰ কনি পাই, তেতিয়াই তাক ভাঙ্গি পেলাই; আৰু কোআ হৈচে, ঘঁৰিয়াল সুই থাকোঁতে, নেউলে পালে সি তাৰ গাতে সোমাই পেটৰ ভিতৰৰ নাৰি ভুঁৰু সকলোবোৰ খাই মাৰে। আৰু গৰু, চাগ, মেৰ চাগ আদি গাঁৰৰ পহু তাত অতি পুঠ হই, সিইতৰ মঙহ খাবলৈ বৰ সোআদ। আৰু তাত গুঁই, বান্দৰ, উট, এই সকলো থাকে।

সেই দেসৰ আকাসত উৰি ফুৰা বাজ নামেৰে এবিধ চৰাই আচে। আৰু তাৰ সকলো মানুহে কুকুৰা চৰাই সৰহকৈ পো-

হে । তাৰ নৈ কোসৰত ঘিলা হাঁহ, বগলি, বন কুকুৰা, আৰু অনেক বিধ পানিত ফুৰা চৰাই পোআ জাই । আৰু তাত মাচ অনেক পাই । ওপৰ মিচৰ' চাৰিও কালে বালিৰ ভয়ামত উট চৰাই থাকে । আগৰ 'কালৰ মিচৰিয়াবিলাকৰ মাননিয় আৰু সেৱা কৰা ইবিচ নামে এজাতি চৰাই আছে; সি হাবিৰ দাঁতিত ৰখিয়া হৈ থাকি লুবিয়া দেসৰ পৰা অহা সাপবোৰ ধৰি খাই ।

তাত গুটি লগা গচৰ বাহিৰে আন গচ সৰহ নাই । গুটি লগা গচৰ মাজত খাজুৰ গচ সৰহ, প্রধানো । তাল, আৰজ গচ, আৰু নাও সাজিবলৈ ভাল এবিধ কাঁইট গচ আছে । তাত অনেক বন ন থকাতো কেত-বিলাক সুন্দৰ বিধৰ বন, আৰু সকলো কৰম কৰিব পৰা সনৰ গচ আছে । তাৰ মানুহে পাপিৰচ নামে এবিধ নলেৰে তুলাপাত, কা-পৰ, আৰু কোনো কোনো পাত্র, ঔসধ, এই সকল কৰে । আৰু সেই দেসৰ পুখুৰি পদ্ম ফুলেৰে সৈতে ভুসিত হৈছে । আৰু তাত চৰা নামে এবিধ সুগন্ধি গচ আছে, তাৰে তি-ৰোতাবোৰে আপোনাৰ সুগন্ধি দ্রব্য কৰে ।

মিচৰৰ দখিনে লুবিয়া আবিচিনিয়া আৰু ইথিয়পিয়া দেস আফ্রিকাৰ ভিতৰে আছে । লুবিয়া আৰু আবিচিনিয়া সভ্য থকা ভাল দেস; কিন্তু ইথিয়পিয়া প্রায়ে অবিদিত, তালৈ জাত্রিকে নে জাই । লুবিয়াত জিৰাফ নামে এটা সুন্দৰ জন্তু থাকে; আৰু পাক খোআ সিঙ্গেৰে এক পহু আছে; তাৰ নকচা ডিচেম্বৰৰ অৰুনোদইত লিখা আছিল । আৰু সেই দেসত কঁপালৰ মাজত এটা সিঙ্গ থকা ঘোঁ-ৰাৰ নিচিনা এবিধ জন্তু আছে, ইয়াকে তাৰ নিবাসিএ কই ।

ইথিয়পিয়া আৰু আফ্রিকাৰ দখিন ভা-গত জিব্রা নামে অতি সুন্দৰ ঢেকিয়া পতিয়া ঘোঁৰা এবিধ আছে । মাইকিৰ গাত কলা বগা আঁচ থাকে; মতাৰ হলে, আঁচ কলা আৰু হালধিয়া । চাই ঠেঙ্গিয়া জন্তুৰ মাজত ইয়াতকৈ সুন্দৰ নাই, আৰু বৰ বেগি । ঘোঁ-ৰাতকৈ অলপ চাপৰ ।



## জাত্রিকৰ জাত্রা, ৪ আধ্যা ।

The Pilgrim's Progress, Chapter 4.

পাচে মই সমাজ্বিকত চাই দেখিলোঁ, খ্রিষ্টিয়ান জোআ চাৰলিয়া ওখ বাটিৰ দুই ফালে পৰিত্রান নামে গৰেৰে বেৰা হৈছিল । সেই পথে খ্রিষ্টিয়ানে তাৰ বঁওতা হৈ উঠি উঠি লৰি গল; কিন্তু পিঠিৰ বোজাৰ কাৰনে বৰ স্রমেৰেহে গল ।

সেই ৰূপে লৰি ক্রমেৰে এখান ওখ ঠাই পালেগৈ; তাতে এডাল পেৰেঙ্গনি পোতা আছিল, আৰু সেই ঠাইৰ কিচু তল ফালে এটা মুখ মুকলি মৈদামো আছিল । তেতিয়া সমাজ্বিকত দেখিলোঁ, খ্রিষ্টিয়ানে পেৰেঙ্গনিৰ



ওচৰ পোআতেই তাৰ কানৰ পৰা বোজাৰ বান্ধ সুলকি পিঠিৰ পৰা খহি পৰিল; আৰু বাগৰি বাগৰি মৈদামৰ মুখ পাই, তাত সোমালগৈ; পাচে মই আৰু তাক নে দেখিলোঁ ।

তেতিয়া খ্রিষ্টিয়ানৰ উটো আৰু আনন্দ লাগি, ৰঙ্গ মনেৰে বুলিলে, তেঁও আপোনাৰ দুখেৰে মোক জিৰনি, আৰু আপোনাৰ মৰনেৰে মোক জিৱন দিলে । পাচে সি আচৰিত মানি কিচু কাল তাক চাবলৈ ৰৈ থাকিল; কিয়নো পেৰেঙ্গনিৰ দৰ্সনে তাৰ বোজাৰ পৰা এই ৰূপে মুকুত কৰাত সি বৰ বিস্মই মানিলে । এতেকে তাৰ মুৰত থকা ভুমুকৰ পৰা চকুৰ লো ওলাই গালে দি বৈ জোআলৈকে সি পেৰেঙ্গনিকে চাই চাই থাকিল । এই ৰূপে লোতক বৈ চাই থকা সময়ত দেখা, তিনি জন তেজস্বি লোক তাৰ ওচৰলৈ আহি, তোমাৰ কুসল হওক বুলি সম্ভাসা কৰিলে । পাচে প্রথম জনাই কলে, তোমাৰ পাপ খেমা কৰা হল । দুতিয় জনাই তাৰ ফটা কাপৰ গুচাই, নতুন বস্ত্র পিন্ধালে । ত্রিতিয় জনাই তাৰ কঁপালত এটা চিন দিলে । আৰু মোহৰৰ চাব থকা এটা পুথিৰ নুৰা তাৰ হাতত দি বুলিলে, তুমি লৰি জাঁওতে ইয়াকে চাবা, পাচে স্বৰ্গিয় নগৰৰ দুআৰ পাই তাতে দিবাগৈ । ইয়াকে কৈ সিবিলাক আপোনাৰ বাটে দি গল । তেতিয়া খ্রিষ্টিয়ানে বৰ ৰঙ্গ পাই তিনটা ডেও মাৰি এই বচনেৰে গান কৰি কৰি গল ।

পাপৰ বোজাত অতি দুখিত  
দণ্ডৰ আছিলোঁ অধিন,  
কোনো ঠাইত উপাই নে দেখি  
ফুৰিছিলোঁ অনেক দিন;  
সেসত কি সুভাগ্য খনিত  
পৰি আচোঁ সুখিমই!  
এখেত পিঠিৰ বোজা পৰিল,  
বন্ধন সকল হৈচে খই ।  
ধন্য ধন্য পেৰেঙ্গনি,  
ধন্য এই মৈদামৰ থান,  
মহা ধন্য জি জন পালে  
তাত মোৰ হেতু অপমান ।

পাচে মই সমাজিকত দেখোঁতে খ্রিষ্টিয়ানে গৈ গৈ সেই ওখৰ তলতে এখন চাপৰ ঠাই পালে । তাতে বাটৰ পৰা কিচু আঁতৰতে

লোৰ সিকলিৰে ভৰি বন্ধা তিনি জন মানুহ টোপনিতে সুই থকা দেখিলে। সিবিলাকৰ এটাৰ নাম অবিবেচক, এটাৰ নাম এলেহুআ, আৰু সিটৰ নাম কুসাহিয়াল।

খ্রিষ্টিয়ানে সিইঁতক এনে অৱস্থাত পৰি থকা দেখি, জগাব পাৰোঁ কি চাবোঁ বুলি, সিইঁতৰ ওচৰলৈ গৈ ৰিঙ্গিয়াই কলে, হেৰা ভকত লোক, তোমোলাক জাহাজৰ মস্তুলৰ ওপৰত সুই থকা মানুহৰ নিচিনা; তোমোলাকৰ তলত মৰন সাগৰ, আৰু তলি নো হোআ অগাধ থালে' আচে; টোপনিৰ পৰা জগি আঁহা, আৰু তোমোলাকৰ ইচা হলে মই তোমোলাকৰ সিকলি গুচাবলৈ কাৰ্য্যৰ কৰিম। খ্রিষ্টিয়ানে আৰু বুলিলে, গুঁজৰি থকা সিংহৰ দৰে অহা জোআ কৰা জি জন, সি ওচৰলৈ আহিলে, তোমোলাক অৱস্যে তাৰ দাঁতেৰে কৰচা আহাৰ হবা। তাতে সিইঁতে খ্রিষ্টিয়ানক চকু মেলি চাই উত্তৰ কৰিবলৈ ধৰিলে। অবিবেচকে কলে, মই একো ভই নে দেখোঁ; এলেহুআই বুলিলে, ৰবা, আৰু এফেৰি সোঁও অথন; কুসাহিয়ালে বুলিলে, আটাই চৰিয়াবোৰ আপোন আপোন তলিতে ভৰ দি থাকিব লাগে, মই তোমাক আৰু কি উত্তৰ দিম? এই কথা বুলি সিইঁতে আকও টোপনিয়ালে, আৰু খ্রিষ্টিয়ানো আপোনাৰ বাটে দি চলি গল।

কিন্তু এনে সঙ্কটত থকা মানুহক জগাই সজ আলচ দি সিকলি গুচাবৰ মনেৰে সিইঁতক উপকাৰ কৰিব খোজা জি জন, তাৰ মৰম এনে হেলা কৰাত খ্রিষ্টিয়ানৰ মনত বৰ অসন্তোস লাগিল। এই ৰূপে অসন্তোস কৰি থাকোঁতে সেই ঠেক বাটৰ বাঁও ফালে থকা জি গৰ, খ্রিষ্টিয়ানে তাৰ ওপৰে দি দুটা মানুহক বগাই উঠি পাৰ হৈ আপোনাৰ ফাললৈ বেগাই আহিবৰ দেখিলে, সিইঁতৰ নাম কৰ্ম্মাচাৰি আৰু কপটিয়া। সিইঁতে ওচৰ পালত খ্রিষ্টিয়ানে এই ৰূপে সিইঁতে সৈতে কথা হবলৈ ধৰিলে।

খ্রিষ্টিয়ান। হেৰা বাপু লোক, তোমোলাক কৰ পৰা আহিলা! জোআ কলৈ?

সিবিলাকে কলে, আমাৰ জনম ঠাই নিজ-প্ৰসংসা নগৰ, আৰু প্ৰসংসাৰ নিমিত্তে চিওন পৰ্ব্বতলৈ জাঁও।

খ্রিষ্টিয়ান। তেন্তে বাটৰ মুৰত জি দুআৰ আচে, সেই পোনে দি কিয় নাহিলা? জি জনে দুআৰে দি নো সোমাই আন কোনো পোনে উঠি সোমাই, সি চোৰ আৰু ডকাইত, এই জি কথা লিখা আচে, তাক তোমোলাকে নে জানা নে? কৰ্ম্মাচাৰি আৰু কপটিয়াই কলে, সেই দুআৰে দি সোমাবলৈ বাট অতি ঘুৰন জেন মানি, আমাৰ দেসৰ প্ৰাই আটাই লোকে পোনাই আহি আমাৰ দৰে গৰ ডেই সোমোআৰ দস্তুৰ আচে।

খ্রিষ্টিয়ান। তেও আমি জাব লগা নগৰৰ অধিকাৰৰ প্ৰকাসিত আগ্যা ভাঙ্গিলে, তাক আমাৰ অহিতে জগৰ বুলি নি লিখিব নে?

তাঁতে কৰ্ম্মাচাৰি আৰু কপটিয়াই খ্রিষ্টিয়ানত কলে, এই কথাত হলে, তুমি ইমান চিন্তাকুল হোআৰ একো প্ৰয়োজন নাই; কিয়নো আমাৰ ফালে দস্তুৰ আচে, আৰু সাখি জদি লাগে, এহেজাৰতকৈ অধিক বচৰৰে পৰাও সেই দস্তুৰৰ প্ৰমাণ দিব পাৰোঁ।

খ্রিষ্টিয়ান। কিন্তু গোচৰ হলে কানন মতে তোমোলাকৰ বেৱহাৰ নিৰ্দুসি হব নে?

সিইঁতে বুলিলে, এহেজাৰ বচৰতকৈও অধিক কাল থকা জি পুৰনি দস্তুৰ, নিয়ায়ৱন্ত সোধাকএ তাক বিধানৰ তুল্যকৈ মানিব, ইয়াত একো সংসই নাই; আৰু তাত বাজে জদি আমি বাটতেহে আচোঁ, তেন্তে কেনি সোমালোঁ, তাক সোধাৰ কি কাম? জদি বাটৰ ভিতৰ সোমালোঁ, সোমালোঁএই; তুমি দুআৰে দি অহা আমি বুজিচোঁ, তেও তুমি বাটতে মাথোন আচা; আমি গৰ ডেই আহিও সেই বাটতে আচোঁ; আমাতকৈ নো তোমাৰ অৱস্থা কি ভাল হৈচে?

খ্রিষ্টিয়ান। তোমোলাকে মনৰ আন্দাজেৰেহে আচৰন কৰা; মই হলে, মোৰ প্ৰভুৰ সিখ্যাৰ দৰে আচৰন কৰোঁ। বাটৰ অধিকাৰৰ দোআৰাই তোমোলাক এতিয়াও চোৰ

বুলিহে লিখা হৈছে; বাটৰ অন্তত কেনেকৈ স্বৰূপ মানুহ বোলা হবা, ইয়াক মই নে জানোঁ। অধিকাৰৰ আগ্যা নো হোআকৈ তোমোলাক অকলেই সোমালা, আৰু তেঁওৰ অনুগ্ৰহ নো পোআকৈএ অকলেই বাহিৰ কৰা হবা।

এই কথা সুনি সিইঁতে বাহুল্য ৰূপে উত্তৰ নি দি, খ্ৰিষ্টিয়ানক আপোনাৰ কাম চাই থাকিবলৈ দিলে। তেতিয়া সিইঁত খ্ৰিষ্টিয়ানৰ পৰা কিচু আঁতৰা আঁতৰি হৈ আপোনাৰ বাটে চলি গৈ কথা বাত্ৰা হবলৈ প্ৰায়ে এৰিলে। তথাপি সিইঁতে তাত এটি কথা কলে, বিধান আৰু ৰিতি হলে তোমাৰ সমানেই নিৰ্দুসি ৰূপে আমি পালন কৰিম, আমাৰ ইয়াত সংসই নাই; আৰু তোমাৰ পিঠিত জি চোলা, তাৰ বাহিৰে তোমাৰে আমাৰে মাজত আৰু একো ভিন নে দেখোঁ; তোমাক নাঙ্গটা দেখি লাজ ঢাকিবৰ নিমিত্তে কোনো চুবুৰিয়াই তাক তোমাক দিলে, ইয়াকে বুজোঁ।

খ্ৰিষ্টিয়ান। তোমোলাক দুআৰে দি নো সোমোআত কোনো বিধান বা ৰিতিৰ দোআৰাই পৰিত্ৰান পাব নোআৰিবা। মোৰ পিঠিত জি চোলা, তাক হলে মই জাব লগা নগৰৰ অধিকাৰে মোক দিচে; তোমোলাকে কোআৰ দৰেই মোৰ নাঙ্গটা ঢাকিবৰ নিমিত্তেহে দিয়া হই; আৰু ইয়াক তেঁওৰ মোলৈ অতি মৰমৰ চিন জেন মানি লৈচোঁ, কিয়নো আগেয়ে ফটা কাপৰৰ বাহিৰে মোৰ একো নাই কিচিল। আৰু বাটত জাঁওতে এই কথাত সান্তনা পাই মনেৰে ভাবোঁ, প্ৰভুএ মোৰ ফটা কাপৰ গুচুআ দিনত জি চোলা মোক অনুগ্ৰহ কৰি দিলে, সেই চোলা মোৰ পিঠিত থকাৰ কাৰনে মই ৰাজ নগৰৰ দুআৰ জেতিয়া পাঁও, তেতিয়া তাৰ অধিকাৰে দায়া ৰূপে মোক চিনিব। তাত বাজে জি চিন তোমোলাকে কি জানি নে দেখিলা, মোৰ কঁপালত এনে এটা চিন আচে; জি দিনত কানৰ পৰা বোজা পৰিল, সেই দিনতে মোৰ প্ৰভুৰ প্ৰিয় বন্ধু এজনে এই চিন দিলে। আৰু কঁও সুনা, মই বাটত জাঁওতে পাঠ কৰি সান্তনা পাবৰ নিমিত্তে মোহৰ মৰা এটা পুথিৰ নুৰাও তেতিয়া মোৰ হাতত দি এই আগ্যা কৰিলে, স্বৰ্গিয় দুআৰ পালে তাত ইয়াক দিবি; তাৰ পাচে তয়ো সোমোআৰ সেয়ে স্বৰূপ চিন হব। মই জানিচোঁ, এই সকলো বস্তুত তোমোলাকৰ প্ৰয়োজন আচে; কিন্তু দুআৰে দি নহা হেতুকেহে পোআ নাই।

এইবিলাক কথা সুনি সিইঁতে খ্ৰিষ্টিয়ানক একো উত্তৰ নি দি ইজনে সি জনে চোআচুই কৰি হাঁহিব ধৰিলে। এই ৰূপে সকলোএ বাটত জাঁওতে খ্ৰিষ্টিয়ান কিচু আগ হৈচিল; আৰু আপোনাৰ বাহিৰে কাৰোএ লৈতে কথা ন হৈ, কেতিয়াবা হুমুনিয়াহ কাৰ্হি, কেতিয়াবা সান্তনা পাই গল; আৰু জি নুৰা সেই তেজস্বিবিলাকৰ এজনে তাক দিলে, সেই নুৰা অনেক বেলি পাঠ কৰি কৰি মনত জিৰনি পালে।

এই ৰূপে সকলোএ গৈ গৈ, কাল ক্ৰমে কঠিন নামে এটা ঢোকা পৰ্বতৰ ওচৰ পোআ দেখিলোঁ। সেই পৰ্বতৰ নথত এটা ভুমুক আচিল; আৰু জিটো বাট সৰু দুআৰৰ পৰা পোনাই আহিল, তাত বাজে আন দুটা বাট সেই ঠাইতে আচিল; এটাই বাঁও কাললৈ জাই, সিটোএ পৰ্বতৰ গুৰিৰ পৰা সোঁ কালে পোনাই গৈচে; কিন্তু ঠেক বাট হলে সেই পৰ্বতৰ মাজে দি পোনেই ওপৰলৈ জাই; আৰু ওপৰলৈ জোআ বাট অতি টান দেখি তাক কঠিন নামেৰে বোলে। তেতিয়া খ্ৰিষ্টিয়ানে ভুমুকৰ ওচৰলৈ গৈ আপোনাৰ প্ৰান জুৰাবলৈ তাৰ পানি খাই, পৰ্বতৰ ওপৰলৈ জাবলৈ আৰম্ভন কৰি এই কথা গাবলৈ ধৰিলে।

পৰ্বত ইমান ওখ হলেও
ইচা কৰোঁ উঠিবৰ;
কঠিন বাটত নে পাঁও বেজাৰ,
দেখি এই পথ জিৱনৰ;

সকল ভাগৰ ভয়ো তিয়াগি
উঠা, হে মন, কৰি সাহ;
সুখে সৈতে মিচা পথে
গলে পাচে সৰ্ব্বনাস,
তাতকৈ দুখে সৈতেও স্বৰূপ
পথত লাভ পাই পৰম আস।

পাচে সি দু জনে সেই পৰ্ব্বতৰ গুৰি পাই তাক ওখ আৰু গৰা হোআ দেখি, আৰু জাবৰ নিমিত্তে আন দুটা বাটো হোআত খ্রিষ্টিয়ান জোআ বাটে সৈতে সেই দুটাও পৰ্ব্বতৰ সি ফালে মিল হব জেন ভাবি, তাতে জাবলৈ মন থিৰ কৰিলে। সেই বাট এটাৰ নাম আপদ, আনটৰ নাম সৰ্ব্বনাস। তাতে সিইঁতৰ এজনে আপদে দি গৈ বৰ অৰন্যৰ মাজত সোমাই হেৰাল; সি জনে সৰ্ব্বনাসে দি গৈ অনেক অন্ধকাৰময়ী পৰ্ব্বত থকা এডোখৰ বহল ঠাই পাই, তাতে উজুটি খাই পৰি, পাচে আৰু নুঠা হল।

পাচে মই খ্রিষ্টিয়ানলৈ চাই তাক পৰ্ব্বতৰ ওপৰলৈ গৈ গৈ থকা দেখিলোঁ। প্রথমতে লৰি গৈচিল, পাচে ধিৰে ধিৰে গৈ, সেসত গৰা বাট হেতুকে হাতে ভৰিএ বগুআ বাইহে জাব পাৰিলে। সেই ৰূপে পৰ্ব্বতৰ মুৰ পাবৰ আধা বাট গলত তাতে ভাগৰ পোআ জাত্রিক লোক জিৰাবৰ নিমিত্তে পৰ্ব্বতৰ অধিকাৰে কৰা এটা অতি সুন্দৰ গচৰ ঘোপ মৰা ঘৰ আচিল। তাতে খ্রিষ্টিয়ানে সোমাই বহি জিৰাবলৈ ধৰিলে। তেতিয়া বুকৰ পৰা পুথিৰ মুৰা উলিয়াই পঢ়ি মনত সান্ত্বনা পালে; আৰু পেৰেঙ্গনিৰ ওচৰত থাকোঁতে জি চোলা পাইচিল, তাকো চাই চাই সন্তোস হৈ ক্রমে টোপনিএ ধৰি ধৰি বৰ নিদ্রা হল। এই ৰূপে প্রায়ে গধুলিলৈকে সুই থাকোঁতে তাৰ হাতৰ পৰা মুৰা খহি পৰিল। পাচে এজন লোকে তাৰ ওচৰলৈ আহি জগাই বুলিলে, হেৰা এলেহুআ, তুমি পৰুআৰ ওচৰলৈ গৈ তাৰ পথ গমি চোআ, তেহে তুমি গিয়ানৱন্ত হবা। তেতিয়া খ্রিষ্টিয়ানে উঠাৰ খাই উঠি লৰি গৈ পৰ্ব্বতৰ মুৰ নে পাই মানে বেগাই চলি গল।

পৰ্ব্বতৰ মুৰ পোআতেই দুজন মানুহ তাৰ ফাললৈ সমুখ হৈ লৰি আহিল; এটাৰ নাও ভয়াতুৰ, সিটিৰ নাও সঙ্কাকুল। খ্রিষ্টিয়ানে সিইঁতক মাত লগাই সুধিলে হেৰা ভকত, তোমোলাকে কি কাৰনে ওভোতা বাটে লৰি আহিচাইক?

ভয়াতুৰে কলে, আমি চিওন পৰ্ব্বতলৈ গমন কৰি এই কঠিন ঠাই পাৰ হলোঁএই, কিন্তু জিমানলৈকে জাঁও, সিমান অধিক সঙ্কট পাঁও, এই হেতুকে ঘুৰি আহিলোঁ, উভতি জাম।

তাতে সঙ্কাকুলে বোলে হই, আমাৰ আগ ফালে নিচেই ওচৰতে দুটা সিংহ সুই আচিল, টোপনি নে সাৰে আচে, তাক কব নোআৰোঁ; তেও হাঁতোৰাবে পোআলৈকে আমি জোআ হলে, আমাক ডোখৰ ডোখৰকৈ চিঙ্গিলেহেঁতেন, ইয়াক আমি জানিচোঁ।

তেতিয়া খ্রিষ্টিয়ানে কলে, তোমোলাকে মোৰ বৰ ভই লগালা: কিন্তু নিৰ্ব্বিঘিনিএ থাকিবলৈ কত পলাম? মোৰ আপোন দেস লৈ জদি জাঁও, সি গন্ধকৰ জুয়েৰে পোৰা হবলৈ জুগুত হৈচে, তাত অৱস্যে বিনাস হম। স্বৰ্গিয় নগৰ জদি পাব পাৰোঁ, তাতে নিৰ্ব্বিঘিনি হৈ কুসলে থাকিম, এই নিচই। এই হেতুকে মইচোন জাঁও; উভতি জোআই কেৱল মৰন; সমুখে জোআ মৰনৰ ভই হই, কিন্তু আগলৈ অনন্ত পৰম আয়ুস; মই আগ ফাললৈহে গৈ থাকিম। তেতিয়া সঙ্কাকুল আৰু ভয়াতুৰ পৰ্ব্বতৰ নাম ফাললৈ লৰি গল, আৰু খ্রিষ্টিয়ান আপোন বাটে দি গল। কিন্তু সেই দু জনৰ মুখৰ পৰা সুনা কথা মনত পৰি বিবেচনা কৰি থাকোঁতে, পুথিৰ মুৰা চাই সান্ত্বনা পাবৰ নিমিত্তে তাক আনিবলৈ বুকত হাত দি খপিয়াই খপিয়াই নে পালে। তেতিয়া খ্রিষ্টিয়ান বৰ বিয়াকুল হৈ, কি কৰিম, তাক নে জানিলে; কিয়নো সি জিহেৰে সান্ত্বনা পাই পাই আচিল, আৰু স্বৰ্গিয়

নগৰত সোমাবলৈ জি নুবা তাৰ চিন পত্ৰ হলহৈতেন, তাক হেৰুআলে। এয়েবেই বৰ চিন্তাকুল হৈ, কি নো কৰিব লগা, তাক থিৰ কৰিব নোআৰি, সেসত পৰ্বতৰ চালত থকা ঘোপ ঘৰত জিৰাঁওতে টোপনিওআৰ কথা তাৰ মনত পৰিল। তেতিয়া সি আঁঠু কাৰ্হি মাটিত পৰি সেই অগিয়ানি কৰমৰ কথাত খেমা পাবৰ নিমিত্তে ইশ্বৰলৈ প্ৰাৰ্থনা কৰিলে; পাচে উঠি নুবা বিচাৰিবলৈ উলটি গল।

কিন্তু উভতি জাঁওতে গোটেইটো বাটত খ্ৰিষ্টিয়ানৰ মনত কিমান খেদ হৈছিল, তাক কেৱে কব নোআৰে। মাজে মাজে হুমুনিযাহ পেলাই, মাজে মাজে কান্দে; আৰু জি ঠাই ভাগৰুআ পথক অলপকৈ জিৰাবলৈ মাথোন সজা হৈছিল, তাতে বলিয়াৰ দৰে টোপনিয়াই থকা হেতুকে আপোনাকে ঘনে ঘনে গৰিহনা কৰে। এই ৰূপে সি উলটি গৈ, জি নুবাই জাত্ৰাত তাক এইমান বেলি সান্তনা কৰিছিল, তাক সুত দৈবেবে পোআ হই কি নই, এই মনেৰে গোটেই বাটত ই ফালে সি ফালে নেৰি ভালকৈ চাই গৈছিল। পূৰ্ব্বে টোপনিওআ ঘোপ ঘৰ দেখিব পৰা ওচৰ পালতগৈ, তাৰ টোপনিওআৰ দোস আৰুও মনত পৰি সেই দৰ্সনেই তাৰ খেদ আগতকৈও বৰকৈ বৰ্হালে। তেতিয়া সি আপোনাৰ পাপময় নিদ্ৰাত বিলাপ কৰিবলৈ ধৰি বুলিলে, হাই হাই, দুৰ্ভগিয়া মানুহ জে মই, মই কেনেকৈ দিনতেই টোপনিয়ালোঁ! কঠিন ঠাইতে কেনেকৈ নিদ্ৰাত পৰিলোঁ! পৰ্বতৰ গৰাকিএ জি বিস্ৰাম ঘৰ কেৱল জাত্ৰিকে জিৰাই প্ৰান জুৰাবলৈহে সাজিলে, তাক সৰিলৰ সুখৰ নিমিত্তে সয়ন ঘৰ জে কৰোঁ, হাই হাই, মই কিয় এনেকৈ ইন্দ্ৰিয়ৰ ত্ৰিপ্তি বিচাৰিলোঁ! বিফল ৰূপে কিমান খোজ কাৰ্হি আহিলোঁ! চুফ সাগৰৰ বাটে ইস্ৰাএল লোকক পঠিওআত সিবিলাকৰো এই ৰূপ বাসনা হৈছিল। সেই পাপি নিদ্ৰাই নো হোআ হলে মই জি বাট আনন্দেৰে গলোঁহেঁতেন, সেই বাট কিমান দুখেৰে জাব লগা হল! আৰু এতে বেলি আগলৈ কিমান দুৰ বাট গলোঁহেঁতেন! জি বাট এবেলিহে জাব লাগিছিল, তাক তিনি বেলি জাবৰ প্ৰয়োজন হল। আৰু এতিয়া প্ৰায় দিনটো চুকাল; কি জানি ৰাতিএ পোআ হম। হাই হাই, মই নো সোআ হলে, মোৰ ভাল হলহেঁতেন! এই ৰূপে বিলাপ কৰোঁতে ঘোপ ঘৰ পাই তাতে বহি কান্দি কান্দি ক্ৰমে ইশ্বৰৰ ইচাবে বহা পাটৰ তললৈ চাই নুবাটো দেখা পালে; তেতিয়া কঁপি কঁপি বেগাই হাতেৰে ধৰি আনি বুকত সুমাই ললে। তাক পুনৰ পোআ হলত সেই মানুহৰ কিমান ৰঙ্গ হল, তাক কোনে কব পাৰে? কিয়নো সেই নুবাই তাৰ জিৱন আৰু ইষ্ট ঠাইত গ্ৰাহ্য হবলৈ প্ৰমান আছিল; এই হেতুকে তাক বুকৰ চোলাত সুমাই থৈ, ইশ্বৰে জে নুবালৈ তাৰ চকু পোনালে, সেই নিমিত্তে তেঁওক বিনই ৰূপে স্তুতি কৰিলে। পাচে আনন্দ মনেৰে আৰু চকুৰ লো বৈ বৈ আৰুও আপোনাৰ জাত্ৰা কৰিবলৈ ধৰিলে। অস, সেস ভোথৰ পৰ্বত কিমান বেগেৰে নৰি গল! তথাপি তাৰ দুৰ নৌ পাওঁতেই বেলি মাৰ গল; তেতিয়া খ্ৰিষ্টিয়ানে পূৰ্ব্বে টোপনিওআ অপৰাধৰ কথা সুঁৱৰি আৰুও বিলাপ কৰি কৰি বুলিলে, হাই হাই, পাপি নিদ্ৰা! তোৰ কাৰনেহে জাত্ৰাত ৰাতিএ মোক পোআ হল! মোৰ দুষ্ট টোপনিৰ কাৰনে এতিয়া বেলিৰ পহৰ নো হোআকৈ জাব লাগে; মোৰ ভৰিৰ পথ এন্ধাৰে ঢাকিব, আৰু ৰাতি ফুৰা ভয়ানক জন্তুৰ মাত সুনিব লগা হব! তেতিয়া সঙ্কাকুল আৰু ভয়াতুৰে সিংহক দৰ্সন পাই ভই খোআ কথাও তাৰ মনত পৰিলত সি আপোনাকে বুলিলে, এনে হিংসক জন্তুবোৰে ৰাতি আপোনাৰ আহাৰ বিচাৰি ফুৰে; সিহঁতে এন্ধাৰে মুন্ধাৰে মোক জদি পাই, মই কেনেকৈ পলাম? মোক তোথৰ তোথৰ কৰি নি চিন্ৰাকৈ সিহঁতৰ পৰা কি উপায়েৰে সাৰিব পাৰিম?

## পূর্ব্ব কালৰ ইতিহাস, প্ৰথম আধ্যা । স্রিষ্টি কৰা বিবৰন ।

The Creation.—From " Line upon Line. "

মোৰ প্ৰিয় লৰাবিলাক, ইশ্বৰে জগতক স্রুজিলে, তাৰ বিসই তোমোলাকে সুনিলা, মই তাক জানোঁ । কোনোবা মানুহে জগত খন স্রুজিব পাৰিলেহেঁতেন নে? নোআৰে; মানুহে এই খন জগতৰ নিচিনা আন জগতক স্রুজিব নোআৰে ।

চন্দুক আৰু থৰাহি এনে অনেক বস্তু মানুহবিলাকে সাজিব পাৰে । চন্দুক সাজিব পৰা মানুহক কি জানি তোমোলাকে জানা । এনে মানুহ এটাক জদি তুমি এটা সুদা একো ন থকা খোঁটালিত সুমাই থৈ দুআৰ মাৰি তাক কৰা, হেনে, তুমি এটা চন্দুক নে সাজা মানে তেতিয়ালৈকে তাৰ পৰা ওলাই নাহিবা; সেই মানুহ কেতিয়াবা ওলাই আহিব নে? ন হই, কেতিয়াও নোআৰে । একো বস্তু নো হোআকৈ মানুহে চন্দুক সাজিব নোআৰে । তাক অৱস্যে অলপ কাঠ, বা বগি তাম, বা ভাঠ তুলাপাত, নাইবা আন কোনো বেহানি দিব লাগে । কিন্তু জিহৰ পৰা স্রিষ্টি কৰিব পাৰে, ইশ্বৰৰ এনে একো বস্তু নাই কিচিল; তেঁও কেৱল হওক বুলিলতে তেতিয়াই হল ।

অনাবস্তুৰ পৰা বস্তু কৰা, তাকে স্রিষ্টি কৰা বোলে । ইশ্বৰত বাজে কোনেও একো বস্তু স্রুজিব নোআৰে ।

ইশ্বৰক কি কাৰনে স্রিষ্টি কর্ত্তা বোলে, তাক তোমোলাকে জানা নে? তেঁও সকলোকে স্রুজিলে । এই কাৰনে কেৱল এজন স্রিষ্টি কর্ত্তা আচে; পৰম দুতবিলাকে নাইবা মানুহেও একো বস্তু স্রুজিব নোআৰে । সিইঁতে এটোপা পানি নাইবা এটি সৰু মাখিও স্রুজিব নোআৰে ।

ইশ্বৰে চই দিনত জগতক স্রুজিলে, তাক তোমোলাকে জানা । প্ৰত্যেক দিনত তেঁও কি কি কৰিলে, তাক মই তোমোলাকক কওঁ ।

প্ৰথম দিনা ইশ্বৰে বুলিলে, পহৰ হওক, আৰু পহৰ হল ।

দুতিয় দিনা ইশ্বৰৰ আগ্যাতে বৰ ওখ পানি হৈছিলে; সেই পানিকে ভাৱৰ বোলে । আৰু চাপৰ পানিও হৈছিলে; পানিত বাহিৰে আৰু একো দেখিবলৈ নাই কিচিল । আৰু ইশ্বৰে সকলো ঠাই বায়ুৰে সৈতে পৰিপুর্ন কৰিলে । কিন্তু বায়ু অদ্রিস্য, তাক তোমোলাকে জানা ।

ত্ৰিতিয় দিনত ইশ্বৰৰ আগ্যাত পানি গুচি তাৰ তলত থকা সুকান মাটি দেখা হল । জি দ ঠাই ইশ্বৰে জুগুত কৰিলে, তালৈকে পানি বৈ গল । সুকান ঠাইক ইশ্বৰে প্ৰিথিবি নাম থলে; আৰু পানিক সমুদ্ৰ বুলিলে । আমি হলে মাটিৰ ওপৰত খোজ কাঢ়োঁ, কিন্তু সমুদ্ৰৰ ওপৰত খোজ কাঢ়িব নোআৰোঁ । সমুদ্ৰ সদাই হেন্দুলি থাকে । জি দ ঠাইত ইশ্বৰে সমুদ্ৰক সিমা কৰি থলে, তাৰে পৰা কেতিয়াও আহিব নোআৰে । ইশ্বৰে বাক্য বুলিলতে আৰু বস্তুবিলাক প্ৰিথিবিৰ পৰা গজিল । কি কি বেহানি মাটিৰ পৰা ওলাল, তাকে তোমোলাকে গোত কৰ পাৰা নে? ঘাঁহ, গোম ধান, গচ, আৰু ফুলবিলাক উতপন হল ।

চতুর্থ দিনত ইশ্বৰৰ বাক্যত সুৰ্জ, চন্দ্ৰ আৰু তৰাবিলাক স্রুজা হল । সুর্জ্জক প্ৰত্যেক ৰাতি পুআ ওলাবলৈ, আৰু গধুলি মাৰ জাবলৈ বিধান দিলে; কিয়নো দিনে ৰাতিএ সদাই পহৰ জেন নে থাকে, তাকে ইশ্বৰে ভাল দেখিলে । ৰাতিতে জি আমাৰ সুই থকা সমই, তেতিয়া এন্ধাৰ হোআ ভাল । কিন্তু ৰাতিত পহৰ দিবৰ কাৰনে ইশ্বৰে চন্দ্ৰক আৰু তৰাবিলাকো দিচে; সেই কাৰনে জদি ৰাতি আমি ফুৰোঁ, তেতিয়া আমি অলপ পহৰ দেখোঁ । আকাসৰ তৰাবিলাক অগনন ।

পঞ্চম দিনত ইশ্বৰে জিৱ থকা জন্তুকে স্রুজিবলৈ ধৰিলে । তেঁও আগ্যা দিলত পানিত মাচেৰে পুৰ হল । আৰু পখিবিলাক পানিৰ পৰা উৰি ওলাই গচবিলাকত পৰিল ।

সষ্ট দিনত ইশ্বৰে আগ্যা দিলে, আৰু সিংহ, মেৰ চাগলি, ঘোঁৰা আদি কৰি সকলো বিধৰ পহুবিলাক প্ৰিথিবিৰ পৰা ওলাই আহিল। সেই দৰে মাখি, মৌ, উস্ৰিঙ্গা আৰু পৰুআবিলাক আদি কৰি সকলো বিধৰ বগাই ফুৰা জন্তু প্ৰিথিবিৰ পৰা ওলাল।

পাচে ইশ্বৰে মানুহ এজনক স্ৰুজিলে। ইশ্বৰে বুলিলে, আহাঁ, আমাৰ আপোনাৰ মুৰ্ত্তিৰে মানুহক স্ৰুজোঁহক। এই কথা ইশ্বৰে কালৈ কলে? তেঁওৰ পুত্ৰ প্ৰভু যিচু খ্ৰিষ্ট লৈ কলে; কিয়নো জেতিয়া তেঁও জগতক স্ৰুজিলে, তেতিয়া তেঁওৰ পুত্ৰ লগত আচিলে। ইশ্বৰে মানুহৰ সৰিল প্ৰিথিবিৰ ধুলিৰ পৰা কৰিলে; পাচে তাৰ নাকত নিশ্বাস কৰ্হালত জিৱাত্মা হল। সেই মানুহৰ সৰিল আৰু মনো আচিল; সেই কাৰনে মানুহে ইশ্বৰক চিন্তিব পাৰে। জেনেকৈ তোমোলাকে সুনিচা, সেই দৰে ইশ্বৰে পাচে মানুহৰ কোসৰ পৰা অলপ মান মঙ্গহ আৰু হাৰ লৈ তিৰোতা এজনি স্ৰুজিলে।

ইশ্বৰে আন সকলো জন্তুবিলাকক আদম আৰু হৱাক দিলে; আৰু তেঁও সিহঁতক আৰ্সিবাদ কৰি এদেন নামেৰে এখান বাৰিত থলে, আৰু তাক ভালকৈ ৰাখিবলৈ আগ্যা দিলে।

ইশ্বৰে সেই সকলোকে স্ৰুজি এঁটাই, তেতিয়া তেঁও দেখিলে দেখে, সকলো উত্তম হৈচে। তেঁওৰ স্ৰুজন বস্তুতে তেঁও বৰ সন্তোস হল; কিয়নো সেই সকলো বৰ সুন্দৰ। পহৰ বৰ জেতস্বি হল, বতাহ সুসিতল, প্ৰিথিবি কলাপতিয়া বৰনেৰে সোভা কৰা হল, সুৰ্জ্জ চন্দ্ৰই আকাসত বৰ উজল ৰুপে প্ৰকাস কৰিলে। চৰাই, পহু, আৰু জিয়াই থকা জন্তুবিলাক ভাল আৰু সুখিয়া আচিল; কিন্তু আটাইতকৈ আদম হৱাহে উত্তম আচিল; কাৰন সিহঁতে ইশ্বৰৰ সদ গুনৰ নিমিত্তে ভাবিব পাৰে, আৰু তেঁওৰ নামত স্তুতি ধন্যবাদ কৰিব পাৰে।

সপ্তাহত সাত দিন আচে, তাক তোমোলাকে জানা। সাত দিনৰ দিনা ইশ্বৰে একো ন কৰিলে, কিন্তু সকলো কৰমৰ পৰা জিৰালে, আৰু সেই দিনকে তেঁও আপোনাৰ বুলি কলে; কিয়নো তেঁও সেই দিনকে পবিত্ৰ কৰিলে। সেই কাৰনেহে মানুহবিলাকে সেই দিনত সকলো কাম এৰি জিৰাই; আৰু সেই দিন ইশ্বৰৰ বুলি কই। সেয়ে বিস্ৰাম দিন, ইশ্বৰক ধন্যবাদ কৰিবলৈ বৰ দিন।

চই দিনৰ মাজত ইশ্বৰে জিবিলাক জন্তু স্ৰুজিলে, সেই সকলোৰে মাজত আদম আৰু হৱাত বাজে আৰু কোনেও জিবাৰে ইশ্বৰক ধন্যবাদ কৰিব নোআৰে।

স্বৰগত দুতবিলাকে, আৰু প্ৰিথিবিত মানুহবিলাকে ইশ্বৰক ধন্যবাদ কৰিব পাৰে।

মোৰ প্ৰিয় লৰাবিলাক, তোমোলাকে কেতিয়াবা ইশ্বৰক ধন্যবাদ কৰা নে?

তেঁওক স্তুতি কৰা গিত কি জানি তোমোলাকে জানা।

তোমোলাকে তেঁওক ধন্যবাদ কৰালৈ ইশ্বৰে সন্তোস আচে নে? হই, জদি তোমোলাকৰ চিন্তন আৰু প্ৰেম তেঁওলৈ থাকে, তেন্তে তোমোলাকৰ স্তুতি তেঁও গ্ৰহন কৰিব।

পৰম দুতদিলাকে প্ৰেম ভক্তি কৰি তেঁওক ধন্যবাদ সদাই কৰে, আৰু সেই দৰে আমিও কৰিব লাগে।

ইশ্বৰে প্ৰত্যেক দিনত কি কি কৰিলে, এতিয়া তাকে গনা।

প্ৰথম দিনা, পহৰ।

দুতিয় দিনা, বায়ু আৰু মেঘ।

ত্ৰিতিয় দিনা, প্ৰিথিবি, সমুদ্ৰ, আৰু প্ৰিথিবিৰ পৰা বৰ্হা বস্তুবিলাক।

চতুৰ্থ দিনা, সুৰ্জ, চন্দ্ৰ, আৰু তৰাবিলাক।

পঞ্চম দিনা, মাচ, আৰু চৰাইবিলাক।

সষ্ট দিনত, পহুবিলাক, বগাই ফুৰা জন্তু, আৰু মানুহ।

সপ্তম দিনা, একো ন কৰিলে, ইশ্বৰে জিৰালে।

ক

## পুৰণি অসম বুৰঞ্জি, নং ১৩ ।

**Suklongfa succeeds the Dihingia Roja—War with the Koches.**

পাচে জেঠৰ দিনত গৌৰেশ্বৰে তুৰ্ব্বকক মাৰিবৰ বাত্ৰা পালে। লাকনি কংমুত (৪৯) শঁকত আষোনৰ দিনত চিকলাই পৰ্ব্বতত নিবাহিনি সাগুিয়া মৰলৰ পুতেক সিসু বিসু এই দুই ভায়েকে ৰজা দেৱৰ ঠাইলৈ মানুহ পঠালে; সন্দেস দিলে, ঘোঁৰা ২ টা, এটা সুকুলা, এটা পৰলা; ভাঙ্গৰ মুকুতা এধাৰ, পোআল এধাৰ, সোনৰ টঙ্গালি এগচ, সুকুলা চামৰ একুৰি, গৰ্ভ চামৰ ১ টা। এই সকল দি সিসু বিসুএ প্ৰাৰ্থনা কৰি আহিল, বোলে, মই বন্দিক আপদে সম্পদে ৰখ্যা কৰিলে মই বচৰি সেৱা জনাই থাকিম। পাচে ৰজা দেৱে তাৰ মানুহ বিদাই দিলে আমাৰো কটকি পঠালে, সন্দেস দি সুকুলা মহ, সুকুলা গৰু। পাচে আমাৰ মানুহ সন্দেস দি উলটি আহিল। আত পাচে ৰজা দেৱে বৰ পাত্ৰ গোহাঁইক কচাৰিৰ ৰাজ্য খাবলৈ পঠালে। থাওমুংকতক, থাওমুংথ, থাওমুংচেনৰ, চুলেং চাৰিঙ্গ ৰজা, চুক্লংমুং তিপাম ৰজা, এই সকলক বৰ পাত্ৰৰ লগলৈ পঠালে। পাচে ৰজা দেৱে মগলৌ ৰজাৰ জিএকক খুজি পঠালে; পাচে মগলৰ ত্যাওমন ৰজাই ডংপলোম, ফুলুং, এই দুইক পঠালে, বোলে, মই নাংমাক কুঁঅৰিকৈ দি পঠাম। এই কথা সুনি ৰজা দেৱে বোলে, পূৰ্ব্বে খুনথাৰাক জিনি কুঁঅৰি তিনটা পাইচোঁ, ই কথা পুৰণি হল, এখন কুঁঅৰি দিও বুলিচে, ভাল দিব, পুৰ্ব্ব প্ৰিতি গোট চলোক; এই বুলি ৰজা দেৱে আমাৰ বিংৰাই কটকিৰ হাতত সোন ৰুপৰ চিৰি দুগচ তাৰ কটকিৰ লগত পঠাই দিলে। পাচে মগলৰ ত্যাওমন ৰজাই পুনৰ্ব্বাৰ ফিৰাই পঠালে, সেই কটকিৰ হাতত ঘোঁৰা পোষ্কেৰেটা, হাতি ১ টা; লেখা পত্ৰ দি আহিল, কৰতিয়া গজাত দল বন্ধা পুখুৰি খনা শঁক, ১৪৪৮।

পাচে চুহুমুংকা দিহিঙ্গিয়া ৰজা দেৱে পুতেক চুক্লংফা তিপাম ৰজা বহাগৰ দিনত বৰ কুকুৰা জুঁজাইচিলে। জেঠৰ দিনত বাপেক পুতেকে বোলা বুলি কৰি পুতেক গৰগাঁৱলৈ আহিল। লাকনি তাওচান শঁকত ৰজা দেৱে চুলেং চাৰিঙ্গ ৰজাকে, চুখ্ৰুং সৰু গোহাঁইকে, এই দুই পুতেকক মাতি আনি আলচ কৰিলে, বোলে, তইঁত দুই ভায়েৰে গৈ গৰগঁয়া বপাইক মাতি আনগৈ; বৰ গোহাঁইকো আনিবি। পাচে দুই কোঁঅৰে গৈ মাতিলেগৈ। চুক্লংফা তিপাম ৰজা বোলে, বপাই, তইঁত কি কাৰনে আহিলি? ত্যাওতিয়ে আহি মোক নিয়কহি। পাচে ৰজা দেৱে ত্যাওতিয়ক ৰাখি চুলেং চাৰিঙ্গ ৰজাক পঠাই দিলে। মংচিপৰ পৰা আনিবলৈ বৰ গোহাঁই সহিতে কথা বাত্ৰা হৈ বিধাৰন হেন জানি নানি উলটি গল। পাচে ৰজা দেৱে মাঘৰ দিনত দিহিঙ্গৰ পৰা ৰকতালৈ আহি সমফা দেঁওধাইক পঠাই চুক্লংফা গৰগঁয়া ৰজাৰ মাকক পাৰিত হাত জোৰোৱাই সপত কৰাই ৰজা দেও দিহিঙ্গলৈ উলটি গল; গৰগঁয়া ৰজাৰ মাক পৰ্ব্বতলৈ উলটি গল। পাচে চতৰ দিনত পৰ্ব্বতৰ দেও ঘৰলৈ ৰজাৰ চোলা দি পঠালে, চোমচেঙ্গৰ পেৰাকো ঘোঁৰা এটাত তুলি দি পঠালে; নগৰ নৌ পাঁওতেইগৈ চুক্লংফা তিপাম ৰজা ৰাতমাল নামে কচাৰি লেহেতিয়াক তিৰি বেস ধৰাই পঠাই দি, বাপেক ৰজা দেৱক দুপৰ ৰাতি চুৰিৰে খুচি মৰালে।

লাকনি কাৰাও (৫১) শঁকত মাঘৰ দিনত চুহুমুংকা দিহিঙ্গিয়া ৰজা দেও মুংৰাই চিমুং কৰিলে। ভোগ কৰিলে ৪৩ বচৰ, হিন্দু মতে শঁক ১৪৯২, (১৪৬১)। দিহিঙ্গিয়া ৰজা দেৱৰ কথা সমাপত।

এঁওৰে পুতেক চুক্লংফা তিপাম ৰজা লাকনি কাৰাও শঁকত ৰজা হল। লাকনি ডাপকেও শঁকত ৰজা দেৱৰ ভায়েক চুলেং চাৰিঙ্গিয়া গোহাঁইক তিপাম ৰজা পাতিলে। চুতেং নামকৰিয়া গোহাঁইক চাৰিঙ্গিয়া গোহাঁই পাতিলে। চুখ্ৰুং সৰু গোহাঁইক নাম-

ৰুকিয়া ৰজা পাতিলে। এই সঁকতে ৰজা দেৱে কচাৰি ৰাজ্যলৈ গৈ তাউকা নামে ঠাই পালেগৈ। তাৰে পৰা ৰাজ মাও দেও মৰিবৰ সুনি উলটি আহিল। ৰজা দেও চুলেং তিপাম ৰজাক কচাৰি ৰাজ্যলৈ পঠালে। পাচে চুলেং তিপমিয়া গোহাঁই দেৱে কচাৰি ৰাজ্যলৈ গৈ লুইতৰ কাষৰত কোঁঠ কৰি ৰলগৈ। পৰে কাতিৰ দিনত চুলেং তিপমিয়া গোহাঁয়ে কচাৰি ৰাজৰ পৰা আহি ভেঁটি ভাৰ সহিতে ৰজা দেৱক সেৱা কৰিলেহি। পাচে সেই বচৰতে কচাৰি ৰজা জুধলৈ আগ বাৰ্হি আহিল, চুক্লংফা ৰজা দেৱে এই কথা সুনি সৈন্যে সহিতে কচাৰি ৰনলৈ আগ বাৰ্হি আহি চাৰিং পালেহি; চোম ঘৰত ৰহিবৰ সুনি তাৰে পৰা উলটি গৰগাঁৱলৈ আহিল। পাচে বহাগৰ দিনত চুটিয়া আহি চুহনক মাৰি লৰা তিৰোতা ধৰি দিচাঙ্গৰ পৰা লৈ গল। পাচে ৰজা দেৱে এই কথা সুনি লাকনি প্লেকজি (৫৬) সঁকত থাওমুং তিপামক কচাৰি ৰাজ্যৰ পৰা আনি দিচাঙ্গত চুলেং তিপমিয়া গোহাঁইৰ হতুআই থোআলে।

লাকনি থুতচি সঁকত কোচে জুধলৈ আহিল। বৰ গোহাঁয়ে জুধ ন কৰিবলৈ বাধিলে; থাওমুং বানলুং, তাওপিম, এই দুয়ে বৰ গোহাঁইৰ কথা ন লৈ ফুকন সকলেৰে দিকৰাই পাৰ হৈ কোচেৰে দুবাৰ জুধ কৰিলে। পাচৰ বাৰ জুধত কোচে বিস্তৰ কাঁৰ মাৰিলে; আমাৰ থাওমুংনাংলাইৰ হাতত কাঁৰ লগালে। পাচে হাতিএ আঘাত কৰি পেলালে; এনেতে ককায়েক খেনতে হাতিএৰে আহি ভায়েকক তুলি লৈ আহিল। পাচে কোচে খেদি আহিল; এনেতে আমাৰ মানুহ ভাগি পলাল। থাওমুং, বানলুং, হাতিএ সৈতে পৰিল; কুংবিনো হাতিএ সৈতে পৰিল; লোকলাহনো ঘোঁৰাত উঠি জুধ কৰি পৰিল; পৰ্বতিয়া গোহাঁই গৰ এৰি হাতিএৰে পলাল; থাক্কলন্দিকৈ গৰ এৰি হাৰি সোমাই ভইথুনে দি গৈ ঘোঁৰা এৰি পলাল; ৰাজ্যো 'থৰঙ্গিলৈ ভাগি আহিল। গুঁইমেলাৰ থাওমুংলাঙ্গ ৰাজ নেওগ ১, থাওমুংবানলুং ১, কুংবিনৰ ভাই নাকিং ৰাজ নেওগ ১, এই তিনিএ ৰাতি কোচক কঁৰিয়াইচিলে। পাচে তাৰে পৰা ভাগি আহি পুআ সনা পালেহি; কোচেও খেদি আহিল; আমাৰ লোকেও জুধ ধৰিলে। আমাৰ ৰাজ খোআ হাজৰকিয়া দুয়ো পৰিল। থাওমুংখেনচ, থাওমুংচেনৰ, থাওমুংক্লচেন, থাওমুং নাংলা, থাওমুং নাৰিম, থাওমুং চাৰিঙ্গ, চাওচামগ্লেুং, ত্যাওৰিন প্লাইনা, ত্যাওৰিন, ত্যাওকুফুং, এই সকলক ৰজা দেৱে পাচত ললে; আৰু ত্যাওলুংলানক নাৱৰ অধিকাৰ কৰিলে। ৰজা দেৱে এই সকলেৰে পিচলাৰ গৰ পাৰ হৈ জাঁওতে কোচে আহি জুধ ধৰিলেহি; জুধে নোআৰি কোচ ভাগি গল। পাচে আমাৰ চুলেং তিপমিয়া ৰজা ১, চুতেং চাৰিঙ্গ ৰজা ১, কংচেং বৰ পাত্ৰ ১, এই তিনিএ সমস্ত লোকেৰে কোচক খেদি পানিত পেলাই কাটিলে, তাতে ঘোঁৰা পালে দুটা। পাচে ৰজা দেৱে ৰন জিনি সৈন্যেৰে উজাই আহি বিংখন মুংখন কৰিলেহি।

পাচে লাকনি ত্যাওচিঙ্গা সঁকত তাঙ্গৰ ভুমি কম্প গল, মাটি ফাটি সিল বালি ওলাল। লাকনি কামুত (১) সঁকত ৰজা দেও ত্যেগনত আচিলে; সেই সময়ত বানচাঙ্গ নগাই বানফা নগাৰে কন্দল লগালে। পাচে বানফা নগাই বলে নোআৰি মহ, মেঠোন, পহু, মৰা, কুকুৰ আনি ৰজা দেৱৰ ঠাইত সৰনাগত হৈ বৰ মাগিলেহি; বোলে, বানচাঙ্গ নগাৰ নিমিত্তে ৰব নোআৰোঁ, সৰ্গদেৱে জেনে কপে হই ৰখ্যা কৰোক। পাচে ৰজা দেৱে বান্চাঙ্গ নগাক জুধ কৰিবলৈ সৈন্য দি বুৰা গোহাঁইক পঠালে; আৰু লানত্যাঙ্গক মহঙ্গত থাকিব দিলে। ৰজা দেও সিলা গ্ৰামতে আচিলে, সেই ঠাইকে বানৰিন বোলে। পাচে বুৰা গোহাঁয়ে বানচাঙ্গ নগাক জিনি, কিংপুং নামে তাৰ ৰজাটোক ধৰি আনিলে।

তাৰ পালে মহ্ ১ কুৰি, মেচোন ৯ টা. টেঙ্গাৰ মান পোআল ১ টা; এই দ্রব্যেৰে কিংপুং চালি নগা ৰজাক আনি, ৰজা দেৱক সেৱা কৰালেহি। লাকনি কাপচান (১) সঁকত পুহৰ দিনত ত্যাওলাংত্যাং মৰিল তাদৰ দিনত ত্যাওচুতেং, ত্যাওলুংত্যিম. ত্যাওচিইমহ্, এই তিনিও মৰিল। পাচে ৰজা দেও এবচৰ নৰিয়া পৰি আচিল। লাকনি ৰাইমিত সঁকত চুক্লংফা ৰজা দেও ম্রিত্যু হল। এঁৱে ভোগ কৰিলে ১৪ বচৰ।

---

## অনেক দেসৰ সম্বাদ।

**Journal of Events.**

সকলো দেসৰ বস্তুৰ মহা দৰ্সনৰ নিমিত্তে লণ্ডন নগৰত জি চাহাবে আৰ্চিৰ বৰ ঘৰ সাজিবলৈ আৰ্হি দেখালে, তেঁওৰ নাম শ্রীজুত জচেফ পাক্স্তন। তেঁওৰ নকচা ইয়াত লি-



Joseph Paxton, Esq., Architect of the Crystal Palace.

খা আচে। সেই মহা দৰ্সন চাবৰ নিমিত্তে সকলো দেসৰ লোক গৈচে; সিবিলাকৰ মাজত তুৰুক দেসৰ মুস্তাফা বাদস্যা নামে এজন ৰাজ মন্ত্রি, আৰু খেহ্ দেসৰ মান্দৰিন বিসই থকা প্রধান লোক এজনো গৈচে। সিবিলাকৰ নকচাও ওপৰত লিখা আচে।

সোঁ ফালে থকা ভাঙ্গৰ নকচাত শ্রী শ্রীমতি মহা ৰানি আৰু তেঁওৰ স্বামি পুত্র দুহিত্রিএ লৈতে সেই মহা দৰ্সনৰ ঘৰত সোমোআৰ



Moustapha Pasha, and the Chinese Mandarin.

পুতলা লিখা আচে। তাৰ মাজত থকা জনা মহা ৰানিৰ স্বামি প্রিঞ্চ আল্বৰ্ত; তেঁও সোঁ হাতে মহা ৰানিক, বাঁও হাতে দুহিত্রিক ধৰি লৈ গৈচে; মহা ৰানিএ সোঁ হাতে বৰ কোঁঅৰ জুবৰাজক ধৰিচে। তেঁওবিলাকৰ পাচ ফালে জাঠি বৰচা ধৰি পালি লোআ লোক আচে; আগ ফালে সোনোআলি চোলা পিন্ধি ডণ্ড ধৰা বৰ লোক দুজন লিখা আচে।

মান দেসলৈ জাবৰ নিমিত্তে খেহৰ এখান জোঙ্গ নাও ৯ মেই তাৰিখত পিনাঙ্গ নগৰ এৰি গলত মাকাও নিবাসি জি ৪৫ জাত্রি জাহাজত আচিল, সিহঁতে উঠি জাহাজৰ আটাই বনুআবোৰ মাৰিলে। তেতিয়া জাহাজৰ পিচ ফালে থকা ৮।৯ খেহ লোকে ভোজনৰ পাচে ধুঁআ খাই আচিল, সিবিলাকে হাই সুনি আপোনাৰ খোঁটালিৰ দুআৰ মাৰি সিহঁতক সোমাবলৈ বাধা কৰিলত সিহঁতে দুআৰ ভাঙ্গিব খুজিলে। এনে সময়ত খেহ্বিলাকে থাৰ ভৰোআ এটা পিপা লৈ, সোমালে জুই লগাম বুলিলত তোমোলাকক একো দুখ নি দিম বুলি সিহঁতে সপত কৰি মিত্তিৰ পাতিলে। কাল ক্রমে মালাকা নগৰ

INAUGURATION OF THE CRYSTAL PALACE.



‘এ প্ৰথমে মহা দৰ্শনৰ আৰম্ভিৰ ঘৰত প্ৰবেশ হে।’

**The Great Exhibition opened by the Queen.—From the Illustrated London News**

পাই মাকাও নিবাসিবোৰে জাহাজৰ আটাই বস্তুৰ ভাগ বাটি ললে, কিন্তু খেহ্বিলাকে নগৰৰ ভিতৰলৈ গৈ এই কথা কলে; তাতে অধিকাৰে সেই বধ কৰা সকলোকে ধৰাই নিয়ালে।

ফৰিদপুৰ জিলাত ৯ এপ্রিলত ৰাধানাথ গোপি নামে এজন মানুহে ৭ বচৰিয়া লৰা এটা জংঘলৈ নি তাৰ গাৰ অলঙ্কাৰ পাবৰ নিমিত্তে তাৰ ডিঙ্গিত ডোল লগাই চেপি মাৰিলে। তাৰ পাচে সি আপোন ঘৰলৈ গৈ ভাত খাই ৪ টকা ৰুপৰ বস্তু বজাৰত বেচি দুখন চুৰিয়া কিনিলত বাকি জি অলঙ্কাৰ থাকিল, সেইবোৰ মাটিত পুতিলে। তাৰ কিচু দিনৰ পাচে সিয়ালে খাই এৰা হাৰ মুৰ হাৰিত পাই তাৰ লৰা দাঁতত চিন পাই তাক সেই লৰা বুলি জানিলে। পাচে সেই মানুহ ধৰা পৰিলত কলিকতাৰ সদৰ নিজামতৰ সোধাৰুএ তাক ফাঁচি দিবলৈ আগ্যা কৰিলে, আৰু এই দেসৰ লোকে লৰাক অলঙ্কাৰ নি পিন্ধাবৰ নিমিত্তে সেই কথা প্ৰকাস কৰিবলৈ আগ্যা দিচে। এই ৰুপে ঠায়ে ঠায়ে অলঙ্কাৰৰ কাৰনে অনেক লৰা বচৰি কৰি মাৰি আচে।

## সাঁথৰ দিয়া।

Riddles.

১। গচ কুম্ভ কৰন, লাগে পাঁচ বৰন,
পকোঁতে জাকে জাকে পকে,
সৰোঁতে এটি এটি সৰে।

২। ওপৰৰ পৰা পৰিল চিলা,
মুৰ নাই কিয়া গোটেই গিলা।

৩। লাৰ ওপৰত লি,
চাঁচি লগালে কাটি কামি,
নে চাঁচি লগালে কি?

৪। চাৰি ফালে চাৰি বান,
দুফালে দুখন কান,
গোটে গোটে মানুহ গিলে,
তেও নে জাই প্ৰান।

৫। বজাৰ জপা একুৰি এখলপা।

৬। বজাৰ জি লৰি জাই,
লদো ফুল সৰি জাই।

৭। ই ফালে বা বাঁহ, সি ফালে বা বাঁহ,
ভাগো ভাগো কৰে বাঁহ।
তেও নুৰে ৰাজ হাঁহ।

৮। গচৰ ওপৰত গুটি, গুটিৰ ওপৰত গচ,
ই নো কি গচৰ সঁচ?

৯। জঁপাৰ ওপৰত কুপা,
কুপাৰ ওপৰত তেল,
জৰ পুৰকৈ বান্ধি খৈচোঁ,
কোনে পাৰ মেল।

১০। আম গুম গুম, চাম গুম গুম,
পৰ্বতে গুম গুমাই ৰাসালিকাই,
কনিটো পাৰিচে পানিত তল নে জাই।

ইয়াৰ অৰ্থ এই।

১, কুমাৰৰ পাগ সালি। ২, চোলা। ৩, এলাঁধু। ৪, ঘৰ। ৫, কলাডিল। ৬, নিয়ৰ। ৭, দোলা। ৮, কেতেই কঁঠাল। ৯, বাঁহ গাঠি। ১০, তেল টোপা।

## চেপ্তেম্বৰ, অৰ্থাত আহিনৰ পঞ্জিকা।

Almanac for September, 1851.

| [illegible] | ভাদ | বাৰ | তিথি | দিনমান | চেপ্তেম্বৰ | আহিন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| | ১৭ | ২ | ৬ | ১২।৩৪ | ১৬ | ১ | ৩ | ২১ | ১২।১০ |
| | ১৮ | ৩ | ৭ | ১২।৩২ | ১৭ | ২ | ৪ | ২২ | ১২।৮ |
| | ১৯ | ৪ | ৮ | ১২।৩০ | ১৮ | ৩ | ৫ | ২৩ | ১২।৬ |
| | ২০ | ৫ | ৯ | ১২।২৮ | ১৯ | ৪ | ৬ | ২৪ | ১২।৫ |
| | ২১ | ৬ | ১০ | ১২।২৬ | ২০ | ৫ | ৭ | ২৫ | ১২।৩ |
| | ২২ | ৭ | ১১ | ১২।২৫ | | | | | |
| | | | | | ২১ | ৬ | ১ | ২৬ | ১২।১ |
| ৭ | ২৩ | ১ | ১২ | ১২।২৩ | ২২ | ৭ | ২ | ২৭ | ১২।০ |
| ৮ | ২৪ | ২ | ১৩ | ১২।২২ | ২৩ | ৮ | ৩ | ২৮ | ১১।৫৯ |
| ৯ | ২৫ | ৩ | ১৪ | ১২।২০ | ২৪ | ৯ | ৪ | ২৯ | ১১।৫৭ |
| ১০ | ২৬ | ৪ | ১৫ | ১২।১৯ | ২৫ | ১০ | ৫ | ৩০ | ১১।৫৬ |
| ১১ | ২৭ | ৫ | ১৬ | ১২।১৭ | ২৬ | ১১ | ৬ | ১ | ১১।৫৪ |
| ১২ | ২৮ | ৬ | ১৭ | ১২।১৬ | ২৭ | ১২ | ৭ | ২ | ১১।৫৩ |
| ১৩ | ২৯ | ৭ | ১৮ | ১২।১৪ | | | | | |
| | | | | | ২৮ | ১৩ | ১ | ৩ | ১১।৫২ |
| ১৪ | ৩০ | ১ | ১৯ | ১২।১৩ | ২৯ | ১৪ | ২ | ৪ | ১১।৫০ |
| ১৫ | ৩১ | ২ | ২০ | ১২।১১ | ৩০ | ১৫ | ৩ | ৫ | ১১।৪৯ |

পুৰ্নিমা ১০ দিনৰ ৮।২ ভাটি। আমাবাস্যা ২৫ দিনৰ ০।৩০ ভাটি।

THE ORUNUDOI,
*Printed and Published by* O. T. Cutter, *at the Sibsagor Mission Press.*—N. Brown, *Editor.*

# অৰুনোদই

৬ বচৰ। মোং সিৱসাগৰ, চেপ্তেম্বৰ, ১৮৫১। নম্বৰ ৯।

VOL. VI. SIBSAGOR, ASAM, SEPTEMBER, 1851. NO. 9.


## পাৰ্চি দেসৰ বিবৰন।

Description of Persia.

পুৰ্ব কালত পাৰ্চি দেস অতি প্ৰধান আৰু সক্তিমন্ত। খ্ৰিষ্টৰ আগেয়ে কোৰচ আহাচুএৰ, আৰ্তসাস্তা বা আৰ্দচিৰ, দাৰিয়, চৰ্কচিচ, তাৰ এইবিলাক ৰজা জুধত বৰ পৰাক্ৰমি আচিল। আগৰ কালত আফঘান, বিলুচ, আৰু আন আন সৰু দেসো পাৰ্চিৰ ভিতৰ আচিল, এতিয়া প্ৰিথক হল। আৰু এস বচৰ মানৰ পৰা অনেক ৰন হোআত, সেই দেস সৰু হৈ গল। তাৰ দিঘে ৯০০ মাইল, পথালিএ ৮৫০। প্ৰজা ১,১০,০০,০০০ মান আচে।

পাৰ্চিৰ উতৰ ফালে কুৰ নদি, কাস্পিয়ান সমুদ্ৰ, আৰু খিৱা দেস আচে; দখিন ফালে পাৰ্চি সমুদ্ৰ; পুব ফালে এটা বৰ ডাঙ্গৰ বালি ভৈয়াম; পচিম ফালে ফিৰাট আৰু তিগৰ নদি আৰু আৰ্মেনিয়াৰ পৰ্বত। দেসৰ মাজ ভোখৰ খৰ খৰিয়া নিসত, আৰু লোনা বিল থকা চাপৰি। জি সৰু সৰু নদিবোৰ আচে, তাৰ দোআৰাই কেতবিলাক মাটি ৰসিক জিপাল।

কাস্পিয়ান সমুদ্ৰৰ দাঁতিত মাটি সাৰুআ, কিন্তু নিয়ৰ অধিক পৰে, আৰু বায়ু বিসম। তাত অনেক সুন্দৰ বাৰি পাতে; স্যিৰাজ নগৰৰ পনিয়ালৰ ৰস অতি চিকন সোআদ। তাতে আৰ্জে নুনি গচ, পাট পলু, ধান, ঘেঁহু, কপাহ, ধঁপাত, নিল, আফু, হিঙ্গ, চিঁৰাল, কুঁহিয়াৰ, সুমথিৰা, ডিমৰু, ডালিম, বাদাম, আৰু নৰা বগৰি। ইয়াৰ বাজে সোলো, তাম, ৰুপ, মুকুতা আচে; আৰু অনেক সুন্দৰ কাপৰ কৰি বেচে।

পাৰ্চি দেসত ঘোঁৰা, গাধ, উট, সিংহ, বাঘ, ভালুক, বৰা, আৰু মেৰ চাগ আচে। ঘোঁৰা বৰ সুন্দৰ, কিন্তু আৰবিৰ ঘোঁৰাৰ সমান বেগি আৰু টান পকিয়া ন হই। সিইঁতৰ এবিধ মেৰ চাগৰ নেজ বৰ ডাঙ্গৰ ডিঘল, আৰু জোখতো ১০।১৫ সেৰ গধুৰ হই।

পাৰ্চিৰ বাদস্যাই আপোনাৰ লোকবিলাকক কটিন ৰুপে দমন কৰে; সিইঁতৰ প্ৰান বা সম্পতি ইচাৰ দৰে মাৰিব নিব পাৰে। তথাপি সেই দেসত ডকাইত চোৰ সৰহ। সিবিলাকৰ আলাপ অতি চিকন মিত্ৰ ভাও, আৰু পেটত খিয়াল ৰাখিলেও মিতিৰৰ দৰে মুখে কথা কই।

পাৰ্চি লোক প্ৰায়ে মচলমান, কিন্তু সিবিলাকৰ বেলেগ মত, আলিৰ সিথ্যাৰ দৰে প্ৰবৰ্ত্তে; সেই নিমিত্তে আন মচলমানে সৈতে নি মিলে। তাত বাজে চুফি নামে সকলো মানুহৰ অপচঙ্গি গিয়ানিৰ এক মতো আচে; আৰু আদি পাৰ্চি অগ্নি সেৱক আচিল, এতিয়াও কেতবিলাক আচে।

আদি পাৰ্চিৰ বঙ্গহ সকত আৰু সুন্দৰ মানুহ, কিন্তু আন আন জাতিৰে মিহলি হোআত আগতকৈ কিচু হিন হল। সোন, ৰুপ আদি বহমুল্য অনেক অলঙ্কাৰ পিন্ধে; তাঁৰিতো মুকুতা লগাই। ভদ্ৰ লোকৰ তিৰোতাৰ ওৰনি নো লোআকৈ কেতিয়াও বাহিৰত দেখা নে জাই; মুৰত দিঘল কা-



পৰ একুচিয়াকৈ মেৰাই, আৰু দিঘল মিহি পাট কাপৰ পিন্ধে। বৰ লোকে কেইবা জনিও তিৰোতা লই; সিইঁতে চাকৰৰ দৰে স্বামিৰ আল ধৰে; সেই দস্তুৰ উচিত ন হই

সিবিলাকৰ পুথি অনেক; সিবিলাকৰ কবি হাফিচ, চাদি, ফৰ্দুচিএ অতি সুন্দৰ ৰুপে পদ বৰ্ননা কৰিছিল। সিবিলাকৰ ভাসা আৰু আখৰ আৰবিৰ নিচিনা; সোঁ ফালৰ পৰা বাঁও ফাললৈ কথা লিখে; আমাৰ পুথিৰ অন্ত জত থাকে, সিইঁতৰ পুথিৰ আগ থাকে, ইব্ৰি আৰু আৰবি পুথিও সেই ৰুপে লিখা আছে।

পাৰ্চিৰ ৰাজ নগৰ তেহেৰানৰ নিবাসি ৫০,০০০ মান হৈছে। সেই নগৰ এল্‌বৰ্জ পৰ্বতৰ গুৰিত; ঘাম কালত তাপৰ কাৰনে প্ৰায়ে সকলোএ তাক এৰি জাই। ইস্পাহান নামে পুৰনি ৰাজ নগৰ আছে; এতিয়াও ডাঙৰ নগৰ, নিবাসি লোক ২ লাখ মান প্ৰথমতে মগল বাদস্যা তিমুৰৰ দোআৰাই নষ্ট কৰা হৈছিল; পাচে ১৭২২ সঁকত আফঘান লোকে আকও ভাঙ্গি নষ্ট কৰিলে।

২০০ বচৰৰ আগেয়ে তাব্ৰিজ নামে এক প্ৰধান নগৰ আছিল, তাৰ প্ৰজা ৫ লাখ হৈছিল, কিন্তু অনেক ভুঁইকঁপে তাক নষ্ট কৰিলে। এতিয়া ৮০,০০০ মানুহ আছে। এই নগৰত জুৱৰাজ থাকে, আৰু তাত দুটা চাপা খানা জন্ত্ৰত অনেক কিতাপ চাপিছে।

মেল্যদ নগৰত ইমাম ৰেচা নামে এটা মচলমানৰ বৰ ভকতৰ মচিদ আছে; তালৈ ২০,০০০ মান জাত্ৰিক লোকে বচৰে বচৰে জাই।

কিন্তু জি অতি সুন্দৰ নগৰত পাৰ্চিৰ কবি আৰু বিদ্যাৱন্ত লোক নিবাস হৈছিল, তাৰ নাম সিৰাজ। তাৰ এদিনৰ বাট উত্তৰতে পৰ্চেপলি নামে এটা পুৰনি নগৰৰ ভগা চিগা অৱসেস বস্তু আছে। তাতো ভালেমান আখৰ আৰু মুৰ্ত্তিৰ নকচা সিলৰ ওপৰত কটা আৰু লিখা আছে; কেয়ে ভালকৈ পৰ্হিব নোআৰে। মহা চিকন্দৰে জেতিয়া পাৰ্চি ৰজা দাৰিয়ুক জিনিলে, তেতিয়া খঙ্গেৰে সেই উত্তম নগৰ নষ্ট কৰিলে।

## লণ্ডন নগৰৰ নিবাসিৰ সংখ্যা।

**Population of London.**

কলিকতা অতি মহা নগৰ হই। আচিয়া অৰ্থাত ভাৰত বৰ্সৰ মাজত জেতেক নগৰ আছে, সেই সকলোৰে কলিকতা মুকুট; কিন্তু লণ্ডন মহা নগৰৰ অপেখ্যাৰে কলিকতা এখন গাঁৱৰ নিচিনা। সেসৰ বাৰ মানুহ পিয়ল কৰোঁতে কলিকতা নগৰত ৫ লাখ ১৩ হেজাৰ মানুহ আছিল। লণ্ডনৰ লোকৰ সংখ্যা ২৩,৬৩,১৪১; ইয়াৰ বাজে লণ্ডনৰ ওচৰ চহৰত লাখ লাখ মানুহৰ বসতি। দেন্মাৰ্ক ৰাজ্যত জত লোক আছে, সেইমান লোক লণ্ডন নগৰত আছে। হানোবৰ ৰাজ্যতকৈ লণ্ডন নিবাসি দুগুন; গ্ৰিক ৰাজ্যতকৈ চাৰি গুন। কলিকতা, মাদ্ৰাজ, বম্বাই, দিলি, আগৰা, পাটনা, লাহোৰ, এই সকলতো জিমান লোক আছে, তাৰ ডেৰ গুন লণ্ডনত। গোটেই খন অচম দেসৰ সমান মানুহ সেই নগৰত আছে। লণ্ডন নগৰত মানুহ থকা ঘৰ বাৰিৰ সংখ্যা, ৩,২৪,৬১১। আন আন প্ৰকাৰ ঘৰ ৪,৮১৭। কলিকতাৰ মানুহে থকা ঘৰ ৬২,০০০। আন আন ডাঙৰ ঘৰ ৪০০।

## ধৰম কথাৰ সম্বাদ ।

**Missionary and Religious Intelligence.**

নগাঁও জিলাত ২৩ জুলাই তাৰিখত শ্রীজুত পাদুৰি ব্রুঞ্চন চাহাবৰ দোআৰাই শ্রীজুত পাদুৰি গত্‌লব দৈবলি চাহাব আৰু শ্রী মতি মেৰি এচ্ স্মিয় মেম চাহাব, দুইৰো খ্রিষ্টিয়ান মতে সুভ বিবাহ কৰোআ হৈছিল ।

সিৱসাগৰ জিলাত চেপ্তেম্বৰ ৭ তাৰিখত শ্রীজুত হুআইতিঙ্গ চাহাবৰ দোআৰাই শ্রী ভদ্রাম অচমিয়া, আৰু শ্রী লুংচাঙ্গ নামে নগা এজন, এই দুয়ো বুৰ পাই খ্রিষ্টিয়ান মণ্ডলিত গ্রহন কৰা হল ।

গুআহাটিত চেপ্তেম্বৰ ৭ তাৰিখে শ্রী মতি জাপৰি নামে ইস্কুলৰ চোআলি, আৰু আন এজনি তিৰোতা মানুহ গুআহাটিৰ মণ্ডলিত গ্রাজ্য কৰা হল ।

কান্‌পুৰ নগৰত জুলাই ৩১ তাৰিখত ৭ জন গোৰা সেনা আৰু দুজনি তিৰোতা শ্রীজুত উলিয়ম চাহাবৰ দোআৰাই বুৰ পালে।

১৬ আগষ্টত বৰিসাল নগৰত গাভৰু তিৰোতা তিনি জনি মণ্ডলিত গ্রহন কৰিলে ।

ইস্বৰৰ ধৰম প্রবর্ত্তাবৰ নিমিত্তে জি ধৰমৰ সমাজ মেই মাহত লণ্ডনত সভা কৰিচে, সিবিলাকৰ নাম আৰু বচৰি দিয়া ধনৰ লেখ এই ।

| | |
|---|---|
| ধৰম সাস্ত্র বিলোআৰ সমাজ | ৫,৩৭,৯৫০ |
| ত্রেক্ত কিতাপ বিলোআৰ সমাজ | ৬,২১,৬৯৫ |
| বাপ্তিষ্ট মিস্যনেৰি সমাজ | ১,৯০,৬৪৯ |
| চৰ্চ্চ মিস্যনেৰি সমাজ | ১১,২২,৫২০ |
| ওএস্লিয়ান মিস্যনেৰি সমাজ | ১০,৪৬,৬১০ |
| লণ্ডন মিস্যনেৰি সমাজ | ৬,৮০,২৮০ |
| স্কটলণ্ডৰ চৰ্চ্চ মিস্যনেৰি সমাজ | ৭,২৪,৭০০ |
| স্কটলণ্ডৰ ফ্রি চৰ্চ্চ মিস্যনেৰি সমাজ | ৫,২৬,০৯০ |

মাদগাস্কৰ উপদিপত ৪ জন ডাঙ্গৰিয়া লোকে খ্রিষ্টিয়ান ধৰম লোআত সিবিলাকক জুইত পুৰি মাৰিলে; আৰু আন ১৪ জন খিয় গৰাৰ পৰা গঁতা মাৰি পেলালে । তথাপি ধৰম বাৰ্হি গৈচে; এদিন চাউডাঙ্গ এজনে সিবিলাকক বিচাৰোঁতে অকস্মিতে ১০০০ খ্রিষ্টিয়ান লোক গোট খোআ পাই ধৰিলে ।

ইতালি দেসৰ ফলৰঞ্চ নগৰত ৭ মেই তাৰিখে কঁওত গুইচির্দিনি নামে এজন বৰ লোক আপোনাৰ কোনো মিতিৰে সৈতে মেজত বহি য়োহানে লিখা সাস্ত্র পৰ্হি থাকোঁতে ৰুমিয়া বিসয়াই সোমাই ধৰি সকলোকে বিচাৰ কর্ত্তালৈ নিলে; পাচে সেই সাস্ত্র পৰ্হাৰ জগৰত সিইঁতক এডোখৰ খৰাঙ্গ ঠাইত চ মাহলৈকে কইদ কৰি ৰাখিবলৈ হুকুম দিলে ।

এক কোঁঠত থকা দুজন বনুআ মানুহ সংসাৰিক মন হৈ ইজনে সিজনে খিয়লা খিয়লি কৰি আমি একে লগে গুলিয়াই জুঁজ কৰিম বুলি নিৰ্বন্ধ কৰিলত ৰাতি এখন পঁথাৰলৈ গৈচিল । তাতে সেই কোঁঠৰ আন এজন খ্রিষ্টিয়ান মানুহে সেই ঠাইত প্রার্থনা কৰি আচিল । সেই দুজন তাৰ ওচৰ পাই প্রার্থনাৰ মাত সুনি বৰ আচৰিত মানিলে; আৰু ইস্বৰে আমাক এই দুষ্ট কৰম কৰিবলৈ নিসেধ কৰিচে, ইয়াকে ভাবি দুইৰো একে বেলিএ খঙ্গ গুচি মনত প্রিতি সোমাই ইএ সিএ হাতত ধৰা ধৰিকৈ খেমা খুজি আলাপৰ কথা বান্ধিলে । ধৰমিৰ প্রার্থনাত এনে সক্তি ।



দখিন সাগৰৰ মাজুলিৰ দেও মুৰ্ত্তি

## কালে সৰ্ব্বনাস কৰা কথা ।

The Ravages of Time.

দুৰৈত থকা ভৈয়ামত মানুহৰ হাতে সজা ওখ কলচিবোৰে সৈতে এটা মন্দিৰ দেখিলোঁ। তাৰ গুৰিত জলৰ সুঁতি বৈ গল, আৰু বিধতাৰ ধুমুহা বজ্ৰপাত তাৰ ওপৰত পৰিল, তথাপি অথই স্থিৰাৰ নিচিনা সেই মন্দিৰ অনৰ হৈ থাকিল ।

মই উভতি আহি চাই দেখিলোঁ, মন্দিৰ নাই । তাৰ ওখ প্ৰাঙ্কি ভগা চিগা হৈ পৰি থকা ঠাইত চুৰ চুৰিযা ঢেকিয়া আৰু বন ঘাঁহ ভাঠ হৈ গজি বাঢ়ি আছিল । মা নিসা ৰাতিত হুদুৰ দিষল মাত সেই নিৰ্জ্জন ঠাই ভয়ঙ্কৰ কৰিলে । তাত স্তি ষুৰা আন দ্দিত লোকে ৰঙ্গ ধেমালি কৰিচিল, সিবিলাক সকলো আঁতৰি গল ।

এটা লৰা দেখিলোঁ । সি মাকৰ চেনেহৰ পাত্ৰ, বাপেকৰ প্ৰত্যোসা, যৌৱন কালত বৰ হৰ্ষিত আছিল । মই উভতি আহি দেখিলোঁ, সেই লৰা বুৰা হল । আপোন পুৰুস কণৰ সকলো মানুহ বিনাস হলত তেঁও চাৰিও কালে অচিনাকিৰ মাজত অকলেই থাকি বয়সৰ ভাৰেৰে কঁপি আছিল ।

তেতিয়া মোৰ ৰখ্যাক দুতত সুধিলোঁ, এই সকলোৰে বিনাসক কোন !

তেঁও বুলিলে, কাল । ভুমণ্ডল নতুনকৈ সৃজাৰ সময়ে যেতিয়া প্ৰভাতৰ তৰাবিলাকে আনন্দেৰে গান কৰিবলৈ ধৰিলে, তেতিয়া তেঁওৰ জাত্ৰাৰ আৰম্ভন হল । আৰু যেতিয়া তেঁও সংসাৰৰ সুন্দৰ ভাও গুচাৰ, দিনমনিক তাৰ মণ্ডলৰ পৰা কাঢ়ি নিব, চন্দ্ৰকো তেজময় কৰিব, যেতিয়া আকাস মণ্ডল আৰু প্ৰিথিৱি পুথিৰ নুৰাৰ দৰে মুৰিয়াই থব, তেতিয়া সৰ্ব্বসক্তিমন্তৰ সিংহাসনৰ পৰা এজন দুত ওলাই, জলে থলে ভৰি দি ৰৰগৰ কাললৈ হাত তুলি, অনাদি অনন্ত জনৰ নামে সপত কৰি কব, প্ৰিথিৱিৰ কাল বৰ্ত্তমান আৰু ভুত. কিন্তু ভৱিস্যত ন হব ।

মই সুধিলোঁ, কাল বিনাসক ন হৈ মঙ্গল দায়ক জেন হই, এনে কোনো উপাই নাই নে?

দুতে উত্তৰ কৰিলে, আচে, কঁও, সুনা । তেঁও তোমাৰ ওচৰে দি জাঁওতে তেঁওৰ হাতত ধৰিলে, তোমাক অতি বেগে অমৰন সুখলৈ নিব ; কিন্তু তুমি বাট চাই তেঁও জোআ সমই অৱহেলা কৰিলে, তোমাক দুখৰ ঢৌৰ মাজে দি নি, অলপ দিনত অগাধ সোকত মগ্ন কৰি পেলাব । তেঁওৰ চক্ৰ অতি বেগেৰে ঘুৰি জাই ; তেঁওৰ উপকাৰ জনাবিলাকক কৰম ফল দিব । তুমি জদি সুখিয়া হব খোজা, তেন্তে সোন কপতকৈও কালক অনন্ত গুন বহুমুল্য মানিবা । উৰি জোআ প্ৰতি খন্তেককো ধৰি সদ কৰমতে তাক নিয়াবা । ॥

---

## মহা দৰ্সনৰ আৰ্চি ঘৰ ।

Dimensions of the Crystal Palace.

মহা দসনৰ আৰ্চি ঘৰ দিঘে ১২৩২ হাত, পথালিএ ২৭২ হাত । ওখই ৪৪ হাত, মাজৰ টুপটো ওখই ৭২ হাত ; তাৰ তলত ডাঙ্গৰ বৰ বৰ গচ আচে । সেই ঘৰত ৩২৩০ লোহাৰ খুঁটা, আৰু ১১২৪ লোহাৰ চতি, আৰু তাত বাজে সকত কৰিবলৈ ২২৪৪ লোহাৰ ডাঙ্গো আচৈ । থাপ থাপকৈ তিনি থাপ আচে, সকলোকে আৰ্চিৰে ঢকা হোআত বাহিৰত দিনৰ পহৰ জেনে, ভিতৰতো তেনে । এহাত দিঘল বহল এনে চঁটাৰে ৪,০০,০০০ আৰ্চি থাই । ঘৰৰ ভিতৰত মাটি ১৪ পুৰাতকৈ অধিক সোমাইচে । সেই ঘৰ সজাত ১৩,০০,০০০ টকা খৰচ হৈচে । তাৰ বস্তু দেখিবলৈ বহু মানুহে গাই পতি আধলি আধলি দি দিনে দিনে সোমাই চাই ; কোনো দিনত ৭০,০০০ মানুহে সেই দৰে ধন দি সোমাই । পাচে তাৰ পৰা সকলোবস্তু নিলে, তাত জাৰ কালি সুন্দৰ বাৰি কৰিবলৈ ঘৰ ৰাখিম বুলি থিৰ কৰিচে । কিয়নো বিলাইতত বৰ টান জাৰ হোআত জাৰ কালত কোমল আৰু সুন্দৰ গচনি জিএ; ৪।৫ মাহ ফুল পাব নোআৰে ; কিন্তু এনে আৰ্চিৰ ঘৰ হলে তাত বাৰেও কাল ফুলনি বাৰি কৰিব পাৰে ।



উত্তৰ কালে কিছু দূৰৈৰ পৰা চালে মহা দৰ্শনৰ ঘৰ এই ৰূপ দেখা জাই ।

The Crystal Palace, distant View.—From the Illustrated London News

মহা দৰ্শনৰ ঘৰ পূব কালৰ পৰা চোআত এই ৰূপে দেখে ।

The Crystal Palace, Moonlight View from the Serpentine.—From the Illustrated London News

## কলিকতাত থকা শ্ৰীজুত সুজাত আলিএ লিখা পত্ৰ ।

**Comparison of the Crystal Palace and the Celestial City.**

হে প্ৰিয় ভাই সকল, বিলাইত দেসত আৰ্চিৰ ঘৰ এটা সাজিচে, তাক তোমোলাকে সুনিচা । এই জগতৰ মাজত তাৰ নিচিনা ঘৰ আন কোনো দেসত নাই । আৰু অনেক দেসৰ বহু মুলিয়া বস্তুবিলাক লগাই দি সেই ঘৰ সোভা কৰিচে । সেই ঘৰ দেখাবিলাকৰ চকুএ আচৰিত, আৰু মনোৰঞ্জক হৈচে, আৰু সেই ঘৰ চাবলৈ নানা দেসৰ লোকৰ গমন হোআত অধিককৈ সেই ঘৰ আৰু সোভিত হল । জি হেতুকে আমাৰ ঐশ্বৰ্জৰন্তু মহা ৰানিএ তাত সোভিত হৈ দিপ্তি কৰি, চিল । কিন্তু এয়েই স্বৰুপ হই, সেই ঘৰ অতি মন সন্তোস; সুখিয়াতিৰ জোগ্য । তথাপি হে প্ৰিয় ভাইবিলাক, মই জি ঘৰৰ কথা কব খোজোঁ, তাৰে সৈতে তুলনা কৰিলে অনেক লৰ দেখোঁ । এতিয়া সেই ঘৰৰ বৰ্ননা কৰোঁ, আপোনা সকলে মন দি সুনুক; ধৰম পুথিৰ প্ৰকাসিত ২১ আ ১০ পদৰ পৰা । তাতে জেঁও মোক আত্মাৰে এটা ওখ বৰ পৰ্বতলৈ নি, ইশ্বৰৰ পৰা স্বৰগৰ বাহিৰ হৈ নামি অহা সেই পবিত্ৰ য়িৰুচালম নগৰক দেখুআলে । সেই নগৰ ইশ্বৰৰ প্ৰভাৱেৰে জুগুত আচিল; তাৰ কান্তি বহুমুল্য ৰত্ন অৰ্থাত সুৰ্জকান্ত মনিৰ নিচিনা, আৰু ফটিকৰ দৰে নিৰ্মল । আৰু সেই নগৰৰ গৰ অতি ওখ ডাঙ্গৰ, তাৰ পুব ফালে তিনি দুআৰ, উতৰ ফালে তিনি দুআৰ, দখিন ফালে তিনি দুআৰ, পচিম ফালে তিনি দুআৰ, আটায়ে মুলি বাৰে খন দুআৰ আচিল । সেই বাৰে খন দুআৰত বাৰে জন দুত থাকে, আৰু দুআৰৰ ওপৰত ইস্ৰাএলৰ বঙ্গহৰ বাৰে ফৈদৰ নাম লিখা আচিল । আৰু নগৰৰ পকি গাঁথা বাৰেটা মুল; তাতে মেৰ পোআলিৰ বাৰে জন পাঁচনি আটাইৰে নাম আচিল । আৰু মোৰে সৈতে কথা হোআ দুতৰ হাতত নগৰ, আৰু সেই দুআৰ, আৰু গৰ জুখিবৰ নিমিত্তে সোনৰ নল টাঁৰ এদাল আচিল । সেই নগৰ চাৰি চুকিয়া, তাৰ দিঘে পথালিএ সমান । পাচে দুতে নগৰ খন টাৰ ডালেৰে জুখিলত বাৰে হেজাৰ বেঁও ঠিক হল; দিঘে পথালিএ ওখই একে সমান । পাচে গৰ জুখিলত মানুহৰ অৰ্থাত সেই দুতৰ হাতৰ এস চৌচলিচ হাত পৰিমান হল । আৰু গৰ সুৰ্জকান্ত মনিৰে বন্ধা হৈ-চিল; আৰু নগৰ নিৰ্মল ফটিকৰ নিচিনা সুধ সোনেৰে কৰিলে । নগৰৰ মুলবিলাক হলে অনেক বিধ বহু মুল্য মনিৰে বন্ধা ভুসিত আচিল; প্ৰথম মুল সুৰ্জকান্তৰ, দুতিয় নিল-কান্তৰ, ত্ৰিতিয় লালৈৰ, চতুৰ্থ পানাৰ, পঞ্চম বৈদুৰ্জৰ, সষ্ট চুন্নি বাখৰৰ, সপ্তম চন্দ্ৰকান্তৰ, অষ্টম গোদন্তৰ, নৱম পদ্মৰাগৰ, দসম কৰ্পু-ৰানিৰ; একাদস পেৰোজৰ; দ্বাদস মৰকতৰ আচিল । এটা এটা মুকুতাৰে কৰা এখন এখন দুআৰ; এই ৰুপে বাৰেটা মুকুতাৰে বাৰে খন দুআৰ; আৰু নগৰৰ আলিবোৰ সুধ সোনেৰে নিৰ্মল ফটিকৰ স্তম্ভৰ নিচিনা আ-চিল । সেই নগৰৰ মাজত মই একো মন্দিৰ নে দেখিলোঁ; কিয়নো সৰ্বসক্তিমন্ত প্ৰভু পৰম ইশ্বৰ আৰু মেৰ পোআলিএই তাৰ মন্দিৰ ৰুপ হই । আৰু পহৰ কৰিবৰ নিমিত্তে সেই নগৰত সুৰ্জৰ বা চন্দ্ৰৰ সকাম নাই; কিয়নো তাত ইশ্বৰৰ ৰশ্মিএই প্ৰকাস কৰিচে, আৰু মেৰ পোআলিএও পহৰ কৰে । আৰু দেস-বিলাকৰ লোকে সেই পহৰতে অহা জোআ কৰিব; আৰু প্ৰিথিবিৰ ৰজাবিলাকে আপো-নাৰ ঐশ্বৰ্জ আৰু মৰ্জতা তাৰ ভিতৰলৈ আ-নিব । সেই নগৰৰ দুআৰ দিনত কেতিয়াও বন্ধন কৰা ন হব, আৰু সেই ঠাইতে ৰাতিও ন হই । আৰু লোকবিলাকে সেই নগৰলৈ দেসবিলাকৰ ঐশ্বৰ্জ আৰু মৰ্জতা আনিব । আৰু তাৰ ভিতৰত অসুচি বা ঘিন লগা কৰম কৰে, বা মিচা কথা কই, এনেবিলাক কেতিয়াও সোমাবলৈ নে পাই; কিন্তু জিবি-লাকৰ নাম মেৰ পোআলিৰ জিৱন পুথিত লিখা আচে, অকল সিবিলাকহে সোমাব ।

হে প্ৰিয় ভাই সকল, মই আগেএ কৈছিলোঁ, আৰ্চিৰ জি ঘৰ সজা হৈছিল, আৰু মই জি ঘৰৰ কথা কব খোজোঁ, সেই ঘৰ দুইবো মাজত সৰ আছে; তাকে এতিআ আপোনা সকলে বুজ বিচাৰ কৰি চাওক, কিমান বেলেগ। ʻঞ ঘৰ অলপ দিনৰ কাৰনে সজা হৈছে, তাৰ সুজসলৈ মানুহৰ কিমান কাৰ্বাৰ, কিন্তু জি ঘৰ সদা সৰ্বদাই থাকিব, তাৰ সুজসলৈ একেৰিও কাৰ্বাৰ নাই কিয়া। হাই হাই, ই কেনে দুখৰ কথা! জি ঘৰ আৰ্চিৰ সজা হৈছিল, তাত কেইবা জাত, আৰু কেইবা ভাসাও, আৰ কেইবা দেসৰ মৰ্জাদি লোক সকল আছিল. কিন্তু মই জি দেসৰ কথা কলোঁ, তাতে সকলো দেসৰ আৰু সকলো জাতৰ আৰু সকলো ভাসাৰ লোকবিলাক গোট খাব; কিন্তু এতিয়া জি জি ঘৰ সজা হৈছে তাতে ঠাই নে পাব। জেনে প্ৰকাসিত ৭।৯, ইয়াৰ পাছে মই চাই চাই দেখিলোঁ, কোনেও গনিব নোৱৰা সকলো দেসৰ বংসৰ জাতিৰ আৰু ভাসাৰ লোকবিলাকে সুকুলা বস্ত্ৰ পিন্ধি আৰু তাল পাত হাতত লৈ, সিংহাসনৰ আৰু মেৰ পোৱালিৰ আগত থিয় হৈ পৰিত্ৰান কৰিবলৈ সিংহাসনত বহি থকা আমাৰ ইশ্বৰক আৰু মেৰ পোৱালিক জই জই বুলি বৰ মাতেৰে জয়ধনি কৰিবলৈ ধৰিলে। আৰ্চিৰে সজা জি ঘৰ, তাত আন দেসৰ দুখিয়া লোকবিলাকৰ একো লাভ নাই : প্ৰথমেই সেই ঘৰত সিঙতক কোনে সোমাবলৈ মাতিব, কিন্তু দুখিয়াবিলাকে তেতেক ধন কব পাব, জাতো সেই ঘৰ চাবলৈ জাব পাৰে, গলেও অনেক পলম হই, আৰু জোআতো অনেক দিন থতি হোআ মনে ধৰে। কিন্তু মই জি ঘৰৰ কথা কৈচোঁ, দুখিয়া কঙ্গাল চোৰ এইবিলাকেও জদি বিস্বাস কৰে, তেন্তে অতি সিঘ্ৰে নিমন্ত্ৰন হৈ তালৈ জাবলৈ পাব। জেনে লুকে লিখা সুভ বাত্ৰাৰ ১৬ আ ২২ পদে, কেতথনি কালৰ পাছে সেই কঙ্গাল মৰিলত দূতবিলাকে তাক নি আব্ৰাহামৰ হিয়াত বহুআলেগৈ, আৰু লুকৰ ২৩ আ ৪২ পদে, পাছে সি জিচুক কলে, হে প্ৰভু, আপুনি তোমাৰ ৰাজ্যলৈ জোআ কালত মোক স্মৰন কৰিব। তেতিয়া যিচুএ কলে, তোমাত মই বৰুপকৈ কঁও, আজিএই তুমি মোৰে সৈতে পৰকালৰ সুখৰ থান পাবাগৈ। আচিৰ ঘৰত সোমালে আকও ওলাব লাগে; কিন্তু মই জি ঘৰৰ কথা কৈচোঁ, তাত সোমোআ মানুহ কেতিয়াও নোলাই, সৰ্বদাই থাকিব; জি হেতুকে ঘৰৰ গৰাকিএ এনে সপত কৰিছে, জেনে য়োহানে লিখা সুভ বাত্ৰাৰ ১৪ আ ৩ পদ, আৰু মই গৈ তোমোলাকলৈ জদি ঠাই জুগুত কৰোঁ, তেন্তে আকও আহি মোৰ ওচৰলৈ তোমোলাকক লৈ জাম, তাতে মই জি ঠাইত থাকোঁ, তোমোলাকো সেই ঠাইতে থাকিবাগৈ। হে প্ৰিয় ভাইবিলাক; সেই আৰ্চিৰ ঘৰ আৰু জি ঘৰৰ কথা মই কৈচোঁ, এই দুইবো মাজত জি ভেদ আছে, তাক আপোনা সকলে বিচাৰ কৰোক। আৰ্চিৰে সজা ঘৰত মন নে পালটোআ আৰু অনেক কুকৰম কৰাবিলাকো অপ্ৰয়াসে সোমাব পাৰে কিন্তু মই জি ঘৰৰ কথা কলোঁ, তাত হলে কোনো পাপি লোক সোমাব নোআৰে; ৰভাৰত মই জি ঘৰৰ কথা কৈচোঁ, তাত সোমোআবিলাকৰ নিমিত্তে ঘৰৰ গৰাকিএ সুকুলা বস্ত্ৰ আৰু সোনৰ কিৰিটি জুগুত কৰি থৈছে। সিঙতে আপোন গৰাকিৰ সগত জাব, আৰু তেঁওৰ সিংহাসনৰ আগত ধন্যবাদ আৰু স্তুতি গান কৰিব। হে প্ৰিয় ভাই সকল, তোমোলাকে মনত নে ভাবিবাইক, জে মই আৰ্চিৰ ঘৰৰ বিতিক্ৰম কৈ এই কথা কৈচোঁ, এনে ন হই, কোনো কপেও ন হই, কিন্তু পাছে সেই ঘৰৰ উপমা দি জি ঘৰ পুৰাতনিয়া আৰু অতি উত্তম তালৈ মন দিয়াবলৈ আৰু জুগুত হবলৈ মই বৰ্ননা কৰিলোঁ। আৰু এইবোৰ মনত নে ভাবিবাইক, জে আমাৰ স্ত্ৰী মতি মুহা ৰানিৰ সুখিৰাতিত অসন্তোস পাইচোঁ, তেনে ন হই, বৰুপত জে ৰাজ থিয়াত কৰিবলৈ আমাৰ

স্ত্রী মতি মহা ৰানিৰ মন আচে; কিন্তু জি জনাই আপোনাৰ প্রান আটাইবে নিমিত্তে দিলে, অর্থাত আমাৰ প্রভু য়িচু খ্রিষ্টে তেঁওৰে সুখিয়াতি কৰিবলৈ সকলোএ জেন কার্বাৰ কৰি জুগুত হোআ, আৰু মোৰ বাঞ্ছা এই, জেনে প্রকাসিত ধৰম পুথিৰ ৭ আ ৯ পদ লৈকে লিখা আচে, পাচে চাঁওন্তে চাঁওন্তে দেখিলোঁ, সকলো দেসৰ সকলো বঙ্গহৰ সকলো ৰাজ্যৰ সকলো ভাসাৰ অগনন লোকে সুকুলা বস্ত্র পিন্ধি আৰু তাল পাত হাতত লৈ, সিংহাসনৰ আৰু মেৰ পোআলিৰ আগত থিয় হৈ পৰিত্রানৰ অর্থে সিংহাসনত থকা আমাৰ ইশ্বৰক আৰু মেৰ পোআলিক জই জই বুলি একে বাৰে বৰ মাতেৰে জয় ধনি কৰিবলৈ ধৰিলে । ম.

---

## কুট অঙ্কৰ গননা ।

**Arithmetical Questions.**

১ । তিনি জন সেনাপতিৰ দিঘে পথালিএ সমানকৈ সাৰি পতা, এনে তিনি জুম সেনা আচে । ত্রিতিয় সেনাপতিএ দুতিয়টক বোলে, তোমাৰে আমাৰে সেনা গোট খালে, দিঘে পথালিএ সাৰিএ পতি ৩৯ মানুহ হব; প্রথমটোএ দুতিয়টক বোলে, তোমাৰে আমাৰে সেনা গোট খালে, দিঘে পথালিএ ৬০৭৬০ হব; তেন্তে সেই তিনি জুমত কিমান কিমান মানুহ আচিল?

২ । এথন গাঁৱত তুনি, মুনি, পুনি, এই তিনি জনি পোহাৰিএ কুকুৰা পুহি কনি উমনি দি পোআলি জগালে । তুনিৰ জিমান কুকুৰা, কুকুৰাটে পতি সেইমান পোআলি জগে; মুনিৰ জিমান কুকুৰা, কুকুৰাটে পতি সেইমান; আৰু পুনিৰো জিমান কুকুৰা, তাইৰ কুকুৰাটে পতিও সেইমান পোআলি হই । তুনি আৰু মুনিৰ মুঠে জিমান কুকুৰা, তুনিৰ পোআলিতকৈ মুনিৰ পোআলি সেইমান অধিক; মুনি আৰু পুনিৰ জিমান কুকুৰা, মুনিৰ পোআলিতকৈও পুনিৰ পোআলি সেইমান অধিক । পাচে তুনিএ বজাৰত তাৰ্হৰ কুকুৰা ৯ টা, পোআলি ৮১ টা, মুঠে ৯০ কুকুৰা বেচিলে; মুনি আৰু পুনিএও সেই ৰূপে তাৰ্হৰ সক মুঠে ৯০।৯০ বেচিলে; পাচে তিনিও জনিৰ হাতত তাৰ্হৰে সকএ মুঠে ১০০ কুকুৰা সেস থাকিল । সেই তিনি জনি পোহাৰিৰ গাই পতি কিমান কুকুৰা, আৰু কিমান পোআলি আচিল, তাক কব লাগে ।

৩ । চাইটা সঁক আচে, সঁকে পতি দুই দুই আঁক । প্রথমটৰ আঁক লুটি খালে দুতিয় সঁক হই । ত্রিতিয়টৰ আঁক লুটি খালে চতুর্থ সঁক হই । প্রথমটতকৈ দুতিয়টো ৩৬ অধিক । ত্রিতিয়টতকৈ চতুর্থটো ৩৬ অধিক । প্রথম আৰু চতুর্থ সঁক গোটালে ৯৯ হই । দুতিয় আৰু ত্রিতিয় সঁক গোটালে ৯৯ হই । সেই চাইটা সঁক নো কি?

উত্তৰ ।

১ । সেনাৰ সংখ্যা ১৩০৪, ১২৯৬, ২২৫।

২ । কুকুৰাৰ সংখ্যা ১১, ১২, ১৩ ।

৩ । সেই চাৰি সঁক ২৬, ৬২, ৩৭, ৭৩; নতুবা ১৫, ৫১, ৪৮, ৮৪ । ।

---

## ঘুৰনিয়া মাটিৰ হিচাব ।

**Area of a circular Field.**

ঘুৰনিয়া মাটি জোখ সুনা লৰাইত,
জেতি টাঁৰ পাবা জোখ কৰিয়া মাজত;
তিনি কাওনৰ পিচে দুই পোন দিবা,
পাঁচ গণ্ডা আৰু এক কৰাক গোটাবা;
মাজক পুৰিলে ফল জিমান ওলাব,
মেৰ খনিৰ জোখ ইতো নিচই জানিব ।
তাৰ পৰে পথালিক চাৰি ভাগ কৰি,
এক অংসে মেৰৰ জোখক লব পুৰি;
জিমান ওলাব ফল হৰিব কুৰিৰে,
কঠা লছ্ম হল বোলে বুধিমন্ত নৰে ।
তাহাকে পাঁচেৰে হৰি হালচা কৰিব,
চাৰিৰে হৰিলে তাক পুৰা লছ্ম হব ।
উতম সঙ্কেত এই মাটিৰ হিচাব,
সিখালে আমাক শ্রীশ্রী পাদুৰি চাহাব ।
শ্রী হৰ গোবিন্দ দত্তে বুধি অনুসাৰে,
কৰিলে তাহাক পদ অসম ভাসাৰে ।

## অচম দেস সত্ৰুএ আক্ৰমন কৰা কথা ।

Invasions of Asam.—From "Young Asam"

অতি পুৰ্ব্বে গোটেই অচম দেসকে কামৰুপ বুলিচিল, আৰু তাক চাৰি পিঠ কৰি ভাগ কৰা হৈছিল, অৰ্থাত কাম পিঠ, ৰত্ন পিঠ, স্বৰ্ন পিঠ, আৰু সৌমাৰ পিঠ। এই কামৰুপত পুৰ্ব্বৰে পৰা অনেক ৰাজ বংসে ৰাজ সাসন কৰি আহিচে। সকলোৰে আদিতে মহিৰং দানৱ ৰজা আচিল, তেঁওৰ পাচত তেঁওৰ বংসৰে চাৰি জনা ৰজা হলত নৰকাসুৰ ভগদত প্ৰভৃতি ৰজা হৈ থাকে, আৰু নৰকৰ বংসৰে অনেক ৰজা হৈ কামৰুপ ক্ৰমে সাসন কৰে। নৰক বংসৰ পাচত খেত্ৰিয় বংস তাৰ পাচত ব্ৰহ্মপুত্ৰৰ বংস, তাৰ পাচত বাৰে ভুঁয়া, তাৰ পাচে মচলমান বংস ক্ৰমে ৰাজ্জ সাসন কৰে। সেসত সিৱ বংসিয় বিস্বসিংহ আৰু নৰনাৰায়ন ক্ৰমে ৰজা হল। নৰনাৰায়ন ৰজা অপুত্ৰক আচিল, সেই নিমিত্তে জুবৰাজ চিলাৰাইৰ পুতেক বসুদেৱক তোলনিয়া পুত্ৰ কৰি ৰাখিলে, কিন্তু এনেতে তেঁওৰো লখমি নাৰায়ন নামে পুত্ৰ জনমিলত তেঁওৰ ৰাজ্জ দুইকো ভগাই দিলে। পাচে তেঁও মৰিলত দুয়ো ৰজাই দন্দ কৰিব ধৰিলে, পাচে বসুদেৱৰ পুতেক পৰিখিত নাৰায়নেও সেই ৰুপে বিবাদ কৰাত লখমি নাৰায়নে আওৰঙ্গজেব বাদস্যাৰ আস্ৰই লোআত তেঁও সেনা পঠাই পৰিখিতক ধৰোআত তেঁওৰ ভায়েক বলিত নাৰায়নে ইন্দ্ৰ বংসিয় স্বৰ্গদেও সকলৰ সৰনাগত হোআত তেতিয়াৰে পৰা কামৰুপ ইন্দ্ৰবংসিয় অচম ৰজাৰ অধিকাৰ হল। উজনিতো বাৰে ভুঁয়াৰ অধিকাৰৰ পৰা নানা মণ্ডলে ভাগ হৈ আচিল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে উত্তৰ পুৱ কোনৰ সদিয়াৰ পোনে চুটিয়া ৰজাৰ অধিন আচিল, তাৰ ওচৰতে খামতি চিঙ্গফৌ ইত্যাদি পৰ্ব্বতিয়া জাতিৰ অধিকাৰ আচিল। আৰু তুৰ্বক নামে গৌৰ বাদস্যাৰ পুতেকে ৰটা নদিৰে পৰা চাই দুআৰলৈকে আক্ৰমন কৰিচিল। ব্ৰহ্মপুত্ৰৰ দখিন পাৰে, উত্তৰ পুৱ ফালে বৰাহি মৰান, তাৰ পচিমৰ পৰা কচাৰি ৰজা, আৰু তাৰ বাহিৰে নগা ইত্যাদিৰ অধিকাৰ আচিল, এই সকলোৰোৰ ঠাই ক্ৰমে ইন্দ্ৰবংসিয অচম ৰজা সকলৰ অধিকাৰ হল। এতেকে এতিয়া জি ৰজা সকলে গোটেই অচম দেসকে হস্তগত কৰি লৈ ১১৫১ হিন্দু সঁকৰ পৰা ৰাজ্জ ভোগ কৰিলে, তাৰ প্ৰস্তাও লিখিম।

অচম ৰজাবিলাকৰ গুৰিৰ কথা নানা লোকে নানা দৰে কই। ইন্দ্ৰ বংসি বুলি হৰ গৌৰি সম্বাদ নামে এখন পুথিত লিখিচে। ইন্দ্ৰৰ মুৰ্ত্তি তলত লিখা আচে। আদিতে ১১৫১ সঁক আৰু ১২২৯ ইঙ্গৰাজি সঁকত চুকাফা নামে ৰজা প্ৰথমতে সৌমাৰলৈ



আহি মটক আদি কৰি নানা পৰ্ব্বতিয়া জাতিক অধিন কৰিলে । তেঁও ম্রিত্যু হলত তেঁওৰ সন্তান সন্তুতিএই ক্রমে নানা ঠাই অধিকাৰ কৰি, উনচলিচ জনা ৰজা হৈ গৈচে । এই উনচলিচ জনা ৰজাৰ দিনত অচম দেসক তিনি প্রধান জাতিএ আক্রমন কৰিলে ; প্রথম মচলমান, দুতিয় মোআমৰিয়া বা মটক, ত্রিতিয় মান ।

চুকাফা ৰজাৰ পৰা ১৯ জনা ৰজা হৈ গৈ বিংসতি জনা অর্থাত চুতুমলা হিন্দু মতে জয়ধ্বজ সিংহ ৰজাৰ দিনত ১৬৬২ ইং সঁকত আওৰংজেৰ বাদস্যাৰ আগ্যাৰে বঙ্গাল দেসৰ নেবাব মিৰজুমলাই অনেক সৈন্যে সৈতে আহি অচম দেস ললেহি । আমাৰ ৰজা দেও ঠাৰৰিব নোআৰি নামৰূপৰ চৰাইখোৰোঙ্গলৈ ভাগি গল । পাচে বাৰিখা হলত বঙ্গালইঁতৰ খাবলৈ নাই কিয়া হোআত, আৰু মাউৰ লাগি অনেক সৈন্য মৰিলত, নেবাবে সন্ধি কৰিবলৈ ইচা কৰাত স্বৰ্গদেৱে বন্দি ১০০, বেটি ১০০, হাতি ৩০ টা, সোন দুহেজাৰ, ৰূপ বাৰে হেজাৰ, এই খনি জৌতক দি সালংক্রিতাকৈ ৰমনি গাভৰুক আওৰংজেৰ বাদস্যালৈ দিলে, তাতে নেবাবে দেস এৰি দি ভটিয়াই গল ।

মোআমৰিয়াৰ উপদুৰৱ বিবৰন এই । চুকাফা ৰজাৰ পৰা ৩০ জনা ৰজা হৈ ১৭১৪ সঁকত সিৱসিংহ ৰজা হল ; কিচু কালৰ মুৰত তেঁওৰ চত্র ভঙ্গ জোগ হৈচে বুলি, ফুলেশ্বৰি আই কুঁঅৰি দেৱক ৰৰ ৰজা নাম দি চত্র দিলে । এনেতে তেঁও সুদ্র মহাজন কেওবোৰে গোসানিক নে মানে বুলি সুনি, দুর্গোত্চৱ পুজাত মোআমৰাৰ মহন্তকে আদি কৰি কেই জন মানক অনাই বৰ ৰজাই গোসানি সেৱা কৰাই সিন্দুৰ ৰঙা চন্দন, বলিৰ ৰক্ত ইত্যাদিৰে কোট দি নির্মাল্য প্রসাদ লোআই কিচু দুৰ্গতি কৰাত মোআমৰা মহন্তে সকলোতকৈ পেটে মৰন তুল্য মানি ললে । এয়েই মোআমৰিয়া উপদুৰৱৰ মাই হেতু ।

এই দুৰ্গতিৰ প্রতিকাৰ কৰিবলৈ ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত পুৰুসাৰ্থ কৰিচিল, কিন্তু নোআৰিলে । সেসত লখমি সিংহ স্বৰ্গদেৱৰ দিনত ১৭৬৭ সঁকৰ আঘোনত মোআমৰিয়াৰ খোৰা আৰু ৰাঘ মৰান দুয়েই মুখ্য হৈ খোৰা মৰানৰ ঘৈনিএকক ৰাধা ৰুকুনি নাম দি তায়ে সৈতে বৰ জনা গোহাঁই দেৱক আগত লৈ সকলো মোআমৰিয়াই গোট খাই স্বৰ্গদেৱক ৰজা ভাঙ্গি বন্দি কৰি থৈ সিইঁতৰে খোৰাৰ পুতেক ৰমাকান্তক ৰজা পাতিলে । পাচে স্বৰ্গদেৱে সকলোৰে আলচি সেই সঁকৰে চতৰ বিহুত ৰাঘ খোৰা আৰু ৰমাকান্তক মাৰি নগৰ ললে ।

লখমি সিংহ স্বৰ্গদেও ম্রিত্যু হলত তেঁওৰ পুত্র গৌৰিনাথ সিংহ ৰজা হল । এঁওৰ দিনতে পুৰ্ব্ব সত্রু মোআমৰিয়াই আকৌ ১৭০৯ সঁকৰ মাঘ মাহত ৰন কৰি ৰঙ্গপুৰ নগৰত ভৰখি মৰানক ৰজা পাতিলে । তাতে স্বৰ্গদেও নগাঁও গুআহাটিলৈকে ভাগি আহি স্রীযুত কম্পানি বাহাদুৰৰ সহাই খোজাত কাপ্তান ওআলিচ চাহাবে সৈন্য লৈ আহি মোআমৰিয়াক জিনি স্বৰ্গদেৱক ৰাজ ধানিত থৈ গল । এই মোআমৰিয়াৰ উপদুৰৱত এই দেসৰ অসংখ্য মানুহ নষ্ট হল, আৰু তেতিয়াৰে পৰা অচম দেস জন সুন্য অৰন্যৰ নিচিনা, আৰু ৰজাও দুর্ব্বলি আৰু নির্ধন হল । কিন্তু মোআমৰিয়াৰ উপদুৰৱত দেস গোটেই নষ্ট হোআ নাচিল কিয়নো পুৰ্নানন্দ বুৰা গোহাঁই ভাঙ্গৰিয়াই ভগা দেস ভাল কৰিবলৈ অনেক জতন কৰি প্রজাক সুখি কৰিলে । পাচে মানৰ বিগ্রহতহে একে বেলিএই নষ্ট হল, আৰু ৰজা প্রজা উপান্ত হৈ অৱসেসত অচম ৰজাৰ ৰাজ সাসন ভ্রষ্ট হল ।

গৌৰিনাথ সিংহ ৰজা পৰলোক হোঁৱাত কমলেশ্বৰ সিংহ ৰজা হল । তেঁও ম্রিত্যু হলত চন্দ্রকান্ত সিংহ ১৮১০ সঁকত ৬ মাহত ৰাজ্য পালে । ফুকুৰাচোআ ৰৰা ভুতৰ পুতেক সতৰাম স্বৰ্গদেৱৰ প্রধান ৰলত হৈ নানা কুমন্ত্রনা দি কেওবোৰ মানুহে সৈতে

গোট থাই ১৮১৪ শঁকত ৰাজ মন্ত্রি পুর্নানন্দ বুৰা গোহাঁইক মাৰিবলৈ মন্ত্রনা কৰিলত ভাঙৰিয়া বুজ পাই, কুমন্ত্রনা কৰাবিলাকক কাটি, চকু কাঢ়ি, কান কাটি, দণ্ড বন্ধ কৰিলে।

ভেতিয়াৰে পৰা ৰজা আৰু মন্ত্রি দুইৰো পেটে বিৰোধ হৈ ৰজাৰ ফলিয়া মানুহক মন্ত্রিএ, আৰু মন্ত্রিৰ ফলিয়াক ৰজাই নষ্ট কৰিবলৈ ধৰিলে। পাচে গুআহাটিৰ বদনচন্দ্র বৰ ফুকনো ৰজাৰ ফলিয়া বুলি শঙ্ক কৰি, বুৰা গোহাঁয়ে তেঁওক ধৰিবলৈ পৰতিয়া ফুকনক পঠোআত বৰ ফুকনে আগেই বুজ পাই, ১৮১৫ শঁকৰ আহিন মাহত গুআহাটিৰ পৰা পলাই, বুৰা গোহাঁইক প্রতিকাৰ দিবৰ নিমিত্তে মানৰ দেশলৈ গৈ মান ৰজাৰ তৰ পৰা ১৪,০০০ সৈন্যেৰে উজনিএ ওলালহি।

এনেতে বুৰা গোহাই ভাঙৰিয়া মৰিলত ৰুচিনাথ বুৰা গোহাঁই হল; পাচে বৰ ফুকন সসৈন্যে জোৰহাট পাৰ লগা হলত বুৰা গোহাই গুআহাটিলৈ ভাগি গল। বৰ ফুকন সৰ্গদেৱে সৈতে সাখ্যাত কৰি মন্ত্রি ফুকন হৈ বুৰা গোহাঁইৰ ফালৰ কেতবোৰ মানুহক দণ্ড কৰিলে। পাচে সৰ্গদেৱে মান ৰজালৈ এক কন্যা দি সৈন্যক সন্তোসকৈ বিদাই দিলে। পাচে বুৰা গোহাঁইক মাত্তি পঠোআত নহাত মন্ত্রি ফুকনলৈ সংসই কৰি নাহে বুলি ৰাজ মাও ইত্যাদিএ পৰামর্স কৰি মন্ত্রি ফুকনক কপচিং চুপাদাৰৰ হতুআই কটালে, কিন্তু তেও বুৰা গোহাঁই নাহি বুজনাথ গোহাঁই দেৱে সৈতে সসৈন্যে উজাই গৈ চন্দ্রকান্ত সৰ্গদেৱক ভাঙ্গি পুৰন্দৰ সিংহ সৰ্গদেৱক ৰজা পাতি সেৱা কৰিলে. এই কথা মানৰ ৰজাই সুনি ৩০০০০ সৈন্যেৰে আলুং মিঙ্গি বৰ গোহাঁইক পঠিয়াই চন্দ্রকান্ত সৰ্গদেৱক আকও ৰজা পাতিলে। পুৰন্দৰ সিংহ সৰ্গদেও চিলমাৰিলৈ ভাগি গল। পাচে ধেৰেমিয়াল ফচাৰিৰ পতাল বৰ বৰুআই জইপুৰত কৌঠ পাতি মানেৰে ৰন কৰিবৰ মনস্থ থকাত মান ৰজাই চন্দ্রকান্ত সিংহ সৰ্গদেৱলৈ ৰাজ জোগ্য অলঙ্কাৰ দি সঁজাতি ফুকনে সৈতে মিঙ্গি মহা তিলোআক পঠোআত সিইঁতে বৰ বৰুআৰ প্রাবল্য দেখি তাক চলকৈ মাৰিলে। তাতে সৰ্গদেৱে মান অমিল ৰূপে আহিছে বুলি বুৰা গোহাঁইক ৰন কৰিবলৈ আগ্যা দি গুআহাটিলৈ ভটিয়াই গল। উজনিত মানে ৰন জিকি বুৰা গোহাঁইক বন্দি কৰি মিল ৰূপে সৰ্গদেৱলৈ কটকি পঠালে, নহাত ৰন হল; ৰনত চাৰিবিৰ নোআৰি গুআহাটিৰ পৰা ভাগি গল।

পাচে মিংগি মহা তিলোআই সৰ্গদেৱত নিৰাসা হৈ মান ৰজালৈ দিয়া কুঁঅৰিৰ ভায়েক জোগেশ্বৰ সিংহক লোক দর্সক ৰূপে ৰজা নাম দি, ১৮২১ শঁকৰ পৰা নিজে ৰাজ সাসন কৰিব ধৰিলে। সেসত চন্দ্রকান্ত সিংহ সৰ্গদেৱে সৈন্য লৈ হাদিৰা চকিৰ পৰা গুআহাটি আক্রমন কৰি ক্রমে উজাই মানক জিকি মহগৰ পালে; মানবো দেসৰ পৰা অনেক সৈন্যেৰে মিংগি মহা বান্দুলা বৰ গোহাঁই পালেহি।

তাতে ৰন লগাত মহগৰত সৰ্গদেও ঘাটি ১৮২২ শঁকত ভটিয়াই পৰ দেসলৈ গল। এনেতে মানৰ সেনাপতিএ কম্পানিৰ ৰাজ্যৰ গুআলপাৰাত থকা ডেবিড্চন চাহাবলৈ চন্দ্রকান্ত ৰজাক আসুই লোআ সুনি, বলকৈ ৰত্তে থাকে তাৰে পৰা আনিবৰ আগ্যা পাইচোঁ বুলি, কাকত লিখাত ঢাকাত থকা কম্পানিৰ চিপাহিৰ অধিপতিলৈ মানে কাকত লিখাৰ দৰে সিমাত জোকালে। সিইঁতক খেদি পঠাবৰ আগ্যা হল, আৰু স্কট চাহাবকো লাগে মানে সৈন্য দিবৰ আগ্যা হল।

ইয়াকে সুনি মানে অচমৰ পোনৰ সিমা লংঘন ন কৰিলে হই, কিন্তু কাচাৰৰ পোনে কম্পানিৰ সিমাত জোকালত মান ৰজাই সৈতে কম্পানিৰ ৰন কৰা ১৮২৪ ইংৰাজি শঁকৰ ৫ মাৰ্চত নিচই হল। আৰু গুআলপাৰাত থকা সৈন্য অচম দেসলৈ ক্রমে উজাই আহি গুআহাটি কলিয়াবৰ আদি কৰি চাৰে

টায়ে মানইতক ৰনত ঘটুআলে; ১৭৪৬ হিন্দু সঁকৰ ২১ মাঘত আৰু ইঙ্গৰাজি ১৮২৫ সঁকত ২ ফেবৰুআৰিত ৰঙ্গপুৰ নগৰ ললেহি। তাৰে পৰা অচম দেসত মানৰ অধিকাৰ গুচি কম্পানিৰ অধিকাৰ হল।

সেসত ইঙ্গৰাজি ১৮২৭ সঁকৰ ২৪ ফেবৰুআৰিত মান ৰজাই কম্পানিএ সৈতে সন্ধি কৰি অচম দেস একে বেলিএ এৰি দিলে।



গলায়া আৰাতু ভাটৌ।

The Golith Aratoo of New Guinea

ভাটৌ চৰাইৰ অনেক অনেক বিধ আচে। বৰ জাৰৰ ঠাইত নে থাকে, কিন্তু কেতিয়াবা কেতিয়াবা জাহাজৰ কাপ্তান লোকে ইঙ্গলণ্ডলৈ নিএ। কেতবিলাক কুকুৰাৰ সমান ডাঙ্গৰ, কিন্তু প্ৰায়ে সালিকা বা কুপৌতকৈ ডাঙ্গৰ ন হই।

ইয়াত জি চৰাইৰ নকচা লিখা আচে, তাক গলায়া আৰাতু বোলে, সি আটাইতকৈ ডাঙ্গৰ বিধ। তাক পাপুআ উপদিপৰ পৰা খেহ লোকে আনি এক জাহাজৰ কাপ্তানৰ হাতত দিলত তেঁও বিলাইতলৈ নিলেগৈ। তাৰ সকলো পাখি কলা, কিন্তু পাখি জিলিকে; তাৰ মুৰত বৰ সুন্দৰ জ আচে, সি তাক ইচা মতে তুলিব নমাব পাৰে; চকু আৰু ঠোঁট ৰঙ্গা। ঠোঁট বৰ সকত, তাৰেই গচৰ বৰ টান গুটি ভাঙ্গিব পাৰে; কিন্তু গুটিৰ সাহ জেতিয়া পাই তাক ভাঙ্গি ডোখৰ ডোখৰকৈ নে খাই, ঠোঁটৰ তল ডোখৰেৰে তাক চাঁচি চাঁচি অতি মিহি কৰি খাই। তাৰ জিবা বৰ আচৰিত, হাতিৰ সুঁৰৰ নিচিনা। এই চৰাই জাতি আৰু কোমল স্বভাও; জেতিয়া অচিনাকিএ তাৰ ওচৰলৈ জাই, তেতিয়া ভই পাই কাউৰিৰ নিচিনা মাত কৰে। ভৰিৰে খোজ কাৰ্হি জাব পাৰে, কিন্তু গচত নখ আৰু ঠোঁটেৰে ধৰি বৰ বেগেৰে বগাই জাই। সকলো ভাটৌৰ নিচিনা তাৰ নেজত বেচ কম নো হোআকৈ ১২ টা দিঘল পাখি থাকে।

---

সেন হুদু নামে ইঙ্গলণ্ডৰ এটা সুন্দৰ চৰাইৰ নকচা তলত লিখিচোঁ। সেই হুদু দিনতো ৰাতিতো ভালকৈ দেখিব পাৰে; অকস্মিতে কোনো জন্তু দেখিলে পাখি আৰু চকু ৰৰকৈ মেলে।



## মাটিত টঙ্গনিয়াই চোৰ ধৰা কথা।

**Detection of a Thief.**

সমাচাৰ দৰ্পনত লিখিচে, কলিকতা চহৰৰ হুগলি ঘাটে এটা বাটৰুআ মানুহে গা ধুবলৈ ধৰি, ১৫০ এশ পঞ্চাস টকা ৰুপ বন্ধা কাপৰ ঘাটৰ ওচৰতে থৈ পানিত নামিচিল। সেই সময়তে এটা ঘাটৰ চোৰে সেই মানুহক কাপৰলৈ চাবৰ দেখি সেই কাপৰত কিবা বহু মুল্য দ্রব্য আচে বুলি ভাবি, তাক চুৰ কৰিবৰ মনেৰে সেই বাটৰুআই পানিত বুৰ মৰালৈ বাট চাই থাকিল। পাচে কাপৰৰ গৰাকিএ পানিত বুৰ মাৰিলতেই সেই চোৰে কাপৰ লৈ পলাল। পাচে বাটৰুআই পানিৰ পৰা ওলাই চকুৰ পানি মচি কাপৰলৈ চাই নে দেখি, ৰৰকৈ কান্দিব ধৰিলে। সেই সময়ত শ্রীযুত স্মিথ চাহাব গাঁৰিত উঠি সেই ঘাটৰ ওচৰৰ বাটে দি গৈচিল; চাহাবে দেখি সেই কান্দি থকা বাটৰুআত তোমাৰ কি হৈচে বুলি সোধাত, সি কলে, চাহাব, মোৰ কাপৰত ১৫০ টকা ৰুপ বান্ধি ঘাটতে থৈ গা ধুবলৈ বুৰ মাৰোঁতেই কোনোবাই নিলে, কোনে নিলে মই কব নোআৰোঁ। চাহাবে এই কথা সুনি তাত কলে, তুমি এটা চকিদাৰ লগত লৈ জত তোমাৰ কাপৰ থৈচিলা, সেই ঠাইৰ মাটিতে টঙ্গনিয়াই থাকা; তাতে জি মানুহে ইয়াত মৰিওআৰ কাৰন বেলিএ বেলিএ সোধে, তাক ধৰি মোৰ ওচৰলৈ আনিবা। এই আগ্যাৰ দৰেই সি মাটিত মৰিয়াই থকাতে সেই ঘাট চোৰে বৰ ভই কৰি গৈ সিহঁতত সুধিলে, তোমোলাকে কিয় বলিয়াৰ নিচিনা কৰম কৰিচা? সিহঁতে কলে, আমাৰ ইচা, তোৰ ইয়াত কি হৈচে? পাচ দিনাও সেই ৰুপে সোধাতে তাকে কলে, তিন দিনৰ দিনাও চোৰে বৰ বেজাৰেৰে সিহঁতক গালি দি কলে, তহঁত কি নিমিত্তে ইয়াত বৈ আচ? তেতিয়া সিহঁতে তাক ধৰি মাজেষ্টৰ চাহাবৰ ওচৰলৈ লৈ জোআতে চাহাবে কলে, তোক কইদ কৰিম। তাতে চোৰে একে বাৰেই কলে, মই ইয়াৰ কিচু টকা কাপৰ চুৰ কৰা নাই। তাৰ নিজ মুখতেই প্রমান হল, সেই মানুহেই চুৰ কৰিলে।

## সাঁথৰ দিয়া।

**Riddles.**

১। ৰজাৰ লেজু গচ মেলিব পাৰে,
চপাব নোআৰে।

২। হাবিত কাহে, ওলাই নাহে।

৩। মাক জুটুলি মুটুলি,
পুতেক চোকা টেকেলা।

৪। ঘৰৰ ভিতৰ সোমাল বাঘিনি,
চাৰি ঠেঙ্গ মেলি হল গাভিনি।

৫। হাবিৰ পৰা ওলাল বুৰি,
তাইৰ চকু বাৰে কুৰি।

৬। মুফুল ফুলিচে, পিন্ধোঁতা নাই,
মুপাটি পাৰিচে, সোঁওতা নাই।

৭। এক গোট জন্তু আচে, গাৰে ত্রিভংগুৰ,
মাথে এক মুল আচে, ত্রিতই লেজুৰ।

৮ ব্রিখ্য হই, গুটি নাই,
ঘৰৰ কর্ম্মে সততে পাই,
সৰু কালে কাপৰ লই,
বৰ হলে নাঙ্গট হই।

৯। মুৰত চৰে, চোৰ চোৰ কৰে,
খাই হাতৰ পানি, থাকে খোৰ খানি।

১০। ন মৰা নি জিয়া দুই ভাই,
জন্তু ন হই চলি জাই;
ঘোঁৰা ন হই টাব চাৰি,
ৰজা ন হই চত্র ধাৰি।

১১। একে হাত কাঠ, বাৰে হাত ভাঠ,
তাৰে সাজিলে ভিম কাতৰি,
তিনি স তিনি কুৰি জঁতৰ জঁতৰি।

১২। ন মৰে, নি জিএ, একেটি ভাই,
মানুহৰ ঘৰে বিচাৰিলে পাই,
পহু পখি তাৰ মাথে
চুলে মাত্র সততে কান্দে।

১৩। সর্ব্ব গাই জাবৰ, মাজে কিচু খাল,
খালে মুখত গোন্ধাই সিতো,
খাবলৈকো ভাল।

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

আগস্ট মাহৰ ২৯ তাৰিখে ৰঙ্গপুৰ নগৰৰ ভিতৰত কচাৰি কুলিএ ইকৰা কাটিবলৈ গৈ, ইকৰা কাটোঁতে তাৰ ভৰিৰ কোসত মেৰ মেৰাই হাৰি লৰাবলৈ ধৰিলে। তেতিয়া সি চাই বৰ এটা সাপ পৰি থকা দেখি ভই খাই উভতি আহি, সিৱসাগৰৰ পৰা জাতি পঁচা টাঙ্গোন এইবোৰে সৈতে মানুহ মাতি নি, সেই সাপ কেইবা গচো জাটিএৰে খুঁচি ৰখাই টঙ্গনিয়াই মাৰি বল দি সিৱসাগৰলৈ আনিলে। তাৰ দিঘল জোখ ৯ হাত এবেগেত; গাৰ বেৰো এহাত এবেগত মান; তাৰ বৰন কলা, গাত বগা পাক খোআ আঁচো আছে; মুৰটো এবেগেত মান হব। তাৰ নাও সোধাত কোনোএ ইন্দ্ৰজিত বুলি কই।

৫ চেপ্তেম্বৰত শ্ৰীযুত লখিমিনাথ গজপুৰিয়া বৰুআ কলেক্তৰি চিৰস্তাদাৰৰ মাত্ৰিএক সিৱসাগৰ জিলাত মৃত্যু হল; বয়স তিনি কুৰিৰ ওপৰ হৈছিল।

গোলাঘাটৰ ওচৰৰ মকৰঙ্গ মৌজাৰ নোমল চুটিয়া বুলি এটা মানুহৰ যৈনিএক সুপেম্বৰিক তাইৰ ককায়েক ধনিএ বুৰি দি নি পেলাই, গোলাঘাটত থকা বিচাৰ পতিৰ তত খালচা কৰোআত, সেই খণ্ডেৰে থাকি ১১ আহাৰত ২॥ বজা বেলিকা গোলাঘাটৰ কাচাৰিৰ ওচৰতেই সেই নোমলে ধনিক জাটিএৰে ২ টা খোঁচ মাৰিলত সি মৰিল। পাচে বিচাৰ কৰ্তাই সোধ কৰাত সি মাৰিলে বুলি সৈ কাৰ্হিলে গুনে ভৰিত লোআই সৈতে বন কৰি ন মৰে মানে ফাটকত থাকিবৰ কইদ কৰি শ্ৰীযুত কমিস্যনৰ চাহাবৰ দোআৰাই সদৰলৈ জনাইচে।

গোলাঘাটৰ গুৰিৰ মকৰঙ্গ মৌজাত মাগুৰ কচাৰি বুলি এটা মানুহে ২৪ সাওনত ৰাতি পাটিত সুই থাকোঁতে কিবা কথাত তাৰ ঘৈনিএক সেন্দুৰিক দাৰে কাটি পুতেক গেধাৰামকো কাটি পেলাই, সেই বেজাৰতে হৰলা আপুনিও মৰিবৰ মনে তাকো আপোনাৰ ভিঙ্গিত জাটিৰে খুচিলে; পাচে তাৰ ঘৈনিএক তেতিয়াই মৰিল। তাকে তাৰ লৰাটিকে গোলাঘাটৰ বিচাৰ কৰ্তাই নিয়াই হস্পিটালত থোআত ১৩ ভাদ ১১ বজাত মৰিল, লৰাটো মৰে নে জিএ, চিন নাই।

জোৰহাটৰ গুৰিৰ খঞ্জিয়া মৌজাৰ শ্ৰী উমেম্বৰ সৰ্ম্মা বৰ কটকিৰ ঘৰত ভাদৰ চাই দিন জাঁওতে ৰাতি ১॥ পৰ সময়ত কটকিএ ভাত খাই গোসাঁই ঘৰৰ টপত বহি তামোল খুন্দি খাঁওতে ১০।১২ জন ডকাইত লোক সোমাই তাৰে জাতি নামেৰে এটাই কটকিক সাৰটি ধৰাত সি কেইটাই ভিতৰ সোমাই সোন খতা ৰুপৰ খাৰুকে আদি কৰি ৮৫॥ টকাৰ ন বিধ বস্তু নিলে। পাচে গাঁৱৰ মানুহে সুনি, দাসি, জাতি, এই দুজনক চিনি থানাত কোত্মাত থানাৰ পৰা তহকিক কৰি সেই জাতি, দাসি, আৰু দয়াৰাম বৰিয়া, ঘিনলগা, এই চাৰি জনক দাৰোগাই এখেলৈ পঠাইচে। আৰু ডকাইতে নিয়া বস্তুৰ ভিতৰৰ কাঁহৰ চৰিয়া এটা, ঘিন লগাৰ ঘৰত ওলোআত তাক দয়াৰামে দাসিএ দিচে বুলি কৈচে; আৰু দয়াৰাম, জাতি, এই দুজনে সৈতে চুৰ কৰি আনি সেই চৰিয়াটো ঘিন লগাক দিচোঁ বুলি দাসিএও সৈ কাৰ্হিচে। পাচে মোকৰ্দ্দমা হলত দয়া, জাতি, দাসি, এই তিনটাক তিনি তিনি বচৰ, আৰু চৰিয়া কিনি লোআ ঘিন লগাক ১ এবচৰ মাতি কাটি লোআৰে ফাটকত থকাৰ হুকুম হল।

হিৰাট নগৰৰ ৰজা য়াৰ মহম্মদ খাঁ ৪ জুন তাৰিখত মৃত্যু হল। তেঁওৰ পুত্ৰ চয়দ মহম্মদ খাঁই এতিয়া বাপেকৰ সিংহাসন পালে, কিন্তু কাবুলৰ ৰজা দোস্ত মহম্মদ খাঁই তাৰে সৈতে বন কৰি হিৰাট দেস লবলৈ সেনাই সৈতে আপোনাৰ পুতেকক পঠালে।

মুলতান ৰজা মুলৰাজ কলিকতাৰ কোঁচত থাকি নৰিয়া পৰা হেতুকে ওপৰ হিন্দুস্থানলৈ তেঁওক নিবলৈ গবৰ্নমেণ্টে আগ্যা দিলে; কিন্তু গঙ্গা নদিত উজাই জাঁওতে ৰোগ টান

হোআত ১১ আগষ্টত গাজিপুৰৰ ওচৰত মৃত্যু হল।

উজিৰাবাদ নগৰত ১৮ আগষ্ট তাৰিখত ক্লেই নামে এজন কাপ্তান চাহাবৰ ঘৰৰ চতি ঘুনে খোআত ভাগি গোটেই ঘৰ পৰিল, তাতে তেঁওৰ মেম চাহাব ঘৰৰ ভিতৰত থকাত আটাই বস্তু ওপৰত পৰি হেঁচা খাই মৰিল।

চিঙ্গাপুৰ নগৰলৈ ইৰিন ভাপ জাহাজ জাঁওতে ২১ জুলাইৰ মাজ ৰাতিত পাস্যা ভাপ জাহাজৰ লগ পালে; তাতে পাস্যাৰ মানুহে দস্তুৰ মতে সোঁ ফাললৈ জাহাজ নো পোনাই, বাঁও কালে নিৰ থুইচিল, পাচে দুই জাহাজ ওচৰ পাই একআৰ নো-আৰি বৰ বেগে খুন্দা খোআত পাস্যা জাহাজ ভাগি একে বেলিএ তল গল। তাৰ ভিতৰত ২০ মানুহ মৰিল, আৰু ১৫ লাখ কপ পানিত তল গল। ইৰিন জাহাজৰো আগ ডোখৰ ভাগি পানি সোমাল; বৰ দুখেৰে সিঁচি সিঁচি চিঙ্গাপুৰ নগৰ পাই বথ্যা পৰিল।

খেহ্ দেসত কোনো কোনো লোকে ৰাজ দ্রোহ পাতি অনেক সেনা গোটাই বল কৰি দুই এক নগৰ ললে; পাচে সিইঁতে ৰজাৰ কৌতুক জিনিহ বুলি ৰজাৰ ফলিয়াবিলাকে বৰ ভই কৰিচে।

দখিন আমেৰিকাৰ বলিবিয়া দেসৰ লেপাজ নগৰৰ পৰা ৭ দিনৰ বাট দুৰৈত থকা কুৰাবায়া নামে এক ঠাইত সোন থকা পৰ্বত পাইচে।

অষ্ট্ৰেলিয়া দ্বিপত বুচৌতোএলচ দেসৰ ভিতৰত সোন পাই সেই দেসৰ লোকে বলিয়াৰ নিচিনা তালৈ খেদি জাই।

চিঙ্গাপুৰ নগৰৰ পৰা উৰান উতান অৰ্থাত বন মানুহ মতা মাইকি এহাল জাহাজৰ কাপ্তান চাহাব একনে ইংলণ্ডলৈ লৈ জাঁওতে বাটত মাইকিটো মৰিল, মতাটো তালে আচে। বন মানুহ এটাৰ নকচা তলত লিখা



আচে. সি এবিধ বান্দৰ হই, কিন্তু আন বান্দৰতকৈ মানুহৰ নিচিনা চেন দেখে।

মেকা নগৰত মহমদৰ জনম ঠাইলৈ জোআ ৩৫০ জাত্রি লোকে আতিএত ৰহোমান নামে এক জাহাজত উঠি আহি বম্বাই নগৰৰ ওচৰ পালত কেনেৰি মাতুলিৰ সিলত জাহাজ খুন্দা খাই মঙ্গলবাৰ ১০ জুনৰ ৰাতিত ভাগি তল গল। ১৭০ মানুহে ৰাম পাই উঠিল, সেস আটাইবিলাক মৰিল। পাচ সনিবাৰত বম্বাই নগৰত এই বাত্রা পাই গবৰ্ন্মেন্তে ভাপ জাহাজ পঠাই সিইঁতক তুলি আনিলে।

পকাহন্তচ নামে এখান জাহাজে সাগৰ' তিমি মাচ বিচাৰোঁতে ১২ ডিচেম্বৰত এম- বৰ মুৰিয়া তিমি দেখ খেদি মাৰিবৰ নিমিত্তে মানুহে নৈতে সৰু নাও পঠালে। তেতিয়া এটা বৰ সকত তিমিএ নাও খন মুখত লৈ কামুৰি হেজাৰ ডোখৰ মান গুৰি- কৈ ভাঙ্গি পেলালে, মানুহবোৰ সাঁতৰি জা- হাজত উঠি সাৰিল। পাচে সেই তিমিএ জাহাজৰ কাষে মূৰ পোনাই ওচৰ পাই বৰ বলেৰে খুন্দা মাৰি জাহাজৰ দুই তিনি তাল কাঠ ভাঙ্গিলে। তেতিয়া সেই পোৱে পানি ৰবকৈ সোমালত ডৰ পাই সিঁচি সিঁচি জা হাজ বামনৈ পোনাই বিও জানেইৰো নগৰ পালেগৈ। তাতে জাহাজ ৰাতি সেই কাপ্তে- নে সক্ৰএ নৈতে আৰু বাৰ জুহিম বুলি ১০ জানোআৰি তাৰিখত আকও জাহাজ মেলি গল।

ইংলণ্ড দেসৰ ত্ৰি পিয়ল ৩১ মাৰ্চত কৰা হৈছিল, তাৰ দৰে গ্ৰেট ব্ৰিটন ৰাজ্যত এই মান প্ৰজা আছে।

| | |
|---|---|
| ইংলণ্ড আৰু স্কটলণ্ডত | ২,০৯,২৮,৫৮১ |
| আয়ৰলণ্ডত | ৬৫,১৫,৭৯৫ |
| মোট | ২,৭৪,৪৪,৩৭৬ |

আমেৰিকাৰ মিল দেসৰ পিয়ল কৰাত ২,৩৬,৭৪,৭০৬ মানুহ পালে।

দাগেৰতাইপ নকচা অৰ্থাত সুৰ্জ্যৰ ৰশ্মিএৰে লিখা নকচা কৰিবলৈ জি জনে প্ৰথমতে গিয়ান পালে, দাগেৰ নামে সেই জন চাহাবে পাৰি নগৰৰ ওচৰত ম্ৰিত্যু হল। সেই বিদ্যাৰে নৈতে দৰৰ লগোআ ধাতু একলাৰ ওচৰত এখন্তেক মাধোন ৰন্থ থলে, তাৰ নকচা আ- পুনি লিখা জাই। কোনো মানুহে আপোনাৰ মুখৰ নকচা পাব খোজে জদি, ইংলণ্ড আৰু আমেৰিকাত ৪। ৫ টকা দিলে পাই; কলি- কতাত হলে ১০। ১২ টকা দিব লাগে। শ্ৰীযুত ব্ৰুঞ্চন চাহাবে এনে এক জন্ত্ৰ আমে- ৰিকা দেসৰ পৰা অচমলৈ আনিচে বুলি সুনিচোঁ; তালকৈ লিখিব পাৰে নোআৰে. ইয়াক আমি সুনা নাই।

লাই ইংলণ্ডত ধৰম গুৰু থাপন কৰিবলৈ ইংৰাজি দুই প্ৰধান মেলে নিষেধ কৰি কানন নিৰ্বন্ধ কৰিলে।

দখিন আমেৰিকাৰ বল্‌পেৰেজো নগৰত ২ এপ্ৰিল তাৰিখত বৰ ভুঁইকঁপ গল। তা- তে ঘৰবিলাক সাগৰৰ জাহাজৰ নিচিনাকৈ চলঙ্গ পলঙ্গ কৰি আছিল; ২৬০ ঘৰ পৰি নষ্ট হল; হানি হল ২০,০০,০০০ টকা। ১৮২২ সঁকত সেই ৰূপে ভুঁইকঁপ হৈ প্ৰায়ে গোটেই খন নগৰ নষ্ট কৰিছিল।

চান ফ্ৰান্সিস্কো নগৰত আকও জুই লাগি তালেমান ঘৰ পুৰিলে; হানি হল ৩,০০,- ০০,০০০ টকা।

## অক্তোবৰ, অৰ্থাত কাতিৰ পঞ্জিকা।

Almanac for October, 1851

| অক্টোবৰ | আহিন | বাৰ | তিথি | দিনমান | অক্টোবৰ | কাতি | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৬ | ৪ | ৭ | ১১।৪৮ | ১৭ | ১ | ৬ | ২২ | ১১।২১ |
| ২ | ১৭ | ৫ | ৮ | ১১।৪৬ | ১৮ | ২ | ৭ | ২৩ | ১১।২০ |
| ৩ | ১৮ | ৬ | ৯ | ১১।৪৪ | | | | | |
| ৪ | ১৯ | ৭ | ১০ | ১১।৪২ | ১৯ | ৩ | ১ | ২৪ | ১১।১৮ |
| | | | | | ২০ | ৪ | ২ | ২৫ | ১১।১৬ |
| ৫ | ২০ | ১ | ১১ | ১১।৪১ | ২১ | ৫ | ৩ | ২৬ | ১১।১৫ |
| ৬ | ২১ | ২ | ১২ | ১১।৪০ | ২২ | ৬ | ৪ | ২৮ | ১১।১৪ |
| ৭ | ২২ | ৩ | ১৩ | ১১।৩৮ | ২৩ | ৭ | ৫ | ২৯ | ১১।১২ |
| ৮ | ২৩ | ৪ | ১৩ | ১১।৩৭ | ২৪ | ৮ | ৬ | ৩০ | ১১।১০ |
| ৯ | ২৪ | ৫ | ১৪ | ১১।৩৫ | ২৫ | ৯ | ৭ | ১ | ১১।৯ |
| ১০ | ২৫ | ৬ | ১৫ | ১১ ৩৪ | | | | | |
| ১১ | ২৬ | ৭ | ১৬ | ১১।৩২ | ২৬ | ১০ | ১ | ২ | ১১।৮ |
| | | | | | ২৭ | ১১ | ২ | ৩ | ১১।৬ |
| ১২ | ২৭ | ১ | ১৭ | ১১।৩০ | ২৮ | ১২ | ৩ | ৪ | ১১।৪ |
| ১৩ | ২৮ | ২ | ১৮ | ১১।২৮ | ২৯ | ১৩ | ৪ | ৫ | ১১।৩ |
| ১৪ | ২৯ | ৩ | ১৯ | ১১।২৬ | ৩০ | ১৪ | ৫ | ৬ | ১১।২ |
| ১৫ | ৩০ | ৪ | ২০ | ১১।২৪ | ৩১ | ১৫ | ৬ | ৭ | ১১।০ |
| ১৬ | ৩১ | ৫ | ২১ | ১১।২২ | | | | | |

পুৰ্নিমা ১০ দিনৰ ২। ৫ পুআ। আমাবাস্যা ২৪ দিনৰ ৯। ২৮ তাটি।

THE ORUNODOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

# অৰুণোদই

৬ বচৰ। মোং সিৱসাগৰ, অক্তোবৰ, ১৮৫১। নম্বৰ ১০।

VOL. VI. SIBSAGOR, ASAM, OCTOBER, 1851. NO. 10.

## আমেৰিকাৰ মধ্যম ভাগৰ বিবৰন।

**The Valley of the Mississippi.**

আমেৰিকা মিল দেসৰ সোঁ মাজত মিচিচিপি নামে এক বৰ নদি আচে। প্রিথিবিৰ আটাই নদিৰ মাজত সি দিঘল। মিচুৰি নামে তাৰ ওপৰ ভোথৰে সৈতে সেই নদিৰ দিঘ ৪৪০০ মাইল। সেই মিচিচিপি নদি হবলৈ অনেক নদি গোট খাই; উত্তৰ ফালৰ পৰা অহা মিচিচিপি নামে ১৭০০ মাইল দিঘলে এখন, আৰু পচিমৰ পৰা মিচুৰি নামে ৩১০০ মাইল দিঘল হোৱা এখন আহি দুয়ো গোট খাই, মিচিচিপি নামেৰে আৰু ১৩০০ মাইল বৈ গৈ সাগৰত পৰিচে।



আমেৰিকা দেসত থকা বাইচন অর্থাত এবিধ মহৰ মকচ।

আমেৰিকা মিল দেশৰ পূব, পচিম, মধ্যম, এই তিনি ভাগৰ মাজত মধ্যম ভাগ ডাঙৰ। পূব আৰু মধ্যম ভাগ আলিগেনি পৰ্ব্বত সাৰিএ বেলেগ কৰিছে; মধ্যম আৰু পচিম ভাগ হলে ৰকি পৰ্ব্বত সাৰিএ পৃথক কৰে। সেই পৰ্ব্বত কোনো কোনো ঠাইত ৮০০০ হাতত্কৈ ওখ, আৰু তাৰ টিঙবিলাক সদাই হিমে ঢাকি থাকে। সেই পৰ্ব্বতৰ পৰা সক সক নদি বৈ, মিচিচিপি বৰ নদিত পৰেগৈ। সেই সকলোৰে মাজত মিচুৰি ডাঙৰ। সি কি পোনে পৰ্ব্বতৰ পৰা ওলাই, তাতে ১০০ হাত মাখোন বহল, আৰু তাৰ দুই কালে সিলৰ খিয় গৰা ৮০০ হাত ওখ হৈছে। পাচে ১১০ মাইল বৈ গলত বৰ সুন্দৰ নদি পতন দুই তিনি থাপ হৈছে; মুঠে ১৩৮ হাতৰ তলে পৰিছে। তাৰ মাজত ডাঙৰ থাপ পতন হলে ৫৮ হাত। সেই নদি পতনৰ বাহিৰে উজনি আৰু ভাটি কালেও একো বাধা নো হোআকৈ জাহাজ নাৱে যাব পাৰে। সেই ঠাইৰে পৰা ৩০০০ মাইল মান গৈ চেন্তলুই নামে প্ৰধান নগৰৰ ওচৰত ওপৰ মিচিচিপি নদিৰ লগ লৈ একে সোঁত হৈ গৈছে। লগ হোআ ঠাইত মিচুৰি বহলে আধা মাইলতকৈ বৰ্হা; সোঁতো বৰ বেগ আৰু দ।

ওপৰ মিচিচিপিৰ মুৰ চুপিৰিয়ৰ সৰোবৰৰ ওচৰ, সি পোনে পোনে দখিনলৈ গৈছে; ৭০০ মাইল গলত চেন্তেন্তনি নামে ১০।১২ হাত ওখ গৰাৰ পৰা এক পতন হৈছে। মিচুৰিএ সৈতে যোগ হোআ ঠাইৰ পৰা ১৬০ মাইলৰ দখিনে ওহায়ো নদি পূব কালৰ পৰা তাত পৰিছেগৈ। তাৰ পাচে পচিমৰ পৰা আৰ্কান্স আৰু ৰেদ, এই দুই বৰ নৈও তাত পৰি সকলোৰে প্ৰধান মহা নদি হল।

মধ্যম ভাগত যি বৰষুনৰ পানি পৰে, সেই সকলো মিচিচিপিৰ যোআৰাই সাগৰলৈ বৈ গৈছে। সেই নদিৰ একে মুখ ন হই, গঙ্গাৰ দৰে অনেক ধাৰা হৈ পৰিছে। তাৰ ঘণ্টাই পতি ৪।৪ মাইলৰ বেগ। দ হলে এস, তেৰ স হাত। তাৰ বহল প্ৰাই এক মাইল মাখোন; কিন্তু বাৰিষাত পানি ১৫।২০ হাত বাঢ়ি ৩০।৪০ মাইললৈ দেশ আপ্লাবিত কৰে। তাৰ পানি গধুৰ, ঘোলা। জাহাজেৰে তালৈ গৈ দেশ নৌ দেখোঁতেই তাৰ ঘোলা পানি সাগৰত আগেয়ে দেখা যাই। মুখৰ ওচৰ তোখৰত চাপৰি ঠাই, তাপ অধিক, মানুহৰ জৰ নৰিয়া, কেৱল আফ্ৰিকাৰ কলা মানুহে তাত কাম কৰিব পাৰে। কপাহ, গোম ধান তাতে অধিককৈ আৰ্জ্জে। নদিৰ ভিতৰত ভালেমান ঘঁৰিয়াল আছে।

ওপৰ মিচিচিপি, মিচুৰি, ওহায়ো, এই তিনি নদি থকা উত্তৰ তোখৰ অতি চিকন। ঠাই বৰ গৰম ন হই, জৰ তাপ কমি, আৰু সকলো শস্য উত্পন হই। ৫০ বচৰৰ আগেয়ে তাত প্ৰায়ে সভ্য মানুহ নাই; আদিবাসি আবৰ লোক ঠায়ে ঠায়ে অলপ মাখোন আছিল। সিহঁতে খেতি ন কৰিছিল; বিয়াধৰ কৰম কৰি পহু মাচ মাৰি খাই, আৰু ই ফৈদে সি ফৈদে ৰন কৰি আছিল। এতিয়া সিহঁতক মিচুৰিৰ দখিন পাৰে ভাল এডোখৰ ঠাই দেশাধিকাৰে দিলে; তাতে গোটা থাই সিহঁতে সিকি পঢ়ি ক্রমেৰে সভ্য হৈ গৈছে। সিহঁতৰ মাজলৈ অনেক মিস্যনেৰি লোকে গৈ সিকাইছে।

সেই দেশত গছ নো হোআ জ্রিন গজা বৰ বৰ তৈয়াম আছে। পথাৰৰ নিচিনা মাটি সমান, বৰ দূৰৈলৈকে দেখিব পাৰে। সেই তৈয়ামবোৰত এতিয়া খেতি কৰিবলৈ ধৰিছে। বচৰে বচৰে জেতিয়া বন সুকাই, তেতিয়া জুই লাগি বতাহেৰে হুৰ হুৰাই থনকে পোৰে। তেতিয়া বনৰিয়া মহ, পহু, চৰাই, মানুহ আদি কৰি জুইৰ পৰা পলাই বৰ সুমেৰে সাৰিব পাৰে; কেতিয়াবা জুয়ে বৰকৈ খেদি অনেক জন্তু পুৰি মাৰে। জন্তু পলাই জোআ বাটত মানুহ বৈ থাকিলে, মহ আদিএ একে বেলিএ তাৰ ওপৰে লৰি গৈ গচকি মাৰে।

সেই দেসৰ মহ্‌ আমাৰ মহৰ নিচিনা ন হই, বেলেগ জাত; তাক বাইচন বোলে। তাৰ গলধন ওখ, ডিঙ্গিৰ নোম সিংহৰ দৰে দিঘল; সিঙ্গ চুটি। মানুহে তাক মাৰি নোমেৰে সৈতে চাল সুকাই তাক বেচে. এমে চালত বৰ উম, তাৰ কালিত বৰথত জোআ মানুহে সদাই গাত লই। তাকে পতি হেজাৰ হেজাৰ বাইচন একে লগে থাকে; সকলোএ গোজৰাত মেঘৰ গৰ্জ্জনৰ নিচিনা হই। মতাবোৰে কেতিয়াবা জুঁজো কৰে। সিইঁতে জাকেৰে জাই; গৰাৰ পৰা বা নদিত আগ হৈ জোআবোৰ জদি পৰে, তাৰ পাচত আটাইবোৰে খেদি জাই। আদি বাসি লোকে মাৰিবৰ নিমিত্তে সিইঁতলৈ বৰ গাঁত খানি, তালৈ খেদে, নাইবা খিয় গৰালৈ চল চাই হাই মাৰি খেদি নিয়াত সিইঁতে বেগ ধৰি তাৰ পৰা পৰি মৰে। বচৰি বছৰি হেজাৰ হেজাৰ মাৰে, তেও চুকুআ নাই। ওপৰে সি পিঠিত সেই জন্তুৰ নকচা দেখিলা।

সেই দেসত সৰ আদি অনেক জাত পহু, বগা আৰু কলা ভালুক, নতা মাকৰি, নাহৰ ফুটুকি, চাগ, উদ, সিয়াল, বাজ কুকুৰ, কেৰ কেটুআ আদি আচে। কুৰৰ পখি, সগুন, বাজ হাঁহ, কুপৌ, কৈৰ, আৰু সৰু সৰু চৰাই অনেক বিধ হাবিত থাকি বৰ সুললিত ৰাও কৰে। আৰু পেৰু নামে জি বৰ চৰাই ভাৰত বৰ্ষত আগেয়ে নাই কিচিল, সেই চৰাই আমেৰিকা দেসত পোআ গৈচিল। পাচে তাক ধৰি পোহনিয়া কৰি ইঙ্গলণ্ড আদি অনেক দেসলৈ নি পুহিচে। এই দেসলৈকো আনিচে; তাৰ মঙ্গহ্‌ বাজ হাঁহতকৈও সোআদ, খাবলৈ চিকন। পেৰু চৰাইৰ নকচা তলত লিখা আচে।

আৰু অনেক বিধ সৰু সৰু মৌপিয়া আচে, বৰন সুন্দৰ, গা অতি সৰু। এবিধ বনৰিয়া পাৰ আচে; লাখ লাখ দম খাই জাক পাতি বচৰে বচৰে ঠাই সলাই পোআলি জগাই। জত বৰ কাঠনি থাকে, তাতে ৫।



আমেৰিকা দেসত প্ৰথমে দেখা পোআ পেৰু চৰাই।



ফিলাদেলফিয়া নগৰৰ দৰ্সন ঘৰত ৰাখি থোআ মাস্তদনৰ হাৰ ।
Skeleton of a Mastodon preserved in the Philadelphia Museum

৬ মাইল দিঘল বহল এইমান ডাঙ্গৰ হাবিত কুৰি গচে পতি দু কুৰি তিনি কুৰিকৈ বাহ সাজি থাকে । জেতিয়া জাকেৰে উৰি জাই, তেতিয়া আকাস খন কলা পৰি জাই, সবদ গৰ্জনৰ দৰে ।

ওহায়ো প্ৰদেসত আৰু আন ঠাইতো লোনৰ পুঙ্গ থাকে; তাৰ লোন মাটি খাবলৈ অনেক পুৰুসৰ পৰা জন্তুবিলাক গৈ গৈ তাতে মৰাত সিইতৰ ভালেমান হাৰ দম খাই আচে। সেই হাৰৰ মাজত হাতিতকৈও ডাঙ্গৰ এটা জন্তুৰ হাৰ আচে; তাক মাস্তদন বোলে । সি হাতিৰ নিচিনা হৈচিল ; কিন্তু সেই বিধ জন্তু এতিয়া নাই, সঁচ চুকাল । এনে এক জন্তুৰ হাৰ জোৰাই ফিলাদেল্‌ফিয়া নগৰৰ দৰ্সন ঘৰত থোআ আচে; তাৰ দিঘে ১২ হাত, ওখই ৮ হাত; দাঁত ৭ হাত দিঘল । সেই বিধ জন্তু কোন কালত জিয়াই আচিল, আদি বাসিএও কব নোআৰে ।

সাপৰ মাজত জুনুকাৰ দৰে নেগুৰ বজোআ এবিধ আচে । সি আটাইতকৈ ভাইল সাপ ; কামুৰিব খুজিলে সি নেগুৰ বজাই । মানুহক খালে জি ভোখৰ মঙ্গহত তাৰ দাঁত সোমালে, তাক বেগাই কাটি নু গুচালে নিচয়ে মৰে ।

আমেৰিকাৰ মধ্যম ভাগত মানুহ প্ৰায়ে ইঙ্গৰাজি বঙ্গহ; আটলান্তিক সাগৰৰ দাঁতিত থকা ইঙ্গৰাজি বঙ্গহে পচিমলৈ গৈ গৈ থাকে । আৰু ইঙ্গলণ্ড, আয়ৰলণ্ড, আৰু জৰ্মানি লোকে ভাত ভাল দেস আচে বুলি সুনি তালৈকে জাহাজেৰে লাখ লাখ গৈ আচে ।

মিচিচিপি নদিৰ মুখত প্ৰথমে ফাঞ্চি মানুহবিলাকে ১৬৭৮ সঁকত সোমাই, ফাঞ্চি ৰজাৰ নামেৰে তাৰ ওচৰত থকা দেস খন ললে । ক্ৰমেৰে ফাঞ্চিএ নুঅৰ্লিঞ্চ নগৰ পাতিলে, আৰু লুই ৰজাৰ নাম দি দেস খনক লুইচিয়ানা বুলিলে । ১৮০৩ সঁকত আমেৰিকাৰ লোকে সেই গোটেই দেস ফাঞ্চিবিলাকক ৩,০০,০০-০০০ তিনি কোটি টকা ধন দি কিনি ললে। তাৰে পৰা প্ৰজা বৰকৈ বাৰ্হিচে। ১৮০০ সঁকত মধ্যম আমেৰিকাৰ ৪,৫০,০০০ প্ৰজাতকৈ অধিক নাই; ১৮৫০ সঁকত ৯৫,০০,০০০ হৈচিল ; অৰ্থাত ৫০ বচৰত ২০ গুনকৈ বাৰ্হিল । ১৮০০ সঁকত ওহায়ো প্ৰদেসৰ ৪৫,৩৬৫ মানুহ আচিল, এতিয়া প্ৰায় ২০ লাখ হৈচে ; মিস্যিগান প্ৰদেসৰ ৫৫১ মানুহ আচিল, এতিয়া ৪ লাখ মান হল ; ইন্দিয়ানাৰ ৪,৬৫১ আচিল, এতিয়া প্ৰায়ে ১০ লাখ ; ইলিনই প্ৰদেসৰ ২১৫ আচিল, এতিয়া ৮ লাখতকৈ অধিক হৈচে ।

## পৌল পাঁচনিৰ বিবৰন ।

Account of Paul the Apostle.

এই অতি উত্তম আৰু প্ৰভুলৈ প্ৰিয় হোআ মানুহ জনৰ চৰিত্ৰ বুজিবলৈ বিবেচনা কৰা আমাৰ অতি প্ৰয়োজন আছে । তেওঁ কি ৰূপে ইশ্বৰৰ প্ৰকাশিত বাক্য পাই মৰনৰ সেসলৈকে দুখ, তাড়না, তাবনা আৰু মনৰ সন্তাপেৰেও সেই সুভ বাত্ৰা কিৰ্ত্তন কৰাত মন দি থাকিল; আৰু জেনেকৈ ইশ্বৰৰ ধৰমত সম্পূৰ্ন হৈ, তেওঁৰ পাচত হোআ ইশ্বৰৰ লোকলৈ আৰ্হি হল; লগৰ ভাইবিলাকক ধৰমত সৎ আচৰন কৰিবলৈ জেনেকৈ সিকাইছিল; খ্ৰিষ্টৰ নিমিত্তে জেনেকৈ সংসাৰৰ আটাই সুখ আৰু লাভক বিষ্ঠা জেন মানিলে; এই সকলো কথা মন কৰি চালে আৰু মনত ৰাখিলে আমালৈ অতি লাভ হব । আমি জানিচোঁ, এই প্ৰিয় পাঁচনিৰ সমান প্ৰভুৰ ধৰমত উচাহ, বিশ্বাসত বলৱন্ত আৰু প্ৰভুলৈ সম্পূৰ্ন প্ৰেম হোআ আন কোনো মানুহ এই কালত বা আন কালতো হোআ নাই । বাৰে জন পাঁচনিতকৈ পাচে হলেও, সিবিলাকতকৈ একেবিও সৰু হোআ নাই । তেওঁ ওপৰ পিত্ৰিবিলাকৰ মতেৰে ইশ্বৰৰ বিধান গমিলিএল বিধান পণ্ডিতৰ লগত সম্পূৰ্ন ভাৱে সিকিলেও খ্ৰিষ্টৰ ধৰম কোনো মানুহৰ পৰা সিকা নাই । গলাতিয়া ১:১১, ১২ । আৰু কি ভাৱে খ্ৰিষ্টক কিৰ্ত্তন কৰিব, তাৰ কথা কোনো তেজ মঙহ হোআ মানুহৰ লগত আলচো ন কৰিলে । ১৬,১৭ পদ । কিন্তু জেনেকৈ প্ৰকাশিত বাক্যৰ দোআৰাই পালে, তেনেকৈ তেওঁ খ্ৰিষ্টক কিৰ্ত্তন কৰিলে । সেই খ্ৰিষ্টৰ কিৰ্ত্তন নিবাৰন কৰিবৰ নিমিত্তে তেওঁৰ অহিতে কিমান মানুহ উঠিল, তথাপি কোনো ৰূপেও তাক নিবাৰন কৰিব নোআৰিলে; বন্দিসাল, সাস্তি, লঘোন বা তাবনা এইবোৰেও নোআৰিলে; কিন্তু তাৰ দোআৰাই হানি কৰিবৰ চাৰি ধৰম বৃদ্ধিহে কৰিলে । সেই কথাতে পাঁচনিএ আপুনিও কৰিন্থীয়া ভাইবিলাকলৈ লিখিছে । জি জনক মই কিৰ্ত্তন কৰিচোঁ, আৰু জি জনৰ বাক্য মোৰ বিদয়ত আছে, সেই খ্ৰিষ্টৰ অগম্য প্ৰেমৰ পৰা মৰন বা জিৱন, স্বৰগৰ দুত বা প্ৰধান ভুত, বৰ্ত্তমান বা ভবিস্যত কাৰ্জ, ওপৰ বা তল, আন কোনো সৃজা বস্তুএও আমাক বিজোগ কৰিব নোআৰে, মোৰ এনে বিশ্বাস আছে । এই কথা পাঁচনিএ জেনেকৈ কলে, তেনেকৈ অন্তলৈকে আপোনাৰ থিৰ বিশ্বাসতে ৰৈ থাকিল; কোনোএ তেওঁক সেই বিশ্বাসৰ পৰা এক খোজো লৰ চৰ কৰাব নোআৰিলে । জেতিয়া জগতৰ লোকে তেওঁলৈ হিংসাৰে নিন্দা তাবনা কৰিছিল, তেতিয়া সেই তাবনাৰ দোআৰাই প্ৰভুৰ ধৰমত আৰু বলৱন্তহে হই; জলা চুইৰ ওপৰত তেল ৰাকি দিলে জেনেকৈ দুমাওক চাৰি জলিহে উঠে, সেই ৰূপে জেতিয়া তেওঁ জগতৰ নিৰ্দ্দয়া লোকৰ পৰা নিন্দা আৰু তাবনা পাই, তেতিয়া খ্ৰিষ্টৰ ধৰমলৈ অধিক ৰূপে জলি উঠে । এই কথাৰ প্ৰমান তেওঁ আপুনিএই কৈছে, আমি সকলো পোমে দুখ ভোগ পোআ হৈও বিয়াকুল ন হঁও; উপাই নাই কিয়া হৈও নিৰসা ন হঁও; তাবনা পালেও অনাথ ন হঁও, তললৈ পেলোআ হলেও বিনাস ন হঁও; য়িচুৰ জিৱন আমাৰ সৰিলত জেন প্ৰকাস কৰা জাই, এই নিমিত্তে আমি সদাই সৰিলত প্ৰভু য়িচুৰ ম্ৰিত্যুৰ ভোগ কৰি ফুৰিচোঁ । সেই ৰূপে তেওঁৰ দেহত ম্ৰিত্যুৰ ভোগ কৰিলেও কোনো ৰূপে বিনাস ন হল; কিয়নো জি জনৰ নিমিত্তে এই সকলো দুখ, তাবনা, নিন্দা আৰু সাস্তি ভোগ কৰিলে, সেই জনেই নানা ঠাইত, নানা সময়ত স্বৰ্গিয় দৰ্সনৰ দোআৰাই আপোনাৰ প্ৰিয় জনক সান্তনা কৰিলে । এই ৰূপে স্বৰ্গিয় দৰ্সন আৰু মৰ্জতাৰ দোআৰাই নিজোজন কৰা লোক এই প্ৰিথিৱিৰ মাজত আৰু কেতিয়াও কতো ন হব বুলি জানিচোঁ ।

এই প্ৰিয় আৰু মান্যৱন্ত পাঁচনি জন ৩০ বচৰ মান বয়সিয়া হোআত স্বৰ্গিয় দৰ্সনৰ

ঘোআৰাই মন পালটন কৰা হৈ, তেঁওৰ বয়স ৬০ বচৰ বয়সিয়া হোআলৈকে খ্রিষ্টৰ সুভ বাত্রা কির্ত্তন কৰি ফুৰিলে । সেলত তেতিয়া তেঁও চইতান ভুতৰ নগত ৰন কৰি এঁটাই জাত্রা কৰা পথৰ ওৰ পেলালে, আৰু আপোনাৰ অমুল্য বিস্বাস ধাৰন কৰি সম্পুর্ন কৰিলে, তেতিয়া বিৰো নামে কমিয়া ৰজাৰ ঘোআঁশাই তৰোআলৰ মুখত পৰি আনন্দে প্রান চাৰি দি অনন্ত জিবনিৰ ঠানত সোমাল. আৰু তাতে জি অবিনাসি পুন্যৰ কিৰিটি পৰমার্থিক বিচাৰ কর্ত্তা প্রভুএ ৰাখি থৈচিল, তাকে পালে । সেই ঠাইত চাবুকৰ কোব, জগতৰ অত্যন্ত ভাবনা আৰু চইতানৰ পৰিধাই আৰু পাব নোআৰে, আৰু কোনো কালেও তেঁওৰ চকুৰ লো নোলাব, কিন্তু ৰাতি দিনে তিনি বচৰলৈকে জি চকুৰ লোতক ওলাই আচিল, সেই সকলোকে ইস্বৰে আপোনাৰ হাতত গামোচা লৈ মচিহে পেলালে; সেই কাৰনে তাত আৰু কেতিয়াও ক্রন্দন ন হব ।

## প্রশ্ন ।

এতিয়া আমি কোন মানুহৰ বিবৰন কৈচোঁ ?

সেই জন কোন দেসৰ মানুহ?

সেই মানুহৰ কথা বুজাত কি লাভ?

পৌলে কাৰ কথা কির্ত্তন কৰিলে?

পৌলৰ আচৰন কেনে আচিল?

পৌল খ্রিষ্টৰ বাবে জন পাঁচনিৰ মাজৰ এজন নে, নাইবা পাচে হোআ?

খ্রিষ্টক কির্ত্তন কৰিবলৈ তেঁও কোনো মানুহৰ পৰা বিদ্যা সিকিলে নে নাই?

পৌলক কিহৰ নিমিত্তে ভাবনা কৰিচিল?

তেঁও জি জনক বিস্বাস কৰিলে, সেই বিস্বাসৰ পৰা খহি পৰিল নে?

সকল ভাবনা দুখত, তেঁওক কোনে ৰাখিলে?

পৌলৰ সমান মর্য্যতাৰে নিজোজন কৰা পাঁচনি আৰু আচে নে?

পৌলে কিমান বচৰৰ মুৰত খ্রিষ্টৰ শিষ্য হল? আৰু তাৰ পাচে কিমান বচৰ বয়স হৈ আচিল?

পৌল এতিয়া কেনে ঠাইত আচে, তাতে দুখ পাইচে নে?

## পৌল পাঁচনিৰ জৌৱন কালৰ বিবৰন ।

Paul's Early Life.

পৌলৰ জনম কিলিকিয়া দেসৰ তার্চ নগৰত হৈচিল, পাঁ ২২:৩। তেঁওৰ পিত্রি মাত্রি দুয়ো য়িহুদি। ফিলিপি ৩:৫। আৰু তেঁও আব্রাহামৰ বংসৰ বেনিয়ামিনৰ ফৈদত জনম হৈচিল; বিধানৰ কথাত ফিৰুচি। ৰ ১১:১। তেঁওৰ পুর্ব্বৰ নাম চৌল; পাঁ ৮: ৫৮—৬০; ৯:১—৮। চৌলৰ অর্থ খোজাটো। কোনো লোকে বোলে, তেঁওৰ জনমৰ পুর্ব্বে মাক বাপেকে এক সন্তান পাবৰ আসয়েৰে ইস্বৰলৈ প্রার্থনা কৰিচিল, পাচে ইস্বৰে সিহঁতৰ প্রার্থনা সুনি, সেই সন্তান দিলে; তাৰ কাৰনে মাক বাপেকে লৰাৰ নাম চৌল থলে। কিন্তু পৌল নাম কেতিয়া পালে, আৰু কি কাৰনে দিয়া হল, তাক আমি স্বৰূপকৈ নে জানোঁ, তথাপি কোনো পণ্ডিতে ইয়াকে কই, বোলে, জেতিয়া কুপ্র মাজুলিৰ পাফ নগৰৰ স্বর্গিয় পৌল নামে অধিকাৰে পাঁচনিৰ মুখে খ্রিষ্টৰ কথা সুনি বিস্বাস কৰিলে, তেতিয়া সেই অধিকাৰে আপোনাৰ পৌল নাম চৌলক মর্য্যতা ৰূপে দিলে। আৰু আমিও প্রথমে সেই ঠাইতহে চৌলৰ নাম পৌল বোলা সুনিচোঁ; পাঁ ১৩:৯ ।

খ্রিষ্টৰ সঁক ৬ বচৰৰ পাচে পৌল জনমিল। জেতিয়া তেঁও ১৩। ১৪ বচৰ বয়সিয়া হল, তেতিয়া মাক বাপেকে য়িৰুচালম নগৰত ইস্বৰৰ বিধান সিকিবৰ নিমিত্তে পঠালে। সেই কালত য়িহুদি লোকৰ এনে দস্তুৰ আচিল, আপোনাৰ লৰাক প্রধান কৰম তিনটা কৰে; প্রথমে চর্মচেদন, দুতিয় ইস্বৰৰ বিধান, ত্রিতিয় কোনো সংসাৰিক বিদ্যা

সিকাই । সেই ৰূপে চৌলকো ইশ্বৰৰ বিধান সিকিবলৈ য়িৰুচালম নগৰলৈ পঠালে। পৌলৰ সিখ্যক গমিলিএল নামে এজন বিধানৰ অধ্যাপক হৈছিল । পাঁ ৫:৩৪; ২২:৩; ২২:৩। সেই সময়ত য়িহুদি লোক দুই বিধ আছিল, এভাগ ফিৰুচি, এভাগ চিদুকি । পৌল হলে প্ৰধান ভাগৰ ফিৰুচি হৈছিল । ফিলিপি ৩:৫ । তেঁৱে মণ্ডলিক তাৰনা কৰোঁতাৰ মাজৰ এজন প্ৰধান আছিলে; কি ৩: ৫; পাঁ ২২:৪ । জেতিয়া খ্ৰিষ্টৰ প্ৰথম সেৱক স্তিফানক য়িহুদিবোৰে সিল পেলাই মাৰিলে, তেতিয়া চৌলেও তাতে সাখিবোৰৰ কাপৰ ৰাখিলে, আৰু স্তিফানক মাৰোঁতে পৌলৰো সমমত আছিল । পাঁ ৭:৫৮—৬০; ৮:৩ । তেনে সময়ত পৌলক বাঘ বা সিংহ বুলিব পাৰিছিল; কিন্তু অলপতে অতি নম্ৰ মেৰ পোৱালি হল। পাঁ ৯:১৪।

## প্ৰশ্ন ।

পৌলৰ জনম কোন দেসৰ? কোন নগৰত হৈছিল?

কাৰ বংসহ আৰু কোন কৈদত জনম হৈছিল?

তেঁও ভদ্ৰ লোক নে সামান্য লোক আছিল?

তেঁওৰ নাম প্ৰথমে কি আছিল, আৰু সেই নামৰ অৰ্থ কি?

খ্ৰিষ্টৰ কিমান বছৰৰ পাচে পৌলৰ জনম হৈছিল?

তেঁও কত আৰু কাৰ লগত বিদ্যা সিকিছিল?

য়িহুদি লোকৰ কেই বিধ আছে?

পৌল কোন বিধৰ মানুহ, উত্তম বিধৰ হই নে?

## পৌলৰ মন পালটাৰ বিসই ।

Paul's Conversion.

জি কালত প্ৰভুৰ বিশ্বাসি সাখি স্তিফানক বধ কৰা হল, সেই কালত মণ্ডলিৰ মাজত অতি হুৰা মুৰা হৈছিল; কিয়নো স্তিফানক মৰা দেখি সকলো সিস্যবিলাক পাঁচনিবিলাকত বাহিৰে ঠায়ে ঠায়ে গোট গোট হৈ গল। আৰু স্তিফানক মৰাতে মণ্ডলিৰ সত্ৰুবোৰে আগতকৈ বৰ সাহ পালে; তাতে চৌলেও মনত সাহ কৰি, খ্ৰিষ্টিয়ান ধৰম লুটিয়াবৰ কাৰনে অতি জতনেৰে দিনে ৰাতিএ সেই কথাতে মন দিলে । পাচে ঘৰে ঘৰে ফুৰি মুনিহ তিৰোতা জাকে জাকে পালে, সেইবোৰক ধৰি বন্দিসালত সুমাই থলে। পাঁ ৮: ৩। আৰু জিমান পাৰে, সিমানকৈ প্ৰভুৰ লোকক দুখ দিবলৈ ধৰিলে। সেই ৰূপে য়িৰুচালম নগৰত জিবোৰক পালে, সেইবোৰক ধৰি সাস্তি কৰাই, বন্দিসালত পেলাই ৰাখিলে; কিন্তু জেতিয়া সেইবোৰক সাস্তি আৰু তাৰনা কৰাত মন জুৰ ন হল, আৰু য়িৰুচালম নগৰত আন সিস্যক তাৰনা কৰিবলৈকো নাই কিয়া হল, তেতিয়া আন কোন ঠাইত মানুহে খ্ৰিষ্টৰ ধৰম গ্ৰাহ্য কৰিছে, তাক বিচাৰিবলৈ সুধি সুধি থাকিল । পাচে দামেচক নগৰত খ্ৰিষ্টিয়ান লোক ওলাইছে, এই কথাৰ বুজ পাই, য়িহুদিবিলাকৰ বৰ পোৰোহিতৰ ওচৰলৈ গল; তাতে জি ৰূপে দামেচক নগৰলৈ গৈ মণ্ডলিৰ লোকক ধৰি আনিব পাৰে, এনে এখন পত্ৰ, পোৰোহিতৰ পৰা মাগন কৰি ললে; সেই পত্ৰ পাই মানে চৌলৰ মন অগ্নিৰ নিচিনাকৈ সিস্যবিলাকৰ অহিতে জলি জলি আছিল; কেতিয়া তাৰনা আৰু সাস্তি কৰিবলৈ পাম, কেৱল এনে কথাৰে উত্পাত হল। তাতে সেই কৰম ন কৰালৈকে তাৰ মনত একো জিৰনি নে পালে । তাৰ পাচত পোৰোহিতৰ পৰা এখন সক্তি পত্ৰ, আৰু কেতবিলাক মানুহকো পাই, সেই ঠাইত মনেৰে একেৰিও কাল নি জিৰোআকৈ দামেচক নগৰলৈ গল। আৰু বাটত জাঁওতে পৌলৰ মনত সিস্যবিলাকৰ অহিতে কি জানি কিমান হিংসাৰ ভাবনা আছিল, আৰু লগৰ মানুহে সৈতে কিমান কথা আলচি গৈছিল, তাক কোনে জানিব পাৰে । তথাপি আমি ইয়াকে বুজিচোঁ, সিস্যবিলাকক তাৰনা কৰাৰ কথাত বাহিৰে পৌলৰ মনত আন একো কথা নাছিল; আৰু সেই হিংসাৰ কথাই তাৰ মনত জুইৰ

দৰে জলি থকাত আন একো কথাও ভাবিব নোআৰিলে। তেতিয়ালৈকে চৌলৰ মনত খ্ৰীষ্টৰ মণ্ডলিৰ অহিতে হিংসা আৰু তাৰনাৰে পূৰ হৈ আছিল, সেই সময়লৈকে পৌলে আপোনাৰ মনত ইয়াকে ভাবি থাকিল, মই এতিয়া জি কৰম কৰিচোঁ, ইয়াতে ইশ্বৰে মোলৈ তুষ্ট হৈ আচে; কিয়নো ওপৰ পিত্রিবিলাকৰ দোআৰাই ইশ্বৰে জি ধৰম অৰ্থাত বিধান আমালৈ দিলে, এই মানুহবিলাকে নাচৰিয়া য়িচুৰ মত লোআত আমাৰ এই ধৰম গুচাব খুজিচে; এই কাৰনে মই এনেবিলাকক নষ্ট জদি কৰোঁ, তেন্তে ইশ্বৰে দিয়া আমাৰ বিধানৰ একো হানি ন হব, আৰু তাতে ইশ্বৰেও মোলৈ অৰ্থাত মোৰ কৰমত নিচইকৈ সন্তোস হব।

এই ৰূপে ভাবনা আৰু চিন্তাৰে চৌলৰ মন উগুল থুগুল হৈ থকাত অতি বেগে য়িৰুচালমৰ পৰা দামেচক নগৰলৈ গৈ গৈ আছিল। পাচে জি দিনত নগৰৰ ওচৰ পালে, আৰু জি সময়ত খ্ৰীষ্টৰে আৰু প্ৰভুৰ শিস্যবিলাকৰ অহিতে চিন্তা কৰা ভাবনাৰে চৌলৰ মন পূৰ হৈ আছিল, এনে সময়তে ইশ্বৰৰ হাত তালৈ স্বৰগৰ পৰা বিদিত হল। তেতিয়া দুপৰ মান বেলিত সুৰ্জৰ প্ৰকাসতকৈ অতি প্ৰতাপি পহৰ তেঁওৰ আৰু তেঁওৰ লগত জোআ মানুহবোৰৰ চাৰিও ফালে প্ৰকাস হল। সেই প্ৰতাপৰ কাৰনে তেঁও একো ৰখ্যা নে পাই একে বেলিএ ঘোঁৰাৰ পৰা মাটিত পৰিল; তেতিয়া আকাসৰ পৰা হোআ এক বানি সুনিলে, হে চৌল, হে চৌল, মোক কিয় তাৰনা কৰিচা? পাঁ ৯:৪। এনে বানি সুনাত চৌলে অতি ভই আৰু মৰ্জতাৰে কোমল মাত লগাই সুধিলে; হে প্ৰভু, আপুনি কোন? তেতিয়া প্ৰভুএ কলে, জি য়িচুক তুমি তাৰনা কৰি আচা, তেঁৱেই মই। এই কথা সুনাত চৌলৰ মন কি জানি কিমান ভয়েৰে পূৰ হল, আৰু জি জনৰ প্ৰতাপি বাহুৰ প্ৰহাৰ পালে, এনে সক্তিমন্ত প্ৰভুকে তাৰনা কৰাত কেনে ভয়ঙ্কৰ ভাবনা লোমাই তেঁওৰ মন ভগন কৰিলে, তাক কোনে [illegible] পাৰে? সিংহৰ মুখত মানুহ পৰিলে জেনেকৈ একে বেলিএই হাৰ হৰ ভাগি গুৰি হৈ জাই, সেই ৰূপে সেই ভয়ঙ্কৰ ভাবনা চৌলৰ মনত পৰাত তেঁওৰ মনৰ সকলো হাৰবোৰ গুৰি হৈ ভাগি গল; আৰু মনৰ অনুমানেৰে জানোঁ, সেই সময়ত পৌলৰ সৰিলত একো সক্তি নে থাকিল। কিন্তু দেখা, এই ৰূপে ভাবনা কৰি থাকোঁতে, জি জনে চেপেটা নল নে ভাঙ্গে, আৰু ধুঁআৰে সলিতাও নু নুমাই, আৰু জি জনে ভগন হোআ হাৰবোৰকো বাটিব পাৰে, এনে দায়ামই জনে পুনৰ মাত লগাই কলে, কিন্তু উঠা, নগৰলৈ জোআ; তেতিয়া তুমি জিহকে কৰিব লাগিব তাকে তোমাত কোআ জাব। ৯; ৬। এই কথাৰ বাহিৰেও আন আন অনেক কথাও তেঁওত কোআ হল। পাঁ ২২: ৯, ১০; ২৬: ১৪—১৮। প্ৰভুএ এই ৰূপে আদেস কৰাৰ পাচে চৌল মাটিৰ পৰা উঠিল, কিন্তু এনে প্ৰতাপি পহৰৰ দোআৰাই চকুৰে কাকো দেখিব নোআৰিলে; সেই কাৰনে তেঁওৰ লগৰ মানুহে হাতত ধৰি দামেচক নগৰলৈ আনিলে; তাতে য়িহুদা নামেৰে এজনৰ ঘৰত সোমাই তিনি দিনলৈকে নো খোআ নো বোআকৈ থাকিল। নো খোআ নো বোআকৈ জে আছিল, ইয়াৰ হেতু এই, তেঁও সেই দৰ্সনত ভই পোআত বা আপোনাৰ চকু কনা হোআৰ নিমিত্তে লঘোনে থাকিল, এনে ন হই, কিন্তু জি জনৰ অহিতে এনে কৰম কৰিলে, তাৰ কাৰনেহে অতি খেদ পোআত একো আহাৰ লবলৈ ইচা ন হল। তাৰ বাহিৰেও তেঁও আগৰে পৰা জি জি পাপ দায়ালু প্ৰভুৰ বিৰোধে কৰিলে, সেই আটাই পাপ তেতিয়া তেঁওৰ মনৰ আগত বৈ থাকিল; আৰু তাকে চিন্তা কৰোঁতে মনত অতিসই সোক আৰু বিয়াকুল বাঢ়ি জোআত তেঁওৰ মন নিচই ৰূপে ভগন হল; সেই কাৰনেহে আন কোনো কথালৈ নি চিন্তাকৈ কেৱল পাপৰ কথাতে চিন্তি আ-

চিল, আৰু সেই পাপৰ চিন্তা আৰু খেদ এনে গধুৰ পৰ্ব্বতৰ দৰে তেঁওৰ মনত ভাৰ হোআত সৰিলৰ কথালৈ কি চিন্তা কৰিব পাৰে?

এই ৰূপে তিনি দিনলৈকে নো খোআ নো বোআকৈ পাপৰ নিমিত্তে চিন্তা আৰু খেদ পাই থাকোঁতে সেই খেদত জেন তেঁওৰ মন নিৰসাৰে বিয়াকুল আৰু বলিয়া হৈ নে জাই, এই নিমিত্তে তিনি দিনৰ মুৰত সান্তনা কৰোঁতা দায়ালু প্ৰভুএ হনানিয়াৰ বিসয়ে তেঁওক এক দৰ্সন দেখালে। সেই দৰ্সন পোআতে পৌলৰ মনত চাগৈ কিচু আসাৰে আনন্দ পালে। কিন্তু সেই দৰ্সনৰ পাচত প্ৰভুএ হনানিয়াকো দৰ্সন দি কলে, তুমি উঠি পোন নামেৰে যোপাটো আলিএ গৈ য়িহুদাৰ ঘৰত তাৰ্চ নগৰৰ চৌল নামে এজনৰ বাত্ৰা সোধাগৈ; দেখা, সি প্ৰাৰ্থনা কৰি আচে, আৰু তুমি তাৰ ওচৰলৈ জোআ এনে এক দৰ্সনো পালে। তাতে হনানিয়াই চৌলৰ বিৰোধে উতৰ দিয়াত, তেতিয়া প্ৰভুএ পুনৰ বাৰ কলে, তুমি আন একো কথা ন কৈ পোনে পোনে বাট বুলি জোআ, কিয়নো বিদেসি লোক আৰু ৰজাবিলাক আৰু ইস্ৰাএলৰ সন্ততিবিলাকৰ আগত মোৰ নাম প্ৰচাৰ কৰিবলৈ সেই জন মোৰ মনোনিত পাত্ৰ হই। পাঁ ৯: ১৫। সেই ৰূপে কোআত হনানিয়া গৈ পৌলক পালে; পাচে তেঁওৰ আগত কিচু কথা বাত্ৰা হৈ প্ৰভুৰ নামেৰে বুৰ দিয়ালে। তেতিয়া খ্ৰিষ্টৰ সঁক ৩৬, আৰু পৌলে ৩০ বচৰ বয়সিয়া হৈছিল।

এই কৰমৰ পাচত পৌলে মনে মনে যে থাকি য়িচু জে খ্ৰিষ্ট হই, ইয়াৰ কথা দামেচক নগৰৰ মাজত কিৰ্ত্তন কৰিলে; সেই ৰূপে কিচু দিন সেই ঠাইতে থাকি, পাচে আৰব দেসলৈ গল; গলা ১: ১৭। কোনো পণ্ডিতে ভাবে, বোলে, পৌলে তাত কিৰ্ত্তন কৰিবৰ নিমিত্তে খ্ৰিষ্টৰ কথা সিকিচিল; কিন্তু অধিক লোকে ভাবে বোলে, তেঁও আৰব দেসত কেৱল কিৰ্ত্তন কৰিবলৈহে গৈচিল: কিয়নো তাত অনেক খ্ৰিষ্টিয়ান মণ্ডলি থাপনা কৰা হৈচিল, আৰু সিবিলাকৰ মাজত কিৰ্ত্তন কৰা লোক কোন আচিল, তাক কেৱে কব নোআৰে। এই হেতুকে জানিচোঁ, কেৱল পৌলেহে তাত কিৰ্ত্তন কৰি আচিল। তেঁও জে তাত কিৰ্ত্তন কৰিবৰ নিমিত্তে কেৱল গৈচিল, তাৰ প্ৰমান তেঁওৰ এক পত্ৰৰ দোআৰাই বুজিচোঁ। গল ১: ১১, ১২, ১৬, ১৭। তেঁৱে কৈচে, হে ভাইবিলাক, জি সুভ বাত্ৰা মোৰ দোআৰাই কিৰ্ত্তন কৰা হৈচিল, সেয়ে মানুহৰ মতে ন হই, ইয়াক তোমোলাকত বুজাইচোঁ; মই মানুহৰ পৰা তাক পোআও নাই, সিকাও নাই, কিন্তু য়িচু খ্ৰিষ্টৰ প্ৰকাসিত বাক্যৰ দোআৰাইহে তাক পালোঁ। তেতিয়াই মই তেজ মঙ্গহ হোআ মানুহে সৈতে আলচো ন কৰিলোঁ। ইয়াতে পৌলে কোনো মানুহৰ পৰা জে কিৰ্ত্তন কৰিবলৈ সিকা নাই, তাক ভাল ৰূপে প্ৰকাস কৰা গল; কিয়নো তেঁও আপুনি কৈচে, মই জি কিৰ্ত্তন কৰাৰ ভাৰ পালোঁ, সেয়ে মানুহৰ পৰা ন হই; আৰু মানুহৰ দোআৰায়ো তাক কৰিবলৈ সিকা নাই; কিন্তু প্ৰভুৰ পৰাহে পাই কিৰ্ত্তন কৰিবলৈ সিকিলোঁ।

পাচে আৰব দেসৰ পৰা তেঁও পুনৰবাই দামেচক নগৰলৈ উলটি আহিল। গলাতিয়া ১: ১৭। কিন্তু তাত কিচু কাল থাকিলত য়িহুদিবিলাকে মাৰিবলৈ থাপ দিব ধৰিলে; পাচে ভায়েকবিলাকে ৰাতিএই এটা পাচিত ভৰাই পৌলক গৰ পাৰ কৰি দিলে। জি ঘৰত পৌল আচিল, সেই ঘৰ নগৰৰ গৰতে লগাই সজা হৈচিল, সেই কাৰনে ৰাতি পাচিত ভৰাই গৰৰ এক সুৰুঙ্গাই দি পাৰ কৰি দিব পাৰিলে। পাঁ ৯: ২৩—৩১; ২ কৰ ১১: ৩২।

## প্ৰশ্ন।

স্তিফানক বধ কৰাত মণ্ডলিৰ লোকৰ কি হৈচিল?

খ্ৰিষ্টিয়ান ধৰমক কোনে লুটিয়াব খুজিলে?

পৌলে য়িৰুচালমৰ পৰা খ্ৰিষ্টিয়ান মানুহক তাৰনা কৰিবলৈ কোন নগৰলৈ গৈচিল?

পৌলে জাত্ৰা কৰাত তেঁওৰ মনত কি কথা ভাবিছিল?

দামেচক নগৰৰ ওচৰ পোআত পৌলৰ কি ঘটিল?

তেঁও কাৰ বিৰোধে ৰন কৰিছিল?

জেতিয়া পৌলে প্ৰভুকে তাৰনা কৰিচোঁ বুলি জানিলে, তেতিয়া মনত কি ভাবনা আচিল?

দুষ্ট লোকক সন্ত কৰিবলৈ কাৰ সক্তি আচে?

মানুহৰ দুখিত মন কোনে সান্তনা কৰিব পাৰে?

মাটিৰ পৰা উঠিলত পৌলৰ চকুত কি হল?

তাৰ পাচে তেঁও কাৰ ঘৰলৈ গল?

কেই দিনলৈ পৌলে নে দেখা হৈ আচিল?

কি কাৰনে ভোজন পান ন কৰিলে?

তিনি দিনৰ মুৰত পৌলৰ ওচৰলৈ প্ৰভুএ কাক পাঁচিলে?

হনানিয়া গৈ পৌলক কি কৰিলে?

ইয়াৰ পাচে পৌলে দামেচক নগৰত কি কৰিলে?

দামেচকৰ পৰা কলৈ গৈচিল?

আৰৰ দেসত পৌলে কি কৰিলে?

পুনৰাই দামেচক নগৰলৈ অহাৰ পাচে তেঁওৰ কি ঘটিল?



সাগৰত ওপজি কাজেৰে পাজ তৰি জোআ নতিলচ নামে এবিধ সামুকৰ নকচা।

## পুৰনি অসম বুৰঞ্জি, নং ১৪ ।

**Sukhangfa Khura Roja—War with the Koches.**

১৪৭৪ সঁকত এঁওৰে পুত্ৰ চুখাংফা কুমৰ ৰজা হল, এঁওকে খোৰা ৰজাও বোলে। লাকনি মুংকেও (৫) সঁকত ত্যাওচুপন ১, ত্যাওচামচু ১, ত্যাওনুংকতাই ১, ত্যাও-ত্যিপ ১, ত্যাওচামকেও ১, ত্যাওতিংপম ১, ত্যাওউ ১, এই কোঁঅৰ সাতোটা, বৰ পাত্ৰৰ পুতেক লাপেত ১, চেনৰৰৰ পুতেক লাচাম পম ১, এই সকলে ৰজা দেৰক দ্ৰোহ কৰিবলৈ আলচিলে। পাচে এই কথা ৰজা দেৰে সুনি সিইঁতক ধৰি আনি মাৰিব কৰিলে; পাচে তংখাম বৰ গোহাঁয়ে মাতিলত ৰজা দেৰে দাই এৰি সিইঁতক নে মাৰি এৰিলে।

লাকনি কাতপ্লাও সঁকত ৰজা দেৰে তেও ৰাক জুধ কৰিবলৈ চাৰিঙ্গ ৰজাকে, বৰ গো-হাঁইকে, বুৰা গোহাঁইকে, সৈন্য সেনা দি পঠালে। পাচে ইবোলাক তিনিএ গৈ নাম-ৰূপত ৰলগৈ; তাৰ পৰা চাৰিঙ্গ ৰজাই বৰ গোহাঁয়ে নামডুডুত ৰললৈ; বুৰা গোহাঁয়ে সমাইৰ বাটে গল; তাৰো পৰা চাৰিঙ্গ ৰজা বৰ গোহাঁয়ে আইতনিয়া দিসে দি গল। পাচে সিইঁতে খেদি জাবৰ দেখি লৰা তি-ৰোতা এৰি ভাগি নুইতে গল; আইতনিয়া ভাগি গৈ পাপুকিয়া নগাত সোমালগৈ। পাচে চাৰিঙ্গ ৰজা বৰ গোহাঁয়ে খেদি গৈ পাপুকিয়াৰ গাঁও পালেগৈ; পাচে পাপু-কিয়াও ভাগি গৈ খামতেঙ্গিয়াত সোমালগৈ। পাচে আমাৰ লোকে খেদি গৈ খামতেঙ্গ পালেগৈ, পাচে খামতেঙ্গ ভাগিল; খামতে-ঙ্গিয়াৰ পালে মেচোন ১ স। সেই ঠাইতে ৰৰ গোহাঁই নৰিয়া পৰিল। বৰ গোহাঁইক ওলটাই আনোঁতে বাটত আইতনিয়া, পা-পুকিয়া, খামতেঙ্গিয়া, এই তিনি গঁয়া নগা এঠাই হৈ তইমুং পৰ্বতত বেৰি ধৰি বৰ গোহাঁইক লৈ অহা মানুহক কাটিলে। পা-চে ত্যাওচুপন, ত্যাওউ, এই দুই কুমৰে খেদি গৈ তইমুং পৰ্বতত জুধ ধৰিলে; তি-নিও কৈন্দ নগা জুধে নোআৰি ভাগিল।

দুই কোঁঅৰে বৰ গোহাঁইক একআই আনিলে। লাকনি কংমাও (৯) সঁকত বৰ পাত্ৰ গোহাঁই মৰিল, বুৰা গোহাঁয়ো মৰিল।

লাকনি তাওচি সঁকত তৰাইখেকক ত্যাওচাংৰাই নাম দি বুৰা গোহাঁই পাতিলে। লাকনি কাপচিঙ্গা (১২) সঁকত প্ৰতাপ ৰাইৰ নাতিএক আহিল। পাচে আলুআ ভুঁয়া ভটিয়াই গৈ প্ৰতাপ ৰাইৰ নাতিএকৰ লগ ললেগৈ। পাচে দুয়ো উজাই আহি দিখৌ মুখ ললেহি। ৰজা দেৱে এই কথা সুনি তংখাম বৰ গোহাঁইকে, বুৰা গোহাঁইকে, বৰ পাত্ৰ গোহাঁইকে ৰনলৈ পাঁচিলে। ইবোলাক তিনিও গৈ দিখৌ মুখত ৰন ধৰিলেগৈ। এনেতে জোহানৰ পুতেক নংৰংকংপৰ ভায়েক, জফা দেঁওধাইক চোলা পেলাবৰ নিমিত্তে মাৰিলে। পাচে আহিনৰ দিনত ৰজা দেৱে মনথাম কুমৰকে, চুমতাঙ্গকে, এই দুইক বহুত মানুহ দি বোকাত গৰ বান্ধিব দিলেগৈ।

লাকনি তাপমুত (১৩) সঁকত বুৰা গোহাঁইক বোকাৰ গৰত থাকিবলৈ পঠালে। এই সঁকতে আগৰ বোকাৰ গৰত থকাবোৰক সনালৈ পঠালে; নামনি ফলিয়া মুংখুঙ্গিয়া হাতিমুৰিয়া ১, মৰিৰতেল ১, এই দুইক ত্যাওতুকৰ লগলৈ সনালৈ পঠালে। ত্যাওতুকলৈ বঁটা দিলে হাতি ১, তগু ১, হেঙ্গদান ১, হিলৈ ১, ৰূপৰ অৰা ১, বেলা ১। আৰু ত্যাওচাংৰাই বুৰা গোহাঁইক সৰাপে মূৰ কৰি দি সনালৈ পঠালে। বকতিয়াল হাতিমুৰিয়া মতিয়ানত ১, উজনি ফলিয়া হাতিমুৰিয়া ১, এই দুইকো লগত দিলে।

লাকনি ৰাইচান সঁকত চুচুকুতুমুএ, টৈপুএ, এই দুয়ে উজাই আহি সনা পালেহি। আমাৰ লোকেও গৈ সনাত থাকিলগৈ। পাচে সিইঁত দুয়ে নুইতে উজাই দিখৌ মুখ পালেহি। পাচে এই কথা সুনি ৰজা দেৱে চাৰিঙ্গ ৰজা, তংখাম বৰ গোহাঁয়ে, কংজং বৰ পাত্ৰ গোহাঁয়ে, তৰাইখেক বুৰা গোহাঁয়ে আলচি, নাৱে ভটিয়াই নুইতে পালেগৈ। সিইঁত দুয়ে গধুলি বেলা নুইতে উজাই পুনৰ দুপৰ ৰাতি ভটিয়াই আহি, আমাৰ মানুহলৈ হিলৈ মাৰিলে; দুই চাৰি গুলি লাগিলত আমাৰ মানুহ ভাগিল। পাচে সিইঁত দুই ভটিয়াই গৈ, সাঁৰ্হি মুখৰ চাপৰিত ৰলহি। আমাৰ লোকে খেদি গৈ সাৰ্হি মুখত জুধ ধৰিলেগৈ; তাতে আমাৰ ত্যাওমুংচং পৰিল।

লাকনি মুংৰাও সঁকত মাঘৰ দিনত, কোঁচ ৰজা নুইতে উজাই আহি, দিখৌ মুখৰ পোনে নুইতৰ উত্তৰে ৰলহি। পাচে ৰজা দেৱে চাৰিঙ্গ ৰজা, তৰাইখেক বুৰা গোহাঁই, ত্যাও উত, ত্যাওচুলুং, কংজং বৰ পাত্ৰ, চুতাং খামচেন, এই সকলোৱে গৈ, ইপাৰে কোঁঠ দি ৰলগৈ। ত্যাওৰিং আইখ্ৰুংমুঙ্গক জুধৰ অধিকাৰ কৰি, তিপাম ৰজাক লগত দি দিহিঙ্গৰ গৰত থাকিব দিলে গৈ। সেই সময়ত ৰহাগৰ দিনত মৰঙ্গি ৰাজ্য ভাগি আহিল। পাচে চাৰিঙ্গ ৰজা তাঙ্গৰিয়া সকলোৱে আলচ কৰি ৰজা দেৱলৈ জনাই, ফুংখামৰ পুতেক নাঙ্গিতাম ১, নাচাইনুং ১, নাঙ্গিখুন ১, এই তিনিক কোঁচ ৰজাৰ ঠাইলৈ প্ৰিতিৰ কাৰনে পঠাই দিলে; কোঁচ ৰজাও মিত্ৰ কৰিবৰ নিমিত্তে ৰতিকৰা নামে ভাল মানুহ এটা পঠাই দিলে। কোঁচ ৰজা এই বুলি কৈ পঠালে; আমিও এতিয়াৰ ন হঁও, সিবোলাকো এতিয়াৰ ন হই। বিসেনত স্বৰ্গি ৰজা ইন্দ্ৰৰ সন্তান, আমিও সদা সিৱৰ সন্তান, এতেকে তোমাৰ আমাৰ দন্দ কন্দল কৰিবৰ উচিত ন হই; পূৰ্বতো তোমাৰ আমাৰ অধিকাধিক প্ৰিতি গোট চলি গৈচে। এই জানি তোমাৰ আমাৰ দুই ৰাজ্য কুসলে জেনে ৰূপে ৰহিব, সেই ৰূপে আপুনি নিৰন্ধ কৰি ৰাজ্য লওক, আমাকো দিওক; এই কথা সুনি জে মনে সৰ্ব্ব জনে প্ৰসংসা কৰে, তাকে আচৰিব। সন্দেস দিচিলে, হাতি এটা, ঘোঁৰা চাইটা, আৰু এটা সোনৰ জিম বন্ধা ঘোঁৰা। পাচে ৰজা দেৱে এই কথা সুনি পাত্ৰ মন্ত্ৰিৰে আলচ কৰি

ভক্তৰ চাহাবক মাতি অনাত সিবিলাকে তেঁওৰ বাঁও হাত নিচেই ভাঙ্গি জোল কৰা দেখি তাক বাৰিচনিৰ ওচৰতে গুচালে; কিন্তু তেজৰ হানি আৰু বৰ দুখৰ কাৰনে জিব নোআৰি কাপ্তান চাহাব সেই ৰাতিতে মৰিল ।

কচিনচিনা দেসত স্যেফলৰ নামে এজন ৰুমিয়া পাদুৰিএ ধৰম কথা কির্ত্তন কৰাত অধিকাৰবিলাকে এটা বৰ ওখ চতিত ফাঁচি দিয়া হল । প্রজাবিলাকে কি জানি তাক ৰখ্যা কৰি এৰুআব, এই ভয়েৰে ১০,০০০ হেজাৰতকৈ অধিক সেনাৰে সৈতে অধিকাৰে তাক বেৰি ধৰি ৰাখিলে ।

হের্নবেই নামে এক ঠাইত কোনো মানুহে ভাঙ্গৰ গচ কাটি পেলোঁআত তাৰ ভিতৰত এটা মেকুৰিৰ হাৰ পালে । আন্দাজেৰে মানুহে কই, সেই মেকুৰি গচৰ খোন্দত সোমাই ওলাব নোঅৰাত তাৰ ওপৰে গচৰ কাঠ চাল বাৰ্হি ঢাকি থলে ।

ভুমাজৰ সমুদ্রৰ পৰা চুফ নাগৰলৈকে সাগৰৰ সুঁতি আগৰ কালত গৈচিল, স্তিফন্সন নামে এজন ইংৰাজি চাহাবে এই কথাৰ প্রমান দেখাইচে ।

জোআ ফেবৰুআৰিৰ ৫ টা বিস্রাম বাৰ আচিল; ১৮৮০ সঁকলৈকে সেই ৰুপে আৰু ন হব; তাৰ পাচে ১৯২০ সঁকত আকও সেই ৰুপে হব । কিয়নো ১৯০০ সঁকত ফেবৰুআৰিৰ ২৮ দিন মাথোন ।

১৪৩ বচৰ বয়সিয়া ইস্নানিয়া তিৰোতা মানুহ মানিলা নগৰৰ ওচৰত আচে; তেঁওৰ ঘৰ নগৰৰ পৰা ৭ মাইল দুৰ; তেঁওৰ নাম এস্নিনোজা ।

বর্কিনেদ নামে এখান ভাপ জাহাজ ৬০০ সেনাই সৈতে কেপ গুড হোপৰ পৰা পুব ফাললৈ জাঁওতে জাহাজ সিলত খুন্দা খাই ভাগি ৬ মিনিটত নষ্ট হৈ তল গল । ৫০০ মানুহতকৈ অধিক মৰিল ।

অষ্ট্রেলিয়া দিপৰ বিক্তৰিয়া নামে সোন থকা ঠাইৰ পৰা তিনি মাহৰ ভিতৰত ৭৬,০০,০০০ টকাৰ দাম সোন পালে ।

ঘৰ পোৰে বুলি মাহ চতত গঁয়াবিলাকে ঘৰ নে চাই; চাহাব লোকে হলে সেই কালত সৰহ কুলি পাই অনেক ঘৰ সাজি চাই চাই থাকে; কিন্তু এই কথাত ঘৰ পোৰাৰ একো প্রমান নোলাই ।

নিগনি কুন্দা সাজোঁতে কাউৰিএ দেখিলে নে লাগে বুলি মানুহে কই । অৰুনোদই সম্পাদকে এই কথা সুনি দুটা কুন্দা সজাই এটা দিনটো বাহিৰে কাউৰিৰ আগত থলে, এটা ভিতৰত গুপুতে ৰাখিলে । পাচে সেই ৰাতিত জিটোক কাউৰিএ দেখিলে, তাত এটা বৰ এন্দুৰ লাগিল; সিটত তিন দিনৰ মুৰতহে লাগিল । ॥



## এপ্রিল, অর্থাত জেঠ মাহৰ পঞ্জিকা ।

Almanac for May, A. D. 1852. Sal. Sac 1774.

| মেই | বহাগ | বাৰ | তিথি | দিন মান | মেই | জেঠ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৭ | ১২ | ১৩।২ | ১৬ | ৪ | ১ | ২৮ | ১৩।২১ |
| | | | | | ১৭ | ৫ | ২ | ২৮ | ১৩।২২ |
| ২ | ২১ | ১ | ১৩ | ১৩।৩ | ১৮ | ৬ | ৩ | ২৯ | ১৩।২৪ |
| ৩ | ২২ | ২ | ১৪ | ১৩।৪ | ১৯ | ৭ | ৪ | ৩০ | ১৩।২৫ |
| ৪ | ২৩ | ৩ | ১৬ | ১৩।৬ | ২০ | ৮ | ৫ | ১ | ১৩।২৬ |
| ৫ | ২৪ | ৪ | ১৭ | ১৩।৭ | ২১ | ৯ | ৬ | ২ | ১৩।২৭ |
| ৬ | ২৫ | ৫ | ১৮ | ১৩।৮ | ২২ | ১০ | ৭ | ৩ | ১৩।২৮ |
| ৭ | ২৬ | ৬ | ১৯ | ১৩।১০ | | | | | |
| ৮ | ২৭ | ৭ | ২০ | ১৩।১১ | ২৩ | ১১ | ১ | ৪ | ১৩।২৮ |
| | | | | | ২৪ | ১২ | ২ | ৫ | ১৩।২৯ |
| ৯ | ২৮ | ১ | ২১ | ১৩।১২ | ২৫ | ১৩ | ৩ | ৬ | ১৩।৩০ |
| ১০ | ২৯ | ২ | ২২ | ১৩।১৩ | ২৬ | ১৪ | ৪ | ৭ | ১৩।৩১ |
| ১১ | ৩০ | ৩ | ২৩ | ১৩।১৪ | ২৭ | ১৫ | ৫ | ৯ | ১৩।৩২ |
| ১২ | ৩১ | ৪ | ২৪ | ১৩।১৬ | ২৮ | ১৬ | ৬ | ১০ | ১৩।৩৩ |
| ১৩ | ১ | ৫ | ২৫ | ১৩।১৭ | ২৯ | ১৭ | ৭ | ১১ | ১৩।৩৪ |
| ১৪ | ২ | ৬ | ২৬ | ১৩।১৮ | | | | | |
| ১৫ | ৩ | ৭ | ২৭ | ১৩।২০ | ৩০ | ১৮ | ১ | ১২ | ১৩।৩৫ |
| | | | | | ৩১ | ১৯ | ২ | ১৩ | ১৩।৩৬ |

THE ORUNUDOI,
*Printed and Published by* O. T. CUTTER, *at the Sibsagor Mission Press.*—N. BROWN, *Editor.*

# অৰুণোদই

৭ বচৰ। মোং শিৱসাগৰ, মেই, ১৮৫২। নম্বৰ ৫।

VOL. VII. SIBSAGOR, ASAM, MAY, 1852. NO. 5.


## আফ্রিকাৰ পচিম দেসবিলাক।

**Western Africa**

আফ্রিকাৰ পচিম ফালে বনি আৰু কালবাৰ, এই দুই নদি গিনিয়া সমুদ্রত পৰিচে। বনি নদি মুখৰ ১৫ মাইল উজনিত বনি নগৰ আচে। তাত বৰ ঘাম, আৰু বিদেসি লোক থাকিবলৈ টান, জৰ নৰিয়া সদাই থাকে। তাৰ পৰা তালৰ তেল আৰু বঁন্দি কিনিবলৈ জাহাজবিলাকে জাই। আগৰ কালত বচৰি বচৰি ২০,০০০ মান বন্দি তাৰ পৰা নি বেচে-



আফ্রিকা নিবাসিৰ জুজু অর্থাত দেৱতা থকা ঘৰ।

African Juju House —From the Illustrated London News.

গৈ, এতিয়া ইঙ্গলণ্ডৰ বাদস্যাই নিসেধ কৰাত অলপ মাখোন চুৰকৈ বেচে। বচেৰেকত ১০ লাখ মান ৰুপৰ তেল বেচে।

পেপেল নামে বনিৰ ৰজা আছে, তেঁওৰ নকচা ইয়াত লিখা আছে। সি পিঠিত বনিৰ



King Peppel, of Bonnytown.

মানুহৰ জুজু ঘৰ নামে দেৱালই লিখিলোঁ। বনত জিৱা সক্রবোৰৰ মুৰৰ খোলাৰে তাক লোতা কৰা হৈছে; ঘৰৰ মাজত গাওনা নামে এক জন্তু দেৱতা বুলি তাৰ চালৰ মোটত খেৰ ভৰাই জিয়া জন্তুৰ আক্রিতিএৰে ৰাখে। সেই বিধ জন্তু জিয়াই থাকোঁতেও পবিত্র বুলি মানে; কোনোএ তাক জদি দুখ দিএ, একে বেলিএ সেই মানুহক মাৰে। গাওনা পহুৰ তলত জি মুৰৰ খোলাত চৰাইৰ পাখি লগা হৈছে, সেই-বিলাক সেনাপতি বৰ লোকৰ মুৰ; তলত উচৰ্গা হাতিৰ দাঁত কেত খনি আছে। বাঁহেৰে জুজু ঘৰ সাজে, আৰু তাৰ ভিতৰত চাৰিও ফালে খাজুৰ পাত আৰি দিএ। জেতিয়া জুজু পোৰো-হিতে চাগলি বলি কাটে, তেতিয়া তাৰ এটোপা তেজ পাবলৈ সকলোবোৰে বৰকৈ খেদি জাই। নৰ বলিদানো কৰে, কিন্তু জেতিয়া ইঙ্গৰাজি ওচৰত থাকে, তেতিয়া প্রকাস ৰুপে ন কৰে, গুপুতে কৰে।

পেপেল ৰজা প্রাই ৩৩ বচৰ বয়সিয়া হৈ-চে, দহ বচৰৰ পৰা ৰজা হল। তাৰ এটা অসোভা কুচিত ৰাজ ঘৰ আছে। সি বেস্যাৰ নিচিনা, তাৰ তিৰোতা ৩০ জনি মান আছে; সিহঁতে সৈতে প্রাই কাল নিয়াই, আৰু চাকৰৰ দোআৰাই বেহা বেপাৰ কৰে, ধন পাবলৈহে বৰ লোভ। আফ্রিকাৰ আন মানুহতকৈ বৰন অলপ মুকলি। জাহাজৰ কাপ্তান চাহাবক জে-তিয়া লগ পাই, তেতিয়া বিদ্যা, ধৰম, আৰু বনৰ কথা সিকাবলৈ অধ্যাপক পঠাবৰ কাৰনে বৰকৈ ধৰে। নৰ বলি দিয়াৰ নিসেধ কৰিব-লৈ মোৰ মন আছে বুলি সি কই।

স্মিথ নামে এজন চাহাবে বনি ৰজাৰ কথাত লিখিছে, বোলে, আমি সেই ৰজাক দেখা পাঁও-তে এজনি চোআলি আৰু ২।৩ লৰাও প্রাই নাঙ্গটা হৈ তাৰ আল ধৰি থকাত সি ৰাজ খোঁটালিত হাজিৰি খাই আছিল। সি খোআ বস্তু কুকুৰা, মাচ, আলু, খাজুৰৰ ৰস, এইবোৰ হৈছিল। সেই খোঁটালিৰ সি মুৰে এটা সকত মানুহক বৰ পিঁপা এটাত দুই হাত মেলি গজাল মাৰি বান্ধি থোআ হৈছিল। তাৰ জগৰ জেতিয়া চাহাবে সুধিলে, তেতিয়া ৰজাই বুলিলে, সি বৰ দুষ্ট, ৬ ভোখৰ বিস্কুট পিঠা কিনি আনিবলৈ পঠিলোঁ, কিন্তু পাঁচোটা মাখোন আৰু ভগা ভোখৰ চাৰেক আনিলে; সি বোলে, কিনোতেই ভগা, কিন্তু মিচা, সি খাইহে ভাঙ্গিলে। তাতে চাহাবে অনেক কাৰন দেখোৱাত ক্রমে তাৰ জগৰ খেমিবলৈ অনুমতি হোআত চাহাবে এডাল চে-পেনা আনি গজাল টানি উলিয়াই তাক মুকলি কৰিলে, তাতে সেই বন্দিএ চাহাবৰ উপকাৰ জানি বৰ মৰমেৰে চাই চাই আছিল।

কালাবাৰ নদি ফৰ্নান্দো পৌ মাজুলিৰ ওচৰে সাগৰত পৰিচে; তাৰ মুখত ৬০০০ নিবাসিএ সৈতে ইফুম নগৰ আছে; ইঙ্গৰাজি জাহাজৰ দোআৰাই বচৰি বচৰি ২৫,০০,০০০ টকা দা-মৰ বস্তু তালৈ নিএ; আৰু তেল কিনি উভতি জাই। তাৰ ৰজাৰ নাম আয়ো; তাৰ ৩০০

ত্তিৰোতা আচে; তাৰ অনেক সম্পত্তি আৰু গোলাম বন্দিও আচে। আগৰ কালত সেই নদিৰ পৰা প্ৰতি বচৰে ১৫,০০০ হেজাৰ মান বন্দি বেচেগৈ।

আৰু পুৰনি কালাবাৰ নামে এখান নগৰ আচে, তাত থকা ৰজাৰ নকচা তলত লিখা আচে, তাৰ নাম আৰ্চিবল দুক। তাৰ গাত অনেক অলঙ্কাৰ, মুৰত কিৰিটিও আচিল। দুই বচৰ হল, তাৰ দদায়েক মৰিলত সি ৰাজ সাসন পালে। সেই দদায়েক মিত্যু হোআত তাৰ অনেক বন্দি বলি কটা হল।

আৰু বিনিন নামে এখান নদিত বিনিন নগৰ থাপন কৰা হৈচে। তাৰ ৰজাক দেৱতা বুলি মানে; সি ভাত পানি কেতিয়াও নে খাই বুলি প্ৰজাবিলাকে ভাবে। তথাপি সদাগৰৰ নিচিনা সি অনেক বস্তু বেহা বেপাৰ কৰাতো লাজ নে পাই; ৰজাৰ তেনে কৰমত অমৰ্জ্জতা, ইয়াক নে জানে। ॥

## পিত্রি মাত্রিএ লৰাক কেনেকৈ সিকাই?

How Parents teach their Children.

জাৰ ঘৰত লৰা চোআলি থাকে, সেই ঘৰেই ইশ্বৰৰ আসিৰ্বাদ পোআ হই। কিয়নো দেখা, সতি সন্তান নো হোআকৈ কিমান মানুহ আচে। সিবিলাকে দিনে ৰাতিএ সন্তানৰ মুখ দেখিবলৈ বাঞ্চা কৰে; তথাপি ইশ্বৰৰ এনে অনুগ্ৰহৰ দান পাব নোআৰে। তেতিয়া সিবিলাকে কেতিয়াবা কেতিয়াবা ইশ্বৰলৈকো প্ৰাৰ্থনা কৰি খোজে; পাচে জেতিয়া ইশ্বৰে দায়া কৰি সিবিলাকক কোনো লৰা চোআলি দিএ, তেতিয়া মাক বাপেকৰ আনন্দৰ পাৰ নাই কিয়া হই। আমাৰ লৰা চোআলি হৈচে বুলি বৰ চেনেহ বেথা কৰি পালি থাকে; আৰু দুখতো জেতিয়া লৰা চোআলিৰ মুখ দেখিবলৈ পাই, তেতিয়া সকলো মনৰ দুখ গুচে। ঘৰত কোনো লৰা চোআলি হলে, মাক বাপেকৰ সান্তনাৰ ভঁৰাল হই, তাৰে পৰা দুখৰ কালতো সুখ পাই। প্ৰিথিবিৰ মাজত মাক বাপেকলৈ সন্তানত বাহিৰে আন কোনো অমুল্য বস্তু নাই। জেতিয়া কোনো মাক বাপেকে এটি সন্তান পাই, তেতিয়া কেনে স্ৰম কৰি তাক ডাঙ্গৰ দিঘল কৰে! জি জি বস্তু আৰ্জ্জে, তাৰ নিমিত্তে আগলৈ সাঁচি সাঁচি থই, আৰু দিনে ৰাতিএ তাক ভাল হবলৈ সিবিলাকে জতন কৰি থাকে; আৰু জেতিয়া আমি বুৰা বুৰি হম, তেতিয়া আমাৰ এই পো জিএ আমাক প্ৰতিপাল কৰিব বুলি অতি সান্তনাৰে আসা কৰি থাকে। ঘৰত লৰা চোআলি হলে আপোনাৰ মাক বাপেকলৈ ইমান চেনেহৰ



King Archibold Duke, Chief of Old Calabar

পাত্র হই। তথাপি ইমান চেনেহৰ পাত্র হলেও জেতিয়া সেই লৰা চোআলি দুষ্ট হৈ মাক বাপেকৰ আগ্যা ন মনা হই, তেতিয়া সি অতি অসন্তোসৰ কাৰন। তেনে দুষ্ট লৰা জদি মাক বাপেকৰ ঘৰত এক হেজাৰো হই, তেও তাত একো লাভ নাই।

হে পিত্রি মাত্রি সকল, তোমোলাকৰ লৰা চোআলি জেতিয়া বেয়া হৈ জাই, তেতিয়া কাৰ দোস বুলি ভাবিচা? লৰা চোআলিৰ দোস হই নে! তোমোলাকৰ লৰা চোআলিৰ দোস হওতে হই, কিন্তু ঘাই দোস হলে তোমোলাকৰ ওপৰতহে পৰিচে। জদি সোধা, কি ভাৱে আমি সিহঁতৰ দোসৰ হেতু হৈচোঁ? তেন্তে সুনা, তাৰ বহু প্রমান দেখাঁও। তোমোলাকে আপোনাৰ সতি সন্তানক সৰু কালতে সিকাবলৈ স্রম ন কৰিলা; আৰু জদি দাই জগৰ পাওতে কেতিয়াবা কেতিয়াবা সাস্তিও দিচিলা, তথাপি উচিত ভাৱে তাক ন কৰিলা। সেই কাৰনে তোমোলাকৰ সকলো চেনেহৰ পাত্র লৰাবোৰ দুষ্ট হৈ গল। তাতে তোমোলাকৰ অতি দুখ অপমান মনত সোমাই জুইৰ দৰে পুৰি পুৰি থাকে।

সকলো মাক বাপেকে আপোনাৰ সন্তানবিলাকক ৰাতিএ দিনে সিকাই সিকাই থাকে; নাই সিকোআ বুলি মই কোআ নাই, কিন্তু উচিত মতে নি সিকাই। জেতিয়া তোমোলাকৰ লৰাই আগ্যা নে মানে, তেতিয়া তোমোলাকে বৰ খঙ্গ কৰি মনৰ ত্রিপ্তি ন পলাই মানে সিহঁতক সাস্তি কৰিবা, আৰু চিঁয়ৰি চিঁয়ৰি ডাবি দিয়া। কিন্তু এনে সাস্তি আৰু ডাবি পোআত সিহঁত ভাল হওক চাবি বেয়াতকৈও বেয়া হৈহে জাই। আৰু জদি বাপেকে লৰাৰ জগৰ পাই সাস্তি দিএ, মাকে খঙ্গ কৰি, আপোনাৰ লৰাক কোলাত তুলি লৈ বৰ মৰমেৰে নিচুকাই। জদি মাকে কোনো সময়ত লৰা চোআলিক কোবাই তেতিয়া বাপেকে সহিব নোআৰি মাকক খঙ্গ কৰে, কেতিয়াবা কেতিয়াবা মোৰ লৰা কিয় মাৰিলি বুলি মাককো সাস্তি কৰে। পাচে লৰাই মাক বাপেকৰ এনে স্বভাও দেখি বৰ চল পাই। এই ৰূপে তোমোলাকে আপোনাৰ লৰাক সিকালে, আগলৈ ভাল হব নে? সি কেতিয়াও ভাল ন হই, আৰু তোমোলাকৰ কথাও নে মানি বেয়াহে হৈ জাব। কিন্তু জি ভাৱেৰে লৰাক সিকাব লাগে কঁও, মন দি সুনা। জেতিয়া তোমাৰ লৰা চোআলিএ কোনো জগৰ কৰে, তেতিয়া তুমি চাৰি বেলিলৈকে সিহঁতক তোমাৰ কোলাত বা ওচৰত লৈ মৰম আৰু চেনেহেৰে আৰু তোমাৰ মনৰ অসন্তোস দেখাই গধুৰ ভাৱে সিহঁতৰ অপৰাধ বুজাই দিয়া। পাচে জদি তেতিয়াৰ পৰা আগতকৈ কিচু ভাল কৰিবৰ দেখা, তেন্তে ভাল। কিন্তু জদি তোমাৰ কথা নু সুনে, তেতিয়া আকও তাক তোমাৰ ওচৰলৈ মাতি আনা, আৰু প্রথমে তাৰ ঘাই জগৰ বুজাই, পাচে তালৈ মৰম কৰিহে সাস্তি দিয়া। কিন্তু জি সময়ত তোমাৰ মনত লৰালৈ খঙ্গ হৈ থাকে, তেতিয়া কোনো ৰূপেও সাস্তি বা ডাবি নি দিবা। কিয়নো খঙ্গ থাকোঁতে জদি লৰাক মাৰা, সেই লৰাৰ মন আগতকৈও কঠিন হব। তোমাৰ মনৰ পৰা নিচেই খঙ্গ মাৰ গলেহে লৰাক নির্জান ঠাইত নি তাৰ দোস বুজাই সাস্তি দিবা। আৰু জদি তোমাৰ লৰা ভাল হব লাগে, তেন্তে কেতিয়াও কেটৈৰ জেক্কৰ মাত নে মাতিবা। তাত বাহিৰে তোমাৰ লৰা চোআলি জদি ভাল হবলৈ তুমি কার্বাৰ কৰা, তেন্তে ঘনে ঘনে সাস্তি আৰ ডাবি দি নে থাকিবা। জদি ঘনে ঘনে তাব সাস্তি দিব খোজা, তেতিয়া সি ভাল হবৰ চাবি দুষ্ট হৈহে জাব। তাতে তোমাৰ সুখ সান্তি কেতিয়াও নাই, কেৱলে মনৰ সন্তাপেহে থাব। হাই হাই, জাৰ লৰা চোআলি দুর্জন হৈ জাই, সেই মানুহৰ ঘৰত কেনে অমঙ্গল। কুসল তাৰ পৰা ওলাই, আৰু মাক বাপেকৰ ওপৰতো ইশ্বৰৰ ক্রোধ থাকে।

এই কাৰনে লৰা চোআলিবোৰক নম্র ভাৱে সিকাবলৈ জতন কৰা, আৰু বিসেসকৈ মাক বাপেকৰ সজ কৰমৰ আৰ্হিএ সিহঁতৰ কোমল মন মৰ্হ কৰা হওক। ন. ল. ফ.

## জাত্রিকৰ জাত্রা, ৬ আধ্যা।

The Pilgrim's Progress, Chapter 6.

পাচে খ্রিষ্টিয়ানে আগ বাঢ়ি জাবলৈ ধৰাত সুবিবেকি, ধৰ্মিষ্ঠা, প্রেমকাৰি, সুবুধি, এই চাৰি জনি কন্যাই পৰ্বতৰ গুৰিলৈকে আগ বঢ়াই থবৰ ইচা কৰি তাৰ লগত গৈ আগৰ উপদেস বাটতে কৈ থাকোঁতেই পৰ্বতৰ পৰা নমা ঠাই পালে। তেতিয়া খ্রিষ্টিয়ানে বুলিলে, উঠোঁতে জেনে কঠিন, নামোঁতেও তেনে সঙ্কট হোৱা জেন দেখোঁ। তাতে সুবুধিএ মান্ত লগাই কলে, হই স্বৰূপ; কিয়নো নম্র নামে জি খালত তুমি এতিয়া নামিচা, তাত পিচল নো খোৱা-কৈ নমা বৰ টান; এই কাৰনেহে আমি তোমাক পৰ্বতৰ গুৰিলৈ আগ বঢ়াই আহিচোঁ, সিবিলাকে ইয়াকে কলে। তেতিয়া খ্রিষ্টিয়ানে বৰ সাৱধানেৰে নামিব ধৰিলে, তথাপি দুই এক পিচল খালে।

পাচে সমাজিকত চাই দেখিলোঁ, খ্রিষ্টিয়ানে পৰ্বতৰ তল পালত সেই উত্তম সখিবিলাকে তাক এটা ৰুটি, পনিয়ালৰ ৰস এচিঁচা, আৰু পনিয়াল এথোপা দি বিদাই কৰিলত সি বাটে দি গল।

কিন্তু সেই নম্র খালত খ্রিষ্টিয়ান বৰ ঠেকত পৰিল। কিয়নো সি একেৰিমান গলত আপলিওন নামেৰে এক দুষ্ট অসুৰে তাক লগ পাবলৈ পথাৰৰ সি মূৰৰ পৰা আহিবৰ দেখিলে। তেতিয়া খ্রিষ্টিয়ানে ভই পাই, খোপনি পুতি ৰম নে, বা ঘূৰহি জাম, এই কথাত চিন্তা কৰিবলৈ ধৰিলে। পাচে আপোনাৰ পিঠিত একো আহিলা নাই কিয়াত মই তালৈ পিঠি দিলে সি সৰেৰে মোক বিন্ধিবলৈ চল পাব, ইয়াকে ভাবি সাহ দি প্রান পন কৰি খোপনি পুতি ৰবলৈ মন থিৰ কৰিলে। কিয়নো মই কেৱল প্রান ৰখ্যা কৰাত চকু দিলেও পলোআতকৈ বৈ থকা ভাল, সি ইয়াকে বুজিলে।

পাচে খ্রিষ্টিয়ানে সেই মনেৰে আগ বাঢ়ি জোআত আপলিওনো আহি তাৰ লগ পালে। সেই বিকটামুআ দেখিবলৈ ভয়ঙ্কৰ; গাত মাচৰ দৰে বাকলি লগা হেতুকে তাত বৰ অহঙ্কাৰ; নাগৰ দৰে তাৰ তেউকা, ভালুকৰ দৰে ভৰি, পেটৰ পৰা জুই আৰু ধুঁআ ওলাই, আৰু সিংহৰ মুখৰ দৰে তাৰ মুখ। জেতিয়া সি খ্রিষ্টিয়ানৰ ওচৰ পালে, তেতিয়া তাক চাই মুখ বিকটাই এই ৰূপে কথা সুধিবলৈ ধৰিলে।

আপলিওন। তই কৰ পৰা আহিচ, কলৈ জা?

খ্রিষ্টিয়ান। সৰ্ব্বদুষ্ট জি বিনাস নগৰ, তাৰ পৰা আহিচোঁ, চিওন পৰ্বতলৈ জাঁও।

আপলিওন। এই কথাৰ দোআৰাই তই মোৰ অধিন এক মানুহ বুলি জানিচোঁ; সেই দেস খনেই মোৰ; মই তাৰ অধিকাৰ, তাৰ ইস্বৰ। তোৰ ৰজাৰ পৰা তই কেনেকৈ পলাই জা? তোৰ পৰা মই আৰু খাটনি পাবলৈ আসা নো হোৱা হলে একে কোবেৰে তোক মাৰি মাটিত পেলালোহেঁতেন।

খ্রিষ্টিয়ান। মই তোমাৰ দেসত উপজিলোঁ হই; কিন্তু তোমাৰ খাটনি টান, আৰু তোমাৰ বেচেৰেও মানুহৰ প্রান বচাব নোআৰি, কিয়নো পাপৰ বেচ মৰনহে; এই হেতুকে জেতিয়া বয়সিয়াল হলোঁ, তেতিয়া আন বুধিয়কৰ দৰে ময়ো আপোনাৰ ভাললৈ উপাই বিচাৰিলোঁ।

আপলিওন। এনে ৰূপে অলপ কথাতে কোনো ৰজাই আপোনাৰ প্রজাক নে হেৰুআই, ময়ো সেই ৰূপে তোক নে হেৰুআম। কিন্তু তোৰ খাটনি আৰু বেচৰ কাৰনে বেজাৰ জে পাইচ, তাত অলপো এৰি উভতি জা; আমাৰ দেসত জি জি আচে, তাকে তোক দিম, মই এই প্রতিগ্যা কৰিচোঁ।

খ্রিষ্টিয়ান। কিন্তু মই আন এজনত খাটিবলৈ সোমালোঁ, তেঁও ৰজাৰো ৰজা; সেই দেখি মই তোমাৰ লগত উভতি গলে মোৰ অনিয়াই ন হব নে?

আপলিওন। সেই কৰম কৰাত তই উপকথাৰ দৰে বেয়া সলাই বেয়াতকৈও বেয়াহে পালি। কিন্তু তাত খাটনি লগাইচোঁ বুলি কোআ, এনে অনেক মানুহে তাৰ পৰা চল চাই পলাই, আৰুও মোলৈকে উভতি আহে, দিই-

তৰ এনে দস্তুৰ আছে; তয়ো সেই ৰুপে কৰিৰি, তেহে তোৰ সকলো ভাল হব ।

খ্রিষ্টিয়ান । তেঁওত মোৰ বিস্বাস দিলোঁ, তেঁওৰ অধিন প্রজা হবলৈ সপতো কৰিলোঁ, তেনে হলে এতিয়া সেই কথা এৰি উভতি গলে, ৰাজ দ্রোহি হৈ ধৰা পৰি ফাঁচি নে জাম নে?

আপলিওন । মোকো তই এনে কৰম কৰিলি, তেও জদি আকও উভতি জা, তোক খেমা দি সকলো জগৰ এৰিম ।

খ্রিষ্টিয়ান । পুর্ব্বে তোমাত খাটিবলৈ জি অঙ্গিকাৰ কৰিচিলোঁ, তাক অবুজন সৰু কালতহে কৰিলোঁ; তাত বাজে জি ৰজাৰ নিচানৰ তলত এতিয়া আসুই লৈচোঁ, তোমালৈ কৰা সেই অঙ্গিকাৰৰ পৰা তেঁও মুকুত কৰিবলৈ আৰু তাক কৰা জগৰ খেমিবলৈকো সক্তি আছে, ইয়াক মই জানিচোঁ; আৰু হে বিনাস কৰোঁতা আপলিওন, মই মিচা কেনেকৈ কম, তেঁওৰ খাটনি, আৰু বেচ, আৰু দাসবিলাক, তেঁওৰ সাসন, সম্ভাসন, আৰু ৰাজ্যক তোমাৰ এই সকলোতকৈ ভাল পাও; এই হেতুকে মোৰ মন ওলোটাবলৈ এৰি দিয়া, মই তেঁওৰ বন্দি হৈচোঁ, তেঁওৰ পাচেহে জাম ।

আপলিওন । সুনা, তোমাৰ খঙ্গ ন হৈ তেজ সুখিল থাকোঁতেই তুমি জোআ বাটত আগলৈ কি কি পাবা, তাক আৰু এফেৰি বিবেচনা কৰা । সেই ৰজাৰ সেৱক অধিক ভাগে মোক আৰু মোৰ পথকো উলংঘা কৰা হেতুকে সেসত বৰ দুৰ্গতি পাই, ইয়াক তুমি জানিচা; অমর্জ্জতা ৰুপে সিইঁতৰ কতক হেজাৰ বধ কৰা হল! আৰু তাৰ খাটনি মোতকৈ ভাল জে বুলিচ, তাক সেৱা কৰা কোনো মানুহক আমাৰ হাতৰ পৰা এৰুআবলৈ সি আপুনি থকা ঠাইৰে পৰা কেতিয়াও অহা নাই; কিন্তু মই হলে, মোক স্বৰুপকৈ সেৱা কৰা লোকক তাৰ আৰু তাৰ বন্দিইঁতৰ হাতৰ পৰা কিমান বেলি বলে বা চলেৰে এৰুআলো, তাক জগত খনেই জানে, আৰু সেই ৰুপেৰে তোকো এৰুআম ।

খ্রিষ্টিয়ান । তেঁও আপোনাৰ লোকক মুকুত কৰিবলৈ পলম কৰাৰ কাৰন এই, সিবিলাকে সেসলৈকে তেঁওৰ ভক্ত হৈ থাকে নে, নে থাকে তাক প্রকাস কৰিবৰ নিমিতে তেঁও সিবিলাকৰ প্রেমৰ পৰিখা কৰিচে । আৰু সিবিলাকৰ অন্ত জি দুৰ্গতিৰ কথা কোআ, সিবিলাকে তাক বৰ মর্জ্জতাহে মানে । বৰ্ত্তমান কালত হলে সিবিলাকে মুকুত হবলৈ বৰ বাঞ্চা ন কৰে, সিবিলাকৰ ঐস্বৰ্জ্জৰ নিমিত্তে আগলৈ বাট চাই থাকে; জেতিয়া সিবিলাকৰ অধিকাৰ আপোনাৰ আৰু দুতবিলাকৰ ঐস্বৰ্জ্জেৰে আহে, তেতিয়া সিবিলাকে ঐস্বৰ্জ্জ পাব ।

আপলিওন । তই এতিয়ালৈকে তাৰ খাটনিৰ বিস্বাস ৰাখি থকা নাই, তেন্তে তাৰ পৰা বেচ পাবলৈ তোৰ কি আসা আছে?

খ্রিষ্টিয়ান । হে আপলিওন, মই কিহত তেঁওৰ বিস্বাস নে ৰাখিলোঁ?

আপলিওন । প্রথমে জাত্রা কৰিবলৈ ধৰোঁতেই নিৰ্ভাৰসা দলদলনিত পৰি প্রায়ে উসাহ নে পাই ক্লান্ত হৈ গলি; আৰু তোৰ পিঠিৰ বোজা অধিকাৰে নু গুচাই মানে সহন কৰিব লগাৰ দৰে তই সহন কৰি নে থাকি, তাক সোলোকাবলৈ অনেক অনুচিত উপাই বিচাৰিলি; আৰু দুষ্ট ভাৱে টোপনিয়াই তোৰ অতি উত্তম বস্তু হেৰুআলি; আৰু সিংহ দেখি উভতি জাবলৈ প্রায়ে মন খিৰ কৰিচিলি; তাত বাজে তোৰ জাত্রাৰ কথা, আৰু জিহকে দেখিলি সুনিলি, তাক জেতিয়া ক, তেতিয়া তোৰ সকলো কথা আৰু কৰমত প্রসংসা পাবলৈহে তোৰ পেটত ইচা আছে ।

খ্রিষ্টিয়ান । এই সকলো কথা স্বৰুপ, আৰু তুমি জি জি কবলৈ ন হল, এনে আন আন অনেক কথাও আছে; কিন্তু মই জি অধিকাৰৰ খাটনি আৰু সেৱা কৰোঁ, তেঁও দায়ালু খেম বন্ত; আৰু তাত বাজে এই সকলো দুৰ্বলে অগৈএ আপোন দেসত মোক ধৰিচিল, তাতে সৰ ক্লাসত সেই সকলোকে পিয়াহ ৰুপে খালে তাৰ কাৰনে মনত দুখ পাই সেই ৰোজাৰ ভাৰত কেঁকাই কেঁকাই মোৰ অধিকাৰৰ পৰা খেমা পালো ।

তেতিয়া আপলিওনে অতিসই খঙেৰে মাত ফুটাই কলে, মই সেই অধিকাৰৰ সত্ৰু; তাক, আৰু তাৰ আগ্যা, তাৰ প্ৰজা সকলোকে ঘিন কৰোঁ; তোক আগচিবলৈহে আহিলোঁ ।

খ্ৰিষ্টিয়ান । হেৰা আপলিওন, তুমি জি কৰা, তালৈ সাৱধান হোআ; এইটো মহা ৰজাৰ আলি, পবিত্ৰ পথ, এই হেতুকে তুমি আপোনাৰ নিমিত্তে সাৱধান কৰা ।

তেতিয়া আপলিওনে গোটেইটো বাট জুৰি ভৰি কেৰ্কেটা কৰি বুলিলে, এই কথাত মোৰ ভই নাই, তই মৰিবলৈ আপোনাক জুগুত কৰ; মোৰ নৰকি গাঁতত ধৰি মই সপত খাই-চো, তই ইয়াৰ পৰা আগ বাৰ্হি নে জা, এই ঠাইতে তোৰ জিৱাত্মা বাকি দিম, এই কথা কৈ সি খ্ৰিষ্টিয়ানৰ বুকলৈ অগ্নি সৰ মাৰিলে, কিন্তু খ্ৰিষ্টিয়ানৰ হাতে বাৰু থকাত তাৰে সৰ ধৰি সেই আপদ নিবাৰন কৰিলে । তেতিয়া খ্ৰিষ্টিযান আপোনাক জুগুত কৰিবৰ সমই বুজি হাতেৰে অস্ত্ৰ ধৰিলে, আৰু আপলিওনেও তা-



লৈ আক্ৰমন কৰি শিলা ব্ৰিষ্টিৰ দৰে সৰ বৰষিলে; তাতে খ্ৰিষ্টিয়ান অতি সাৱধানে থকাতো মুৰ, হাত, ভৰিতো ঘা লাগিল, তাৰ দোআৰাই সি একেৰিমান থমকিল । তাক দেখি আপলিওনে সকলো সক্তিএৰে পুনৰ জুধ ধৰিলত খ্ৰিষ্টিয়ানে আৰুও সাহ্ পাই সক্তি আটে মানে নিবাৰন কৰিলে । এই ৰুপে দিনৰ এবেলাতকৈ অধিক কাল সেই দোৰ্ঘোৰ জুধ হৈছিল, তাতে খ্ৰিষ্টিয়ানৰ সক্তি প্ৰাযে অন্ত পৰিল, কিয়নো অনেক ঘা লগা হেতুকে তাৰ বল ক্ৰমে হ্ৰাস হৈ জাই, ইয়াক জানিবা ।

পাচে আপলিওনে চল চাই খ্ৰিষ্টিয়ানৰ ওচৰলৈ চাপি মাল জুধেৰে আঁকোআল মাৰি বৰ ভয়ঙ্কৰ আফালেৰে পেলালে, তাতে খ্ৰিষ্টিয়ানৰ হাতৰ পৰা তৰোআল উফৰি পৰিল । তাক দেখি আপলিওনে বুলিলে, এতিয়া তোক অৱস্যে পালোঁ, ইয়াকে কৈ সি তাৰ গাত ভৰ দি প্ৰান মৰাৰ দৰে হেঁচি দিলে, খ্ৰিষ্টিয়ানেও প্ৰানৰ আসা প্ৰাই এৰিলে । কিন্তু সেই ধৰমি মানুহৰ নিচেই ওৰ পেলাবৰ নিমিত্তে আপলিওনে সেসৰ কোব জচাৰ সময়ত ইশ্বৰৰ ইচাৰ দোআৰাই খ্ৰিষ্টিয়ানে বেগতে আপোনাৰ হাত তৰোআললৈ মেলি তাক পাই তুলি লৈ কলে, হেৰা মোৰ সত্ৰু, মোৰ অহিতে আনন্দ ন কৰিবা; জদি মই পৰোঁ, তেও আৰুও উঠিম । এই কথা কৈ খ্ৰিষ্টিয়ানে মৰন তুল্য এখোঁচ মাৰিলে, তাৰে সি প্ৰান মৰা ঘা পোআৰ নিচিনাকৈ হুহকিল । তাক খ্ৰিষ্টিয়ানে দেখি পুনৰ বাৰ আক্ৰমন কৰি খুঁচি বুলিলে, আমাক প্ৰেম কৰা জনৰ দোআৰাই এই সকলো কাৰ্জত আমি জয়তকৈও জয়জুক্ত হম । তেতিয়া আপলিওনে আপোনাৰ নাগ ডেউকা মেলি উৰি জাআত খ্ৰিষ্টিয়ানে তাক আৰু নে দেখিলে ।

সেই ৰনত আপলিওনে নাগৰ দৰে কথা কৈ জুধ কৰা কাল খিনিত কেনে গোজৰনি আৰু ভয়ানক চিঁয়ৰ মাৰিচিল, আৰু খ্ৰিষ্টিয়ানৰ কালেও কেনে কেঁকনি আৰু হুমুনিয়াহ তাৰ বিদয়ৰ পৰা ফুটিচিল, মই দেখা সুনাৰ দৰে নে দেখা নু সুনা কোনো লোকেও সেই সক-

নো ভয়ঙ্কৰ কথা মনেৰে বুজিব নোআৰে। খ্রিষ্টিয়ানে আপোনাৰ দুখৰিয়া তৰোআলেৰে আপলিওনক ঘৈয়োআ নে দেখে মানে সেই ভুখৰ সমুদাই কালত মই তাৰ এৰেলিও প্রসন্ন মুখ নে দেখিলো, তেতিয়া সি ওপৰলৈ চাই অলপ মিটিকিয়ালে হই, কিন্তু এনে দুলিত বিবৰন মুখ মই কাৰো কেতিয়াও দেখা নাই।

সেই বন ভগা হলত খ্রিষ্টিয়ানে বুলিলে, আপলিওনৰ অহিতে মোৰ সহাই হোআ জি জনে সিংহৰ মুখৰ পৰা মোক উধাৰ কৰিলে, এখেতে তেঁওৰ গুন কির্তন কৰিম; সি এনে মন কৰি এই কথা গাবলৈ ধৰিলে।

এই অসুৰৰ অধিপতি
বেলজিবুবে মোৰ বিনাস
চিন্তি, নৰ্কৰ সাজে ভুসিত
ভুখত পাঁচি দিলে দাস,

মোক আক্রমি, হাতে অস্ত্র,
ৰাগে ধৰিলে অসুৰ;
ধন্য মিখাএল সহাই হোআত
তৰোআলে নিলোঁ দুৰ;

এই হেতু জইধনি ধৰি
সদাই প্রভুৰ স্তুতি গাম,
সৰ্বকাল অনন্ত জুগে
ধন্য তেঁওৰ পবিত্র নাম।

পাচে জিৱন গচৰ কেত খনি পাত লোআ, এনে এটা হাত তাৰ কোসত ওলোআত খ্রিষ্টিয়ানে সেই পাত লৈ ঘুখত লগা জি ঘা, তাতে দিলত একে বেলিএ ষন্ত কৰা হল। আৰু সেই ঠাইত বহি অলপৰ আগেয়ে পোআ জি পিঠা, তাক খাবলৈ, আৰু চিঁচাৰ ৰস পান কৰিবলৈ ধৰিলে। পাচে খ্রিষ্টিয়ানে সান্ত পোআ হৈ আকও জাত্রা কৰিবলৈ উঠি, কি জানি আন কোনো সত্রু ওচৰত আচে, এই ভয়েৰে তৰোআল উলিয়াই হাতত লৈ গল। কিন্তু সেই খালৰ ভিতৰত সি আপলিওনৰ পৰা আৰু একো বিঘিনি নে পালে।

## আপোনাৰ দৰে লোকক হিত কৰা।

Love others as yourself.

প্রভু য়িচু জেতিয়া প্রিথিবিত অৱতাৰ হৈ আচিল, তেতিয়া লোকবিলাকৰ হিতৰ কাৰনে নানা ভাৱৰ হিত উপদেস দিচিল। সেইবিলাকৰ মাজত ইয়াত এটা লিখিচোঁ। প্রভুএ কৈচিল, "লোকে তোমোলাকক জি জি বেৱহাৰ কৰিবলৈ তোমোলাকৰ ইচা হই, তোমোলাকেও সিবিলাকক সেই দৰে বেৱহাৰ কৰা।" এই বচন সকলো জাতি লোকৰ অতি হিত কথা হই; ইয়াক জদি সকলোএ মান্য কৰি তাৰ দৰে আচৰে, তেন্তে জগতৰ ভিতৰত কেনে কুসল আৰু নিৰ্বিঘিনি হলহেঁতেন। জেতিয়া লোকবিলাকে এনে বচন সুনে, তেতিয়া তাক কি ভাৱে পালিম বুলি প্রকাসকৈ নে জানে। সেই কাৰনে এই বচন আমি সকলোএ কেনেকৈ পালিম, তাক অলপমান লিখিব খোজোঁ। জিবিলাকে আমাৰ প্রভু ত্রান কৰ্তা য়িচুৰ বাক্য মান্য কৰিবলৈ ইচা কৰে, বিসেসকৈ সিবিলাকৰ নিমিতেহে ইয়াক লিখিচোঁ। কিয়নো এই অমূল্য বচন জেতিয়া আমি পালিব পাৰোঁ, তেতিয়া সকলো লোকে সৈতে আমাৰ কুসল হব। আমি কেনেকৈ পালিব পাৰিম, তাৰে দুটা তিনটা মান ভাও দেখাও।

প্রথম। জেতিয়া কোনো মানুহে লোকৰ বস্তু চুৰকৈ লবলৈ চল বিচাৰে, তেতিয়া সি আপোনাৰ কথালৈ মন কৰি চাওক; মই জে লোকৰ বস্তু চুৰ কৰিব খুজিচোঁ, জদি কোনোবাই মোৰ এটা বস্তু চুৰ কৰি নিলে, মোৰ কিমান দুখ হলহেঁতেন। সেই মানুহে ইয়াকে প্রথমে ভাবি চাওক।

দুতিয়। জদি কোনো মানুহ বাতি অখিতি হৈ আহে, আৰু থাকিবলৈ অলপ ঠাই বিচাৰে, তেতিয়া পাৰে মানে বিচাৰি অখিতি মানুহক আলহি লোধা; কিয়নো কি জানি তুমিও তেনেকৈ কোনো দিনত আলহি হৈ জাব লাগিব, জদি তোমাক কোনোএ আলহি নো লোধে, তেতিয়া তোমাৰ মনত ভাল পাৰা নে?

ত্রিতিয়। কোনো মানুহ জদি অনেক চা-

কৰৰ ওপৰত অধিকাৰ হই, আৰু তেতিয়া চাকৰবোৰে অধিকাৰৰ ইচাৰ মতে কোনো সময়ত কৰম ন কৰে, তেতিয়া সেই অধিকাৰে বৰ ধঙ্গ উঠি চাকৰক সাস্তি বা অকমনা কৰিব পাই নে? মোৰ ভাবনাত হলে, তেনে কৰা উচিত নে দেখোঁ: কিয়নো সদাই সকলো মানুহে ভাল কৰম কৰি থাকিব নোআৰে। অৱস্যে কোনো সময়ত তাৰ কৰম বেয়া হব। এই হেতুকে দুই তিনি বাৰ সহন কৰি থকা ভাল। তাত বাহিৰে জি জন লোকৰ ওপৰত অধিকাৰ, সি জদি আপুনি পৰৰ অধিন লোক হোআ হলে, আৰু তাকো তাৰ অধিকাৰে তেনেকৈ বেযা কৰে পতি সাস্তি দিএ, বা দৰ্মহা কাটে তেতিয়া তাৰ মনত সন্তোস পালেহেঁতেন নে? এই কাৰনে লোকক দুখ নৌ দিওতে আপোনাৰ কথালৈ সকলোএ চাবৰ প্ৰয়োজন আচে।

চতুৰ্থ। কোনো মানুহৰ জদি বন্দি থাকে, পাচে সেই বন্দিক বাতিএ দিনে টান বন কৰাই অধিকাৰৰ বৰ লাভ হই, আৰু তাক কেতিয়াও বন্দি অৱস্থাৰ পৰা মুকলি কৰিব নো খোজে, এনে মানুহেও আপোনাৰ মনত বিবেচনা কৰি চাওক। তেনেকৈ লোকক বন্দি ৰাই ভাল পাইচো, সেই ৰুপে জদি মোকো কোনোএ বন্দি বোআ হলে, আৰু কেতিয়াও মোক মুকলি ন কৰা হলে, মোৰ মন কেনে দুখেৰে পুৰ হলহেঁতেন। এনেকৈ সকলোএ আপোন আপোন মনত সকলো কথা প্ৰথমে বিবেচনা কৰি, লোকলৈ কৰোক। জদি আপোনাক লোকে সেই সেই কৰম কৰিলে দুখ হই, লোককো কৰিলে দুখ হলহেঁতেন। এই হেতুকে প্ৰভুএ সিকোআৰ মতে লোকে তোমোলাকক জি ৰুপ বেৱহাৰ কৰিবলৈ তোমোলাকৰ ইচা হই, তোমোলাকেও সেই দৰে লোকক বেৱহাৰ কৰা।

ন. ল. ক.



## আব্ৰাহামলৈ অঙ্গিকাৰ কৰা পুত্ৰ।

**Lesson VI.—Abraham, or the Promised Seed.**

কিনান দেসত আব্ৰাহাম আৰু চাৰাই তাম্বু ঘৰত বাস কৰিলে। সিবিলাকৰ সন্তান নাই কিচিল। আব্ৰাহাম বৰ বুঢা, চাৰাও বৰ বুঢ়ি আচিল। সিবিলাক দুয়ো তোমাৰ বৰ বোপাই আৰু বুঢ়ি আইতকৈও বয়সিয়া আচিল; আব্ৰাহাম প্ৰাই ১০০ বচৰ, আৰু চাৰাও প্ৰাই ৯০ বচৰ বয়সিয়া হৈচিল।

এক ৰাতি ইশ্বৰে আব্ৰাহামত কলে, তোমাৰ তাম্বু ঘৰৰ পৰা ওলাই আকাসলৈ চোআ। তাত তুমি কি দেখিচা? আকাস তৰাবিলাকেৰে পুৰ, গনিব পৰাতকৈ সৰহ। আৰু ইশ্বৰে কলে, আকাসৰ তৰাবিলাকৰ সমান তোমাৰ বঙ্গহ ন হই মানে তোমাৰ সৰহ নাতি আৰু নাতিৰ নাতি আৰু সিইতৰো সন্তানবিলাক হব; সিইতে কিনান দেসত থাকিব, সেই দেসৰ অধৰমি মানুহবিলাক তাৰ পৰা বাহিৰ কৰা হব।

তেতিয়া আব্ৰাহাম অপুত্ৰ হলেও, ইশ্বৰে কোআৰ দৰে আপোনাৰ অঙ্গিকাৰ পুৰ কৰিব বুলি তেঁও বিস্বাস কৰিলে। ইশ্বৰে জি সকলো কলে তাক আব্ৰাহামে বিস্বাস কৰা ভাল আচিল, কিয়নো ইশ্বৰে সদাই সঁচা কই, আৰু আপোনাৰ কথা ৰাখে।

এদিনা দুপৰ মানত আব্ৰাহামে আপোনাৰ তাম্বু ঘৰত বহি আচিল। ৰদ বৰ টান, কিন্তু তাম্বু ঘৰ এজোপা গচৰ তলত হৈচিল। আব্ৰাহামে চকু তুলি চাই অলপ দুৰৈত তিনি জন মানুহ অহা দেখিলে; তেতিয়া আব্ৰাহামে লৰি গৈ সেৱা কৰি সিবিলাকৰ একজনক বুলিলে, মোৰ প্ৰভু, মই প্ৰাৰ্থনা কৰোঁ, আপুনি আহি অলপ জিৰাওকহি; আৰু মই অলপ পানি আনি তোমাৰ ভৰি ধুআৰ দিয়া, পাচে খাবলৈ কিচু ৰুটি আনি দিঁও, তেতিয়া আপুনি জাত্ৰা কৰিব পাৰা। সিবিলাকে কলে ৰাৰু, আমি জিৰাম।

এই মানুহ কেই জন তোমোলাকে কোন বুলি নো ভাবিচা? মানুহৰ নিচিনা দেখা গলেও সিবিলাক স্বৰগৰ দুত। সিবিলাকে আব্ৰাহামলৈ

ৰগৰ পৰা ইশ্বৰৰ বাত্রা লৈ আহিচে; কিয়নো ইশ্বৰে আপোনাৰ দুতবিলাকৰ দোআৰাই মানুহলৈ বাত্রা পঠাই, ইয়াক তোমোলাকে জানা। দুতবিলাকক আমি নে দেখিলেও কেতিয়াবা কেতিয়াবা আমাৰ ওচৰতে থাকে।

দুতবিলাকে তাম্বু ঘৰৰ বাহিৰে গচৰ তলতে বহিল। চাৰা তাম্বু ঘৰৰ ভিতৰত আচিল, আব্রাহামে চাৰাক কলে, বেগাই অলপ পিঠা গুৰি লৈ পিঠা সাজি তাজা। তেতিয়া আব্রাহামে জাকলৈ গৈ এটা ভৰপুৰ দমৰা লৈ এটা দাসক দি কলে, ইয়াক লগতে মাৰি জুগুত কৰা।

জেতিয়া সকলো জুগুত হল, তেতিয়া অলপ মাখন, গাখিৰ, পিঠা, আৰু মঙহ আনি গচৰ তলতে সজালে, পাচে তিনিও জনে খাবলৈ ধৰিলে, আৰু আব্রাহাম সিবিলাকৰ আগত থিয় হৈ থাকিল।

সিবিলাকে খাই থাকোঁতেই আব্রাহামক কলে, তোমাৰ ভাৰ্জা চাৰা কত? আব্রাহামে কলে, তাই তাম্বুৰ ভিতৰত আচে। তেতিয়া সিবিলাকৰ এজনে কলে, চাৰাৰ এক পুত্র হব।

দুতে কোআ কথা চাৰাই সুনিলে, তাই এই বুৰা বয়সত স্বৰুপকৈ এটা পুত্র পাব বুলি বিস্বাস কৰিব নোআৰি, আপোনাৰ মনতে হাঁহিলে।

দুতে কলে, চাৰাই কেলেই হাঁহিলে? তাই অৱস্যে এটা পুত্র পাব। তেতিয়া চাৰাই ভই পাই কলে, মই হঁহা নাই; কিন্তু দুতে কলে তুমি হাঁহিলা হই।

তেতিয়া সেই তিনি জন উঠি গল, আব্রাহাম সিবিলাকৰ লগত অলপ দুৰলৈকে গৈ, আপোনাৰ তাম্বুলৈ উভতি আহিল।

ইশ্বৰে আপোনাৰ এই অঙ্গিকাৰ সুঁঅৰিলে বুলি তোমোলাকে ভাবিচা নে? পাচৰ বচৰত চাৰাৰ এটা পুত্র হল, তাৰ নাম ইচাক, সি ভাল লৰা আচিল, আৰু ইশ্বৰে তাক প্রেম কৰিলে। আব্রাহাম আৰু চাৰাও আপোনাৰ লৰু পুত্রত বৰ সন্তোস হল।

এই দৰে দেখা, ইশ্বৰে আপোনাৰ অঙ্গিকাৰ ৰাখিলে। তেঁও কৈচিলে, আব্রাহামৰ আৰু চাৰাৰ এটা পুত্র হব, আৰু তেঁও সিবিলাকক এটা পুত্র দিলে। ইস্বৰে জি কলে, তাকে বিস্বাস কৰা আব্রাহামলৈ ভাল আচিল।

তেঁওৰ সকলো বাক্য বিস্বাস কৰাৰ কাৰনে, ইস্বৰে আব্রাহামত সন্তোস হল, চাৰাই হলে প্রথমে বিস্বাস ন কৰিলে, কিন্তু পাচে কৰিলে, তাইতো ইস্বৰ সন্তোস হল।

মোৰ প্রিয় লৰাইঁত, তোমোলাকে ইস্বৰৰ সকলো অঙ্গিকাৰ বিস্বাস কৰিব পোআ। ইস্বৰে কি অঙ্গিকাৰ কৰিচে? খোজা জদি, পবিত্র আত্মা দিবলৈ তেঁও অঙ্গিকাৰ কৰিচে। তেঁওৰ অঙ্গিকাৰ বিস্বাস কৰা নে? জদি কৰা, পবিত্র আত্মা পাবলৈ ইস্বৰৰ আগত প্রাৰ্থনা কৰা; তোমোলাকে ঠিককৈ জানিবা, তেঁও আপোনাৰ অঙ্গিকাৰ অৱস্যে ৰাখিব। ৰু.

## ম্রিত্যু আহিব।

"Death will come."—*Barnes.*

ম্রিত্যু আহিব, অৱস্যে আহিব, সি আগচি ধৰিলে এৰাই জাব নোআৰি, তাক হোহোকাব নোআৰি, তাৰ খোজো সুথিল কৰাব নোআৰি। সি আহিব; সংসাৰত জিয়াই থকা সকলো মৰিব; সকলো পহু, চৰাই, আৰু উৰগ জন্তু, ফুৰৰ পখি, মৌপিয়া, সুৰ্জৰ ৰস্মিত উৰি জোআ কেঁকুৰি; সকলো ত্রিন, গচ, ফুল; সিজৰি, উঐ, চঁপা, গৰত বগোআ চুৰ চুৰিয়া ঢেকিয়া; সকলো ৰজা, সকলো প্রজা, ধনৱন্ত আৰু দুখিয়া, বন্দি আৰু গৰাকি, সকলো মুনিহ, তিৰোতা, সকলো লৰা; আপোনাৰ ধন জসস্যাত অহঙ্কাৰ কৰা প্রতি জন বুৰা লোক, আপোনাৰ গিয়ান আৰু সক্তিত অহঙ্কাৰ কৰা প্রতি জন ডেকা লোক, আপোনাৰ সোভাত অহঙ্কাৰ কৰা প্রতি জন জুবতি, সকলো মৰিব। মই মৰনৰ জগতত আচো; মৰা আৰু মৰিব লগিয়াবিলাকৰ মাজতে থাকোঁ; মই ফুৰা বাটত মুনিহ, তিৰোতা বা লৰা, চৰাই বা পহু, গচ বা ত্রিন হওক, জি ন মৰিব মই একো নে দেখো। বায়ু কাটি জোআ ফুৰৰ পখিএ ম্রিত্যুৰ ওপৰে দি উৰি পাৰ হব নোআৰে; সাগৰৰ

মাচ মগৰে তাৰ হাত সাৰিব পৰাকৈ তললৈ জাব নোআৰে; মিত্তুএ জেন তাক দেখিবলৈ নে পাই, চকুএ ন মনা জন্তুএও আপোনাক সেইমান সৰু কৰিব নোআৰে; তাৰে সৈতে আপোনাৰ বৰ বলেৰে জুজিবলৈ মহা তিমিৰো সক্তি নাই। খ্রিষ্টিয়ানো মৰিব; দেও পুজকে, মৰিব; হই, পাপি লোক, তুমিও মৰিবা। তোমাৰ ধনেই তোমাক ৰখ্যা কৰিব নোআৰে, তোমাৰ গিয়ান বিদ্যাৰ দোআৰাই তুমি ৰখ্যা নে পাবা। এই সকলো কথা মিত্তুএ নে মানিব; তাৰ দ্রিষ্টিতে সেইবোৰ অকাৰ্জ, লৰাৰ ওমলা বস্তুৰ নিচিনা, তাৰ বিবেচনাৰ অজোগ্য। গৰিপ লোকতকৈ সি প্রতাপি জনক প্রিতি ন কৰে; দুখিয়া মানুহ কটাতকৈ সি চহকি কটাক ডাঙৰ কৰম নে মানে, আলাগি পাপি জিয়াৰি মৰাতকৈ সুভাগি জুবতিক মৰাত অহঙ্কাৰ ন কৰে। গোলাপৰ ঢোপা কলিত জিমান প্রিতি কৰে, চৰাততো সেইমান প্রিতি কৰে; তাৰ বিবেচনাত কদম জেনে, পুলি কাঁইটো তেনে; লিবানোনৰ এৰজ গচ জেনে, বন সঁটো তেনে; মগনিয়াৰৰ ফটা কানিতকৈ মিহি নোমৰ পৰিধান আৰু অসভ্য লোকৰ গাৰ কাপৰতকৈ তোমাৰ বহু মুল্য সুন্দৰ বৰনিয়া বস্ত্রকে সি একো বেলেগ নে দেখে। তুমি মৰিবা; মৰনৰ ভই তোমাৰ ওপৰত আহি পৰিব। মিত্তু জেনে ৰুপ হৈছে, তেনে ৰুপে আহিব; সেতা বৰনিয়া, গধুৰ, ঠৰ, কঠিন মুখিয়া, আপোনাৰ কৰমত টান পকিয়া হৈ আহিব। ক্রিপাৰ নিমিত্তে কোনো প্রার্থনালৈ সি কান নে পাতে; ভয়েৰে কাৰো এটাহ পৰাক নু সুনে। ধিৰেৰে এফেৰিও লৰ চৰ ন কৰাকৈ নিচই ৰুপে সি আহিছে; কোমল পাখিএৰে সজা তোমাৰ খাটৰ পৰা তোমাক উলিয়াই নিবলৈ, তোমাৰ সুন্দৰ ঘৰৰ পৰা তোমাক গঁতিয়াবলৈ, সভাৰ পৰা তোমাক বাহিৰ কৰিবলৈ, আৰু তোমাৰ জি সখিবিলাক এখন্তেক তোমাক হেৰোআ চিন্তি আকও নাচিবলৈ ধৰিব, সিবিলাকৰ মাজৰ পৰা মৰনৰ নিমিত্তে তোমাক মাতিবলৈ 'অলৰ দ্রিঢ় মন কৰিহে আহিছে। মিত্তু আহিব; তুমি প্রানৰ নিশ্বাস ধৰা কালৰে পৰা সি ওচৰলৈ চাপিছে। তুমি সাৰ পোআ আৰু সুই থকা কালতো সি তোমাৰ কাললৈ আগ বাঢ়ি বাট বুলি বুলি তোমাৰ ওচৰলৈ আহিল। পুব, পচিম, উত্তৰ, দখিন, জেই পোনে তুমি জোআ, সেই পোনে সদাই সি তোমাৰ আগ ফালে বাটত খিয় হৈ থাকে। মিত্তু আহিব; কেতিয়াও নু হহকি সি সদাই ওচৰ চাপি চাপি আছে। আৰু অলপতে তাৰ বিপদ চাঁয়া তোমাৰ পথত পৰিব। সেই চাঁয়া সুৰ্জ্যৰ গ্রহনৰ দৰে ঘোৰ আৰু ঢেঁচা হৈ হৈ জাব; পাচে তাৰ অন্ধকাৰময় ৰুপে তোমাক আগচি ধৰিব; তোমাৰ আৰু জিৱন্ত জগতৰ পহৰৰ মাজত সি তোমাৰ সমুখে খিয় হৈ থাকিব, আৰু তুমি অন্ধকাৰময় খালত সোমাবা। মিত্তু আহিব; সুভ কালতো আৰু স্বৰুপ খ্রিষ্টিয়ান হলেও, তাৰ অহা ভয়ানক; কিন্তু আন অৱস্থা হলে সি কিমান ভয়ঙ্কৰ, কেৱে গুনিব নোআৰে।

## পুৰনি অসম বুৰঞ্জি, নং ২০।

**Protap Singh—War with the Bengalis.**

কাগুনৰ দিনত লানমুখুৰ বৰ ফুকনে ধৰ্মনাৰায়নক হাজোৰ পৰা উত্তমক ধৰি আনিবলৈ পাঁচিলে; পাচে ধৰ্মনাৰায়নক জাবৰ সুনি উত্তম বঙ্গালত সোমালগৈ। পাচে উত্তমক নে পাই আমাৰ মানুহে উত্তমৰ ঘৰত জুই দি আহিল। পাচে মদ নো খোআই গৈ দেখিলেগৈ, লানমুখুৰ বৰ ফুকনে ৰজা দেৱৰ কথা এৰি সিয়ালকুচিৰ পৰা কুৰি ঘৰ তাঁতি আনি, বামুন কুচিত পাতিলেহি। এই কথাকে গৈ মদ নো খোআই ৰজা দেৱত জনালেগৈ। পাচে ৰজা দেৱে আন কথা মনত নলৈ এই কথাকে নিমিত্ত কৰি লানমুখুৰ বৰ ফুকনক অনাই মাৰি তিৰিংফ্লিংচেঙক পঠাই পিকচাইক পাণ্ডুৰ গৰত বৰ ফুকন পাতি সমস্তৰে অধিকাৰ কৰি দিওআলে। পাচে চতৰ দিনত মিৰ বঙ্গালৰ ভায়েক ১, আৰু পসুপতি ১, এই দুয়ে ককায়েকৰ হাৰ বোটলোঁ বুলি, হাজোত এক ৰাতি থাকি ৰাতি পুআ উলটি মধু-

পুৰত বলগৈ । পাচে আমাৰ মানুহে খেদি গৈ সোন্দাত বলগৈ । বঙ্গালে মধুপুৰত বৰ নোআৰি হুহকি বৰ পেটাতঁ বলগৈ । আহাৰৰ দিনত ৰজা দেৱে বঙ্গালক ধৰিবলৈ সকলোকে পঠালে । পাচে ৰজা দেৱৰ আগ্যাৰে সকলেওঁ সোন্দাৰ পৰা গৈ পোমৰাত বঙ্গালক বেৰিলেগৈ । বিষ্ণুপুৰতঁ গৰ কৰি এক ফৈদ বঙ্গাল আচিলে, তাঁটোকুচিত গৰ কৰি এক ফৈদ বঙ্গাল আচিলে, জাধলিত গৰ কৰি এক ফৈদ বঙ্গাল আচিলে, ভৱানিপুৰত গৰ কৰি এক ফৈদ বঙ্গাল আচিলে । পাচে আঁমাৰ মানুহে পাছে পাচে খেদি গৈ, নিমিসাত গৰ দি কানাপানিত বলগৈ । পাচে ভাদৰ দিনত আমাৰ মানুহে কানাপানিৰ পৰা গৈ, জাধলিত জুধ ধৰিলেগৈ । পাচে বঙ্গাল ভাগি পলাল, তাতে আমাৰ ঘোঁৰা পালে ২০, হিলৈ তৰোআলো কিচু পালে । আত পাচে বঙ্গালৰ ভৱানিপুৰৰো কোঁঠ ভঙ্গালে; তাতে হিলৈ তৰোআলো কিচু পালে ।

পাচে আহিনৰ দিনত আমাৰ মানুহে গৈ, তাঁটোকুচিত বঙ্গালৰ গৰৰ কাধৰত চাইটা গৰ কৰি বলগৈ ।

লাকনি তাওত্যেও (৩০) সঁকত কাতিৰ দিনত ৰজা দেৱে গজপুৰৰ পৰা তিনি জনা ডাঙ্গৰিয়াক পঠাই, সনাত গৰ প্ৰাঞ্চি আঁওতাই থাকিব দিলেগৈ । আৰু ৰজা দেৱে বোলে, পিকচায়ে মোৰ আগ্যা নে মানি একো কাৰ্জ কাম ন কৰে, এই দাই ধৰি পিকচাই বৰ ফুকনক ভিঙ্গিএ তৰিএ লোআ লগাই আনি গজপুৰত চমাহ বন্দিকৈ থৈ, পিকচাইক বৰ ফুকন ভাঙ্গি, থাম্পুত বৰ গোহাঁইৰ পুতেক লাজুক সকলোৰো অধিকাৰ কৰি পাণ্ডুৰ কোঁঠত থোআলে । পাচে আঘোনৰ দিনত ৰজা দেৱে সকলোকে পঠাই তাঁটোকুচিৰ বঙ্গালক ধৰিব দিলেগৈ । পাচে ৰজা দেৱৰ আগ্যাৰে সকলেও গৈ তাঁটোকুচিৰ কোঁঠ সলেগৈ । পাচে বঙ্গালে ৰাতি পুআ হাতিএ ঘোঁৰাই আহি আমাৰ কোঁঠত ধৰিলেহি, পাচে আমাৰ লোকেও জুধ ধৰিলে । এই দিনা জুধত আমাৰে বঙ্গালৰে মৰা স গৰ থাৰৈ উপচি গল । আমাৰ ভাল মানুহ পৰিল লানমুংখু ১, সুনিয়া ঠাকুৰ ১, অভই পুৰিয়া লাচাম বৰুআ ১, পাচে ইবোৰ হুহকি আহি কুংজাঙ্গৰ কোঁঠত সোমালহি । পাচে কুংজাঙ্গে গালি পাৰিব ধৰিলে । ৰাতি পুআ লাচাম বৰুআই, বৰ গোহাঁই পৰিয়া লাজু গোহাঁইৰ ভায়েকে, এই দুয়ে বঙ্গাললৈ গুচি গল । পাচে আমাৰ মানুহ হুহকি পোমৰালৈ গল; পাচে বঙ্গালে নাৱে তৰে বেৰিলেহি । তাৰ পৰা আহি বাৰে পঁইতাত জুধ ধৰিলেহি; পাচে আমাৰ লোকে বাৰে পঁইতাৰ পৰা ভাগি আহিল । আমাৰ ভাল মানুহ পৰিল কোঁঅৰৰ হাজৰকিয়া ভামচিং ১, তিৰিং চাইকৌ হাজৰকিয়া ১, দলই হাজৰকিয়া ১, লানতিৰিং নেওগ ১, বৰ গোহাঁই পৰিয়া লাঙ্গি নেওগ ১, পোলোঙ্গা কোঁঅৰকে, লাচাম বৰুআকে, এই দুইক লোআ লগাই থলে । পাচে আমাৰ লোকে হুহকি আহি, দুই ফৈদ সৰাই ঘাটত বলহি ।

পাচে ৰজা দেৱে বৰ গোহাঁই পৰিয়া লাজু নেওগক একো কাৰ্জ কাম নে জানে বুলি ভাঙ্গিলে; এঁওৰ মূৰে ত্যাওতিং কোঁঅৰক অধিকাৰ কৰি পঠালে । আৰু মৰঙ্গি খোআৰ সাজি গোহাঁইক পাণ্ডুৰ কোঁঠত থাকিব দিলেগৈ । পাচে ইহঁত দুয়ে পাইগৈ দু দিন আচিলে, এনেতে বঙ্গালে নাৱে তৰে উজাই আহি আমাৰ আগিয়াচুটিৰ আগ চকিৰ মানুহৰ কোঁঠত ধৰিলেহি । পাচে আমাৰ মানুহে জুধে নোআৰি হুহকি সৰাই ঘাটত বলহি । তাৰো পৰা আমাৰ লোকে কলিয়াবৰত বলহি । পাচে তিনি জনা ডাঙ্গৰিয়া এঠাই হৈ, সনাৰ পৰা ভটিয়াই গৈ, সকলো বৰুআ ফুকন সহিতে একে ঠাই হৈ, গৰ প্ৰাঞ্চি জতন কৰি কলিয়াবৰতে বল । বঙ্গালেও গৰ প্ৰাঞ্চি কৰি কাজলিতে বলহি । পাচে ৰজা দেৱে তিনি জনা ডাঙ্গৰিয়ালৈ কৈ পঠালে, বোলে, কাজলিত থকা বঙ্গাল থনি ধৰি দিয়ক । পাচে ৰজা দেৱৰ আগ্যা নৌ পাঁওতেই গৈ হৰি ভেকায়ে, তিমৰুআ ৰজায়ে, এই দুয়ে বঙ্গাল খেদি কাজলিৰ কোঁঠ

ললেগৈ। পাচে ভাদৰ দিনত তিনি জনা ভাঙ্গৰিয়া মানুহে সৈতে কাজলিত থাকিব দিলে। পাচে সমস্তে লোকে আলচ কৰি মিচাকৈএ কাজলি মুখ পালোঁহি বুলি ৰজা দেৱলৈ জনাই পঠালে; ৰজা দেৱে এই কথা সুনি বুলি গল, তিনি জনা ভাঙ্গৰিয়া গৰ প্ৰাপ্তি কৰি কলিয়াবৰতে থাওক; বৰ বৰুআ প্ৰমুখ্যে ফুকন ৰাজখোআ কাজলিত থাকক, এই কথাকে লিখা দি লিকচন লাহি নেওগক পঠাই কোআলে, এনেতে এই কথা বঙ্গালে সুনি খেদি আহি কাজলি মুখৰ কোঁঠত জুধ ধৰিলেহি। পাচে আমাৰ লোকে বঙ্গালেৰে ন দিন বৰ জুধ হল। পাচে বঙ্গালৰ বিস্তৰ লোক পৰিল; আমাৰো কিচু পৰিল। এনেতে বঙ্গালে হুহকি আচিলে, পাচে এই কথাকে তিনি জনা ভাঙ্গৰিয়া সুনি, ৰজা দেৱৰ কথা এৰি কলিয়াবৰৰ পৰা কলঙ্গে দি ভটিয়াই জাগি পাইচিলেগৈ, পুনৰ বঙ্গালে কাজলিৰ কোঁঠ ভঙ্গালে; আমাৰ সমস্তে লোক কাজলিৰ পৰা ভাগি আহি তিনি জনা ভাঙ্গৰিয়াক জাগিত পালেহি। তিনি জনা ভাঙ্গৰিয়াক ৰাজ্যে বোলে, আমি সমস্তে লোক ভাগি আহিলো, তোমোলাক কলৈ জোআ? তিনি জনা ভাঙ্গৰিয়া এই কথা সুনি, সেই ঠাইতে খেনেক তম্ভি আচিলে, এনেতে বঙ্গাল নাৱেৰে খেদি আহিবৰ দেখি আমাৰ সকলেও বালিত নাও এৰি তৰে পলাই আহিল। সেই সময়ত লাকো বৰ পাত্ৰে বালি বোকাত পৰিলগৈ, এনেতে পিঠা খোআ ভোমে টানি আনি পিঠিত পেলাই তৰে পলুআই লৈ আহিল। আমাৰ নাও আহিলা পাতি বঙ্গালে বিস্তৰ পাই নিলে। মমাই তামুলি বৰ বৰুআ কিচুতেহে ৰখ্যা পালে। বিহুআ, লাই, এই দুই হাজৰকিয়া জুধ ন কৰি হাবিত সোমাই আচিলে। আমাৰ সমস্তে লোক হুহকি আহি কলিয়াবৰত ৰলহি। পাচে ৰজা দেৱে এই কথা সুনি বিহুআ, লাই, এই দুই হাজৰকিয়াক কটোআলে। তিনি জনা ভাঙ্গৰিয়াক লুইতৰ দখিনে চাম ধৰাত থাকিব দিলে। উত্তৰে পিকচাইক গৰ প্ৰাপ্তি খাওতাই থাকিব দিলে। পাচে ৰজা দেৱৰ আগ্যাৰ দৰে সকলো নিৰ্বন্ধেৰে আচিলে। লাকনি কাপলাও সঁকত বঙ্গালে নাৱে তৰে খেদি আহি তৰলি মুখত কোঁঠ দি ৰলহি, তাৰো পৰা বঙ্গালে ভৰলি পাৰ হৈ আহি আমাৰ কোঁঠৰ ওচৰত গৰ দি ৰহিল; বঙ্গালেৰে আমাৰে দিন দিন জুধ হল। এই কথা সুনি বৰ গোঁহাই উত্তৰত কোঁঠ দিলেগৈ, বঙ্গালে এদিন নাৱেৰে উজাই আহি জুধ ধৰিলেহি, আমাৰ মানুহে বৰ হিলৈ মাৰি বঙ্গালৰ নাও চাৰি খন ভাঙ্গিলে, বঙ্গালে নাও জুধে নোআৰি আলচ কৰি ৰাতি পুআতে তৰে আহি বৰ গোঁহাইৰ পোনে গৰত ধৰিলেহি, বঙ্গালে পুআৰে পৰা গধুলিলৈকে জুধ কৰিলে; আমাৰ মানুহেও উবুৰি খাই ধৰিলে। তথাপি আমাক ভঙ্গাব নোআৰিলে। বঙ্গালৰ ন দৌল প্ৰমান হল; আমাৰ মানুহ একুৰি পৰিল। বঙ্গাল থকা ঠাইলৈ উলটি গল, বৰ গোঁহাই উত্তৰৰ পৰা দখিনলৈ আহি চাম ধৰাত ৰলহি। পাচে আনেকা দিনা বঙ্গাল হাতিএ ঘোঁৰাই আহি আমাৰ কোঁঠৰ কাখৰত গৰ দি ৰলহি। ভাঙ্গৰিয়া সকলে এই কথা ৰজা দেৱলৈ জনাই পঠালে। পাচে ৰজা দেৱে এই কথা সুনি, ভিতৰুআল তিৰিং বৰুআ ১, ৰুপ সন্দিকৈৰ নাতিএক লাই ১, লাঙ্গু কোঁঅৰ ১, চেও খামৰ নাতিএক ১, এই চাৰিক পঠাই দিলে। চাৰিএও গৈ, চাম ধৰা পাই তিন দিন আচিলে। এনেতে বঙ্গাল হাতিএ ঘোৰাই আহি ৰাতি পুআতে আমাৰ গৰত ধৰিলেহি। বৰ গোঁহাইৰ পোনে এবাহে, বুৰা গোঁহাইৰ পোনে এবাহে, এই ৰুপে ঠাই ঠাই হৈ ধৰিলে। আমাৰ ভিতৰুআল মানুহে অস্ত্ৰ সস্ত্ৰ চপাই দি জোৰ লগাই দিলে। কোনো ঠাইত পানি তপতাই মাৰিলে; বঙ্গালক খুচি, কাটি, টঙ্গনিয়াই, বগৰাই পেলালে। পাচে বঙ্গালে জুধে নোআৰি উলটি গৈ, আপোনাৰ কোঁঠত ৰলগৈ; পাচে আনেকা দিনা পুআ বঙ্গাল নাৱেৰে ভটিয়াই গুআহাটিত ৰলগৈ।

মাঘৰ দিনত আমাৰ লোকে কাজলি মুখত ৰলগৈ; লাকনি ভাওমাও সঁকত ৰজা দেৱে

পৰ্ব্বতৰ গৰ বাম্বোতে মাটি বহি জাই গৰ ন হই, ৰাজ্যতো ঘৰে ঘৰে উসুআ ধান গজিল, আৰু ৰাজ্যতো দুৰ্ভিক্ষ্য হল; আৰু কৌপতিয়া চৰাই ৰাজ্য ঢাকি উৰি উজাই গল। আৰু ৰাজ্য ঢাকি আকাসৰ পৰা হেমৰতিয়া সুতা পৰিল, গৰৰ ভলুকা কোটোহা বাঁহ ফুলিল। চমাহৰ পাচে আঘোনৰ দিনত ৰজা দেৱে লখৌত গৰ বান্ধিলে; ফাগুনৰ দিনত ৰজা দেও নগৰলৈ আহিল। বহাগৰ দিনত চৰাই দেও কৰিলেগৈ। সাওনৰ দিনত খেকলাই কৰিলে, আনেকা দিনা পুআ ৰজা দেও নৰিয়া পৰিল; তিনি জনা ডাঙ্গৰিয়াকে মুখ্য কৰি বৰুআ ফুকন সকলেও দহ দিন দিনে ৰাতিএ পৰ দি আচিলে, তিনি জনা কোঅঁৰে ৰজা দেৱৰ লগ নেৰি আচিলে, পাচে ৰজা দেৱে মাতিব নোআৰাত সৰু জনা গোহাঁই দেৱে জাঠি, কাঁৰ, ধনু, হিলৈ, দা, বাৰু লৈ আপোনাৰ মানুহে-ৰে ডগা ৰজাকে, নৰিয়া ৰজাকে, এই দুইক ধৰিবৰ মনে সাৱধানে আচিলে। পাচে এই কথা দুই ভায়েকে জানি আলচ কৰি ডগা ৰজা-য়ে নৰিয়া ৰজাক বোলে, মোৰ লৰা লুৰি নাই; এতেকে আগ পাচলৈকো আসা নাই; মই ৰজা হবলৈ ভাল ন হই, তুমিয়েহে ৰজা হবলৈ ভাল, তথাপি তুমি তেও ৰজা নো হো-আ ভাল, ময়ে ৰজা নাম লৈ থাকিম; ৰাজ্য পাট সকলো খনি তোমাৰহে; পাচে নৰিয়া জনা সকলোৰে আলচ কৰি গৰ ভিতৰ-তে বহি ভিতৰৰ দুআৰ মাৰিব দিলে। পাচে সৰু জনা কোঅঁৰৰ মানুহৰ হাতৰ অস্ত্ৰ সস্ত্ৰ ক্যৰ্হি লৈ মানুহকো খেদি সৰু জনা গোহাঁইক সুদা কৰিলে।

লাকনি ৰাইচি মুংচেও (৩৪,৩৫) সঁকত ৰজা দেও স্বৰ্গি হল। এঁওৰ ভোগ ১৯ বচৰ, ১৫৪৫ সঁকত।



## অনেক দেসৰ সম্বাদ।

**Journal of Events.**

মানে সৈতে ৰন কৰিবলৈ জাহাজৰ প্ৰধান সেনাপতি আদমিৰাল অষ্টেন চাহাবে লাতলৰ নামে জাহাজেৰে ২৮ মাৰ্চত পিনাঙ্গ নগৰ এৰি প্ৰথম এপ্ৰিলত ৰাংগুন নগৰৰ নৈৰ মুখ পা-লেগৈ। ২ এপ্ৰিলত ফৌজৰ প্ৰধান সেনাপতি জেনৰল গদৱিন চাহাবে ৪ খন ভাপ জাহাজ আৰু ফৌজ নিয়া আন ৪ জাহাজে সৈতে কলি-কতাৰ পৰা সেই ঠাইতে আগৰবিলাকৰ লগ ললেগৈ। পাচৰ দিনা মান ৰজাই কি কৰে, তাক সুধিবলৈ কাপ্তান লাতৰ চাহাবক কটকি ৰূপে বগা নিচান দি পঠালে; তেঁও জোআ ভাপ জাহাজলৈ মানে গুলিয়াই একো কথা বাত্ৰা হব নি দিলে। সেই ভাপ জাহাজেও উভতি গুলি-য়াই মানৰ খাৰ ঘৰ জুই লগাই ফুটুআলে, তাতে অনেক মান মৰিল। পাচে নদিৰ মুখ-লৈ গৈ বাত্ৰা দিলত মান্দ্ৰাজৰ পৰা অহা ভাগ ফৌজ নৌ পাইহি দেখি, সিবিলাকলৈ পলম কৰোঁতে আমি পুব ফালে থকা মাৰ্ত্তবান নগৰ জুধ কৰি লম বুলি, ৪ এপ্ৰিলত ১৪০০ সেনা আৰু জাহাজকো তালৈ নিলে। সেই মাৰ্ত্তবানৰ কোঁঠত ৫০০০ সেনা আচিল; তালৈ পাচ দিনা পুআ আক্ৰমন কৰি এপৰ বেলি জুধ কৰি তাক জিনি ললে।

পাচে মাৰ্ত্তবান নগৰ ৰাখিবলৈ সেনা সেনা-পতি থৈ সিবিলাকে উভতি গৈ ৮ তাৰিখত ৰাংগুনৰ মুখ আকও পাই, তাত মান্দ্ৰাজ ফৌজ আগ দিনাই অহা বুজিলে। পাচে সক-লো জুগুত হলত ৰাংগুন প্ৰধান নগৰ লবলৈ নদিএ দি উজাই গৈ ১০ এপ্ৰিলত নগৰৰ ওচ-ৰত লংগৰ পেলালে। পাচ দিনা নদিৰ দাঁ-তিত থকা মানৰ কোঁঠবিলাকৰ পৰা জাহাজলৈ গুলিয়ালত জাহাজৰ পৰাও দিনটো বম গো-লাৰে গুলিয়াই মানৰ কোঁঠবোৰ ভাঙ্গি পেলা-লে। ডগা কোঁঠৰ জি অৱসেস থাকিল, তাকো গধুলি বাম উঠি জুই লগাই পুৰিলে। সেই জুইৰ পহৰ নদি আৰু ৰমুআ জাহাজবোৰৰ ওপৰত পৰাত সকলো ৰৰ আচৰিত ৰূপে দিন জেন প্ৰকাস হল।



Portrait of the new Premier, the Earl of Derby.—From the Illustrated London News.

**ইঙ্গলণ্ডৰ প্ৰধান ৰাজ মন্ত্ৰি লৰ্ড ডৰ্বি চাহাবৰ নকচা ।**

পাচ দিনা সেনা আৰু কিছু বৰ টোপ ৰাম তুলি আগ বঢ়াই নিলত এখান সকত কোঁঠ পাই তাতে বৰ যুঁধ লাগিল । তেতিয়া বৰ বৰ টান হেতুকে তাৰ তাপেৰে মেজৰ ওকচ, মেজৰ গ্ৰিফিত, এই দুজন সেনাপতি পৰি মৰিল, আন তিনি জন সেনাপতিও বদৰ ধুমুৰে ধৰি পৰিল, কিন্তু পাচে জিলে । আৰু সত্ৰুৰ গুলিৰ দোআৰাই অনেক চিপাহি পৰিল, মেজৰ বগল চাহাবৰ কৰঙনত গুলি লাগি সোমাই ৰল । সেসঙ মানক খেদাই কোঁঠ আক্ৰমন কৰি ললে । সেই দিনৰ দিনটো জি নতুন নগৰ ৩০,০০০ মানুহেৰে সৈতে মান অধিকাৰে সাজিচিল, তাৰে ডাপ জাহাজৰ পৰা বম গোলাৰে গুলিয়ালে । গুলি সৰহকৈ পৰাত মানৰ অধিকাৰ সেনাপতিএ তাত থাকিবলৈ সাহ নে পাই বৰ দলৰ উত্তৰ ফালে গৈ সৰু খোঁটালি সোমাই ভয়েৰে কঁপি কঁপি থাকি আগ্যা দিব নোৱৰা হল । পাচ দিনা ৰাতি তেঁও আৰু দুঅলিয়া সেনাপতিও ভাগি পলাল ।

১৩ তাৰিখত বৰ দলত জি কোঁঠ সাজিচিল, তাক লবলৈ কম্পানিৰ ইচা, কিন্তু তাৰ বাটত এসতকৈ অধিক ডাঙৰ টোপ পতা হৈচিল, আৰু জাহাজৰ পৰা অনা টোপ তাকৰ হেতুকে তাৰে সৈতে জুজিবলৈ নু জুৰিলে; সেই নিমিত্তে আন আন বৰ টোপ জাহাজৰ পৰা তুলি আনোতে দিনটো গল । পাচে ১৪ তাৰিখৰ পুআ সকলো জুগুত হলত সিবিলাকে সত্ৰুৰ টোপ পতাৰ কাৰনে সোন বাটে ন গৈ পুব ফালে দি গৈ দলৰ ঐসান্যৰ চুকে বন ব্ৰিষ্টি কৰিবলৈ ঠাৱৰ কৰিলে । পাচে কেতখনি বেলি গুলিয়ালত সেই ফালৰ দুআৰ ৰখা মান সেনা তাকৰ জেন দেখি

কাপ্তান লাতৰ চাহাবে সেনা এমখাই সৈতে এক্কে বেলিএ আক্ৰমন কৰিম বুলি নিবেদন কৰাত্ত প্ৰধান সেনাপতিএ আগ্যা দি পঠালে। তেতিয়া দুআৰৰ ফাললৈ অভিমুখে গুলি ব্ৰিষ্টিৰ মাজেই লৰি গৈ দুআৰ পাই ভাঙ্গি সোমাই, দলত উঠা খট খটি এখন দেখি গুলি পৰি পৰি থকাতো তাক নে মানি উৰি জোআ দি উঠি গৈ ইঙ্গৰাজি নিচান দলৰ ওপৰত তৰিলে। তেতিয়া ওপৰ আৰু তলতো থকা সেনাবিলাকৰ বন জইধনিৰে ভুমি কঁপালে। আৰু মান সেনা ১০,০০০ হেজাৰ ভাগি গলত বৰ টোপ আদি মানৰ সকলো সামগ্ৰি কম্পানিৰ হাতত পৰিল। এই কেৰই দিনৰ ৰনত কম্পানিৰ সেনা ১৭ জন মাথোন মৰিল, খুন হল ১৩২।

মান দেসত থন কৰা কম্পানিৰ সেনাৰ সংখ্যা।

| | |
|---|---|
| গোৰা চিপাহি | ২৭২৭ |
| হিন্দুস্থানি চিপাহি | ৩০৪০ |
| ১৯ খন জাঁহাজৰ লোক | ২২৬০ |
| | ৯০২৭ |

প্ৰচৰ্পাইন ভাপ জাহাজ চালোএন নদিএ দি উজাই জাঁওতে এটা দলৰ পৰা লুকাই থকা মান সেনা ২০০ মানে জাহাজলৈ গুলিয়াই এজন মানুহক মাথোন খুন কৰিলে। পাছে সেই জাহাজে মানৰ ৭০ খন বমুআ নাও পাই কাঢ়ি নিলে।

মাৰ্তবান নগৰক পুনৰ পাবৰ নিমিত্তে মানে এক ৰাতি জুধ ধৰিলে, কিন্তু লৰ নোআৰি ভালেমান হামিৰে হুহকি গল।

এই বচৰত কলিকতাৰ অধিকাৰে সেই নগৰৰ ভিতৰত চৰক পুজা কৰিবলৈ নিসেধ কৰিলে।

চৰথম্ভ নগৰত ৩১ মাৰ্চত লেপ্তেন ভতেনাম চাহাবে তুৰুক চোআ চিপাহিএ সৈতে কোঁঠৰ পৰা ওলাই মমগু নামে এবিধ সত্ৰু লোকেৰে জুধ কৰিবলৈ আগ বাঢ়ি গলত উভতি চাই অকল চাৰি চিপাহি মাথোন দেখিলে, এহেলৈ সকলো হুহকি পলাল।

১৫ এপ্ৰিলত ৬০০০ মান মমগু লোকে চৰথম্ভ কোঁঠত জুধ কৰোঁতে কম্পানিৰ সেনাপতিএ ৩০০ তুৰুক চোআ চিপাহিএ সৈতে ২ টা বৰ টোপ গুপুতে লৈ গৈ সিইঁতক' গুলিয়াই ১৯ টা মান মাৰিলে, আৰু অনেকক খুন কৰিলে।

বানাৰচ নগৰৰ ওচৰত ৯০ টা সোনৰ মোহৰ মাটি খানি পোআ গল, সেই কেইটা মোহৰ গবৰ্নমেন্তে ললে, কিন্তু তাৰ ৫৮ টাৰ আখৰ খই জোআত মাতিৰ নোআৰা দেখি নিলামকৈ বেচিলে। আখৰ থকাবোৰক কম্পানিৰ অধিকাৰৰ, নিমিত্তে ইঙ্গলণ্ডলৈ পঠাইচে। তাত লিখা ৰজাৰ নাম চন্দ্ৰগুপ্ত, সমুদ্ৰগুপ্ত, কুমাৰগুপ্ত, মহেন্দ্ৰগুপ্ত, এই সকলো ৰজাৰ কেতখনি মোহৰ তাৰ মাজত আছিল।

## জুন, অৰ্থাত্ত আহাৰৰ পঞ্জিকা।

Almanac for June, A. D [illegible]. Sal. Sac 1774.

| জুন | জ্যৈষ্ঠ | বাৰ | তিথি | দিনমান | জুন | আষাঢ় | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৩ | ১৪ | ১৩৩৬ | ১৬ | ৪ | ৪ | ২৯ | ১৩৪১ |
| ২ | ২১ | ৪ | ১৫ | ১৩৩৭ | ১৭ | ৫ | ৫ | ৩০ | ১৩৪১ |
| ৩ | ২২ | ৫ | ১৬ | ১৩৩৭ | ১৮ | ৬ | ৬ | ১ | ১৩৪১ |
| ৪ | ২৩ | ৬ | ১৭ | ১৩৩৮ | ১৯ | ৭ | ৭ | ২ | ১৩৪১ |
| ৫ | ২৪ | ৭ | ১৮ | ১৩৩৮ | | | | | |
| | | | | | ২০ | ৮ | ১ | ৩ | ১৩৪২ |
| ৬ | ২৫ | ১ | ১৯ | ১৩৩৮ | ২১ | ৯ | ২ | ৪ | ১৩৪২ |
| ৭ | ২৬ | ২ | ২০ | ১৩৩৯ | ২২ | ১০ | ৩ | ৫ | ১৩৪২ |
| ৮ | ২৭ | ৩ | ২১ | ১৩৩৯ | ২৩ | ১১ | ৪ | ৬ | ১৩৪২ |
| ৯ | ২৮ | ৪ | ২২ | ১৩৩৯ | ২৪ | ১২ | ৫ | ৭ | ১৩৪১ |
| ১০ | ২৯ | ৫ | ২৩ | ১৩৪০ | ২৫ | ১৩ | ৬ | ৮ | ১৩৪১ |
| ১১ | ৩০ | ৬ | ২৪ | ১৩৪০ | ২৬ | ১৪ | ৭ | ৯ | ১৩৪১ |
| ১২ | ৩১ | ৭ | ২৫ | ১৩৪০ | | | | | |
| | | | | | ২৭ | ১৫ | ১ | ১০ | ১৩৪১ |
| ১৩ | ১ | ১ | ২৬ | ১৩৪০ | ২৮ | ১৬ | ২ | ১২ | ১৩৪১ |
| ১৪ | ২ | ২ | ২৭ | ১৩৪১ | ২৯ | ১৭ | ৩ | ১৩ | ১৩৪১ |
| ১৫ | ৩ | ৩ | ২৮ | ১৩৪১ | ৩০ | ১৮ | ৪ | ১৪ | ১৩৪০ |

জুলাইৰ প্ৰথম দিনৰ ৰাতি ৭।৩৬ ঘন্টাৰ পৰা ১১।৪ ঘন্টালৈকে চন্দ্ৰ গ্ৰহন হব। ৯' ১৫ বজাৰ সময়ত সৰ্বগ্ৰাহ হব।

THE ORUNUDOI,
*Printed and Published by* O. T. CUTTER, *at the Sibsagor Mission Press.* N. BROWN, *Editor*

অৰুনোদই

৭ বচৰ। মোং সিৱসাগৰ, জুন, ১৮৫২। নম্বৰ ৬।

VOL. VII. SIBSAGOR, ASAM, JUNE, 1852. NO. 6.

## লিদিয়া স্তুর্তিবেন্ত, নাইবা আত্মাক নাস কৰা ঠাৱৰ।

Lydia Sturtevant, or the Fatal Resolution.

লিদিয়া স্তুর্তিবেন্ত নামেৰে এজনি কন্যা জি ১৬ বচৰ ৱয়সত মৰিল, তাই মোৰ চিনা পৰিচইৰ মাজত আচিল, আৰু তাইৰ মাক বাপেক নুইঙ্গলণ্ড আমেৰিকাৰ এটা প্ৰদেসত নিবাস কৰি মান্যৱন্ত আৰু ধৰমি আচিল; তাইৰ মন জুগুত কাৰতে অনেক খৰচ কৰা হল, তাইৰ পাতল স্বভাও, আৰু দেখিবলৈকো সুন্দৰি হোআতে মাক বাপেকে চিকন বুলি সলাগিলে। আৰু বন্ধুবিলাকৰ মাজতো প্ৰধান হৈ অলঙ্কাৰৰ নিচিনা আচিল। আৰু অনা বুজাবিলাকেও তাইক ভাল বুলিলে।

সৰু কালত তাইৰ মন সত্য ধৰমত কেনেকুআ আচিল, তাক সম্পুৰ্ন ৰুপে মই জানিব নোআৰিলোঁ। তেও সৰু কালৰে পৰা তাই জে সত্য ধৰম উত্তম বুলি মানিলে, এয়ে ঠিক হই। আৰু মৰনৰ পুৰ্বে খ্ৰিষ্টিয়ান হবলৈ তাইৰ বৰ ভাৰসা আচিল। তাইৰ মনত জে ধৰমৰ কথা সকল বৰকৈ লাগিচিল, তাক ১৮২৪ জুলাই আৰু আগষ্ট মাহত তাইৰ মনত ভাবনা টানকৈ লাগিল, ইয়াকে সেই বচৰৰ পুৰ্বে অনা ন গল। তেতিয়া তাই মনতে পালে, জে এই দৰে ধৰম হেলা কৰি থকাতে সঙ্কা আচে; বিসেসকৈ এক ৰাতি পুআ টোপনিৰ পৰা উঠি তেতিয়াই তাই ধৰম গ্ৰাজ্য কৰিব লগা আৱস্যক আচে, এনে ভাবনা প্ৰথম বাৰ মনত পৰিল। কিয়নো কিচু পলম কৰিলে প্ৰান ঘোৰ জাতনাত পেলাবলৈ ভই আচে, তাই জেনেকৈ কৈচে, তেনেকৈ পবিত্ৰ আৰু উচিত মতে দিওতা সুচি পৰম ইশ্বৰৰ আগত তাই আপোনাকে আপুনি বৰ পাপি হেন দেখিলে, জে যিচু খ্ৰিষ্টত বাহিৰে আন কতো একো উপাই নাই, জে খ্ৰিষ্টত সকলো জুগুত আৰু পৰিপুৰ্ন ৰুপে পৰিত্ৰান আচে, আৰু তেঁও তাইক সন্তোসেৰে গ্ৰহন কৰিবলৈ তেতিয়াই জুগুত আচে। এই হেতুকে বেলি কৰিলে কি জানি তাইৰ আত্মা হানি কৰা হব, এতেকে তাই পৰিমান চালে, তাই বাদ বিচাৰ কৰিলে, তাই প্ৰাৰ্থনা কৰিলে, এই সকলোৰে পৰা তাই মন ঠাৱৰ কৰিলে, জে সেই দিন সেস নৌ হওতেই মন পালটাই, জি পৰিত্ৰানৰ উপাই তাইক উপজাচি দিয়া হৈচে, তাকে গ্ৰাজ্য কৰিব। তেতিয়া তাই ঠিককৈ মন পালটোআ নাই, কিন্তু সেই দিনত কৰিম বুলি থিৰ কৰিলে। সেই ঠাৱৰ আপোনাৰ মনৰ পৰিমান চোআ কথা হই বুলি তাই ঠিক কৈ জানিলে। আৰু তাইৰ অনন্ত পৰম আয়ুস জি পৰিত্ৰানৰ কথা, ইমান সিঘ্ৰে ভাল ৰুপে সিধি হব, ইয়াকে জানি তাইৰ মনত কুসল আৰু সান্তনা পালে। কিন্তু দিনৰ দিনটো সেই কথালৈ মন কান এৰি মানুহৰ লগত আৰু আন কামতো দিন নিয়ালে। অনেক মাহৰ পৰাহে জেনেকৈ তাই অচেতন নিৰ্ভাবনা ৰুপে আচৰন কৰিলে, প্ৰাই তেনেকৈ সেই ৰাতিতে আপোনাকে পালে।

ধৰমৰ কথা তাইৰ মনত পাচ দিনা ৰাতি পুআ পুনৰাই আগতকৈ টানকৈ লাগিল। সোন

কালে মন নে পালটালে পাচে কি অৱস্থা হব, তাকে তাই আগতকৈ প্ৰকাসিত ৰুপে দেখিলে । আগৰ ৰাতি পুআ থিৰ কৰা কথা ভঙ্গাৰ নিমিত্তে তাই আপোনাকে আপুনি অনেক নিন্দা বিটগুা কৰিলে । আৰু জি জাতনা কব লগা নাই, কেৱল মনলৈহে জনা হল, এনে জাতনাৰে সৈতে আন এটা কথা থিৰ কৰিলে, তাই কোআৰ নিচিনাকৈ জে সেই দিনৰ গধুলি নৌ হঁওতেই ধৰম কৰিবলৈ আৰম্ভন কৰিব; তথাপি মন এনে থিৰ হোআতে তাইৰ বিয়াকুল আৰুও গুচুআ হল । আৰু আগৰ ৰাতি পুআ আগ্যা চন কৰাত তাই আপোনাৰ মনত কিচুমান দুখ পালে, আৰু আগেএ জেনেকৈ তাই আপোনাৰ সক্তিত বিশ্বাস কৰিলে, এতিয়া সেই বিশ্বাস কমিল, তেও এতিয়া তাই আপোনাৰ কথা ইমান দ্রিঢকৈ থিৰ কৰিলে, তাই কথা ৰাক্সাতে আপুনি ইমান অতিসই ৰুপে গধুৰ আচিল, জে তাই জি কৰিব তাতে এফেৰিও সংসই নে লাগে বুলি জানিলে । আৰু তাই সিদ্ধে খ্ৰিষ্টিয়ান হব বুলি আসা দেখাতে মনৰ দুখ গুচিল; এতিয়া তাই জেনে কথা ভাবিলে, পৰম ঈশ্বৰৰ পখত জাবলৈ আগমন্ কৰি এক খোজ কাৰ্হিলে । সেই দিনত মন পালটাবলৈ সকত প্ৰতিগ্যা কৰি তাৰ নিমিত্তে উপাই কৰিলে । জেনেকৈ কৈচে তেনেকৈ ভাবিলে, জে আপোনাৰ মন ধৰমত আসক্ত হল, আৰু তাইৰ কথা জে প্ৰকাস কৰিব তাতে প্ৰাই কিঞ্চিতো সংসই নাই । সেই দিনো আগৰ দিনৰ নিচিনাকৈ গল; দিনৰ মাজতে কেতিয়াবা কেতিয়াবা তাই আপুনি থিৰ কৰা কথাৰ বিসয়ে ভাবনা চিন্তা কৰিলে, তথাপি ইমান বৰ সকতকৈ ন হই, জেনেকৈ তাই ৰাতি পুআ হৈচিল, আৰু একো কাৰ্জ্জ সিধি কৰা ন গল ।

পাচে ৰাতি পুআ তাইৰ মন আৰুও উচাহ লাগিল, আৰু তাইৰ থিৰ কথা পুনৰাই মনত কৰিলে, তথাপি আগৰ নিচিনাকৈ তাই কথা এৰি পেলোআ হল । আৰু এই দৰে কথা থিৰ কৰে, পুনৰাই আৰুও তাই থিৰ কৰা কথা ভাঙ্গে, জেতিয়ালৈকে তাই সকলো আসা ভাবনা ঠিক কৰি এৰিব নোআৰিলে; আৰু আগৰ জি তাইৰ কঠিন মন পুনৰপি তালৈকে উভতি গল । এনেকুআ হলেও তথাপি তাই নিচয়ে অচেতন কৰা ন হল, কিন্তু তাইৰ খ্ৰিষ্টিয়ান হবলৈ আসা আচিল, আৰু তাৰ নিমিত্তে মনো থিৰ কৰিলে; তেও এই কথা প্ৰকাস কৰিবলৈ অধিক দুৰ হেন মনে ভাবিলে, আৰু সেই কথাৰেই পুনৰপি তাই এই জগতৰ সুখ ভোগলৈ উভতি গল ।

এই সময়তে তাই এখান ওচৰৰ গাঁৱত অলপ কাল থাকিবলৈ গল, সেই কাৰনে মই তিনি মাহ মানলৈকে তাইক দেখা নে পালোঁ । পাচে এক দিন ৰাতি পুআৰ সময়ত মোক মাতিলে, তাইক মৰনৰ সজ্যাত দেখিবৰ কাৰনে । তাইৰ সেসৰ বেমাৰ নিচেই চুটি, কেৱল পাঁচ দিন মাথোন বেমাৰ হৈ থাকিল । তাইৰ বৰ ৰোগ এনে চমতকাৰ হৈচিল, জে মৰনৰ পুৰ্বে আঠ ঘণ্টা মানৰ পৰা তাই মৰিব বুলি তাকে বুজিব নোআৰিলে; আৰু তেতিয়ালৈকে পৰিত্ৰান পাবৰ কাৰনে মনত চিন্তা ভাবনা কৰা দেখা ন গল, ৰাতিৰ এন্ধাৰ গুচি অলপ দিনৰ পহৰ হোআ সময়তে অৰ্থাত জি প্ৰাতস কালে তাই ম্ৰিত্যু হল । তাইৰ মৰনৰ সমই জে ওচৰ চাপিল, ইয়াকে সেই সময়ত আন লোক সকলে তাইত কলে, আৰু এই বেমাৰে তাইক মাৰিবৰ নিমিত্তেহে হৈচে, এই কথাকে তাই সুনি অতি আচৰ্জ হেন মানিলে । সেই ঘণ্টাতে তাইৰ মনত জি বেদনা পালে, তাক কব লগা নাই; তাইৰ চাৰিও ফালে নিৰ্জ্জন আচিল; অতিসই প্ৰভাত কাল কিচু মানৰ পাচে লোকা লুকিব সময়ত জি আপোনাৰ বিনাস কৰা কথা থিৰ কৰিচিল, প্ৰাই সেই সমই হৈচিল । লোআ খোঁটালিৰ আৰু তাৰ চাৰিও ফালে থকা বস্তু বেহানিএ তাইৰ আগেএ থিৰ কৰা কথা পুনৰাই মনলৈ আনিলে, আৰু আত্মাৰ জি দুখ অৱস্থা হব তাকে বিয়াকুল চিন্তাৰ দোআৰাই তাইৰ মন একে বেলিএ পুৰ কৰা হল । পৰম ঈশ্বৰৰ আগত তাই বৰ অতিসই পাপি হই, তাকে তাই এতিয়া দেখিলে, মৰনৰ সমইত পাপৰ পৰা মন নে পালটোআ, খেমা নো হোআ, ভাৰসা নাই কিয়া, পৱিত্ৰ আত্মাই দুখ পাই এৰি গল, আৰু তাই পৰিত্ৰান কৰোঁ-

তাক হেলা কৰিলে, অতি ভয়ঙ্কৰ মহা দোষৰ দিন আৰু তাইৰ যি কষ্ট প্ৰতিফল, এই সকলোকে ঠিক তাইৰ আগত দেখা গল।

তাইৰ অৱস্থা তোমাৰ আপোনাৰ যেন হই, ইয়াকে এক খন্তেক মান ভাবা। যি সময় অনন্ত কাললৈ খুগুত হবলৈ তাইক দিলে সেয়ে চুকাল; সংসাৰিক সুখ পাবলৈ যি আসা আৰোগ্য দেহ আৰু সক্তি গুচিল, তাইৰ সৰিলত ৰোগ ইমান বেগতে বাৰ্হিল, যে তাইৰ তেজ অতি সিঘ্ৰে বহিত হৈ বন্ধ কৰিলে, আৰু তাইৰ প্ৰান বায়ু গমন কৰা কঠিন হল, আৰু মূৰ্চিত ভাও আৰু দুখৰ দোআৰাই সৰিল ভগাৰ নিচিনা হৈ মৰন তাইৰ আত্মাৰ ওপৰত অধিকাৰ হল, এনে অৱস্থাত আত্মাৰ বিনই তাই আৰু কি কৰিব পাৰে? তথাপি এতিয়া কাৰ্য্যৰ কৰিবৰ আৱস্যক; যদি ন কৰে, তেন্তে পৰিত্ৰান কেতিয়াও পাব নোআৰে; কিয়নো নিচই অলপ ঘন্টাৰ পাচত আৰু কাল ন হব। এক সময়ত তাইৰ যাতনা সহিবলৈ ইমান টান আৰু তাইৰ সক্তি ইমান হিন হল, যে তাইৰ আত্মা অনন্ত সাস্তিলৈ হেৰাল বুলি নিচইকৈ জানিলে। আৰু তাৰ নিমিত্তে এতিয়া একো কৰিব নোআৰিম যেন দেখি তাইৰ আত্মালৈ যি ঘোৰ যাতনা, তাক পাবলৈ তাইৰ মন অলপমান খন্তেক অতি বিয়াকুল ৰূপে দেখা গল, কিন্তু হাই হাই হেৰালহে! সেই কথা কেনে, এনে কথা ভৱাতে তাইৰ অমৰন জিৱনলৈ জিয়া কেঁকোৰা বিচাৰ নিচিনা আছিল, আৰু তাৰেই তাইৰ গোটেই সৰিল ভয়তে কঁপিবলৈ ধৰিলে; তাই জিবলৈ আৰুও যতন কৰিলে; তাই যালাগি চকু মাজি আৰু সকলো সক্তিএৰে প্ৰাৰ্থনা যেন কৰা হব, এনেকুআ দেখা হল, হাই হাই! সেই প্ৰাৰ্থনাই কেনেকুআ যাতনা দেখালে, যেতিয়ালৈকে তাইৰ নিৰ্বলি সৰিল ভাগি মূৰ্চিত ন হল, তেতিয়ালৈকে তাই মাত মাতি মাগন কৰি খেমাৰ নিমিত্তে দায়া খুজিলে; অলপ কাল বলিয়া হোআত মন থিৰে নে থাকিল, তাই যে ৰোগৰ পৰা পুনৰাই ভাল হল, এনেকৈ সপোনত দেখি আপোনাৰ লগৰিয়াবিলাকক কাম আৰু সান্তনাৰ অৰ্থে অস্থিৰ ৰূপে প্ৰকাসকৈ জনালে; কিন্তু অলপমানৰ পাচে গিয়ান আহি তাইৰ ভুল দেখাই অতি যোগেৰে তাই যি অনন্ত দুখৰ ভাগ পাব, তাকে ঠিককৈ বুজালে; নৰক অৰ্থাত তলি নাই কিয়া গাঁতৰ পাৰত কঁপি কঁপি থাকি অনন্ত নৰকৰ সাস্তিলৈ তল জাবলৈ ধৰিলে, ইয়াকে বেলিএ বেলিএ বুলিচিল।

এনেকুআ ভয়ানক ভাবনাত তাই প্ৰাৰ্থনা কৰিবলৈ সক্তি বিচাৰিবলৈ কাৰ্য্যৰ কৰিলে; কিচুমান সক্তি পাই তাই পুনৰাই এনে খ্ৰিষ্টকে মাগন কৰিলে, যে তাইৰ নিৰ্বলি সৰিল ভাগি আৰুও মূৰ্চিত হল, সেই সময় প্ৰাই দুপৰিয়া; গোটেই ৰাতি পুআ তাইৰ লোআ বিচনাৰ চাৰিও কালে প্ৰাৰ্থনাত নাইৰা তাইক পৰিত্ৰানৰ অধিকাৰৰ হাতত সোধাই দিবলৈ উপাই কৰাতে নিয়া হল। কিন্তু সেই সকলো বিফল যেন দেখা গল, এতিয়া তাইৰ সৰিলৰ সক্তি প্ৰাই সকলো চুকুআ হল; তাইৰ ভৰিৰ আৰু হাতৰ আঙুলি চেঁচা হৈ কঁপালত মৰনৰ ঘাম গোট খালে, আৰু ভয়ানক নিৰ্ভাৰসা তাইৰ আত্মাৰ ওপৰত অধিকাৰ হবলৈ খুগুত হল। তাই আপুনি আৰু আমিও দেখিলোঁ, যে যি খন্তেকত মৰিব, সেয়ে ওচৰ আৰু পৰকালত যি দুখৰ যাতনা অপেখ্যা কৰিব তাত একেবিও সুখ নাই; কিন্তু তাই তাৰ পৰা হহকি ধমকা খাই বল। আৰু তাই মোলৈ চকু তুলি চাই আৰু তাইৰ চাৰিও কালে থকাবিলাকক তাইৰ কাৰনে দায়াময় ইশ্বৰৰ আগত প্ৰাৰ্থনা কৰিবলৈ মিনতি কৰিলে।

তাইৰ সোকাম্বিত বাপেক তাইৰ কোলত বহি যি বেলেগ আকৃতি ধৰিচে, তাকে দেখোঁতে তাই মুখ ঘুৰাই চাই কলে, এনে দৰ্সনেৰে জিহকে কেৱল মাক বাপেকেহে বুজিব পাৰে; হে মোৰ প্ৰিয় পিত্ৰি মোক উপকাৰ কৰিব নোআৰা নে? আৰু অলপমান বেলি তুমি মোক জিয়াই ৰাখিব নোআৰা নে? হাই হাই! মোৰ কাৰনে প্ৰাৰ্থনা কৰা, মোৰ কাৰনে প্ৰাৰ্থনা কৰা। তাইৰ বিচনাৰ চাৰিও কালে আমি আৰুও আঁঠু কাৰ্হি তাইক ইশ্বৰৰ হাতত সোধাই দিবলৈ যতন কৰিলোঁ। তাইক পুনৰপি মই ত্ৰান কৰোঁতালৈ বাট দেখাবলৈ কাৰ্য্যৰ কৰি কেতবোৰ

জি অঙ্গিকাৰ উচিত জেন দেখিলো সেই অঙ্গিকাৰ জেতিয়া তাইলৈ কৰ ধৰিলো, তেতিয়া তাই টান মাতেৰে সৈতে কলে; "মই খেমা পাবলৈ অসাধ্য, মোৰ কাল চুকাল, মোৰ কাল গল।" পুনৰাই তাইৰ সেই বিনাসৰ থিৰ কৰা কথা মনত কৰি এনে প্ৰাৰ্থনা কৰিলে, বোলে, তাই জেনেকৈ ধৰম হেলা কৰিলে সেই ৰূপে জেন আন জৌৱন লোকবিলাকে ন কৰিব, ইয়াকে মোৰ সভাত থকা লোক সকলক বুজাবলৈ মোক মিনতি কৰিলে, মন পালটাবলৈ কেৱল কথা থিৰ কৰি থাকিবৰ উচিত ন হই, মোৰ মৰনৰ অৱস্থা সুঁঅৰি তাৰ পৰা বুধি লৈ সাৱধান, সাৱধান হওক বুলি কলে; পুনৰপি প্ৰাৰ্থনা কৰিবলৈ আৰম্ভন কৰিলে, তথাপি মুৰ্চিত হৈ গল।

এতিয়া তাই কথা উচাৰন কৰিব নোঅৰা হল, তাইৰ চকুৰ আক্ৰিতি ভয়ানক ৰূপ হৈ জি জাতনা কব নোআৰে সেই অতিসই জাতনা কেতিয়াবা কেতিয়াবা বুজালে; তাই মন উচাহি একেৰিও কম হোআ জেন দেখা ন গল, আগেএ জেনেকৈ প্ৰাৰ্থনা কৰিবলৈ হই এতিয়াও সেই দৰে আচে, জদ্যপিও এতিয়া কথাতকৈ দুখ জাতনা আৰু কেঁকনিৰ দোআৰাই তাইক দেখিবলৈ আন ৰকম হল। জেতিয়ালৈকে প্ৰত্যেক অঙ্গ দুৰ্বলি হৈ ন গল, তেতিয়ালৈকে কেঁকনি ৰূপে প্ৰাৰ্থনা কৰি নাইবা মুৰ্চিত হৈ হৈ থাকিল, আৰু সেসতে দিঘল নিস্বাস কাহিঁ জি ঠাইৰ পৰা কেতিয়াও উভতি নাহিব, সেই ঠাইলৈ তাইৰ আত্মা উৰি গল।

মই এই মৰনৰ দ্ৰিষ্টিৰ পৰা জোআতে জাৰ অৱস্থা সলাব নোঅৰা জি এই অতি প্ৰেমৱন্ত কন্যা তাইৰ সংখেপ বিবৰন পৰিমান চাই লিখিবলৈ মন কৰিলো; কিন্তু অলপমানৰ আগেএ তাই দোস দেখিলে আৰু ভাবসা সুভ বাত্ৰাৰ অঙ্গিকাৰ পবিত্ৰ আত্মাৰ উপকাৰ পাবলৈ ঠাই আচিল; উধাৰ কৰোঁতাই মাতিলে, পৰম আত্মাই উদগাই, তাই মন দি পৰিমান চালে আৰু মন থিৰ কৰিলে, কিন্তু হাই হাই! সেই থিৰ কৰা কথা পাচলৈহে খোআ হল; জদ্যপি অলপমান ঘণ্টা.২ নিলগ আচিল, তেও পাপ আত্মাই তাইৰ মনত জি জি সিঁচা হল, তাক কাহিঁ নিবলৈ জি কাল লাগে তাক দিয়া হল; জি কথা তাইৰ মনৰ খেদ গুচাই মন পালটাবলৈ বাধা কৰিলে, এয়ে তাইৰ আগলৈ মন পালটাবলৈ ঠাৱৰ কৰিলে, নাইবা জি তাই আপুনি কৈচিল, সেই বিনাসৰ থিৰ কৰা কথা; জদি তাই ঠিককৈ মন পালটাই, কথা থিৰ কৰাতকৈ জদি ধৰম গ্ৰাজ্য কৰিলেহেঁতেন, তেন্তে তাইৰ মৰন নিচই সৰু কালত হলেও, তথাপি সেয়ে তাইলৈ জয়তকৈ জই সান্তনা হৈ তাইৰ মৰনৰ পাচত সুৱভাও সুঁঅৰি সকলোএ আসিৰ্বাদ কৰিলেহেঁতেন, আৰু পৰকালত মহিমা জুক্ত হলহেঁতেন।

কিন্তু মন পালটাই খ্ৰিষ্টিয়ান হম বুলি থিৰ কৰা কথা জি ইমান গধুৰ ৰূপে থাপন কৰিলে, আৰু ইমান সোন কালে সিধি কৰিব, তাকে কি সতেৰে এনে কেলেসলৈ এৰি দিব পাৰিলে; তাৰ উত্তৰ প্ৰকাসিত আচে, এই কথাৰ মাজত আমি মানুহৰ কপটিয়া হোআ মন আৰু চইতানৰ মায়াৰ জাল দেখিচো। একে বেলিএই দোস দেখি মন পালটাওক চাৰি থিৰ কৰা কথাতে তাই মন ভাল বুলি মানিলে, জেতিয়ালৈকে সংসাৰিকৰ কাম আৰু সুখ ভোঁগেৰে সৈতে তাইৰ মন পুৰ কৰা ন হল। তাইৰ কথা ইমান সৰুত ৰূপে থিৰ কৰিলে, আৰু ইমান সোন কালে সিধি কৰিব, ইয়াকে ভাবি মনত কিচু আনন্দ পাই তাইৰ চিন্তা চুকাই গল। তাই সেই দিনত মন পালটাম বুলি জি কথা থিৰ কৰিলে, সেয়ে বিবেচনাত ভই গুচালে। আৰু এই দৰে একে বেলিএই মন পালটাবলৈ জি অতি সক্তিমন্ত্ৰ চেতনা কৰোঁতা আচিল, তাকে গুচুআ হল, তাইৰ স্বভাৱত জি লাগিল সেয়ে কেৱল কানিৰ বাগিৰ নিচিনা প্ৰবঞ্চনা কৰা মৰনহে। জি ইস্বৰৰ দুতে নে ভাঙ্গে মানে আন কোনেও ভাঙ্গিব নোআৰিব, সেয়ে এনে বিনাসৰ চৌপনিত পেলালে।

এনে মায়াত পৰি ভলি নাই ক্ৰিয়া গাঁতলৈ কিমান গৈচে, আমাৰ ভয়ানক প্ৰমানিক, হে পৰ্হোতা, তোমাৰ এই দৰে ন হই নে? তুমি কিয়

অচেতন হৈ থাকা! তুমি ইয়াৰ পাচত মন পালটাবা বুলি থিৰ কৰিচা, ইয়াৰ কাৰন ন হই নে' এনে কোনো নিদ্ৰাত দিয়া দৰৱ দোসাদোস গিয়ান অচেতন হৈ তাক টোপনিত বন্ধ ৰাখিবলৈ তোমাৰ মনত ন লগাকৈ তুমি এক দিন বা এক ঘণ্টা মাথোন জিয়াই থাকিব পাৰিবা নে' সেই ৰূপে ঘণ্টাৰ পাচত তোমাৰ মৰন জে আহিব, এযে জদি এতিয়া প্ৰকাস হোআ হলে. তুমি সাৰ নে পাবা নে? পৰম ইশ্বৰক পাব পাবা. জি সুভ কালত তুমি অন্তিসই ৰূপে কাৰু... কৰি নু খুজিবা নে? তেও তুমি অলপতে মৰিবা, ইয়াকে ঠিক জনা জি অৱস্থা, আৰু তোমাৰ এতিয়াৰ অৱস্থাই কেনে বেলেগ। মৰন অৱস্যে আহিব, তেন্তে জেতিয়া তুমি সোন কালে মৰিব লাগে, এই কথা ঠিককৈ জনা গল, কি কাৰনে এনে অচেতন হৈ মৰনলৈ জুগুত হবলৈ উপাই ন কৰা? স্বৰগ আৰু নৰক এই দুইৰ জি ভোগ তোমাৰ আগন্তুক আচে, তাক বাচি লবলৈ কি সংসাৰৰ মায়াই তোমাক বিনাসত টোপনিত ৰাখিচে, মৰনৰ পাচতহে মন পালটাবা বুলি অৰ্থাত সেই অতি চল কৰা ঠাৱৰ, ইয়াৰ বাহিৰে আন কথা নাই, এই কথা আৰু তাৰ ওপৰত থকা মিচা ভাবনা গুচাই তুমি টোপনিয়াই থাকিব পাবা নে! কেতিয়াও ন হই, সেসৰ দিনত ভেঁৰিৰ সবদ সুনাৰ নিচিনা তুমি টোপনিয়াই থাকিব নোআৰিলাহেঁতেন ।

তেন্তে মন পালটাবলৈ কেৱল থিৰ কৰা কথা জ অতি মায়া হই, ইয়াকে প্ৰকাস ৰূপে এতিয়া দেখিব পৰা হল । সেয়ে জি অচেতন মন এতিয়াও তোমাৰ আত্মাক সৰ্বনাসত পেলাইচে তাকে পালন কৰিচা; ইয়াৰ পাচে মন পালটাম বুলি জিমান টানকৈ থিৰ কৰা, সেযে একো ন হই, কিয়নো তোমাৰ থিৰ কৰা কথা জেনে, তোমাৰ মিচা ভাবনাও তেনে হল। আৰু ইয়াতে বিশ্বাস কৰি তোমাৰ দোসাদোস ...ধান কমি ...ৰ তোমাৰ কথা সিধি কৰিব... কাল কিচ... ওচৰ, সেয়ে একো ন হই, ... ...ৰ কেৱল "পিত্ৰিক পুতিবলৈ" জোআৰ নিচিনা, নাইবা অকল "ঘৰৰ মানুহবিলাকত বিদাই লবৰ নিমিত্তে," (লুক ৯: ৫৯, ৬১,) একো ন হই; জদি কেৱল আধা ঘণ্টা মানহে বেলি কৰা হই, তেন্তে সকলো জগতৰ ধন জমস্যাৰে প্ৰতিফল হব নোআৰা জি সন্ধা সেয়ে তোমাৰ ওপৰত পৰিব । এতিয়া মন পালটাবলৈ আগ্যা আচিল, তথাপি পলম কৰা হলে সেই আগ্যা হেলা কৰিলে, আৰু কাম বা মিতিৰবিলাকৰ লগত সুখ ভোগ পাবলৈ এৰি দিব পাৰে, নাইবা পবিত্ৰ আত্মাক জানো দুখ দি দুৰ কৰে, নাইবা জি পাপ জগতৰ কেলেস আৰু কেঁকনি আৰু চকুৰ পানি এই সকলোএ প্ৰাচিত্ত দিব নোআৰে, এনে বৰ পাপ কি জানি থাকিব পাৰে । কেৱল এই মন পালটাম বুলি কোআ কথা জেতিয়ালৈকে তাক হব লগা নাই, তেতিয়ালৈকে দণ্ড পোআ ঠাই অৰ্থাত নৰকত নিবাস কৰালে । সেয়ে চইতানৰ আটাইতকৈ চল কৰা মায়া হৈচে, আৰু তাতে বিশ্বাস কৰিবলৈ এক ঘণ্টা মানো উচিত ন হই । জাত্ৰিকৰ মায়া মাটিৰ নিচিনা হই, তাতে জি জন টোপনিত পৰিচে, সি মৰনৰ দুআৰতহে সুই থাকিচে, ধৰমৰ কেতিয়াবা লাভ জদি হব, সেই লাভ এতিয়াই হৈচে, আৰু তাৰে কেতিয়াবা নিৰ্বন্ধ কৰা জদি হব, এতিয়াও নিৰ্বন্ধ কৰা হৈচে; জদি সৰ্বোপৰি পৰম ইশ্বৰক তুমি কেতিয়াবা সেৱা কৰিবৰ উচিত আচে, তেন্তে এতিয়াও তেঁওক সেৱা কৰিব লগা হল। জি কৰম হেলা কৰিবলৈ নহিবা উমলিবলৈ ন হই, কিন্তু কৰিব লগা এনে বিসয়ে ধৰম আচে, তুমি মনত কৰা কথা বা অঙ্গিকাৰ বা ঠাৱৰ মাথোন দিব লাগে, এনে ন হই; কিন্তু একে বেলিএই মন চিত পৰম ইশ্বৰক সমৰ্পন কৰিব লাগে, অৰ্থাত বাক্য আৰু আত্মা আৰু পৰম ইশ্বৰৰ পবিত্ৰ ইচাৰে আচৰন কৰি প্ৰভু খ্ৰিষ্টৰ প্ৰাচিত্তত সন্তুষ্টেৰে বিশ্বাস কৰিব লাগে । ধৰমৰ অৰ্থে কেৱল মানুহে কোআ কথা লব নোআৰে, এক নিস্চিনো বিশ্বাস ৰাখিব নোআৰে, কেৱল প্ৰভু জিচু খ্ৰিষ্টত আস্ৰই ন ললে সকলো অকাজ, আৰু মন পালটাম বুলি থিৰকৈ ... কৰি

লেও জদি বেলি কৰিব, তেন্তে "এভিয়া সকলো চাইতে আটাই মানুহক মন পালটাবলৈ আগ্যা কৰিচে ।" পাঁচনিবিলাকৰ কৰম ১৭:৩০ । এনে জি সকত আৰু সুচি পৰম ইশ্বৰৰ সাক্ষত দিয়া আগ্যা, তাকে কোনো মতে পৰিপুন কৰিব নোআৰে; হে পৰ্হোতা মানুহ, অতি ভয়ঙ্কৰ, সৰ্বসক্তিমন্ত পৰম ইশ্বৰে জি সেই দ্রিঢ় আগ্যা দিলে, আৰু তেঁওৰ সেসৰ সোধত দিয়া প্রতিফল, আৰু তোমাৰ অমূল্য আত্মাৰ হব লগা অৱস্থা, আৰু বিসেসকৈ জি জন পাপি লোকৰ নিমিত্তে আপোনাৰ প্রান দিলে, তেঁওৰ অসিমা প্রেম, এই সকলোকে পৰিমান চাই মন পালটাবলৈ সোন কালে আপোনাকে উদ্যুগি কৰা ।

D.

## খঙ্গ কৰাৰ কথাত হিতোপদেস ।

Exhortation to the Young against Anger

সকলো মানুহে এক মহা জুধ কৰিবলৈ আচে । কিন্তু তাক বুজ নে পাই । সেই জুধ কাৰে সৈতে কৰিব লাগে বুলি মোৰ প্রিয় লৰা চোআলিবিলাকে ভাবিচা? তেন্তে কঁও, সুনা । সেই মহা জুধ তোমোলাকৰ আপোন আপোন সংসাৰিক মনে সৈতে কৰিব লাগে । সংসাৰিক মনেই সকলো বিধ পাপৰ স্বভাও । সেয়ে তোমোলাকৰ মহা সত্রু । সেই সত্রুএ সৈতে জদি তোমোলাকে জুধ ন কৰা, তেন্তে সেসত সৰ্বনাস হবা । সংসাৰিক মনে সৈতে জুধ কৰাৰ অৰ্থ, তোমোলাকৰ পাপৰ স্বভাও দমন কৰা, তাকে মহা জুধ কৰা বোলে । জদি সৰু কালৰে পৰা তোমাৰ মনৰ দুষ্ট স্বভাও দমন কৰিবলৈ কাৰ্জ্যৰ ন কৰা, তেন্তে সেসত কি গতি হব পৰ্হি চোআ ।

খঙ্গ ক্রোধ কৰিলে বেয়া বুলি সকলোএ জানে; আৰু জাৰ মনত তেনে ক্রোধ থাকে, তাক ইশ্বৰে মানুহ বধি বুলি সাক্ষত কৈচে । কিন্তু জেতিয়া লৰা চোআলিবোৰে ইটৰ সিটৰ মাজত খঙ্গ কৰে, তেতিয়া পাপ হৈচে বুলি নে ভাবে হবলা । তেন্তে প্রিয় লৰা চোআলিবিলাক তোমোলাকৰ মুখৰ পৰা জেতিয়াবা কেতিয়াবা জি ক্রোধৰ বচন ওলাই সেয়ে পাপ হই নে ন হই, তাক মই কঁও, মন দি সুনা । কোনো এক দিনত লৰা এটা বাটত গৈ থাকোঁতে এবেগত মান দিখল নিচৈ সৰু কাল সাপৰ পোআলি এটি পালে । তাকে পালত তাৰ মনত বৰ ৰঙ্গ হল; কিয়নো সাপৰ পোআলিটিৰ গাত কাপ কাপ বহু বৰন থকাত দেখিবলৈ অতি সুন্দৰ আচিল । তেতিয়া সেই লৰাই কাল সাপৰ পোআলি বুলি তাক চিনি নো পোআত মাটিৰ পৰা হাতত তুলি ললে । আৰু ঘৰলৈ নি মাক বাপেকে ন জনাকৈ এটা সৰু সজাত ভাল মতে বাখি থলে । তাতে সি নিতৌ নিতৌ গাখিৰ আৰু আন আন খোআ বস্তু আনি সাপৰ পোআলিক দি ক্রমেৰে ডাঙ্গৰ কৰিলে । পাচে এদিন বাপেকে সেই লৰাটিক কিবা কাৰ্জে দুই তিনি দিনিয়া বাটৰ আঁতৰ হোআ গাও এখানলৈ মাকৰ লগত পাচিলে । তাতে মাকৰ লগত আন দুৰে চাইলৈ গলত কাল সাপৰ পোআলিটো সজাতে বন্ধা হৈ লৰা মাকে সৈতে ঘুৰি নহালৈকে একো খাবলৈ নো পোআত অতি ভোকেৰে খৰমৰাই আচিল । কিন্তু পাচে জেতিয়া লৰা আহিল, তেতিয়া একে বেলিএ তাৰ সুন্দৰ সাপৰ পোআলিটি আচে নে নাই, তাকে চাবলৈ গল । আৰু সজাৰ ভিতৰত সি ভোকেৰে মেৰ পাতি থকা দেখি লৰাটে মৰম কৰিবলৈ হাতত তুলি লব খুজিলে । তেতিয়া ভোকেৰে থকা কাল সাপৰ পোআলিএ অতি খঙ্গ হৈ থকাত লৰাৰ কঁপালতে খোঁট মাৰিলে । তাতে লৰাটি কাল সাপৰ খোঁট পাই তিলেকৰ ভিতৰতে মৰি গল । তাৰ পাচে অনেক পৰৰ মুৰত মাক বাপেকে লৰা বিচাৰি বিচাৰি কাল সাপে খোআতে মৰি থকা পালে । কিন্তু তেতিয়া লৰাৰ মাক বাপেকৰ কিমান সন্তাপ হল, তাক কোনে কব ।

সেই ৰুপে হে মোৰ প্রিয় লৰা চোআলিবিলাক, তোমোলাকে জেতিয়া ইটে সিটক অলপ খঙ্গ কৰি থাকা, তেতিয়া খঙ্গেই পাচলৈ তোমোলাকৰ কেনে বৰ দুষ্ট সত্রু হব তাক নে জানা; তথাপি তোমোলাকৰ মনত জদি অলপ

খঙ্গ থাকে, সেয়ে লৰাই বাটত পোআ কাল সাপৰ পোআলিৰ নিচিনা বিস হৈ, তোমোলাকক খাব। এতিয়া তোমোলাকে জি অলপ খঙ্গেৰে মাথোন কথা কৈচা, সেই অলপ খঙ্গেই কাল সাপৰ পোআলি বাৰ্হি জোআ দি ক্ৰমেৰে বাৰ্হি জাব। এদিন তোমাৰ লগৰ লৰাক খঙ্গেৰে কথা কৰা, আন দিনত কিলা কিলি কৰিবা। পাচে কি জানো ত্ৰিতিয় দিনত জেতিয়া তোমাৰ খঙ্গ উঠিব, তেতিয়া লোকৰ মুৰৰ ওপৰত টাঙ্গোন মাৰি মুৰ ফালিবা। তেতিয়া সেই এটা মাৰতে ইশ্বৰে আপোনাৰ প্ৰতি মূৰ্ত্তিৰে সৃজন কৰা মানুহক বধ কৰিবা। পাচে তোমাৰ সেই দুষ্ট কৰমৰ দোআৰাই ৰজাৰ আগলৈ জাব লাগিব; আৰু সোধ হোআৰ পাচে কি জানি তুমি আকাস আৰু প্ৰিথিবিৰ মাজত ডিঙ্গিত ডোলেৰে অৰা হৈ মৰা হবা। সেই ৰুপে তোমাৰ মৰন কেৱল অকল ন হই; কিন্তু তাতকৈও তোমাৰ পিত্ৰি মাত্ৰি ভাই বন্ধু সকলোৰে হিয়াত তোমাৰ দুষ্ট কৰমৰ দোআৰাই ঘা মৰা হব।

জি জি লৰা চোআলিবিলাকে সৰু কালতে খঙ্গ পুহি থাকে, সেসত সেই সকলোৰে এনে গতি হই। এই কাৰনে হে প্ৰিয় লৰা চোআলিবিলাক, তোমোলাকে এতিয়া সৰু কালতে এনে দুষ্ট স্বভাও জি খঙ্গ ক্ৰোধ তাক দমন কৰিবলৈ কাৰ্বাৰ কৰা। জদি ন কৰা, তেন্তে কাল সাপৰ পোআলিএ জেনেকৈ তাক পোহা সৰু লৰাটিক কামুৰি একে বাৰে প্ৰান মাৰিলে, সেই ৰুপে খঙ্গেও তোমোলাকৰ হৃদয়ত থাকি বাৰ্হি গলে, সেসত জেতিয়া ডাঙ্গৰ হৈ উঠিব, তেতিয়া একে কামোৰতে তোমাৰ প্ৰান পৰলোকলৈ নিব। আৰু তাত বাহিৰে অনন্ত কাললৈকে সেই দুষ্ট স্বভাৱৰ বিস নু গুচিব, সেই বিসৰ দোআৰাই নৰকৰ অখণ্ডনিয় জাতনা ভুগিব লাগিব।

ন. ল. ক.



## অলপ পাপলৈকো ভই কৰাৰ কথা।

"Behold, how great a matter a little fire kindleth!"

সাস্ত্ৰে কৈচে, দেখা, অলপ জুয়ে কিমান হাবি পোৰে! মই জি কথা ওপৰত লিখিচোঁ, তাৰে সৈতে ইও কথা মিল হৈচে। কিন্তু মোৰ প্ৰিয় লৰা চোআলিবিলাকৰ মনত ভালকৈ এই কথা সোঁঅৰাবৰ কাৰনে পুনৰাই এই কথা লিখিচোঁ। অলপ জুয়ে অৰ্থাত এক ফিৰিঙ্গতিএ বহু হাবি পোৰে বুলি সকলো লৰা চোআলিবোৰে জানে; কিন্তু মই জিহৰ কথা কবলৈ ধৰিচোঁ, কেৱল জুয়ে হাবি পোৰাৰ কথা ন হই। তাতকৈও সৰ্বনাস কৰোঁতা জি জুই আচে, তাৰ কথাহে কব খোজোঁ।

ইশ্বৰে জেতিয়া জগত খন সৃজিলে, তেতিয়া আমাৰ সকলোৰে আদি পিত্ৰি মাত্ৰি দুজনকো সৃজি এখন সুন্দৰ বাৰিত ৰাখি থলে। আৰু এই আগ্যা কৰিলে, তোমোলাকে বাৰিৰ মাজত থকা সকলো গচৰ গুটি খাবা, কিন্তু জি গচ একোপা মই বাৰিৰ মাজ ঠাইত ৰাখিচোঁ, তাৰ গুটি নে খাবা, আৰু নু চুবা। জদি খোআ তেন্তে সেই দিনতে মৰিবা। পাচে সেই ৰুপে সিবিলাক দুয়ো ইশ্বৰৰ কথা মান কৰি আচিল; তাতে বৰ আনন্দ আৰু কুসল সিবিলাকৰ ওপৰত ইশ্বৰে দিলে। আৰু পিত্ৰিএ জেনেকৈ আপোনাৰ লৰা চোআলিবিলাকক আগত লৈ সিইঁতে সৈতে অনেক চেনেহৰ কথা কই, সেই ৰুপে ইশ্বৰেও সিইঁতৰ ওচৰলৈ ঘনে ঘনে আহি কথা বাত্ৰা হই। সেই ৰুপে থকা কালত সিবিলাকৰ অতি সুখ হৈচিল। কোনো ৰোগৰ কথা নে জানিচিল, মৰন কেনে তাক বুজ নে পালে; কি ভাৱে মনত অসন্তোস জনমে বা ক্ৰন্দন কৰে, এনে কোনো দুখৰ কথা কেতিয়াও মনত নো সোমাল। আৰু জি জি জন্তুবোৰ ইশ্বৰে সৃজন কৰি থলে, সিইঁতে আদম হাৱাৰ চাৰিও ফালে দিনে ৰাতিএ সদাই ফুৰি ফুৰি থাকিচিল। প্ৰায়ে সিবিলাকে নিবাস কৰা ঠাইতে সুই খেমালি কৰি থাকে। আৰু সিবিলাকেও তেনে ৰনৰিয়া জন্তুবোৰৰ গাত হাত দি মৰম কৰিচিল, তথাপি

কোনোএ সিবিলাকক হিংসা ন কৰিছিল। সেই জন্তুবোৰৰ মাজত কেৱল ঘৰচিয়া জন্তু আছিল বুলি, মোৰ প্ৰিয় লৰা চোআলিবোৰে নে ভাবিবা; কিন্তু বাঘ, সিংহ, ভালুক, গঁৰ, আদি অনেক বনৰিয়া জন্তু আছিল, তেও সিবিলাকক একো ন কৰিলে। এনে সুখেৰে সেই বাৰিত আদম হাৱা আছিল। এনে সুখ কি কাৰনে পাইছিল, তাক তোমোলাকে জানা নে? সিবিলাকে ইশ্বৰৰ আগ্যা মানি আছিল, সেই কাৰনে ইশ্বৰে সকলো ভাৱে সুখ দিলে।

কিন্তু এদিনত চইতান নামে এক পাপ পুৰুসে আহি আদি মাত্ৰিৰ মনত অনেক কুবুধালি কথাৰে বাৰিৰ মাজত থকা গচৰ গুটি খাবলৈ আলচ দিলে। তেতিয়া মোৰ প্ৰিয় সকল, আদি মাত্ৰিৰ মনত এটি পাপ ৰুপ সৰ্বনাস কৰোঁতা জুইৰ ফিৰিঙ্গঠি ওলাল। সেই কাৰনে তেঁও পাপ পুৰুসৰ কথাত মন দিয়াত গচৰ গুটি খাবলৈ লোভ জনমিল। সেই লোভেই সৰ্বনাস কৰা জুই। পাচে লোভ লাগিলত হাতেৰে লৈতে লাহেকৈ এটি গুটি পাৰিলে, কিন্তু পোনে পোনে তাক খাবলৈ কিচু সংসই আছিল; কিয়নো ইশ্বৰে খাবলৈ হাক দিছিল। তথাপি মনৰ ভিতৰত অগ্নি ৰুপ লোভৰ ফিৰিঙ্গঠি জলিবলৈ ধৰাত পাচে বাকলি গুচাই একেৰি মান মুখত দিলে। তেতিয়া আগতকৈ কিচু সংসই গুচিল, আৰু খাওতে মুখত মৌৰ দৰে সোআদ পোআত তেঁও দুটা চাইটা মান খাব পাই। সেসত গুটি সোআদ হোআত আদি পিত্ৰিক বাৰিৰ মাজৰ পৰা মাতি আনি তেঁওকো খুআলে। সেই ৰুপে সিবিলাকে গচৰ গুটি পাৰি খাঁওতে মুখত মৌৰ দৰে বৰ সোআদ পালে হই, কিন্তু অলপতে সিবিলাকৰ পেট তিতা হৈ গল। কিয়নো জি জনে সেই গচৰ গুটি খাবলৈ বাধা কৰিলে, তেঁও আহিল। তেতিয়াই সিবিলাকৰ মনত বৰ ভই পালে, আৰু মনত লাজো লাগিল, সেই কাৰনে ইশ্বৰৰ পৰা সিবিলাকে বাৰিৰ মাজত পলাবলৈ বিচাৰিলে। কিন্তু ইশ্বৰৰ চকুৰ আগৰ পৰা সিবিলাক লুকাই থাকিব পাৰিচিল বুলি মোৰ প্ৰিয় লৰা চোআলিবিলাকে ভাবিচা নে? ন হই, জি জনে একে বাৰে সকলো স্ৰিষ্টি খনকে দেখিব পাৰে, তেঁওৰ আগত একো বস্তু লুকাই থাকিব নোআৰে, সেই কাৰনে আদম হাৱাই জি ঠাইত লুকাই থাকিচিল, তাক ইশ্বৰে আগেএ জানিলে। পাচে ইশ্বৰে সিবিলাকক বাৰিৰ মাজৰ পৰা মাতি আনি তেঁওৰ আগ্যা ভাঙ্গি গচৰ গুটি খোআত সাপ দিলে। আৰু জি সুন্দৰ বাৰিত সিহঁতক ইশ্বৰে ৰাখি থৈছিল, সেই বাৰিৰ পৰাও খেদালে। সেই দিনৰে পৰা সিবিলাকৰ ওপৰত অত্যান্ত দুখ হল। সৰিলত জৰ নৰিয়া আদি কৰি অনেক বিধ ৰোগ ওলাল। আৰু বৰ স্ৰমেৰে বন কৰিহে আহাৰ পাব পাৰিচিল। সিহঁতৰ চাৰিও ফালে থকা জন্তুবোৰৰ ক্ৰুৰ স্বভাও হোআত সিহঁতেও হিংসা কৰিবলৈ ধৰিলে। আৰু তাত বাহিৰেও সিবিলাকৰ ওপৰত আৰু এটা বৰ সত্ৰু হল। মোৰ প্ৰিয় লৰা সকল, সেয়ে কোন সত্ৰু বুলি তোমোলাকে ভাবিচা? বাঘ বা সিংহ নে? ন হই, মোৰ প্ৰিয় সকল, জেয়ে আমাক সকলো মিত্ৰিৰ কুটুম, পিত্ৰি মাত্ৰি, আৰু ভাই ককাইৰ পৰা চেদ কৰাই, আৰু আমাৰ সুন্দৰ সৰিলৰ পৰা জিৱাত্মা বাজ কৰি অনন্ত পৰলোকলৈ নি সৰিলক মাটিত লই জাব দিএ, সেয়ে ম্ৰিত্যু। সেই ম্ৰিত্যু সিবিলাকৰ ওপৰত নিচই অধিকাৰ হল।

এতিয়া প্ৰিয় লৰা চোআলিবিলাক দেখা, আৰু ভাবি চোআ, মই আগেএ তোমোলাকত জি কলোঁ, বোলোঁ, অলপ জুয়ে কিমান বৰ হাবি পোৰে, তাক তোমোলাকে দেখিচা নে? আমাৰ আদি মাত্ৰিএ প্ৰথমে কি কৰম কৰিলে? কেৱল গচৰ গুটি মাথোন পাৰি খালে। তাৰ দোআৰাই সিবিলাকৰ কিমান দুখ আৰু অপমান হল। সুন্দৰ বাৰিৰ পৰা খেদোআ হল; আৰু সকলো বিধ ৰোগ বিয়াধিএ সৰিলত ধৰিলে। তাত বাজে সিবিলাকৰ ওপৰত মৰন লোমাল। আৰু কেৱল সিবিলাকলৈ মাথোন এনে দুখ হল, এনে ন হই, কিন্তু সিবিলাকৰ জি জি সন্তান প্ৰিথিবিৰ ওপৰত হব, সেই আটাইৰে ওপৰত এনে দুখ আপদ আৰু ম্ৰিত্যু হল।

এবেলি মাখোন আগ্যা ভাঙ্গিলত জগতৰ সকলো প্রানিৰ ওপৰত পাপ অধিকাৰ হল। আৰু মৰনৰ দোআৰাই আটাই প্রানিকে পৰলোকলৈ নি থাকে।

মই জি জুই কিৰিজটিৰ কথা কবলৈ ধৰিলোঁ, তাকে তোমোলাকে এতিয়া বুজিব পাৰা। সেই জুই কেৱল আমাৰ আদি পিত্রি মাত্রিৰ মনত আছিল, সিও কেৱল ন হই, কিন্তু আটাই মানুহ, লৰা চোআলিবোৰৰ মনত আছে। এতেকে তোমোলাকে মোৰ কথাত মন দিয়া, আৰু সেই কিৰিজটি তোমোলাকৰ মনৰ পৰা ওলাই ডাঙৰ জুই হৈ জেন তোমোলাকৰ ওপৰত আপদ ন ঘটাই, তাৰ কাৰনে কাৰ্য্যাৰ কৰা। জদি তোমোলাকে বোলা, আমাৰ ভিতৰত নো কি জুই আছে? তাক আমি নে দেখোঁ, তেন্তে মই দেখুৱাওঁ, ভালকৈ চকু মেলি চোআ। জিটো মানুহ চোৰ হই, সি আগৰে পৰা তেনে বৰ দুষ্ট চোৰ হৈছিল নে? তোমোলাকে কি ভাবা? মই নিচই জানিছোঁ, আগৰে পৰা সি বৰ চোৰ ন হৈছিল। কিয়নো আগেএ তোমোলাকৰ নিচিনা সৰু লৰা আছিল। লৰা কাল থকাত ইমান বৰ চোৰ হব নোআৰে। লোকৰ ঘৰত সিন্ধি দিবলৈ আৰু মানুহৰ ঘৰত সোমাই সোন ৰুপ, লোটা বাটি, আৰু চন্দুক পেৰা এনে বস্তু নিবলৈ সক্তি নাই কিছিল। কিন্তু জেতিয়া প্রথমে চুৰ কৰিবলৈ ধৰিলে, তেতিয়া এটা বেজি কি জানি এদিনত চুৰ কৰি নিলে, তাৰে পৰা লাহে লাহে বয়স বাঢ়ি জোআত লাহো বাঢ়ি গৈ বৰ প্রধান চোৰ হল। এই ৰুপে মানুহৰ জি দুষ্ট স্বভাও আছে, সেই আটাইবোৰ জুইৰ কিৰিজটিৰ নিচিনা প্রথমে আছিল। পাচে ক্রমেৰে বাঢ়ি বাঢ়ি গৈ বৰ ডাঙৰ জুইৰ নিচিনা হল। সেই ৰুপে সৰু লৰা চোআলি আটাইৰে মনত জুইতকৈ বৰ সৰ্বনাস কৰোঁতা পাপৰ স্বভাও আছে। কোনোএ সৰু কালৰে পৰা মিচা কবলৈ সহজ কৰে, কোনোএ চুৰ কৰিবলৈ সিকে, কোনোৰ খঙ, কোনোৰ বেল্যা স্বভাও আছে। সেই সেই স্বভাৱৰ দোআৰাই তোমোলাকক নষ্ট কৰিব, তাক মোৰ প্রিয় সকলে জানিবা নে? হই মোৰ প্রিয় সকল, সেয়ে তোমোলাকক সৰ্বনাস কৰিব। এটা মিচা কোআৰ দোআৰাই কি জানি তোমোলাকৰ বহু হানি হই। বা অলপ খঙ কৰাৰ দোআৰাই তোমোলাকৰ প্রান মৰা হব। তাত বাহিৰে মৰনৰ সেসত অনন্ত নৰকতো জাতনা ভুগ্তাব। তোমোলাকৰ অলপ বেয়া স্বভাৱৰ দোআৰাই দেখা কিমান দুৰ্ঘটনা হই। তেন্তে মোৰ প্রিয় লৰা সকল, এনে মনৰ জুই নুমাবলৈ তোমোলাকৰ কি উপাই আছে? কেনেকৈ এনে সৰ্বনাসৰ পৰা ৰখ্যা পৰিবা? তেন্তে মন দিয়া, মই তাৰ উপাই দেখাঁও। তোমোলাকে সৰু কালতে আপোনাৰ মন ইশ্বৰক দিয়া। পাপ স্বভাও এৰি তালৈ ঘিন কৰা। আৰু জি জনে আমাৰ সকলোকে এনে সৰ্বনাস কৰোঁতা জুই নুমাবলৈ স্বৰগৰ পৰা নামি আহিল, এনে জি প্রভু যিচু খ্রিষ্ট, তেঁওলৈ প্রার্থনা কৰা। তেঁৱে পবেঙ্গনিত উলিওআ আপোনাৰ তেজৰ দোআৰাই তোমোলাকৰ মনৰ দুষ্ট স্বভাৱৰ জুই নুমাবৰ সক্তি আছে। তেঁওত বাজে আন কোনোএ তোমোলাকক ৰখ্যা কৰিব নোআৰে। তোমোলাকে জদি আপোনাৰ মন সৰু কালতে তেঁওক দিয়া, অৰ্থাত তেঁওলৈ প্রার্থনা কৰি তেঁওৰ সিস্য হোআ, তেঁৱে তোমোলাকক আপোনাৰ পো জি বুলি মৰনৰ সেসত অনন্ত সুখ দিব। এই কাৰনে মোৰ এই কথা সুনা প্রিয় লৰা চোআলিবিলাক, তোমোলাকে সাৱধানে আপোন আপোন মনৰ দুষ্ট স্বভাও দমন কৰিবলৈ জতন কৰা। জদি জতন ন কৰা, তেন্তে সেই দুষ্ট স্বভাৱে ইহকালত আৰু পৰকালতো তোমোলাকক সৰ্বনাস কৰিব। দেখা, অলপ জুয়ে কিমান বৰ হাবি পোৰে!

ন. ল. ক.



## আব্ৰাহাম বা ইশ্বৰ প্ৰেমৰ পৰিখা ।

**Lesson VI.—Abraham, or the Trial of Love.**

পাচে ইচাক বাৰ্হি মানুহ হল । সি আব্ৰাহাম আৰু চাৰাৰ নিচিনাকৈ তাম্বু ঘৰত বাস কৰিলে; সিবিলাক তিনিও ইশ্বৰক আৰু ইটৈ সিটক প্ৰেম কৰি এটা সুখি পৰিয়াল হল ।

গৰু, গাধ, চাগ, মেৰ চাগ, সোন, ৰুপ আদি আব্ৰাহামৰ ভালেমান সম্পত্তি আচিলে বুলি তোমোলাকে জানা; কিন্তু তেঁওৰ এটা বস্তু আচিল, জাক এই সকলোতকৈ সৰহ প্ৰেম কৰে। সেয়ে কি? তেঁওৰ প্ৰিয় পুত্ৰ ইচাক । তাকহে তেঁওৰ আন সকলোতকৈ সৰহ প্ৰেম কৰে ।

তথাপি আব্ৰাহামে তাতকৈও অধিক প্ৰেম কৰা আন এজন আচিল । সেই জন কোন? সেই জন ইশ্বৰ । আব্ৰাহামে আন সকলোতকৈ ইশ্বৰক অধিক প্ৰেম কৰাৰ কি কাৰন? ইশ্বৰেহে তাৰ জি আচে, সেই সকলোকে দিলে ।

প্ৰিথিবিৰ সকলো বস্তু আৰু আপোনাৰ পুত্ৰ ইচাকক প্ৰেম কৰাতকৈও তেঁওক আব্ৰাহামে অধিক প্ৰেম কৰে নে, ন কৰে, তাকে চাবলৈ ইশ্বৰে আব্ৰাহামক পৰিখা কৰিম বুলি কলে।

আব্ৰাহামে ভেঁটিৰ ওপৰত মেৰ পোআলিৰে হোম দিয়া তোমোলাকে সুনিচা । এতিয়া ইশ্বৰে কলে, মই তোমাক জি ঠাই দেখাম, তাতে ভেঁটিৰ ওপৰত তোমাৰ প্ৰিয় পুত্ৰ ইচাকক বলি দিয়া ।

ইয়াকে কৰিবলৈ আব্ৰাহামলৈ বৰ টান নাচিল নে? আব্ৰাহামে ইশ্বৰক ইমান প্ৰেম কৰাৰ কাৰনে তেঁও কোআ সকলোকে কৰিবলৈ ইচা কৰিলে । পাচে পুৰিবলৈ কাঠ কাটি, গাধৰ ওপৰত দি তেঁওৰ দুটা চাকৰক আৰু ইচাকক আপোনাৰ পাচত আহিবলৈ কলে, তেঁও চাৰাক তাম্বু ঘৰত এৰিলে । সিবিলাক চাৰিও তিনি দিনলৈ খোজ কাৰ্হি গৈ পাচে দুৰৈত থকা এটা ওখ পৰ্বত দেখিলে ।

সেই ঠাইতে ভেঁটি সজা হব বুলি, আব্ৰাহামে জানিলে; এই কাৰনে চাকৰত কলে, ইয়াতে গাধৰ লগতে থাক, মই আৰু ইচাক পৰ্বতৰ ওপৰত ইশ্বৰক সেৱা কৰি আহোঁগৈ ।

তেঁও গাধৰ ওপৰৰ পৰা কাঠ লৈ ইচাকৰ কান্ধত বান্ধি দিলে । তেতিয়া এহাতে জুই আৰু আন হাতে দা লৈ দুয়ো একে লগে পৰ্বতৰ ওপৰলৈ উঠি গল ।

আপোনাকে বলি কৰি উচৰগ কৰিব বুলি ইচাকে নে ভাবি, কিন্তু এটা মেৰ পোআলি বলি হব বুলিহে ভাবিলে । এই কাৰনে সি কলে, বোপাই! আব্ৰাহামে বুলিলে, মোৰ পুত্ৰ, মই ইয়াতে আচোঁ । ইচাকে কলে, ইয়াত জুই আৰু খৰিও আচে, কিন্তু মেৰ পোআলি কতা?

আব্ৰাহামে কলে, মোৰ পুত্ৰ, ইশ্বৰে এটা মেৰ পোআলি আমালৈ জুগুত কৰিব; কিন্তু সি আপুনি মেৰ পোআলি বাবে হব লাগিব বুলি আব্ৰাহামে তাক ন কলে ।

পাচে সিবিলাকে পৰ্বতৰ ওপৰ পালেগৈ । তেতিয়া আব্ৰাহামে সিলেৰে এটা ভেঁটি সাজি ইচাকৰ কান্ধৰ পৰা কাঠ নমাই ভেঁটিৰ ওপৰত দিলে । ইচাক আপুনি মেৰ পোআলি হব লাগে বুলি জানিবলৈ এতিয়া সময় আহিল । জি জৰিৰে কাঠ বান্ধিচিলে, তাৰে ইচাকক হাতে ভৰিএ বান্ধি ভেঁটিৰ ওপৰত মেৰ পোআলিৰ দৰে থলে ।

তেতিয়া আব্ৰাহামে ইচাকক মাৰিবলৈ দা দাঙিলত স্বৰগৰ পৰা দুতে তেঁওক আব্ৰাহাম, আব্ৰাহাম বুলি মতা সুনিলে । দুতে কলে, তোমাৰ পুত্ৰ ইচাকক নে মাৰিবা; তুমি ইশ্বৰক প্ৰেম কৰা বুলি তেঁও এতিয়া জানিচে, কিয়নো তেঁওক তোমাৰ একেটি প্ৰিয় পুত্ৰকে দান কৰিলা ।

ইচাকৰ জৰি মেলিবলৈ আৰু মাৰিবৰ আৱস্যক নো হোআৰ বাত্ৰা সুনি আব্ৰাহামৰ কেনে আনন্দ হল!

পাচে আব্ৰাহামে লতাৰ মাজত সিঙেৰে জোঁট লাগি থকা এটা মেৰ চাগ দেখি তাক আনি ইচাকৰ সলনি বলি দিলে । ইশ্বৰে আকও আপোনাৰ পুত্ৰক ওভোতাই দিলে দেখি আব্ৰাহামে তেঁওক সেৱা কৰিলে । স্বৰগৰ পৰা দুতে আকও মাতি কলে, তুমি আপোনাৰ পুত্ৰক দিলা দেখি, ইশ্বৰে তোমাত বৰ সন্তুষ্ট হৈচে ।

ঈশ্বৰে তোমাক, তোমাৰ পুত্ৰ, নাতি, আৰু সিবিলাকৰ সন্তানবিলাকক আশির্বাদ কৰিব; আৰু তোমাৰ সন্তানবিলাকৰ এজনে জগতৰ সকলো প্ৰানিক সুখি কৰিব।

দুতে কাৰ অৰ্থে এই কথা কৈচিলে? প্ৰভু য়িচু এদিনা মনুষ্য অৱতাৰ হৈ লোকবিলাকক সুখি কৰিব, আৰু পাচে স্বৰগলৈ নি লব, সেই কথা বুজালে। বহু দিনৰ পাচে মাৰিয়ামৰ এজন পুত্ৰ হল, জি জন ঈশ্বৰৰ পুত্ৰ, তাক তোমোলাকে জানা।

দুতে কথা কৈ এঁটোআত আব্ৰাহাম আৰু ইচাক পৰ্বতৰ পৰা নামি গল। তেতিয়া হলে ইচাকৰ কানত কাঠ নাই, আৰু আব্ৰাহামেও আনন্দিত হল।

সিবিলাকে চাকৰবিলাকক গাধই সৈতে জতে এৰি গৈচিলে, তালৈকে আকও আহি সিবিলাক সকলো ঢাবাৰ ওচৰলৈ গল।

আব্ৰাহামে ঈশ্বৰক প্ৰেম কৰে বুলি তোমোলাকে ঠিককৈ জানা নে? কি চিন আচে? তেঁও ঈশ্বৰৰ আগ্যা মানে, আৰু ঈশ্বৰৰ আগ্যাত আপোনাৰ পুত্ৰক দান কৰিবলৈ জুগুত আচিল, এই চিন আচে।

তোমোলাকে সকলোতকৈ ঈশ্বৰক অধিক প্ৰেম কৰিব নো পোআ নে? হই, তোমোলাকে ঈশ্বৰক অধিক প্ৰেম কৰিব পোআ। কিয়নো ঈশ্বৰে তোমোলাকক সকলো বস্তু দিএ, ঈশ্বৰক বৰ প্ৰেম কৰিবলৈ তোমোলাকৰ সেই এটা কাৰন।

তোমোলাকৰ পিত্ৰি মাত্ৰিক বৰ চেনেহ কৰা, কিন্তু তাতকৈও ঈশ্বৰক প্ৰেম কৰিব পোআ। তোমোলাকৰ ওমলা, নাইবা সুন্দৰ বস্তু, নাইবা খোআ বস্তুতকৈ ঈশ্বৰক প্ৰেম কৰিব পোআ। আৰু তেঁওক জদি প্ৰেম কৰা তেনে হলে তেঁওৰ আগ্যাও মানিবা।

তোমোলাকে মিচা কথা ন কৰা, কিয়নো তেঁও হাক দিচে, ধৰ্ম কৰি-লোকক বেয়া নামে নে মাতিবা, কিন্তু ঈশ্বৰক সন্তুষ্ট কৰিবলৈ চেষ্টা কৰিবা, তেহে আব্ৰাহামৰ নিচিনা হবা। ক.

## পুৰনি অসম বুৰঞ্জি, নং ২১।

Bhoga Roja.—Noria Roja.

ভাঙৰিয়া সকলোকে মুখ্য কৰি সকলেও নৰিয়া ৰজাক বুলিলে, আমি পাইক বন্দি সকলোৰো মনে সৰ্গদেও আপুনি পাটত বহিলে ভাল দেখোঁ। পাচে নৰিয়া ৰজা ভাঙৰিয়া সকলক বোলে, তোমোলাকে জি কৈচা, কৰ পোআ, কিন্তু বৰ ককাই থাকোঁতে সৰু ভায়েক ৰজা হবলৈ জুগুতি ন হই; তোমোলাকে ককাইকে আনি ৰজা লোআইক। পাচে নৰিয়া ৰজাৰ কথা পেলাব নোআৰি ভাঙৰিয়া সকলোকে মুখ্য কৰি সকলোএ তাওৰা চুহুমক ৰজা ললে। আহিনৰ দিনত শ্ৰী শ্ৰী তাওৰা চুহুম ৰজা হল, ১৫৩২ সঁকত।

পাচে কচাৰি ৰজা তাওৰা চুহুম ৰজা দেও হবৰ সুনি সন্দেস পত্ৰ দি কটকি পঠালে, পূৰ্বৰ ফুকন চাৰ গুচাই সিংহ চাৰ দিলে; আমাৰ দুই কটকিৰ লগত সিংহ চাৰেৰে কাকত অনা কটকি মজিন্দাৰ ১, চেটিয়া দলৈ ১, ইহঁত আহি ভগা ৰজা দেৱৰ দিনত পালেহি। পাচে সৰ্গদেৱে পত্ৰত সিংহ চাৰ দেখি দাই ধৰি বৰ পাত্ৰক সুধিব দিলে। পাচে সৰ্গদেৱৰ আগ্যাৰে লাকো বৰ পাত্ৰ গোহাঁয়ে কচাৰিৰ মজিন্দাৰকে, চেটিয়া দলৈকে দাই ধৰি সুধিলে, পূৰ্বাপৰ তইতৰ পত্ৰত ফুকন চাৰহে দিএ, এতিয়া কিয় সিংহ চাৰ দিব? এই দাই ধৰি সৰ্গদেৱৰ আগতে লাকো বৰ পাত্ৰ গোহাঁয়ে কচাৰি মজিন্দাৰকে, চেটিয়া দলৈকে গঁতিয়াই থেদিলে। তাৰে পৰা আমাৰে কচাৰিৰে অপ্ৰিতি হল।

আৰু পাচে ভগা ৰজা দেৱে সলগুৰিত আলি বান্ধিলে, ইয়াকে কোনোএ টকৌ বাৰি আলিও বোলে। জেঠৰ দিনত ৰজা দেৱে সৰু গোহাঁইক মাৰি বাইলুঙৰ দিখৌ কাখৰত মৈদাম বান্ধিলে। পাচে ৰজা দেৱে নৰি মাকেৰে প্ৰিহবাস কৰিলে; তেঁওকে কেঁকোৰা দোলা দিলে, আতে সকলেও বৰ অপমান পালে। আৰু পাচে সলগুৰিত আলি এটা বান্ধিলে। আৰু কিচু অকৰম কৰিলে; বৰ গৰিহিত দেখি লোক

জনৰ মনত বৰ অসন্তোস হল । আৰু ভৰালি চেটিয়াৰ ফৈদৰ পেট কামুৰিয়াৰ জিএক এটি চুটিয়া ৰজাত পৰিচিলে । চুটিয়া ৰজাক মাৰি এই চোআলিটিকে ৰজা দেৱে আনি গ্রিহবাস কৰিলে । এই কুঁঅৰিৰে কিঞ্চিত বচন পেলাব নোআৰে; আৰু কুঁঅৰিৰ নিমিত্তে ৰাজ চৰ্চাও কৰিব নোআৰে । সেই কুঁঅৰিএই চুটিয়াৰ বৰ জনাকৰ লৰা এটি আনি তুলি ললে । ৰজা দেও সেই লৰাটিকে পুত্ৰৰতে দায়া কৰি ৰজা পাতোঁ বুলিলে; কুঁঅৰিকো লৰাকো বিৰামবাৰিত থৈছিলে । পাচে বিয়া কৰাই বৰ কুঁঅৰি পাতিলে । সৰ্গদেৱে ন সহি সেই লৰটিক মাৰিলে ।

১৫৬৫ সঁকত সাওনৰ ১৩ দিন গতে সনিবাৰে ৰাতি চই ডণ্ডত আই কুঁঅৰিএ ভায়েকক বুলিলে, তোৰ পুতেৰেহে মোৰ পোক মাৰিলে; তাকো মই মাৰোঁ, উলিয়াই দে; এই দাই ধৰি ভায়েকৰ বিসই গুচালে, লিগিৰি লিগিৰা চাংমাই, পানি তোলা, কুকুৰা চোআ, সকলোকো হাতি সালত গৰাল দি থলে । ৰজা দেৱে আই কুঁঅৰিৰ কথা এৰিব নোআৰি, ডাঙ্গৰিয়া সকলক বোলে, মোৰ পোৰ লগত জাব লাগে; সকলৰো লৰা একোটা দে । সকলৰো গা ন সহি বোলে, আমি লৰা দিব নোআৰোঁ; পাচে ৰজা দেৱে সকলকো পাট কাচ কাটিব দিলে, ইটা সিলকো মৈদামত থাপিব দিলে । ৰজা দেৱে ৰাতি দিনে সোক কৰি কান্দি ভাত নে খাই, ৰাজ চৰ্চাও এৰিলে । ডাঙ্গৰিয়া সকলে সুনি দুখ কৰি বোলে, বুঢ়া পুৰুষাওৰ দিনত এনে কথাও হোআ নাই, এতিয়া জে আমাৰ দিনত এনে কথা হৈছে, এই বুলি সকলোএ আলচ কৰি বোলে, কি কৰে কৰিব, আমাৰ লৰা চুটিয়াৰ লৰাৰ লগত দিব নোআৰোঁ, কাকো সুদায়ো নেৰোঁ । আলচ কৰা মানুহৰ লেখা, মৰানৰ লাকো বৰ পাত্ৰ ১, দিলিহিয়াল সুকুলা হুদু বুঢ়া গোহাঁই ১, পৰ্বতিয়া পিলিঙ্গা বৰ পাত্ৰ ১, তিপাম ৰজা ১, ৰাম ভাই পানি ফুকন ১, এই সকলে কথা হৈ নৰিয়া জনাৰ ভলৈ গৈ বুলিলে; সৰ্গদেও, আপুনি ৰজা হৈ আমাক ৰাখক । পাচে নৰিয়া জনাই বোলে, মই পূৰ্ব্বে ৰজা ন হলোঁ, কণিয়া মানুহ কিকৈ টানিম, এই নিমিত্তে মই পূৰ্ব্বে ৰজা ন হলোঁ । পাচে ডাঙ্গৰিয়া সকলে বুলিলে, সৰ্গদেৱে আমাক ৰখ্যা কৰক । জদি দেৱতা ৰজা ন হব, সকলৰো বধে চুব ।

সকলৰো কথা এৰিব নোআৰি, ১৫৬৬ সঁকত ভাদৰ ১৩ দিন গতে সনিবাৰে প্ৰুভাতে ভগনিয়া ৰজা দেৱক ভাঙ্গি কুঁঅৰিয়া জনা ৰজা দেও হল । ভগনিয়া ৰজা দেৱৰ ভোগ ৪ বচৰ, আগ দিনা পুৰ্ব্ব ফাল্গুনি সিংহত গ্ৰহন হল । পাচ দিনা ভগনিয়া জনা ৰজা ককায়েক নৰিয়া জনা ৰজা দেও হৈ ভায়েক ভাগিল । ভগা ৰজা দেৱক ৰোজ দি পৰ্বতত নিৰ্বন্ধেৰে ৰখিয়া দি থলে । চ মাহৰ পাচত ফাগুনৰ ১৮ দিন-জাঁওতে, দেও ৰাৰে কুঁঅৰিয়া ৰজা দেৱে ভায়েক ভগা ৰজা দেৱক মাৰিলে । নৰিয়া ৰজা দেও ৰজা হৈ কিচু দিন থাকি লাকো বৰ পাত্ৰৰ জিএকক কুঁঅৰি পাতিলে । ভগনিয়া ৰজা দেৱৰ মৈদাম নে দেখাকৈ নিজ্জনাত গৰ বান্ধিলে । আজ্ঞাৰাত লগাই কোটোহা কলে; নৰিয়া ৰজা দেৱৰ বৰ পুতেক লাপজুপ বৰ জনা গোহাঁই দেৱে আপুনি চয়ঙ্গে ৰজা হল, বাপেক নৰিয়া দেখি; মানুহ লগত সৰহকৈ ফুৰে । লাকো বৰ পাত্ৰৰে কথা হৈ, এই কথাকে সৰিয়হ বুঢ়া গোহাঁইৰ ভনিএক কুকুৰে খোআ গোহাঁই দেৱৰ মাকে ৰজা দেৱত লগাই কলে. বোলে, তোমাৰ বৰ পিতেৰ লাপজুপে লাকো বৰ পাত্ৰৰে কথা হৈ সকলোকে মোৰালে, তোমাক ধৰেহে । ৰজা দেৱে এই কথা সুনি, লগত মানুহ দি প্ৰমানকৈ চালে; সাৱধানে ফুৰিবৰ প্ৰমান পালে । বৰ পাত্ৰৰ লগতো সৰহকৈ ফুৰিবৰ প্ৰমান পালে; পাচে বাপেক নৰিয়া ৰজা দেৱে পুতেক লাপজুপ বৰ জনা গোহাঁই দেৱক সাঁজ খাৱলৈ বুলি মাতি নি ভিতৰ সুমুআই ধৰি, ভোগ ৰাৰিত মাৰিলে ।



## চিন কেতবিলাক।

A few Signs.

অনেক বচৰৰ আগেএ চিলোমোন ৰজাই বুলিচিলে, বোলে, লৰাবিলাকৰ স্বভাও তাৰ কৰমৰ পৰা বুজিবলৈ সুলভ; আৰু তাৰ সুমতি জদি হই, তেন্তে সি অৱস্যে সজ আচৰন কৰিব।



১। এতিয়াও সৰু লৰাবিলাকৰ চিন এই দৰে ওলাই। লেখা পৰ্হা সিকিবলৈ ইস্কুললৈ জাবলৈ মন নি দিএ, কেৱল ওমলা উমলি কৰিবলৈহে ইচা কৰে, এনে সৰু লৰাবিলাকক জেতিয়া দেখোঁ, মুৰ্খ হবৰেহে চিন পাইচো।

২। পাই পইচা পালে বেগাই তাক খৰচ কৰিবলৈ ইচা হোআ এনে এটা লৰা দেখিলে, তেতিয়া সি আগলৈ ধন বই কৰা পুত্ৰ হব বুলি চিন পাইচোঁ।

৩। পাই পইচা সাঁচি থোআ জি লৰাই উত্তম কাৰ্জত ধন নে ভাঙ্গে, তাক দেখিলে সি আগলৈ কিৰ্পিন মানুহ হবৰ চিন বুজা জাই।

৪। জি কোনোএ আপোনাৰ নিমিত্তে মাথোন চিন্তা কৰে, আৰু তাৰ ভাল বস্তু আনে লৈতে ভাগ নে বাঁটে, তেতিয়া সেই লৰা বয়স পালে আপোন পেটা হব বুলি চিন পাইচোঁ।

৫। দন্দ্ৰ কৰা লৰা চোআলিবিলাকক দেখিলে, চিন ওলাই জে সিহঁতে আগলৈ খৰ্জাল আৰু ঘিন লগা হব।

৬। কোনো সৰু লৰাই ফটিকা বা আন বাগি ধৰা বস্তু খাবলৈ জদি মন দিএ, তেতিয়া সি মদপি হব বুলি চিক কৰি চিন ওলাই।



৭। জি লৰাই মিচা বেল্যাৰ লগ লৈ ফুৰে, বা চোৰ মিচা সাখি দিএ, অনিয়াই কৰা লোকৰ লগত আলাপ কৰিবলৈ মন দিএ, সি আগলৈ কাটেকত বা ফাঁচি দিয়া গচত পৰিব বুলি চিন ওলাই।

৮। পিত্ৰি মাত্ৰিক মান মৰ্জতা কৰি থকা লৰা দেখিলে, চিন হই জে সৰ্বসক্তিমান পৰম ইস্বৰে তাৰ ওপৰত আসিৰ্বাদ ৰাখি দিব।

৯। সত্য ধৰমৰ কথা বিচৰা, আৰু ভুল কথা চাৰি দিয়া লৰা দেখিলে, সেই লৰা বয়স পালে ধৰমি আৰু সুখিয়া হব বুলি চিন পাইচোঁ। ম

## তাৰ পাচে কি?

What next?

ভদ্ৰ মানুহ এজনে গাঁৱিত উঠি ফুৰা সময়ত এটা ডেকা মানুহক লগ পাই তাকো তুলি লৈ দুয়ো একে লগে জাত্ৰা কৰি সিবিলাকে এনে কথা বাত্ৰা হবলৈ ধৰিলে। ভদ্ৰ জনে ডেকা মানুহত সুধিলে, তুমি কি কৰম কৰি আচা?

ডেকা। বেপাৰিৰ ঘৰত মই এতিয়া কৰম কৰিচোঁ; কিন্তু আগলৈ নিজা গোলা পাতি বেপাৰ কৰিবলৈ ইচা কৰিচোঁ।

ভদ্ৰ জন। তাৰ পাচে কি?

ডেকা। এটা উত্তম কন্যা বিয়া কৰি বেপাৰ কৰমত দিন নিয়াই ধন আৰ্জি চহকি হমগৈ।

ভদ্ৰ জন। তাৰ পাচে কি?

ডেকা। কাম কৰা চাৰি মোৰ অৰ্জা ধনেৰে সুখ ভোগ কৰিমগৈ।

ভদ্ৰ জন। তাৰ পাচে কি?

ডেকা। মৰন সকলোৰে কপালত লিখা আচে, তেন্তে ময়ো কেনেকৈ সাৰিম?

ভদ্ৰ জন। আৰু এবেলি সোধোঁ, মৰনৰ পাচে তোমাৰ কি হব?

কিন্তু এই বেলি সোধাত তেওঁক‌াই একো উত্তৰ দিব নোআৰিলে; কিয়নো সংসাৰিক চিন্তাত মন মগ্ন হৈ সি স্বৰগত ধন সাঁচিবলৈ একো উপাই ন কৰিলে। পাচে সি নিজম দি থকাত ভদ্ৰ জনে তাৰ কানত সাত্ত্বৰ কথা শুনালে, বোলে, "কোনো মানুহে গোটেই ধন জগত পোআ হৈ আপোনাক জদি হেৰুআই বা বিনাস হই, তেন্তে তাৰ কি লাভ?"

এই ৰূবে বহু মানুহে ধন মান বিলই মা-থোন চিন্তে, কিন্তু অমুল্য ধন জি অনন্ত পৰম আনন্দ, তাক কেনেকৈ পোআ হব, ই অতি প্রয়াস কথাক সিইঁতে পাহৰে। সেই ধন হলে অখই, সেই সুখ অসিমা; কোটি কোটি কল্প গলেও লোপ ন হব; আৰু উচিত ৰূপে বিচা-ৰিলে সকলো মানুহে পাব পাৰে। আমাৰ প্রিয় সকল, এই জি কথা পৰ্হি আচা, তোমো-লাকে এতিয়াও সংসাৰিক চিন্তা এৰি পৰ-কালৰ সুখ ভোগ কৰিবলৈ জতন কৰা। ম.

## পাৰাদাইচ পখিৰ বিবৰন।

Bird of Paradise.



পাৰাদাইচ পখি নামে অতি সুন্দৰ চিত্র বিচিত্র বৰন থকা চৰাই পাপুআ আৰু ওচৰৰ মালুলি-তো নিবাসি হৈচে। ইউৰপলৈ সেই চৰাই নিয়া অলপ কাল হৈচে; প্রিথিবিত এনে সুন্দৰ চৰাই আচে বুলি তাত আগেএ ন বুজিলে। প্রথমে জিয়া চৰাই তালৈ নিয়া নাই, অকল মোটহে নিলে। তাৰ ঠেঙ নথ মোট কাৰ্হোত্তে গুচু-আ হল, তাৰ কাৰনে ঠেঙ নাই কিয়া বুলি ইউৰপিয়া লোকে জানিলে। আৰু কোআ কুই কৰে, সি উৰিহে ফুৰে, গচত ন পৰে, আৰু সি একো বস্তু নে খাই, কেতিয়াবা তাৰ দিঘল পাখিবেহে ডালত সাৰটি ধৰি নিয়ৰৰ পানি মাথোন খাই। দেখিবলৈ অতি সোভা হোআত ইঙৰাজি ভাসাৰে পাৰাদাইচ অৰ্থাত এদেন বা-ৰিৰ পখি বোলে। এতিয়া পাপুআ মালুলি-লৈ জোআ মানুহে সেই বিধ চৰাই দেখি মাৰি অনাতহে তাৰ বিবৰন আগতকৈ বুজিচে। মা-কাও নগৰতো এজন চাহাবে সজাৰ ভিতৰত সেই চৰাই পুহি ৰাখিচে। সি চাউল ভাত খাই, আৰু ফৰিঙ পইতা চোৰাকো ৰৰকৈ খাই। তাৰ সজাত এটা ফৰিঙ দিলে সি ভৰি-ৰে ধৰি ঠোঁটেৰে ঠেঙ পাখি গুচাই মুৰ ভি-তৰ কাল কৰিহে গিলে; জুটিয়াই কেতিয়াও নি গিলে, আৰু মৰা ফৰিঙ দিলেও নে খাই। নিতৌ নিতৌ পুআ সি গা ধোএ, সকলো পা-খি ঠোঁটেৰে চোঁচা মাৰি মাৰি নিকা কৰে। নেজৰ পাখি বৰ দিঘল আৰু মিহি, তাক ওভো-তাই কেতিয়াবা মুৰো ঢাকে।

নিচেই পুআতহে সেই বিধ চৰায়ে হাবিৰ মাজত ফুৰি ফুৰি আহাৰ খাই; জেতিয়া ৰদ টান হই, তেতিয়া সি দুখ পাই গচনিৰ মা-জত লুকাই থাকে। চিকাৰ কৰা লোকে গুটি লগা তিমৰু গচত উঠি মনে মনে থাকে, পাচে সেই চৰাই তাত গুটি খাবলৈ পৰিলে কাঁৰেৰে মাৰে। তাৰ মোট সুকাই গোটে পতি ২ টকা মান দামলৈ বেচে। মতাৰ বৰন মাইকিত-কৈ সুন্দৰ, পাখিও দিঘল। ওপৰত লিখাটো

পানা বৰনিয়া পাৰাদাইচ পখি বোলে; তাৰ বুকৰ কলা পাখিৰ মাজে মাজে পানা বৰনিয়া; মুখৰ বৰন জৰখিয়া, তিম্নিৰ তলে সোনৰ দৰে জিলমিলাই থকা কলপতিয়া বৰন, দুই কোন আৰু নেজ হালধিয়া; আৰু বেঙেনা বৰনিয়া ফুটু ফাদ্দৰ মাজে মাজে আছে । আন পাখিত-কৈ দিঘল দুডাল ঠাবি নেজৰ পৰা গৈছে, ঠাবিৰ আগতহে একেবিমান পাখি আছে । সেই বিধৰ বাহিৰে আন ৮ বিধ মান সেই জাতৰ আছে, কিন্তু সেইবিলাক প্ৰায়ে নো পোৱা হেতুকে তাৰ কথা অধিক ভাৱে মু বুজে ।

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

১৮৫২ ইং সঁকৰ ১০ জুন তাৰিখে বেলা তিনি বজাৰ সমই জোৰহাটত শ্ৰীশ্ৰী কামেশ্বৰ সিংহ মহা ৰজা পৰলোক প্ৰাপ্ত হল, এই মহা অসন্তোসৰ বাত্ৰা জোৰহাটৰ পৰা সুনিচো ।

মেই মাহৰ ২৫ তাৰিখে গুআহাটি জিলাৰ মাজত শ্ৰীজুত বাৰেক মাষ্টৰ চাহাবৰ খানচামাৰ ঘৰত এটা চমত্কাৰ কথা হৈছিল, এজনি চাগলিৰ গৰ্ভত দুই পোআলি জগিল, তাৰে প্ৰথম পোআলি স্বভাবিকে জন্মিল, কিন্তু দুতিয় পোআলি জগিবৰ সময়ত তাৰ মাক প্ৰাই মৰা নিচিনা হৈছিল, তথাপি দুই তিনি জন লোকে পুৰুসাৰ্থ কৰি পোআলি বাহিৰ কৰাত মৰা পৰিল । সেই পোআলিৰে দুই খান মুখ, তিনি খান কান, চাইটা চকু । এই চমত্কাৰ দেখি চাগলিৰ অধিকাৰে সেই মৰা পোআলিটোক সদৰ বাটত এজোপা গচত আৰি থৈছিল, সকলো প্ৰজাই দেখিবৰ নিমিত্তে, আৰু এই অতি অসম্ভৱ কথা সকলোএ জানিবৰ কাৰনে অৰুনোদই পত্ৰত চাপা কৰা হল ।

ৰাংগুন নগৰৰ অধিকাৰ বনৰ পৰা পলাই জোআৰ পাচে মৌবি নামে ৪০ মাইলৰ অন্তৰ হোআ এখান গাঁৱলৈ গৈ তাতে সেনাবিলাকে সৈন্তে বল । পাচে তাক ধৰিবৰ নিমিত্তে কৰ্নেল আপৰ্তৰ্ন চাহাবে ভাপ জাহাজ লৈ ১০০ সেনাই সৈতে খেদি গৈ ৮ মেই তাৰিখত বামত উঠি ৭ মাইল গলত কিচু দুৰ্হৈত মানক দেখা পালে । মান অধিকাৰেও কম্পানিৰ সেনাবিলাকক দেখি ভাগি পলাল, সেনাবিলাকেও খেদি গৈ নে পালে, বৰ তাঠ জংঘল হাবি দেখি উভতি আহিল ।

ৰাংগুনৰ দখিনে থকা দালা জিলাৰ অধিকাৰে কেতখনি নাৱেৰে সৈন্তে ভাঁওতে ভাপ জাহাজে নাওবোৰক ধৰি তাত অধিকাৰৰ বুৰিমাক আৰু বৈনিএক এজনি পালে, কিন্তু অধিকাৰ পলাই সাৰিল ।

বাতলৰ ভাপ জাহাজ আন ভাপ জাহাজৰ দৰে চক্ৰেৰে নে জাই; গুৰিত বৰ পেঁচ আছে, সি বেগেৰে ঘুৰি ঘুৰি জাহাজ জাবলৈ ঠেঁচি দিএ । মানে তাক পানি ন খলকাকৈ জোআ দেখি সি কি ৰূপে জাই, তাক মু বুজি বৰ আচৰিত মানে । তাক চাবলৈ নিতৌ নিতৌ সৰু নাৱেৰে অনেক মান লোক গৈ তাৰ চাৰিও পোনে ফুৰি ফুৰি থাকে, কিন্তু জাহাজ চলোআ পেঁচ পানিৰ তলত থকা হেতুকে তাক বুজিব নোআৰে ।

১৪ মেই তাৰিখত কলিকতা নগৰৰ চাৰিও পোনে বৰ তুফান ধুমুহা হৈছিল । গধুলিৰ পৰা ৰতাহ বলাই ৰাতি ২ বজা মানত টান হল । কলিকতা নগৰৰ ৪০ পকি বজলা ভাগিল, খাপৰিৰে কৰা সৰু ঘৰ ৫২৬, আৰু সামান্য মানুহৰ খেৰৰ ঘৰ ২,৩৫৭ ভগা আৰু চাল উৰাই নিয়া হল । এতিয়া ঘৰ নাই কিয়া হৈ প্ৰাই ১০,০০০ মানুহ মুকলিত দুখেৰে আছে । আৰু হুগলি মুখত নিৰিদ নামে এখন বৰ জাহাজ তাৰ সকলো মানুহে সৈতে তল গল; আন তিনি চাৰি খন বৰ জাহাজ বামলৈ নিয়া হৈ আচাৰি ভাগিলে, আন আন সৰু ডাঙ্গৰ নাও বিস্তৰ ভগা হল ।

গুআহাটিৰ পৰা কলিকতালৈ সুন্দৰবনে দি ভাঁওতে বৰ্হ্মপুত্ৰ নামে ভাপ জাহাজ আৰু তাত আৰি দিয়া জাহাজো ১৫ মেই ৰাতি ধুমুহা ৰতাহেৰে জংঘলৰ মাজত বামলৈ তুলি পেলোআ হল ।

চিলহটৰ জিলাত এজন বাবুএ আপোনাৰ কৌলিক পোৰোহিতক কিবা কথাত ভাল নে পাই এৰিলে। পাচে সেই পোৰোহিতে গো-চৰ কৰাত মুনচেফ আৰু সদৰ আমিন দুয়ো তাক আকও পোৰোহিত লবলৈ আগ্যা দিলে; কিন্তু বাবুএ সদৰ আদালতত আফিল কৰাত জজ লোকে ধৰমৰ কথাত আগ্যা দিব নে পাই বুলি মুনচেফৰ ৰাই গুচালে।

বম্বাই প্ৰদেসত লৌৰি নামে এজন লেপ্তেন চাহাবে আপোন বিসই এৰি দিলত পাচে দুখত পৰি অনেক কৰমত ফুৰি ক্ৰমে মচলমানৰ ধৰম ধৰাত সিবিলাকৰ মাজত গ্ৰহন কৰা হল।

বনখিৰ সিংহ নামে এটা বৰ ডকাইত হিন্দুস্থানত ফুৰি থকাত কাপ্তান অৰ চাহাবে মাহ চাৰেক বিচাৰি সেসত তাক ধৰিলে।

পাচে বনখিৰ সিংহে ফাটক ভাঙ্গি ভাগি পলাল।

কদাপা নগৰৰ মাজেষ্টৰ এলিয়ত চাহাবে আপোনাৰ এটা নাজিৰৰ কোনো এক জগৰ পাই জৰিমানা কৰাত তাৰ বেজাৰ লাগি সি মতা মেৰ চাগৰ মুৰত সাতোটা ভাঙ্গৰ গজাল মাৰি মাটিত পুতি চাহাবৰ অহিতে অনেক মন্ত্ৰ কৰিলে। সি ইযাকে ভাবিচে, মেৰৰ মুৰ পচি গলে চাহাবৰ মুৰো সেই ৰূপেৰে চুকাই জাব।

বইদ নামে এজন চাহাবে এখান জাহাজ সা-জি কেতখনি মাজুলিৰ অধিকাৰ হবৰ নিমিত্তে অনেক ধন খৰচ কৰি সেইবোৰক কিনিলে, পাচে জোআ অক্তোবৰৰ ৫ তাৰিখত এটা সৰু মাজুলিত হাতত হিলৈ লৈ উঠিলত তাৰ নি-বাসিএ আক্ৰমন কৰি চাহাবক মাৰিলে। পাচে সিইতে জাহাজৰ লোকেৰেও জুধ কৰি জিনিব নোআৰি ভাগি গল।

ওহায়ো প্ৰদেসত এজন ডেকা মানুহে ফটি-কা খাই আপোন মাক বাপেকক মাৰিম বুলি ঘনে ঘনে কোআত সিবিলাকে মনত বৰ দুখ পালে। সেসত এদিনা হাতত সিল এটা লৈ বাপেকৰ ওচৰলৈ গৈ, এতিয়া তোমাৰ মৰিবৰ কাল হল বুলিলত সি আপুনি মুৰ ফুৰাই চলি পৰিল, তেতিয়া তাৰ কোসত থকা মোনাত ফটি-কাৰ চিচা এটা থেকেচা খাই ভাগিল; তাৰে খোলা এডোখৰ গাত সোমাই সিৰ চিগি তেজ বৈ বৈ অলপতে মৰিল।

আমেৰিকা দেসত দেখুআবলৈ নিয়া দুই হাতি বাটত জোআত এটা ঘোঁৰাই হাতিৰ কাললৈ পিঠি দি চৰি থাকোঁতে হাতি জোআ নে দেখিলে; নিচেই ওচৰ পালত অকস্মিতে ঘোঁ-ৰাই এনে নে দেখা ভয়ঙ্কৰ জন্তু দেখি বৰ ভই পাই একেৰিমান কঁপি কঁপি থাকি চাঁচ কৰে পৰি, কেৱল ভয়তে মৰিল।

আমেৰিকা দেসত আদিবাসি আবৰ লোকৰ সংখ্যা ৪,১৮,০০০। ॥

## জুলাই, অৰ্থাত আহাৰৰ পঞ্জিকা।

Almanac for July, A. D. 1852. Sal. Sac 7711.

| জুলাই | আহাৰ | বাৰ | তিথি | দিনমান | জুলাই | শাওণ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ৫ | ১৫ | ১৩।৪০ | ১৭ | ৩ | ৭ | ৩০ | ১৩।৩০ |
| ২ | ২০ | ৬ | ১৬ | ১৩।৪০ | | | | | |
| ৩ | ২১ | ৭ | ১৭ | ১৩।৪০ | ১৮ | ৪ | ১ | [illegible] | [illegible] |
| | | | | | ১৯ | ৫ | ২ | ১ | [illegible] |
| ৪ | ২২ | ১ | ১৮ | ১৩।৩৯ | ২০ | ৬ | ৩ | ৩ | ১৩।২৯ |
| ৫ | ২৩ | ২ | ১৯ | ১৩।৩৯ | ২১ | ৭ | ৪ | ৫ | ১৩।২৯ |
| ৬ | ২৪ | ৩ | ২০ | ১৩।৩৮ | ২২ | ৮ | ৫ | ৬ | ১৩।২৭ |
| ৭ | ২৫ | ৪ | ২১ | ১৩।৩৮ | ২৩ | ৯ | ৬ | ৭ | ১৩।২৬ |
| ৮ | ২৬ | ৫ | ২২ | ১৩।৩৮ | ২৪ | ১০ | ৭ | ৮ | ১৩।২৫ |
| ৯ | ২৭ | ৬ | ২৩ | ১৩।৩৭ | | | | | |
| ১০ | ২৮ | ৭ | ২৪ | ১৩।৩৭ | ২৫ | ১১ | ১ | ৯ | ১৩।২৪ |
| | | | | | ২৬ | ১২ | ২ | ১০ | ১৩।২৩ |
| ১১ | ২৯ | ১ | ২৫ | ১৩।৩৬ | ২৭ | ১৩ | ৩ | ১১ | ১৩।২২ |
| ১২ | ৩০ | ২ | ২৬ | ১৩।৩৬ | ২৮ | ১৪ | ৪ | ১২ | ১৩।২০ |
| ১৩ | ৩১ | ৩ | ২৬ | ১৩।৩৫ | ২৯ | ১৫ | ৫ | ১৩ | ১৩।১৯ |
| ১৪ | ৩২ | ৪ | ২৭ | ১৩।৩৪ | ৩০ | ১৬ | ৬ | ১৪ | ১৩।১৮ |
| ১৫ | ১ | ৫ | ২৮ | ১৩।৩৩ | ৩১ | ১৭ | ৭ | ১৫ | ১৩।১৭ |
| ১৬ | ২ | ৬ | ২৯ | ১৩।৩২ | | | | | |

THE ORUNUDOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.
N. BROWN, EDITOR.
*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

অৰুনোদৈ

৭ বচৰ। মোং শিৱসাগৰ, জুলাই, ১৮৫২। নম্বৰ ৭।

VOL. VII. SIBSAGOR, ASAM, JULY, 1852. NO. 7.

## মান দেসৰ বিবৰন।

Description of the Burman Empire.

আমাৰ পুব আৰু অগ্নি দিসে বৰ্ম্মা নামে মানৰ ডাঙ্গৰ দেস আচে। উত্তৰা দখিনাকৈ দিঘে ৭০০ মাইল; বহলে ২।৩ স মান মাইল। তাৰ নিবাসি লোক আন্দাজে ৫০,০০,০০০। তাৰ প্ৰধান দুই ভাগ, উত্তৰ ভাগ মানৰ নিজ থান; দখিন ভাগত পেগু দেস আচিল, তাক আলমপৰা বাদস্যাই দখল কৰাৰ এতিয়া এস বচৰ হল। পেগু দেসৰ তালাইন ভাসা গুচাবৰ নিমিত্তে তাক বুলিবলৈ নিসেধ কৰি বৰ দণ্ড আগ্যা দিএ, আৰু তাত বাজে তালাইন লোকক অনেক ৰুপে সাস্তি কৰে। আগেএ মানৰ ওপৰত তালাইনবিলাক অধিকাৰ আচিল।

মান লোক অতি সকত, ৰনত চালি, নিৰ্দয়া ৰুপে প্ৰবৰ্ত্তি চলকৰ কৰে। দেস খুব ভাল, প্ৰায়ে সকলো মাটিত খেতি কৰিব পাৰে। তাত অৰ্জ্জা বস্তু ধান, কুঁহিয়াৰ, নিল, কপাহ, ধপাত, সকলো আচে। লোন দি চুঙ্গাত খুন্দা মাচ বৰ খেদ কৰি খাই। দেসৰ মাজেদি ঐৰাৱত্তি নামে এখন বৰ নদি দখিন ফাললৈ বৈ গৈচে। পুব ফালে চালোএন নামে আন এখন ডাঙ্গৰ নদিও আচে। উত্তৰ পচিম ভাগে কেন্দোএন নদি আচে; সি মনিপুৰৰ ওচৰ। জাহাজ আদি সাজিবলৈ নানাবিধ উত্তম কাঠ মান দেসত আচে। টিক নামে এবিধ সিঙ্গৰি গচ বৰ টান, উঁয়ে কেতিযাও তাক নে খাই। কুলিৰ বন মৰগ, দিনটত ৪ বা ৬ অনা লই। মোহৰ ৰুপ চলতি নাই; ভিৰি ৰুপ কাটি কাটি তৰ্জুৰে জুখি লই। পইচাৰ বাবে সিহঁকে সেই ৰুপে কাটি বেচে। দেসৰ পৰা জাহাজেৰে ৰুপ পঠাবলৈ ৰজাৰ নিসেধ। আৰু কোনো মাইকি বা লৰা দেস এৰি জাবলৈ নি দিএ; মতা হলে পৰিয়াল থাকিলে জাব পাৰে। খেহে নৈতে সিহঁতে বামে আৰু জাহাজেও অনেক বেহা বেপাৰ কৰে। ৰজাৰ দিনত অচম দেসৰ দস্তুৰৰ দৰে, সমান্য মানুহবিলাকে মৰ্জ্জ তাৰ ঘৰ, পিন্ধা ওৰা কৰিব নোআৰে। আৰু অলপ



মান তিৰোতা নকচা।
Costume of Burmese Ladies.


Burmese War Boat.

চহকি হলে সিইতে ধন সম্পত্তি নে দেখাই লু বুজাই; অধিকাৰে বুজিলে বেগাই জগৰত পেলাই ভেঁটিকে সকলোকে লই। আটাইবিলাক অধিকাৰে ভেঁটিবেহে প্ৰবৰ্ত্তে; সিবিলাক অতি অনিয়াই ডকাইতৰ দৰে কৰে। মানে এজনি তিৰোতাৰ বাহিৰে সৰহকৈ বিয়া কৰিব নোআৰে; কিন্তু বেটিৰ বাবে অনেকক ৰাখে, সিইত বৈনি জনিৰ তলে থাকে। সঁক লৰাৰ বিহুত অনেক সাস্তি সুচি কৰা কৰমত প্ৰবৰ্ত্তে। তেতিয়া গাভৰু চোআলি সকলো ওলাই আহি মানুহ আটাইবিলাকক পানিৰে সান্তি কৰে। ডাঙ্গৰ লোক মৰিলে, সটো পোৰে; সৰুবিলাকক পুতি থই। কেতিয়াবা ধনৱন্ত লোকৰ স মৌ জোলত ৰাখি থই।

মান লোক প্ৰাই সকলোএ লিখিব পৰ্হিব পাৰে; লৰা কালত বাপু চাঙ্গত সিকি থাকে। সিইতৰ পুথি তাল পাতেৰে কৰে, তাক টাৰিপতিয়া পুথি বোলে। সেই পাতত লোৰ সলাৰে আখৰ লিখে, পাচে সিতা তেলেৰে মোহাৰে, তাতে আখৰ জলে। মান আখৰ ঘুৰনিয়া, দেখিবলৈ সুন্দৰ, পৰ্হিবলৈ কিছু টান। সিবিলাকৰ ক খ আদি আখৰবিলাক তলত লিখিচোঁ।

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| က | ခ | ဂ | ဃ | င | စ | ဆ | ဇ | ဈ | ည |
| ক | খ | গ | ঘ | ঙ | চ | ছ | জ | ঝ | ঞ |
| ဋ | ဌ | ဍ | ဎ | ဏ | တ | ထ | ဒ | ဓ | န |
| ট | ঠ | ড | ঢ | ণ | ত | থ | দ | ধ | ন |
| ပ | ဖ | ဗ | ဘ | မ | ယ | ရ | လ | ဝ | သ |
| প | ফ | ব | ভ | ম | য় | ৰ | ল | ৱ | স |
| ဟ | ဠ | ကာ | ကိ | ကီ | ကု | ကူ | ကေ | | |
| হ | ল | কা | কি | কী | কু | কূ | কে | | |
| ကဲ | ကော | ကော် | က | ကး | ကျ | ကြ | | | |
| কৈ | কো | কৌ | কং | কঃ | ক্য | ক্ৰ | | | |
| ၁ | ၂ | ၃ | ၄ | ၅ | ၆ | ၇ | ၈ | ၉ | ၁၀ |
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ |

মান লোকে বোধ ধৰমত প্রবর্ত্তে; সিইঁতে তেঁওক গোতম বোলে। আগৰ কালত ৰিসি আচিল; এতিয়া নির্বান হল, অর্থাত নাই কিয়া বুলি কই। সিবিলাকৰ ভকত সকলে নির্বান হবলৈ বৰ বাঞ্চা কৰে; কিয়নো স্বর্গ মর্ত্ত্য সকলো প্রানিএ নকৈ জনম ধৰি ধৰি থাকে, তাক বৰ দুখ বুলি মানে; জিৱাত্মা নিচেই ঢুকালেহে ভাল বোলে। সিইঁতৰ বাপুক পুংগি বোলে, সিইঁত সকলো উদাসিন, আপুনি ভাত নে ৰান্ধি, হাতে লৈ একো নে খাই; ভাত পাবৰ নিমিত্তে নিতৌ আলি বাটত তলৈ মুকৈ চাই ফুৰে, তিৰোতাবিলাকে ভাত লৈ আহি বাপুৰ কঠুআত দিএ, দিনটত এসাজ মাথোন খাই। সিবিলাকে তিৰোতা মানুহলৈ নে চাই, বস্ত্র বেচা কিনা ন কৰে, ধনো ন লই, আৰু অকল হালধিয়া কাপৰহে লই। ধৰমৰ কথা গাই থাকোঁতে মুখৰ আগত তাব্ৰৰ পংখা আঁৰ দি ধৰে। মানৰ ধৰমৰ দৰে একো জিয়া জন্তু মাৰিব নে পাই, লোকে মাৰিলে গৰু আদি সকলোকে খাই। মান দেসত গৌতমৰ অনেক মুর্ত্তি আৰু দল মঠ আচে; সেই মুর্ত্তিত সিইঁতে সেৱা কৰে। আৰিমথিয়া নামে গৌতমৰ নিচিনা আৰু এটা দেৱতা ওলাব বুলি জানে।

মান দেসত খ্রিষ্টিয়ান ধৰম সিকাবলৈ জদ্চন আদি কৰি আমেৰিকান মিস্যনেৰি চাহাব লোক ৪০ বচৰ মানৰ পৰা তাতে আচে। ধৰম সাস্ত্র মান ভাসাৰে ভাঙ্গি সকলো ঠাইত বিলাইচে। কেতবিলাক ঠাইত খ্রিষ্টিয়ান মণ্ডলি থাপন কৰা হৈচে; কিন্তু সিবিলাকে অধিকাৰৰ পৰা বৰ দুখ পাই, আৰু কোনো কোনোক বন্দি সালত দি বৰ সাস্তি কৰিলে। জেতিয়া ইঙ্গৰাজিএ সৈতে ৰন হৈচিল, তেতিয়া সিইঁতে জদ্চন চাহাবক ধৰি অসংখ্য সাস্তি দিলে; তেঁওৰ মেম চাহাবে বৰ স্রমেৰে উপকাৰ ন কৰা হলে তেঁও মৰিলহেঁতেন। সেসত তেঁও এধা মৰা হোআ সময়ত কম্পানিৰ ফৌজে ঐৰাৱতি নদিএ উজাই ৰাজ থানিৰ ওচৰ পালত ৰজা বৰ ভই পাই সেই চাহাবক বন্দি সালৰ পৰা উলিয়াই কথা বাত্রা হবলৈ ১৮২৫ সঁকৰ ডিচেম্বৰ মাহত ইঙ্গৰাজিৰ সেনাপতি চেৰ আর্চিবল কেম্বেল চাহাবৰ ওচৰলৈ বেগাই পঠাই মিল হবলৈ কথা দিলে। এই ৰূপে জদ্চন চাহাবে কটকি বাবে দুই তিনি বেলি অহা জোআ কৰিলত ইঙ্গৰাজি ফৌজে বৈ নে থাকি ৰাজ নগৰলৈ চাপি অহাত এৰাতি ৰজাৰ জি সোন ৰূপৰ পাত্র আচিল, সেইবিলাকক বেগাই গোটাই পঠাই দিলে, আৰু সেনাপতিএ খোজা জি সন, পাচে সকলোকে পুৰাই দিম, ৰজাই এই বুলি কোআই মিলনৰ নিবন্ধ কৰিলে। সেই ৰনৰ দোআৰাই কম্পানিএ মান দেসৰ দুই ডোখৰ পালে, পচিম্ন ফালে মগ দেস, আৰু পুব ফাল তেনাচেৰিম প্রদেস পালে। অচম দেসৰ পৰাও মানক খেদাই এই দেসকো ললে। সেই ৰনত মানে কম্পানিৰ সক্তি বুজি কেতখনি কাললৈ ভালে আচিল, পাচে সাহ পাই ইঙ্গৰাজি সদাগৰ চাহাব লোকক অনেক ভকা দি অমর্জ্জতা কৰাত কম্পানিএ আকও জুধৰ আৰম্ভন কৰিলে। এই বেলি সিইঁতৰ দখিনৰ ফালে থকা জি পেগু দেস, কম্পানিএ তাকো লব বুলি অনেকৰ মুখে সুনিচোঁ।

মানৰ ৰাজ নগৰ আৱাৰ বাহিৰে ৰাংগুন নগৰ প্রধান, তাৰ পচিমে বাচিন, পুব ফালে মার্ত্তবান, সেই দুই নগৰ কম্পানিএ এতিয়া লৈচে। তাত বাজে প্রোম, পগান, মিয়েদি, চেম্বুগিউ, পাতনাগো, এইবিলাক নগৰ আচে: পগান নগৰত ভালেমান পুৰনি বৰ ডাঙ্গৰ সিলৰ মঠ আচে।

ইএনানগাঁৱত সিতা তেল ওলোআ অনেক নাদ আচে; তাৰ পৰা সেই তেল নাও ভৰাই সকলো ঠাইত বেচেগৈ।

সিবিলাকৰ চৰা আৰু খেল নাও বৰ সুন্দৰ, সকত; সিবিলাকৰ এখান ৰনুআ নাৱৰ নকচালি পিটিত লিখা আচে; বৰ বেগেৰে তাক চলাই।



## মই প্ৰাৰ্থনা কৰিব নে জানোঁ ।

I do not know how to pray.

এক গধুলিত দুটি সৰু বায়েক ভনিএকে উমলি আছিল, সুৰুৰ বেলি হলত ভনিএকে বায়েকক কলে, হে বাই, তুমি টোপনি নৌ জাওতে ইশ্বৰে তোমাক ৰাতি ৰাখিবলৈ প্ৰাৰ্থনা কৰা নে? বায়েকে কলে, ভনি, মই প্ৰাৰ্থনা কৰিব নে জানোঁ, তুমি জানা নে? ভনিএকে বুলিলে, হই, মই জানোঁ, আৰু নিতৌ গধুলি পুআ প্ৰাৰ্থনা কৰিছে কাম কৰোঁ। ভনি, প্ৰাৰ্থনা কেনেকৈ কৰিব লাগে, কোআচোন,ময়ো সিকোঁ । ভনিএকে কলে, মই জি জি কাম কৰোঁ, সেই আটাই কৰমেই মোৰ এক এক প্ৰাৰ্থনাৰ কাৰন হই । জেতিয়া মই ঘৰ সাৰিবলৈ হাতত বাঁইনি লওঁ, তেতিয়া ইশ্বৰলৈ এই প্ৰাৰ্থনা কৰোঁ; হে স্বৰগত থকা মোৰ পিত্ৰি, এতিয়া মই জেনেকৈ এই ঘৰ সাৰি নিকা কৰিম, সেই ৰূপে ইশ্বৰে মোৰ পাপ আৰু মোৰ মলিন হোআ মন আপোনাৰ বাক্যেৰে সাৰি নিৰ্মল আৰু সুচি কৰোক। আৰু জেতিয়া ভাত খাঁও বা পানি পিওঁ, তেতিয়াও এই প্ৰাৰ্থনা কৰোঁ, হে ইশ্বৰ, মই ভাত পানি খোআত জেনেকৈ মোৰ সৰিল ত্ৰিপ্তি হব, তেনেকৈ ইশ্বৰেও আপোনাৰ বাক্যৰ দোআৰাই মোৰ অনন্ত জিয়নৰ আহাৰ দি মন ত্ৰিপ্তি কৰাওক । আৰু জেতিয়া নৰিয়া পৰাত দৰব খাঁও, তেতিয়া ইশ্বৰলৈ এনে প্ৰাৰ্থনা কৰোঁ, হে প্ৰভু, মই এতিয়া দৰব খোআত জেনেকৈ মোৰ সৰিল স্বস্থ হব, তেনেকৈ আপুনি মোৰ পাপ ৰূপ জি মনৰ ৰোগ, তাকে ত্ৰান কৰ্ত্তা প্ৰভুৰ তেজেৰে ধুই পবিত্ৰানৰ দৰব দি স্বস্থ কৰোক ।

এই দৰে ভনিএকৰ কথা সুনি বায়েকেও সকলো কৰম কৰা সময়ত প্ৰাৰ্থনা কৰিবলৈ সিকিলে । মোৰ প্ৰিয় লৰা চোআলিবিলাক, তোমোলাকেও আটাই কাম কৰাৰ সময়ত ইশ্বৰলৈ প্ৰাৰ্থনা কৰিবলৈ সিকিবা । তেহে মৰনৰ পাচত ইশ্বৰৰ পো জি হৈ অনন্ত সুখত ভাগ পাবা । ন. ল. ৰু.

## সুবুধি বচন ।

Useful Maxims.

ঘনে ঘনে প্ৰাৰ্থনা কৰা, তেহে ঘনে পতি প্ৰাৰ্থনা কৰিবলৈ সহজ হব ।

মৰনৰ পাচত জি প্ৰয়োজনিয় আহাৰ তোমাক লাগিব, তেনে গুটি এতিয়া জিয়াই থাকোঁতে সিঁচিবা । অৰ্থাত সত্য ধৰম আৰ্জন কৰা ।

আগলৈ ভাল হবৰ নিমিত্তে বৰ্ত্তমান কালত পৰিস্ৰম কৰা ।

তোমাক দেখিবলৈ সুঅনি হই নে? জদি তোমাৰ সৰিল দেখাত সোভা হই, তেন্তে তাৰে সৈতে ইশ্বৰে দেখাত আপোনাৰ মনকো সোভা কৰা । সংসাৰিক অলঙ্কাৰতকৈ জি অলঙ্কাৰ পিন্ধাত ইশ্বৰে সোভা দেখে, সেই ধৰম ৰূপ মনৰ নিৰ্মল অলঙ্কাৰ পিন্ধা । সেয়ে হলে অনন্ত কাললৈ স্বৰগ ৰাজ্যত জিলিকি থাকিবা ।

খ্ৰিষ্টিয়ান লোকে ইটে সিটে দন্দ হাই কামোৰা কামুৰি কৰাত কেনে আপদ? ৰাঙ্গ কুকুৰে মেৰক নষ্ট কৰাত বৰ বিস্মই ন হই, কিন্তু মেৰবিলাকে জদি ইটে সিটে খোআ খুই কৰে, সেয়ে বৰ আচৰিত ।

দুখৰ কালত সহন কৰিলে দুখ গিলিবলৈ টিল হই, কিন্তু বিমুৰ্চ্চিত হলে সেসত তিতা পোআ জাই ।

সকলোৰে আদৰ পাব লাগিলে, তোমাৰ মুখত মিঠা বস্তু ৰাখা । কিয়নো দহ হেজাৰ টেঙ্কা দি আৰু কেটেৰা মাত মতাতকৈ এটা কোমল মিঠা কথা কোআই ভাল ।

পাপি লোকৰ অনিয়ায়ৰ বহু সম্পত্তিতকৈ ধৰমি লোকৰ অলপ বস্তুএই ভাল ।

দায়িদ ৰজাই আপোনাৰ গিতৰ পুথিত লিখিচে, আগেএ মই লৰা আছিলোঁ, কিন্তু এতিয়া বুৰা হলোঁ, তথাপি ধৰমি লোকৰ সন্তানে লোকৰ দুআৰ মুখত মাগি খোআ নে দেখিলোঁ।

ন. ল. ৰু.



## তিৰ্থৰ বিবৰন ।

**Wanderings of a Pilgrim.—From the Bengali.**

১ আধ্যা ।

ভক্তি আৰাধনা ।

চবি ।

ত্ৰান কৰ্ত্তা প্ৰভু খ্ৰিষ্ট, অপৰাধি মই পাপিষ্ট,
পাসণ্ড দুৰ্ম্মতি দুৰাচাৰ;
নে জানোঁ ভকতি স্তুতি, গিয়ান হিন অল্প মতি,
তুমি অগতিৰ গতি সাৰ ।
খেমা কৰি দোস মোৰ, ৰাখি আচা এই কিঙ্কৰ
দুৰ্জ্জন চইতানৰ মায়াত;
তুমি প্ৰভু দায়াবান, কৰিলাহা পৰিত্ৰান,
থাকিব নি দিলা এক্কাৰত ।
প্ৰান দিয়া কৰে ত্ৰান, সহি বহু অপমান,
হাই হাই, সক্ৰুৰ কাৰনে;
এনে দায়া অতিসই কতো নে দেখিলো মই,
য়িচু বিনে এই তিনি ভুবনে ।
সুনা প্ৰভু নৰেশ্বৰ, মাগো মই এহি বৰ,
অন্তে জেন স্বৰ্গ থান পাও,
জত দিন এই সংসাৰ ৰাখিবাহা দুৰাচাৰ,
সদা জেন তভু গুন গাঁও ।
ধন্য প্ৰভু য়িচু খ্ৰিষ্ট, অধৰমি মই পাপিষ্ট,
কৰা দায়া দিন হিন জনে;
তুমি করুনা সাগৰ, ভক্তি হিন এই পামৰ
ক্ৰিপা কৰা আপোনাৰ গুনে ।
সাস্ত্ৰত বাক্য তোমাৰ মনতে কৰিয়া সাৰ
সাখি পাব ধৰম আত্মাৰ;
সেহি তভু বাক্য মানি ভক্তি ভাৱে জি জি প্ৰানি
প্ৰেম ভই কৰই তোমাৰ ।
নিচয়ে তাহাৰ ত্ৰান, নাহি কিচু অপমান,
কাৰন সি কৰিচে স্বিকাৰ;
মোহোতে বিশ্বাস কৰা, পাপ কৰ্ম্ম সব এৰা,
ভেস্তে ৰখ্যা হৈবেক তোমাৰ ।
তোমাৰ প্ৰতিগ্যা সাৰ নিচয়ে হৈবেক পাৰ,
সত্য ভক্তি হৱ জি জনাৰ;
এহি ভিখ্যা মাগো আমি, য়িচুহে জগত স্বামি,
মোৰ পাপ কৰিও সংহাৰ ।
ধৰ্ম্মাত্মাৰ ক্ৰিপা দান দিয়া অনাথক গিয়ান,
ধৰ্ম্ম পথে হওক মোৰ মতি;
পাপিষ্ট অধম দুষ্ট, পাপে সদা মতি তুষ্ট,
ৰাখা, ৰাখা, অগতিৰ গতি ।

পয়াৰ ।

দিননাথ দায়া কৰা আপোনাৰ গুনে,
কৰিচোঁ কাতৰ মই দিন হিন জনে ।
তুমি প্ৰভু দায়া নাথ নিওক উধাৰি,
অপাৰ সাগৰ পাৰ কৰাহে কাণ্ডাৰি ।
মই পাপি কি বৰ্নিমো তোমাৰ মহিমা,
অনন্ত অসংখ্য গুন নাহি তাৰ সিমা ।
সৰ্ব্বৱিয়াপি, সৰ্ব্বদৰ্সি, সৰ্ব্ব সক্তিমান,
অনাদি, অনন্ত, তুমি ব্ৰহ্ম নিৰঞ্জন;
সৰ্ব্বজ্ঞান, অবিনাসি, আৰু নিৰাময়ই,
অন্তৰ্য্যামি, সৰ্ব্বানন্দ, প্ৰভু দায়াময়ই;
নিষ্কাম, নিষ্পাপ, সৰ্ব্ব গুনৰ আধাৰ,
তুমি সত্য ভগৱন্ত, প্ৰভু নিৰাকাৰ ।
আদিতে কৰিলা স্বৰ্গ প্ৰিথিবিৰ স্ৰিষ্টি,
তাহাতে হৈলন্ত সৰ্ব্ব নয়নৰ দ্ৰিষ্টি ।
গম্ভিৰ জলৰ মাজে ঘোৰ অন্ধকাৰ,
জলত আচিলে আত্মা প্ৰভু আপোনাৰ ।
দিপ্তি হওক এই আগ্যা দিয়া মাত্ৰ তুমি,
অন্ধকাৰ মাজে দিপ্তি হৈলন্ত আপুনি
দিপ্তিকে উত্তম দেখি অন্ধকাৰ ভিন
কৰি দিলা দিন ৰাতি প্ৰভু দুই চিন,
এন্ধাৰৰ নাম ৰাতি তুমিহে ৰাখিলা,
সন্ধ্যা প্ৰাতঃ কাল দিন প্ৰথম পাপিলা,
এই ৰুপে চই দিনে কৰিলাহা স্ৰিষ্টি,
স্বৰ্গ প্ৰিথিবিতে জি জি কৰি আচো দ্ৰিষ্টি,
নানা জন্তু, নানা পখি, কিটাদি পতঙ্গ,
বিবিধ ৰুপতে আচে দেখি কত ৰঙ্গ;
বিন ব্ৰিখ্য আদি জত তোমাৰ আগ্যাতে
হৈলন্ত সকল স্ৰিষ্টি সোভন দেখিতে ।
অৱসেসে মনুষ্যৰ জাতিক স্ৰুজিলা,
অংস ক্ৰমে নিজ গুন তাহাতে অৰ্পিলা ।
আদিতে আদম নাম থৈলাহা তাহাৰ,
কামি হাৰ লৈয়া স্ৰিষ্টি কৰিলা হাৱাৰ;
নৰ নাৰি কৰি দুইকো কৰিলা নিজুক্ত,
পিত্ৰি মাত্ৰি তিয়াগি কৰে তিৰিতে আসক্ত ।
কেৱে কাকো তিয়াগি কোনো কালে ন কৰিব,
তিৰি পুৰুস দুয়ো এক ভাৱতে থাকিব;
এই ৰুপে ষষ্ঠ দিনে স্ৰিষ্টি সমাপিয়া,
এদেন বাৰিত নৰ ৰাখিলা থাপিয়া ।

বসবৰ্ত্তি হৈয়া জেন থাকিব তোমাৰ,
সেই হেতু ধৰ্ম আগ্যা কৰিলা প্ৰচাৰ ।
এহি উদ্যানতে থাকি বহু সংখ্যা হোআ,
ব্ৰিখ্যাদিৰ ফল পাৰি তোমোলাকে খোআ;
কিন্তু ভাল মন্দ গ্যান দাতা ব্ৰিখ্য আছে,
সে থাবা তাহাৰ ফল, নষ্ট হবা পাছে;
মোৰ আগ্যা নে মানিয়া জদি তাক খাবা,
নিচয়ে কহিলোঁ সেই দিনতে মৰিবা ।
চইতানৰ চলত ভুলিল আদি মাতা,
ভক্ষিলে আপুনি ফল নে মানি সেই কথা ।
পুৰুসকো সেহি ফল আনি খুউআইলে,
প্ৰথমতে তেঁওৰ আগ্যা লংঘন কৰিলে ।
তাহাতে হৈলন্ত পাপ ম্ৰিত্যুৰ ৰাজত্ব,
নৰৰ ওপৰে এবে কৰিচে কৰ্ত্ৰিত্ব ।

আদি পুৰুসৰ পাপে ভ্ৰষ্ট নৰগন,
তোমাকে ভুলিয়া সবে পাপত মগন ।
পাপ মগ্ন সবাকাৰ পাপ আচৰন,
অসাৰ সংসাৰে ভুমি হৈয়া অচেতন;
চাৰিয়া তোমাৰ ভক্তি স্তুতি আৰাধনা
নিতান্ত ইন্দ্ৰিয় সুখে কৰিচে সাধনা;
পিত্ৰি, মাতৃ, ভাই, বন্ধু, স্ত্ৰি, পুত্ৰাদি ধন,
গ্ৰিহ ভূমি ইত্যাদি বস্তুতে অৰ্পি মন ।
অসাৰ বস্তুতে লাগি মগ্ন সৰ্ব নৰ,
কোনোএ ন কৰেৰ আপোনাক কিছু ডৰ ।
তোমাৰ প্ৰসাদে সবে অন বস্ত্ৰ পাই,
তোমাৰ ক্ৰিপাতে বিপদৰ সঙ্কা নাই;
ৰোগ, দুখ, সোক, পিৰা দেহে জত ঘটে,
তভু অনুগ্ৰহে ৰখ্যা পাৰে সেই সঙ্কটে;
ৰাত্তিতে নিদ্ৰাত ঘোৰ থাকোঁ অচেতন,
তুমিহে কৰিচা ৰখ্যা সদা সৰ্ব্বখ্যন;
তোমাৰ দায়াতে দেখোঁ দিবাকাৰ গতি,
তভু অনুগ্ৰহে দ্ৰিষ্টি কৰোঁ নিসাপতি;
তোমাৰ ইচাতে কৰোঁ জিৱন ধাৰন,
ভূমি জাৰ ভুষ্ট তাৰ কি কৰে দমন ।
জি জি দেখোঁ সি সবত তোমাৰ মহিমা,
সহস্ৰ বদনে তাৰ নাহি হই সিমা ।
গিয়ান ভ্ৰষ্ট নৰ জাতি পিত্ৰি পাপ ফলে
পতিত হৈলন্ত পাপ সমুদ্ৰে সকলে.

চাৰিয়া তোমাৰ স্তুতি ভক্তি আৰাধনা
কৰে হস্তক্ৰিত দেৱ দেবিৰ অৰ্চনা;
পৰকাল হেতু কোনো চিন্তা নাহি কৰে,
গিয়ান সুন্য সৰ্বজন পাপ পথে ফুৰে ।
তুমি স্ৰিষ্টি স্থিতি ৰখ্যা কৰ্ত্তা সবাকাৰ,
খেনেকতে কৰিবাক পাৰাহা সংহাৰ ।
তথাপিও দায়ামই দিন হিন গনে,
ত্ৰানৰ উপাই কৰে নিজ প্ৰান দানে;
আগ্যা লংঘনৰ দোস খেমা কৰিবৰ
মাত্তি আচে পাপিগন ক্ৰিপাৰ আধাৰ;
জাঁহা জাঁহা, জত পাপি সংসাৰৰ নৰ,
জিৱনৰ নাথ মই, মোৰ পথ ধৰ;
মন পালটন কৰা পাপৰ কাৰন,
মোহোৰ বাক্যত চলা কৰিয়া ধাৰন;
দ্ৰিঢ় ভক্তি ভাৱে সদা কৰিবা প্ৰাৰ্থনা,
আহাতে পাইবা ধৰ্ম আত্মাৰ সান্ত্বনা,
পাপ পুন্য মন্দ কৰ্ম তেঁৱে জনাইব,
নিজ নিজ মনে সব প্ৰবোধ পাইব,
জি কোনোএ লইবেক মোহোৰ আস্ৰই,
তিয়াগ ন কৰিমো তাক, কহিলোঁ নিচই ।

এই ৰূপে ধৰ্ম সাস্ত্ৰে সুনোঁ থানে থানে
প্ৰতিগ্যাৰ বাক্য প্ৰভু বুলিচে আপোনে
তথাচ পাপিষ্ট আমি ভ্ৰষ্ট নৰ জাতি
লংঘিয়া তোমাৰ বাক্য পাপে কৰোঁ গতি,
পাপ কৰ্মে মতি মন পাপ আচৰন
আচোঁ সদা সৰ্বখ্যন পাপতে মগন;
তভু ইষ্ট কৰ্ম আমি কিছু নাহি কৰোঁ,
আপোনাৰ সুখ মাত্ৰ সৰ্বদা বিচাৰোঁ ।

খেমা কৰা ক্ৰিপাধাৰ, দিয়া দিব্য গিয়ান,
আপোনাৰ প্ৰতি কৰা মন আকৰ্ষন ।
ডুবি আচোঁ পাপ জলে আমি অতিসই,
ক্ৰিপা কৰি ৰাখিওক প্ৰভু দায়ামই ।
পদ্ম পাতে পৰি জেন থিৰ নাহি জল,
তেনে ৰূপে দেহে প্ৰান কৰে টল বল ।
দেখিয়া পাপ সাগৰ ভাবোঁ নিৰন্তৰ,
ৰাখা, ৰাখা, ক্ৰিপাধাৰ, করুনা সাগৰ.

নিজ পুন্য দান ফলে কৰিও উধাৰ,
খেমা কৰা জত পাপ আছে সবাকাৰ;
পৰিশ্ৰাত নি নিবাহা খেমিওক দোস,
এই প্ৰাৰ্থনাতে প্ৰভু হয়োক সন্তোস।
সমস্ত জগত সৰ্ব্ব নৰৰ অন্তৰে
সত্য ধৰ্ম্ম ব্যাপ্ত প্ৰভু কৰিও সত্বৰে;
সৰ্ব্ব দেসে সৰ্ব্ব থানে তজু ৰাজ্য হওক,
চইতানৰ ৰাজ্য আৰু মৰ্ত্ত্যে নে থাকোক;
মিচা দেৱতাৰ নাম সিদ্ধে কৰা লুপ্ত,
ধৰ্ম্ম গিয়ানে নৰ লোক কৰা পৰিত্ৰিপ্ত।
জেনে স্বৰগত আপোনাৰ ইচা হই,
মৰ্ত্ত্য থানেও সেহি ৰুপে কৰোক সবাই;
সৰ্ব্ব মুখে তজু গুন কৰোক স্বিকাৰ,
অনন্ত জিৱন আত্মা ৰাখা সবাকাৰ।
তোমাৰ মণ্ডলি প্ৰভু আছে জি জি থানে,
ৰাখিওক সকলোকে আপোনাৰ গুনে;
সৰ্ব্ব পাপ ৰোগ সোক আৰু আপদত
উধাৰ কৰাহা এহি প্ৰাৰ্থনা তোমাত।
ধৰ্ম্ম আত্মা দান দিয়া, দিয়া ধৰ্ম্ম গিয়ান,
সকলে কৰোক তজু নামৰ কিৰ্ত্তন।
জিতো কৰে আমাক তাৰনা আৰু নিন্দা,
নতুবা সত্ৰুতা কিবা কৰিব বিচিণ্ডা;
তাৰ হেতু কৰোঁ এহি প্ৰাৰ্থনাহে আমি,
মঙ্গল কৰিবা তাক জগতৰ স্বামি।
ৰজা কিবা দেস ৰখ্যা কৰে জেহি জন,
দুষ্টক দমন আৰু সন্তক পালন;
কৰিওক প্ৰভু তাৰ প্ৰতি ক্ৰিপা দ্ৰিষ্টি,
পালন কৰা হে নাথ আপোনাৰ স্ৰিষ্টি।
ধৰ্ম্ম অগ্নি জ্বালি সৰ্ব্ব নৰৰ অন্তৰ
নাস কৰা অতি ঘোৰ বিপদ এন্ধাৰ।
বিপদ নাসক য়িচু অনাথৰ নাথ,
অধমৰ কাকুতিতে কৰা কৰ্ণপাত;
দিননাথ সুনিয়োক পাপিৰ কাতৰ,
পৰিয়া পাপ সাগৰে তাকোঁ নিৰন্তৰ।
পাসণ্ড পামৰ মই পাপিষ্ট অগ্যান,
অন্ত কালে দিয়া থান তোমাৰ চৰন।
তোমাৰ নামত এহি প্ৰাৰ্থনা স্তৱন,
অধমক ত্ৰান কৰা হওক, আমেন।

২ আখ্যা।

সন্যাসি ধৰম গ্ৰহন কৰি তিৰ্থ জাত্ৰাৰ আৰম্ভন কৰা।

দুলৰি।

সুনা সৰ্ব্ব জন অম্ৰিত বচন,
বিদয়ে দিওক বাস;
পাপ তৰিবৰ য়িচু পদ সাৰ,
নাহি অন্য আৰু আস।
তেঁৱে দায়াভুৰ, আপুনি ইশ্বৰ,
পুৰ্ন ব্ৰহ্ম সনাতন;
য়িচু বিনে আৰ সকলো অসাৰ,
ভাবি দেখা সৰ্ব্ব জন।
তেঁৱে প্ৰেম সিন্ধু, পাপিষ্টৰ বন্ধু,
তাৰিচে দুৰ্ম্মতি নৰ;
দায়াবান অতি সৰ্ব্ব জন প্ৰতি
দুষ্ট অধম পামৰ।
তেঁওৰ প্ৰেম অতি পাতকিৰ প্ৰতি,
ভক্তি স্তুতি কৰে জেই,
মনে বিশ্বাসিলে, খেদ জুক্ত হলে,
মুক্তি পথ পাব সেই।
ধৰ্ম্ম সাস্ত্ৰে ত্ৰান আচই প্ৰমান,
পৰ্হা হে পাঠকগন;
জদি নাহি পাৰ, তেন্তে বোলোঁ আৰ,
উপদেসে দিয়া মন।
হেলা ন কৰিবা, সত্যক ধৰিবা,
সাস্ত্ৰে আগ্যা আছে জেন;
অতি সৰা লৰি পাপ তিয়াগ কৰি
সাধিও এমুআ ত্ৰান;
ন হলে নিৰাস, হবা সৰ্ব্বনাস,
অনন্ত নৰক থান,
পৰি কোপানলে নিজ কৰ্ম্ম ফলে,
কৰিবা অতি ক্ৰন্দন।
জদিহে নে মানা, ভুঞ্জিবা জাতনা,
নৰক সাস্তি অনন্ত;
তেতিয়া তোমাৰ ন হব নিস্তাৰ,
দহিব অগ্নি প্ৰচণ্ড;
সদা সৰ্ব্বথান দগ্ধ হব মন,
নে পাবা কোনো সান্ত্বনা;

ইন্দ্রি আদি জত সব হব নষ্ট,
আত্মাহে পাব জাতনা ।
ভাই বন্ধুগন, তিৰি পুত্র ধন,
তাতে কিচু নাহি হব;
সকলো অসাৰ, কোনো ন হই কাৰ,
তেতিয়া সঙ্গে ন যব,
জত দিন দেহে আত্মা থিতি ৰহে,
বোলে সবে আপোনাৰ,
নয়ন মুদিলে, অচেতন হলে,
কোনো ন হই সঙ্গি কাৰ ।

এই হেতু সুন, হৈওক চেতন,
কৰা য়িচু পদ সাৰ,
ভাবি দেখা জত সকলো অনিত্য,
প্রভুহে ত্রানাধিকাৰ ।
জেন ব্রিখ্য ডালে পখি হৈ সকলে
দণ্ডেক দুদণ্ড থাকে,
সেই ৰুপে জান, দেহতে জিৱন,
নিচয়ে বোলো সবাকে ।
ধর্ম্ম পথ ধৰা, তেজি পাপ হেৰা,
ভজিও খ্রিষ্ট সৰন
পাপ অন্ধকাৰে কিয় ঘুৰি মৰে,
মুদিয়া দুটি নয়ন'
সত্য ধর্ম্ম জেন সুজৰ কিৰন
নে থাকে তাত এন্ধাৰ,
মিচা ধর্ম্ম জেই জোতি হিন সেই
চলোঁতে অতি দোর্ঘোৰ,
দিপ্তিতে মঘন কৰিলে গমন,
অপমান নাহি হব,
অন্ধকাৰে ভাই, চলিলে সদাই,
পথতে উজুঁটি খাব ।
এই হেতু সুন মোৰ নিবেদন,
খ্রিষ্টত কৰা আস্রয় ।
য়িচু বিনে আৰ নাহিকে উধাৰ,
জানিবা নিচয়ে ভাই ।
তেঁৱে দায়াভুৰ, আপুনি ঈশ্বৰ,
নৰ পাপিৰ কাৰন
জন্ম লৈল আহি, জেন পুর্ন সসি
আদি বিভু নিৰঞ্জন,

নৰ অৱতাৰ হৈলা প্রেমাধাৰ
তাৰিবলৈ পাপিগন;
কৰিয়া ভ্রমন সঙ্গে সিস্যগন
দিলে সুধৰম গিয়ান,
অৱসেসে প্রান কৰি সমর্পন
প্রাচিত কৰিলা দান,
কথা সাৰ এই সবাকো জনাই
তাতেহে পাপিৰ ত্রান ।
মিচা দেৱ দেবি তাক থাকি সেবি
কিয় কৰা আয়ু খই?
কৰিলে আস্রই, পাপ ন হই খই,
জানিবা তাক নিচই ।
পুর্বে দেৱতাৰ নামে ভবিবৰ
কৰিচিলোহো ভাৰসা
ন হৈল সাফল, সকলো বিফল,
মিচা হৈল সর্ব আসা ।
ভ্রমিয়া তির্থত কষ্ট পালো জত
হইয়া নির্বোধ অতি,
সেহি কথা সুন, কৰি নিবেদন,
জনাও সবাৰ প্রতি ।
লৌকিক্ বেৱহাৰে ব্রাহ্মনৰ ঘৰে
জনম মোৰ হৈচিল
দেৱতাৰ মান্য কৰিলোঁ এজন্য,
হিন্দু ধর্ম্মে হৈয়া ভুল ।
হৈয়া সন্যাসি সিৱ তুল্য বেসি
হিন্দু সাস্ত্র অনুসাৰি,
তপস্যা কতক কৰিলোঁ জতেক
ভক্তি কৰি ত্রিপুৰাৰি ।
তির্থ জাত্রা জত কৰিলোঁ সতত
কহিবো তাক বিস্তাৰি,
হৈয়া বনবাসি ভ্রমি দিবা নিসি
দণ্ড কমণ্ডলু ধাৰি;
বস্ত্র বাঘ চাল পিন্ধি কত কাল,
গলে ৰুদ্রাখ্যৰ মালা;
সৰিলে লিপিলো ভস্ম জত পালো,
হাতে বিভুতিৰ গোলা ।
গেঁজা ভাঙ্গ ভাই জত পাৰি খাই
দিনে ৰাতি সেই আহাৰ,
অনৰ কাৰন কত সব প্রান
অস্থি চর্ম্ম হৈল সাৰ ।

বন সাক জত, নিম পাত তত,
মই খালোঁ অনুখ্যান,
মনতে বিস্বাস হৈমো স্বৰ্গবাস
সিৱ নাম সদা খ্যান ।
বিচাৰি ব্ৰাহ্মন চলোঁ তাৰ থান,
সেযে কৰাই ভোজন;
সেহি ভাগ্য ফলে সে খালে স্রিগালে
তাতে বাচিল জিৱন;
গুৰু আগ্যা কৰি দিলে মোক এৰি
সদা তপস্যা কৰিতে,
সিৰে আগ্যা ধৰি সৰ্বখ্যান কৰি
গুৰুৰ মন্ত্ৰ জপিতে ।
জি মন্ত্ৰৰ ফল, সুনাহে সকল,
তন্ত্ৰ সাস্ত্ৰে জেন বিধি;
সপ্তম দিবসে তাতে অনায়াসে
হৈবেক সকলো সিধি ।

মন্ত্ৰ গুন ।

"ওঁং অবিৰজন নিকট কট স্বাহা ।"
সিকি এই মন্ত্ৰ জেন ফল প্ৰাপ্তি হই,
কৰা তাক অৱধান সাস্ত্ৰে জেন কই ।
প্ৰথম দিনতে কিচু নাহি হব ফল,
দুতিয়তে পিত্ৰি লোক দেখিব সকল;
ত্ৰিতিয়তে জন্তু সব্দ বুজিবাক পাৰে,
চতুৰ্থতে ভবিস্যত বাক্য সক্তি ধৰে;
পঞ্চমতে লিখা পঢ়া জানিব সমস্ত,
সষ্ট দিনে সৰ্ব সাস্ত্ৰ হৈবেক মুখস্ত;
সপ্তম দিনতে সিৱ সক্তিৰ কাৰনে
কৈলাসত জাব সিতো ৰথ আৰোহনে ।

দুলৰি ।

সুনি মন্ত্ৰগুন, মনতে মগন,
কৰিলোহোঁ বহু স্ৰম;
সব ব্ৰেথা হৈল, দুখ কত গৈল,
কেৱল মনৰ ভ্ৰম ।
তপস্যা কাৰনে বহি এক থানে
জেন নিচই অন্তক,
জোগাসন কৰি মনে মৌন ধৰি
থাকোঁ খ্যানে জেন বক ।
জনকৰ পুৰ, হস্তিনা নগৰ,
অজোধ্যা, মথুৰা আদি
গকুল মহাবন আৰু ব্ৰিন্দাবন
পালোঁগৈ জমুনা নদি ।
গিৰি গোবৰ্দ্ধন কৰি দৰসন,
ৰাধা কুণ্ড, স্যাম কুণ্ড,
আৰু কুঞ্জবন, নিকুঞ্জ কানন,
কি কমো সি সব কাণ্ড ।
হৰিদ্বাৰ দেখি গৈয়া জ্বালামুখি,
পাচে বদৰিকা স্ৰম;
দ্বজা গিৰনাৰ ধৰনি ধৰাৰ
তাহাতে দ্বাৰিকাধাম ।
থানে থানে হৈ কত দেৱালই,
তাক বৰ্নিব্লে কি কাৰ্জ?
মুখ্য দেখি বোলে সন্যাসি সকলে,
চলি গলোঁ হিঙ্গুলাজ ।
ভুমিয়া সকল, ন হৈল সাফল,
কাঠ বান্ধিলে চৰন;
জত দুখ ভাই, জানিবা সবাই
পৰ্বত বাট গমন ।
মিচা ধৰ্ম লাগি হৈয়া অনুৰাগি,
ক্লেস কত কৈমো ভাই;
হৈলে বৰ্সা কাল, তলে ব্ৰিখ্য তাল,
কৰিলোঁ তাতে আস্ৰই;
ৰদৰ সমই নাহিক আস্ৰই,
সিৰত তাপ সুৰ্জৰ;
তাতে বৰ দুখ, মনত অসুখ,
দহে তনু নিৰন্তৰ ।
কত অগ্নি তাপ সহিলোঁ সন্তাপ
মনক থিৰ কৰিলোঁ;
কুবুধি প্ৰভাৱ দ্ৰিঢ় ভক্তি ভাৱ
সিলত মাথা দোঁআলোঁ ।
জাৰৰ সমই অগ্নিৰ আস্ৰই
সয়ন কৰোঁ মাটিত;
কেনি সিৱ সক্তি, নতুবা পাৰ্বতি,
নে দেখিলোঁ কাকো তাত ।
পাই মন দুখ হৈ পাচে বিমুখ,
ঘুৰিলোঁ পুবৰ দিগ;
ক্ৰমে ক্ৰমে ভাই চলিয়া সদাই
জাত্ৰা কৰিলো প্ৰয়াগ ।
বোলে হিন্দু মতে, ত্ৰিবেনি তিৰ্থতে
জি জন মাথা দোঁআৰে,

মুক্তি বস্তুমই পাইবেক নিচই,
ই কথা মিচা ন হব ।
মোহোৰ সিৰত অতি বৰ ঊঁট
আছিলে গোটা চাৰেক,
মুক্তিৰ আস্বাসে মনত বিশ্বাসে
কাটি পেলালোহো তাক ।
সাস্ত্ৰত বচন অন্তকালে ত্ৰান
জদি পৰে গঙ্গা জলে ।
জেতিয়া মোৰ চুলি কাটিলোঁ আপুনি
হৰিলে নাগা সকলে ।
দিয়া গঙ্গা জল হৈলন্ত বিফল,
গুচিলে মুক্তিৰ আস;
হৰি নাগাগন আপোন আপোন
মাথাত বান্ধিলে কেস ।
পৰ চুলি হৰি বান্ধি মুৰ ভৰি
ভোসন কৰিলে অঙ্গ;
অতি লোভ মন সজাই বদন
দেখি মিচা সৰ্ব্ব ৰঙ্গ;
নাগা নাম ধৰে, পালে তিৰি হৰে,
সদা কৰে অপকৰ্ম্ম,
চোৰ বধ আৰ অতি দুৰাচাৰ,
কাৰো নে দেখিলোঁ ধৰ্ম্ম ।
ধৰ্ম্মৰ কাৰন জদি কোনো জন
হৰলৈ খোজে ফকিৰ,
কৰি সুৰা পান বৰ অগিয়ান
কৰে অতি অহঙ্কাৰ ।
কাম ক্ৰোধ আৰ জত দুৰাচাৰ
আছে সবাৰ অন্তৰে,
ধৰ্ম্ম ৰুপ ধন সেই পাপিগন
কি মতে আৰ্জ্জিব পাৰে?
এহি আচৰনে জানা সৰ্ব্ব জনে,
ন হই পাপ দমন;
ভাবি দেখা এই বিফল আস্সই,
কেৱল অসুখ মন;
সৰ্ব্ব সাস্ত্ৰে বোলে, সুমন ন হলে
জেয়ে কৰোক জি কৰ্ম্ম,
তাহাতে সন্তাপ বাৰ্হে অতি পাপ,
ন হব কোনো ধৰম ।
বোলে হিন্দুগন দখি নাৰায়ন,
বেদ আদি পুৰানে লিখে,
সংখেপ তাহাৰ আচাৰ সবাৰ
জনাই দিলোঁ সবাকে ।
মন অনুৰাগ চাৰিয়া প্ৰয়াগ
জাত্ৰা কৰি মিৰ্জ্জাপুৰ;
বিন্ধ্যা থানে গৈ দেখিলোহো ভাই,
দেবি বিন্ধ্যাবাসিনিৰ ।
অনন্তৰ কাসি দেখিলোঁ প্ৰবেসি,
কৰিলোঁ তাক দৰ্সন;
দেবি কামাখ্যাক মনে দেখিবাক
পুবে কৰিলা গমন ।
হয়গ্ৰিৱ মাধৱ কেদাৰনাথ সিৱ
কামাখ্যা সুন্দৰি জত,
থানে থানে জুক্তি দেখো সিৱ মুৰ্ত্তি,
তাহাক বৰ্নিবো কত ।
জাঁও জতে জতে, জপ কৰোঁ ততে,
নে দেখো একোতে সাৰ,
কেনে ৰুপে তৰোঁ, সদা ভাবি মৰোঁ,
মনত পাপৰ ভাৰ ।
মুক্তিৰ আস্বাস কালিক বিশ্বাস
কৰিলোহোঁ এক মন,
কাল ভৈৰৱক, নতুবা প্ৰেতক,
নে দেখিলোহোঁ নয়ন ।
ঘৰ দ্বাৰ তিয়াগি পৰিত্ৰান লাগি
বিফল সব কৰিলোঁ,
পাপি দুষ্ট মনে গুৰুৰ চৰনে
মিচাতে মাথা দোঁআলো;
মন্ত্ৰ আদি জত, সিৱ দুৰ্গা তত,
কিচু নাহি ফল সাৰ;
খ্ৰিচ্‌টু বিনে ভাই, কতো ত্ৰান নাই,
দেখা সকলো অসাৰ ।
জত তিৰ্থ থান দেখিলোঁ নয়ন;
কৰিবো তাক বৰ্নন,
মন থিৰ কৰি বিদয়ে বিচাৰি
বুজাহে পাঠকগন,
নিন্দা কৰিবৰ ইচা নাহি মোৰ,
দেখি আহিচোঁ আপুনি;
তাক নিবেদন কৰোঁ প্ৰিয়গন,
হয়োক সন্তোস সুনি । ন. জ. ক.

## য়াকোবে দেখা স্বৰ্গিয় সপোন ।

**Lesson VIII.— Jacob, or the Heavenly Dream.**

আব্ৰাহাম আৰু চাৰা অতি বয়সিয়া হল। পাচে চাৰাই মৰিলত আব্ৰাহামে তেঁওক পুতিবলৈ ইচা কৰিলে; কিন্তু কিনান দেসত চাৰাক পুতিবলৈ আব্ৰাহামৰ এতোখৰ মাটিও ন থকা হেতুকে তেঁও কিনানিয়াবিলাকক ধন দি এখান পথাৰ কিনিলে ।

সেই পথাৰ খান গচ গচনিৰে পুৰ আৰু তাত এটা গহ্বৰো আচিল । আব্ৰাহামে চাৰাৰ মৰা স লৈ গহ্বৰতে থলে । পাচে আব্ৰাহাম মৰিলত তেঁওৰ পুত্ৰ ইচাকে তেঁওকো সেই গহ্বৰত জত চাৰাক থোআ হৈচিল তাতে থলে ।

সেসৱ দিনত আব্ৰাহামে সেই গহ্বৰৰ পৰা আকও উঠিব, আৰু স্বৰগত ইস্বৰৰ সঙ্গত থাকিব । আব্ৰাহামে কিনানক আপোনাৰ দেস কৰিবলৈ ইচা ন কৰি, তাতকৈও উত্তম জি স্বৰগ, তাতে ইস্বৰৰ সঙ্গত থাকিবলৈহে বাঞ্চা কৰিলে ।

আব্ৰাহামৰ আত্মা মৰা নাই, কিন্তু এতিয়া ইস্বৰৰ সঙ্গত আচে; সেসৱ দিনত তেঁওৰ সৰিগো জিব; তোমোলাকে তেঁওক দেখিবা, আৰু জদি আব্ৰাহামৰ নিচিনাকৈ ইস্বৰক প্ৰেম কৰা, তেনে হলে তোমোলাকে আব্ৰাহামে সৈতে স্বৰগত একে লগে ৰহিবা ।

ইচাকে ৰিবকা নামেৰে এজনি উত্তম কন্যা বিয়া কৰিলে । জি তাম্বু ঘৰত চাৰাই বাস কৰিচিলে, তাতে তায়ো থাকিল ।

ইচাক আৰু ৰিবকাৰ এচৌ আৰু য়াকোব নামেৰে দুটি জঁজা পুত্ৰ আচিল । কিন্তু সিহঁত ইটৰ সিটৰ পৰা দেখিবলৈ আৰু স্বভাৱতো বৰ বেলেগ আচিল । এচৌ হলে লৰা কালৰে পৰা দুষ্ট, কিন্তু য়াকোব ভাল, ইস্বৰক প্ৰেম কৰে । এচৌ বয়স পাই মানুহ হলত সি চিকাৰি হল; তাৰ কাঁৰ ধেনু আচিল, হাবিলৈ গৈ চৰাই পহু মাৰি ঘৰলৈ আনি খাবৰ নিমিত্তে জুগুত কৰি তাৰ ভাল আহাৰৰ অলপ অলপ বাপেক ইচাকক দিএ । এচৌএ পহু মাৰিবলৈ আৰু তাক ৰান্ধিবলৈ বেয়া ন হই; কিন্তু তাৰ মন দুষ্ট; সি ইস্বৰলৈ মন নি দি তেঁওতকৈও খোআ বোআকে অধিক প্ৰেম কৰিলে ।

য়াকোব হলে মেৰ ৰখিয়া আচিল । সি আৰু তাৰ চ্যাগ মেৰ চাগবিলাক আপোনাৰ তাম্বুৰ ওচৰত আৰু মাক বাপেকৰ লগত থাকিল । সি ইস্বৰক প্ৰেম কৰে, আৰু বাৰে বাৰে তেঁওলৈ প্ৰাৰ্থনাও কৰে ।

য়াকোবতকৈ ইচাকে অধৰমি এচৌক সৰহ প্ৰেম কৰাৰ কথা মই তোমোলাকক কবলৈ অসন্তোস কৰিচোঁ ।

কি কাৰনে সৰহ প্ৰেম কৰে মই কম নে? কিয়নো এচৌএ তেঁওলৈ ভাল আহাৰ আনে, সেই নিমিত্তে তাক সৰহ প্ৰেম কৰিবলৈ বৰ বেয়া কাৰন আচিল । কিন্তু ৰিবকাই য়াকোবক প্ৰেম কৰে, আৰু ইস্বৰেও য়াকোবক প্ৰেম কৰে, এচৌক কৰা নাই । এচৌ আৰু য়াকোবে ইটে সিটে প্ৰেম কৰে বুলি ভাবা নে?

সিহঁতে ন কৰে, য়াকোবে কেতিয়াবা কেতিয়াবা এচৌলৈ নিৰ্দয়া ৰুপে আচৰন কৰে । এচৌএও য়াকোবক হিংসা কৰে, আৰু বধিবলৈকো ইচা কৰিলে । এদিনা এচৌএ কলে, মোৰ বোপাই লগতে মৰিব, তেতিয়া মোৰ ভাই য়াকোবক বধ কৰিম ।

এচৌএ কেতিয়াবা য়াকোবক বধিব বুলি ৰিবকাই বুজি ভই পাই য়াকোবক মাতি কলে, তোমাৰ ককাই এচৌএ তোমাক মাৰিবলৈ ইচা কৰে, এই কাৰনে তোমাৰ জি মোমাই বহু দুৰৈত আচে, তাৰ তলৈ গৈ থাকা; অলপতে জেতিয়া এচৌএ তাৰ খঙ এৰিব, তেতিয়া মই তোমাক আনিবলৈ মানুহ পঠাম ।

য়াকোবে তাৰ মাকৰ বুধি ললে । সি তাৰ বাপেকৰ পৰা বিদাই লৈ জোআৰ আগেয়ে ইচাকে তাক আসিৰ্বাদ কৰিলে ।

আপোনাক দিবলৈ য়াকোবে তাৰ বাপেকক একো মু খুজিলে; সি আপোনাৰ লগত চাকৰ, বা চাগ, মেৰ চাগ আৰু উঠিবলৈ এটা গাধও ন ললে; কেৱল হাতত এডাল লাখুটি লৈ জাত্ৰা কৰিবলৈ ওলাল । য়াকোবৰ বৰ

অসন্তোস হৈছিল, আৰু কঙ্গাল বিদেসি হল। বহু দুখৰ্ত থকা আৰু কেতিয়াও নে দেখা এখান দেসলৈ গৈছে।

তোমোলাকেও জদি পিত্রি মাত্রি এৰি দুৰৈ দেসলৈ অকল সৰিয়া হৈ জাব লাগিলে, বৰ অসন্তোস নে পাবা নে?

জাত্ৰাৰ মাজত ৰাতি সুবলৈ তাৰ তাম্বু ঘৰ নাই; এই কাৰনে জেতিয়া ৰাতি আহিল, সি কেতবিলাক সিল লৈ তাৰে গাৰু কৰি মাটিত পৰি সুই থাকিল। সেই দেসত ভালুক বাঘ কুকুৰ আছিল, কিন্তু ইস্বৰে তাক সিইতৰ পৰা ৰখ্যা কৰিলে; সি কিমান অসন্তোস পাইছে তাক ইস্বৰে জানি, অতিসই সান্ত্বনা দিওতা সমাজিক তেঁওক দেখুআলে।

য়াকোবে সপোনত বৰ জখলা এটা আকাসলৈকে দেখিলে, ঐস্বৰ্জমই দুতবিলাক তাৰ ওপৰত, কেতবিলাক ওপৰলৈ উঠিছে, কেতবিলাক তললৈ নামিছে, আৰু সকলোৰে ওপৰত স্বয়ং পৰম ইস্বৰকে দেখিলে। তেতিয়া য়াকোবে এটা আকাসি বানি সুনিলে, ইস্বৰে তাক মাতি কৈছে, মই আব্ৰাহামৰ ও চাকৰো ইস্বৰ, তুমি জলৈকে জোআ তাতে মই তোমাক ৰখ্যা আৰু পালন কৰিম, আৰু আকও ঘৰলৈ ওভোতাই আনিম। আৰু জি ঠাইত তুমি সুইছা, এই কিনান দেসত তোমাৰ সন্তানবিলাকে বসতি কৰিব।

তেতিয়া য়াকোবে টোপনিৰ পৰা সাৰ পালে, কিন্তু এতিয়া হলে তাৰ মন আনন্দেৰে পুৰ হল, ইস্বৰে আৰু তেঁওৰ দুতবিলাকে তাক ৰখি আছিলে বুলি সি জানিলে। কেতিয়াও জেন এই সান্ত্বনা কৰোঁতা সমাজিক দেখা ঠাই নে পাহৰিব, এনে ইছা কৰি জি সিলবিলাকক গাৰু কৰিছিল, সেইবিলাক দমাই এটা দল কৰিলে। সি ভাবিলে, ইস্বৰে অঙ্গিকাৰ কৰাৰ দৰে জেতিয়া মই আকও কিনান দেসলৈ উভতি আহিম, তেতিয়া মই এই ঠাই চিনি পাম। মেৰ পোআলি ন থকাত সি বলি উচৰগিব নোআৰিলে, কিন্তু তাৰ ওপৰত তেল ঢালি ইস্বৰলৈ প্ৰাৰ্থনা কৰি কলে, বোলে, জদি ইস্বৰে মোক ৰখ্যা কৰে, খাবলৈ আহাৰ, পিন্ধিবলৈ কাপৰ দিএ, আৰু ঘৰলৈ ওভোতাই আনে, তেঁও মোৰ ইস্বৰ হব, আৰু এই সিল দম তেঁওৰ মন্দিৰ হব।

ইস্বৰে তাক ৰখ্যা কৰিব আৰু আকও ঘৰলৈ ওভোতাই আনিব বুলি য়াকোবে ঠিককৈ জানিলে।

মোৰ প্ৰিয় লৰাইত, তোমোলাককো ইস্বৰে ৰখ্যা কৰে, আৰু স্বৰগৰ পৰা দুত পঠাই য়াকোবৰ নিচিনাকৈ তোমাক পৰ দি থাকে। ৰু.

---

## ইস্বৰে আপোনাৰ লোকক ৰখ্যা।

Providence protects the Righteous.

জিবিলাকে ইস্বৰত ভাৰসা কৰে, তেঁও সেইবিলাকক অৱস্যে ৰখ্যা কৰিব, তাৰ বিসয়ে এক জন লোকৰ কথা কঁও। প্ৰাই ৩০ বচৰ হল, জৰ্মানি দেসত এজন ধৰমি মানুহ আছিল। তেঁও কোনো সময়ত বেহা বেপাৰ কৰিবৰ নিমিত্তে তেঁওৰ লগত আপোনাৰ দুজন মিতিৰক লৈ আন দেসলৈ গল। এদিন সিবিলাকে ঘোৰ অৰন্যৰ মাজে দি জাব লগা হল; পাচে গধুলি হলত সিবিলাকে সেই ঘোৰ হাবিৰ মাজত এটা সৰু ঘৰ দেখিবলৈ পালে। তাতে সিবিলাকৰ এজনে কলে, হে ভাইবিলাক, এই ঘৰত আমি ৰাতি থকা উচিত ন হই। তাতে ধৰমি মানুহ জনে কলে, মই সুনিচোঁ, এই অৰন্যত সৰহ ডকাইত আছে, কি জানি এই ঘৰ ডকাইত থকা ঠাই, নাইবা এই ঘৰৰ মানুহৰ লগত ডকাইতবিলাক মিল হৈ আছে, তেন্তে আমি এই ঘৰত থকা ভাল ন হই; আৰু গলেও ভই, কিয়নো এই হাবি অতি সৰহ বাট, আৰু জাত্ৰা কৰিবলৈকো দিনো গল। ধৰমি জনে বুলিলে তুমি জি কথা কৈছা, সেয়ে স্বৰূপ, আৰু আমাৰ উপাই নাই; আঁহা, ইস্বৰত ভাৰসা কৰি আমি এই ঘৰলৈ জাঁও। পাচে সিবিলাকে তিনিও জনে সেই ঘৰলৈ গল; কিন্তু এই ঘৰ বৰ মৈলা, তাৰ মেজ আৰু আসন সকলো ভঙ্গা, ভোজন কৰা পাত্ৰ অতি মিন লগা, আৰু সকলো বস্তু লৰবৰ ভৰবৰ হৈছে, আৰু জিবিলাক

মানুহ তাত আছিল, সিহঁতৰ মুখ দেখিবলৈ বৰ ভয়ঙ্কৰ, আৰু কটু বাক্যেৰে পুৰ। ইয়াকে দেখি সিবিলাক বৰকৈ বিযাকুল হল, কিয়নো ঘৰ দেখিলে, ঘৰ গিৰিৰ স্বভাও বুজা হই। কিন্তু সিহঁতে খোআৰ পাচে ঘৰ গিৰিত কলে, এই ৰাতি থাকিবলৈ আমাক সৰু খোঁটালি এটা দিয়া। তেতিয়া ঘৰ গিৰিএ সিবিলাকক ওপৰ খোঁটালিলৈ নি এক সৰু খোঁটালি দেখুআই দিলে, সেই খোটালি অতিসই ঘিন লগা, তাত থাকিবলৈ ভাল ন হই, কিন্তু পহু থাকিবলৈহে ভাল। সেই খোঁটালিৰ এক চুকত অলপ মান খেৰ আছিল, তাৰ বাহিৰে খাট, নাইবা সোআ. ধ'ৰি, নাইবা চাকিৰ পহৰ একো নাই. [illegible] বাহিৰ হৈ গলত, সেই ধৰমি মানুহে আপোনাৰ লগৰ দুই মিতিৰত কলে, বোলে. আমি আপদত পৰিলো, কিয়নো এই ঘৰত বৰ ভই আচে, এই ঘৰৰ মানুহ ভাল ন হই, কিয়নো এইবিলাক ডকাইত মানুহ। তেতিয়া সিবিলাকে দুআৰ ভাজ দি মাৰিলে।

সেই ধৰমি মানুহৰ মিতিৰ দুজন অতি ভাগৰ হোআ হেতুকে সেই খেৰৰ ওপৰত সুই নিদ্রা গল। ধৰমি জনে সোআৰ আগেএ সৰ্বসক্তিমান পৰম ইশ্বৰৰ আগত আঁঠু পাৰি প্রাৰ্থনা কৰি কলে, হে পৰম ইশ্বৰ, এই ঘোৰ সঙ্কটত আমাক ৰখ্যা কৰা, আপুনি আমাক ৰখ্যা কৰিলে, কোনোএ আমাক হিংসা কৰিব নোআৰে। এই কথা কৈ আপোনাৰ দুই মিতিৰৰ ওচৰত সুবলৈ গল, কিন্তু তাৰ নিদ্রা ন হল। দুপৰৰ সময়ত ধৰমি জনে অনেক মানুহৰ সবদ সুনিলে, সিহঁতে তলৰ খোঁটালিত সোমাই সুৰা পান খাই অতিসই হাই কৰিব ধৰিলে। তেতিয়া ধৰমি জনে বুজিলে, ইবিলাক জাত্রিক লোক ন হই, ইহঁত ডকাইত মানুহ, ইয়াত কোনো সংসই নাই। তেতিয়া সি উঠি আকও আঁঠু পাৰি প্রাৰ্থনা কৰি কলে, হে পৰম ইশ্বৰ, এই ঠাইত থকা ডকাইতবিলাকৰ হাতত পৰি মৰিবলৈ দিয়াত উত্তম জদি হই, সেয়ে তোমাৰ ইচা; মই মহা পাপি, আৰু নষ্ট হবৰেহে জোগ্য হও; তেও আপুনি মোক দায়া কৰোক, মোক নৰকত নে পেলাওক; এই কথা কৈ সি নিৰ্ভই আৰু সিংহৰ নিচিনা সাহিয়াল হল। পাচে সি ভাবিলে, এই ঠাইত আৰু দুৰ্জন আচে, সিবিলাকক ৰখ্যা কৰোক। তেতিয়া সি সিহঁতক মাতি কলে, উঠা, উঠা, হে ভাইবিলাক, এতিয়া সোআৰ সমই ন হই, এতিয়া জগি থকা উচিত; কিয়নো ডকাইতবিলাক আহিচে।

অলপৰ পাচত ডকাইতবিলাক জখলাৰ ওপৰে উঠি অহাৰ সবদ সুনিলে, আৰু ঘৰৰ অধিকাৰে দুআৰৰ ওচৰত থিয় হৈ, দুআৰ মেলিবলৈ উপাই কৰিছে, কিন্তু ভিতৰে ভাজ দি মৰাৰ নিমিত্তে দুআৰ মেলিব নোআৰিলে। পাচে সি নিৰ্দয়া ৰুপে গালি আৰু সাও দি বিজিয়াই কলে, হেৰ, দুআৰ মেলি দে। ধৰমি জনে তাক উত্তৰ দি কলে, ৰাতি নৌ পুআই, ৰাতি নু পুআলে আমি দুআৰ মেলি নি দিঁও। এই কথা সুনি ঘৰৰ অধিকাৰ আৰু তাৰ লগৰ ডকাইতবিলাক দুআৰ মেলিবলৈ অনেক উপাই কৰিলে, কিন্তু সেই তিনি জনে পৰম ইশ্বৰৰ পৰা সক্তি পাই দুআৰ হেঁচি ধৰিলে, জে ডকাইতবিলাকে মেলিব নোআৰিলে। তাতে ঘৰৰ অধিকাৰে বলিয়াৰ দৰে খঙ হৈ বিজিয়াই কলে, কুঠাৰ আন, দুআৰ ভাঙ্গি পেলাই এই তিনি জন মানুহক ভালকৈ সিকাঁও। সিহঁতৰ এজনে কুঠাৰ আনিবলৈ গলত ধৰমি জনে আপোনাৰ দু জন মিতিৰত কলে, আমাৰ এতিয়া একো উপাই নাই, আমাৰ মৰনৰ সমই পালেহি। পাচে তেঁও পৰম ইশ্বৰক আকও সুঁৱৰি কলে, হে প্রভু, আমাক ৰখ্যা কৰা, কিন্তু আমাৰ ইচাৰ দৰে ন হই, আপোনাৰ ইচাৰ দৰে হওক। জি জনে কুঠাৰ আনিবলৈ গৈচিল, সি কুঠাৰ লৈ ওপৰলৈ আহিচিল, তাত ঘৰৰ অধিকাৰে তাক কুঠাৰ অনা দেখি, কলে, ভাল হৈচে, লৈ আহ। এনে সময়তে বাহিৰৰ হাবিৰ মাজত অকস্মাত বিগুল আৰু বাঁহিৰ সবদ সুনিলে, ইয়াকে সুনা মাত্রকে ডকাইত সকলে ভই পাই আন দুআৰে নামি পলাই গুচি গল। সিবিলাকে হাবিৰ

মাজত যোঁৱাত উঠি আহি ওচৰ পালেহি, সিবিলাকে এই ঘোৰ অৰন্য বাট হেৰুআই ব্যক্তি সেই হাবিৰ মাজে দি জাত্ৰা কৰিছিল। পাচে ব্যক্তি পুআলত সেই তিনি জন পৰম ইশ্বৰক স্তুতি কৰি সেই ঘৰৰ পৰা ওলাই গুচি গল।

হে মোৰ প্ৰিয় লোক, তোমোলাকে জি কথা সুনিচা, তাক তোমোলাকে আপোন আপোন মনত গমি দেখা, পৰম ইশ্বৰে জি ৰূপে সেই মানুহবিলাকক ইমান আপদৰ পৰা উধাৰ কৰিলে, সেই ৰূপে তোমোলাকক উধাৰ কৰিব, জদি তোমোলাকে তেঁওত বিস্বাস কৰা। আমাৰ বিস্বাসেই সাৰ, কিয়নো আমাৰ হৃদয়ত বিস্বাস ন হলে আমাৰ সকলো বিফল। সেই মানুহবিলাকৰ দৰে কেৱল এই জগতৰ সঙ্কটত তৰিব, এনে ন হই, কিন্তু জিবিলাকে তেঁওত বিস্বাস ৰাখে, সিবিলাকক পৰকালত অনন্ত ঘোৰ নৰকৰ, জাতনাৰ পৰাও ৰখ্যা কৰিব। চ. অ. ক.

## কেম্‌তাই পছু ধৰা কথা।

Pangolin—Manis Brachyura—killed at Sibsagor.

২৮ জুন তাৰিখত ডঁৰিকাৰ দাঁতিত মানুহে হাবি কাটি পথাৰ ওলিয়াঁওতে এটা কেম্‌তাই পছু ধৰি মাৰিলে। তাৰ দিঘল প্ৰায়ে দুই হাত; বেৰে কুকুৰৰ সমান। তাৰ বাকলি অতি কঠিন, দা জাটি নো সোমাই, বৌ মাচৰ নিচিনা। তাৰ জিবা মুখৰ পৰা এবেগত মান ওলাই; তাৰে সৈতে উঁই পৰুআ আদি খাই। আপোনাক ৰাখিবৰ নিমিত্তে তাৰ বাকলিৰ বাহিৰে একো অস্ত্ৰ নাই; সত্ৰু আহিলে সি একে বেলিএ মুৰ বুকত সুমাই নেজলৈকে মুৰা খাই, গোল হৈ থাকে। পেটত বাকলি নাই। কোনোএ ঔসধলৈ তাৰ বাকলি বিচাৰে। ১৮৪৬


The Short—tailed Manis.

সঁকৰ জুন মাহৰ অৰুণোদইত গুআহাটিত ধৰা এনে এটা জন্তুৰ বিবৰন লিখা হৈছে।

আফ্ৰিকাৰ দখিন ফালে সেই জন্তু থাকে; কিন্তু তাৰ নিবাসি লোকে তাক আপদ মানি হিংসা কৰি মাৰি জুইত পোৰে, এই ৰূপে সেই দেসত সি প্ৰায়ে চুকাল। আৰু দিঘল নেজিয়া এবিধ কেম্‌তাই আফ্ৰিকাত পোআ জাই; তাৰ গা দিঘলে ১।। হাত, নেজ ডাল ২ হাত মান।

## অনেক দেসৰ সম্বাদ।

Journal of Events.

৪ জুলাই তাৰিখে ৰজাৰ সবাধলৈ জাঁওতে ভোগদৈত নাও বুৰি অনেক মানুহ মৰিল। মালৌ কলিয়নিত সিবিলাকৰ মৰা স বামুন তিনটা, সুদিৰ দুটা, গনক দুটা, এই খিনি পাইচে; নো পোআও আচে।

নিৰিদ নামে জি এখন জাহাজ ১৪ মেই তাৰিখত হুগুলি মুখত ধুমুহাই ভাঙ্গিলে, তাৰ তিনি মানুহে ক্ৰমেৰে বাম পালেগৈ; কিন্তু হাবি ঠাই হোআত খাবলৈ একো নাই, তাতে সিংতৰ এটা মৰাত সেস থকা দুটাই ৰাখ্যসৰ ৰূপে ৮ দিনলৈকে তাৰ মঙ্গহ খাই প্ৰান ৰাখিলে।

দিলিৰ ওচৰত বৈতুল নগৰত থকা ভেবিদচন ডক্তৰ চাহাবৰ ঘৰত কোনোএ ব্যক্তি সোমাই তেঁওৰ মাক, পুতেক ২ টা, জিএক দুজনি, সকলোকে বধ কৰিলে।

গুআহাটিৰ পৰা তেমচ নামে ভাপ জাহাজ উজাই ১৭ জুলাই তাৰিখত দিব্ৰুক গৰ পালে। তাতে দিন চাৰেক থাকি ভটিয়াই গল। পানি ঠেলা চক্ৰ এটা ভাগিল বুলি সুনিচোঁ।

৭ জুলাই তাৰিখৰ পৰা দিখৌৰ পানি বাঢ়ি ক্ৰমে আহি ডুবাই ভাঙ্গি জিলাত সোমাল; ১২ তাৰিখত বল। তাৰ পৰা দিচাঙ্গে ক্ৰমে বাঢ়ি ২৩ তাৰিখত প্ৰাই গোটেই খন জিলা তল কৰিলে। পুথুৰিৰ চাৰিও ফালৰ আলি তল গল: ঠায়ে ঠায়ে বুকুআ মুৰিয়া হৈছিল; দখিনে অলপ মাখোন ওলাই আছিল। দখিন পচিম চুকৰ আলিৰ বাম ঠাই

জোখৰত পানি এমুঠন; পুব দখিন চুকে এবেগত; পুব উত্তৰ চুকে ২॥ আৰৈ হাত; পচিম উত্তৰ চুকেও সেইমান দ হৈছিল। তেতিয়া দলৰ মুখৰ পৰা জোআ আলিৰ ওপৰত পানি বৰ সোঁত আঁহুতকৈ ওপৰ দ হৈ গৈছিল; থানাৰ পুব ফালে ঔ গুৰিলৈকে সেই আলি বুৰিছিল। ২২ তাৰিখত ধাই আলিৰ পুব ফালে পচিমতকৈ পানি ডেৰ হাত ওখ; তাতে ধাই আলিৰ ওপৰে ঠায়ে ঠায়ে পানি হুৰ হুৰাই বৰ বেগেৰে বাগৰি বাগৰি পচিমলৈ গৈ আছিল। ১৮৪৩ সঁকৰ জুলাইৰ ১২।১৩ তাৰিখত জি বৰ চল হৈছিল, এই বাৰৰ সঁকৰ চল তাতকৈও এমুঠন ওখ। বুৰা মানুহবিলাকে কই, পুৰ্নানন্দ বুৰা গোহাঁই দিনত ১৮১১ ইং সঁকত বৰ্‌গা বাঙ্গলি নামে বৰ চল এটা আহি দ লুটিএ হাবিৰ বনৰিয়া জন্তু আৰু গৰু চুকুআলে। আৰু তাৰ ওপৰে গোবিনাথৰ দিনত ৰাজ সঁক ১৭০৮, ইং সঁক ১৭৬৬ সময়ত সঁকা সাকিনি নামে আটাইতকৈ বৰ চল আগ প্যাচকৈ এড়োৰ আহিল। কিন্তু সেই কালৰ পানিৰ জোখ কোনো বুৰঞ্জিত পোআ ন গল। ভন মোচাই ফুকনে কৈছে, তেতিয়া ৰঙ্গপুৰ নগৰৰ কাৰেঙ্গৰ বৰ জখলাৰ ৫ খাপ তল গৈছিল, ৪ খাপ আছিল।

১৯ মেই তাৰিখত কমদোৰ লাম্বৰ্ত আৰু জেনৰল গদৰিন সেনাপতিএ ৫ খন্‌ জাহাজ আৰু ১০০০ সেনা লগত লৈ বাচিন নদিএ উজাই বাচিন নগৰ পাই কোঁঠ আৰু দলবিলাক জিনি ললে। কম্পানিৰ ৩ টা মানুহ মৰিল, ৩১ জন খুন হল; মানৰ হলে ৮০০ মান মৰিল; জুধ কৰা মান সেনাৰ সংখ্যা ৭০০০। পাচে সেই নগৰ ৰাখিবলৈ গোৰাজ খৈ সেনাপতিবিলাকে ৰাংগুনলৈ উভতি গল। সেই নগৰ লওতে ৫৪ বৰ টোপ, আৰু গাঁঠিয়া জুমুৰি ৩২ টা পালে।

২৬ মেই তাৰিখত পুআৰ ৬ বজাত ২০০০ মানে মাৰ্তবান নগৰ আৰুও লবলৈ আক্ৰমন কৰি ২ ঘণ্টা মানলৈ জুধ কৰিলে; কিন্তু বৰ টোপৰ অগ্নিব্ৰিষ্টিৰ কাৰনে নোআৰি তালেমান হানি হৈ হুহকি গল। ৭৩ টা চিপাহিক সিহঁতে মাৰিলে; সিবিলাকৰ এটাৰ মুৰ মানে কাটি নিলে; খুন হোআ চিপাহি ১১ জন মাথোন।

তালাইন নামে মান দেসৰ আদিবাসি লোকক মানে দখল কৰি বৰ দুখ দিয়াত সিহঁতে ইঙ্গৰাজিক অহা দেখি, আমি ৰখ্যা পাম বুলি বৰ ৰঙ্গ পাই, আৰু সিহঁতে আপুনি কোনো কোনো ঠাইত মানক খেদিবলৈ জুধ কৰে; কিন্তু সিবিলাকৰ কোনো পৰিয়াল মানৰ হাতত পৰিলে বৰ সাস্তি দিএ; মাকৰ হাতৰ পৰা কেচুআ লৰা লৈ জাতিৰ আগত ঢোপ খেদে, আৰু পৈএকক ঘৈনিএকৰ আগত তোখৰ জোখৰকৈ কাটি সাস্তি কৰি মাৰে। পেগু নামে তালাইনৰ ৰাজ নগৰৰ পৰা কম্পানিএ মানক এবাৰ জদি খেদাই আমি ৰাখিব পাৰিম, তালাইনে এই নিবেদন কৰাত প্ৰধান সেনাপতি চাহাবে সেই নগৰলৈ ফৌজ পঠাই মানক খেদাই তালাইনৰ হাতত নগৰ সোধাই দিলে; কিন্তু চিপাহি জোআৰ পাচে মানে আৰুও আহি জুধ ধৰাত তালাইনে বৰ নোআৰি পৰান্ত হৈ তাগিল।

প্ৰচৰ্পাইন ভাপ জাহাজেৰে ঐৰাৱতি নদিৰ মহলা লবলৈ প্ৰোম নগৰৰ ওচৰলৈকে উজাই গৈছে। বাটত তাঁওতে আৰা বাক নগৰলৈ জোআ চাউলেৰে ভৰোআ এস খন মান নাও পাই তাক মানৰ ফৌজৰ নিমিত্তে নিয়া বুজি নাওবোৰ ধৰি চাউল কাঢ়ি. ললে।

ৰাংগুন নগৰত মান আৰু তালাইন লোক গোটা খাই কম্পানিত আস্ৰুই লৈ তাহঁৰ নতুন নগৰ পাতিচে; এতিয়া তাত নিবাসিৰ সংখ্যা ৫০,০০০।

চটগাঁৱৰ পৰা মগৰ আকিয়াৰ নগৰলৈ ৰাজ আলি বান্ধি আঁওতাবৰ হুকুম দিছে।

কান্দাৰ দেসৰ অধিকাৰবিলাকে হিৰাট নগৰলৈ ফৌজ পঠাই জুধ ধৰিলে; কিন্তু জিনিব নোআৰিলে। হিৰাটৰ ফৌজ ১২,০০০। আঠ ঘণ্টা মান জুধ কৰি আছিল, আৰু দুই ফালৰ প্ৰাই ২০০০ মানুহ মৰিল।

ওপৰ হিন্দুস্থানৰ পৰ্ব্বতিয়া জাতিবোৰে তকা দি মানুহ বধ কৰাত চেৰ কলিন কেম্বেল চাহাবে ফৌজে সৈতে গৈ স্বাত নদিৰ ওচৰত গোৰ্কা আদি সত্রুবিলাকৰ ফৌজ লগ পাই জুধ কৰি সিইঁতক জিনিলে । সিইঁতৰ মৰাস সংখ্যা ১৫০, খুন হোআ ৩০০; কম্পানিৰ খুন হোআ মৰা এস মাথোন ।

ক্রিস্নগৰত থকা এজন পাদুৰি চাহাবৰ ভনিএকে সিকোআ পৰ্হোআ চোআলি দুজনিক লগত লৈ বাটত জাঁওতে এটা সাপে বননিৰ পৰা ওলাই সেই মেমৰ হাতত মেৰাই ধৰিলে, কিন্তু তেঁও হাত জোকাৰ মাৰি পেলালে: তাতে সাপে চোআলি দুয়ো জনিক খোঁট মাৰি কামুৰিলে, অলপৰ পাচে দুয়ো মৰিল ।

ৰবৰ্ত্ত বোত্রন নামে এখান আমেৰিকান জাহাজে খেহ কুলি ৪১০ জন লোকক তুলি লৈ মাৰ্চ ২১ তাৰিখত আমই নগৰ এৰি ক'লিফৰ্নিয়ালৈ জাঁওতে ১০ দিনৰ বাট গলত খেহবিলাকে আলচ কৰি দ্রোহ পাতি কাপ্তান চাহাব আৰু তেঁওৰ সহাই দুজন, জাহাজৰ বনুআ ৭ জনক বধ কৰিলে; ১২ জন বনুআ মস্তুলবিলাকৰ ওপৰলৈ উঠাত সিইঁতৰ প্রান ৰখ্যা পৰিল । পাচে খেহবোৰে সিইঁতক নামিবলৈ মাতিলে; আৰু ফৰ্মোচা দিপলৈ ৪ দিনৰ মূৰত জদি জাহাজ পোআব পাৰ, তইঁতক ৰাখিম, নে পা জদি তইঁতক কাটিম, ইয়াকে কলে । পাচে সিইঁতে নামি জাহাজ চলাই জোআত চতুৰ্থ দিনত মাজিকচান্দ মাজুলি পালে । পাচে খেহে ২৩ জনক জাহাজ ৰাখিবলৈ থৈ আটাইবোৰ বামলৈ উঠি গল । পাচ দিনা খেহবিলাকে জাহাজি বনুআবোৰক মাৰিবলৈ আলচাত বনুআবোৰে তাৰ গম পাই সৰু নাও মনে মনে নমাই দুজন মাথোন উঠিলত খেহে দেখি সিইঁতৰ আসই বুজ পোআত সেই দুজনে বেগাই লেজু কাটি নাও মেলি গুচি গল । পাচ দিনা জি ১০ জন বনুআ জাহাজত থাকিল, সিবিলাকে উঠি খেহবোৰক আক্রমন কৰি জিনি বান্ধি থলে । পাচে জাহাজ মেলি ১৮ এপ্রিলত আমই নগৰ আকও পালেগৈ । সি দুজন দিন চাৰেক ফুৰি ফুৰি থকাত এক জাহাজে সিইঁতক দেখা পাই তুলি ললে । সেই খেহ কুলিবিলাকে কি কাৰনে দ্রোহ পাতিলে তাক ৰবকৈ মু বুজে, আন্দাজে জাহাজত থকা ধন পাবৰ নিমিত্তেহে কৰিলে । ॥



মান দেসৰ ভদ্র লোকৰ তিৰোতাৰ নকচা ।

## আগষ্ট, অৰ্থাত ভাদৰ পঞ্জিকা ।

Almanac for August, A. D. 1852. Bal. San 1774 .

| আগষ্ট | শাওন | বাৰ | তিথি | দিনমান | আগষ্ট | ভাদ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ১ | ১৬ | ১৩।১৬ | ১৭ | ৩ | ৩ | ২ | ১২।৫৬ |
| ২ | ১৯ | ২ | ১৭ | ১৩।১৫ | ১৮ | ৪ | ৪ | ৩ | ১২।৫৪ |
| ৩ | ২০ | ৩ | ১৮ | ১৩।১৪ | ১৯ | ৫ | ৫ | ৪ | ১২।৫৩ |
| ৪ | ২১ | ৪ | ১৯ | ১৩।১৩ | ২০ | ৬ | ৬ | ৫ | ১২।৫২ |
| ৫ | ২২ | ৫ | ২০ | ১৩।১২ | ২১ | ৭ | ৭ | ৬ | ১২।৫০ |
| ৬ | ২৩ | ৬ | ২১ | ১৩।১০ | | | | | |
| ৭ | ২৪ | ৭ | ২২ | ১৩।৯ | ২২ | ৮ | ১ | ৮ | ১২।৪৯ |
| | | | | | ২৩ | ৯ | ২ | ৯ | ১২।৪৮ |
| ৮ | ২৫ | ১ | ২৩ | ১৩।৮ | ২৪ | ১০ | ৩ | ১০ | ১২।৪৬ |
| ৯ | ২৬ | ২ | ২৪ | ১৩।৭ | ২৫ | ১১ | ৪ | ১১ | ১২।৪৫ |
| ১০ | ২৭ | ৩ | ২৫ | ১৩।৫ | ২৬ | ১২ | ৫ | ১২ | ১২।৪৪ |
| ১১ | ২৮ | ৪ | ২৬ | ১৩।৪ | ২৭ | ১৩ | ৬ | ১৩ | ১২।৪২ |
| ১২ | ২৯ | ৫ | ২৭ | ১৩।২ | ২৮ | ১৪ | ৭ | ১৪ | ১২।৪০ |
| ১৩ | ৩০ | ৬ | ২৮ | ১৩।১ | | | | | |
| ১৪ | ৩১ | ৭ | ২৯ | ১৩।০ | ২৯ | ১৫ | ১ | ১৫ | ১২।৩৯ |
| | | | | | ৩০ | ১৬ | ২ | ১৬ | ১২।৩৮ |
| ১৫ | ১ | ১ | ৩০ | ১২।৫৮ | ৩১ | ১৭ | ৩ | ১৭ | ১২।৩৬ |
| ১৬ | ২ | ২ | ১ | ১২।৫৭ | | | | | |

THE ORUNUDOI,
*Printed and Published by O. T. Cutter, at the Sibsagor Mission Press.—N. Brown, Editor.*

# অৰুনোদই

৭ বচৰ। মোং সিৱসাগৰ, আগষ্ট, ১৮৫২। নম্বৰ ৮।

VOL. VII. SIBSAGOR, ASAM, AUGUST, 1852. NO. 8.

## হিন্দুস্থানৰ বিবৰন।

**Geography of Hindustan.**

ভাৰত বস অৰ্থাত হিন্দুস্থান অতি ডাঙ্গৰ দেস। এই দেসৰ লোক আগৰ কালৰে পৰা সভ্য, গিয়ানি আৰু ধনৱন্ত। প্ৰিথিবিৰ এই ডোখৰ ভাল দেস, সকলো ধান আদি গুটিৰে পুৰ হই। মাটি প্ৰায়ে জ্যাম, খেতি কৰিবলৈ সুন্দৰ। হিন্দুস্থান ইঙ্গলণ্ডৰ কৰতলিয়া, আৰু তাক ৪। ৫ খণ্ড কৰি ভাগে ভাগে ৰখা হৈছে। প্ৰথম ভাগ বঙ্গাল, বেহাৰ, চিলট, আচাম। দুতিয়



বাবৰৰ পুত্ৰেক হুমায়ুন বাদ্‌স্যাৰ নকচা।

The Mogul Emperor Humayun.



হুমায়ুনৰ পুত্ৰেক আকবৰ বাদ্‌স্যাৰ নকচা।

The Emperor Akbar, son of Humayun.

ভাগ মাদ্রাজ, তাঞ্জোৰ, মাইচৰ, বিজইপুৰ । ত্রিতিয় ভাগ বম্বাই । চতুর্থ ভাগ আগ্রা, দিলি, এলাহাবাদ । তাত বাজে পচিম ফালে সিন্দ আৰু বেলুচিস্থান দখল কৰা হৈচে; উত্তৰ ফালে লাহোৰ বা পঞ্জাব, পুব ফালে মগ আৰু মান দেস এজোখৰ । হিন্দুস্থান দেসত ১২ লাখ মা বগ মাইলৰ মাটি ইঙ্গলণ্ডৰ কৰতলিয়া; তাৰ নিবাসি লোক আন্দাজে ১২ কোটি মান হৈচে ।

হিমালই সকলো পর্বতৰ মাজত হিমালই পর্বত ওখ ডাঙ্গৰ; পুবা পচিমা সাৰিকৈ পৰা হৈচে; খাপে খাপে গুৰিৰ পৰা টিঙ্গলৈ ক্রমেৰে মেঘলৈকে উঠে; ওপৰ ভোখৰ সর্বদাই হিম পৰি নো জোআকৈ তাৰে বগা হৈ ঢকা হৈচে । চৌমালাৰি টিঙ্গ ১৯,০০০ হাত ওখ হৈচে; ধবলগিৰি আৰু আন কোনো টিঙ্গ ১৮,০০০ হাত হৈচে । হিমালইৰ উত্তৰে মেৰু নামে স্বৰগলৈকে উঠি জোআ এটা পর্বত আচে বুলি হিন্দু লোকে কই; কিন্তু সেই কথা স্বৰুপ ন হই; আকাসত লাগি থকা পর্বত কতো নাই ।

হিমালই পর্বতৰ পৰা অনেক ডাঙ্গৰ নদি বৈ আহিচে, তাৰ মাজতে গঙ্গা আৰু বৰ্হ্মপুত্র প্রধান; আৰু পচিম ফালে সিন্দ নদি দুই মুখে দি সাগৰত পৰে । হিন্দু মতে গঙ্গা সকলো নদিতকৈ পবিত্র; তাৰ পাৰৎ অনেক তির্থ আচে । তির্থত স্নান কৰিলে পাপ গুচে নিস্তাৰ পাই, ইয়াকে কই । তাত পৰি মিলি অন্য অনেক প্রধান নদিও আচে; সিবিলাকৰ নাম জমুনা, গোগৰা, গণ্ডকি, কোসা । গণ্ডকি নৈত সালগ্রাম উত্পন হই । বৰ্হ্মপুত্র নদ পুব ফালৰ পর্বতৰ পৰা আহে; তাৰ আগালিত ব্রহ্মকুণ্ড নামে এটা বৰ ভুবি আচে । তাতে বৰ্হ্মপুত্র থিয় পর্বতৰ পৰা ধাৰা হৈ পৰিচে । পৰসুৰামে কাটি আনিলে, পণ্ডিতে কই । সাগৰৰ ওচৰ পাই গঙ্গা আৰু বৰ্হ্মপুত্র মিল হৈ জালৰ নিচিনাকৈ বিয়াপি অনেক ধাৰা হৈ পৰিচে । সেই ঠাইক সুন্দৰবন বোলে; কিন্তু সি বৰ হাবি, জৰ নৰিয়া পৰা ঠাই; সেই কাৰনে ডকাইতৰ বাহিৰে তাত প্রায়ে মানুহ নাই । সেই সুঁতিবিলাক ভৰলুআ, তাৰ কাৰনে ডাঙ্গৰকৈ জাব নোআৰি; কিন্তু হুগলি নামে পচিম সুঁতি দ আৰু বহল; সেইটে দি জাহাজ সোমাই কলিকতা নগৰলৈ উজাই আহে । কলিকতাৰ পৰা অচমলৈ জাত্রা কৰোঁতে কেতিয়াবা হুগলিএ আহে, কেতিয়াবা সুন্দৰবনে দি আহে । ১০।১৮ দিনৰ মুৰত পদ্মা গঙ্গা পাই তাতে কিছু ভটিয়াই বৰ্হ্মপুত্রত সোমাই উজাই আহে । হিন্দুস্থানৰ দখিন ফালে নর্মদা, গোদাবৰি, ক্রিস্না, কাবেৰি, এই সকলো নদি আচে । নদিৰ দোআবাই দেস সাৰুআ হোআত অনেক দ্রব্য উত্পন হই । কিন্তু পচিম ফালৰ ঠায়ে ঠায়ে বৰ বালি, ফুৰোঁতে আঁঠু মানলৈকে সোমাই জাই । আৰু ওখ ঠাইবিলাকতো হাবি জংঘল সৰহ হোআত ভালেমান ভুমি সুদাই থাকে ।

আন দেসত জেনেকৈ বৰ নাঙ্গলেৰে এবেগত মান দকৈ মাটি বাই চাহ কৰে, এই দেসত সেই দৰে ন কৰি সৰু নাঙ্গলেৰে ৪ আঙ্গুল মান দকৈ ৩।৪ বেলি বাই, পাচে মৈয়াই বোকা কৰে, তাতে ধান ৰোআত সহ ভাল হই । আন দেসত যেহু আদি ধানকে নো বোএ, বোকাও ন কৰি একে বেলিএ পইৰাকৈ বৈ দিএ । এই দেসত ধান কলে, পঁচিচ গুন মান সহ হই । ধানত বাজে কপাহ, মুগা, পাট, মেজাঙ্কাৰ, কুঁহিয়াৰ, মাহ, সৰিয়হ, ধপাত, আফু, নিল, ডাঁমোল, পান, নাৰিকল, খাজুৰ, তেঁতেলি, আলু, কচু আদি কৰি অনেক বিধ বস্তু আচে ।

গচবিলাকৰ মাজত বৰ, সাল, চাম, সলধ, নাহৰ, আঁহত, অৰি, হোলোঙ্গ, সাঁচি, বজা চন্দন, পদ্ম, গুৰি, সৰল, কৰৈ, চঁপা, এইবিলাক সুকাটি আচে । নর্মদা নৈৰ পাৰত থকা এজোপা বৰ গচ ৪০০ হাত বহললৈকে জুৰিচে; তাৰ তলত ৭০০০ মান মানুহ কেতিয়াবা গোট খাই চাঁ লই ।

হিন্দুস্থান দেসত প্রাই কপাহি কাপৰ কৰে; আগেএ তাৰ ইউৰপত বেচেগৈ, এতিয়া হলে ইউৰপিয়াবিলাকে আপুনি কৰাত লোকৰ পৰা নি কিনে । মুগা পাট আদি কৰি কিছু বেচে;

উতৰ কালে চাগ, মেৰ চাগৰ নোমেৰে অলপ-ৰৈক কাপৰ বই।

হিৰা আদি কৰি পানা মুকুতা বহুত পোআ জাই, আৰু আন দেসবিলাকতকৈ উত্তম; ব্ৰাজিল দেসত এইবিলাকতকৈ বৰ বৰ হিৰা পোআ জাই, কিন্তু এইমান সুন্দৰ জিলিকা ন হই। গলখণ্ডা পৰ্বতৰ হিৰা থকা গাতত আগেএ ৬০০০ মানুহে সদাই খানি থাকে, এতিয়া অলপ মানুহে খানে।

নৈৰ বালিত সোন ওলাই; তাক ধুই ধুই সোন গোটাই, কিন্তু আন দেসৰ দৰে সৰহকৈ নে পাই। লো, তাম, পিতল, সিহ, ৰাঙ, সেতু, এইবিলাক সৰহকৈ পোআ জাই।

হিন্দুস্থান অতি পুৰনি দেস; খ্ৰিষ্টৰ আগেএ পচিমৰে পৰা দাৰিও, চিকন্দৰ আদি কেতবিলাক ৰজা আহি এই দেস দখল কৰিব খুইচিল; কিন্তু সিবিলাকৰ ৰাজ ভোগ ইয়াত অনেক দিন ন হই।

খ্ৰিষ্টৰ এহেজাৰ মান বচৰৰ পাচে গজনিনৰ বাদস্যা মহমদে হিন্দুবিলাকৰ ৰজাক যুধ কৰি জিনিলে; তাৰ পৰা মচলমান ৰজাবিলাক পৰাক্ৰমি হৈ কম্পানিৰ দিনলৈকে হিন্দুবিলাকক তলপিয়া কৰিলে। গজনিনৰ বাদস্যাবিলাক ১১৯১ সঁকলৈকে আচিল; পাচে ৩৫০ বচৰ মানলৈ পাঠান আফগান ৰজা সকলে ভোগ কৰিলে। ১৫৫৬ সঁকত তিমুৰৰ বংস আকবৰ মহা বাদস্যাই সিংহাসনত উঠি ৫০ বচৰ মান ৰাজ ভোগ কৰিলে। তেঁওৰ আৰু বাপেক হুমায়ুনৰ নকচা ওপৰত লিখা আচে। আকবৰ বাদস্যা ১২ বচৰ হোআত ৰজা হল; তেঁও আনবিলাকতকৈ ধৰমি আৰু ৰাজ্যৰ হিত চিন্তা আচিল। চিলিম নামে তেঁওৰ পুতেকে এজনি সুন্দৰি চোআলিক দেখা পাই মন গৈ আনিব খুজিচিল; কিন্তু সেই চোআলি স্যেৰ খাঁ নামে এজন সেনাপতিক দিয়া হোআত বাপেক আকবৰে চিলিমক আনিব নি দিলে। পাচে আকবৰ মিত্যু হলত চিলিমে সিংহাসনত উঠি জেহাংগিৰ নাম লৈ ৰাজ ভোগ কৰিলে। সেই তিৰোতাক পাবৰ নমিত্তে তেঁও সেনাপতিবিলাকক দিলিৰ পৰা



নুৰ জেহান মহা ৰানিৰ মৈদামৰ বৰ মঠ।

The Taj Mohal, or Tomb of Nur Jehan.

বঙ্গাল দেসলৈ স্যেৰ খাঁক মাৰি তাৰ তিৰোতাক আনিবৰ নিমিত্তে পঠালে। সেই ৰূপে পৈএকক মাৰি তিৰোতাক আনি নুৰ জেহান, অৰ্থাত জগতৰ প্ৰকাস, এই নামেৰে তাইক মহা ৰানি পাতিলে। তাইৰ মৰ্জতাৰ নিমিত্তে আগ্ৰা নগৰত বগা সিলেৰে সজা এটা বৰ মঠ আচে; তাৰ নাম তাজ মেহাল, আৰু তাৰ নকচাও ওপৰত লিখা আচে। জেহাংগিৰ বাদস্যা মৰিলত তেঁওৰ পুতেক স্যা জেহান ৰজা হল। ১৬৫৭ সকত স্যা জেহান ৰজা নৰিয়া পৰাত, দাৰা, চুজা, মৰাদ, আওৰংজেব, এই চাৰিটা পুতেকৰ ৰাজ্য পাবৰ নিমিত্তে দন্দ লাগি আওৰংজেবে দুজন ভায়েকক বধ কৰি চুজাক বন কৰি খেদাই আৰু বাপেকক কইদ কৰি থৈ আপুনি ৰজা হল। তেঁও হিন্দুস্থানৰ সকলো ৰজাৰ মাজত ডাঙৰ আৰু পৰাক্ৰমি; ভালেমান দেসক দখল কৰিলে; অচম দেসকো লবলৈ মিৰ জুমলা নামে আপোনাৰ প্ৰধান সেনাপতি সেনাৰক ১৬৬২ সঁকত ইয়ালৈ পঠাই বন কৰাইচিল। আওৰংজেবৰ ৰাজ্যৰ লোক প্ৰাই ৮,০০,০০,০০০ মানুহ; মুঠ খাজানা বচৰি ৩২,০০,০০,০০০ টকা মান আচিল।

১৪৯৮ ইং সঁকত পর্তুগালৰ লোকে প্ৰথমতে হিন্দুস্থান দেস পালে। ১৬৩৪ সঁকত ইঙ্গৰাজিৰ প্ৰথম জাহাজ আহি পালেহি। ক্ৰমে ক্ৰমে ইঙ্গৰাজি সক্তিমন্ত হৈ দেস ধন দখল কৰিলে।

বঙ্গাল দেসত থকা লোকে প্ৰায়ে ভাত, সাক, মাচৰ বাহিৰে আন আহাৰ নে খাই। সিবিলাক ঘাম আৰু চাপৰ ঠাইত থকা হেতুকে পৰ্বতিয়া আৰু চেঁচা ঠাইত থকা লোকৰ সমান বলি ন হই। ভাসা বেলেগ বেলেগ; হিন্দুস্থানি, বঙ্গালি, এই দুই ভাস্য সৰহ ভাগে কই। পৰ্বতিয়া লোকৰ ভালেমান দোআন আচে।

বঙ্গাল দেসত গৌৰ অতি পুৰনি ডাঙ্গৰ নগৰ আচিল; আগৰ কালত গঙ্গাৰ তিৰত পতা হৈচিল; পাচে গঙ্গা নৈকে সুঁতি লৈ সেই নগৰ দুৰৈকৈ এৰিলে, সেই কাৰনে নগৰ নির্জান হৈ গল। বঙ্গালৰ পুব ভোথৰত সোনাৰগাঁও নামে এখন বৰ নগৰ আচিল। তাৰ ৮ মাইল মানৰ আঁতৰত এতিয়া ঢাকা নগৰ আচে। বঙ্গালিৰ পচিম ফালে সাতগাঁও আচিল; এতিয়া তাৰ ওচৰ ঠাইত হুগলি নগৰ আচে। গঙ্গাৰ তিৰত দিলি, আগ্ৰা, এলাহাবাদ, বানাৰচ, পাটনা, ৰাজমহাল, এইবিলাক প্ৰধান নগৰ আচে। তাত বাজে ঠায়ে ঠায়ে মান্দ্ৰাজ, হাইদৰাবাদ, বম্বাই, লাহোৰ, লখনৌ, এইবিলাক নগৰৰ অধিক প্ৰজা আচে। কিন্তু কলিকতা সকলোতকৈ ডাঙ্গৰ; তাতে বিলাইতৰ লৰ্ড চাহাৰ আৰু গবৰ্নমন্তৰ প্ৰধান মন্ত্ৰি সকলো থাকে। সেই নগৰ প্ৰাই ইটাৰে সজা হৈচে; কেতবিলাক ঘৰ বিলাতি ঠাটৰ কৰিচে, চৌতলা ওখ পকি; কেতবিলাক বঙ্গলাকৈ সাজে। কলিকতা হুগলি নদিৰ কোসৰত আচে; সিও গঙ্গাৰ সুঁতি হই, তাৰ কাখৰত বেহা বেপাৰৰ ঠাই বৰ উত্তম, সাগৰৰ পৰা ১০০ মাইল দুৰ। বঙ্গালি লোকে বিদেসি মানুহৰ লগত বেহা বেপাৰ কৰিবলৈ চাৰিও ফালৰ পৰা আহি তাতে গোট খাই বহি বেপাৰ কৰে। বানাৰচ নগৰতো বহু প্ৰজা থাকে; তাত দল আৰু গৰিয়া লোকৰ মচিদ অনেক আচে। তালৈ চাৰিও ফালৰ জাত্ৰি গৈ থাকে; তাতে মৰিলে ভাল বুলি নিবাস কৰি থাকে।

কলিকতাৰ পৰা ৩০০ মাইলৰ ভাটি ফালে জগনাথৰ মঠ সাগৰৰ দাঁতিত আচে; বচৰে বচৰে লাখ লাখ মানুহে জগনাথৰ মুৰ্ত্তি দেখিবলৈ তালৈ জাত্ৰা কৰে। সময়ত পাণ্ডাবিলাকে ৰথত মুৰ্ত্তি তুলি ফুৰাঁওতে তাৰ তলত পৰি মৰিলে স্বৰগ পাম বুলি মন থিৰ কৰি ৰথ চক্ৰত অনেক মানুহ পৰি মৰে। জগনাথৰ মঠৰ নকচা ইয়াত লিখা আচে।



উৰিয়া প্ৰদেসত থকা জগনাথৰ মঠ।

The Temple of Jaggnnath, in Orissa

## তির্থৰ বিবৰণ ।

**Wanderings of a Pilgrim:—From the Bengali.**

### ৩ আধ্যা ।

### কামাখ্যাৰ বিবৰণ ।

পয়াৰ ।

কামৰূপতে আছে মূৰ্ত্তি কামাখ্যা দেবিৰ,
জিলা গুআহাটি সিতো পৰ্বত ওপৰ;
ইটাৰে নিৰ্মান কৰা বৰ এক গৰ,
তাৰ মাজে পূব দুআৰে আচই মন্দিৰ;
ইটাৰে বান্ধিচে তাক ভিতৰত গাঁত,
উপমা কি দিমো তাৰ পাটকুআ মত?
তাহাৰ ভিতৰে থাকে কামাখ্যা সুন্দৰি,
সি সৰ্ব ব্রিতান্ত মই কহিব নোআৰি ।
মূৰ্ত্তি আদি কিচু নাহি, সিলৰ গুপ্তাঙ্গ,
খনিকৰে কাটি কৰিলন্ত সেহি অঙ্গ ।
সোনেৰে খতাইচে তাক, দেখোঁতে সোভন,
জাত্রি লোক গলে তাতে কৰাই দৰ্সন;
বেল পাত আদি কৰি দিএ তাৰ মাজ,
তিৰি লোকে দেখি তাক কৰে অতি লাজ;
নিলাজ হৈয়া বোলে আপোন তিৰিক,
ভাল মতে দৰসন কৰিবি দেবিক ।
সহস্র ব্রাহ্মন তাত ৰহে চাৰি পাসে,
ভক্তি ভাৱ কিচু নাহি লাভৰ আস্বাসে;
চাউল কলা মিঠৈ আদি নানা উপহাৰ,
সজায়া সাৰি সাৰি ভোগ দিএ তাৰ ।
অন্ধকাৰমই অতি দেখি ভয়ঙ্কৰ,
কোলাহাল সব্দ উঠে মন্দিৰ ভিতৰ ।
লোকক ভুলুআ চলে আচৰ্জ দেখুআই,
সিলৰ অঙ্গৰ পৰা জল উলিয়াই ।
অতি বেগে উঠে সেহি, সুনা বিবৰন,
কিন্তু সিও সত্য ন হই, কলৰ কাৰন ।
তাত ৰক্ত তিনি দিন উঠে মাহে প্ৰতি,
গুপুতে ৰুধিৰ দিএ বহু চাগ কাটি,
বোলে, ৰিতুস্নান হৈচে কামাখ্যা দেবিৰ,
ব্রাহ্মনেও লই কৌটা সি সব ৰুধিৰ ।
কিচু কিচু লৈয়া কেৰে দিএ চকু মুখে,
হিয়াত ৰাখিয়া হাত মচই মস্তকে ।
তাহাৰে বোলাই বস্ত্র সকল ব্রাহ্মন,
অল্প মুল্য লৈয়া দিএ সৰ্ব জাত্রিগন ।
পাত্রত ভৰিয়া ৰাখে কৰিয়া জতন,
বোলে, পাপ খেমা হব তাহাৰে কাৰন;
ৰোগ, দুখ, ধন হানি কদাচ ন হব,
ৰাতি কালে ভূতে আৰু প্রেতে ন ধৰিব ।
অৰুনে হিন্দু লোকে কৰে নানা কৰ্ম,
বিচাৰ কৰিয়া দেখা, তাত কোন ধৰ্ম?
তাহাতে ব্রাহ্মন সত ঘৰ বাস কৰে,
তির্থ গুৰু বুলি তাৰা পাণ্ডা নাম ধৰে ।
সি সবৰ ঘৰে কন্যা অনেক জন্মই,
বচৰ কুৰিৰ কমে বিবাহ ন হই;
সি সবক বোলে সবে কন্যা অকুমাৰি,
জি ৰূপ আচাৰ তাৰ কহিব নোআৰি ।
সিইতে দেবিৰ কোসে থাকে দিনে দিনে,
জাত্রিগন দেখি ধৰে পইচাৰ কাৰনে ।
তাৰ মাজে সুন্দৰো কন্যা সদা ৰই,
নিলাজ হৈয়া সবে ভ্ৰমন কৰই ।
স্বামি বিনে কাৰো হই দুই তিনি সন্তান,
বোলে, দেবি দিচে মোক অনুগ্রহ দান!
ধনৰ লোভত লাগি সৰ্বধ্যান কৰে,
দুষ্টৰ সঙ্গত জাই পৰ্বতে গহ্বৰে ।

কুমাৰি লোকৰ কথা কৰিলা স্ৰৱন,
ব্রাহ্মনৰ কথা এবে কৰোঁ নিবেদন ।
পথে পথে বহু থাকে জাত্রিৰ কাৰনে,
জাক দেখে, তাক বোলে, জাবা দৰসনে ।
এক জন জাত্রি পালে হৰিস মনত,
অতি বেগে নিএ তাক আপোন ঘৰত ।
আদৰ সম্মান কৰি ৰাখই জতনে,
তামাখু ভৰিয়া তাক খুআই আপোনে;
তাৰ পাচে মধু স্বৰে কৰই জিগ্যাস,
কৰ পৰা আহি আচা, কোন থানে বাস?
ধন্য তভু, পিত্রি মাত্রি দিলে কেনে জন্ম,
তুমিহে কৰিলা বাপু সুপুত্রৰ কৰ্ম;
হৰিসিত মনে কৰা কামাখ্যা দৰ্সন,
তাহাতে নিস্তাৰ পাবা দোৰ্ঘোৰ মৰন;
ব্রাহ্মনক কৰা দান পুজা কুমাৰিক,
অন্ত কালে নিসংসয়ে জাবা স্বৰ্গলোক ।
তুমি জদি আহি আচা দৰ্সন কাৰন
জনাঁও তোমাক জিতো হব প্রয়োজন ।

দেবিৰ কাৰনে বস্ত্র সিন্দুৰ আদি ভেঁটা,
পাপ খেমা হেতু দুআৰতে চাগ কাটা;
শোন আদি কৰি কিছু সুগন্ধি মচলা,
নৈবেদ্য কাৰনে চেনি চাউল আৰু কলা ।
এই হেতু টকা পইচা জত দিব পাৰা
ঘ্রিত কাঠ দিয়া কিছু জঁগ্য জাগ কৰা,
প্রধান পাণ্ডা সকলে পুজাক কৰিব,
পুজাৰি সবাকো জানা লাগে টকা দিব;
মালিও দুঅৰি আদি অনেক লোককো
খাৰা মতে পইচা বাপু লাগিব সবাকো;
থানে থানে আৰু জত দেখা দেৱালই,
দর্শন দখিনা আদি দিও সবে লই;
এই ৰুপে কৰিলে হই দেবি দৰসন,
মোক পাচে দিবা আপোনাৰ জেন মন;
তাৰ পাচে কুমাৰি সকলেও খৰিব,
নিয়ম ৰুপতে তাসম্বাকো লাগে দিব ।
নিজ হাতে কৰা জদি এহি সব বই,
ধন হানি হব আৰু বহু দুখ হই;
এই হেতু বোলোঁ মই, মোৰ কথা ধৰা,
মোহোৰ হাতত দিয়া জি জি তুমি পাৰা;
কিছু কিছু ৰুপে মই সবাকো ভুসিমো,
নিৰাপদে ভাল ৰুপে দর্শন কৰামো ।
মোহোক জি দিবা তাক কাকো মু বুলিবা,
মুখ্য পাণ্ডা জদি সোধে, ইয়াকে কহিবা;
দুখি লোক মই আহি আচোঁ দর্শনত,
ধৰিলে নোআৰোঁ দিব জদি বিধি মত;
দুটি এটি টকা মই ঠাকুৰক দিচোঁ,
কামাখ্যা দেবিৰ নামে জিহকে আনিচোঁ ।

জতেক ব্রাহ্মন আচে কৰে এই মত,
প্রথমতে মিচা কথা কব দিএ তাত ।
ধর্ম্ম ফল ব্রিধি জিতো বুজাহা সকলে,
কেৱল ভাণ্ডনা কৰি টকা লই চলে ।
জদি কোনো জাত্রি তাৰ মতে ন কৰই,
ঠগ কৰি তাক পাচে আপদে পেলাই ।
মুখ্য পাণ্ডা সকলোতে গুপুতে জনাই,
বৰ ধনি লোক ইতো জানিবা নিচই ।
জাত্রিক দেখিলে খোজে পুজা বহুতৰ,
দিব নোআৰিলে মেলি নি দিএ দুআৰ ।

প্রথমে সমস্ত হৈই দিলে তাৰ হাতে,
এক অংশ বই দিতো কৰে দর্শনতে ।
বাকি জত থাকে তাক নিজে নিজে লই,
কোনো থানে মাত্র এক পইচাৰ বই ।
দর্শনৰ পাচে জাত্রি লৈ জাই ঘৰক,
বোলে, এতিয়া ভোজন কৰোআ কুমাৰিক;
আৰু দিয়া সিইতৰ কঁপালে সিন্দুৰ,
এহি ৰুপে ই থানৰ আচই দস্তুৰ;
ন কৰিলে তির্থ ফল কদাচো ন হই,
সত্য তাৰে কলোঁ আমি, জানিবা নিচই;
জতেক কৰিলা বই সব হব ব্রেথা,
সেই কাৰনে কলোঁ মই এই সাৰ কথা ।
বজাৰৰ মিঠৈ আদি একোকে নে খাব,
জি হেতুক তাক খালে জাতি নষ্ট হব ।
তোমাৰ কাৰনে আমি নিজে কৰোঁ শ্রম,
ধন দিলে কৰা জাব জেলেপি উতম ।
এহি মত চল কৰি টকা খিনি লই,
চাউলৰ গুৰি খুন্দি পিঠাক কৰই ।
পাচ, সাত কুমাৰিক কৰে নিমন্ত্রন,
সুদিৰবো কন্যা তাত কৰই ভোজন;
অলপ কৰি সিইতক কৰোআই ভোজন,
কঁপালতো দিএ ফোঁট সিন্দুৰ চন্দন;
তাৰ পাচে বোলে, সুনা বাপু জাত্রি লোক,
ভোজন দখিনা দিয়া ব্রাহ্মন কন্যাক ।
এহি ৰুপে জত পাৱে সকলোকে লই,
কন্যাকো নি দিএ, কিন্তু আপুনি ৰাখই,
তাৰ পাচে জদি দেখে, আচে কিছু বাঁকি,
নানা মতে চল কৰি দিএ বৰ ফাঁকি ।
তির্থ থানে ৰাতি বাস কৰাহা ইথানে,
ত্রিৰাত্রি বাসৰ কথা আচই বিধানে ।
বিনই বাক্যত জাত্রি সন্তোস কৰিয়া,
নিজ ঘৰে ৰাখে তাক বাস থান দিয়া ।
ৰাতি হলে বোলে, তাক সুনা নিবেদন,
জদি মন থাকে ধৰা মোহোৰ বচন ।
সর্ব্ব কার্জ সিধি হৈচে, আচে এক তাই,
গোপনিয় কথা তোমাতেহে কহোঁ মই ।
জদি ইচা থাকে বাপু কৰা তুমি তাক,
ন কৰিলে মন্দ, কিন্তু নাহি দিও হাক ।

মু বুলিলে মোৰ পাপ হৈবেক নিচই,
এই হেতু কহোঁ মই জেনে ইচা হই।
মদ, মাংস আদি কৰি সংগ্ৰহ সবদে,
নানা ফুল চন্দনাদি আৰু বেল পাতে;
তাহাক নি গুপ্ত ৰুপে এক ঘৰ মাজে,
ভক্তি ভাৱে কুমাৰিক জিবিলাকে পুজে;
তাহাতে কামাখ্যা দেবি হৰিস মনত,
জেন বৰ খোজে, তাক দিব সেই খেনত।
দেবিৰ প্ৰতিগ্যা বাক্য বিফল ন হই,
কাল ক্ৰমে হব সিধি জানিবা নিচই।
এহি ৰুপে বুধি চলে ভুলাই জাত্ৰিক,
এক ঘৰে ৰাখি থই দ্ৰব্য সকলক।
উপজুক্ত লোক চাই কন্যা পাঠিয়াই,
জাত্ৰি ভাইৰ চৰনতে পুজাদি কৰই।
পুজা হলে তাৰ পাচে কৰে আৰু দান,
অৱসেসে মদ আদি কৰে দুয়ো পান।
মনে মনে দুয়ো জনে ঘৰৰ ভিতৰে
জেনে ইচা হই, তাক কৰিবাক পাৰে।
বামুনে বোলই, তাত নাহি কিচু দোস,
মন্দ কৰ্ম ন হই সিতো সক্তিৰ সন্তোস।
সমস্ত ৰাতিতে দুয়ো জনে বাস কৰে,
অন্য কোনো নাহি আছে ঘৰৰ ভিতৰে।
মদ পান হেতু কোনো জন মতোআল,
হলে তাত বিৰক্ত ন হই ব্ৰাহ্মন্ সকল।
জত দিন ইচা কৰে থাকিবাক পাৰে,
অৰ্থ চুকালেহে গলে খৰি বাজ কৰে।
এহি ৰুপে হৰে খন নাহি ধৰ্ম কৰ্ম,
নাম মাত্ৰ থৰে বিপ্ৰ, মিচা সব কৰ্ম।

জাত্ৰি সকলৰ কথা কৰিলা স্ৰৱন,
ব্ৰাহ্মনৰ কথা আৰু কৰোঁ নিবেদন।
বজাৰৰ চাউল আদি একোকে নে খাই,
বিধুতি বস্ত্ৰৰে ৰান্ধি ভোজন কৰই;
বাহিৰত গলে কৰে স্নান তেতিখ্যন,
সুদ্ৰৰ ঘৰত কোনো ন কৰে ভোজন।
হাবিৰ কাঠক আনি পানি চেটিয়াই,
ৰবা কাচ আদি সহা সব খৰি খাই;
গুঁই নামে সৰ্প আৰু বগলিকো খাই,
কুকুৰ দেখিলে সৰে ৰাম ৰাম কই।

কামাখ্যাৰ বিবৰন আৰু বহু জানোঁ,
লিখিলে বাহুল্য হব, মনে এহি গুনোঁ।
এই ৰুপে নি লিখিছে ৰাখোঁ মই হাত,
জদি কোনো জনে সোধে, বুজাই দিমো তাত।
জি হেতু পুৰ্বৰ পৰা মই আচোঁ সুনি,
আৰু সদা গৈয়া তাত দেখিচোঁ আপুনি।
গুআহাটি গুআলপৰা নাম এহি থান,
ভ্ৰমিলো তাহাত মই চাৰি বচৰ্ মান।

আত পাচে নিবেদন সুনা সৰ্ব জন,
হয়গ্ৰিৱ মাধৱৰ বোলোঁ বিবৰন।
তাৰ পাচে সি থান্নৰ ব্ৰাহ্মন আচাৰ,
ইৰৰেহে সক্তি দিলে কৰিমো প্ৰচাৰ।
নিজ বুধি গিয়ানে মই একোকে নোআৰোঁ,
কেৱল প্ৰভু খ্ৰিষ্টত ভাৱনা জি কৰোঁ।
তেঁৱে সৰ্বসক্তিমান জদি দিএ সক্তি,
বোবা কথা কব পাৰে তেঁওতে হলে ভক্তি;
খোবাকো দিচিলে ভৰি অন্ধকো নয়ন,
হস্ত হিনে দিলে হস্ত মিত্যুকো জিৱন;
ভুতে পোআ কুষ্ট ৰগি আৰু জত জত,
আৰোগি কৰিলে প্ৰভু আপোন বাক্যত;
গোটা পাঁচ সাত পিঠা হাতে তুলি লৈয়া,
সহস্ৰ লোকক প্ৰভু দিচিলে বাঁটিয়া;
ত্ৰিপ্তি হৈল ভক্তগন ভুঞ্জিয়া সকলে,
এনে চমত্কাৰ কৰ্ম নাহি ভুমণ্ডলে।
সমুদ্ৰ ওপৰে খোজ কাঢ়ি পাৰ হৈলে,
বাক্য মাত্ৰে সুৰ্জ চন্দ্ৰ স্ৰুজন কৰিলে;
জিৱ জন্তু, পসু, পখি সব স্ৰুজিলন্ত,
ত্ৰিন ৱ্ৰিখ্য আদি জত ইচাতে হৈলন্ত;
আকাস মণ্ডল জত তৰাগন আৰ,
কোনে বৰ্নিবাক পাৰে, তাৰ নাহি পাৰ।
সাত্ৰত প্ৰতিগ্যা প্ৰভু কৰিচে আপুনি,
বিস্বাসিলে স্বৰ্গ পাব, জানা সৰ্ব প্ৰানি।
দুআৰত চপৰিয়াই মাগে জেই বৰ,
অৱস্যে কৰিব সিধি ৰিচু গুনাকৰ।
এই হেতু দ্ৰিঢ় মনে কৰিচোঁ ভাৱনা,
ক্ৰিপা কৰি সম্পূৰ্ন কৰিব সৰ্ব আসা।

ন. স. ৰু.

## আঁৰ্চিৰ বিষই।

**On Glass.**

আমাৰ দেসত প্ৰাই সকলো অচমিয়া লোকৰ ঘৰত সৰু বৰ আৰ্চি পোৱা জাই, তথাপি ইয়াক কি ৰুপে বা কিহেৰে কৰা হৈছে, তাক কোনেও নে জানে, এই কাৰনে কিছু কবলৈ খোজোঁ।

আৰ্চি খ্ৰিষ্টিয়ান সঁকৰ আগেয়ে ৰুমিয়া আৰু আন আন লোকবিলাকৰ দোআৰাই অলপ অলপ জনা হৈছিল। প্লিনি নামেৰে এজন প্ৰাচিন ৰুমিয়া গিয়ানি লোকে লিখিছে, বোলে, এখন জাহাজ মিচৰ দেসৰ পৰা চজা অৰ্থাত এবিধ খালোন ভৰাই লৈ আহোঁতে ফৈনিকিয়া প্ৰদেসৰ কোনো এক নদিৰ পাৰত জাহাজ চপাই ভাত খাবলৈ জুগুত কৰিলে। জাহাজত অনা খালোন চপৰা চপৰা হোৱাৰ কাৰনে তাৰে উধান কৰি ৰান্ধোঁতে দেখিলে, জে খালোন আৰু বালি জুইৰ তাপত গলি আৰ্চিৰ দৰে হল। তেতিয়াৰে পৰা সেই কালৰ লোকে বৰ যুগেৰে কিছু কিছু আৰ্চি কৰিলে। আৰু বুবজ্ঞিত পৰ্হিচোঁ, ৰুমিয়া ৰাজ্যৰ নিৰু মহা ৰজাই দুটা আৰ্চিৰ পান পাত্ৰৰ কাৰনে ৫,০০,০০০ টকা দিলে। এতিয়া হলে তাতকৈ উত্তম সাত আঠ অনালৈ পোৱা জাই।

ইংলণ্ড আৰু আমেৰিকা আদি আন আন দেসত অতি উত্তম উত্তম আৰ্চিৰ পাত্ৰ আদি নানা বিধৰ বস্তু কৰে। বগা আৰু চাৰু আৰ্চি হলে ভাল মিহি বালি, খালোন, এবিধ সিহ, আৰু সিহৰ মামৰ লাগে। এইবিলাক ভালকৈ মল গুচাই সুধ কৰি একে লগে বৰ জুইৰ কুণ্ডৰ ভিতৰত মাটিৰ বাচনত ন গলালৈকে থই। গলিবলৈ দুই তিন দিন লাগে। আৰ্চি কৰা যাই বস্তু বালি আৰু খালোন, কিন্তু লগতে গলিবলৈ টন টনিয়া ন হবলৈ আৰু জিলিকাৰ নিমিত্তে সৰহ সিহ দিএ। জেতিয়া ভালকৈ মিহলি হৈ গলিল, তেতিয়া কুণ্ডৰ মুখ মেলে, আৰু এই দ্ৰব আৰ্চি তাত কাম কৰা মানুহৰ ইচাৰ দৰে সকলো বিধৰ আক্ৰিতিৰ পাত্ৰ কৰিব পাৰে। ইয়াক এই ৰুপে কৰে। এটা লোহৰ চুঙাৰে দ্ৰব ৰুপ আৰ্চি বাচনৰ পৰা আৰু হাত ধৰা পোনে ফুঁআই এখান লোহৰ পাটত পেলাই কোমল আৰ্চিক জুটিয়া জুটিকে জি জি আক্ৰিতিৰ বস্তু লাগে সেই সেই আক্ৰিতিৰ জন্ত্ৰৰে হেঁচি হেঁচি কৰে, পাচে তাৰ ওপৰত নানা নক্চা কৰে। জেতিয়া এই সকলো হল তেতিয়া এটা পাগ সালিত এই পাত্ৰবিলাক, সুমাই লাহে লাহে চেচা কৰে, তাকে ন কৰিলে, অলপ খেকেচা পালে ভাগিব।

এতিয়া দেখা, আৰ্চিৰ পৰা কিমান উপকাৰ পোৱা জাই। খিলিকি দুআৰত লগালে বতাহ বৰখুনৰ পৰাও ৰাখি গহৰ তাপ পাই। আৰ্চি এখানৰ একালে পাৰা আৰু ৰগি তাম মিহলাই লগালে, মুখ দেখিব পাৰি, ঘুৰনিয়া গোল ৰুপ আৰ্চি কৰিলে দুৰ্বিন, মাইক্ৰস্কোপ, বিত চকু আদি বহু মুলিয়া বস্তুবিলাক সাজিব পাৰি।

জ. ট.

---

## উচিত আৰ্হি দেখাৱৰ প্ৰয়োজন।

**Example better than Precept.**

কোনো এক দিনত এজন খ্ৰিষ্টিয়ান প্ৰচাৰকে আপোনাৰ পাদুৰি চাহাবত সুধিলে, হে প্ৰিয় চাহাব, জগতৰ পৰিত্ৰানৰ নিমিত্তে আমি কি কৰম কৰিব লাগে? কেৱল কিৰ্তন কৰি থাকিলেই মানুহৰ মন পালটন হব নে? পাদুৰি চাহাবে উত্তৰ কৰিলে, ন হই মোৰ ভাই, আমি কেৱল ইশ্বৰৰ বাক্য কিৰ্তন কৰি থাকিলে মানুহৰ মন পালটন ন হই। প্ৰচাৰকে সুধিলে, তেন্তে আৰু কি কৰম কৰিব লাগে? চাহাবে কলে, তুমি খ্ৰিষ্টক বস্ত্ৰ ভাৰে পিন্ধিবা, তেহে জগতৰ পাপি লোকৰ মন পালটিব। খ্ৰিষ্টক বস্ত্ৰকৈ পিন্ধাৰ কি অৰ্থ চাহাব? খ্ৰিষ্টক বস্ত্ৰ ভাৰে পিন্ধাৰ অৰ্থ এই, সকলো ভাৱে ধৰমৰ সজ আচৰন কৰি অত্যন্ত বিস্বাসি প্ৰাৰ্থনা কৰাই তেঁওক বস্ত্ৰকৈ পিন্ধা হই। তুমি জেতিয়া কিৰ্তন কৰিবলৈ জোৱা, তেতিয়া নম্ৰ ভাৱ মনত পিন্ধি অত্যন্ত প্ৰাৰ্থনাৰে জোৱা। তোমাৰ সকলোবোৰ কথা সুনাবিলাকে তোমাৰ সজ আচৰন দেখি তোমাৰ ৰবগত থকা পিত্ৰিক স্তুতি কৰিব।

## য়াকোবৰ বহু দিনিয়া জাত্রা ।

**Chap. IX.—Jacob, or the long Journey.**

তেতিয়া য়াকোবে তাৰ পৰা জাত্রা কৰি তালেমান দিন গৈ, পাচে সৰহ বন থকা এক ঠাই পালেহি, আৰু তাতে নাদৰ ওপৰত এটা বৰ শিল আছিল। বহু চাগ মেৰ চাগবিলাক আৰু মানুহ কেতবিলাক মেৰৰ লগত তাৰ চাৰিও ফালে থাকিচিলে। এই মানুহবিলাক মেৰ ৰখিয়া। য়াকোবে জি দেসত আছিলে, সেই দেসত নিচেই অলপ পানি হোআত, তেঁও নাদ দেখি বৰ ৰঙ্গ পাব পাই।

য়াকোবে মেৰ ৰখিয়াবিলাকত সুধিলে, লাবান নামেৰে এটা মানুহক তোমোলাকে জানা নে?

সিহঁতে কলে, হই আমি জানো।

য়াকোবে সুধিলে, সি ভালে আচে নে?

মেৰ ৰখিয়াবিলাকে উতৰ দি কলে, সি ভালে আচে, আৰু দেখা, সেয়া তাৰ জিএক ৰাহেল মেৰবিলাকে লৈতে আহিচে।

ইয়াকে সুনি য়াকোবে বৰ আনন্দ পালে, কিয়নো ৰাহেল তাৰ ভতিজা হই। সি লৰি গৈ তাইক চুমা দিলে, আৰু ৰৰকৈ ক্রন্দন কৰিলে।

কি কাৰনে য়াকোবে ক্রন্দন কৰিলে?

মই ভাবিচো, সি আনন্দতে কান্দিলে, কিয়নো কেতিয়াবা কেতিয়াবা মানুহবিলাকে আনন্দতে ক্রন্দন কৰে। বহু দিনলৈ য়াকোবে কোনো মিতিৰ দেখিবলৈ নে পাই, তাৰ ভতিজা ৰাহেলক দেখি বৰ ৰঙ্গ পালে।

মই তোমাৰ ভতিজা য়াকোব, বহু দুৰৈৰ পৰা আহিচোঁ, এনে কথা ন কলে মানে য়াকোব কোন বুলি ৰাহেলে নে জানিলে।

তেতিয়া ৰাহেলে লৰি গৈ বাপেক লাবানক কলে, মোৰ ভতিজা য়াকোব আহিল, নাদৰ পাৰতে ৰহি থকা দেখা পালোঁ।

তেতিয়া লাবানে আনন্দ পাই য়াকোবক লগ পাবলৈ গল, আৰু তাক চুমা দি কলে, তুমি মোৰ ঘৰলৈ আঁহা, মই তোমাৰ মোমাই হঁও।

লাবানত য়াকোবে মেৰ ৰখিয়া হম বুলি কোআত সি লাবানৰ চাকৰ হল। য়াকোব হলে ভাল মেৰ ৰখিয়া আচিল, আৰু ৰাতি সিংহ আৰু ভালুকবিলাকৰ পৰা মেৰবিলাক ৰাখিবলৈ পৰ দি থাকে। তেঁও দিনৰ তাপ আৰু ৰাতিৰ জাৰলৈ মন ন কৰিলে।

লাবানৰ দুজনি জিএক আচিল, আৰু সিহঁতে তাৰ ভাৰ্জা হবলৈ লাবানে য়াকোবক দিলে, এই দৰে য়াকোবৰ দুজনি ভাৰ্জা হল। এতিয়াৰ মানুহবিলাকৰ দুজনি তিৰোতা হব নে পাই; কিন্তু তেতিয়া হলে দুজনি বা অধিকো লব পাৰে।

ইশ্বৰে য়াকোবক তালেমান সন্তান দিলে। সিহঁত সৰহ হোআৰ কাৰনে মই তোমোলাকক সিহঁতৰ নাম ন কঁও। য়াকোবে বহু দিনলৈকে তাৰ লৰা তিৰোতা লৈতে কেতবিলাক তাম্বু ঘৰত থাকিলে। তেঁও লাবানৰ মেৰবিলাক ৰাখিচিল, আৰু লাবানে কেতবিলাক মেৰ তেঁওৰ আপোনাৰ হবলৈ দিলে। ইশ্বৰে অঙ্গিকাৰ কৰাৰ দৰে য়াকোবৰ খাবলৈ পিন্ধিবলৈ সকলো আছিল, কিয়নো ইশ্বৰে সদাই আপোনাৰ অঙ্গিকাৰ ৰাখে।

কিন্তু য়াকোবে তাৰ পিত্রি মাত্রি আৰু কিনান দেস জি ঠাইত সি সৰু কালত আছিল, তাক পাহৰিব নোআৰিলে। ইশ্বৰে আব্রাহামৰ ইচাকৰ আৰু তাৰ আপোনাৰ সন্তানবিলাকক কিনান দেস দিব বুলি অঙ্গিকাৰ কৰা তেঁও জানিচিলে, আৰু আকও তাত বসতি কৰিবলৈকো ইচা কৰিলে।

জিবিলাক ভাল মানুহ প্রথমে কিনান দেসত থাকিলে, সিবিলাকৰ আৰু সিবিলাকৰ ভাৰ্জাবিলাকৰ নাম তলত লিখিম, মনত ৰাখিবা।

| | |
|---|---|
| আব্রাহাম। | চাৰাই। |
| ইচাক। | ৰিবকা। |
| য়াকোব। | লিয়া আৰু ৰাহেল। |



## প্ৰাৰ্থনাৰ গুন ।

**Wonders of Prayer.**

আব্ৰাহামৰ ঘৰ গিৰিএ প্ৰাৰ্থনা কৰাত ইচাকলৈ ৰিবকাক ভাৰ্জ্যা ভাৱে পালে । মোচাই ইশ্বৰলৈ প্ৰাৰ্থনা কৰাত সাগৰৰ মাজেই সুকাই বাট ওলাল । আৰু বাৰ প্ৰাৰ্থনা কৰাত আমালেকৰ সৈন্য সকলক পৰাজই কৰিলে । য়িহোচুআই প্ৰাৰ্থনা কৰাত আথানৰ জগৰ প্ৰকাস হল । হানাই প্ৰাৰ্থনা কৰাত চিমুএল লৰা জনমিল । দাৱিদে প্ৰাৰ্থনা কৰাত অহিথোফলে আত্মা ঘাতি হল । য়িহোস্যাফটে ইশ্বৰলৈ মিনতি কৰাত তাৰ সত্ৰু সকল উভতি গল । য়িচয়া আৰু হিজিকিয়াই প্ৰাৰ্থনা কৰিলত একে ৰাতিতে আচুৰিয়া ফৌজৰ ১৮৫,০০০ সেনা মৰিল । দানিএলে প্ৰাৰ্থনা কৰাত ৰজাৰ দৰ্সনৰ অৰ্থ বুজা গল । দানিএলে আৰু বাৰ প্ৰাৰ্থনা কৰাত সিংহৰ মুখ বন্ধন কৰা হল । মৰ্দিখাই আৰু এষ্টৰে লঘোন কৰাত তিনি দিনৰ মুৰত হামানে আপুনি সজা সালত কাঁচি গল ।

এলিয়াই প্ৰাৰ্থনা কৰিলত, তিনি বচৰ চ মাহলৈ দেসত বৰষুন ন হল । আৰু বাৰ প্ৰাৰ্থনা কৰাত বৰষুন আনিলে । এলিস্যাই প্ৰাৰ্থনা কৰাত য়ৰ্দান নদিএ তেঁওলৈ বাট দিলে । আৰু বাৰ প্ৰাৰ্থনা কৰি মৰা লৰাৰ জিৱন দিলে । মণ্ডলিৰ লোকে প্ৰাৰ্থনা কৰাত ইশ্বৰৰ দুতে পিতৰক বন্দি সালৰ পৰা মুকলি কৰিলে; কিয়নো সাধু লোকৰ অত্যন্ত প্ৰাৰ্থনাই অনাদি জনৰ কানত পৰে । সেই কাৰনে অত্যন্ত প্ৰাৰ্থনা কৰা । আৰু তোমাৰ প্ৰাৰ্থনা জদি এতিয়া নুসুনে, তেও বহু বচৰৰ মুৰতো ইশ্বৰে তাক সিধি কৰিব । মানুহে জেতিয়া সস্যৰ গুটি বই, তেতিয়া একে বাৰে কেতবোৰ গজে; কিন্তু কেতবোৰ বহু মাহৰ মুৰতহে গজে, সেই ৰুপে সাধু লোকৰ বিশ্বাসি প্ৰাৰ্থনা পোনে পোনে নুসুনিলেও অনেক বচৰৰ মুৰত সুনিব । এই কাৰনে ইশ্বৰে মোৰ প্ৰাৰ্থনা নুসুনিলে বুলি নিৰলা ন হবা । মানুহ অবিশ্বাসি হলেও ইশ্বৰ অবিশ্বাসি হৈ আপোনাকে আসে কৰিব নোআৰে । আমাৰ জিৱন্ত পৰম ইশ্বৰেই বিশ্বাসি লোকৰ প্ৰাৰ্থনা সুনোঁতা, আৰু তাৰ উত্তৰ দিঁওতা ইশ্বৰ ।

## পুৰনি অসম বুৰঞ্জি, নং ২২ ।

**Ancient Assamese History.—Conclusion.**

১৫৬৩ সঁকৰ মাঘৰ ১৭ দিন জাঁওতে লাকো বৰ পাত্ৰক মাৰিলে; লাকো বৰ পাত্ৰৰ জিএক, লাপ্লুপ গোহাঁইৰ মাকক বৰ কুঁঅৰি ভাঙ্গিলে । দিহিঙ্গিয়া সৰিয়হ বুৰা গোহাঁইৰ ভনিএক, কুকুৰে খোআ গোহাঁইৰ মাকক বৰ কুঁঅৰি পাতিলে । পাচে কুকুৰে খোআ গোহাঁইৰ মাক, বৰ জনা আই কুঁঅৰি দেৱে লাপ্লুপ গোহাঁইৰ ভায়েক খকুআ গোহাঁইক ৰজা দেৱত লগাই হেমন বাৰিত খোআইচিলে । এদিন কুকুৰে খোআ গোহাঁইৰ মাক, বৰ জনা আই কুঁঅৰি দেৱে খকুআ গোহাঁইক ভাত খাবলৈ মাতি নিলে, ভাত খাঁওতেই গাত কামোৰ মাৰিলে । লাপ্লুপ ককায়েকলৈ মনত পৰি এই কথা কুকুৰে খোআ গোহাঁইৰ মাক, বৰ জনা আই কুঁঅৰি দেৱে ৰজা দেৱত লগালে, ৰজা দেৱে সুনি থাকিল । এদিন ৰজা দেৱে খকুআ গোহাঁইক দেখি মনত অসন্তোসকৈ হেমন বাৰিৰ পৰা ভোগ বাৰিত থলেহি । আত পাচে নৰিয়া ৰজা দেৱে চুজি মাৰিবলৈ পঠালে, দিলিহিয়াল সুকুলা হুদু বুৰা গোহাঁই ১, কেন্দুগুৰিয়া বৰ পাত্ৰ ১; এই দুই দিকৰক্ষে গৈ, মাঘনোআত ৰলগৈ । বুৰা থোৰা কোঁঅৰে, পিকচাই চেটিয়া, এই দুয়ে বুৰৈএ দি গৈ, ঘৰ পুৰিলে, ধান কচু কাটি ওলাই আহিল । তাঙ্গৰিয়া সকলে আগুআ চকিয়াল ৰুপাই হাজৰকিয়াক গৰ বান্ধিবলৈ বাঁহ কাটি আনিব দিলে । ৰুপাই হাজৰকিয়া বাঁহ আনোঁতে চুজিএ ৰুপাই হাজৰকিয়াকে মুখ্য কৰি এঁকুৰি মানুহ কাটিলে । আৰু চুজি গোটা দিএকে, আই কুঁঅৰি দেৱে পঠাইচে বুলি চিন মাৰি দিহিঙ্গিয়া বৰ গোহাঁইৰে, দিলিহিয়াল সুকুলা হুদু বুৰা গোহাঁইৰে কোঁঠ সোমাই আই কুঁঅৰি দেৱৰ কথা কৈ বাত্ৰা ললে । তাঙ্গৰিয়া দুজনাও আই কুঁঅৰি দেৱৰ বাত্ৰা সুধি, মিচাকৈ জোআ চুজিক কাপৰ এজোৰ দি বিদাই দিলে । চুজিএ গৰৰ ৰাজ হৈ বোলে, গোহাঁইবোৰৰ কাপৰ এজোৰ আনিলোঁ, আ-

কে জে তৰ্কিব নোআৰিলে, আমাক নো কেনেকৈ মাৰিব? এই বুলি চুঙ্গি উলটি পলাই গল। পাচে মাধনোআৰ পৰা বান্দৰ তেৰাত বলগৈ। তাৰে পৰা চুঙ্গিক জিগ্যালা কৰিবলৈ ভাঁওতে আমাৰ বতাহ গিলা প্ৰমুখ্যে হাঁহ চৰাত ৫০০ স মানুহ চুঙ্গিএ কাটিলে। দিহিঙ্গিয়া বৰ গোহাঁইয়ে দিলিহিয়াল বুৰা গোহাঁইৰ আগত বোলে, চুঙ্গি তালৰ বান্দৰ তাক আমি ধৰিবলৈ পাম নে কি? আমি ওলাই হুহকি ভাঁও, জদি জগৰ লাগে মই গা কৰিচোঁ; মোৰ ভনি বৰ কুঁঅৰি ইমান কথাকে ৰাখিব নোআৰিব নে কি? এই বুলি তাঙ্গৰিয়া দুজনা হুহকি আহিল। ৰজা দেৱে এই কথা সুনি দিলিহিয়াল সুকুলা হুদু বুৰা গোহাঁইকে, দিহিঙ্গিয়া বৰ গোহাঁইকে, দুইকো দাই ধৰি ভাঙ্গিলে। পাচে পুনৰ চলিয়া চেকেৰি এটা চুঙ্গিৰ ৰজা হৈ আচিল। চুঙ্গিক মাৰিবলৈ ৰজা দেৱে চপৰা খোআ বৰ গোহাঁইকে হাতি মুৰিয়া ফুকনকে পাঁচিলে। পচিমে বৰ গোহাঁই উজাই দিহিঙ্গে দি আহিয়া বাৰিত বলগৈ। হাতি মুৰিয়া ফুকন আথৌ মুখে দি বাট কাটি গৈ আহিয়া বাৰিত বৈ, চুঙ্গিৰ ঘৰ পুৰি ধানো আনিলে; মানুহ, গৰু, কিচু লৈ ওলাই আহিল। বৰ গোহাঁয়ো পৰ্বতৰ দাঁতিএ দি চুঙ্গিৰ ঘৰ পুৰি মানুহ, গৰু ধৰি পচিমে ভাঁওতে চিকৰা হাবিত জুপি, চপৰা খোআ বৰ গোহাঁইক চুঙ্গিএ কাঁৰ একাটি মাৰিলে। বৰ গোহাঁই তাতে দিনা দিয়েক থাকি, চুঙ্গি ঘাটে মাৰি কাটি গৰু, মানুহ লৈ, হাবৈএ দি ওলাই আহিল। পাচ বচৰে এঁৱাৰ ধান কাটিলেগৈ। চুঙ্গি জি আচিলে থাকলৈ নে পাই নকলো আহি ৰৰিলেহি।

১৫৬৭ সঁকত কচাৰি বিৰদৰ্পো নামে ৰজা এটা মৰঙ্গিএ দি পঠালে; জেতুক, ফুৰা দলৈক কলিয়াবৰে দি পঠালে; দুয়ো আহি চকি পালতহি আমাৰ চকিয়ালে সুধিলে, তইঁত কি কাৰনে আহিচ? কচাৰিৰ দুই মানুহে বোলে, আমাক প্ৰিতিৰ কাৰনে হেডেম্বৰৰ ৰজা পঠাইচে, আমাৰ দুই ঠাইৰ চকিয়ালে আহি বৰ বৰুআতো বৰ চেটিয়াতো কলেহি। বৰ বৰুআও বৰ চেটিয়াও, ৰজা দেৱলৈ জনাই, বৰ চেটিয়াই ফুৰা দলৈক তুলি বোজ বাজ দি থলে। বৰ বৰুআই কচাৰিৰ মজিন্দাৰক তুলি, অনাদৰ কৰি সুকটি চুন্নাক লগত দি কচাৰিৰ মজিন্দাৰক বিদাই দি পঠালে।

পুনৰ কচাৰি ৰজাই পত্ৰ লিখিলে, তোমাৰ আমাৰ উকিল গতাগত প্ৰিতিৰ কাৰনে চলি গৈচে; তুমি এখন প্ৰিতি গোট চেদ কৰি, আমাৰ পত্ৰ অনাদৰ কৰি মজিন্দাৰক ফিৰাই পঠালা। আমি এখন পুৰ্ব নিৰন্ধত থাকি, ধৰম পথক ধৰি প্ৰিতিৰ কাৰনে উকিল পত্ৰ পঠাও। তুমিও পুৰ্ব নিৰ্বন্ধে অভেদ প্ৰিতিৰ কাৰনে জেমনে দিনে দিনে প্ৰিতিক পাই, তেমন ধান কৰিবা। এই ৰূপে পত্ৰ সন্দেস দি কচাৰি ৰজা মজিন্দাৰকে, তেৰেৱা দলৈকে পঠালে। বৰ বৰুআই সিহঁত দুইক আনি তুলি প্ৰিতিৰ কাৰন সুনি ৰজা দেৱলৈ জনাই পঠালে; ৰজা দেৱে সিহঁত দুইক আনিব দিলে। সিহঁত দুইকো অনাই ক্ৰমে তিনিও জনা তাঙ্গৰিয়াৰ ঠাইত তুলি নিৰ্বন্ধেৰে ৰজা দেৱৰ ঠাইত সেৱা কৰিলে। ৰজা দেৱে কচাৰিৰ পত্ৰ চাই পুনৰ বাৰ প্ৰত্যুত্তৰ লিখিলে। পুৰ্বাপৰেও আমাৰ হেডেম্বৰৰ থাপিত সাক্ষিত, জি হেতুকে তাহাৰ কাৰনে তোমাৰ আমাৰ অভেদ প্ৰিতি গোট চলি গৈচে; এখনো আমি সেই প্ৰিতিতে ৰহিচোঁ। তুমি জে উকিল অনাদৰ কৰি পঠালা হেন জি লিখিলা, থাপিত সাক্ষিত বেৱহাৰ পৰিত্যিয়াগ কৰি বিপৰিত কৰি পত্ৰ জেখন পঠালা, তেখন তুমি প্ৰিতি চেদ কৰিলা, এখন ধৰম পথক ধৰি পুৰ্ব নিৰ্বন্ধে বেৱহাৰ হৈলে কিহক প্ৰিতি গোট ন চলিব? এই বুলি পত্ৰ সন্দেস লৈতে আমাৰ সিতলিয়াল কটকিকে, নাৰায়ন কটকিকে, লগত দি কচাৰিৰ মজিন্দাৰকে, তেৰেৱা দলৈকে বিদাই দিলে। আমাৰ দুই কটকিক বোলে, মৰঙ্গিত জি ফুৰা দলৈ আচে, তাক তইঁতে লগত লৈ কচাৰি ৰজাৰ ঠাইত দিবিগৈ।

পাচে আমাৰ দুই কটকিও গৈ, কচাৰিৰ বলিদৰ্প নাৰায়ন ৰজাৰ ঠাইত পত্ৰ সন্দেস দি

প্ৰিতিৰ কাৰন কলে। পাচে কচাৰি ৰজা পত্ৰ চাই থাপিত সাক্ষিত বুলিবৰ সুনি, আমাৰ দুই কটকিক দাই ধৰি বোলে, আমাক তোৰ ৰজা কাহানি থাপিচে সাক্ষিচে? আমাৰ দুই কটকিএ বোলে, ৰজা সকলৰ অভিপ্ৰাই ৰজা সকলেহে জানে, ৰজাৰ বিস্বাস আমি কেমনে জানিব, আমাৰ মুখৰ বচন ন হই; পত্ৰৰ বচন অন্যথা কেমন লিখিব, সৰ্গদেও ইৰবে পাত্ৰ মন্ত্ৰি সৈতে বিচাৰ কৰি লিখিচে। পাচে কচাৰি ৰজা পাত্ৰ মন্ত্ৰি সৈতে বিচাৰ কৰি, পুৰ্বে এই জি কন্যা দি থাপিচে, সেই সকলক সাক্ষিত থাপিত বোলে, এভিয়াও বুলিবাক পাই। জেমন জাৰ পত্ৰৰ নামে কৰন ন ঘটে, জেমনে কন্যা দি নৌ থাপোঁতে থাপিত থাপিত বোলে, কেমনে ঘটিব; এথনো পুৰ প্ৰিতিত থাকি স্মৰন কৰি কন্যা দি থাপিবৰ মনেহে সাক্ষিত থাপিত বোলে, পত্ৰতো লিখিচা, ভাল; আপোনাৰ বচন ৰাখি আমালৈ কন্যা দিয়া হওক। এমনে পত্ৰত লিখি পত্ৰ সন্দেসে সৈতে মজিন্দাৰ, ঙেৰেৰা দলৈক লগত দি আমাৰ দুই কটকিক বিদাই দিলে। দুই কটকি আহি পুনৰ বাৰ সৰ্গদেৱৰ ঠাইত ভাঙৰিয়াৰ ঠাইত পচিলেহি, সৰ্গদেৱকো পত্ৰে সৈতে সেৱা কৰিলেহি। পত্ৰে সন্দেসে সৈতে প্ৰিতিৰ কাৰন কৰি কথাৰ কাৰনে কহিলে। কন্যাৰ কাৰন সুনি মহা ৰজাই ভাঙৰিযা সকলত সুধিলে, কন্যা থান দিবলৈ কোন থনে বোলাইক? ভাঙৰিযাবোৰে বোলে, পুৰ্বে কন্যা দি অসন্তোস পোআ হৈছে; নিঁওতেও অনাদৰ কৰি নিলে; আকে চাই আসা দি ধৰলৈহে ভাল; নিচই কৰি দিবলৈ ভাল ন হই জেন জানি, আমাৰ মহা ৰজাৰ মনে কোন থানি বোলে? মহা ৰজা বোলে, কন্যা দিব চাৰি আমাৰ জি মতে হাট হব, তাৰো আমাৰো মানুহে বেহা কিনা কৰি থাকিব। চল কৰি একে ৰাত্তিএ কচাৰিৰ গাঁও মাৰি আনিলে, তেহে মোৰ কোথৰ মান গুচে। এই থান নিচই কৰি কন্যা দিম হেন বুলি পত্ৰ লিখি পুনৰ বাৰ লিতলিয়াল ৰাম কটকিক পত্ৰ সন্দেস সহিতে লগত দিয়া কচাৰিৰ দুই কটকিক বিদাই দি পঠালে। পাচে আমাৰ দুয়ো কটকি গৈ, বিৰদৰ্প নাৰায়ন ৰজাৰ ঠাইত লিখা পত্ৰ দি, প্ৰিতিৰ কাৰনে কন্যাৰ কাৰনে কহিলে। পাচে বিৰদৰ্প ৰজাও পুনৰবাৰ পত্ৰ তুলি প্ৰিতিৰ কাৰনে কলা মজিন্দাৰ মাধৱ কন্দলিৰ হাতত পত্ৰ সন্দেস দি আমাৰ দুই কটকিক বিদাই দি পঠালে। এই বুৰঞ্জিৰ সেস পৰিচে।

---

তাওচিঙ্গাৰ লাকনি ওলোআৰ ক্ৰম।

| | মুত | চান | বাও | মিত | কেও | তোও | প্লাও | প্লি | মাও | চি | চেও | চিঙ্গা |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| কা | ১ | | ৫১ | | ৪১ | | ৩১ | | ২১ | | ১১ | |
| কাপ | | ২ | | ৫২ | | ৪২ | | ৩২ | | ২২ | | ১২ |
| ভাপ | ১৩ | | ৩ | | ৫৩ | | ৪৩ | | ৩৩ | | ২৩ | |
| বাই | | ১৪ | | ৪ | | ৫৪ | | ৪৪ | | ৩৪ | | ২৪ |
| মুং | ২৫ | | ১৫ | | ৫ | | ৫৫ | | ৪৫ | | ৩৫ | |
| প্লেক | | ২৬ | | ১৬ | | ৬ | | ৫৬ | | ৪৬ | | ৩৬ |
| কাত | ৩৭ | | ২৭ | | ১৭ | | ৭ | | ৫৭ | | ৪৭ | |
| খুত | | ৩৮ | | ২৮ | | ১৮ | | ৮ | | ৫৮ | | ৪৮ |
| কং | ৪৯ | | ৩৯ | | ২৯ | | ১৯ | | ৯ | | ৫৯ | |
| তাও | | ৫০ | | ৪০ | | ৩০ | | ২০ | | ১০ | | ৬০ |

এই অঙ্কবিলাকৰ খোলোচা। কা আদি তাও অন্ত, এই দহোটা কথা, ওপৰৰ মুত আদি চিঙ্গা অন্ত, সেই বাৰেটা কথাৰে প্ৰথমটক প্ৰথমেৰে, দুতিয়টক দুতিএৰে এই ৰূপে মিলাই জোগ কৰে; কা-মুত ১, কাপ-চান ২, ভাপ-বাও ৩, এই ৰূপে ৬০ বচৰলৈকে সঁকৰ নাম দিএ। ৬০ বচৰ এক তাওচিঙ্গা হই।

সম্পতি বাৰি আৰু পথাৰ, এই সকলোৰে ওপৰত তোমাক অধিকাৰ পাতিচোঁ, কিয়নো মই তোমাক অধিককৈ বিশ্বাস কৰিচোঁ ।

এই হেতুকে য়োচেফে আটাই বস্তুকে সাৱধানে ৰাখে, আৰু তেঁও জিহকে কই, তাকে আটাই বন্দিবোৰে মানে; আৰু তেঁওৰ গৰাকি বাহিৰত থাকোঁতে তেঁও জি কৰোঁ বোলে, তাকে কৰিব পাৰে । কিন্তু তেঁও গৰাকিৰ আগত থাকোঁতে জি ৰূপে কৰে, সেই ৰূপে গৰাকি নো হোআতো কৰে; কিয়নো তেঁও জানে, জে পৰম ইশ্বৰৰ চকু সদাই মোৰ ওপৰত আচে । অনেক অনেক লৰা আচে, জি সিহঁতৰ মাক বাপেক খোটালিৰ পৰা বাহিৰলৈ গলে মাখোন বেয়া আচাৰ কৰে, এনে লৰাবোৰে কেতিয়াও ইশ্বৰলৈ ভই ন কৰে ।

অনেক অনেক সুন্দৰ খোআ বস্তু আৰু সুন্দৰ পিন্ধা কাপৰ তেঁওৰ হাতত ৰাখিবলৈ পালেও, তেও তেঁওৰ গৰাকিএ তেঁওক জি লব দিএ, কেৱল তাকহে তেঁও লই । তেঁও ঘৰতে হওক বা পথাৰতে হওক, সদাই কাম কৰি থাকে; আৰু ইশ্বৰে অনুগ্ৰহ কৰি ঘৰৰ কাম আৰু পথাৰৰ খেতিত তেঁওৰ আসিৰ্বাদ হল ।

এই কাৰনে পোতিফৰৰ আপোনালৈ কোনো চিন্তা নাচিল, কিয়নো য়োচেফে তেঁওৰ কৰমৰ ভাৰ সকলো চলাব বুলি জানিলে ।

এই হেতুকে এতিয়া য়োচেফৰ মন সন্তুষ্ট হল; কিন্তু তেঁওৰ বাপেক আৰু সৰু ভাইটি বেনিয়ামিনক তেঁও পাহৰিব নোআৰিলে । তেঁওৰ মাক হলে বহু দিনৰ আগেএ মৰিল ।

য়োচেফলৈ কেনে অসন্তোসৰ আপদ এটা ঘটিল, তাক তোমোলাকে এতিয়া সুনিবা । পোতিফৰৰ তিৰোতা দুষ্ট আচিল । তাই য়োচেফক তেঁওৰ কাম আৰু ঘৰৰ পৰা গুচাবলৈ মতি কৰিলে; কিয়নো তাই কিমান দুষ্ট ইয়াকে য়োচেফে জানে; এই কাৰনে তাই য়োচেফক দেখিব নোআৰে ।

এই দুষ্ট তিৰিএ পোতিফৰক কলে, তোমাৰ দাস য়োচেফ, জাক তুমি বৰ ভাল বুলিচা, সি অতি দুষ্ট, আৰু তুমি জেতিয়া বাহিৰত থাকা, তেতিয়া অনুচিত আচৰন কৰে । জেতিয়া য়োচেফে কৰা বুলি বেয়া কথা তাই পোতিফৰত কলে, তেতিয়া পোতিফৰে তাইৰ কথাত বিশ্বাস ন কৰিবলৈ অগিয়ানি আচিল । তেঁও বৰ খঙ্গ কৰি কলে, য়োচেফক বন্দি সালত থোআ হব ।

এই নিমিত্তে কেতবিলাক মানুহে তেঁওক নি বন্দি সালত থলেগৈ । মোৰ প্ৰিয় লৰাবিলাক, তোমোলাকে কেতিয়াবা বন্দি সাললৈ গৈচিলা নে? এন্ধাৰৰ ঠাই, সৰু সৰু খিলিকি দুআৰ, আৰু খিলিকি দুআৰৰ আগত লোৰ দাঙ্গ আচে, আৰু দুআৰৰ সলখাও লোৰ ।

য়োচেফক বন্দি সালত থোআ হল, আৰু তাতে তেঁওৰ ভৰি ভাঙ্গৰ লোৰ সিকলিৰে বন্ধাত তেঁও দুখ পালে ।

সেই বন্দি সালতে অনেক অনেক মানুহো আচিল, সিবিলাকৰ মাজত অধিক ভাগে জগৰিয়া হৈচিল, কিন্তু য়োচেফে হলে একো বেয়া কৰম কৰা নাই । ইশ্বৰে য়োচেফক প্ৰেম কৰি বন্দি সালত থকাতো তেঁওক আনন্দিত কৰাব পাৰে ।

সেই বন্দি সালৰ চাবি ধৰা আৰু বন্দিয়াৰ, বোৰকো ৰখা কৰোঁতা এটা মানুহ আচিল । কেতিয়াবা বন্দি সালৰ ৰখিয়াবিলাক অতি নিৰ্দয়ালু হই, কিন্তু য়োচেফক প্ৰেম কৰিবলৈ ইশ্বৰে ৰখিয়াৰ মনত লগাই দিলে । য়োচেফৰ মুখ দেখিবলৈ বৰ সুন্দৰ, আৰু তেঁও ৰখিয়ালৈ ভাল আচৰন কৰি, তাৰ সকলো আগ্যা মানি থাকে ।

সেসত য়োচেফলৈ বন্দি সালৰ ৰখিয়াই তেঁওৰ ভৰিৰ পৰা সিকলি গুচাই বন্দি সালত ফুৰিবলৈ দিলে, আৰু তাত থকা আটাই বন্দিয়াৰবোৰক তেঁওৰ হাতত সোধাই দিলে । য়োচেফ বিশ্বাসি আৰু সুবুধিয়ক, ইয়াক ৰখিয়াই দেখিলে । তেঁও জি জি কৰিলে, ইশ্বৰ তেঁওৰ সহাই হৈ তাকে সিধি কৰিলে, আৰু ইশ্বৰেই য়োচেফৰ পৰম মিত্ৰ হৈ তেঁওক সান্তনা কৰিবৰ নিমিত্তে সদাই পৰ দি আচিল ।

ইশ্বৰে কোনোবা দিনা বন্দি সালৰ পৰা য়োচেফক মুকলি কৰিব বুলি তেঁও সদাই ভাৱনা কৰি থাকে । ৰু.

## গিয়ানৰ পহাৰ।

**The Merchandise of Wisdom.**

হে প্ৰিয় লৰাবিলাক, তোমোলাকে মুদৈৰ পহাৰ দেখিচা, আৰু ঘনে ঘনে তোমোলাকে ধন দি মুদৈৰ বস্তু কিনিচা। মুদৈবিলাকৰ পহাৰত অনেক বস্তু পোআ জাই, ধান, চাউল, মাটি মাহ, চেনি, লোন, সালধি, আদা, তেজপাট, এই সকলো বেচে। আৰু এইবিলাক বস্তু সিইঁতৰ পহাৰত ৰাখে, আৰু জি কোনো আহে, সিবিলাকক জুখি বেচে হই, কিন্তু ধন নো পোআকৈ কাকো একো নি দিএ। জিবিলাকৰ পৰা ধন পাই, সিবিলাক দুখিয়া, বা চহকি, সকলোকে সমানে জুখি বেচে। দেখা, বিদ্যাই এনে এক পহাৰ কৰিচে, তেঁও কিনি লোআ সকলো বস্তু আনবিলাকক বেচে। আৰু সকলোকে আপোনাৰ পহাৰলৈ মাতে, ৰজা আৰু প্ৰজা, ধনি আৰু দুখিয়া, এই সকলোকে মাতে; তেঁও কাকো আপোনাৰ পৰা নে খেদাই। আৰু কাৰো পৰা ধন পাবলৈ নো খোজে। কিয়নো তেঁওক মন দিলে, তেঁও আপুনাৰ সকলো বস্তু বিলাই দিএ, অধিক মন দিলে অধিক দিএ, অলপমান মন দিলে অলপ পোআ জাই। এই নিমিত্তে হে প্ৰিয় লৰাবিলাক, তোমোলাকে বিদ্যাত মন দিয়া, আৰু স্ৰম কৰি আপোন আপোন পাঠ পৰ্হা, তাতে তোমোলাকৰ কুসল হব, আৰু বিদ্যাই কি কি বস্তু বেচে, তাক কঁও সুনা। তাৰ পৰা নানা বিধ গিয়ান পোআ জাই।

১। ধৰম গিয়ান, অৰ্থাত পৰম ইশ্বৰ কেনে, আৰু তেঁওৰ কৰম কেনে, জগত সৃজা হোআ, মানুহবিলাকৰ পাপ পুন্য কৰা, স্বৰগ বা নৰক কেনে, এই সকল গিয়ান দিএ।

২। নিতি গিয়ান, অৰ্থাত মানুহলৈ কেনে কৰম কৰিলে পৰম ইশ্বৰ সন্তোস হই।

৩। জোতিস বিদ্যা, অৰ্থাত সুৰ্জ, চন্দ্ৰ, গ্ৰহ, আৰু তৰাবিলাকৰ বিসই।

৪। ভোগোল বিদ্যা, অৰ্থাত প্ৰিথিবিৰ ওপৰত থকা দেস, সাগৰ, পৰ্বত, নদি, এই সকলৰ বিবৰন।

৫। পুৰনি ইতিহাস, অৰ্থাত আগৰ কালৰ ৰজা আৰু ৰাৰ্জ্য, আৰু নগৰ, এই সকলোএ বুধ কৰাৰ বিবৰন।

৬। পদাৰ্থ বিদ্যা, অৰ্থাত প্ৰিথিবিত থকা বস্তু, আৰু আকাসত থকা বস্তু, এইবিলাকৰ ইটে সিটে বেলেগ হোআৰ স্বভাও।

৭। অঙ্ক বিদ্যা, অৰ্থাত গনিৰ পৰা জি বস্তু সকল তাৰ গুন।

৮। পস্বাবলি, অৰ্থাত পছু, পখি, আৰু মাচবিলাকৰ বিবৰন।

এই অলপমান গিয়ানৰ কথা তোমোলাকত কলোঁ, আৰু জি মোদৈৰ কথা তোমোলাকে সুনিলা, সেই ৰুপে গিয়ানৰ আৰ্হি তোমোলাকক দেখুআলো।

এই হেতুকে তোমোলাকে গিয়ান বিচাৰিলে তোমোলাকৰ পৰম সুখ হব। কি সুখ তোমোলাকৰ হব, তাক কঁও, সুনা। জেতিয়া তোমোলাকৰ মনত গিয়ান বাৰ্হি জাই, তেতিয়া তোমোলাকৰ পাপ পুন্য জানিব পাৰিবা। কোন জনে তোমোলাকৰ পাপ গুচাব পাৰে, তাক কঁও, সুনা; জি জনৰ কথা তোমোলাকে ধৰম সাস্ত্ৰত পৰ্হিচা, সেই জনে তোমোলাক আৰু আমাৰ সকলোৰে পাপ গুচাব পাৰে, সেই জন কোন? তাক তোমোলাকে জানিচা নে? সেই জন জগতৰ পাপ গুচাওতা, আমাৰ প্ৰভু য়িচু খ্ৰিষ্ট, জিজন সিঁওতা ইশ্বৰ, তেঁও আমাৰ পাপ গুচাই স্বৰগত ঠাই দিব পাৰে, এনে জনক তোমোলাকে সোন কালে বিচাৰা, তেহে তোমোলাকৰ অতি সুখ হব। অ. চ. ক.



## অনেক দেসৰ সম্বাদ ।

Journal of Events.

ডিচেম্বৰৰ ৩০ তাৰিখত মান দেসৰ দখিন ভোখৰ অৰ্থাত পেগু প্ৰদেসক গবৰ্নৰ জেনৰল লৰ্ড চাহাবে দখল কৰি সদাই ইঙ্গৰাজিৰ কৰতলিয়া হবলৈ আগ্যা দিলে । জি ভোখৰ এই ৰূপে মান ৰজাৰ পৰা ললে, সি প্ৰাই ৩,০০০ বৰ্গমাইল মাটি; তাৰ মাজত ঐৰাৱতি, ৰাচিন, চিতাঙ্গ, এই তিনি খন নদি বৈ গৈচে । ইয়াৰ মাজত অনেক ডাঙ্গৰ নগৰো আচে, বিসেস ৰাংগুন, ৰাচিন, পেগু, প্ৰোম, তাওঙ্গু, মেগাইন, বিলেঙ্গ, মাৰ্ত্তবান, এই সকলো আচে । আৰু সেই প্ৰদেসৰ ওপৰতে কাপ্তান ফেৰি চাহাবক কমিস্যনৰ বাবে অধিকাৰ পাতিলে ।

মান দেসৰ দখিন কালে ডকাইতৰ নিচিনা মানৰ সেনাই দেস ফুৰি ফুৰি বস্তু লুট কৰি ঘৰত জুই দি গচ আদি কাটি পেলাই, আৰু লৰা তিৰোতা সকলোকে কাটি গোটেই খন দেস নষ্ট কৰে । সিইঁতক নিবাৰন কৰিবৰ নিমিত্তে মিয়াতচা নামে এজন কাৰেন গামে ৭০০ মানুহক গোটাই ডকাইতবোৰক জুধ কৰি ৩৫ জনক ধৰি ৰাংগুনলৈ পঠালে । সেই ডকাইতৰ ওপৰত দুই সেনাপতি আচে, মিয়াতুন আৰু মেবান; মিয়াতুনৰ ৭,০০০ সেনা আচে; মেবানৰ ২,০০০ ।

জেনৰল গদৱিনৰ কৌজৰ দোআৰাই পেগু নগৰ মানৰ পৰা আকও কাঢ়ি নিয়া হৈচে; কিন্তু লওতে চিপাহি ২৬ জন পৰিল । পাচে তাক ৰাখিবৰ নিমিত্তে মেজৰ হিল চাহাব সেনাবিলাকে সৈতে তাতে থাকিল; কিন্তু সিবিলাক তাকৰ দেখি মানৰ ৭০০০ মান সেনাই সেই নগৰ বেৰি আকও জুধ ধৰিলে; এবেলি জেনৰল হিল চাহাবে সিইঁতক খেদালে, কিন্তু খাৰ গুলি তাকৰ হোআত ৰাংগুনলৈ বাত্ৰা পঠাই উপকাৰ খুজিলে । তাতে কমদোৰ চাহাবে ৬ খন নাও খাৰে সৈতে পঠাই দিলে, কিন্তু সেই নাওবোৰ পেগু নগৰৰ ওচৰ পালত খাপ দি থকা অনেক মানে অকস্মিতে সিবিলাকক গুলিয়াই ২৫ জন মানুহক গুলিয়ালে, সিবিলাকৰ ৫ জনৰ মৰা স পাই মানে মুৰ কাটি নিলে; পাচে সেনবিলাকে উভতি আহিল । আহোঁতে কমদোৰ চাহবে পঁচা আৰু ২০০ মানুহ ভাপ জাহাজে সৈতে জোআ দেখি সিবিলাকক বাত্ৰা দিলে, পাচে সকলোএ একে লগে উভতি আহিল । আৰু পেগুত থকা সকলোকে মানে কাটি পেলালে, মানুহৰ মাজত এনে কোআ কুই কৰি আচিল । পাচে জেনৰল গদৱিনে ১২ ডিচেম্বৰত ১৫০০ সেনা লগত লৈ আপুনি পেগুৰ কাললৈ গৈচিল; আৰু আন বাটে দি কৰ্নল স্তুৰ্ত চাহাবকে আদি কৰি ১২০০ সেনা সেনাপতি পঠালে ।

পাচে বাত্ৰা আহিচে, পেগুৰ পৰা মেজৰ হিল চাহাবে মানক খেদালে, আৰু আন ঠাইতো কৰ্নল স্তুৰ্ত চাহাবেও সিইঁতৰ এম্নথাক পৰাজই কৰিলে ।

প্ৰোম নগৰৰ পৰা ৩ ডিচেম্বৰলৈকে বাত্ৰা আহিচে । এজন কন্দকৰ চাহাবে মানৰ কৌঠক চাবলৈ গৈ গচত উঠিলত মানে দেখি তাক বেৰি ধৰিলে; পাচে সেই চাহাব সিইঁতৰ হাতত পৰি একো খোআ বস্তু নে পাই অনেক সাস্তি খাই মৰিল ।

ৰানাৰচ হিৰ্কৰ্দৰ সমাচাৰ পত্ৰত লিখিচে, মনিপুৰৰ জি জি বৰ লোকে মানে সৈতে আলচ কৰি কম্পানিৰ অহিতে দ্ৰোহ পাতিলে, সিইঁতক জুধ কৰিবলৈ স্তুঅৰ্ত চাহাবে চিলহটৰ কেতবিলাক চিপাহি আৰু কুকি লগা কেতবিলাকক লগত লৈ ৭ দিনৰ বাট গৈ মনিপুৰ নগৰ পালে । তাতে মনিপুৰৰ ৰজাই সাহ পাই জুহিয়াই সৈতে ৰন কৰিবলৈ জুধ ধৰি সকলোকে পৰাজই কৰি খেদালে, আৰু যাই জুহিয়া দুজন গামক ধৰিলে ।

ডিচেম্বৰ মাহৰ ২।৩ দিন জোআৰ পৰা কামৰূপ জিলাৰ গুআহাটি নগৰকে আদি কৰি সকলো গ্ৰামে গ্ৰামে বুৰা ডেকা লৰা তিনিও বিধ মানুহৰ দিনে ৰাতিএ গলা গোপা ৰবে, এই মান, আৰু চিংকৌ, ভোট আৰু

কলিতা, এইবিলাকে বন কৰি আচাম দেস লবলৈ আহি ওদাল গুৰিতে আছে, পুহৰ পুৰ্নিমাৰ দিনা জুধ হব; এই বুলি বহু বহু মানুহ ভাগি জাবলৈ ইচা কৰিছে, আৰু কেতবিলাক মানুহে অতি দুর্মুল্য কৰি নাও কিনি ঘাটত বান্ধি থৈছে, আৰু কোনোএ বস্তু নিবৰ নিমিত্তে কুলি ধৰিবলৈ চেষ্টা কৰিছে।

বৰ্তমান মাহৰ ৮ তাৰিখত ৰাতি গুআ-হাটি নগৰত থকা স্ৰিজুত বিচৰ চাহাবৰ বঙ্গলাৰ পোনে এই বন হাৰি আহিছে বুলি সুনি, বৰ ভই খাই খুকুৰলিয়া গাঁৱৰ মানুহবিলাকে লবাৰ পৰা বুৰালৈকে আৰু কাপৰ কানিৰ টোপোলা বান্ধি লৈ লৰা লৰিকৈ নাৱত ভৰা দি ভটিয়াই গৈ উমানন্দৰ পোনে বাদ্দিতে বল। আৰু জাৰ নাও নাই কিয়া, সিইতে একো উপাই নে পাই পৰ্বতৰ মাজত সোমাই থাকিল। পাচে ৰাতি পুআ চাই একো নে দেখি বিস্মই মানি সেই ঠাইৰ পৰা আপোন ঘৰলৈ উভতি আহিল। পাচে সেই সময়ত বুৰি তিৰোতা মানুহ এজনিএ সেই বাত্ৰা পাই এন্ধাৰত ঘৰকৈ খোজ কাৰ্হোতে পিচলি পৰি কঁকালটি ভাগিল।

জি ভোটিয়া লোকে বন কৰিবলৈ আহিছে, সিইতৰ এজন খেহ্ বা তাতাৰ সেনাপতি আছে বুলি কই, আৰু গুআহাটিৰ পৰা সুনিচোঁ, সিবি-লাকৰ সেনাবোৰ বৰ দিঘল মানুহ, ৬ হাত ওখ, আৰু সিইতৰ গোটেই গা লোৰ জাখৰেৰে ঢকা হৈছে। কিন্তু সেই কথা সঁচা নে মিচা আমি কব নোআৰোঁ; আৰু সেসত সুনিচোঁ, জি ফৌজ আহিল, সিইতৰ মাজত মাউৰ লাগি কিছু মানুহ মৰিল, পাচে সকলোৰে ভই লাগি ভাগি গুচি গল।

গত নৱেম্বৰ মাহৰ ৩০ দিনৰ মঙ্গল বাৰৰ ৰাতি পুঅঁতি নিসা গুআহাটি নগৰত থকা বৰ ফুকনৰ বৰ পুত্ৰৰ তিৰোতাই আপোনাৰ মাৰু বাপেকত আৰু স্বামিত বেজাৰ পাই দুই বচৰিয়া সুন্দৰ লৰা এটি এৰি উক্ত নগৰ নিবাসি এজন মচলমানৰ ঘৰ সোমাই তত থনতে মচলমানৰ ভাত খালে। আৰু নগৰত দুই জনি বান্দি গৈছিল, সেই বান্দিএ ভাত নে খাও বোলাত বলেৰে ধৰি নি ভাত খুআলে। সেই বিসয়ে নগৰত নিয়া স্বামিএকৰ বস্তু অৰ্থাত অলঙ্কাৰ আৰু মানুহ তিনি জনিৰ ৬,০০০ চই হেজাৰ মান ৰুপৰ ফৌজদাৰিত গোচৰ কৰিছে। পাচে জি হই, সম্বাদ লিখিম।

ডিচেম্বৰৰ ২ তাৰিখে কামৰুপ জিলাৰ অন্তৰ্গত ৰহৰা মৌজাত চাৰি জন চাহাৰ থাকোঁতে ৰাতি এটা বৰ সাহিয়াল বাঘ পৰ্বতৰ পৰা আহি কাপৰৰ ঘৰৰ ওচৰে দিঁ গৈ গাঁৱৰ এটা মানুহ বাহিৰলৈ ওলোআত তাক ধৰি পৰ্বতলৈ নিলে। পাচে ৰাতি পুআ তাৰ তিৰোতাই মোৰ স্বামি কলৈ গল, কি হল, এনে ভাবি বিআকুল হৈ বিচাৰি বিচাৰি, পাচে এজোপা গচৰ তলত তাৰ কাপৰ তেজেৰে ৰঙা হোআ পালে। পাচে চাহাবে স বিচাৰিবলৈ হাতি পঠালে, তাতে বাঘে মানুহ টনাৰ চিনে দি গৈ নদিৰ পাৰ হৈ জতে বাঘে মানুহ সুমালে, তাতে হাবিত তেজ লগা দেখিলে।

ডিচেম্বৰ মাহৰ ৭ তাৰিখত উত্তৰ গুআ-হাটিৰ ৰজা দুআৰ নামে এখন গাঁৱত আন্দাজ ৯। ১০ ঘণ্টাৰ সময়ত অকস্মিতে জুই লাগি ১২। ১৩ টা মান ঘৰ পোৰাত সেই ঘৰ-বিলাকৰ মাজত ৮। ৯ টা মান বৰ পেৰা অনেক বস্তুএ সৈতে উমিয়াৰ নোঅৰাত হানি হল; কিন্তু প্ৰতি পেৰাতে আন্দাজ ৩০০। ৪০০ টকাৰ বস্তু, অলঙ্কাৰ আদি সৈতে নষ্ট হোআত সেই লোক সকলে হাহাকাৰ কৰি কান্দিবলৈ ধৰিলে।

বাঘে বৰাই লগে চৰে,
লগ পালে কেৰে নেৰে।

ইয়াৰ অৰ্থ এই। পৰম ঈশ্বৰে মহ, বাঘ, ভালুক, সাপ, চেলা, আদি কৰি ভালেমান হিংসা কৰা জন্তুবিলাকক সৃজিলে, সিইতক জদি দুখ দিএ, অৱস্যে দুখৰ প্ৰতিফল পাব, কিন্তু আগেএ হিংসা ন কৰিলে, সিইতৰ পৰা প্ৰাই কেতিয়াও হিংসা কৰা ন হব।

ফ্ৰাঞ্চ আৰু ইঙ্গলণ্ডৰ মাজত সাগৰৰ পানিৰ তলে ইলেকৃত্ৰিক টেলেগ্ৰাফ জন্ত্ৰেৰে জি ডাক অলপমান জোআতে গুনা চিগি গল, তাক নকৈ আঁওভাই ভাল কৰি এতিয়া তাৰে ডাক চলাইচে ।

আমেৰিকা দেসৰ প্ৰধান ৰাজ মন্ত্ৰি দানিএল ওএবষ্টৰ চাহাব ২৪ অক্তোবৰত আপোনাৰ ঘৰত মিৃত্যু হল ।

২ নৱেম্বৰ তাৰিখত লণ্ডন নগৰত পহু গৰালৰ ৰখিয়াই ফটিকা খাই প্ৰায়ে বলিয়া হৈ ফেঁটি গোম সাপে সৈতে খেমালি কৰোঁতে সাপে ফেঁট তুলি তাৰ নাকতে খোঁট মাৰিলে । ভালেমান তেজ বৈ গৈ মানুহো মৰিল ।

লিবৰপুল নগৰৰ একন বৰ লোকৰ নাক চিগিলত পাচে এদিন মগনিয়াৰ একনি বুঢ়ি তিৰোতাই বুলিলে, হে দেও, আপোনাৰ চকু ইস্বৰে ৰখ্যা কৰোক; এই দৰে দুই তিনি বাৰ কোআত তেঁও বেজাৰ পাই সুধিলে, কি কাৰনে এই দৰে কৈচ? মোৰ চকু ভালে আচে, গুচিবৰ একো সংসই নাই । তাতে তাই বুলিলে, তেও জদি গুচে, বিত চকু থবৰ ঠাই নাই ।

নুয়ৰ্ক নগৰত মহা দৰ্সনৰ এটা আৰ্চিৰ ৮ কুনিয়া ঘৰ সাজিবলৈ উপাই কৰিচে । প্ৰথম মেই তাৰিখত ঘৰ তৈয়াৰি কৰি এঁটাৰ বুলি কৈচে । তাৰ মাজ ভোখৰ ঘুৰনিয়া ৬৭ হাত বহলে হব; ওখই ৯৯ হাত; তাৰ ওপৰ ভোখৰ পেৰেঙ্গনিৰ নিচিনা চাই ঠেঙ্গিয়া গুন মাৰিব দৰে; ঠেঙ্গে পতি দিঘলে ৯৯ হাত । সেই ঘৰ ৩। পুৰা মাটি ঢাকিব ।

মাৰ্গৰেট নামে এখন জাহাজ সাগৰত জাঁওতে এটা খৰগিয়া মাচে তাক লগ পাই তিমি মাচ বা আন সত্ৰু জেন বুজি, তাক ৰৰকৈ গৈ খোচাত তাৰ খৰগ কাঠৰ ভিতৰত এবেগত সোমাই চিগি বল, তেও সি খুঁচি খুঁচি থাকি জুধ নেৰিলে । সেই জাহাজ বাতিবৰ নিমিত্তে বম্বাই নগৰলৈ আনিলে ।

১৮৪৮ সঁকত চান ফ্ৰাঞ্চিস্কো নগৰত খেহ লোকৰ মতা মাইকি এহাল মাখোন আচিল; ১৮৪৯ সঁকত ৮০০ মুনিহ ২ জনি তিৰোতা; ১৮৫০ সঁকত মুনিহ ৪০০০ মান, তিৰোতা ৭ জনি; ১৮৫১ সঁকত ৭,৫০০ মুনিহ আচিল; ১৮৫২ সঁকৰ আগষ্ট মাহত ২৭,০৫৮ মুনিহ আৰু ২০ জনি তিৰোতা আচিল; এই দৰে বচৰে বচৰে ক্ৰমে গৈ থাকে ।

সত্ৰুৰপি গুনাবাচ্চ্যা,
দোষাবাচ্চ্যা গুৰোৰপি;

অৰ্থাত গুৰুৰো দোস কব, আৰু সত্ৰুৰো গুন কব । ॥

---

## ফেবৰুআৰি, অৰ্থাত ফাগুনৰ পঞ্জিকা ।

Almanac for February, A. D. 1853. Sal. Sac 1774.

| ফেব্ৰুআৰি | মাঘ | বাৰ | তিথি | দিনমান | ফেব্ৰুআৰি | ফাগুন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৩ | ২৩ | ১০।৪৮ | ১৫ | ৫ | ৩ | ৭ | ১১।৭ |
| ২ | ২১ | ৪ | ২৪ | ১০।৪৯ | ১৬ | ৬ | ৪ | ৮ | ১১।৮ |
| ৩ | ২২ | ৫ | ২৫ | ১০।৫০ | ১৭ | ৭ | ৫ | ৯ | ১১।১০ |
| ৪ | ২৩ | ৬ | ২৬ | ১০।৫১ | ১৮ | ৮ | ৬ | ১০ | ১১।১১ |
| ৫ | ২৪ | ৭ | ২৭ | ১০।৫৩ | ১৯ | ৯ | ৭ | ১১ | ১১।১২ |
| ৬ | ২৫ | ১ | ২৮ | ১০।৫৪ | ২০ | ১০ | ১ | ১২ | ১১।১৪ |
| ৭ | ২৬ | ২ | ২৯ | ১০।৫৬ | ২১ | ১১ | ২ | ১৩ | ১১।১৫ |
| ৮ | ২৭ | ৩ | ৩০ | ১০।৫৮ | ২২ | ১২ | ৩ | ১৪ | ১১।১৭ |
| ৯ | ২৮ | ৪ | ১ | ১০।০ | ২৩ | ১৩ | ৪ | ১৫ | ১১।১৮ |
| ১০ | ২৯ | ৫ | ২ | ১০।১ | ২৪ | ১৪ | ৫ | ১৬ | ১১।১৯ |
| ১১ | ১ | ৬ | ৩ | ১১।২ | ২৫ | ১৫ | ৬ | ১৭ | ১১।২১ |
| ১২ | ২ | ৭ | ৪ | ১১।৪ | ২৬ | ১৬ | ৭ | ১৮ | ১১।২২ |
| ১৩ | ৩ | ১ | ৫ | ১১।৫ | ২৭ | ১৭ | ১ | ১৯ | ১১।২৪ |
| ১৪ | ৪ | ২ | ৬ | ১১।৬ | ২৮ | ১৮ | ২ | ২০ | ১১।২৬ |

এই অৰুনোদই গিয়ান ভণ্ডাৰ সোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপাখানাতে চাপা কৰা হৈচে । আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ টকহা ।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৮ বচৰ। মোং সিৱসাগৰ, জানুআৰি, ১৮৫৩। নম্বৰ ১।

VOL. VIII. SIBSAGOR· JANUARY, 1853. NO. I.


## নকৈ লোআ পেগু দেস।

**The new Possessions in Burmah.**

কম্পানিএ লোআ পেগু অতি পুৰনি দেস, আগেযে বৰ পৰাক্ৰমি আচিল। সিবিলাক মানৰ পৰা বেলেগ জাতি, আৰু ভাসাও বেলেগ। তাৰ পুবে স্যাম দেস, পচিমে মগ, উত্তৰে মান, দখিনে হিন্দু সাগৰ। ১৭৫৭ সঁকত আলমপৰা নামে পৰাক্ৰমি এজন মান ৰজাই সেই দেসক আক্ৰমন কৰি ৰাজ ধানি পেগু নগৰক নষ্ট কৰিলে। সেই নগৰৰ নিবাসি লোক ১,৫০,০০০ মানুহ আচিল। সেই নগৰৰ দু ভাগ আচিল; পুৰনি ভাগত বজাৰ আদি খেৰ টকৌ পাতেৰে চোআ ঘৰ আচিল, আৰু ভাগ নতুন নগৰ বোলে, তাত ৰজা আৰু মন্ত্ৰি লোকৰ ঘৰ।

তাৰ চাৰিও কালে সিলৰ গৰ আৰু খাৰৈ আচিল। মানুহে পাৰ হব নোআৰাকৈ সেই খাৰৈত ঘৰিয়াল পোহে। আৰু তাৰ পাচ খন



Picture of a Burman Kyoung or Monastery.

সিলৰ দুআৰ আচিল; দুআৰৰ ওচৰত সোনেৰে ৰঙ্কোআ অঙ্গ দলবিলাকত অনেক ৰখিয়া থাকে। নতুন নগৰৰ মাজ ভোখৰত ৰজাৰ ঘৰ অতি সুন্দৰ ৰূপে সজা হৈচিল। আৰু জেতিয়া আলমপৰাই নগৰ খন নষ্ট কৰিলে, তেতিয়া মন্দিৰবিলাকক ৰাখিলে; সেই মন্দিৰৰ মাজত উত্তমটক স্বেমাদু বোলে; এতিয়াও ন ভগাকৈ তেনেই আচে। পোৰোহিতে বোলে, সি ২০০০ বচৰৰ পুৰনি। সেই মঠ দুখাপ দেলানৰ ওপৰত সজা হৈচে; মঠ গোটা, ফোকোলা ন হই। তলৰ দেলান দিঘে পখালিএ ৯২৭ হাত বহল, তাৰ ওখ ৭ হাত। দুতিয় দেলান ৪৫৬ হাত বহল; তাৰ ওখ ১৪ হাত। মঠ হলে ৮ কুনিয়া, গুৰিৰ মেৰ ৮৬৪ হাত। আটাইৰে ওপৰত এখান সোনৰ চত্ৰ, তাৰ মেৰ ৩৭ হাত, মাটিৰ পৰা ২৪০ হাত ওখ। চত্ৰৰ তলত জি অনেক ঘণ্টা অৰা হৈচে, সি বায়ুৰ দোআৰাই বাজি থাকে। দেলানৰ চাৰি চুকত ভাঙ্গৰ মঠৰ নকচাৰে চাইটা সৰু মঠ আচে। জখলাৰ চাৰিও ফালে বোধৰ মুৰ্ত্তি অসংখ্য আচে।

প্ৰাই সকলো পকি দুআৰৰ দুই ফালে সিংহতে দুঅৰিৰ নিচিনা ৰাখ্যসৰ মুৰ্ত্তি সাজি থই, সেই মুৰ্ত্তিৰ নকচা ইয়াত লিখা আচে।



সি পিঠিত সত্ৰৰ উদাহিন থকা নাম ঘৰ লিখা আচে; ওপৰত সুন্দৰ ৰূপে কাঠত মুৰ্ত্তি কাটি লগাই দিএ। চাৰিও পোনে সিঙ্গ কলচি আদিৰে সজা হৈচে।

আগ্যা দিবৰ নিমিত্তে অধিকাৰে আলি বাটত কাঁহ মাৰিবলৈ মানুহক পঠাই দিএ। আমি এবেলি প্ৰোম নগৰত সাত্ৰ বিলাই দিঁওতে কোনো মানুহে জেন তাক ন লই, সেই আগ্যা নগৰৰ গৰাকিএ কাঁহ বজাৰ দোআৰাই নিবাসিৰ মাজত চলালে। পাচে উভতি আহোঁতে এটা মানুহে সাত্ৰ দাৰে ডোখৰ ডোখৰকৈ কাটি বাটত পেলাই থোআ আমি দেখিলোঁ।



মুৰত কলহ লোআ মান তিৰোতাৰ নকচা।



পেগু দেসৰ লোকে এতিয়া মানৰ হাত সাৰি ৰব সন্তোস পাই, কম্পানিলৈ প্ৰাই সকলোৰে ইচা আচে। ॥



## ৰঙ্গপুৰ নগৰৰ বৰ্নন ।

Poetical Description of Rongpur.

সবাৰো আগত মই কৰোঁ নিবেদন,
নিন্দা ন কৰিবা সুনি মোহোৰ বচন;
মন দিয়া সুনা সবে বচন আমাৰ,
ৰংপুৰ নগৰ কথা কৰিবো প্ৰচাৰ ।
ওপৰৰ পৰা আহি আচাম নৃপবৰ,
সি সবেও ভাল মতে সাজিলন্ত ঘৰ;
ৰংপুৰ নামে আচে নগৰ বিচক্ষন,
জাত প্ৰজাগনে থানি পাইচে বহু ধন ।
কি কৰিবো আমি সবে তাহাৰ বৰ্নন,
বৰ বৰ পকি ঘৰ কৰিলে নিৰ্মান;
ৰজাৰ নিবাস ঘৰ অতি বিচক্ষন,
তাহাৰ ভিতৰে সুনি মেঘৰ গৰ্জন ।
তলা তল ঘৰ সিতো অতি ভয়ঙ্কৰ
দেখিলে মাত্ৰকে মন মোহই নৰৰ;
তাহাৰ ভিতৰে দেখি বৰ অন্ধিয়াৰি,
পসিলে তাহাত জানা ওলাব নোআৰি ।
এতিয়া হৈলন্ত তাত বহুত জংঘল,
তথাপিতো চালে চকু কৰে জল মল ।
আৰু এক গোটা আচে ৰঙ্গ ঘৰ নামে
তাত ৰঙ্গ কৰে পাত্ৰ মন্ত্ৰি ৰজা সমে;
তাৰ মাজে কোঠা কোঠা দেখিতে সুন্দৰ,
সি কাৰনে তাৰ নাম বোলে ৰঙ্গ ঘৰ ।
এক গোট দল আচে দেখিতে সুন্দৰ,
দুৰ হন্তে দেখি তাক অতি ভয়ঙ্কৰ;
তাহাৰ ৰূপৰ আৰু নাহিকে উপমা,
ৰজা সমনিতে তাত খেলই ফাকুআ ।
আৰু পকি ঘৰ দল আচই জতেক,
আমি মুৰ্খে তাৰ কথা কহিবো কতেক ।
আচাম ৰজাই তাক নগৰ বোলই,
সি সবক ইংৰাজিএ জিলা নাম কই ।

আৰু কিচু কহোঁ মই জিলা বিবৰন,
অল্প মন দিয়া সুনা তাহাৰ বৰ্নন ।
তথাতে আচই এক দল বিচক্ষন,
দুৰ হৈতে দেখি জেন পৰ্বত সমান ।
এক সত হস্ত মানে উন্নিত হৱই,
সোনাৰ কলচি এক ওপৰে আচই;
এক প্ৰহৰৰ পৰা তাক দেখা জাই,
জল মল কৰি সিতো কলচি জলই ।
সিৱ নামে এক মুৰ্তি তাহাৰ ভিতৰে,
ব্ৰাহ্মন সকলে তাত নিতে পুজা কৰে ।
তাহাৰ বাৰত মুৰ্তি আচই বিস্তৰ,
হাত ভৰি নাক কান দেখিতে সুন্দৰ ।
তাৰ পুবে আচে এক বিষ্ণুৰ মন্দিৰ,
পচিমতো দেবি দল দেখিতে সুন্দৰ ।
পুখুৰি আচই তাত বিস্তৰ বহল,
তাহাৰ চাৰিও পাৰে সাজে বহু ঘৰ ।
তাৰ মাজে ৰাজ হংস বহুত চৰই,
দেখিলে সবাৰো মনে সন্তোস মিলই ।
পুবৰ পাৰত তাৰ পল্টন আচই,
দখিনে পচিমে চাহাবানে ঘৰ লই;
সি সব ঘৰক জিতো কৰিলে নিৰ্মান,
বৰ বুধিমন্ত সিতো ইংৰাজি সমান ।
খেলত চেটিয়া মই আহোম কুলত
সততে বসতি কৰোঁ সিৱসাগৰত;
মই অল্প মতি দোস কৰিও মৰ্সন,
দয়াৰামে পদ ৰচি কৰোঁ নিবেদন ।



Coin of Queen Promotheswori, A. D. 1737.

## পাৰ্চি ৰজা আৰু বন্দি ।

**The King of Persia and his Slave.**

প্ৰুচিয়া দেসৰ ফ্ৰেদৰিক নামে পাচত স্বৰ্গি হোআ ৰজাই এক দিনত টেকেলা মাতিবলৈ ঘণ্টা মাৰিলে; সি অহা নাই দেখি দুআৰ আপুনি মেলি টেকেলা সজ্যাতে সুই থকা পালে। তাতে ৰজা বেজাৰ পাই, জগাব খোজাতে এটা নুৰিওয়া পত্ৰ তাৰ জোলোঙ্গাত দেখি, তাতে জি লিখা আচে, তাক চাবলৈ উচাহ মন হৈ উলিয়াই পাৰ্হিলে । সেই পত্ৰত এনে কথা বুজাইচে, আপোনাৰ মাকলৈ খাটনি ধন এক ভাগ পঠালত তাই বৰ উপকাৰ জেন জানি ইয়াকে জনাবলৈ আৰু পৰম ইশ্বৰে পুত্ৰক আপোনাৰ মাকলৈ জি মৰম কৰিলে, তাৰ প্ৰতিফল আসিৰ্বাদ ৰুপে জেন দিব, এনে প্ৰাৰ্থনা পুত্ৰলৈ জনাবলৈ পত্ৰ লিখি পঠালে । তাতে ৰজা বৰ সন্তুষ্ট হৈ মনে মনে ভিতৰলৈ গৈ এক স টকা মান ধন আনি পত্ৰত খাম মাৰি জোলোঙ্গাত উভোতাই থলে; পাচে গুচি আহি দুআৰ জপাই ঘণ্টা আৰি টানকৈ মাৰিলে । তাতে টেকেলাই সাৰ পাই দুআৰ মেলি ভিতৰলৈ গৈ ৰজাৰ আগত থিয় হৈ থাকিল; তাতে ৰজা মাত লগাই কলে, তই টোপনিতে আচিলি । এনে কথা সুনি সি ভই কৰি বিয়াকুল হৈ আঁসোআহ কৰ খোজাতে অকস্মিতে হাত জোলোঙ্গাত সুমুআই ধন উলিয়ালে। তাতে বৰ বিস্মই মানি ভয়েৰে কলা হৈ ৰজালৈ চকু থিৰকৈ চাই থাকি এটা কথা কবৰ সক্তি নাই কিয়াত ৰবকৈ ক্ৰন্দন কৰিলে । ৰজাই বোলে, তোৰ কি হল, কেলেই কান্দিচ? টেকেলাই ৰজাৰ ভৰিত আপোনাক পেলাই বোলে, হাঁই হাঁই, মোৰ প্ৰভু, কোনোবাই মোক বিনাস কৰিব খোজে । এই ধন কৰ পৰা হল, বা মোৰ জোলোঙ্গাত কোনে থলে, মই কব নোআৰোঁ । ৰজাই উতৰ দি কলে, জি পৰম ইশ্বৰে দান কৰিচে, তাকে সপোনতে দিচে; এই ধন তোৰ মাৰলৈ পঠাবি; আৰু তাইক মোৰ নামেৰে নমস্কাৰ কৰি বুলিবি, জিবত মৰনলৈকে তাই আৰু তোক দুয়োকো মই প্ৰতিপালন কৰিম; এই কথা তোৰ মাৰলৈ পঠাবি ।

## এটা কপৌ আৰু মৌ মাখি ।

**Fable of the Dove and Bee**

এটা মৌ মাখি অতি পিয়াহেৰে তত নাই কিয়াকৈ এখান নৈৰ পানি খাবলৈ গৈ পানিৰ মাজতে পৰিলে; আৰু পানিৰ বৰ সোঁত আচিল, সেই নৈৰ সোঁতত উটি গল । ইতি মধ্যে এটা কুপৌ চৰায়ে মৌ মাখিকে আপদত পৰা দেখি, নৈৰ কোখৰতে এজোপা গচ আচিলে, তাৰ ডাল পানিলৈ নমাই দিলে, সেই ডাল গাত লগাতে মৌ মাখিএ সেই কুপৌ চৰাইৰ দোআৰাই প্ৰান ৰখ্যা পালে । কিচু মান দিনৰ পাচতে কপৌ চৰাই এটা বিয়াধৰ জালতে পৰিল, আৰু বিয়াধে জাল জৰি টানিচে, এনে কালতে মৌ মাখিএ দেখিলে, তাক ৰখা কুপৌ আপদত পৰি আচে; তাতে তেতিখনে বিয়াধক হুলেৰে বিন্ধিলে । বিয়াধে হুলে ফুটাতে তাৰ বিসে বৰ পিৰা পাই, জাল জৰি এৰি দিলে, আৰু কুপোএ ৰখ্যা পালে ।

### ইয়াৰ অৰ্থ এই ।

পৰৰ উপকাৰ কৰাত আপোনাৰ কুসল সঁচা হই; এতেকে সৰু বৰ সবাৰে জাৰ জি কৰিলে হিত হই, সেই মতে উপকাৰ কৰা মনুস্যৰ আৱস্যক ।



## তিৰ্থৰ জাত্ৰা ।

**Wanderings of a Pilgrim—Concluded.**

৯ আধ্যা ।

দ্বাৰিকাৰ বিৱৰন ।

পৱাৰ ।

সাগৰ মাজত তিৰ্থ আচন্ত দ্বাৰিকা,
ক্রিষ্ণ মূৰ্ত্তি সমে তাত লগত ৰাধিকা;
মহা ভাৰতত তাৰ আচই কাহিনি,
ক্রিড়িলন্ত ক্রিষ্ণে লৈই সোলে স গোপিনি,
সত্য ভ্রামা আদি কৰি ক্রিষ্ণৰ ৰমনি
বসুদেৱ পিতা আৰু দৈৱকি জননি ।
অসম্ভৱ কথা সব ন হৈ সত্য বানি,
সাখ্যাতে দেখিলোঁ মই নয়নে আপুনি ।
পূৰ্ব্ব কালে এই কথা লিখে মুনিগন,
মই জি দেখিলোঁ তাৰ সুনা বিৱৰন ।
ইটাৰে সাজিচে গৰ অতি বিচখ্যন,
নগৰে কৰিচে তাৰ দেখোঁতে সোভন ।
জাহাজত চৰি জাই লোক নানা বৰ্ন,
মন্দিৰ ওপৰে দেখি কলচি সুবৰ্ন ।
নানা বাদ্য বাই তাত অতি চমতকাৰ,
তাক সুনি সঙ্কা লাগে সন্যাসি সবাৰ ।
দিৰ্ঘ ফোট মাথে জঁট সন্যাসি ৰামাত
হেজাৰে হেজাৰে জাই লোক অসংখ্যাত ।
মহা ৰঙ্গে গৈই প্রবেসিলোঁ নগৰত
সেই বেলা কুঞ্জ বাসি হল্হি উপগত,
বয়সত ত্রিচ মান আন্দাজে হোৱই,
মুখে ৰাম নাম সিতো সততে ৰবই ।
নাৰি হই তাৰা সব জাতিত বৈষ্ণৱ,
গলত কাঠৰ মালা, মুখে কৰে স্তৱ;
গোবিন্দ গোপাল ৰাম স্রি মধু সুদন,
নৱঘন স্যাম ৰূপ দৈৱকি নন্দন;
হাঁ ক্রিষ্ণ কমলাকান্ত অগতিৰ গতি,
মদন মোহন কানু সত্য ভ্রামা পতি ।
এহি সব নাম লৈ ডাকে ঘনে ঘন,
কপটি কপট কৰে লাভৰ কাৰন ।
ব্রিন্দাবনে জেই ৰূপে কৰে ব্যৱহাৰ,
সেহি মতে ইখানতো চৰিত্র সবাৰ ।
হাঁসিয়া হাঁসিয়া আহি কৰে প্রবোধন,
গোঁসাই গোঁসাই বুলি নমো নাৰায়ন ।
অনন্তৰে সব কথা কৰিলে জিগ্যাস,
কৈৰ পৰা আহি আচা, কোন খানে ৰাস?
নিজ বিৱৰন কথা সোধে হাঁসি হাঁসি,
ধনৰ আসাতে মধু বচনে আশ্বাসি ।
চই টকা মাত্র দিলে কৰাবো দৰ্সন,
বাহুত দিয়াবো চাব অতি সুসুভন ।
তিৰ্থত জানিবা এহি সব মহা ধৰ্ম,
বৈকুণ্ঠক জোআ জদি কৰা এহি কৰ্ম ।
সুনি এনে বাক্য মোৰ জন্মিল বিস্মই,
তিৰ্থ খানে আহিবৰ এহি ফল হই ।
জেই মতে দেখি আচোঁ, সুনা বিৱৰন,
মনত স্মৰিলে হই সৰিল কম্পন ।
তিনি খানে তিনি অগ্নি কুণ্ড আচে জালি,
তাহাৰ ওচৰে জত পচিমা বঙ্গালি,
সোনাৰ মোহৰ এক অগ্নিত জলাই
জাত্রিৰ বাহুত দিএ তাহাক লগাই;
পাঁচ কিবা নৱ নতু দ্বাদস মাখোন
তাত পৰে বৰ্হা টুতা ন হৈ সৰ্বখ্যন ।
এহি মতে জাত্রিগন কৰে বাহু দগ্ধ,
তাক দেখি মনে ভই লাগিল প্রবন্ধ ।
ভয়ত সৰিল কঁপে তথাপি নেৰ্‌ই,
এহি মতে এধা পোৰা বলেৰে কৰই ।
হাতে পাৱে জৰিএৰে বান্ধে টান কৰি,
আৰু চাৰি পাঁচ চাৰ দিএ সিদ্ধে ধৰি ।
তাহাৰ তাপত সৰে কৰে চট ফট,
তথাপিতো নেৰে চাৰ দিএ পটা পট ।
নিশ্বাস নিৰোধ হৈই বৰ দুখ পাই,
কেৰে বোলে, বাপ মোৰ প্রান মৰি জাই ;
মিনতি বচন বোলে এবাৰ হেতুৰে,
মহা ক্রোধে চাপাদাৰে মুখে লাতি মাৰে,
ক্রন্দন কৰিলে গালে মুখে মাৰে চৰ,
অগ্নিৰ তাপত গাৱ কৰে থৰ কৰ ।
আধা পোৰা কৰি তাসম্বাক দিএ এৰি,
মৰিলোঁ বুলি পৰই মাটিত বাগৰি,
মহা দুখে ফুৰে সৰে নিশ্বাস ফুকাৰি,
তাক দেখি ভয়ে মোৰ প্রান গৈল উৰি ।
এহি মতে মনে গুনি কৰিলোঁহো সাৰ,
আধা পোৰা হলে ন খণ্ডিব পাপ তাৰ;
মিচাতে ভাবনা কৰি ইখানে আহিলোঁ,

বাহুত এহি কাৰনে চাৰ ন লগালোঁ।
জি হেতুক চাৰ ললে বৰ দুখ হব,
ধিকাৰ কৰিলে মোক কদাচো নেৰিব।
এহি হেতু সেই কাৰ্জে কৰিলোঁ বিমুখ,
চাৰ লোআ সন্যাসিৰ দেখি বহু দুখ।
কাৰো ঘাৱে লাগে পোক গেলি পচি জাই,
পাপ খেমা হওক চাৰি এহি ফল পাই;
ঘাৱৰ দুৰ্গন্ধে তাক কেৱে নেদে থান,
সেহি জন সঙ্গে কোনো ম কই কথন।
নোআৰে মাগিব ভিখ্যা গ্রিহস্থৰ ঘৰে,
ভিখ্যা দিব চাৰি তাক দুৰ দুৰ কৰে।
আহাৰৰ হেতু তাৰ সৰিল সুকাই,
সেহি থান এৰি অন্য দেসে গুচি জাই,
অনাহাৰে তাসম্বাৰ প্রান মৰি জাই,
সগুনে স্রিগালে তাসম্বাৰ মাংস খাই।
এহি ৰুপে হিন্দু লোকে কৰে জত স্রম,
অল্প মাত্র লিখি আচোঁ তাসাত অচম।

দুলৰি।

দেখি এহি বিভি চিন্তা ভৈল অতি
বাহুত নি দিলোঁ চাপ,
এবে জাত্রি দুখে বাক্য নাহি মুখে
মনত জন্মে সন্তাপ।
বুজি বন্ধুগন ধৰ্ম্ম সৰ্বপ্রধান
কৰাহা তাৰ বিচাৰ,
তাজি বহু ধন জাচি নিজ প্রান
তির্থ থানে এহি সাৰ।
হাই, হাই, হাই, এবে অভিপ্রাই
মিচাতে মনৰ ভ্রান্তি,
আচোক তৰিব, নৰকে পৰিব,
পাপৰো ন হব সান্তি।
অন বস্ত্র জত দি আচে সাধ্যাত
ইস্বৰে কৰি পালন,
এহি অভিপ্রাই সুনা বন্ধু ভাই,
ইস্বৰতে ভজা মন।
চাউল, চেনি, কলা, কিবা ফুল মালা,
আৰু দধি দুগ্ধ হই,
ইসব দ্রব্যত হোম জাগ্য জত
ইস্বৰে তাক নে চাই।
সৰিলৰ দুখ অসেস বিসেস,
তাহাতো ন হই ইষ্ট,
মনুস্যৰ মন হলে পালটন
তাতেহে ইস্বৰ তুষ্ট।
আৰু বাৰ সুন, মোৰ নিবেদন,
বিনই কৰা গ্রহন,
এৰি পাপ মতি বিস্বাসতে মতি
য়িচু চৰনে দি মন।
তেঁও আত্মা ৰুপি জগতে বিয়াপি
আচে অন্তৰ্জামি হৈই,
জেনুআ উচিত তাই সেই মত
ভজিও বিস্বাসি হৈই।
সৰ্ব থান মাজে য়িচু খ্রিষ্ট বাজে
আন পৰে নাহি কোন,
আত্মা ৰুপ ভেসি তেঁৱে থাকে দেখি
নিত্যানন্দ নিৰঞ্জন।
কাৱ বাক্য মনে প্রভুৰ চৰনে
মহা প্রেম ভক্তি ভাৱে,
য়িচুত ভজিলে, মন পালটালে,
অনায়াসে মুক্তি পাৱে।
য়িচু দায়ামই নিস্তাৰ কৰই
দোৰ্জোৰ পাপক জিনি,
তেঁওত বিস্বাস কৰা অহনিস
বুজিয়া সাস্ত্রৰ বানি।
নাহি অন্য আৰ পাপৰ উধাৰ
আমাক কৰিব ত্রান,
পাপি লোক হেতু জগতৰ সেতু
প্রভু য়িচু দিলে প্রান।
ত্রানৰ উপাই চিন্তি সৰ্বদাই,
কৰিলা স্বৰ্গে গমন,
সত্য কথা এই জানিবা নিচই,
সাস্ত্রৰ এহি বচন।
সিস্যক পাচিলা এই আগ্যা দিলা,
সৰ্ব দেসে চলি জাবা,
সকলো প্রানিত সুভ বাত্রা জত
নম্র ভাৱে বুজাইবা;
তাতে জেই জন পালটাই মন,
মোহোত কৰে বিস্বাস,
অনন্ত জিৱন পাব সেহি জন,
অথই সুখত বাস।
ওহে প্রিয় গন সুনা নিবেদন
পৰকালে ৰখ্যা হেতু,

হৈই সচেতন কৰিও গ্ৰহন,
বিশ্বাসেৰে বান্ধা সেতু।

---

১০ আধ্যা।

কালি ঘাটৰ বিবৰন।

পদ।

পূৰ্ব্বে লিখা তিৰ্থ ভুমি সকল
স্ৰম মাত্ৰ পালোঁ নাহিকে ফল,
ব্ৰেথাতে ফুৰিলোঁ দুখিত অতি
সুনি কালি ঘাট পাইলোঁ ত্ৰিপ্তি;
বুলিলে মোহোক এক সন্যাসি,
মন্ত্ৰ পৰ্হাহি কালি ঘাটে আসি,
খণ্ডন কৰিব সকলো পাপ,
মনৰো গুচিব সৰ্ব সন্তাপ।
জানিবা মনে সেহি মহা তিৰ্থ,
নাম অতি খিয়াত কালিৰ ঘাট,
পতিত তথা নতি পদাম্বুল,
তাতে কালি মুৰ্ত্তি ভৈৰব নকুল।
কলি কালে কালি আছে চেতন,
মনৰ বাঞ্চা কৰই সাধন।
এহি বাক্য সুনি প্ৰফুল মন,
মিৃত্যু দেসে জেন পুনৰ জিৱন।
আনন্দে চলিলোঁ কালি দৰ্সন,
সদা কালি নাম মুখে বচন,
উঠোতে বহোতে সততে কালি,
জেন মধু লোভে গোঞ্জৰে অলি।
পথে পথে সুনি কালি মহাত্মা,
জানিলোঁ তৰিব মোহোৰ আত্মা।
অতি সিঘ্ৰে আহি সেই নগৰে,
উপস্থিত হলোঁ কালিৰ পুৰে;
বিধি মতে তাৰ সেৱা কৰিলোঁ,
কষ্ট মাত্ৰ মোৰ কিচু নে পালোঁ।
এই হেতু তাক ন কৰোঁ বৰ্নন,
মিনতি কৰোঁ, সুনা বন্ধুগন,
এনে মিচা ধৰ্মে সব বিফল,
নু গুচে মনৰো পাপৰ মল,
কিন্তু খেনে খেনে বাৰ্হিব পাপ,
সেলতো ভুঞ্জিব নৰক তাপ।
এই হেতু বন্ধু চেতন হোআ,
সত্য বিচাৰি মুক্তি ধন লোআ;
য়িচু খ্ৰিষ্ট বিনে তিনি ভুবনে
ত্ৰান আচে বুলি নু সুনি কানে।
ভজিও খ্ৰিষ্টক মুক্তিৰ হেতু,
তেঁৱেহে জানা এহি তৰ সেতু।

---

তিৰ্থ বিবৰন ৰচনা কৰা সন্যাসিএ সেসত সত্য ধৰম পোআ।

লেচাৰি।

অকাৰ্য্যে নিয়ালোঁ সৰ্ব দিন,
নু গুচিলে মোৰ পাপি মন,
তথাপি থাকিচে মনত পাপৰ ভাৰ;
হিন্দু সাস্ত্ৰৰ বিধান জত,
সত্য মিচাৰ নু বুজি তত্ত্ব,
মিচাতে ভ্ৰমিলোঁ কৰি তিৰ্থ বেৱহাৰ।
বিফল জানি তাক ত্যাগিলোঁ,
সত্য ধৰ্মগ্ৰন্থ পাচে পালোঁ,
তাহাতে দেখিলোঁ ত্ৰানৰ সত্য উপাই;
পৰ্হি তাৰ বাক্য অদভুত,
য়িচু প্ৰভু ইশ্বৰৰ সুত
পাপিক তাৰনে জগতে দিলে পঠাই।
মনুস্যৰ কাই প্ৰভু ধৰি,
অতি স্ৰমে দেসে ফুৰি ফুৰি,
কিৰ্ত্তন কৰিলে সুভ বাত্ৰাৰ বচন;
নানা আচৰিত কৰ্ম জত
কৰিলন্ত প্ৰভু সত সত,
কোনে কৰিবন্ত তাৰ সিমাৰ বৰ্নন?
পাপৰ প্ৰাচিত্ত কৰি দান,
উচৰ্গিলে প্ৰভু নিজ প্ৰান,
পুনৰপি প্ৰান ললে কৰি মিৃত্যু জই;
সেই প্ৰভু খ্ৰিষ্টৰ মৰন
হই সৰ্ব পাপৰ মোচন,
বিশ্বাসিলে তেঁওত গুচিব মিৃত্যুৰো ভই।
কৰি ধৰ্ম সাস্ত্ৰৰ বিচাৰ,
তাতে পালোঁহো মুক্তিৰ সাৰ,
খ্ৰিষ্ট বিনে ভাই, নাহিকে পাপ নাসন।
এই হেতু বোলোঁ, সুনা বাপ,
নিচয়ে খ্ৰিষ্টত নাস পাপ,

জানি ধৰিয়োক আস্ৰই তেঁওৰ চৰন।
নে খেদাৰা কাল হেলা কাজে,
মিত্যু চাপি আছে যাৰ বাজে,
নিচয়ে তোমাক সিএহে কৰিব গ্ৰাস;
এই হেতু সত্য ধৰ্ম্ম ধৰি
পাপ মতি সকলোকে এৰি,
যিচুত বিশ্বাস কৰি পোআ স্বৰ্গ বাস।

---

এই তিৰ্থ বিবৰন পৰ্হা লোকলৈ লিখ্যকে মিনতি কৰি জনাইচোঁ। তোমোলাকে আদিৰে পৰা জি জি তিৰ্থৰ বিবৰন পৰ্হিলা, তাত বাহিৰে ব্ৰিন্দাবনকে আদি গঙ্গা সাগৰলৈকে চাৰি পাঁচ তিৰ্থৰ বিবৰন লিখি প্ৰকাস কৰিবলৈ ন হল, কিয়নো এতিয়া জিবোৰ তিৰ্থৰ বিবৰন তোমোলাকৰ আগত প্ৰকাস কৰিলোঁ, ইয়াৰে সৈতে সেস থকা তিৰ্থৰ কথাও প্ৰাই একে, সেই কাৰনে লিখ্যকে তাক প্ৰকাস কৰিবলৈ উচিত নে দেখিলে। আৰু জিবোৰৰ বিবৰন প্ৰকাস কৰা হল, তাকো লিখিবলৈ মোৰ অতি ইচা নাচিল; কিয়নো তাৰ ভিতৰত হিন্দু আৰু ব্ৰাহ্মন লোকৰ অনেক অনুচিত কৰম প্ৰকাস হোআত আমি নিন্দা কৰিচোঁ বুলি লোকে বুজিব। কিন্তু এই কথাৰ কাৰনে বাধা হলেও মোৰ গাত সেই জাৰ ন পৰে, কাৰন মই জি জি পাইচোঁ তাকেহে লিখিচোঁ, আৰু মোৰ লিখাৰ ভিতৰত জদি নিন্দা ৰুপ কথাও আচে, তাক মই আপুনি ৰচনা কৰা ন হঁও; পুৰ্ব্বে জি সন্যাসিএ তিৰ্থ ভ্ৰমন কৰি জি দেখিলে, তাকেহে তেঁৰো ৰচনা কৰি প্ৰকাস কৰিলে। এই হেতুকে মই কাকো নিন্দা কৰিচোঁ বা কৰিবলৈ ইচা আচে, এনে ন হই। কিন্তু প্ৰিয় সকল, তোমোলাকে আৰু তোমোলাকৰ উপৰি পুৰুসবিলাকেও জিবোৰ ভুল ভ্ৰান্তিত আস্ৰই কৰি আপোনাৰ জিৱআৰ অনন্ত বিনাস কৰিচা, সেই ভুল আৰু অস্বৰুপ পথ এৰি জেন সত্য মুক্তি দিয়া পথত আস্ৰই কৰি তোমোলাক প্ৰতি জনে অনন্ত পৰম আয়ুস পোআ, এই নিমিত্তেহে অতি জতনেৰে ওপৰে লিখা তিৰ্থৰ বিবৰনবোৰ মই প্ৰকাস কৰিলোঁ। পদ ভাৱে ৰচনা কৰা অতি কঠিন, কেৱল পণ্ডিত লোকেহে তাক কৰিবৰ সমৰ্থ হই; এই হেতুকে জদি তাৰ ভিতৰত কোনো অসুধ কথা আচে, তাত দোস ন ধৰিব।

সেসতে পৰ্হা লোক সকল, তোমোলাকে জি পৰ্হা, তাক মনেৰে ভাবিলেহে কিছু বুজিব পাৰিবা। এতেকে তোমোলাকে পৰিত্ৰান পাম বুলি জিবিলাকত ভাৰসা কৰিচা, সেইবিলাক কেনে, আৰু সিবিলাকে তোমোলাকক পৰিত্ৰান কৰিব পাৰে নে নোআৰে, তাকে মনত বিবেচনা কৰি দেখা; আৰু জি ভুল তাকে তিয়াগ কৰি সত্য ত্ৰান কৰ্ত্তা জি প্ৰভু অনাথ পাপিবিলাকৰ গতি দিঁওতা যিচু খ্ৰিষ্ট, তেঁওৰ অমুল্য প্ৰাচিত্তত ভাৰসা কৰি পৰম আয়ুস বিচাৰ কৰা। এয়ে মোৰ অতি বাঞ্ছা আৰু ঈশ্বৰলৈকো সততে প্ৰাৰ্থনা। ময়ো তোমোলাকৰ দৰে সেই ৰুপ ভুলত আচিলোঁ, কিন্তু এতিয়া দায়াময় ঈশ্বৰৰ অনন্ত ক্ৰিপাৰ দোআৰাই প্ৰভু যিচু খ্ৰিষ্ট জে জগতৰ পাপ নিঁওতা স্বৰুপ ত্ৰান কৰ্ত্তা হই, তাকে জানি তেঁওৰ পৰিত্ৰানত ভাৰসা কৰিলোঁ। আৰু তেঁওত বাজে পাপি লোকৰ পৰিত্ৰান জে কতো নাই, তাকে নিচয়ে জানি, হে প্ৰিয় সকল, তোমোলাকক বিনই কৰিচোঁ, তোমোলাকে সকলো মিচা ভাৰসা এৰি জগতৰে ত্ৰান কৰ্ত্তা জনত বিশ্বাস কৰা, তেহে অনন্ত মুকুতি পাবা। তেঁও তোমোলাকক প্ৰেম কৰি আপোনাৰ নিজ প্ৰানকে বলি ৰুপে উচৰগ কৰিলে। তোমোলাকৰ আৰু আমাৰো আৰু জগত ধনৰো পাপৰ ভাৰ তেঁওৰ ওপৰত পৰিল। সেই পাপ ভোগোঁতে তেঁওৰ ঘামো ৰৰ ৰৰ তেজৰ টোপা হৈ মাটিত পৰিচিল। এই হেতুকে তেঁওৰ দুখ ভোগ সুঁৱৰি, হে প্ৰিয় বন্ধুগন, তেঁওৰ মহা প্ৰাচিত্তত আস্ৰই কৰাহি। তেঁৰে অতি দায়ালু হোআত আপোনাত আস্ৰই কৰা সকলোকে অলেস পৰম সুখ দিব। ইয়াকে তোমোলাকত মিনতি কৰি জনালোঁ।

ন. ল. ক.

## য়োচেফ, আৰু ৰজাৰ বাটি লোআ, আৰু চাঙ্গমাই।

**Lesson XIV.—Joseph, or the Butler and Baker.**

পোতিফৰৰ ঘৰত জি বন্দি সাল আছিল, তালৈকে এদিনা তেঁও দুটা মানুহ আনি দি য়োচেফক কলে, এই দুটা মানুহক মই তোমাৰ হাতত সোধাই দিচোঁ, আৰু ইইত জেন বন্দি সালৰ পৰা ওলাই নে জাই, এই নিমিত্তে তুমি বৰ সাৱধান হৈ থাকিবা। এই ৰূপে তুমি দেখিচা, জে পোতিফৰে য়োচেফক এতিয়াও বিস্বাসি বুলি ভাবিচিল, জি ৰূপে তেঁওক এবেলি বেয়া বুলি ভাবিচিলে, সেই ৰূপ যোচেফ ন হুই বুলি জানিলে; তেও য়োচেফক বন্দি সালৰ পৰা মুকলি ন কৰিলে।

জি কেইটা মানুহক পোতিফৰে য়োচেফলৈ আনিচিলে, সেই কেইটা কাৰ মানুহ, তাক কম। সিইঁত মিচৰ দেসৰ ৰজাৰ চাকৰ আচিল, মিচৰ দেসৰ ৰজাৰ চাকৰি কাম কৰিবৰ নিমিত্তে অনেক অনেক মানুহ আছিল। সিইঁতৰ মাজৰ বাটি লোআ নামেৰে এটাই সদাই ৰজাক বাটিত লতা পনিয়ালৰ ৰস আনি পিবলৈ দিএ। আৰু চাঙ্গমাই নামেৰে অন্য এটাই তেঁওক ভোজ ভাজি আনি খাবলৈ দিএহি। এই দুইটাই তেঁওক দোস কৰিলে, তাতে ৰজাই বৰ খঙ্গ কৰি সিইঁতক বন্দি সালত থোআ হব বুলি কলে, কিন্তু সিইঁতে তেঁওৰ কি দোস কৰিচিল, তাক মই নে জানোঁ; এই নিমিত্তে ৰজাই প্ৰধান সেনাপতি পোতিফৰক কলে, এই মানুহ দুটাক বন্দি সালত বান্ধি থোআ।

তেতিয়া পোতিফৰে সিইঁতক য়োচেফলৈ আনি সাৱধানে ৰাখিবলৈ কলে। য়োচেফে সিইঁত দুইকো একে খোটালিতে বন্ধন কৰি নিতৌ নিতৌ আহাৰ পানি দি ভালকৈ চাই আছিল।

পাচে এদিনা ৰাতি পুআত য়োচেফে সিইঁতক চাবলৈ আহি, সিইঁতৰ মুখ নিৰানন্দ হৈ থকা দেখি সুধিলে, তোমোলাকে আজি কি কাৰনে ইমান নিৰানন্দিত হৈচা?

তেতিয়া সিইঁতে উত্তৰ কৰি কলে, আজি ৰাতি আমি দুয়ো দুটা বৰ আচৰিত সপোন দেখিলোঁ, আৰু তাৰ অৰ্থ আমাক বুজাই দিবলৈ ইয়াত কোনো নাই, কিয়নো তাৰ কিবা অৰ্থ আচে, ইয়াক আমি বুজিচোঁ।

তাতে য়োচেফে সিইঁতত কলে, কোনো মানুহে তাৰ অৰ্থ তোমোলাকক বুজাই দিবলৈ ইয়াত ন হলেও তেও মোৰ ইস্বৰে সকলোকে জানে; তোমোলাকে মোত কোআ মাথোন, তেঁও মোক তাৰ অৰ্থ বুজাই দিব।

তেতিয়া বাটি ধৰাটোএ প্ৰথমতে তাৰ আপোনাৰ সপোনৰ কথা য়োচেফত কলে, বোলে, মোৰ সপোনত ইয়াকে দেখিলোঁ। এজোপা লতা পনিয়লৰ গচ মোৰ আগতে আচিল, আৰু তাৰে তিনটা ডালো আচিলে, কিন্তু তাত গুটি নাই, পাচে চাই থাকোঁতেই সৰু সৰু কলি হোআ দেখিলো, আৰু এই দৰে থোপাই থোপাই গুটি লাগি পকিল। তেতিয়া মই তাকে চিঙ্গি লৈ এটা বাটিত চেপি লতা পনিয়লৰ ৰস কৰি আগৰ দৰেই ৰজাক পিবলৈ দিলোঁগৈ।

বাটি ধৰাটে এই সপোন দেখিলে, আৰু তাৰ অৰ্থ ইস্বৰে য়োচেফক বুজাই দিয়াত, য়োচেফে কলে, তুমি জি তিনটা ডাল দেখিসা সেয়েই তিন দিন, আৰু তিন দিনৰ ভিতৰত ৰজাই তোমাক মতাই নি আকও তোমাৰ আগৰ বিসয়কে দিব।

তেতিয়া চাঙ্গমায়ে তাৰ সপোনৰ এনে চিকন অৰ্থ সুনি, মোৰ সমাজিকৰো চিকন অৰ্থ হব, এই বুলি ভাবি সি কলে, বোলে, ময়ো এটা সপোন দেখিলোঁ, মোৰ মুৰৰ ওপৰত তিনটা বগা খৰাহি এটাৰ ওপৰত এটা, এই দৰে তিনিওটাকে মই লৈ আহিচিলোঁ। আৰু সেই খৰাহিবোৰতে তৰ্জা মঙ্গহ আচিল, পাচে চৰাইবোৰ আহি মোৰ মুৰৰ ওপৰৰ খৰাহিটোৰ পৰা নি খালে।

চাঙ্গমায়ে এই দৰে য়োচেফে কব বুলি জা-

বিচিলে, জে তিন দিনৰ মুৰত ৰজাই তোমাক আৰু চাঙ্গমাই হবলৈ মাতি নিব । কিন্তু সি এই সপোনৰ বৰ নিৰানন্দৰ অৰ্থ আচে বুলি ন জনা হেতুকে এই ৰুপে ভাবিচিল ।

তেতিয়া য়োচেফে কলে, বোলে, তিন দিনৰ মাজত তোমালৈ কিৰা ঘটিব, অৰ্থাত ৰজাই তোমাক মতাই নি গচত ফাঁচি দিব, আৰু তাতে চৰাইবোৰে আহি তোমাৰ সৰিলৰ হাৰৰ পৰা তোমাৰ মঙ্গহ খাব ।

এই ৰুপে বৰ বাটি ধৰাটে য়োচেফে তাৰ সপোনৰ চিকন অৰ্থ কোআ সুনি বৰ সন্তোস পালে, কিন্তু দুখিতা চাঙ্গমায়ে মৰিব লাগিব বুলি জানি বৰ অসন্তোস কৰিলে ।

য়োচেফে বাটি ধৰাক কিচু অনুগ্ৰহ খুজিবলৈ আচিল, সেয়ে কি, তাক তোমোলাকে অনুমানেৰেই জানিব পাৰা । য়োচেফে কলে, বোলে, জেতিয়া তুমি মিচৰ দেসৰ ৰজাক লতা পনিয়লৰ ৰস পিবলৈ দি থাকা, তেতিয়া মোৰ কথা তুমি ৰজাৰ আগত কিচুমান কৰা নে? মই এই বন্দি সালত পৰি কোনো ৰুপে ওলাব নোঅৰাকৈ আচোঁ, ইয়াকে তুমি কৰা । আগেএ এবেলি মই দুৰ দেসত থাকি, ইয়ালৈ চুৰ কৰি অনা হলোঁ, আৰু মই বন্দি হোআ ভাৰ লবলৈও, এনে একো জগাৰ কৰা নাই, তথাপিও মই এই বন্দি সালতে এতিয়া বন্দি হৈ আচোঁ । অনুগ্ৰহ কৰি মোক মুকুলি কৰিবৰ নিমিত্তে ৰজাৰ আগত নিবেদন কৰিবা ।

দেখা, ভায়েকবিলাকে য়োচেফক বেচাত জি পালে, তাকে তেঁও কাৰো আগত একো কোআ নাই ।

পাচে তিন দিনৰ দিনা ৰজাই মানুহ পঠাই বাটি ধৰাকে আৰু চাঙ্গমাইকে মতাই অনালে, আৰু সেই দিনাই ৰজাৰ ওপজা দিন হোআ হেতুকে তেঁও আপোনাৰ বন্দিবিলাকৰ ভোজ পাতিলে, আৰু তেঁওৰ বাটি ধৰা আৰু চাঙ্গমাইকে মনত পৰাত, তেঁও কলে, বৰ বাটি ধৰাক মোলৈ ওলোটাই আনিবা, কিন্তু চাঙ্গমাইক ফাঁচি দিয়াগৈ; কিয়নো মই তাক খেমা ন কৰোঁ । এই নিমিত্তে য়োচেফে কোআৰ দৰে হোআত সিহঁতে জানিলে, জে য়োচেফে স্বৰুপ কলে ।

কিন্তু বাটি ধৰাটো জেতিয়া ৰজাৰ আগত হল, তেতিয়া য়োচেফৰ নিবেদন তাৰ মনত পৰিচিল নে? নাই পৰা, কিন্তু তেঁওক পাহৰিলে । সি ৰজাৰ ঘৰৰ সুন্দৰ সুন্দৰ খোআ পিয়া, ধন, কাপৰ কানি দেখি ভাবি থকাত, য়োচেফ জে বন্দি সালতে পৰি আচে, ইয়ালৈ তাৰ মনতেই নাই, পাহৰিলে, মই এনে ভাবিচোঁ । বাটি ধৰাটো তেঁওলৈ নিৰ্দয়ালুতকৈ বেয়া, কিয়নো সি উপকাৰ ন মনা হৈচিলে । য়োচেফ হলে তালৈ দায়ালু আচিল, কিন্তু তেঁওৰ প্ৰতি দায়া ন কৰিলে; এই নিমিত্তে মই তাক উপকাৰ ন মনা বুলিচোঁ । অনেক অনেক লৰা চোআলিবোৰক সিহঁতৰ মাক বাপেকে সৰুতে জি মৰম কৰি তুলিলে, সেই পিত্ৰি মাত্ৰিৰ উপকাৰ সিহঁতে নে মানে, আৰু প্ৰাই সকলো মানুহবিলাকেও ইস্বৰৰ উপকাৰ নে মানে, কিয়নো তেঁও পেৰেক্সনিৰ ওপৰত মৰি সকলোৰে পাপৰ ভাৰ বলে ।

দুখিত য়োচেফে অনেক বাট চাই আচিল, কিন্তু কোনো মানুহে তেঁওক বন্দি সালৰ পৰা মুকুত কৰিবলৈ নাহিল । দিনৰ ওপৰ দিন গল, ঘাম কাল গল, জাৰ কালো আহিল, তেও য়োচেফ বন্দি সালতে বন্দি হৈ আচিলে । তথাপিও ইস্বৰে তেঁওক পাহৰা নাই । ইস্বৰে কি নিমিত্তে তেঁওক ইমান দিন বাট চোআই ৰাখিলে? তেঁও জেন সহনিয় হবলৈ সিকিব পাৰে এই নিমিত্তে । মোৰ প্ৰিয় লৰা চোআলিবিলাক, তোমোলাকক ইস্বৰে জদি বহু দিনলৈকে নৰিয়া হবলৈ দিএ, তেনে হলে তোমোলাকক সহনিয় হবলৈ সিকাই, আৰু তুমি আপোনাৰ মনতে এই বুলি ভাবিবৰ উচিত, জে ইস্বৰে জেতিয়াই উত্তম দেখে, তেতিয়াই মোক ভাল কৰিব, কিন্তু ইয়াৰ সললি তেঁও কি জানি মোক স্বৰগলৈ নিবলৈ মন কৰিচে

ক্ৰ.

## কামৰূপৰ বুৰঞ্জি, ১ আধ্যা ।

History of Kamrup, Chap. I.

কামৰূপ বেহাৰত বিশ্ব সিংহ কোঁচৰ ৰজা, তেঁওৰ পুত্ৰ নৰ নাৰায়ন ৰজা হল, নৰ নাৰায়ন ৰজাৰ ভাই সুক্লধজ কুমৰ । তেঁওৰ পুত্ৰ ৰঘু নাৰায়ন নৰ নাৰায়ন ৰজা হৈ থাকোঁতে সুক্লধজৰ পুত্ৰ ৰঘু নাৰায়নে নগৰৰ বাজ হৈ আপোনাৰ বাহু বলে ৰজা হৈ কামৰূপত আজৰা গ্ৰামত ঘিলা নদি তিৰে বিজইপুৰত নগৰ পাতি ৰহিল । নৰ নাৰায়নে জুজিবৰ মনে সাজি গল । পাচে ৰঘু নাৰায়নে আপোনাৰ জত মহাদৈ আচে, সবাকো ঘোঁৰাত তুলি হাতে ধনু ধৰাই সমুখে পঠালে । নৰ নাৰায়নে বোলে, পুত্ৰ বধু সকলেহে জুধলৈ আহে; ৰজা লাজ পাই উলটি গল, দন্দ কন্দল ন হল; তাত পাচে দুয়ো ৰজা মিত্যু হল । বেহাৰত তেঁওৰে পুত্ৰ লখি নাৰায়ন ৰজা হল । বিজইপুৰে পৰিখিত নাৰায়ন ৰজা হল । তাৰ পাচে দুয়ো ৰজাৰ জুধ হল । পৰিখিতে আগ বাঢ়িহি বেহাৰকো মাৰেগৈ, লখি নাৰায়ন বলে নাটে । এক দিনা লখি নাৰায়নৰ ভাই বলিদেও নাৰায়নক ৰনত পাই তত্ কালে পৰিখিতে মাৰিলে । লখি নাৰায়নে কিছু কৰিব নোআৰি ভাত্ৰিৰ সোকে স্যা জেইা বাদস্যাত সৰনে পসিলেগৈ, বোলে, মই কামৰূপৰ ৰজা, তোমাৰ আমি ভ্ৰিত্য হলোঁ, তুমি আমাক পুত্ৰৱতে পালা । আমাৰ পিত্ৰি পিতামহে সৰ্বকালে ৰজা আচিল, এতিয়া মোৰ ভাত্ৰি পুত্ৰে পাত্ৰ মন্ত্ৰি সমে আলচি ৰজা হৈ মোক দেসৰ ভাকি খেদে । মোৰ সোদৰৰ ভাইকো মোৰ আগতে কাটিলে; এতেকে বাদস্যায়ো আগ পাচ কথা অনেক সুধিলে । পাচে মকৰম খাঁ নবাবক বাদস্যাই পঠাই দিলে । বাদস্যাই বোলে, ৰজাক জিটে খেদে, তাক ধৰি আনগৈ । মকৰম খাঁ আহিবৰ সুনি পৰিখিতে আগ বাঢ়িহি ধুবুৰিত গৰ বান্ধি ১ বচৰ জুধ কৰিলে । পাচে জুধ হাৰি ৰজা ভাগি আহিল । সেই বেলা লখি নাৰায়ন ৰজাই পাচে ভেঁটা দি গৰ বান্ধিলে, তেতিয়া ৰজা মকৰম খাঁত ৰহিলগৈ; ৰজাকো পাই ধৰি দিল্লিলৈ দিলে । সেই কালৰ পৰা কামৰূপত জৱনৰ অধিকাৰ হল ।

সঁক ১৫৩৪ আঘোনত ৰজা বন্দি হল, পাচে ৰজা গৈ, বাদস্যাৰ হাজিৰ হল । বাদস্যাই ৰজাক লখি নাৰায়নৰ পাও পাকুৰিব দিলে । ৰজা পৰিখিতে বোলে, মই চত্ৰধাৰি ৰজা; কেনেকৈ পাও পাকুৰিম । তথাপি ৰজাই বাদস্যাৰ আগ্যা ন কৰিলে; বাদস্যায়ো প্ৰসংসা কৰিলে । পাচে ৰজা পৰিখিতে ৭০,০০,০০ সাত লাখ টকা দি আপোনাৰ দেসলৈ বিদাই কৰিলে । আৰু ধিৰ নাৰায়ন, দৰ্প নাৰায়ন, সুৰ নাৰায়ন, ভিম নাৰায়ন, এই চাৰি পুত্ৰক বাদস্যাৰ চাকৰ কৰি দিলে । তেতিয়া ৰজা আহোঁতে প্ৰয়াগত মিত্যু হল । লখি নাৰায়ন ৰজায়ো বাদস্যাৰ আগ্যা পালন কৰি আপোনাৰ ৰাজ্যত থাকিল । তাত পাচে সিঙ্গৰিৰে পৰা বঙ্গাল বিয়াপি আচে, ৰগি মহা ৰজাৰ লোকে তৰে পৰা সমস্তে আচে । এই মতে দুই বচৰ গল । সেই বেলা পৰিখিত ৰজাৰ ভাই বলি কোঁঅৰে বঙ্গালত ভয়েৰে পলাই আহি সৰ্গদেৱৰ পাৱত সৰনে পসিলহি, বোলে, আমাৰ বংসে গৰিয়া সাগৰত মজিল; সৰ্গদেও, তুমি ৰখ্যা কৰা ।

সঁক ১৫৩৬ মাহ ফাগুন, মহা ৰজাই এই কথা সুনি কিছু গৰিহা কৰিলে, বোলে, মই মানুহ পঠাই ৰবলৈ দিলোঁ । ককাই ৰজা মোৰ ঠাইলৈ ভাগি আহোক, মই দখিনে থাকিম, ককাই উত্তৰে থাকিব, বঙ্গালক মাৰিম । ককায়ে বুলিলে, দেও কুট্‌মত কৰি, মই কেঁচা কাম ন কৰোঁ, পকা কামহে কৰোঁ; এতিয়া মই বাদস্যাৰ ঠাইলৈহে জাম; তেহে মোৰ বৈৰিক উচাদ কৰিব পাৰিম, এতিয়া সকলো কাৰ্জ কাম সিধি হল । তথাপি মই তোমাক ৰখ্যা কৰিম; আৰু বঙ্গালকো মাৰিম, এই বুলি নিৰ্ভই দি ৰাখিলে । আৰু কন্যা, গ্ৰাম, হস্তি, ঘোঁৰা, দাস, দাসি, ৰাজ জোগ্য অলঙ্কাৰ, আনো বিস্তৰ বস্তু দিলে ।

মাহ ফাগুন সঁক ১৫৩৬, সেই বেলা ৰজা-

লৰ ৰতনস্যা নামে এক সদাগৰে সিঙ্গৰিত আগৰৰ কাঠ কিনি আচিল, মহা ৰজাৰ আগ্যায়ে তাক ভৰে পৰা হাবুঙ্গ চেটিয়াই খেদি পঠালে : আৰু আগৰ কাঠকো কাৰ্হি ললে, বোলে, কোঁচ ৰজাক মাৰি আস পালি, সেই মতে আমাকো চলহে চা; আৰু সেই বেলা মহা ৰজাই চেঙ্গধৰাক পঠাই দিলে, বঙ্গালৰ বাত্ৰা জানিবৰ কাৰনে, তাক মুখেৰে এই ৰুপে বুলিলে, কাজলিলৈকে ফুৰিবিগৈ; বঙ্গালক পালে নেৰিবি। তাত পাচে চেঙ্গধৰা গৈ বঙ্গালৰ ২ খান নাও পাই তাক মাৰিলেগৈ; দুটা মানুহ কাটি তাৰ মুৰ আনিলে। এই কথা সুনি বঙ্গালৰ লোকে গৈ হাজোত চৈয়দ বাবাকৰ প্ৰমুখে জত উমৰাও আচিল, তাৰ আগে সমস্ত ব্ৰিতান্ত কলে, বোলে, বাদস্যালৈ জত আগৰ কাঠ কিনিলোঁ, সকলোকে আচামে লুটিলে, আৰু দুই খন নাও মাৰিলে। দুই মানুহকো কাটি মুৰ নিলে। তেতিয়া চৈয়দ বাবাকৰ নবাবে সত্ৰাজিতক পাচিলে; চেঙ্গধৰা হাবুঙ্গ চেটিয়া, মদ নো খোআ, মনপকক ধৰি আনগৈ বুলি। পাচে সত্ৰাজিতে ৬০ তিনি কুৰি নাৱেৰে কলঙ্গে উজাই আহি সলা মাৰিলেহি। চেঙ্গধৰা হাবুঙ্গ চেটিয়া, মদ নো খোআ, মনপক চাৰি পানিসিয়া বিশ্বনাথৰ ওপাৰে আটালবৰি পলাই সোমালগৈ, ধৰি আনিব নোআৰিলে। সত্ৰাজিতে আৰু ৰজাৰ ভঁৰালৰ লুটি সকলো সৰ্বস্ব নিলে, সলাৰ দেও ঘৰৰ মটিনিকো নিলে, আৰু তিনি দিন থাকি ভটিয়াই গল। সেই কালৰ পৰা বঙ্গালেৰে অচমৰে জুধ লাগি গল।

সক ১৫৩৬ বহাগ জোআত জেঠ প্ৰবেস সংক্ৰান্তিৰ দিন, জেতিয়া আহোমে তুৰ্বকক মাৰিলে, তাৰ পৰাহে কালে আনি জুধ লগালে। তাত পাচে বঙ্গালৰ বাত্ৰাক স্বৰ্গি মহা ৰজাই পাই, তিনি জনা গোহাঁই প্ৰমুখে জত বৰুআ, সন্দিকৈ, পাতৰ, চেটিয়া, সবাকো আগ্যা কৰিলে, তাৰবিয়া সবো সমস্তেৰে সাজু হৈ দিখৌ মুখত কোঁঠ দি বলগৈ। বঙ্গালেও এই কথা সুনি গুআহাটিৰ আগ হৈ বল। সৰ্গদেও গৰগাঁৱৰ পৰা চিনাতলিত ৰহিলগৈ, আহোমৰ এক পথ আচিলে।

পাচে চাউলাই কোঁঅৰ প্ৰমুখে থাওপ্ৰত বৰ গোহাঁই, লাকো বৰ পাতৰ আনো ৰজাবৰ্গ সমনিতে জত লোক, চামধৰাত বলগৈ। পাচে মহা ৰজাও গৈ আগিয়া বস্কাত ৰহিলগৈ; বঙ্গালেও বাত্ৰা পাই সাজু হৈ আহি ভঁৰলিৰ কাথৰে বলহি; আহোমো ভঁৰলিক মধ্য কৰি গৰ দি থাকিল। এই মতে এক মাহ দেখা দেখি হৈ আচিল। আহোমৰো আগুআন সেনাবোৰে ভঁৰলি কাথৰে গৈ বঙ্গালেৰে মন্তা মতি কৰি থাকে। পাচে এক দিনা বঙ্গালেও খোঁৰা নাৱত তুলি কাপৰেৰে ঢাকি ভঁৰলি পাৰ হৈ আহোমক ধৰিলে; পাচে বৰ চেটিয়াৰ পুত্ৰ ৰতিয়া ডেকাক কাটিলে, ৰিঙ্গচা পাত্ৰক ধৰি নিলে, পিঙ্গলিয়া গোহাঁই পলাই এৰাল, আন লোকো কিচু পৰিল; পুহ গল সুকুৰ বাৰে মাঘৰ সংক্ৰান্তিৰ দিনা। তাতে সমস্ত বৰুআ, আন লোক সবো ভাগি আহি ভঁৰলিৰ গৰ এৰি চামধৰাত বলহি। পাচে সৰ্গদেৱে এই কথা সুনি আপোনাৰ দদায়েক চাউলাই কোঁঅৰক সবাৰে উপৰি অধিকাৰ কৰি দিচিলে. তাকো মাৰিবৰ মনে ধৰি আনিলে; পাচে আই কুঁঅৰিএ মাতিহে এৰুআলে। আৰু বৰ গোহাঁইৰ নেওগ ৰুকঙ্গ চেটিয়াৰ নাতি, বুৰা গোহাঁইৰ নেওগ লেচাই ফিচিকা, বৰ পাত্ৰ গোহাঁইৰ নেওগ, পোআলি গোহাঁই, এই সমস্তকে খঙ্গ কৰি ধৰি আনিব দিলে। পাচে সেই বেলা হাঁতি মহ প্ৰমুখে জেতেক আনো গৰ ভিতৰিয়া কাঁৰি আচিল, সকলোএ ৰজাক বুলিবলৈ ধৰিলে, বোলে, সৰ্গদেও, তুমি মহা ৰজা হৈ কি কাৰনে বালিত দুখ পাই আচা? আমাক জুধলৈ কিয় পঠাই নি দিয়া? আমাক কি কাৰনে কাঁৰ ধমু সিখাইচা? পাচে লেচাম চিৰিঙ্গ প্ৰমুখে জত আনো গৰ ভিতৰিয়া কাঁৰি আচিল, সকলকো পঠাই দিলে, ভঁৰলিৰ গৰ পুনৰ ৰাৰ নতুন হব হেন বুলিলে।

এই কথা গোঁহাইবোৰে সুনি বোলে, তিনি -

নেওগ সমে কোঁঅৰক জে ধৰি নিলে, আমাতেহে ধৰ্ম্মে। পাচে ৰজাগনে সমে গোহাঁইবোৰে আলচ কৰি, শুঁৰলিএ উজাই ৩ খন দলঙ্গ বান্ধিলে, ভঁৰলি পাৰ হবৰ কাৰনে, পাচে এই কথা সৰ্গদেৱে সুনি চাউলাই কোঁঅৰকো, তিনি নেওগকো নে মাৰি পঠাই দিলে। পাচে খামপ্ৰত বৰ গোহাঁই, লাকু বৰ পাত্ৰ, তিপাম ৰজা, নাম ৰুপিয়া ৰজা, চাৰিঙ্গ ৰজা, ৰুনক সন্দিকৈ, ৰকৎ বৰ চেটিয়া, লাচাম পেঙ্গৰ পুত্ৰ মৰান কোঁঅৰ, ত্ৰিকল বৰা, হাতি বৰুআ, বেটুআ বৰা, এই সমস্তে তৰে গল। এই সকলৰ উপৰি চেঙ্গ খৰা ৰাজ নেওগ হল; লাচাম সন্দিকৈ পিকচাই চেটিয়া লাচামপম ভণ্ডাৰি, লাঙ্গু নেওগ, চিৰিঙ্গভাঙ্গ, চাউনাপামা, লাঙ্গি নেওগ, ফুলকুমৰৰ পুত্ৰ লালুক গোহাঁই, চাউভাঙ্গ বৰুআ এই সমস্তে নাৰে গল। আনো জত জোধাৰু তাৰ কোনে অন্ত পাব; খুদ্ৰ বৰুআ সৰবো আনো সেনাগনৰে বা কোনে অন্ত পাই। ১২০ চ কুৰি মৈদাৰ হস্তি, আগুআন হৈ জাই। মাঘৰ ১৫ দিন জাঁওতে সনিবাৰে প্ৰভাতে অৰুন উদই বেলাত, নাৱে তৰে চাপি জুধ ধৰিলে; হাতিএ আগ বাৰ্হি গৰ ভাঙ্গি উঠিল। পাচে সেনা সকলো উঠি জাকে জতে পালে ততে কাটিব ধৰিলে; বঙ্গালো সাহু হৰলৈ নে পালে, কতো বিভঙ্গে কটা গল। কতো অস্ত্ৰ সস্ত্ৰ ধৰি জুঁজিলে, বঙ্গালে কিছু কৰিব নোআৰি বামৰ পৰা হহকি লুইতৰ নিকটে বালিত চাপি লৰ। সেই সময়ত ১২ টা চিপাহি কেৰা গোহাঁই সমে তাৰ কিছু সৈন্য লগত লৈ খোৰায়ে চৰিয়া আহোমৰ বেহ ভাঙ্গি বাজ হৈ পলাই গল। সত্ৰাজিতো দুখন নাৱেৰে কৌজৰ মাজৰ পৰা এৰাই গল। আহোমেও পাচে জত বঙ্গাল ভঙ্গালে তাক খাগৰিৰ গৰ দি থলে, তাৰ মাজৰ পৰা দাঁতে গৰ লৈ জি আহে, তাক নে কাটি পাৰকৈ আনে। সেই বেলা বৰ গোহাঁয়েও আধৈ গোহাঁইকে আপোনাৰ ভিতৰ কৰি আনিলে। এক ৰাতি ভেনে মতে বেৰাৰ ভিতৰতে বঙ্গাল আছিল। আন দিনা এক পুহৰৰ ওপৰে সৰৌ বঙ্গালক বেৰি কাটিলে। বঙ্গালৰ সৰাৰে উপৰি ভাঙ্গৰ জি চৈয়দ বাবাকৰ নবাৰ সিও পৰিল; ভগ'ণ বৰুচি, গকুল চান্দ, জাহিৰ্বেগ, মিৰ্জামা॰ জামাল খাঁ, দখিনে আহ্লাদ খাঁ, এই সব কটা গল। ৰজা জগদেৱ, গন্ধৰ্ববাই, ৰজাবাই, কালা ৰজা, হাবা ৰজা, প্ৰতাপ সিংহ, ইন্দ্ৰমনি, নৰ সিংহ ৰাই, ভগৱান ৰাই, কৰ্ম চন্দ, এই ক্ৰমে ১০ ৰজা দাঁতে খেৰ ধৰি বোলে, আমি মহা ৰজাৰ সৰনিয়া বন্দি হলোঁ, আমাক নে কাটিবা, পাচে সিইতক নে কাটিলে। এই কথা বৰুআবোৰে সৰ্গদেৱৰ চৰনলৈ জনালে, পাচে মহা ৰজা মানুহ পঠাই, ভিঙ্গিত হেঙ্গুলিয়া ভাকুৰ দি গৰ গ্ৰামক অনালে। আৰু সত্ৰাজিত মোহনগিৰিক নাও ভেঁটি ধৰি আনিলে। আৰু জি বঙ্গাল কাঁৰ বাৰু এৰি ৰহিল, তাকো নে কাটি ধৰি আনিলে। আনো বঙ্গাল সমস্তে কটা গল। আহোমৰো তৰে হাতি বৰুআ পৰিল; ত্ৰিকল বৰা, নমল বৰা পৰিল। নাৱত পৰিল, লাচাম সন্দিকৈ, চিৰিঙ্গভাঙ্গ।

তেতিয়া সেই বেলা সৰ্গদেৱলৈ জনালে, বঙ্গাল ৰনত ভঙ্গ হল, আৰু খাগৰিৰ ভিতৰি তৰপিয়া টাটি দি বঙ্গালক বেৰি থৈছোঁ। পাচে এই কথা মহা ৰজাই সুনি, সোন কালে খেদা পঠালে, বোলে, বঙ্গালক নে কাটিব, কেনেকুআ উমৰাওবোৰে মোৰে জুঁজিবলৈ আহিছে, তাক মই চাবলৈ জাও; এই বুলি খেদা পঠাই দিলে, সৰ্গদেৱে চামধৰালৈ গল, বঙ্গালক চাবৰ মনে। পাচে মহা ৰজাই সুনিলে, সমস্তে বঙ্গালক কাটি গোহাঁইবোৰ পাৰ হৈ আহিল, এই দাইতে ৰজাৰ দদায়েক চাউলাই কোঁঅৰকো মাৰিলে। গোহাঁইবোৰৰো নেওগবিলাককো কাটিলে; কঙ্গচঙ্গ চেটিয়া পলাইহে এৰাল. তিনি জনা গোহাঁইকো ধৰ্ম্ম কৰিলে; তিনি জনা গোহাঁয়েও বুলিলে, আমি কেনেকৈ ৰন ৰহাই থম। বঙ্গালক কাটি মাৰি, পালে হাতি

১২ টা, ঘোঁৰা ৯০০, আৰু জত কাৰ লাগি মৰিল।আৰু বাজে ৰজা ঘোঁৰা কাটিলে, তাৰ কোনে অন্ত পাই, বাচৰু নাও ২০০, আৰু ৰজালৰ জতেক হিলৈ দাবি তেতেকৰ তেতেক হিলৈ, তৰোআল, বাৰু, জামদাৰ, খগুয়া, এই সকলৰ সিমা নাই। সনাহ্ পালে ৮৪, জি কিচু আহিলা পাতি লুইতত পৰিল, তাকে মাত্র নে পালে।

## অনেক দেসৰ সম্বাদ।

Journal of Events.

তেজপুৰৰ পৰা আমি অতি অসন্তোসৰ বাত্রা পাইচোঁ, বর্ত্তমান মাহৰ ১৫ তাৰিখত তেজপুৰত প্রিন্সিপল এচিষ্টন্ট কমিসানৰ স্রি জুত ৰেনলচ ৰৰ চাহাব মাউৰৰ দোআৰাই পৰলোক প্রাপ্ত হল।

ভোটিয়াই বন কৰিবৰ নিমিত্তে অহাৰ কাৰন এই। ভোটিয়া ৰজা গামবিলাকক অনেক বচৰৰ পৰা কম্পানিএ ৫০০০ টকা পেনস্যন দিছে, আৰু জোআ বচৰত সেই পেনস্যন বাঁটিবৰ নিমিত্তে গৈলজ্ঞ ৰজাৰ হাতত দিলে। কিন্তু সি সকলোৰে লগত ভাল ৰূপে তাক নে বাঁটি প্রায়ে আপোনাৰ হাতত সেই ধন ৰাখিলে। সেই নিমিত্তে আন সকলো গামে গৈলজ্ঞ ৰজাৰ অহিতে আলচ কৰি জুধ ধৰি তাক জিনিলে, পাচে সেই ৰজাই ভয়েৰে চাহাবৰ ঠাইলৈ পলাই আস্রৈ ললেহি। এই কথা সুনি ভোটিয়াবিলাকে গোট খাই আলচ কৰি, গৈলজ্ঞ ৰজা মৰা হওক বা জিয়া হওক,তাক অৱস্যে পাম বুলি, অধিকাৰ চাহাববিলাকে সিইঁতৰ হাতত সত্রু সোধাই দিবৰ নিমিত্তে সিইঁতে বাত্রা দি জনাইচে। কিন্তু আমাৰ মাজত মৰনৰ ভয়েৰে জি মানুহ আস্রৈ কৰি সোমাইচে, তাক সত্রুৰ হাতত সোধাই দিবলৈ সম্ভৱ নাই; সেই নিমিত্তে সিইঁতে গৈলজ্ঞ ৰজাক পাবলৈ কম্পানিএ লৈতেও বন কৰিম বুলি আলচিলে। সিইঁতক নিবাৰন কৰিবলৈ স্রিজুত পলিটিকল এজন্ট চাহাব আৰু স্রিজুত সেনাপতি চাহাববিলাক ৪০০ মান চিপাহিএ লৈতে সিইঁতৰ দুআৰৰ কাললৈ গল। ভোট তাতাৰ আদি সত্রুৰ সংখ্যা প্রাই ৩০০০ মানুহ হৈচিল বুলি সুনোঁ. কিন্তু মাউৰে ধৰাত ভই পাই ভাগি গল। এই ৰূপে ভোটিয়া বনৰ অন্ত হল।

জোআ বচৰৰ দুই চেপ্তেম্বৰ তাৰিখত গুআহাটি জিলাৰ ইচাদোযৰিয়া গাঁৱত তিনিকৰি নামে এটা মানুহে মাচৰ উজান মাৰিবলৈ গৈ মাচ ধৰোঁতে এটা কাৱৈ মাচ পাই ধৰি খালৈত সুমাব খোজোঁতে কিবা গতিৰে উৰ্কাল মাৰি মাচটো মানুহটৰ মুখত সোমাল। পাচে সি ফান্দত ধৰি উলিয়াবৰ মনেৰে বল দিয়াত ক্রমে মাচ সোমাই গৈ ভিঙ্গি পাই কান পাখি সিয়ৰাই ধৰাত কান্দেই চিগি আহিল, তথাপি উলিয়াব নোআৰিলে। তেতিয়া সি ভয়তে বিচুর্ত্তি হৈ কেনেকৈ উলিয়াম, ইয়াকে চিন্তি আঁজুৰি খাকোঁতেই মাচে কচাল মাৰি পেটলৈ সোমাই গলত তাৰ দাৰবিলাকে নাৰি কালি মাৰে বুলি ভই কৰি বেগাই ঘৰলৈ আহি মানুহবিলাকত কোআত কোনো এটাই বুধি দিলে, বোলে, মচন্দৰিএ গোবৰে খালেই সি পেটতে মৰিব। এই দৰৱ পাই তত কালে গোটাই আনি বাটি খাই এপৰ মান বেলি সুই আচিল। পাচে সাৰ পাই বাহিৰলৈ গৈ আহি দেখে, একো দুখ বেদেনা নাই। তেতিয়া গা ধুই পঁইতা ভাতে আচিয়া কলাই খালে, তথাপি এমাহ মানলৈ ভই কৰিচিল, কিবা হই বুলি। আমি ভাবিচোঁ, পেটত তাপ পাই বেগতে মৰিল হবলা।

জোআ ডিচেম্বৰ মাহৰ ১০ তাৰিখে বজৰা গাঁৱৰ পৰা এটা মানুহে স্রীপর্বতিয়া ভটাচার্জ্জ গোঁসাইলৈ এতিয়া পকা ৰৰ উত্তম আম কিচু দি পঠাইচিল। আৰু সেই মাহৰ ভিতৰতে সাধিৰাম ডেকা ৰৰা মহৰিএ পর্গনাৰ পৰা পকা আম কিচু ঘৰলৈ পঠাই দিচিল। আচাম দেসত এনে অসময় কালত পকা আম পোআ আমি কেতিয়াও সুনা নাই। এই কথা মুক্তাৰাম নামে এটা মানুহে অৰুনোদইত চাপিবলৈ গুআহাটিৰ পৰা লিখি পঠাইচে।

লুই নাপলিয়নক ফ্ৰাঞ্চ দেসৰ মহা ৰজা পাতিবৰ নিমিত্তে প্ৰজাৰ ইচা বুজিবৰ কাৰনে সকলো মানুহে গুটিৰ দোআৰাই মন দেখাবলৈ আগ্যা কৰিলে। পাচে ৰাজ মেলে সকলো গুটি লৈ লিখাত এইমান পালে।

মহা ৰজাৰ নিমিত্তে গুটি পালে ৭৮,৬৪,১৮৯
তেঁওৰ অহিতে . . . . ২,৫৩,১৪৫
অমুধকৈ লিখিলে . . . . ৬৩,৩৯৬

পাচে ১ ডিচেম্বৰত ৰাজ মেলে তেঁওক ত্ৰিতিয় নাপলিয়ন নামেৰে মহা ৰজাৰ ৰাব দিলে।

দিনাপুৰ নগৰৰ ওচৰত দুজন চাহাব লোকে চিকাৰ কৰোঁতে এখন গাঁৱৰ ওচৰত চৰাই গুলিয়াই আছিল; তাতে দৈৱ জোগে এটা গুলি সৰু চোআলিৰ গালত পৰাত ঘা লাগিল। গাঁৱলিয়াবিলাকে তাকে দেখি হাহাকাৰ কৰিব ধৰিলে, আৰু সেই দু জন চাহাবক বেৰি ধৰি কোবাবলৈ ধৰাত সেই চাহাবে ৰখ্যা নে পাই গাঁৱৰ মানুহক গুলিয়াই দুটাক খুন কৰাৰ পাচে খোঁৱা মেলি সিংতৰ হাত সাৰিলে।

ভোজ নগৰত এজনি ডিৰোতাই সতি জোআৰ মন হৈ তাক কৰিবলৈ উপাই কৰাত কোনো চাহাব লোকে গিয়াতিবিলাকৰ হাতৰ পৰা নি এটা দলত তিন দিন মান ৰাখি থলে। পাচে চাহাব লোক আৰু সেই দেসৰ ৰজাও তাইৰ মন পালটাবলৈ বহু স্ৰম কৰিলে, কিন্তু সকলো বিফল, আৰু সিবিলাকৰ কথা নু সুনি পাচে সতি গৈ দাহ হল।

দেসবোৰত বহু সোন ওলোআৰ কাৰনে তাৰ দৰ কম হৈ গৈচে, আগেয়ে কলিকতাত এটকা সোনত ১৫। ১৬ টকা দিএ; এতিয়া ১৪॥ মাখোন দিএ।

স্যাংহাই নগৰৰ পৰা এজন আমেৰিকাৰ লোকে এটা চিকন কুকুৰাক আপোনাৰ ঘৰলৈ নিলত পাচে পোআলিবোৰ জগিল। এদিন তাৰ গৰাকিৰ জি ভাল সৰু কুকুৰ বহু টকালৈকো ক্ৰ[illegible]টিম বুলি কৈচিলে, সেই কুকুৰ তাৰ পোআলিবোৰৰ ওচৰলৈ জোআত মাইকিএ বৰ খঙেৰে তাৰ ওপৰত পৰি খুঁটি খুঁটি কুকুৰক জিনি মাৰিলে।

পাচিফিক মহা সাগৰৰ কোনো কোনো মাজুলিত বৰ বৰ নগৰৰ অনেক ভগা চিগা অৱসেস সিল আদি আচে। খেহ দেসৰ ২০০০ মাইলৰ ভিতৰত সাগ্ৰোন মাজুলিত এনে এক নগৰ আছিল। কোনে পাতিলে, তাত কোন মানুহে নিবাস কৰিলে, কেৱে কব নোআৰে, আৰু তাৰ ওচৰত থকাবিলাকেও নু বুজে; অতি পূৰ্ব্ব কালৰ নগৰ বুলি কেৱল ইয়াকে জানে। এজন আমেৰিকান জাহাজৰ কাপ্তানে তাক চাবলৈ গৈ তিনি মাইল দিঘল এটা ৰাজআলি, আৰু তাৰ দুই কাসে কলা বৰ চিকন সকত সিলেৰে সজা ঘৰবোৰকো দেখা পালে, কিন্তু ভাগি প্ৰাই সকলো পোত খালে। সেই আলিৰ মাজ ঠাইত ৰাৰেটা বৰ সকত সিলৰ খুঁটা আছিল, ওখ ৩৬ হাত, গুৰিৰ মেৰ ১৫ হাত, আৰু খুঁটাবিলাকৰ ওপৰত বৰ বৰ সিল একো একো চটা থোআ আছিল। আন আন অনেক আলি দেখিলে, কিন্তু সকলোৰে ওপৰত বৰ ডাঙৰ আৰু বুৰা গচ আচে। আমেৰিকাৰ মাজ ডোখৰত জি পুৰনি নগৰবোৰ আছিল, তাৰ নিচিনা ইবিলাকো। এনে নগৰ সজা আগৰ কালৰ মানুহ অৱস্যে সভ্য আৰু বৰ গিয়ানৱন্ত হৈচিল।

আলেপো নগৰৰ নিৱাসি তুৰুক আৰু আৰবি মানুহ ৭০,০০০; খ্ৰিষ্টিয়ান ১৫,০০০; য়িহুদি ১০,০০০; কুকুৰ ১,২০০, আৰু মেকুৰি ৮,০০০ আচে। সেই নগৰত থকা এজন ধনৱন্ত মচলমানে ভালেমান মেকুৰি পুহি বৰ মৰম কৰিচিলে। পাচে তেঁওৰ মৰন কালত নৰিয়া মেকুৰিৰ কাৰনে এটা হস্পিটাল পাতিলে; সেই হস্পিটাল এটা মচিদ ঘৰ; আৰু তাৰ গৰাকিবিলাক আৰু অনেক বেজো আচে। বুৰা, কণিয়া, নিচলা, নিগনি ধৰি খোআ বস্তু পাৰ নোৱৰা, এনে স চাৰেক মেকুৰি সদাই থাকে। জাত্ৰিক লোকে তালৈ গলে এঠাইত চেৰ ভগা কোনো মেকুৰিক বেজে ঘৰৰ দিয়া দেখিব, কোনো ঠাইত কনা, খোৰা, চেৰেঙা,

জবে ধৰা মেকুৰিক অতি উত্তম ৰূপে ৰখা দেখিব । সেইবোৰ মেকুৰিএ বৰ সুখেৰে দিন নিয়াই বহু দিঘল আয়ুস পাই; কিন্তু হস্পিটাল পতাৰ গৰাকিৰ নাম আসির্বাদ কৰি গুন লই নে, ন লই, ইয়াক আমি সুনা নাই ॥

# BOOKS

FOR SALE AT THE SIBSAGOR MISSION PRESS.

| | | |
|---|---|---|
| New Testament, in Asamese, | 1 | R. |
| Orunudoi, first five years, in one volume, full bound | 2 | 8 |
| Ditto. half marble, lettered | 2 | 0 |
| Ditto. marble and cloth | 1 | 12 |
| Orunudoi, for 1851 and '52, in one volume, full bound | 2 | 0 |
| Ditto. half marble, lettered | 1 | 12 |
| Ditto. marble and cloth | 1 | 8 |
| Orunudoi, separate volume for each year, in paper cover, | 0 | 12 |
| Asamese Buronji, by the Tamuli Phukon, paper cover, | 0 | 8 |
| Asamese Vocabulary and Phrases, in cloth | 1 | 8 |
| Grammatical Notices of the Asamese Language, | 1 | 8 |
| Worcester's Primer, in English, | 0 | 4 |
| Asamese Primer, Bare Motora, | 0 | 1 |
| First Reading Book, in Asamese, stiff cover | 0 | 3 |
| Ditto. paper cover | 0 | 4 |
| Asamese Arithmetic, first part | 0 | 2 |
| Ditto. second part | 0 | 4 |
| Geography of Asia | 0 | 4 |
| Juvenile Tracts, per dozen | 0 | 4 |
| Ditto. bound in sheep | 0 | 8 |
| Ditto. bound in morocco, for presents to scholars | 0 | 12 |
| Dawk Book, printed octavo, in sheep | 3 | 0 |
| Ditto. half bound | 2 | 8 |
| Monthly Accounts, for servants, workmen, &c. with printed lines, | 1 | 0 |
| Writing Books for Schools, 12 sheets foolscap, each | | 4 |
| Ditto. per dozen | 2 | 4 |
| Small Memorandum Books, each | 0 | 1 |

PRINTING and BINDING neatly executed, and BLANK BOOKS furnished on reasonable terms.

## মার্চ, অর্থাত চতৰ পঞ্জিকা ।

Almanac for March, A. D. 1853. Sal. Sac 1774.

| মার্চ | ফাগুন | বাৰ | তিথি | দিনমান | মার্চ | চত | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ৩ | ২১ | ১১ ২৮ | ১৭ | ৫ | ৫ | ৭ | ১১।৫৫ |
| ২ | ২০ | ৪ | ২২ | ১১ ৩২ | ১৮ | ৬ | ৬ | ৮ | ১১।৫৭ |
| ৩ | ২১ | ৫ | ২৩ | ১১ ৩৪ | ১৯ | ৭ | ৭ | ৯ | ১১।৫৯ |
| ৪ | ২২ | ৬ | ২৪ | ১১ ৩১ | | | | | |
| ৫ | ২৩ | ৭ | ২৬ | ১১।৩৭ | ২০ | ৮ | ১ | ১০ | ১২।০ |
| | | | | | ২১ | ৯ | ২ | ১১ | ১২ ১ |
| ৬ | ২৪ | ১ | ২৭ | ১১।৩৮ | ২২ | ১০ | ৩ | ১২ | ১২।৩ |
| ৭ | ২৫ | ২ | ২৮ | ১১ ৪০ | ২৩ | ১১ | ৪ | ১৩ | ১২।৪ |
| ৮ | ২৬ | ৩ | ২৯ | ১১।৪১ | ২৪ | ১২ | ৫ | ১৪ | ১২ ৬ |
| ৯ | ২৭ | ৪ | ৩০ | ১১।৪৩ | ২৫ | ১৩ | ৬ | ১৫ | ১২।৮ |
| ১০ | ২৮ | ৫ | ১ | ১১।৪৪ | ২৬ | ১৪ | ৭ | ১৬ | ১২।৯ |
| ১১ | ২৯ | ৬ | ২ | ১১।৪৬ | | | | | |
| ১২ | ৩০ | ৭ | ৩ | ১১।৪৭ | ২৭ | ১৫ | ১ | ১৭ | ১২।১১ |
| | | | | | ২৮ | ১৬ | ২ | ১৮ | ১২।১২ |
| ১৩ | ১ | ১ | ৪ | ১১।৪৮ | ২৯ | ১৭ | ৩ | ২০ | ১২।১৪ |
| ১৪ | ২ | ২ | ৪ | ১১।৫০ | ৩০ | ১৮ | ৪ | ২১ | ১২।১৭ |
| ১৫ | ৩ | ৩ | ৫ | ১১।৫২ | ৩১ | ১৯ | ৫ | ২২ | ১২।১৬ |
| ১৬ | ৪ | ৪ | ৬ | ১১।৫৪ | | | | | |



এই অৰুনোদই গিয়ান ভগ্নাৰ যোৎ শিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন ছাপাখানাতে ছাপা কৰা হৈছে । আগিতে দিলে বছৰত দাম এটকা, বছৰৰ মুৰত দিলে ১॥ টকা ।

## THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৮ বচৰ। মোং শিৱসাগৰ, ফেবৰুআৰি, ১৮৫৩। নম্বৰ ২।

VOL. VIII. SIBSAGOR: FEBRUARY, 1853. NO. 2.


## খেহ আৰু কানিৰ কথা।

China and Opium.

আফু আৰু কানিৰ উত্‌পন আগেএ কেৱল পাৰ্চি দেসহৃহেং হৈছিল, কিন্তু এতিয়া বহু দেসত পোআ জ ই। আমেৰিকা আৰু ইউৰপ দেসৰ মাজত জি কানিৰ বেৱহাৰ কৰে, তাক প্ৰাই তুৰুকি দেসৰ পৰা নিএ; প্ৰিথিবিৰ আন দেসতকৈ এই ভাৰত বৰ্সৰ ভিতৰত কানি অধিক আৰ্জে। ভাৰত বৰ্সৰ মাজৰ লৰা, বুৰা, মতা মাইকি আদি কৰি অনেক হেজাৰ মানুহে আফুৰ খেতি কৰে। গুটি সিচোঁতে মাটি উত্তম ৰুপে হুল বাই তাৰ বৰ বৰ চপৰাবোৰ গুৰিকৈ ভাঙে, পাচে নৱেম্বৰ আৰু ডিচেম্বৰ মাহত গুটি সিঁচে; ফেবৰুআৰি মাৰ্চ এই দুই মাহত এঁঠা গোটাই।

আফুৰ জেতিয়া ফুল সৰে, তেতিয়াই মানুহে তাক কাটিবলৈ ধৰে। তাৰ জি এঁঠা ওলাই, তাক অতি সাৱধান ৰুপে প্ৰতি গধুলি বেলা



Picture of a Chinese Smoking House.

তোলে, পাচে তোলা হলে জতনকৈ সিজাই গোটাকৈ বা চঁটা চঁটাকৈ বাধি থই। বঙ্গাল আৰু আন আন দেসত একে ভাৱে কানি নে বান্ধে, কোনোএ গোটাকৈ বান্ধে, আন কোনো দেসত চঁটাকৈ বান্ধে; ভাৰত বৰ্ষৰ অধিক ভাগ কানি চিনা দেসলৈ পঠাই। ১৭৬৭ সঁকত কম্পানিএ প্ৰথমে বঙ্গাল দেসৰ পৰা চিনা দেসলৈ কানি পঠালে; ইয়াৰ আগেএ অকল পৰ্ত্তুগিচৰ অলপ লোকেহে তুৰুকি দেসৰ পৰা চিনা দেসলৈ কানি নিচিল; কিন্তু প্ৰতি বচৰে ২০০ চন্দুকতকৈ অধিক নে বেচে।

প্ৰথমে কেৱল চহৰি লোকেহে কানি খাই-চিল, কিন্তু এতিয়া সকলো জাতিৰ মতা, মাই-কি, ফকিৰ, পোৰোহিত লোকেও কানি খাব-লৈ সিকিলে। কানি পুৰি বা পানকৈ খাবৰ কাৰনে লোকবিলাকে গৈ জত গোট খাই, এনে অনেক ঘৰ চিনা দেসত সজা আচে। আৰু অকল লোকবিলাকে কানি খাবলৈকে আমই নগৰত ১০০০ ঘৰ সাজি থোৱা হৈচে। চহৰি লোকে হলে প্ৰাই সেইবোৰ ঘৰলৈ নে জাই, কিন্তু আপোন আপোন ঘৰতে খাই।

কানি খোৱা ঘৰবোৰ দিনে ৰাতিএ সদাই মেলি থই, আৰু সুৱৰ নিমিত্তে ঘৰে পতি বাঁহ বেঁতৰে কেইবা খনো খাট সাজি চাৰি বা পাটিৰে ঢাকি থই। আৰু প্ৰতি ঘৰৰ মা-জত এটা এটা সৰু চাকিও পহৰ দিবলৈ আৰি থই। ঘৰৰ পাচ কালে আন এক ঘৰ থাকে, পাচে জেতিয়া কানি হোঁপোতে হোঁপোতে মা-নুহৰ টোপনি ধৰে, তেতিয়া সেই ঘৰলৈ নি সুআই থই, তাতে কেতিয়াবা ওৰে ৰাতি সুই থাকে।

কানি হোঁপা চিলিম, বেঁতৰ সমান এডোখৰ সৰু নলি, আৰু তাৰ মুৰতে মুৰনিয়া চিলিম থাকে। তাতে মটৰ মাহৰ সমান কানিৰ টিকিৰা সেই চিলিমৰ মুৰত দি তাৰ ওপৰত চাকিৰ জুই লগাই পাচে হোঁপা ধৰে, আৰু একে হোঁপাতে সেই কানিৰ টিকিৰা উৰুআই। মানুহে জিমান বেসি নিস্বাস ৰাখিব পাৰে, সেইমান বেসিলৈকে তাৰ ধোঁআ গিলি থই, পাচে জেতিয়া ৰাখিব নোআৰে তেতিয়া নাকে দি ধোঁআ বাজ কৰি দিএ।

প্ৰথমে কানি খাবলৈ ধৰাবোৰে দুই এক টিকিৰাত বাজে সৰহকৈ খাব নোআৰে; কিন্তু অধিক দিনিয়া কানিয়াই ঘণ্টা চাৰেকলৈকে হুঁপি থাকিব পাৰে। খেহ লোকে সদাই চিঁত হৈ সুইহে কানি হোঁপে।

কানি খোৱাৰ গুন অতি বিসম; জিবিলা-কে তাক পানকৈ বা পুৰি খাবলৈ ধৰে, সেই-বোৰে তাক খোআৰে পৰা দহ বচৰতকৈ অধিক দিন জিয়াই নে থাকে। আৰু জি লো-কে কানি খাই, সি ক্ৰমে অগিয়ানি হৈ জাই, আৰু সেসত তাৰ জি উতম গিয়ানৰ গুন থা-কে, তাক আৰু সৰিলৰ সক্তিকো হেৰুআই; তাৰ গাৰ মঙহ সুকাই জাই, আৰু তাৰ ভা-লকৈ ভোক নে লাগে, সেসত অলপ বচৰৰ মুৰত সি খিনাই খিনাই কেৱল হাৰ মাখোন ওলাই। জি মানুহে ২০ বচৰ বয়সত কানি পুৰি খাবলৈ সিকে, সি তেৰ কুৰি বচৰতকৈ অধিক কাল জিব নোআৰে।

কানি পুৰি বা পানকৈ খোআ ঘৰৰ নক্-চাৰ মাজত কানি খোআৰ পাচে টোপনি ধৰিলে সিইতে জিহত সুই থাকে, এনে বাঁহৰ খাটবোৰ দেখিবা। দুই এক মানুহে হাতত নলিৰে চিলিম ধৰি আচে, আৰু খাটৰ ওচৰে ওচৰে জি সৰু মেজ আচে, তাতে সিইতে চি-লিমত জুই দিবৰ নিমিত্তে চাকি বাধে।

ঘৰৰ পাচ কালে সিইতে এটা মানুহক আন এক ঘৰলৈ লৈ জোআ দেখিবা; সি বৰ টোপনি গল, আৰু সি জত চিঁত হৈ সুই কানি খাইচিল, সেই খাট আনক দিবৰ নি-মিত্তে তাক আন ঘৰত সুআই থবলৈ নিচে।

খেহ লোকৰ লেনটৰ্ন অৰ্থাত আৰিয়া অতি সুন্দৰ, নকচাৰ মাজত সিইতৰ মুৰৰ ওপৰত তেনে আৰিয়া দুটা আৰি থোআ দে-খিবা। জিটো মানুহে আপোনাৰ হাত ওপ-ৰলৈ তুলিচে, সি অলপতে কানি খাবলৈ সি-

কিচে, সেই কাৰনে মনত বৰ পাইচে, কিন্তু তাৰো বেগতে টোপনি ধৰিব, আৰু আনৰ দৰে তাকো সিহঁতে সুআই থবলৈ লৈ জাব।



কানি খোআ চন্দুক।

## মোৰ আই।

My Mother.

আফ্ৰিকা দেসৰ এখান বৰ আৰৰ টাইত জনম পোআ এজনি সৰু চোআলিক বেটি ৰুপেৰে দুৰ দেসলৈ নিয়া হল, তাতে মৰ্কেট নামেৰে এজন পাদুৰি চাহাবে তাইক উধাৰ কৰি আপোনাৰ ঘৰলৈ আনি সিকিবৰ নিমিত্তে মেম চাহাবৰ হাতত সোধাই দিলে; তাৰ পাচে জেতিয়া তাই প্ৰভুৰ সুভ বাত্ৰা সুনি আনন্দৰে গ্ৰহন কৰিলে, আৰু সেই সময়ত আপোনাৰ মাকক সুঁৱৰিলে; কিয়নো য়িচুৰ প্ৰেম তাইৰ মনত লগাতে আপোনাৰ মাকলৈ প্ৰিতি অধিক ৰুপে বৰ্হালে; পাচে তাই ঘনে ঘনে টানকৈ কান্দে দেখি চাহাবে সুধিলে, বোলে, তই কিয় কান্দিচ, হাঁই হাঁই, মোৰ আই, মোৰ প্ৰিয় আই; ইয়াকে কই মন ভাগিল হেন দেখি এনে ৰুপে ক্ৰন্দন কৰিলে। তোৰ মাৰৰ কি হল, এনেকৈ চাহাবে সুধিলে, লুকে লিখা সুভ বাত্ৰা হাতত ধৰি তুলি তাই উত্তৰ দি কলে, এই কিতাপ মোৰ আই কেতিয়াও দেখা নে পাব, জি সুন্দৰ কথা মই সুনিলোঁ; তাকে মোৰ আয়ে কেতিয়াও নু সুনিব; জি পহৰ মোৰ মনত প্ৰকাস হল, সেয়ে তাইৰ ওপৰত কেতিয়াও নোলাব; আৰু জি ত্ৰান কৰ্ত্তাৰ প্ৰেম মই চাকিলোঁ তাকে তাই কেতিয়াও খাবলৈ নে পাব অঃ মোৰ আই; মোৰ প্ৰিয় আই। অলপ দিনৰ পাচত এই সৰু চোআলিৰ মৰন ওচৰ চাপিলহি; কিন্তু মৰ্কেট চাহাব কোসত থাকোঁতে একেবাৰেও তাই, সংসাৰই তাইৰ মনত নে দেখিলে। তথাপি এটা বৰ গধুৰ আৰু অসন্তোসৰ কথা তাইৰ মনত লাগি থাকিল আৰু তেঁও তাইৰ মৰনত উঅহা মুখৰ পৰা জি অৱলেস কথা সুনিলে, সেয়ে এই হাঁই হাঁই মোৰ প্ৰিয় আই। সিখ্যক

## গিয়ান ৰুপে বুধি দিয়া।

A Wise Answer

কোনো এজন পাদুৰি চাহাবৰ দদায়েকে কাৰোবাৰ লগত বৰ বেজাৰ পাই ধমেৰে কলে, মই কেতিয়াও অপৰাধ কৰাটক খেমা ন কৰোঁ। তাতে পাদুৰিএ সুধিলে, ধৰম সাস্ত্ৰে জি কই, তাক তুমি জনা নাই নে? দদায়েকে কলে, কিনো কৈচে, মই জনা নাই। "অগিয়ানি লোকৰ বিদয়তহে খমে নিবাস কৰে," ধৰম সাস্ত্ৰে ইয়াকে বুলিচে। তাতে দদায়েকে বুলিলে, তেন্তে তুমি গৈ সেই মানুহত কোআ মই সকলোকে খেমা কৰিলোঁ, কিয়নো সেই মানুহক বা আনকে সন্তোস কৰাবলৈ মই অগিয়ানি ন হম।

## পৰিখা জই কৰা।

Joy in Temptation.

এটি হিন্দু নৰা খ্ৰিষ্টিয়ান ধৰম গ্ৰাজ্য কৰাত সি তাক পুনৰাই তিয়াগ কৰি আপোন পিত্ৰিৰ ধৰম জেন আৰুও ধৰিব, এই হেতুকে কোনোএ তাক এস ৰুপ দিলে। সেই কথাত সি কি উত্তৰ দিলে? পিতৰে চিমোন মায়াপিক জি উত্তৰ দিলে, সেই ৰুপে সিও আপোনাকে ৰুপ দিয়া মানুহটক সম্বিধান দি কলে, "তোমাৰ লগতে তোমাৰ ৰুপো নষ্ট হওক"। (পাঁ ৮: ২০।) তাতে জিটো সেই নৰাক খ্ৰিষ্টিয়ান ধৰম তিয়াগ কৰাবলৈ জতন কৰিছিলে, সি অতি বিস্বাই মানি কলে, ইয়াৰ আগেএ জিটো নৰা জাতি আচিলে, এতিয়া সি সিচয়ে বেলেগ হল, কিয়নো তাৰ মন আগতকৈ নিৰ্ভই, সাহিয়াল, থিৰ আৰু চঞ্চল হল।



## চাপাখানাৰ বিবৰন ।

**Description of the Printing Office.**

মাহে মাহে অৰুনোদই জেনে মতে পাই,
তাৰ বিবৰন লিখোঁ জন্ত্ৰ সব চাই;
বহু বহু লোক আচে দেখিতে নে পাই,
অচম দেসত জানা এনে জন্ত্ৰ নাই ।
এক গোটা পকি ঘৰ ইটাৰে কৰিচে,
ঠায়ে ঠায়ে বহু জন্ত্ৰ তাহাতে থাপিচে;
কোঁঠালি কোঁঠালি তাক দেখিবাক ভাল,
আৰ্চিৰ দুআৰ তাত দিচে চাৰি ফাল ।
তাহাৰ ভিতৰে জন্ত্ৰ জতেক আচই,
আদি অন্ত নাহি তাৰ কত কৰ্ম হই,
আখৰ ঢলোআ জন্ত্ৰ অতি আচৰিত;
তাহাৰ ভিতৰে হই আখৰ তুৰিত ।
কেইচ নামে এক চাঙ্গ সাজিচে কাঠৰ,
খোটালি খোঁটালি ঘৰ তাহাৰ ওপৰ,
আদি অন্ত নাহি জত আখৰ আচই;
খোঁটালিৰ মাজে সব ভৰিয়া ৰাখই ।
নানা দেসে নানা বাত্ৰা জত জত পাই,
তাকেৰে সি সব কথা ইখানে পঠাই;
মাচুলক দিয়া পাচে তাহাক আনই,
জিতো কথা অতি ভাল তাহাক লিখই ।
তাত জত কথা থাকে কম্পোচ কৰই,
মিচা কথা তাৰ মধ্যে কিচু নে লেখই,
ওপৰে কাগজ দিয়া আখৰ চাপই;
চাহাবক দিএ নিয়া তাহাক পঢ়ই ।
পঢ়ি সুনি পাই তাত জতেক অসুধ,
কৰেক্ত কৰিয়া পাচে তাক কৰে সুধ;
এই মতে হলে পাচে ফৰ্মক বান্ধই,
হজুৰ হুকুম মতে তাহাক চাপই ।
দুই খান সাল আচে সমস্তে লোহাৰ,
আৰু ভালেমান জন্ত্ৰ মাজত তাহাৰ;
তাহাৰ ওপৰে নিয়া আখৰক থই,
ৰুলত কালিক আনি ওপৰে ঘঁহই ।
ওপৰে কাগজ দিয়া ৰুলক ঘুৰাই,
দুই পাকে গৈই তাৰ ভিতৰে সোমাই,
এক চেপা দিলে তাত আখৰ বহই,
এক নিমিসতে চাৰি পাঁচ খন হই ।
দুই এক দিনে জাক লিখিতে নোআৰে,
সিসব আখৰ জানা একে বাৰে পাৰে;
দুই পিঠি তিন কথা জানিবা নিচই,
সেই হেতু দুই বাৰ পুনৰ চাপই;
কাগজ চৌবিচ পাত দিস্তাতে থাকই,
তেনে এক কুৰি দিস্তা দিনতে চাপই;
অৰুনউদই মধ্যে নক্চা জত আচে,
দিনে দিনে চাৰি জনে তাহাক কাটিচে ।
পাঁচ চই দিনে তাক তৈয়াৰ কৰই,
দুই এক বাৰ বিনে আৰু নি দিয়ই ।
এহি ঘৰে কৰ্ম কাৰি প্ৰাই ত্ৰিচ জন,
আগ্যা অনুসাৰে সব কৰ্মক সাধন;
সবাৰ ওপৰে আচে এক অধিপতি,
জত কাম কৰে মানে তেঁওৰ অনুমতি;
তাহাৰ ভিতৰে কাম কৰে জত জন,
লিখিব পঢ়িব পাৰে আনন্দিত মন ।
ইস্বৰৰ অনুগ্ৰহ পাই নিৰন্তৰ,
বয়সে সমান সব দেখিতে সুন্দৰ,
ধন্য ধন্য ইংৰাজিহে বুধিমান হই,
দেৱৰ নিৰ্মান কৰ্ম মানুহে কৰই ।
আগে ৰজা গনে কৰে বহু প্ৰজা পাই,
জত কৰ্ম ইংৰাজিএ কলেৰে চলাই;
জিতো কাম বহু লোকে কৰিতে নোআৰে,
কল হেতু দুই তিনি জনে তাক কৰে ।
অগাধ সাগৰে অবিলম্বে হই পাৰ,
সিসব কৰম দেখি অতি চমত্কাৰ,
সত্য গুনে ইস্বৰৰ দায়া আচে পাই,
দেখা কেনে পুত্ৰৱত্তে প্ৰজাক পালই ।
আমি সবে তাৰ কথা কি কহিব আৰ,
বুধিমন্ত জনে অন্ত নে পাৰন্ত জাৰ;
পাঠক পণ্ডিত সমে লোক দেখিবোক, -

কথা জদি মিচা হই নিন্দিবা মোহোক।
ঘণ্টা এক আচে সিতো ঘৰ ওপৰতে;
নিতে নিতে বাদ্য কৰে প্ৰত্যেক ঘণ্টাতে,
এক প্ৰহৰৰ পথ তাৰ সব্দ জাই,
নিকটে থাকিতে কৰ্ন তাল মাৰে ভাই;
সেহি ঘণ্টা আনি আচে ভাটি দেস হৈতে,
চাৰি পাঁচ জনে মাত্ৰ পাৰই লাৰিতে;
ইংৰাজিৰ কিনো কৰ্ম দেখিয়োক ভাই,
অচম দেসতো এনেকুআ জন্ত্ৰ নাই।
কোন বিধি কৰি দিলে জন্ত্ৰ নিৰুপন,
কোনে কহি অন্ত পাব তাহাৰ কথন;
ধন্য, ধন্য, ইঙ্গৰাজ কিনো বুধিমন্ত,
কোনো কালে এই মত ৰজা নহৰন্ত।
মোৰ জানা নিজ গ্ৰাম উত্তৰ পাৰত,
জন্ম ধৰি আচোঁ, মই আহোম কুলত;
মই অল্পমতি নৰ, দোস ন ধৰিবা,
জি সব অসুধ দেখা সমস্তো খেমিবা;
আত পৰে আন কথা নে পালো ভাবিয়া
সংখেপে ৰচিলোঁ মাত্ৰ দয়াৰাম চেটিয়া।



## দাৰিদৰ গিত।

A Psalm of David.

বিদেসিবিলাকে কিয় হুৰা মুৰা কৰে, আৰু লোকবিলাকে কিয় বিয়ৰ্থ চিন্তা কৰে? ২ যিহোৱা আৰু তেঁওৰ অভিসিক্ত জনৰ অহিতে প্ৰিথিবিৰ ৰজাবিলাক উঠে, আৰু অধিকাৰবিলাকে এই ৰুপে আলচ কৰে, ৩ আহা, আমি সিবিলাকৰ বন্ধন চিঙো, সিবিলাকৰ জৰি গুচাই পেলাওঁহক। ৪ স্বৰগত থকা জি জন, তেঁও হাঁহিব, প্ৰভুএ সিহঁতক ইতিকিঙ্গ কৰিব। ৫ তেতিয়া তেঁও সিহঁতত খঙ্গেৰে কথা কব; মহা ক্ৰোধেৰে সিহঁতক বিয়াকুল কৰিব। ৬ মই আপোনাৰ ৰজাক চিওন পবিত্ৰ পৰ্বতত অভিসেক কৰিলোঁ।

মই নিয়ম প্ৰকাস কৰিম, যিহোৱাই মোত কলে, তুমি মোৰ পুত্ৰ, আজিএই মই তোমাক জনমালোঁ। ৮ মোত খোজা, তেহে তোমাৰ অধিকাৰ বাবলৈ আন দেসিবিলাকক, আৰু তোমাৰ ৰাজ সাসনলৈ প্ৰিথিবিৰ সিমালৈকে দিম। ৯ তুমি লোহৰ ডণ্ডেৰে সিহঁতক দমন কৰিবা, কুমাৰৰ ভাণ্ডৰ নিচিনাকৈ গুৰি কৰিবা।

এই হেতুকে হে ৰজাবিলাক, গিয়ানৱন্ত হোৱা; হে প্ৰিথিবিৰ সোধাৰু সকল, সিক্ষা লোৱা। ১১ ভয়েৰে যিহোৱাক সেৱা কৰা, আৰু কম্পনেৰে আনন্দিত হোৱা। পুত্ৰই জেন খঙ্গ ন কৰে, আৰু তেঁওৰ ক্ৰোধ অগ্নি লগতিলেই উঠাত তোমোলাক জেন পথত বিনাস নো হোৱা, এই নিমিত্তে তেঁওক চুমা দিয়া। জিবিলাকে তেঁওত আস্ৰই লই, সেই সকলো ধন্য।

ওপৰত থকা গিত দাৰিদ ৰজাৰ দোআৰাই তিনি হেজাৰ বচৰৰ আগেয়ে লিখা হল। সেয়ে প্ৰভু যিসু খ্ৰিষ্টৰ পৰমাৰ্থিক ৰাজ্যৰ বিসয়ে হোৱা ভবিস্যত বাক্য। এই কথাই চাৰি ভাগে প্ৰিথক কৰা হৈচে। প্ৰথম ভাগত প্ৰিথিবিৰ লোকে ইস্বৰৰ অহিত হোৱা দেখা জাই; দুতিয় ভাগত মানুহে ইস্বৰক ঘিন কৰাৰ বথাত ইস্বৰে জেনেকৈ তালৈ মন কৰে তাকে আমি দেখিচোঁ। ত্ৰিতিয় ভাগত খ্ৰিষ্ট পিত্ৰিএ সৈতে একে ভাও হোৱা দেখিচোঁ, আৰু একে সমান সক্তি হোআত তেঁও আপোনাৰ সত্ৰুবোৰক দণ্ড কৰিব। আৰু চতুৰ্থ ভাগত প্ৰভুক প্ৰেম কৰি তেঁওৰ আগ্যা মানিবলৈ লোকবিলাকক উদগাইচে।

এই জগতৰ মাজত জেতিয়া প্ৰজাবিলাকে আপোনাৰ ৰজাক ভাল নে পাই, তেতিয়া সি-

বিলাকে তেঁওলৈ দ্ৰোহ আচৰে, আৰু যুধ কৰি জদি সাধ্য হই, তেন্তে ৰজাৰ পৰিয়ালক বধ কৰি আনক ৰজা পাতে। এই ৰুপেই মানুহবিলাকে আপোনাৰ অনন্ত অনাদি ৰজা ইশ্বৰৰ অহিতে উঠিচে বুলি ওপৰৰ সাস্ত্ৰিয় বচনে প্ৰকাস কৰিচে। ইশ্বৰৰ সাসনৰ পৰা আপোনাক মুক্তি কৰিবৰ নিমিত্তে ৰজা আৰু অধিকাৰবিলাকে গোট খাই আলচ কৰে। ইশ্বৰৰ অহিতে এনে বিৰোধ চিন্তা কৰা দেখি, দায়ুদ ৰজাই অতি বিস্মই মানিলে। সেই নিমিত্তে তেঁও সুধিচে, কিয় হুৰা মুৰা কৰে? সিহঁতে জি কৰম কৰে, সকলো বিফল হব; সিবিলাকে জদি ৰৰকৈ হুৰা মুৰা কৰে, বতাহৰ দোআৰাই জেনেকৈ সাগৰৰ ঢৌ ওপৰলৈ উঠাত সাগৰৰ তিৰ ভাঙিব বুলি জনা হই, কিন্তু সেসে আপুনি মনে মনে বালিত মাৰ জাই, সেই ৰুপে সিহঁতৰ সকলো ক্ৰোধ বিফল হৈ জাব।

২ পদত খ্ৰিষ্টক তেঁওৰ অভিসিক্ত জন বুলি মতা হৈচে।

মানুহবিলাকে ইশ্বৰক জেনেকৈ খ্ৰিষ্টৰ অহিতেও তেনেকৈ বিৰোধ চিন্তা কৰে, স্বৰগত ইশ্বৰৰ সিংহাসন আচে, সেই নিমিত্তে প্ৰিথিবিত মানুহবোৰে জি জি কৰে, সি ইশ্বৰৰ সিংহাসন চুব নোআৰে। কিয়নো মানুহে তাক জোকাৰি লুটিয়াবলৈ সেই সিংহাসন অতি দূৰৈ। ইশ্বৰে আপোনাৰ সিংহাসনত বহি প্ৰিথিবিৰ ওপৰত জি জি কৰম কৰা হই' সেই সকলোকে দেখি আচে। তেঁও মানুহলৈ ভই ন কৰে, কিয়নো মানুহ জে অতি নিৰ্বলি লোক তাক তেঁও জানে। সেই হেতুকে সিহঁতে তেঁওৰ বিৰোধে উঠাত তেঁও কেৱল হাঁহেহে, কিয়নো তেঁওৰ ইচা হলে সি হঁতক একে খেনতে গুৰি কৰিব পাৰে। জি মানুহ বন্দিসালত পৰি গধুৰ সিকলিৰে হাত ভৰি বন্ধা হোআত পলাব খুজি, তাৰ লগৰিয়াক কৈ বোলে, আঁহা, আমি এই লোহাৰ সিকলি ভাঙি পলাই জাওঁ, কিন্তু সি কেনেকৈ লোহা ভাঙিব পাৰিব? সেই মানুহত কৈও আমি কোনো ৰুপে ইশ্বৰৰ সাসনৰ পৰা হাত সাৰিব নোআৰোঁ।

ইশ্বৰে কেৱল মানুহৰ অগিয়ান কৰমত হাঁহে এনে ন হই, কিন্তু সিবিলাকৰ পাপৰ কাৰনে সাস্তিকো দিব। তেঁও আপোনাৰ খঙেৰে সিহঁতক কথা কব, আৰু অগ্নিৰুপ ক্ৰোধেৰে সিহঁতত বিয়াকুল কৰিব; পাপি লোকলৈ ইশ্বৰৰ বাক্য মেঘৰ গৰ্জনৰ দৰে ভয়ঙ্কৰ হব, আৰু জেতিয়া তেঁও মাত লগাই, তেতিয়া মানুহে কি কৰিব পাৰিব? একো কৰিব নোআৰে।

ইশ্বৰে জি জি কৰিব খোজে, তাকে তেঁও আপোন গিয়ানৰ দোআৰাই কৰে। তেঁওৰ জদি কোনো কৰম কৰিব লাগে, তেতিয়া কাকো নো সোধে, কিয়নো তেঁও সকলোৰে ওপৰ। গোটেই খান জগতে মান্য কৰিবৰ হেতুকে তেঁও এজনক অভিসেক কৰিলে; সেই জনা ৰজাৰ সিংহাসন পবিত্ৰ চিওন পৰ্বতৰ ওপৰত অৰ্থাত স্বৰগত আচে। সেই ঠাইতে ৰজাই নিবাস কৰি প্ৰিথিবিৰ সকলো দেসক সাসন কৰিচে, তেঁৱে মহা ৰজা, ৰজাৰো ৰজা, প্ৰভুৰো প্ৰভু, সেই ৰজাই ইশ্বৰৰ পুত্ৰ খ্ৰিষ্ট।

৭ পদত প্ৰভু খ্ৰিষ্টে কৈচে, মই নিয়ম প্ৰকাস কৰিম, অৰ্থাত ইশ্বৰে জি নিয়ম থাপন কৰিলে; সেই নিয়মেই এই, তুমি মোৰ প্ৰিয় পুত্ৰ, আজিএই মই তোমাক জনমালোঁ। এইবিলাক কথা অতি গোপনিয়, ইয়াতে ইশ্বৰ আৰু খ্ৰিষ্ট একে সম ভাও হোআৰ প্ৰমান দেখাইচে। এই নিয়ম ইশ্বৰ আৰু খ্ৰিষ্টৰ মাজত অনাদি কালৰে পৰা থাপন কৰা হল; ইয়াক মানুহে বুজিবলৈ অতি কঠিন। খ্ৰিষ্টে আপোনাৰ প্ৰানৰ দোআৰাই জি প্ৰাচিত কৰিলে, সেই প্ৰাচিতৰ বিসয়ে এই কথা দেখা জাই। ইশ্বৰে আমাৰ প্ৰভুক জি গোটেই খন জগতকে তেঁওৰ ৰাজ্য হবলৈ প্ৰতিগ্যা কৰিলে, সেয়ে নিয়মৰ এক ভাগ, খ্ৰিষ্টে মানুহৰ প্ৰাচিত দান কৰিবলৈ সন্মত হোআ, সেয়ে, নিয়মৰ দুতিয় ভাগ। জি কালত সকলো প্ৰিথিবিৰ লোক খ্ৰিষ্টিয়ান হৈ বিস্বাসি আৰু প্ৰেমেৰে আমাৰ প্ৰভুক সেৱা কৰিব, সেই কাল আহিচে।

জিবিলাকে তেঁওৰ আগ্যা নে মানে, সেই-বিলাকৰ কি গতি হব? ঈশ্বৰে এই বিষয়ে খ্ৰিষ্টত কৈছে, তুমি লোৰ ডণ্ডেৰে সিইঁতক দমন কৰিবা, কুমাৰৰ ভাণ্ডৰ নিচিনাকৈ গুৰি কৰিবা। অৰ্থাত জদি দেসৰ লোকে তোমাৰ আগ্যা নে মানে, তেন্তে সিইঁতক দণ্ড কৰিবলৈ মই তোমাক সক্তি দিচোঁ।

ঈশ্বৰৰ সক্তি অতি ভয়ঙ্কৰ, সেই কাৰনে অতিসই ৰূপে ভই কৰিব পাই, কিয়নো কোনে তেঁওৰ সক্তি জই কৰিব পাৰে?

এই কথাৰ দোআৰাই মানুহে ঈশ্বৰৰ অহিত ন হৈ তেঁওক প্ৰেম ভক্তি কৰিবলৈ উদগোআ হৈছে; আৰু জদি সিবিলাকে ঈশ্বৰৰ বিৰোধ হই, তেও তাত একো লাভ নে পাই, কেৱল মহা দুখ জাতনাহে পাব। তাতে ঈশ্বৰে কৈছে, এই হেতুকে গিয়ানৱন্ত হোআ, তেঁওক অৰ্থাত প্ৰভুক চুমা দিয়া। চুমা দিয়াতে তেঁওৰ বস হোআৰ অৰ্থ বুজাই।

হে পাঠক সকল, জিবিলাকে তেঁওত আস্ৰই লই, সেই সকলো ধন্য, এই কথাই নিচেই সত্য; খ্ৰিষ্টৰ অহিত হোআত কোনো লাভ ন হই, কিন্তু তেঁওত আস্ৰই ললে অতি লাভ হব। সেই নিমিত্তে গিয়ানৱন্ত হোআ, দেও দেৱি আৰু মহম্মদৰ সেৱা এৰি, কেৱল সত্য আৰু জিৱন্ত পৰম ঈশ্বৰৰ সেৱা কৰা, তাতে তোমোলোক ধন্য হবা।



'Time shall be no longer."—Rev. x. 5, 6.

কাল পলম আৰু ন হব, প্ৰকাসিত ভবিস্যত বাক্যৰ ১০ আধ্যা ৭ পদ।

## কৰ্নিলিয় আৰু পিতৰৰ দৰ্সন।

The dreams of Peter and Cornelius.

কৈচৰিয়া নগৰত ইতালিয়া নামে বৰুআ হজৰ কৰ্নিলিয় নামেৰে এজন সইকিয়া আছিল। তেঁও ধৰ্মৱন্ত হৈ আপোনাৰ ঘৰৰ সকলোএ সৈতে ঈশ্বৰলৈ ভই কৰিলে, আৰু মানুহবিলাকক ভালেমান দান দি ঈশ্বৰৰ আগত সদাই প্ৰাৰ্থনা কৰি থাকিল। এদিন তিনি পৰিয়া মান বেলিত তেঁও নিচই ৰূপে দৰ্সনত এনে দেখিলে, ঈশ্বৰৰ দুত এজন তেঁওৰ ওচৰলৈ আহি কলে, হে কৰ্নিলিয়। তাতে তেঁওক দেখি ভই হৈ বুলিলে, হে প্ৰভু কি? তেতিয়া দুতে তেঁওত কলে, তোমাৰ প্ৰাৰ্থনা আৰু দান ঈশ্বৰে সুঁৱৰিবৰ নিমিত্তে তেঁওৰ আগলৈ উঠি আছে। এতিয়া য়াফো নগৰলৈ মানুহ পঠাই, সাগৰৰ তিৰত চিমোন নামেৰে এক মুচিয়াৰৰ ঘৰত আলহি হৈ থকা চিমোন, জাৰ প্ৰখ্যাত নাম পিতৰ, তেঁওক মতোআ। কৰ্নিলিয়ত কথা কোআ দুত গলত, তেঁও আপোনাৰ ঘৰৰ দুটা বন্দি আৰু তেঁওৰ আল ধৰা বৰুআৰ মাজৰ ধৰমি এজনক মাতি আনি, এই সকলো কথা কৈ সিবিলাকক য়াফোলৈ পঠালে।

পাচ দিনা সিইঁতে গৈ নগৰৰ ওচৰ পাওঁতেই, পিতৰে দুপৰ মানত প্ৰাৰ্থনা কৰিবলৈ চালিৰ ওপৰত উঠি আছিল। এনেতে তেঁওৰ ভোক লাগিলত খাবলৈ ইচা কৰিলে; কিন্তু মানুহে ভাত ৰুগুত কৰোঁতে তেঁও মুৰ্চিত হৈ পৰিল। তাতে স্বৰগৰ দুআৰ মুকলি হৈ, বৰ কাপৰৰ নিচিনা চাৰি চুকত জোৰা এখান পাত্ৰ তেঁওলৈ নামি পৃথিবিত পৰিবৰ দেখিলে। তাৰ মাজতে পৃথিবিৰ সকলো বিধ ঘৰচিয়া পহু, বনৰিয়া পহু, বগাই ফুৰা জন্তু, আৰু আকাসৰ চৰাই আছিল। পাচে হে পিতৰ, উঠি মাৰি খোআ, তেঁওলৈ এনে আকাসি বানি হল। তাতে পিতৰে উত্তৰ-কৰিলে, হে প্ৰভু এনে ন হই, কিয়নো মই একো বৰ্জিত বা অসুচি বস্তু কেতিয়াও খোআ নাই। তাতে পুনৰ বাৰ আকাসি বানি তেঁওত কলে, ঈশ্বৰে জিহকে সুচি কৰিলে, তাক বৰ্জিত বুলি বুলিবা। এই

ৰূপে তিনি বাৰ হলত সেই পাত্ৰ আকও স্বৰগলৈ তুলি নিয়া হল।

জি দৰ্সন পালে তাৰ কি অৰ্থ, ইয়াকে পিতৰে মনত সংসই কৰি থাকোঁতেই দেখা, কৰ্নিলিয়ই পঠা মানুহবিলাকে সুধি সুধি চিমোনৰ ঘৰ পাই, দুআৰ মুখত থিয় হৈ মাত লগাই সুধিলে, জাৰ প্ৰখ্যাত নাম পিতৰ, সেই চিমোন ইয়াত আছে নে? আৰু পিতৰে সেই দৰ্সনৰ কথা ভাবি থাকোঁতেই আত্মাই তেঁওক কলে, দেখা, তিনি জন মানুহে তোমাক বিচাৰিছেহি; তুমি উঠি নামি, একো সংসই ন কৰি সিবিলাকে সৈতে জোৱা, কিয়নো মইহে সিবিলাকক পঠিলোঁ। তেতিয়া পিতৰে নামি সেই মানুহবিলাকত কলে, তোমোলাকে জাক বিচাৰিছা, সেয়ে মই, দেখা; তোমোলাক কি নিমিত্তে আহিলা? তাতে সিবিলাকে কলে, কৰ্নিলিয় নামে ধৰ্মৱন্ত আৰু ঈশ্বৰক ভই কৰোঁতা, আৰু য়িহুদা দেসৰ সকলো মানুহৰ আগত জসস্যা পোৱা, এনে এজন সইকিয়াই তোমাক আপোন ঘৰলৈ মাতি আনি, তোমাৰ পৰা কথা সুনিবলৈ ধৰম দুতৰ মুখে আদেস পালে। তেতিয়া পিতৰে সিবিলাকক ভিতৰলৈ মাতি নি, আলহি ৰূপে ৰাখিলে। পাচ দিনা তেঁও সিবিলাকে সৈতে জোৱাত য়াফোত থকা ভায়েক গোটা চাৰেকো তেঁওৰ লগত গল।

তাৰ পাচ দিনা সিবিলাকে কৈচৰিয়াত সোমাবৰ বেলিত কৰ্নিলিয়ই আপোনাৰ গিয়াতি ইষ্ট মিত্ৰক মাতি আনি একে ঠাই কৰি, সিবিলাকলৈ বাট চাই আছিলে। পাচে পিতৰে ঘৰ সোমাবলৈ ধৰাত কৰ্নিলিয়ই তেঁৱে সৈতে দেখা দেখি হৈ তেঁওৰ চৰনত পৰি সেৱা কৰিলে। তেতিয়া পিতৰে তেঁওক তুলি কলে, উঠা, ময়ো মানুহহে। পাচে তেঁৱে সৈতে কথা হৈ ঘৰত সোমাই গৈ, বহু মানুহক দেখি সিবিলাকত কলে, বিদেসি লোকে সৈতে লগ লোৱা, নাইবা তাৰ ঘৰলৈকে জোৱা, য়িহুদি মানুহলৈ নিসেধ আছে, ইয়াক তোমোলাকে জানা, কিন্তু কোনো মানুহক বৰ্জ্জিত বা অসুচি নু বুলিবলৈ ঈশ্বৰে মোক দেখালে। এই নিমিত্তে মোক মাতিলতে একো সংসই ন কৰি তোমোলাকৰ ওচৰলৈ আহিলোঁ; এতেকে সুধিছোঁ, তোমোলাকে মোক কিহলৈ মাতিলা? তেতিয়া কৰ্নিলিয়ই বুলিলে, আগৰ চাৰি দিনৰ দিনা এতে বেলিলৈ লঘোনে আছিলোঁ; তাতে তিনি পৰিয়া হলত ঘৰত প্ৰাৰ্থনা কৰোঁতেই দেখা, বগা কাপৰ পিন্ধা এজনে মোৰ আগতে থিয় হৈ এই কথা কলে, হে কৰ্নিলিয়, তোমাৰ প্ৰাৰ্থনা সুনা গৈছে, আৰু তোমাৰ দানো ঈশ্বৰৰ মনত পৰিছে। এই হেতুকে য়াফোলৈ মানুহ পঠাই সাগৰৰ দাঁতিত চিমোন নামেৰে এক মুচিয়াৰৰ ঘৰত আলহি হৈ থকা চিমোন, জাৰ প্ৰখ্যাত নাম পিতৰ, তেঁওক মতাই আনা; তেঁও আহি তোমাত কথা কব। এই নিমিত্তে তেতিয়াই তোমালৈ মানুহ পঠালোঁ; তুমি জে আহিছা, ভাল কৰিছা; এয়েৰেই ঈশ্বৰে জি জি কথাৰ আগ্যা তোমাক দিছে, তাক সুনিবলৈ আমি সকলো ঈশ্বৰৰ আগত গোট খাই আছোঁ।

তেতিয়া পিতৰে মাত লগাই কলে, ঈশ্বৰে মানুহৰ মুখ ৰখা ন হই, কিন্তু জি কোনো দেসৰ মানুহ হওক, তেঁওক ভই কৰি পুন্য কৰম কৰে, এনে মানুহক ঈশ্বৰে গ্ৰহন কৰে, ইয়াৰ নিচই বুজ পালোঁ। য়োহানে বুৰ দিওআৰ কথা কিৰ্ত্তন কৰাৰ পাচত গালিলৰ পৰা গোটেই য়িহুদা দেস খনতে সকলোৱে প্ৰভু য়িচু খ্ৰিষ্টৰ দোৱাৰাই, ঈশ্বৰে ইস্ৰাএলৰ বংসৰ আগত জি কুসলৰ কথা কিৰ্ত্তন কৰোআই পঠালে, তাকে তোমোলাকে জানি আছা। সেই কথা এই, ঈশ্বৰে নাচৰিয়া য়িচু খ্ৰিষ্টক পবিত্ৰ আত্মা আৰু মহিমাৰে অভিসেক কৰিলত, তেঁও ঠায়ে ঠায়ে ফুৰি সৎ কৰম কৰি, চইতানৰ পৰা দুখ পোৱা সকলোকে ভাল কৰিলে; কিয়নো ঈশ্বৰ তেঁওৰ সহাই আছিল। আৰু য়িহুদা দেস আৰু য়িৰুচালমত তেঁও জি জি কৰম কৰিছিল, সেই সকলো কৰমৰ সাখি আমি আছোঁ। তেঁওক মানুহবিলাকে কাঠত তুলি আৰি বধ কৰিলে;

কিন্তু তিন দিনৰ দিনা ইস্বৰে তেঁওক তুলি প্রকাস ৰুপে দেখুআলে। আটাই মানুহৰ আগত ন হই, কিন্তু মৰনৰ পৰা উঠিবৰ পাচে তেঁৰে সৈতে ভোজন পান কৰা ইস্বৰৰ মনোনিত সাখি জি আমি, আমাৰ আগতহে দেখুআলে। আৰু জিয়া মৰা দুইৰো সোধ কৰিবলৈ ইস্বৰে জি জনক নিজোজন কৰিলে, তেঁৰেই সেই জন, এই কথা মানুহত কবলৈ আৰু প্রমান দিবলৈ তেঁও আমাক আগ্যা কৰিলে। আৰু তেঁওত জি মানুহে বিস্বাস কৰে, সেই মানুহে তেঁওৰ নামেৰে পাপৰ পৰা মুক্তি পাব, এই কথাতে সকলো ভবিস্যত বক্তাই তেঁওলৈ সাখি হৈছে।

## হিন্দু লৰাৰ উতম উতৰ।

A Hindu Boy's wise reply.

ভাৰত বৰিসত থকা এজন মিস্যনেৰি চাহাবে হিন্দু লোকৰ ৰথ জাত্রাৰ কালত সুভ বাত্রা কির্তন কৰি আছিল, তাতে চাহাবৰ কথা সুনা লোকৰ মাজত ১২। ১৩ বচৰ বয়সিয়া এটি সৰু লৰাক তেঁওৰ কথালৈ বৰকৈ মন দি সুনি থকা দেখিলে। কেতবিলাক মানুহে ইটে সিটে সুধিচে, ইয়ালৈ কি কাৰনে এই মানুহবিলাক আহিচে, তাতে কোনোএ বুলিলে মুর্তি আৰু ৰথ দেখিবলৈ আহিচোঁ। তেতিয়া সেই লৰাটিএ নমু কিন্তু সাহ ৰুপে সিবিলাকক সুধিলে, বোলে, তোমোলাকলৈ মুর্তি আৰু ৰথ দেখাতে কি উতম কৰম হব পাৰে? এই কথা নিচই টিল, কিন্তু সিবিলাকে তাৰ উতৰ দিবলৈ অতি কঠিন হৈছিল। সেই কাৰনে সিবিলাক সকলোএ ঘূৰি লৰালৈ চাই থাকিল; আৰু কেতবোৰে নিন্দা কৰিবৰ হেতুকে লৰাক কলে, সি খ্রিষ্টিয়ান হলেই ভাল। কিয়নো খ্রিষ্টিয়ান মানুহ প্রিথিবিৰ ভিতৰত অতি দুষ্ট লোক বুলি হিন্দু লোকে ভাবে, আৰু তাৰ নাম সুনিলেও নিন্দা কৰে। তথাপি সেই লৰাটিএ ভই ন কৰি কেৱল ইয়াকেহে কলে, মই তাকে কৰিবলৈ বাঞ্চা কৰোঁ। এই সৰু হিন্দু লৰাৰ নিচিনাকৈ খ্রিষ্টৰ নিমিত্তে অৰুনোদই পঢ়া কিমান লৰাই এনে সাহ দেখাব পাৰে?

## সূর্জ চন্দ্র আৰু তৰাবিলাকৰ বেৱস্থা।

The Solar System.

Part I.

Introduction.

জি জি বিদ্যা মানুহৰ সিখ্যাৰ আৰু বিচাৰ পৰ কৰাৰ প্রয়োজন হই, সেই সেই বিদ্যাৰ মাজত জোতিস বিদ্যা লাভ দিওতা আৰু মনক আনন্দ কৰোঁতা। সূর্জ, চন্দ্র আৰু তৰাবিলাক কেনেকৈ ঘূৰিচে, কিমান ডাঙৰ, ইটৰ সিটৰ পৰা কিমান দূৰৈ, সিঁহতৰ বেলেগ বেলেগ দর্সন, জি ভাৱে সিঁহত আপোন আপোন গতিৰে ঘূৰে, আৰু প্রিথিবি, আকাস হোআৰ কাৰন কি, তাকে এই বিদ্যাৰে বুজা জাই। এই বিদ্যাৰ কথা অতি ভাৰি আৰু আচৰিত। পূর্ব কালত ইয়াৰ অর্থ অলপমান জনাত মানুহে জি ভাবিচিল, এতিয়া তাতকৈ অধিক জনাত, লোকবিলাকৰ গিয়ান বাঢ়ি বাঢ়ি আচে। এই বিদ্যা ন জনাবিলাকেও বিস্মই মানি মন দিচে। আকাসত থকা তৰাবিলাকক চকুৰে দেখিলে জেনে বুজা জাই, তাতকৈ অধিক ডাঙৰ হোআত, সিঁহতৰ অগন্য লেখ, সিঁহত কিমান বেগি আৰু সিঁহত বাটত ঘূৰাৰ সক্তি, কোটি কোটি মাইল ইটে সিটৰ পৰা দূৰ হলেও সিঁহতক টানি অনাৰ কি গুন, আৰু ইস্বৰে সিঁহতক সৃজাৰ সেলত জি গুন ওলাব, এই আটাই কথা মনত ভাবি, বিস্মই মানি, আমি সুখেৰে এই বিদ্যা সিকিম।

আকাসে সকলোকে এটা সুন্দৰ দর্সন দেখাই। ইয়াৰ সিমা ন জনা প্রিথিবিৰ চাৰিও কালে থকা আৰু তাৰ ওপৰত থাপন হোআ জেন দেখে, এনে ভয়ঙ্কৰ গোলাকাৰ মেৰ আমি দেখোঁ। জদি ৰাতিৰ চাঁ এই প্রিথিবিত পৰে, তেতিয়া বহুত চাকিৰ নিচিনাকৈ তৰাবিলাকে দেখা দি নিয়মৰ চলনেৰে গৈ, বেলেগ সময়তে বেলেগ ৰুপ দেখাই, কোনো কোনো বেগে বেগে,

কোনো কোনো লাহে লাহে চলে, ইয়াকে দেখি, আমি আচৰিত ভাবি, ইস্বৰক ভই আৰু আদৰ কৰিবলৈ আমাৰ মন জাই । জলে তলে আমি জাঁও, মাটিত হওক, বা সাগৰত, এই আকাস মণ্ডলে প্ৰিথিবিক বেৰি আছে; হেজাৰ হেজাৰ মাইল ফুৰিলেও সদাই একে দেখিম; আবলৈ ধৰাৰ কালত জেনে, দুৰৈতো তেনে । আমাৰ চকুএ আকাস দেখে, কিন্তু আমাৰ মন অসন্তোস পাই জিহৰ অৰ্থ আৰু সুধিব নোআৰে, উত্তৰো নে পাই, তালৈকে আমাৰ চিন্তা নিয়া হব ।

এই সক্তি ৰুপ ভয়ানক আকাসৰ আদি অন্ত কত, ওখ কিমান, ইয়াক বুধিএৰে জুখিব পাৰে নে? নাইবা মানুহে লেখ আৰু নকচাৰে ইয়াৰ দিঘল বহল জনাব পাৰে নে? আকাসৰ সিমালৈ প্ৰানিবিলাকৰ এজন পৰিখা কৰিবলৈ উৰি গৈচিলে নে? দুতবিলাকে আকাসৰ পথালি জোখ কৰিলে নে? আকাসৰ বাট কত, তাক বিচাৰিলে নে? জি ঠাই স্রুজনৰ বাহিৰ, জত ইস্বৰৰ মহিমা জনা নাই, এনে ঠাই নো আছে নে? জি থানত আদি নাই সেসো নাই, সেই থানত ইস্বৰৰ সক্তি জনা জাই নে নে জাই? স্বৰগ আৰু প্ৰিথিবি, জি আচৰিত স্রিষ্টি, এয়ে সমাপ্ত হল নে? ইস্বৰৰ সৰ্ব সক্তি গুনে এতিয়ালৈকে স্রুজি আছে নে? এতিয়ালৈকে ন স্রুজা বস্তু আমাৰ দৰ্সনৰ ভিতৰ হৈছে নে? এই প্ৰস্নবিলাক সুধিবলৈ, আৰু উত্তৰ পাবলৈ জোতিস বিদ্যাই আমাৰ মন সন্তোস কৰিবলৈ উপাই দিছে ।

এই বিদ্যা ধৰমৰ বিসয়েও সমন্ধ আছে । এজন জসস্যা পোআ কবিএ সত্য ৰুপে কৈছে বোলে, জোতিসিয়া জন অধৰমি হলে তাৰ কৰম বলিয়া হই । তৰাবিলাকৰ থাপনা আৰু থিৰ চলনেই এজন ইস্বৰ আছে বুলি আৰু তেঁওৰ গিয়ান সক্তিৰো নিসংসই ৰুপে প্ৰমান দিছে ।

আকাস মণ্ডলৰ ভাসা নো হোআতো নিয়মৰ চলনেৰে প্ৰিথিবিৰ চাৰিও কালে ঘুৰি সবদ নুসুনিলেও তেও আকাসৰ বাট গোটেই জগতত জনা জাই, আৰু সিইঁতৰ কথাও প্ৰিথিবিৰ সিমালৈকে বুজা জাই । সিইঁতে আটাই দৰ্সন কৰাবিলাকক জনাইছে, জেয়ে ইয়াক নিৰ্মান কৰিলে, সেই জনেই ইস্বৰ । তেঁওক সুঁঅৰিবলৈ ধৰম সাস্ত্ৰত অনেক কথা লিখা আছে । আকাসে ইস্বৰৰ হাতে কৰা কৰম দেখুআই অৰ্থাত তেঁওৰ গিয়ান, সক্তি ক্ৰিপা জগতত নিবাস কৰাবিলাকক বুজাইছে । দিনে দিনলৈ কথা কই, ৰাতিএ ৰাতিলৈ গিয়ান প্ৰৌচিক কৰে । জত সিবিলাকৰ উপদেস সুনা ন হই, এনে একো কথা বা মাত নাই, সিবিলাকৰ বাত্ৰা সকলো প্ৰিথিবিলৈ গৈছে । স্বৰগবিলাকে তেঁওৰ ধৰম প্ৰচাৰ কৰে, আৰু আটাই মানুহে তেঁওৰ মহিমা দেখে । ওপৰলৈ চাই দেখা, এই তৰাবিলাকক কোনে স্রুজিলে? তেঁও আকাসৰ সৈন্যবিলাকক সংখ্যাৰ অনুসাৰে চলাই, আৰু সিবিলাকক প্ৰিথক প্ৰিথক নামেৰে মাতে; তেঁওৰ মহা বল আৰু পৰাক্ৰমৰ প্ৰতাপত সিইঁতৰ এটায়ো আপোনাক লুকুআই ৰাখিব নোআৰে!

সকলোৰে ওপৰত থকা ইস্বৰৰ স্রুজা বস্তুবিলাকক বিবেচনা কৰিবলৈ আমাৰ উচিত, আৰু ইস্বৰৰ গৌৰও অধিক উত্তম ৰুপে বুজি তেঁওৰ নাম আদৰ আৰু ধন্যবাদ কৰিবলৈ জি আকাসৰ তৰাবিলাক তেঁওৰ সক্তিৰ গুন দেখাই, সেইবোৰৰ গুন আমি বিসেসকৈ বিচাৰি দেখোঁইক ।

আকাসে জি জি দেখাই, তাৰ চিল চিল কথাবিলাক তোমোলাকক বুজাবলৈ এই সৰু পুথি লিখিবলৈ ধৰিচোঁ ।

আকাসৰ ওপৰত আৰু প্ৰিথিবিৰ তলত জি জি আচৰিত স্রুজন আমি দেখি আচোঁ, তাক ভাল মনেৰে বিবেচনা কৰিবলৈ আমালৈ উচিত । সকলো মানুহবিলাকে আদৰ কৰিবৰ জোগ্য হোআ জি ইস্বৰ, তেঁও হওক বুলিলত সকলো হল । তেঁওৰ আগ্যাত স্বৰগ আৰু প্ৰিথিবি থাপন কৰা হল । তেঁও সকলোকে স্রুজি অতি বেগ চলনেৰে চলাইছে, তেঁও আমাৰ ইস্বৰ; প্ৰভু য়িচু খ্ৰিস্টৰ দোআৰাই আমাৰ পিত্ৰি, আৰু অনন্ত কালৰ ত্ৰান কৰোঁতাও হই ।

## পৰ্বতবোৰৰ বিবৰন ।

**A General Account of Mountains.**

প্ৰিথিবিৰ ওপৰত তিনি সাৰি অতি অদ্ভুত পৰ্বত আছে, অৰ্থাত ভাৰত বৰিসৰ মাজত হিমালই, দখিন আমেৰিকাত আন্দিচ, ইউৰপত আল্পচ্ পৰ্বত। এইবোৰত বাজে আৰু বহু সৰু সৰু পৰ্বতো আছে; বিসেসকৈ ইতালি দেসত আপেনাইন্স, অস্ত্ৰিয়াত কাৰ্পাথিয়ান, ফ্ৰাঞ্চ আৰু স্পেইন দেসত পাইৰিনিচ্; ৰুচিয়াত উৰাল আৰু কাওকাচচ্ পৰ্বত; উত্তৰ আমেৰিকাত সিলামই পৰ্বত; হিম পৰ্বত, আটলাচ্ পৰ্বত আৰু চন্দ্ৰৰ পৰ্বত আফ্ৰিকাত আছে; কুএনলুন, খিয়াঙ্গান পৰ্বত চিনা দেসৰ মাজত আছে। অচম দেসতো নগা পৰ্বত আদি আন বহু পৰ্বতো আছে।

কোনো মানুহে ভাবে, জদি পৰ্বতবোৰ নো হোআ হলে, তেন্তে জন্তু আদি গচ গচনি পানিৰ বিনে মৰিলহঁতেন; কিয়নো জি তাপৰ আৰু তাপ বতাহৰ দোআৰাই উৰাই নিএ সেই আটাইকে পৰ্বতৰ টিঙ্গে বাধে, তাতে সমান থলত জিমান পানি ন পৰে, পৰ্বতত সিমান সৰহ পানি পৰে। আমি জানিচোঁ, জি সকল ডাঙ্গৰ নদি আছে, সেই আটাইবোৰ পৰ্বতৰ মাজৰ পৰা আহিচে, আৰু জিমান ডাঙ্গৰ পৰ্বত হই, তাৰ পৰা বৈ অহা নদিবোৰো সিমান ডাঙ্গৰ হৈ আছে। সেই ৰুপে গঙ্গা, ব্ৰুহ্মপুত্ৰ, আৰু আন অনেকো ডাঙ্গৰ হিমালই পৰ্বতৰ পৰা আহিচে; আন্দিৰ পৰা আমেজন, আৰু চন্দ্ৰ পৰ্বতৰ পৰা নাইগিৰ নদি আহিচে।

জি মানুহে এনে ওখ পৰ্বতত উঠে, সি উঠি উঠি জাওতে জাবো ক্ৰমেৰে টান পাই জাই; গচ গচনিবোৰো সেই ৰুপে সকলো নষ্ট হই, পাচে তাৰ আটাইৰে ওপৰত হিমে ঢাকি থৰে। জি মানুহে তাত উঠে, সি ক্ৰমেৰে জাৰ টান পোআত আটাইবোৰ কাপৰ গাত লই; আৰু



A distant View of Mountains.

সেই ৰুপে জিটো মানুহ পৰ্বতৰ ওপৰৰ পৰা তৈযামলৈ নামি আছে, সিও ক্ৰমেৰে তললৈ নামি আহোঁতে ঘাম অধিক পোআত গাৰ পৰা কাপৰকে গুচাই।

কোনো ওখ পৰ্বতৰ পৰা জুইৰে মিহলি হোআ ধুঁআ, আৰু চাই ওলাই।

দখিন আমেৰিকাৰ পৰ্বতত উঠা এজন লোকে এই ৰুপে তাৰ কথা লিখিচে, "মই অতি টান জাৰ আৰু ভয়ানক ধুমুহাৰ দোআৰাই বৰ দুখ পালোঁ। আকাস প্ৰাই সকলো কালতে বৰ কুঁঅলিৰে ঢকা হৈ আচিল; কিন্তু জেতিয়া কুঁঅলি গুচি মুকলি হল, তেতিয়া মেঘবোৰ মোৰ তললৈ আহিল, তাতে গোটেই মেঘবোৰক এক সাগৰৰ নিচিনা, আৰু পৰ্বতো তাৰ মাজত থকা মাজুলিৰ নিচিনা দেখা গল। জেতিয়া মেঘবোৰ মোৰ তলত আচিল," তেতিয়া মই অতি ভয়ঙ্কৰ সবদ সুনিলোঁ; আৰু মোৰ ভৰিৰ তলত মেঘৰ গৰ্জন, বিজুলি বিদিত হোআ মই দেখিলোঁ"।

| | |
|---|---|
| তিবেত দেসৰ ধৱলগিৰি পৰ্ব্বত . . . . | |
| হিমালই পৰ্বতভকৈ ওখ | ১৮,৩০০ হাত |
| দখিন আমেৰিকাৰ চিমবৰাজ . . . . | |
| আৰু আন্দিচ পৰ্বত | " ১৪,২৯৪ ,, |
| পাচিফিক সমুদ্ৰুৰ হাৱেই . . . . . | |
| মাজুলিৰ কাআত পৰ্বত | " ১৪,০৮০ ,, |
| দখিন আমেৰিকাৰ পটচি . . . . . | |
| পৰ্বত . . . . . . | " ১৫,০০০ ,, |
| উতৰ আমেৰিকাৰ মাউন্ত . . . . . | |
| চেইন্ত এলিঅচ পৰ্বত | " ১১,৯০০ ,, |
| চিনা দেসৰ হামৰ পৰ্বত | " ১০,০০০ ,, |
| ইউৰপৰ মাউন্ত ব্লেঙ্ক পৰ্বত | " ৯,৭৮৪ ,, |
| ইউৰপৰ তপত জোল ওলোআ . . . | |
| এটনা পৰ্বত . . | " ৭,৩০২ ,, |
| তপত জোল ওলোআ হেক্লা পৰ্বত | ৪,০০০ ,, |
| তপত জোল ওলোআ বেচুবিয়চ পৰ্বত | ১,৪০০,, |

## এটা চিকাৰি আৰু সিয়াল ।

The Hunter and Jackall—A Fable.

এটা চিকাৰি এখান হাবিতে পহু মাৰিবলৈ গৈ, এটা বৰ বৰা আৰু এটা হৰিনা পহু মাৰিলে । পাচে এই দুটাৰে ডাঙ্গৰ ভাৰৰ হেতুকে লৈ আহোঁতে বাটত গুধুলি হল; চিকাৰি লোভতে বৰাকে পহুকে এৰি আহিব নোআৰি এজোপা আম গচৰ তলতে থাকিল। সেই ঠাইতে এটা কাল সৰ্প আচিলে, এই আম গচৰ জি জি আম পকা হই সেই আটাইটি খাই । কিন্তু চিকাৰিক দেখি সৰ্প মনতে গম কৰিলে, ই মানুহ ৰাতি পুআ হলেই এই সকলো আম লৈ জাব, তাতে মোৰ ভোজনৰ দুখ হব, এতেকে সি জেন আম নি নিয়ে এনেকুআ জতন কৰা মোৰ উচিত, ইয়াকে ভাবি চিকাৰিক খোঁট মাৰিলে । পাচে চিকাৰি বিসৰ জালতে পিড়া পাই খৰ্গ উটি এটা সৰ মাৰি সৰ্পক তেতিখনে বধিলে, আৰু আপুনিও প্ৰান এৰিলে । আৰু এটা সিয়াল এই আম গচৰ ওচৰত আচিলে; সেই ঠাইলৈ চিকাৰি অহাতে সিয়ালে মনে মনে বিবেচনা কৰিলে, ৰাতি হলে এই ঠাইতে চিকাৰি মাংস ৰান্ধি খাব; তাতে মোকো অৱস্যে কিছু দিব; জদি আটাই খানি মাংস খাই তথাপি হাৰবিলাক পেলাই দিব, তাকেই পাম । পাচে সৰ্পে খোআতে চিকাৰি মৰিল, আৰু চিকাৰিৰ সৰতে সৰ্পো মৰিল, ইয়াকে দেখি তেতিখনে আম তলৈ আহিল ।

এই ৰুপে সিয়ালে মনৰ বাঞ্চিত খাবৰ মাংস সুম ন কৰাকৈ পাই অতি হৰ্স চিত হৈ মনত বিবেচনা কৰি বুলিলে, এই মানুহক এমাহ সুম নাই কিয়াকৈ বহি থাকি খাম, আৰু পহুএ বৰাই এই দুটাতে মোৰ দুই মাহ ভোজন হব, কিন্তু আজি ৰাতিৰ কাল খই কোনো এক ৰুপে কৰি ,কালিৰ পৰা অলপ অলপ খাম, ইয়াকে ভাবোঁতে ভাবোঁতে এই চিকাৰিৰ ধেনু খন দেখি বিবেচনা কৰিলে, ধেনুৰ গৰু চালৰ বৰতিৰ নিৰ্মান কৰা গুন ইয়াকে খালে এই ৰাতিতো জাব; ইয়াকে ভাবি দাঁতেৰে এই ধেনুৰ গুন চুলে মাত্ৰ গুন চিগি ধেনুৰ আগ ভিঙ্গিএ সোমাই সিয়ালৰ মৰন হল ।

ইয়াৰ অৰ্থ এই ।

মানুহবিলাকৰ জত আপদ প্ৰাই সকলো লোভৰ নিমিতে হই, আৰু অতিসই ধন সাঁচিলে অতি হানি হই প্ৰানো মৰে; এতেকে অতি লোভকো আৰু অতি ধন সঁচাও অনুচিত ।

## সুবচন ।

Maxims.

আমি চহকি হবলৈ বিচাৰোঁ, কিন্তু তাক পাব নোআৰোঁ; আমি মৰনক নি বিচাৰোঁ, তথাপি হাই হাই, সি আমালৈ আহে ।

জিৱনৰ কাল অতি অলপ, তথাপি সিও কেৱল সুমৰহে কাল ।

আমি বৰ গিয়ানি হবলৈ খুজিলে, সবহকৈ খাব নে পাঁও, সবহ বেলালৈ সুব নে পাঁও, আৰু অধিক কথাও কব নে লাগে ।

জি জি কৰম কৰা হই, আৰু জি জি কথা কোআ জাই, সেই সকলো সত্যৰ বা মিচাৰ কলিয়া হই ।

## কামৰুপৰ বুৰঞ্জি, ২ আধ্যা।

History of Kamrup, Chap. 2.

সঁক ১৫৩৭ মাহ্ মাঘ ১৬ দিন গতে দেওবাৰে ভেবে সেই বেলা হাৰুঙ্গ পিকচাই সহিতে কাজলিত ৰল। ১৫৩৩ সঁকত আৰু নৰ নাৰায়নৰ দিনত কচাৰিৰ পৰা ডিমৰুআ ৰজা চৌধ্য হেজাৰ লোকেৰে ভাগি আহিল, বাঠোৰ ভাই পান্তিস্বৰ ৰজা হল। নৰ নাৰায়নে দাঁতিৰ অঠেৰে ৰজা তলপ কৰি দিলে। পান্তিস্বৰৰ পুত্ৰ চক্ৰধৰ ৰজা হৈ নৰ নাৰায়নৰ ঠাইক নে জাই, পাচে নে জাৰৰ হৈ ১২ বচৰ বন্দি কৰি থৈছিলে, চক্ৰধজৰ পুত্ৰ পোআল সিংহৰ পুত্ৰ ৰত্নাকৰ, প্ৰভাকৰ, ৰজা হল। সেই বেলা মৰুৰম খাঁই পৰিখিত ৰজাক ধৰি নিলে, সেই সময়ত্তে জয়ন্তাৰ ধন মানিক ৰজাই ডিমৰুআক মাৰি প্ৰভাকৰক ধৰি নি বন্দি কৰি থৈছিলে; পাচে মানিক ৰজা হৈ প্ৰভাকৰক বঁটা দি মেলি পঠালে। পাচে প্ৰভাকৰৰ পুত্ৰ মঙ্গল ৰজা কাজলিত হাৰুঙ্গ পিকচাইৰ ঠাইলৈ আহি মহা ৰজাত সৰনে পসিলেহি; মহা ৰজাও বঁটা বাহন, হেঙ্গদাঙ্গ, কন্যা, হাতি দি বিদাই দিলে, সেই কালৰ পৰাহে ডিমৰুআ মহা ৰজাৰ হল।

ভেবেসে মহা ৰজা বলি কোঁঅৰক ধৰ্মনাৰায়ন নাম দি দৰঙ্গত ৰজা পাতিলে। আৰু চন্দ্ৰনাৰায়ন, ৰুপনাৰায়ন, প্ৰমুখ্যে পৰিখিত ৰজাৰ জত কোঁঅৰ আচিল, সবে আহি মহা ৰজাক সেৱা কৰিলেহি। তাতে মহা ৰজাৰ প্ৰসাদে গ্ৰাম ভুমিলৈ সৰ্গদেৱক সেৱা কৰি থাকে, কতো দেসক জাই।

আৰু দখিন কুলিয়া ডিমৰুআ আদি কৰি অতেক ৰজা আচে, সবে আহি সৰ্গদেৱক সেৱা কৰিলেহি। কোৰ, কপাহ, কাপোৰ, আদি আনো সম্ভাৰ সকলো লৈ, আহিন মাহ, সঁক ১৫৩৮ তেতিয়া ১৫৩৮ সঁকৰ মাঘত চামধৰাত গৰ বান্ধিলে, ৰজাৰ কোঁঅৰ সৰি গোহাঁই ম্ৰিত্যু হল।

সঁক ১৫৩৮ আৰু পুনৰ বাৰ দখিন কুলিয়া উত্তৰ কুলিয়া চেকেৰিএ সৰ্গদেৱক উদ্যেম কৰালেহি, বোলে, সৰ্গদেও, মহা ৰজা, আমি অতেক চেকেৰি আচোঁ, সমস্তকে ৰজা পৰিখিতে তোমাৰ দুই পাৱৰ তলে দি গৈচে, আৰু বুলিলে, মোৰ অতেক কোঁঅৰ কুঁঅৰি আৰু সৰা আচে, সবাৰে দেও কুটুম্বৰ ঠাইতেহে ভাত, আন ঠাইত তাৰ বৰ্থ্যা নাই, এতিয়া সৰ্গদেৱে জদি আগ্যা কৰে, হাজোত জি বঙ্গাল থনি আচে, তাক ধৰিবলৈ আমাকো সৰ্গদেৱৰ লোক জনকো পাঁচোক, সৰ্গদেৱৰ লোকক পাচ কৰি আমি আগ হৈ ধৰিমগৈ, এতেকে দখিন কোল উত্তৰ কোল সমস্তে সৰ্গদেৱৰ হব, এই কথা সুনি মহা ৰজা আনন্দিত হৈ ভাল বুলি সমাগিলে। পাচে আখোনত মহা ৰজাৰ আগ্যাৰে তিনি জনা গোহাঁই প্ৰমুখ্যে সমস্তে সেনা চেঁচা মুখত গৰ দি বলগৈ। মহা ৰজাও চামধৰাত ৰল; এই মতে মাঘ গল। বঙ্গালো চেথ কমল, প্ৰমুখ্যে হাজো পৰ্বত জুৰি আচে, পাচে আহোমে পৰ্বতক বেৰি গৰ দিলেগৈ, আৰু দখিনে জত নাও আচিল, তাক ভঁৰালি গোহাঁই প্ৰমুখ্যে লুইতে গৈ ভেঁটিলে, বাজে ধৰ্ম ৰজা, পুবে উত্তৰে তিনি জনা গোহাঁই প্ৰমুখ্যে ৰৈ আচে, বঙ্গালো ভাগিবলৈ বুগুত হল। সেই সময়ত্তে সাচাম চিৰিঙ্গে তিনি জনা গোহাঁইকো খালি বচন বুলিলে, বঙ্গাল জে ভাগে তোমোলাকে ন ধৰা কিয়, এই বুলি বঙ্গালক কাটিবলৈ লোক সকলকে কোৱাই সমুখে জুধলৈ পৰ্বতত তুলি দিলে বঙ্গালোঁ বুগুত হৈ আচিল। পাচে মনত দুখে তিনি জনা গোহাঁই আনো সকলো আহোম, পৰ্বতত উঠি জাওতে, বঙ্গালে থোঁৰা মেলি আকে, জত্তে পালে, তত্তে কাটিলে। থকৰক দুৱা গোহাঁই পৰিল; নাও মাৰৰ আহিলো পাতি, জত হিলৈ সকলো পৰিল। জত লোক পৰিল তাৰ সিমা নাই। আৰু হাতি পৰিল ৮০ কুৰি, কেৱা গোহাঁইয়ে ঠাদুআ কৰাই হাতিক ধৰিলে; পাচে তাক আচাৰ মাৰি পেলাই নগৰলৈ আহিল, পাচে জুধ হাৰি পুনৰবাৰ কাজলিত ৰলহি, সঁক ১৫৩৯।

পাচে সৰ্গদেৱে থজ কৰি, থাম্যুত ৰৰ গো-

হাই তিপাম ৰজাক লোহাৰ জিঙ্গৰাত ভৰাই আনিলে; ওপৰে পিকদান ধৰি আহিল, লাঙ্গু নেওগক মুৰত কোবাই মাৰিলে। লাচাম চিৰিঙ্গ, লালুক ফুকন, লাহন, তিনিওকো কাঁইটেৰে চেপি চিনাতলিত মাৰিলে। আৰু উত্তৰ কোলৰ ভূঁয়া, মৰঙ্গি হাজৰিকিয়া, সইকিয়া এই সকলক জাক পালে, সবাকে মাৰিলে। সেই সময়তে লাঙ্গিক বৰ ফুকন নাম দি কাজলিলৈ পঠালে। সেই সময়ৰ পৰাহে বৰ ফুকন নাম হল। পাচে মহা ৰজা গৰগাঁৱলৈ আহিল; সেই বেলা দাৰিকাত পাট ললে। তাৰ পাচে চেখ কমলৰ আগত বিৰু কাৰ্জিএ বোলে, নবাবৰ আগ্যা হলে আচামক মিল প্ৰিতি কৰাই হাতি দাঁত, আগৰ কাঠ অনাই দিব পাৰোঁ, নবাবেও ভাল বুলি সলাগিলে। আগিয়া চুটিত বিৰু কাৰ্জি আছিল, আমাৰ লাঙ্গি ফুকন কাজলিত আছিল, পাচে বিৰু কাৰ্জিয়ে আগুৱান হৈ অস্বক্ৰান্তলৈ আহি লাঙ্গি ফুকনৰ ঠাইলৈ প্ৰিতিৰ কাৰন আমাৰ চকিআলত কৈ পঠালে, ফুকনেও এই কথা সৰ্গদেৱত জনালত ধৰাধৰ কটকিক পঠাই বোলে, ফুকনেও তাক উপাই কৰি কাজলিলৈকে অনাব। পাচে ফুকনৰ আগ্যাৰে ধৰাধৰে সত্য সপত কৰি কাৰ্জিক উপাই মন্ত্ৰনা দোআৰাই নাৱত তুলি আনিলে। পাচে কাৰ্জিএ উমানন্দৰ সেই থানিতে বুলিলে, ধৰাধৰ দেখ, মোৰ কমৰত দুই তৰোআল আছে, তোৰ নাৱৰ মানুহ নষ্ট কৰিলোঁহেঁতেন, জাতো তয়ো ব্ৰাহ্মন, আৰু পুৰোহিতো দুয়ো ব্ৰাহ্মনৰ কোনো থন হই বুলিহে হাত জপাই ৰলোঁ, মোৰ কপালে জি হই সেয়ে হওক। পাচে কাজলি পালেহি, ফুকনে কথা বাত্ৰা হৈ বোলে, ভাল কাৰ্জি জে আহিছে, সৰ্গদেৱক সেৱা কৰি আহকগৈ। এই বুলি মন্ত্ৰনা কৰি গৰগাঁৱলৈ পঠালে; পাচে ধৰাধৰে নি সৰ্গদেও ৰজাক হাজিৰ কৰিলে। সৰ্গদেৱে বোলে, মোকে বঙ্গালকে মিলাব নোআৰে মানে, কাৰ্জি এতিয়া থাকক, এই বুলি বাঘ চোআত ঘৰ বাৰি সাজি দি ৰাখিলে, জাবলৈ নে পালে সঁক ১৫৪০ মাহ জেঠ।

তাত পাচে পাতসাৰ ভাই মিৰ্জা নাথন দখিন কোলৰ পাৰ হৈ ধৰ্ম নাৰায়নক ধৰিলেগৈ, তেতিয়া ৰজা পলাই এৰাল; তিনি জনা কুঁঅৰি হাতিৰ ওপৰত গুলি লাগি পৰিল। পাচে আহোমে খেদি গৈ জুধ দিলে, তেতিয়া মিৰ্জা নাথন ভঙ্গ খাই পলাল। হাৰি মহিএ অকলে খেদি গৈ পৰিল; পাচে সেই সময়তে মামো গোবিন্দেও আহোমৰ লগ লৈ কৰৈ বাৰি সিমা কৰি দখিন কোলে ৰজা হল, বঙ্গালো দখিন কোললৈ পাৰ হবই নোআৰিলে, জি হেতুক ভেঁওৰ লগত মহা ৰজাই ২০০০ কাঁৰি দি থৈছিল। পাচে সত্ৰাজিতে কিছু মানুহ লৈ মামোক মাৰোঁগৈ বুলি আহিল, কিন্তু আহোমৰ কাৰনে নোআৰিলে; সত্ৰাজিতৰ ভতিজাক ইন্দ্ৰ নাৰায়ন পৰিল, আৰু ভৰনিৰাইঁ পৰিল। এই ৰূপে উত্তৰে দখিনে হাৰিত লুকাই কঁৰিয়াই মাৰে, দেখাই দন্দ ন কৰে। সত্ৰাজিতো দুআৰলৈ আহি দন্দ কৰি হাট ভাঙ্গে, পাচে সত্ৰাজিতে কিছু কৰিব নোআৰি মহা ৰজাক বাপ বুলি প্ৰাৰ্থনা কৰি পঠালে। উমৰ, কনাই, দুই মুদৈত কৰি মহা ৰজাৰ ঠাইলৈ লাহৰি, পামৰু, তাও, মুক্তা, প্ৰবাল, আৰো বাখৰ সকল দি পঠালে। আৰু পত্ৰত লিখিলে, মহা ৰজাৰ পুত্ৰ হলোঁ, সৰ্গদেও জদি বোলে বেটা, নেকৰ বোলে নেকৰ মই জি মতে দুআৰত থাকিব পাৰোঁ, তেনে কৰিব।

পত্ৰো এই, স্বস্তি গুনিগন গননিয় পৰম পবিত্ৰ জসোৰাসি মণ্ডিত দিগ দিগান্তৰালাৰি পটলোত্তপাটিল শ্ৰী শ্ৰী মহা ৰজা প্ৰচণ্ড প্ৰতাপেসু দোয়াত সালাম লিখনং কাৰ্জঞ্চ আগে তোমাৰ কুসল হামেচা চাহো ফেৰ হামাৰে মিয়াৰ খোৰ হোয়েগা আৰ তুমি এতবাৰ নগুজাস্ত ওআমাৰে বোধঁ চোৰেথ হোএ শ্ৰী শ্ৰী জুত খুৰমলুক সৰ্গদেৱে ইস্বৰৰ চৰনত দৰগাতে মইমত চৰ দেহজা তোমাৰি খেজমতেত চাকৰি দোত কৰোঁহে অতএব কিলজি মিল ৰাএতেৰ খোচহালিকা হোএ আৰ অধিক লেখা নাভিজে পৰং উমৰ, কানাই কহিবেক হা-

জিৰ আপোনে কাজ গুজাৰি হাকিদকা ইতি জিলকদ সঁক ১৫৪১ ফাগুন ১২।

সন্দেস দলিচা ২০ কুৰি, লাহৰি ২০ কুৰি, পামৰু ১৩ খন, চিট ৫০ খন, তাও ৪০ কুৰি, পোআল ২০ ধাৰ, লঙ্গ ২ মোনা, জাই-ফল ১ মোনা, বগা কাঠ ৪ সেৰ, ৰঙ্গা ২ সেৰ, সত্ৰাজিতৰ লিখা পত্ৰ সুনি সৰ্গদেৱে বুলিলে ভাল, মোক সি বাপ বুলিলে; ময়ো বেটা বুলিলোঁ, পুত্ৰ হলে পিত্ৰিৰ বচন কৰিব লাগে। এই বুলি কমল লোচন কটকিত কৰি সোনৰ নলিএৰে ৰুপৰ জবা তাৰ ভিত-ৰত উত্তম জল দি পঠালে, আৰু উত্তম চাউল, লোন, দি পঠালে। মহা ৰজা বো-লে, পুত্ৰ হলে মাত্ৰিৰ স্তন খাব লাগে; এই পানিয়ে জানিবা স্তন, তাৰ দেসত জিহেতু লোন, চাউল, খালে হাৰাম ন কৰে হেন সুনি-চোঁ; পাচে সত্ৰাজিতেও মহা ৰজাকো সাত সেৰা কৰি জবাতে পানি, চাউল, লোনকো, খালে। আৰু পাট কাপৰ, চিকন কাপৰ, জালুক, আগৰ কাঠ তাক প্ৰভি দিলে, তাৰ মাদৈ ৰুকনলৈ আই কুঁঅৰিৰ নামে আহোম মেখেলাৰে ১ জোৰ কাপোৰ দিলে। মহা ৰজাৰো আগ্যা প্ৰান টাকি কৰিচে।

এই মতে [illegible] দিন মিত্ৰৰতিতে আচিল; সেই সময়তে ভেলাইক দুআৰলৈ পাচিলে। তেতিয়াহে হাট বাট হল; কিয়নো সত্ৰাজিতে হাট বাটৰ কথা কলে, কটকিৰো আয়াজাত হল। তাত পাচে ঢাকাৰ নবাবৰ অনুমতিৰে হৰি বলচাই সোনাৰি মুদৈক বোলে, ঢাকাৰ নবাবেৰে সৰ্গদেৱে একে লগে প্ৰিতি কৰাবা বুলি বাজিত খাঁকে, গোপালকে, সোনাৰি মুদৈৰ লগত পত্ৰ সন্দেস দি পঠাই দিলে। তাও পোআল সোনৰ মসম কৰা পিৰা ১ খন, পাচে সোনাৰি মুদৈএ বঙ্গালৰ কটকিক ফুকনত থৈ, কাজলিত বৰ ফুকনত জনালেগৈ; সত্ৰাজিতে সজাতিত কৈ বৰ ফুকনলৈ কৈ পঠালে, বো-লে, ঢাকাৰ নবাবৰ কটকি আহিলে, তোমাৰ আমাৰ প্ৰিতিটো কেনেকৈ ৰব। ঢাকাৰ নবাবৰ কটকি জেন আহিবলৈ নে পাই, তে-নেকুআ কৰিব। পাচে ফুকনে সজাতিকো, ফুকনৰ ভাৰেক সোচাম তেকাকে, দুইতকে সৰ্গদেৱলৈ কৈ পঠালে, বোলে, সোনাৰি মুদৈএ ঢাকাত বঙ্গালৰ আগত আমাৰ সকলো সন্তেদ কথা কৈ সৰ্গদেৱৰে প্ৰিতি কৰাব পাৰোঁ, এই বুলি উকিল পত্ৰ আনিচে। সৰ্গদেৱৰ বচন হলেহে আনিব পাই, পাচে এই কথা সুনি সৰ্গদেৱে বোলে, সি বেপাৰি, বেপাৰৰ কাম কৰিব; মোৰ সন্তেদ কথাকে কেনেকৈ উকিল পত্ৰ আনিচে। এই বুলি সৰ্গদেৱে সোনাৰি মুদৈক, জই হৰি মুদৈক, নৰ হৰি মুদৈক, এই তিনিক ফুকআত ক্যাটি পটুআৰ ডুঁৰ বান্ধি উটাই পঠালে; আৰু পাইকো কাটিলে, দু কুৰি ৪০, ফুকআৰ পৰা বঙ্গালৰ কটকিক ওলোটাই পঠালে।

## জোৱন ব্ৰাহ্মন খ্ৰিষ্টিয়ান হোৱা।

**Conversion of a Brahman.**

বানাৰচ নগৰৰ এজন জোৱন বামুনে মুক্ত ৰাজ্যৰ কথা সুনি তাক আপোনালৈ অতি অমূল্য হেন বুজি গ্ৰাহ্য কৰিবৰ নিমিত্তে বুৰ পাৰলৈ মিস্যনেৰি চাহাবৰ ওচৰলৈ আহিল। তাতে নগৰৰ সকলো লোকৰ মাজত বৰ হুৰা মুৰা লাগিল, আৰু তেঁওৰ পৰিয়ালবোৰেও সকলো তাৰে তেঁওক ওলোটাবলৈ জতন কৰি-লে; কিয়নো তেঁও অতি উত্তম কুলৰ লোক হৈচিল। খ্ৰিষ্টৰ ধৰমৰ মহা বৈৰি হোৱা, এনে তেঁওৰ বুৰা পিতামহকে কোনো বেলি মৰমেৰে আন বেলি খঙ, তাৰি, আৰু সাও দি সেই সবাৰ লগত বাদ বিচাৰ কৰিলে। আৰু তেঁওৰ বুৰি মাক, মাহিএক, আৰু সাহু-একেও তেঁওৰ ভৰিত পৰি বিলাপ কৰিবলৈ ধৰিলে। কিন্তু সেই সবাই অতি থিৰ ৰুপে থাকি সিবিলাকত সমিধান দি কলে, তোমা-লাকে মোক বাধা ন কৰিবা; মই হিন্দু হৈ থাকিব নোৱাৰি খ্ৰিষ্টিয়ান হব খোজোঁ, কিয়-নো খ্ৰিষ্টে মোৰ নিমিত্তে প্ৰান দিলে।



## অনেক দেসৰ সম্বাদ ।

**Journal of Events.**

জুলাই মাহৰ ১৩ তাৰিখত আমেৰিকা দেহত হোবোকেন নামে এখান নগৰৰ ওচৰে দি জোআ নদিৰ দাঁতিত কেতবোৰ লোক ফূৰ্ত্তে এটি লৰা অকস্মিতে পানিত পৰিল, আৰু সোঁত বৰ টান হেতুকে উধাৰিবলৈ কাৰো সক্তি নাই কিয়া হেন দেখি সকলোএ বিয়াকুল হৈ থকাতে এটা নুকগুলাণ্ড কুকুৰে লৰাক চাই পানিত একে বেলিএ জাঁপ মাৰি অতি বেগেৰে সাঁতুৰি গৈ মুৰ দাঙ্গি ধৰি বামলৈ টানি আনিলে; তথাপি বাম নৌ পাওতে এক ক্ৰোসতকৈ অধিক ভটিয়াই গল, কিন্তু লৰাৰ প্ৰান ৰখ্যা কৰাতে আপোনাৰ সক্তি হিন হৈ হেলেঙ্গ পেলেঙ্গ কৰি পৰি তালেমান বেলিলৈকে উঠিব নোআৰিচিল ।

ভাৰত বৰিসত থকা ডক্তৰ চাহাব লোকবিলাকৰ সংখ্যা তলত লিখা হৈচে ।

| | বঙ্গাল | বম্বাই | মাদ্ৰাজ |
| --- | --- | --- | --- |
| চুপেৰইণ্টেণ্ডেণ্ট চৰ্জন | ১০ | ৭ | ১০ |
| চৰ্জন | ১২৯ | ৫৩ | ৭২ |
| আচিষ্টেণ্ট চৰ্জন | ২৩০ | ১০৫ | ১৫৪ |

কলিকতাত ৯৯ বচৰ বয়সিয়া এজনি বুৰি তিৰোতা জানুআৰি মাহত ম্রিত্যু হল ।

ৰুচিয়া দেসত চেইণ্ট পিতৰ্চবৰ্গ নগৰত ধঁপাতৰ সলনি বগা চাহৰ ধোঁআ মলা ধপাতৰ দৰে পুৰি খাবলৈ নতুন দস্তুৰ পাতিচে ।

স্বুৰ্না দেসৰ আদালিয়া নগৰত বজাৰৰ মাজত অকস্মাতে অতি খঙ্গাল বাঙ্গ কুকুৰ এটা ওলাই, অনেক মানুহক বৰ বেয়াকৈ কামুৰিলে, কিন্তু মানুহৰ মাজত চাৰিও কালে অতি বাঁহাও হলত সি ভই পাই, গৰৰ ওপৰে জাঁপ মাৰি এখান ভাঙ্গৰ বাহিত সোমাল, তাতে কেইবা স মানুহে বতাহত ভুৰ লৈ সুই থকাত সিবিলাকৰ মাজত ১২৮ জনক কামুৰিলে । কিন্তু পাচে তাতো মানুহৰ এৰাও সুনি ভই পাই, এটা মেৰ চাগৰ গঁৰালত সোমালগৈ, আৰু তাতো ৩৫ মেৰ কামুৰি মাৰি ৭৫ টাক খা লগালে । সেই গাঁৱৰ অধিকাৰে অলপ দিনৰ আগেএ গাঁৱৰ মাজত থকা সকলো হিলৈবোৰ নিচিল, তাতে গাঁৱৰ মানুহে একো ৰূপে বাঙ্গ কুকুৰটো মাৰিব নোআৰিলে; কিন্তু পাচ দিনা অধিকাৰে আকও হিলৈ দিয়াত বাঙ্গ কুকুৰক মাৰিলে । ডক্তৰ লোকে কোআ মতে বনৰিয়া জন্তুএ কামোৰা অতি বিসম, সেই ঘটনাৰ দোআৰাই কেইবাটা মানুহো মৰিল ।

---

## মাত্ৰিৰ সান্তনা ।

**A Mothers Consolation**

তিনি বেলি নগৰৰ ইস্কুলত সিকা এটি চই বচৰিয়া লৰা মাউৰত ম্রিত্যু হল । সি আপোনাৰ মাকৰ আগত ধৰম সাত্ৰ পৰ্হি সুনাবলৈ বৰ আস্তিক আচিল, আৰু মাকৰ আগ্যা তালকৈ মানি সগৰ লৰাবোৰকো চেনেহ প্রিতি কৰিচিল । তাৰ মৰনৰ সময়ত সি কাত পৰিত্ৰানৰ ভাৰসা ৰাখিচে বুলি সোধাত, সি সমিধান দি কলে, মই প্ৰভু য়িচুত ভাৰসা কৰিচোঁ; আৰু তেঁওৰ দুখ ভোগ, মৰন সুঁৱৰি মই মনৰ সান্তনাও পাইচোঁ । লৰাটি মাউৰে থৰাত তাৰ মাক আন ঠাইত আচিল, মৰনৰ ঘণ্টা চাৰেকৰ পাচেহে তাৰ পৰা উভতি আহিল । তাতে মিস্যনেৰি চাহাবে মাকক সান্তনা কৰিবলৈ জোআত, মাকে চাহাবক দেখিলতে মাত লগাই কলে, হে গুৰু, ইয়াৰ আগেএ মোৰ পোএ তোমাৰ ইস্কুলত সিকিচিল, কিন্তু এতিয়া স্বৰগত সিকিচে গৈ ।

---

**THE ORUNUDOI,**

**A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.**

***Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.***

# অৰুণোদই

৮ বচৰ। মোং সিৱসাগৰ, মাৰ্চ, ১৮৫৩। নম্বৰ ৩।

VOL. VIII. SIBSAGOR: MARCH, 1853. NO. 3.

## মান দেসৰ সম্বাদ।

**Burman News.**

আমি মান দেসৰ পৰা কোনো ঠিক বাত্ৰা সুনা নাই। এমাহৰ আগেয়ে মান ৰজা মিত্যু হোআৰ বাত্ৰা মাথোন সুনিলো; কিন্তু তেঁও মিত্যু হোআ নাই, কেবল ৩০০ মানুহে সৈতে তেঁওক এটা কোঁঠত বন্দি কৰি থৈচে বুলি কোনো কোনোএ কই, তেঁওৰ বৈনায়েকে দ্ৰোহ পাতি আপুনি ৰজা হব খোজে। আন কোনোএ বোলে, ৰজা মিত্যু হল, সেই কাৰনে তেঁওৰ সননি অনেকে ৰজা হবলৈ ইচা কৰি ইটে সিটে বন যুধ কৰিচে, এয়ে হব পাই। কাপ্তান কেয়াৰ কমিস্যনৰ চাহাবে বন আহ লুট কৰিব খোজা সকলো মান লোকক পেগু দেসৰ পৰা খেদাই দিলে।



মাৰ্তবান নগৰৰ নক্সা।
A View of Martaban.

জি সেনাবিলাকে জানুআৰিৰ ৪ তাৰিখে মাৰ্ত্তবানৰ পৰা জাত্ৰা কৰিচিলে, সিবিলাকে নিৰ্ব্বিঘিনিএ চিটং পালেহি। মান লোকে কেইবা ঠাইতো অজি সকত ৰূপে কোঁঠ বান্ধি আচিল, কিন্তু ইংৰাজি লোক জোআ দেখি ভয়েৰে পলাই গল। বেলিন্ন নগৰৰ অধিকাৰে আপোনা আপুনি নগৰৰ দুআৰ সিবিলাকলৈ মুকলি

কৰিলে, আৰু কোনো বিঘিনি ন কৰাকৈ সিবিলাকৰ বস হল । চিটঙৰ পৰা ইঙ্গৰাজিএ ৱেইগিনলৈ জাত্ৰা কৰিলে; আৰু সেই ঠাইৰ পৰা সিবিলাকে টৌংগুলৈ জাব । এই ৰুপে পেগু আৰু মান দেসৰে মাজত সেনাবে সৈতে আব্রিত কৰি ৰাখিব । পেগু দেসত অনেক ডকাইত আছে, আৰু সিহঁতে বহু সম্পত্তি লুট কৰি নিচে ।

ডনাবেওত কম্পানিৰ সেনাই ডকাইত এমখাক লগ পালে, তাতে ফেব্ৰুআৰিৰ ৩ তাৰিখে সিহঁতে সৈতে জুধ লাগিল । কম্পানিৰ ১৪৫ জাহাজি বনুআ আৰু ৬৭ ৰেজিমেণ্টৰ নেটিব ইনফেণ্টেৰিৰ ৩০০ চিপাহি, আৰু কাপ্তান লক চাহাব সিবিলাকৰ সেনাপতি আছিল । ইঙ্গৰাজিএ ৰাতি এখন হাবি গাঁৱত থাকি, ৰাতিপুআই এডোখৰ জাৱনি হাবিৰ মাজেদি তিনি ঘণ্টামানলৈকে খোজ কাঢ়ি গল; আৰু পোন বাটৰ পৰা এচুকিয়াকৈ ঘুৰি জাঁওতে একেবাৰে সিবিলাকৰ আগত পানি থকা গৰ খাৱৈ এটা পালে, আৰু তাৰ সিপাৰে কাচেৰে বহ্তা মান লোকৰ কোঁচ দেখিলে ।

মানবোৰে সৰহ জুম পাতি গোট খাই আছিল, আৰু বাটত পাঁজি পাতি থৈছিল । কম্পানিৰ সেনাবিলাকে আহি পালতে সিহঁতে চাৰিও ফালৰ পৰা আৰু গচৰ ওপৰৰ পৰাও সিবিলাকলৈ গুলিয়াবলৈ ধৰিলে । তাতে কাপ্তান প্ৰাইচ চাহাব, লেফটেনেণ্ট কেনিদে চাহাব, আৰু ৬৭ জাহাজি বনুআ আৰু ১৮ টা চিপাহিক মাৰিলে । কাপ্তান লক চাহাবৰ গাতো ঘা লাগিলত অলপ দিনৰ মুৰতে তেঁৱো মৰিল । কম্পানি পলাই গল ।

বাচেইনৰ পৰা সকলো মান লোকক খেদোআ হল । বাচেইনৰ পৰা পুবা পচিমাকৈ থকা ৫০ মাইলৰ ভাঁতৰত ডকাইত আছে বুলি আচিষ্টেণ্ট কমিস্যনৰ কাপ্তান ফিত্য চাহাবে সুনি সিহঁতক খেদিবলৈ গল । কাৰেন লোকৰ যোআবাই কম্পানিএ ডকাইতৰ গাঁও পালেগৈ, তাতে সিহঁতে তেতিখনে পলাই গলত, পাচে সিহঁতৰ গাঁও নষ্ট কৰিলে ।

বাচেইনৰ পুবে ৭৫ মাইলৰ অন্তৰত দাগয়াত নদিৰ ডোআৰৰ ওচৰত মান লোক আচে বুলি কাপ্তান ফিত্য চাহাবে সুনি সিহঁতকো লগ পাবলৈ গল । তাতে ১০০০ মান লোক হিলৈৰে সুজুগুত হৈ আছিল । মানৰ অধিকাৰে খোঁৰাত উঠি জাঁওতে কাপ্তান ফিত্য চাহাবে গুলিয়ালে, তাতে সকলোবিলাক মান মানুহ পলাই গল । তাৰ পাচে জঁতে ৩০০০ মান আছিল, সেই ঠাইলৈকো কাপ্তান ফিত্য চাহাব জাত্ৰা কৰিলে । কম্পানিৰ সেনাবিলাক আহিচে বুলি মান লোকে সুনি পলাই গল, তথাপি সিবিলাকে দিনে ৰাতিএ অতি বেগে আহি থকাত সিহঁতক আগ ভেটি ধৰিলে । তাতে ৰজাৰ লিগিৰি এজনি, আৰু কোনো অধিকাৰৰ দুটা পুতেকক ধৰি বন্দি কৰিলে, ৪৭ জন মানক মাৰিলে আৰু ৩০০ হিলৈ কাঢ়ি নিলে ।

## আদি বাসি নগাৰ কথা ।

**Conversion of an American Indian**

আমেৰিকাত থকা এটা আদি বাসি নগা মানুহে এজন পাদুৰি চাহাবত কলে, বোলে, চাহাব, মই নতুন মন পালো; অৰ্থাত খ্রিষ্টিয়ান হল । তাতে সি কেনেকৈ নতুন মন পালি বুলি চাহাবে সুধিলে । সি কলে, মই কব নোআৰোঁ, কিন্তু মই জতে নতুন মন পালোঁ, তালৈকে জদি চাহাব জাই, তেন্তে মই কেনেকৈ নতুন মন পালোঁ, তাকে দেখাব পাৰিম । তেতিয়া সিবিলাক দুয়ো গল । পাচে নগাই হাবিলৈ গৈ কেতখনি গচৰ সুকান পাত গোটাই মাজত ঠাই ৰাখি ঘুৰনিয়াকৈ গচ পাতবোৰ দমালে, আৰু পাতবোৰৰ মাজতে এটা পোক থৈ সুকান পাতবোৰত জুই লগাই দিলে । তাতে পোকে একালে জুইৰ তাপ পাই, আন ফাললৈ বাগৰি জাই, কিন্তু চাৰিও ফালে জুই থকাত সি কোনো ফালে সাৰি জাব নোআৰে । এই ৰুপে ইফাল সিফাললৈ কেইবা বেলিও বাগৰি বাগৰি থকাত সেসত মাজলৈ আহি মৰিবলৈ থৰ কৰ কৰিব



কলা নদিৰ দলঙৰ নকচা.. . ... Black River Bridge Africa.

আফ্ৰিকা দেসৰ কলা নদিৰ ওপৰত দিয়া জি সাঁকো, ওপৰত পকা নকচাত দেখিবা, বাঁহ আৰু কাঠেৰে তাক সাজে. আৰু পানিৰ ওপৰত ওপঙ্গি থাকে । বচৰি বচৰি পানি বাৰ্হিলে, সাঁকো উটুআই নিএ, সেই কাৰনে আকও ন-তুনকৈ সাজে ।

ধৰিলে । তেতিয়াই নগা মানুহটে পোকক হাতত লৈ তুলি আনি কলে, এই ৰূপে ইস্বৰেও মোলৈ কৰিলে । মই আপোনাকে পাপি হেন বুলি জানিলোঁ, আৰু ইস্বৰৰ কোপিত চকুৰে মোৰ ওপৰত নিৰিখন কৰা দেখিলোঁ । সেই কাৰনে মই একালে সাৰি পলাবলৈ জতন কৰিলোঁ, কিন্তু মই নৰকৰ অগ্নি দেখা পালো । তাতে মই আন ফাললৈ পলাবলৈ লৰ মাৰিলো, আৰু তাতো নৰকৰ অগ্নি আছিল । পাচে মই সাৰিবলৈ কোনো উপাই নে দেখাত মোৰ সকলো আসা গুচিল । তেতিয়া প্ৰভু য়িচু খ্ৰিষ্টে ক্ৰিপা কৰি মোক অগ্নিৰ মাজৰ পৰা একে বাৰে দাঙ্গি ধৰি তুলিলে, তাতে মই এতিয়া মনত অতি আনন্দ পাইচো ।

---

## পাৰচি দেসৰ বাদস্যা ।

King of Persia.

পাৰচি দেসৰ বাদস্যাৰ এজন বৰ লোকে ৰজাৰ পৰা এক উত্তম বিসইৰ পদ পাবলৈ অনুগ্ৰহ মাগন কৰিলে । কিন্তু ৰজাই জদি সেই বিসয়ৰ বাব তেঁওক দিএ, তেন্তে বাদস্যাৰ অনিয়াই হই ; সেই হেতুকে বৰ লোকে জি ত্ৰিচ হেজাৰ টকা পাবৰ লোভেৰে এনে বিসই মাগিছিলে, বাদস্যাই তাকে বুজ পাই আপুনি সেই ত্ৰিচ হেজাৰ টকা দিবলৈ প্ৰতিগ্যা কৰিলে । পাচে বাদস্যাই সেই বিসযা জনক মাতি ভৰালিৰ পৰা ত্ৰিচ-হেজাৰ টকা লবলৈ আগ্যা কৰিলে, আৰু কলে, ইয়াকে তুমি মোৰ অনুগ্ৰহ ৰূপ চিন বুলি গ্ৰাজ্য কৰিবা । এনেকুআ দানত মই দৰিদ্ৰ ন হঁও, কিন্তু তোমাৰ অনিয়াই ৰূপ বাঞ্ছা সিধি কৰিলে, নিচয়ে দৰিদ্ৰ হম, কিয়নো তাতে মোৰ অনিয়াই কৰম হব ।



## কামৰূপৰ বুৰঞ্জি, ৩ আধ্যা।

**History of Kamrup, Chap. 3.**

তাত পাচে কলিয়া কটকিক সত্ৰাজিতৰ ঠাইলৈ পঠাইচিলে। পাচে কটকিৰ বস্তু চোৰে নিলে, এই কথা সত্ৰাজিতে সুনি পিতলৰ কলহ ১ জোৰ, কাপৰ ১ জোৰ, ৰূপ ২০ সেৰ আৰু খাবৰ বস্তু জাত সৈতে দি পঠালে। নাও বৈচাক কিচু নি দিলে; পাচে নাও বৈচা আহিলত মহা ৰজাত গোচৰ দিলে, বোলে, সৰ্গদেৱৰ কটকি হৈ ৰজালত বস্তু খুজিব পাই নে কি? পাচে মহা ৰজাই দাই ধৰি সুধিলত কটকিএ বোলে, মোৰ বস্তু জাত চোৰে নিৰৰ সুনি আপুনিহে দি পঠাইচে, মই খোজা নাই; সৰ্গদেৱে বোলে, এই কথাকে কোনে জানে? কটকিএ বোলে, ভেলাইএ জানে; আগ চকিয়ালে জানে, পাচে ভেলাইত লাঙ্গি ফুকনক সুধিব দিলে, কটকিকো ভঁৰালি গোহাঁইক বন্দিকৈ থৰ দিলে; পাচে সাত কটকিৰ লগত বন্দিকৈ থলেনি।

এক দিনা মহা ৰজা পৰ্বতৰ পৰা আহোঁতে হাতি সালত দেখি, সাতোকো কাটিব দিলে। ভঁৰালি গোহাঁইএও জাতো সাতৰ লগত থলে। এতেকেহে সাতৰ লগত আঠকো কাটিবলৈ ভঁৰিকা কোঞৰলৈ নিলে। কলিয়া কটকিএ বোলে, সাতোটাহে কাটিব দিচে, মই ইঁইতৰ লগৰ ন হও, মোক আন দাইতেহে বন্দি কৰিচে, তথাপি নেৰাতে টকা জাচিলে, খৰাখৰে টকা দি এৰাল, তাত পাচে লাঙ্গি ফুকনে লোধ পোচ কৰি জনাই পঠালে, বোলে, হই, সত্ৰাজিতে সুনি আপুনিহে দিলে, পাচে সৰ্গদেৱে কটকিক আনিব দিলে। পাচে ভঁৰালি গোহাঁয়ে কাটিবৰ কথা কলত সৰ্গদেৱে বহু অসন্তোস কৰিলে গোহাঁইকো দাই ধৰি খঙ্গিলে, বৈচাৰ ৰৰা সইকিয়াকো কাটিলে চাউতালকো কাটিলে।

তদনন্তৰে বৰ গুৰুএ সৰ্গদেৱত কলে, মোৰ মানুহ এটা আহি ভাটি দিকিৰ বাত্ৰা কৈচেহি, আমাক ভুজক প্ৰতি ৰজাল বিস্তৰ আহিচে। এই কথা মহা ৰজাই ভেলাইলৈ সুধি পঠালে; ভেলাএ বোলে, মোক সৰ্গদেৱে এই কথাৰ ওপৰে থৈচে, মই ই কথা জনাই নাই, বৰ গুৰুএ কেনেকৈ কই, মই নে জানোঁ। পাচে সৰ্গদেৱে বোলে, তোৰ জি কথা তাক কৰি, তই ইকথা কেনেকৈ ক, এই দাই ধৰি বৰ গুৰু কটকিক কাটিলে। তাত পাচে সত্ৰাজিতে তাৰ বংসৰ দহেকিয়া পুতেকটিকে তাৰে ধাইকে মহা ৰজাক সেৱা কৰিবলৈ সঁজাতিৰ লগত পঠাই দিলে। পাচে সৰ্গদেৱে পৰ্বতিয়া বৰ গোহাঁইক তুলিব দিলে, গোহাঁয়ে বোলে, জিয়াপোক পঠাবৰ উচিত ন হই, কথা বাত্ৰাৰো পাত্ৰ ন হই, লৰাও একো কথা নে জানে, ইঁইতৰে মই কি কথা হম, এই বুলি নু তুলিলে, পাচে সৰ্গদেৱে বৰ গোহাঁইক খঙ্গিলে। বুৰা গোহাঁইকে বৰ পাত্ৰকে তুলিব দিলে; পাচে সৰ্গদেৱেই তুলিলে, হাতি ১ টা, ঘোৰা ২ টা, টাৰ, হাৰ, ৰূপ ২০০০ দি বিদাই দিলে। পাচত বৰ গোহাঁইক খঙ্গ কৰি ভাঙ্গিলে। তাত পাচে মহা ৰজা লাঙ্গি ফুকনক আগ্যা কৰিলে বোলে, জেনেকৈ পাৰে উপাই কৰি সত্ৰাজিতক ধৰি দিয়ক ভেলাইৰে কথা হৈ, পাচে লাঙ্গি ফুকনে ভেলাইক বুলিলে, তই জেনেকৈ পাৰ সত্ৰাজিতক অনা আমিয়েৰে কথা হবলৈ বুলি, জদি আহে আমালৈ বাত্ৰা জনাবি, আমিও সাজু হৈ উমানন্দৰ বালিলৈ কে জাম, পাচে ভেলাই গৈ বৰ ফুকনৰ আগ্যা সত্ৰাজিতত কলে, ভাই নেৰাবেৰে দেখা দেখি নতু হঁও আৰু বুলিলে, জদি আহে আমাৰে কথা বাত্ৰা হবলৈ, আমিও জাম উমানন্দৰ বালিলৈ তেঁও আহিব, তালৈকে এই বাত্ৰা সিয়ে আমালৈ জনাবিঁ; সত্ৰাজিতে বোলে, এক দিনা আমিও জাম। এই কথা ভেলায়ে বৰ ফুকনলৈ জনাই পঠালে। পাচে বৰ ফুকনে কাজলি মুখিয়া জত ফুকন হাজৰিকিয়া সবাকে লগত লৈ উমানন্দৰ বালিত ৰহিলগৈ। সত্ৰাজিতেও ৬০ কুৰি বৈচাৰে আহি দেখা দেখি হল। বামলৈ মুটিল আহোমে কোনো খান কৰে বুলি, বৰ ফুকনে সত্ৰাজিতলৈ সোন এলেৰ, কোঁটা ১০০, খন, খৰা ৩০ খন, কলা

পটিয়া ৪০, গান্ধ ৭ টা সত্ৰাজিতে দিলে, দলিচা ২০ খন, লাহৰি ২০, পামৰি ৪০ খন, তাও ৪০ কুৰি, পোৱাল ২ থাৰ, সঁক ১৫৪১ মাহ চত ।'

---

## সুৰ্জ্জৰ উদই ।

অৰ্থাত

লৰাবিলাকৰ গিয়ান জনমোআ ধৰম উপদেস।

## সৰিলৰ বিসই ।

১ আধ্যা ।

Peep of Day.—Chap. I.

হে প্ৰিয় লৰা সকল, তোমোলাকে আকাসৰ মাজত সুৰ্জ্জক দেখিচা । তাক কোনে আকাসৰ মাজত ৰাখিচে?

ইস্বৰে ৰাখিচে ।

তোমোলাকে হাত মেলি সেই সুৰ্জ্জক চুকি পাব পাৰা নে? ন হই, তাক নোআৰোঁ ।

সুৰ্জ্জ তললৈ খহি ন পৰিবলৈ কোনে ধৰি আচে? ইস্বৰে ।

ইস্বৰে আপোন সক্তিৰে ধৰি থকাৰ কাৰনে সি ন পৰে ।

ইস্বৰে স্বৰগত বসতি কৰে, স্বৰগ সুৰ্জ্জতকৈও বৰ ওখ ।

তোমোলাকে ইস্বৰক দেখিবলৈ পোৱা নে? ন হই, তেঁওক দেখা নো পোৱা ।

তথাপি তেঁও তোমোলাকক দেখে, কিয়নো ইস্বৰে সকলোকে দেখে ।

ইস্বৰে প্ৰথমতে সকলোকে সৃজিলে, আৰু তেঁও সকলোকে প্ৰতিপালন কৰে । ইস্বৰে সুৰ্জ্জক সৃজিলে, আৰু তেঁও দিনে দিনে পহৰ কৰাই । ইস্বৰে বৰষুন সৃজিলে, আৰু তেঁও বৰষাই । ইস্বৰে বতাহ সৃজিলে, আৰু তেঁও ইয়াকে বলাই ।

মোৰ প্ৰিয় লৰা সকল, ইস্বৰে তোমোলাককো সৃজিলে, আৰু তেঁও তোমোলাকক জিয়াই ৰাখে ।

তোমোলাকৰ সৰু সৰু সৰিল আচে; মুৰৰ পৰা ভৰিলৈকে গোটেই গা সৰিল বোলে ।

তোমোলাকৰ সৰু সৰিল জিয়া, সেই দৰে সকলো বস্তু জিয়া নে? ন হই ।

সিল জিয়া ন হই । কিন্তু তুমি সিলৰ কিচিনা নো হোআ; সিল এডোখৰ আঙুলিৰে চোআচোন সি কেনে টেঁচা! তোমোলাকৰ সৰু সৰিল তপত; কোনে তপত কৰিচে?

ইস্বৰে ।

ইস্বৰে স্বৰগত বসতি কৰিলেও, তেঁও স্বৰগৰ পৰা তললৈ চাই, তোমোলাকক জিয়াই ৰাখিচে ।

তোমোলাকৰ মুখৰ আগত হাত দিয়াচোন, কি অহাৰ গম পাইচা?

সেয়ে তোমোলাকৰ উসাহ । তোমোলাকে সদাই উসাহ লৈ থাকা । জেতিয়া টোপনিয়াইচা তেতিয়াও উসাহ লৈচা; তোমোলাকে উসাহ নো লোআকৈ থাকিব নোআৰা ।

কিন্তু কোনে তোমোলাকক উসাহ দিএ

ইস্বৰে সকলোকে কৰে । ইস্বৰে তোমোলাকক এই সৰু সৰিল দিচে, আৰু তাকে জিয়াই ৰাখি, উঠি লৰি ফুৰিবলৈ আৰু উসাহ লবলৈকো দিচে । তোমোলাকৰ সৰিলৰ ভিতৰত হাৰ আচে, ইস্বৰে তাক সকত আৰু টান কৰিলে । দেখাচোন, তোমোলাকৰ হাতত, ভৰিত, পিঠিত, কোলত, অনেক অনেক প্ৰকাৰ হাৰ দিচে ।

ইস্বৰে তোমোলাকৰ হাৰবোৰক মঙহেৰে ঢাকি থৈচে, তোমাৰ মঙহ কোমল আৰু তপত ।

তোমোলাকৰ মঙহৰ ভিতৰত তেজ আচে: আৰু ইস্বৰে বাজত চাল দিচে, আৰু এয়ে তোমোলাকৰ সৰিলক চোলাৰ দৰে মেৰাই আচে ।

এতিয়া তেনে হলে তোমোলাকৰ হাৰ, মঙহ, তেজ, চাল, এই সকলো গাটো সৰিল বোলে । তোমোলাকক এনে সৰিল দিয়াতে ইস্বৰ কেনে দায়ালু হৈচে । তোমাৰ সৰিলত দুখ নে পাৱা বুলি মই আসা কৰিচোঁ ।

তোমাৰ হাৰ ভাগিব নে? হই, ভাগিব পাৰে । জদি তুমি ওখ ঠাইৰ পৰা পৰা,

লগৰ ৩০০ মানে লৈতে হাবিৰ মাজে দি পলাই গাবিল। সেই জুধত দু জন চাহাব মৰা পৰিল, ১১ জন খুন হল। আমাৰ সেনাবোৰৰ মাজত ১৮ টা মৰিল, ৮৪ টা খুন হল। এই ৰনৰ সময়ত কেতবোৰ কাৰেন মানুহ ম্যাতুন সেনাপতিক এৰি, লৰা, ভিৰোতা, গৰুবে টনা ৰথে লৈতে ৰাতিতে পলাই ডনাৰিওলৈ গল। আৰু এন্ধাৰ ৰাতি, তাতে অতি কঠিন বাটো, তথাপি ন ঘণ্টাৰ মাজত ১২ ক্ৰোচৰ বাট গৈ ডনাৰিও পোআত, অতি স্ৰম হোআৰ কাৰনে সিইঁতে পোনেই থিয় হৈ থাকিব নোআৰি মাটিত দিঘল হৈ পৰিল। সেই মান বেগাই জোআতো, ম্যাতুনৰ মানুহে খেদি গৈ সিইঁতৰ তিনটা কাৰেন মানুহ ধৰিলে; আৰু সেই তিনটাক অতি নিৰ্দয়া ৰূপে সাল মৰা হল। সেই ডকাইতৰ সেনাপতিএ অতি নিৰ্দয়াকৈ তাৰ আপোন দেসৰ মানুহ ভালেমান মাৰিলে, আৰু ধৰা পৰিলে অৱস্যে মৰিব। এতিয়া ৰৰখুনৰ দিন আহিল, আৰু ঐৰাৱতি নদিত ৰনুআ ভাপ জাহাজ ৰাজ ধানিলৈকে অতি সহজে জাব পাৰিব। তাতে এই বাৰিখাত সেই মান দেসৰ ৰন সেস কৰা হব পাই; কিন্তু কম্পানিএ মানৰ ৰাজধানি আৰু তাৰ সকলো দেস ন ললে, সিইঁতে মিল হৈ নে থাকিব, ইয়াকে অনেকে কোআ কুই কৰে।

## জাপান উপদিপ।

**Expedition to Japan.**

আমেৰিকা দেসৰ পৰা ১৩ খন জাহাজ জাপান উপদিপলৈ এতিয়া গৈচে। সেই দিপৰ লোকে আন কোনো দেসৰ লোকে লৈতে আলাপ বেৱহাৰ ন কৰে; আৰু সিইঁতৰ দেসত আন দেসৰ লোক ফুৰিবলৈ আৰু থাকিবলৈকো বাধা কৰে। সিবিলাকৰ দেস মুকলি হলে সকলোৰে উপকাৰ হব, এই নিমিত্তে মিত্ৰতা কৰিবলৈ, আৰু জাহাজ লগোআ ঠাই আগলৈ হবলৈকো, আমেৰিকা দেসৰ কোনো প্ৰধান লোকে ১৩ খন জাহাজে লৈতে গৈচে। সেই জাহাজবোৰৰ নাম, ভৰা খোআৰ পৰিমান, আৰু সেনাবোৰৰো সংখ্যা এই;

| জাহাজৰ নাম, | কেই মুনিয়া, | তাত থকা টোপ, | আৰু সেনাৰ সংখ্যা। |
|---|---|---|---|
| বেৰমন্তু, | ৯০,০০০ | ৯৬ | ৮০০ |
| মিচিচিপি, | ৫১,০০ | " | ৩৭৫ |
| চচ্কুইহানা, | ৭৩,৫০০ | " | ৩৬০ |
| প্ৰিঞ্চটন, | ৪৫,০০০ | " | ১৯০ |
| আলিঘানি, | ৪৫,০০০ | " | ১৯০ |
| চাৰাতগা | " | ২২ | ১৯০ |
| চেইন্তু মেৰিচ, | " | ২২ | ১৯০ |
| বিনচেঞ্চ, | " | ২২ | ১৯০ |
| মাকেদনিয়া, | " | ২২ | ৪৫০ |
| পৰপচ, | " | ১০ | ১২০ |

আৰু চাউথ্আম্টন, লেক্সিংটন, তালবট, এই এই নামেৰে তিনি খন আহাৰ আদি ৰনৰ সামগ্ৰি জোআ জাহাজ, তাতো খনে পতি চাৰি চাৰি টোপ আচে।

## জুন, অৰ্থাত আহাৰৰ পঞ্জিকা।

**Almnuac for June, A D 1853 Sal. Sac 1775.**

| জুন | জেঠ | বাৰ | তিথি | দিনমান | জুন | আহাৰ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৪ | ২৫ | ১৩।৩৬ | ১৬ | ৩ | ৫ | ১০ | ১৩ ৪১ |
| ২ | ২১ | ৫ | ২৬ | ১৩ ৩৭ | ১৭ | ৪ | ৬ | ১১ | ১৩'৪১ |
| ৩ | ২২ | ৬ | ২৭ | ১৩।৩৭ | ১৮ | ৫ | ৭ | ১২ | ১৩ ৪১ |
| ৪ | ২৩ | ৭ | ২৮ | ১৩ ৩৮ | | | | | |
| | | | | | ১৯ | ৬ | ১ | ১৩ | ১৩'৪ |
| ৫ | ২৪ | ১ | ২৯ | ১৩'৩৮ | ২০ | ৭ | ২ | ১৪ | ১৩ ৪২ |
| ৬ | ২৫ | ২ | ৩০ | ১৩ ৩৮ | ২১ | ৮ | ৩ | ১৫ | ১৩'৪২ |
| ৭ | ২৬ | ৩ | ১ | ১৩.৩৯ | ২২ | ৯ | ৪ | ১৬ | ১৩'৪২ |
| ৮ | ২৭ | ৪ | ২ | ১৩ ৩৯ | ২৩ | ১০ | ৫ | ১৭ | ১৩'৪২ |
| ৯ | ২৮ | ৫ | ৩ | ১৩ ৩৯ | ২৪ | ১১ | ৬ | ১৮ | ১৩'৪২ |
| ১০ | ২৯ | ৬ | ৩ | ১৩।৪০ | ২৫ | ১২ | ৭ | ২০ | ১৩।৪১ |
| ১১ | ৩০ | ৭ | ৪ | ১৩'৪০ | | | | | ১ |
| | | | | | ২৬ | ১৩ | ১ | ২১ | ১৩'৪১ |
| ১২ | ৩১ | ১ | ৫ | ১৩।৪০ | ২৭ | ১৪ | ২ | ২২ | ১৩।৪১ |
| ১৩ | ৩২ | ২ | ৬ | ১৩'৪০ | ২৮ | ১৫ | ৩ | ২৩ | ১৩'৪১ |
| ১৪ | ১ | ৩ | ৮ | ১৩।৪১ | ২৯ | ১৬ | ৪ | ২৪ | ১৩'৪১ |
| ১৫ | ২ | ৪ | ৯ | ১৩।৪১ | ৩০ | ১৭ | ৫ | ২৪ | ১৩।৪০ |

THE ORUNUDOI,

*Printed and published at the Sibsagor Mission Press, by N. Brown, Editor.*

# অৰুনোদই

৮ বচৰ। মোং সিৱসাগৰ, জুন, ১৮৫৩। নম্বৰ ৬।

VOL. VIII. SIBSAGOR: JUNE, 1853. NO. 6.


## লঙ্কা দিপত মুকুতা বিচৰা।

The Pearl Fishermen of Ceylon.

লঙ্কা দিপ বহু মুলিয়া মুকুতাৰ কাৰনে প্ৰখ্যাতি হৈচে; সেই মুকুতা এবিধ সামুকৰ মাজত পাই, আৰু তেনে সামুক লঙ্কা দিপৰ চাৰিও ফালে থকা সাগৰত অনেক পোআ হই। সেই সামুক বিচাৰি অনাৰ কথা অতি আচৰিত, তাক ধৰি তোলাৰ দুই সমই আচে; প্ৰথম সমই চত, বহাগ; দুতিয় সমই ভাদ, আহিন এই চাৰি মাহ। বচৰৰ ভিতৰত জিমান সৰহ বৰখুন হই, সিমান সৰহ সামুকো পোআ জাই।

এই সামুক তুলিবৰ কাল হলে কোনো কোনো বচৰত ২৫০ নাও সেই কৰমলৈকে জুগুত হই। জি ঠাইত সামুকবোৰ থাকে, সেই ঠাই মানুহবিলাকে পালেই তাতে সিহঁতে লঙ্গৰ পেলাই, আৰু বুৰিওআবিলাকে গাই পতি আপোনাৰ গাত এটা এটা সিল বান্ধে; সেই সিল বহলে পোআ হাত, দিঘলে আদ হাত। সেই সিলেৰে এই উপকাৰ হই, বুৰ দিলে তাৰ কাৰনে আপোনাক থিৰে ৰাখিব পাৰে, সোঁতে ওপঙ্গাই লৈ ফুৰাব নোআৰে, আৰু সাগৰৰ তল পালে, থিৰ ৰূপে তাত



Scene at the Pearl Fisheries.

ফুৰিব পাৰে । সিইঁতে আৰু এটা সিল এটা ভৰিত বান্ধে, তাৰ কাৰনে অতি বেগাই তল পাইগৈ । সাগৰৰ তলত টান [illegible] সিলত লাগি থকা সামুকবোৰ একো দুখ [illegible]নো হোআকৈ তুলি আনিবৰ নিমিত্তে [illegible] চাল মেৰাই ; কোনো সময়ত এবিধ [illegible] দোআৰাই সিলৰ পৰা [illegible] বুৰিওআবিলাকে গাই পতি সামুক [illegible] মোনা একোটা দিঘলকৈ লেজু ডা[illegible] ভিঙ্গিত আৰি লই, আৰু লেজুৰ ইটো [illegible] নাৱত লগাই থই ; সিইঁতে সিলৰ পৰা জিবোৰ সামুক এৰুআই সেইবোৰ সেই মোনাতে ভৰাই ; জেতিয়া তাৰ মোনা ভৰে, নাইবা সি উসাহ লবই খোজে, তেতিয়া সি সেই লেজু লৰাই দিএ, পাচে ওপৰত থকা মানুহে লেজুত বল দি বেগতে তাক ওপৰলৈ তোলে ।

বুৰিওআবিলাকে এই দৰে সাজ পিন্ধি, দু কুৰি হাতলৈকে পানিৰ তলত সোমাই, আৰু সিইঁতৰ পানিৰ মাজত কিঞ্চিতো বৈ থকাৰ বেলি নাই, সেই কাৰনে তলি পোআ মাত্ৰকে অতি বেগাই পানিৰ মাজত চাৰিও ফালে সামুক বিচাৰি সিইঁতৰ হাতত জিমান আহে সিমান মোনাত ভৰাই দিএ ।

বুৰিওআবিলাক জিমান দুৰ দলৈ জাওক, তেও তাত সুন্দৰ ৰূপে পহৰ পাই, তাত থকা সকলোকে দেখে । কোনো কোনো সময়ত সিইঁতক খাবলৈ জুগুত হোআ বৰ ভয়ঙ্কৰ মাচ দেখে ; তেতিয়া সিইঁতে বেগতে বোকাৰে পানিবোৰ ঘুলি পেলাই, তথাপি তাতে সদাই ৰখ্যা ন পৰে । এই কৰমত জিমান সঙ্কট আছে, সেই আটাইৰে মাজত বৰ মাচবাটা ভই প্ৰধান হই । তাত এবিধ মায়াপি লোক থাকে, সেই ভয়ানক মাচৰ মুখ বন্ধ কৰি ৰখা সিইঁতৰ কৰম, আৰু মায়াপিবিলাক নে থাকিলে, কোনো বুৰিওআ মানুহ পানিত নে নামে । সেই কৰমৰ নিমিত্তে সিইঁতে দিনে পতি প্ৰত্যেক নাৱৰ পৰা দহোটা দহোটা সামুক পাই ; জেতিয়া মাচে বুৰিওআ মানুহক ধৰে, সিইঁতে আপোনাৰ দাই গুচাবৰ কাৰনে অনেক চতুৰালি কথা কই, আৰু সিইঁত বৰ কথকি হোআত, মানুহবিলাকক ভুলাবলৈকো বৰ বুধি জানে । জেতিয়া কাপ্তান ষ্টুঅৰ্ট চাহাব তাত আছিল, তেতিয়া তেঁও অনেক বাৰ মায়াপিবোৰৰ প্ৰবঞ্চনা বুজাবৰ নিমিত্তে, এটা মাচ তেঁওৰ জাহাজৰ ওচৰলৈ আনি দেখাবলৈ সিইঁতত কলে । কিন্তু মায়াপিবোৰে বুলিলে, বোলে, জদ্যপি আমাৰ তেনে সক্তি আছেই, তথাপি ন কৰোঁ, কিয়নো মাচ চপাই আনিবলৈ আমাৰ কাম ন হই, দুৰ কৰিবলৈহে আমাৰ কাম । পাচে অলপ দিনৰ মুৰতে জি ঠাইত মানুহবিলাকে সামুক তুলিবৰ কাৰনে নামিবলৈ ধৰিছিল, সেই ঠাইতে ভয়ঙ্কৰ মাচ এটা দেখা হল ; তেতিয়াই ষ্টুঅৰ্ট চাহাবে মায়াপি এটাক মাতি ভাবি দি কলে, বোলে, জি ঠাই মোৰ মানুহে ঠিকনাকৈ লৈছিলে, আৰু সামুক বিচাৰিবলৈ নামিব লগা আছিল, এনে ঠাইলৈ জে মাচ আহিব দিয়, তোৰ ভই নাই নে ? এই দৰে মোৰ অনেক টকাৰ হানি ন হই নে? তাতে সেই চলাকি মায়াপিএ কলে, বোলে, তুমি অনেক বেলি মোৰ সক্তি বুজিবৰ নিমিত্তে এটা মাচ দেখাবলৈ কৈছিলা ; এতিয়া তোমাক সন্তোস কৰিবলৈহে এই মাচটো আহিবলৈ মই তাক অনুমতি দিলোঁ ।

উত্তম ৰূপে বুৰিওআবোৰে একে উসাহে এডাঁৰ পোন্ধৰে পল বেলিলৈকে পানিৰ তলতে থাকে ; জিবোৰে সেই কৰম নকৈ সিকিচে, সেইবোৰো থকা আদ ডাঁৰতকৈ তাকৰ ন হই । আৰু জিমান বেলিলৈকে পানিৰ তলত থাকে, তেতিয়ালৈকে উসাহ নো লোআকৈএ থাকে ; সিইঁতে অনেক দিনৰ পৰা সিকি থাকিহে এই কঠিন কৰমত পাৰ্গত হই । উসাহ লব খুজিলে সিইঁতে হাত দুটাৰে নাৱত লগাই থোআ লেজু বৰকৈ লৰাই দিএ, তেতিয়া নাৱত থকা মানুহবিলাকে বল দি তাক নাৱলৈ তোলে ; আৰু সেই দস্তুৰেৰে সামুকবিলাকো লৈ নাৱত থই ; সিইঁতৰ এটা এটা মানুহে কোনো কোনো সময়ত পাঁচ স সামুক গোটাই তুলি আনে ।

সকলো দেশত মুকুতা অতি বহু মুলিয়া বস্তু, এই কাৰনে সকলো ৰজা আৰু প্ৰধান লোকৰ মুকুতাই অলঙ্কাৰৰ মাজত প্ৰধান বুলি গনা হল। আগৰ কালত ৰুমিয়া ৰাজ্যৰ দিনত থকা জুলিয়চ্ কৈচৰৰ ৪,৮৪,৫৭০ টকা মুল্যৰ মুকুতা এধাৰ আছিল। আৰু ক্লিয়পাত্ৰৰ মুকুতাৰে নিৰ্মান কৰা ১৬,১৪,৫৮০ টকা মুল্যৰ কানৰ কুণ্ডল আছিল। পুৰ্ব্ব কালৰ পুথিত এনে আন বহু মুলিয়া মুকুতাৰ কথা লিখা আছে। তাকে জানি মাথিএ লিখা ১৩ আধ্যাৰ ৪৫, ৪৬ পদত চাই, আমাৰ প্ৰভু ত্ৰান কৰ্ত্তাৰ কথা বিবেচনা কৰা; তাতে লিখা কথা এই; "আৰু স্বৰগ ৰাজ্য উত্তম মুকুতা বিচাৰোঁতা এক মুদৈৰ নিচিনা হই; সি বহু মুল্য এটা মুকুতা পাই, পাচে গৈ আপোনাৰ জি জি সম্পত্তি সকলোকে বেচি, সেই মুকুতা কিনে"। অৰ্থাত, দ্ৰিষ্টান্ত ৰুপে বহু মুল্য মুকুতা ৰুপ জি পৰিত্ৰান, তাকেহে পাবলৈ আমি ধন, সোন, বা সংসাৰিক সুখ এৰিব লাগিলে, জিমান বা হওক, তথাপি সেই মুদৈৰ নিচিনা অসিমা লাভ পাম। ম.

## বাতিৰাম প্ৰচাৰকৰ সান্তনা ৰুপে মৰন।

**Death of Batiram Dass Peck.**

শিৱসাগৰ জিলাত থকা খ্ৰিষ্টিয়ান মণ্ডলিৰ এজন অতি উত্তম আৰু মান্যৱন্ত ভাই, ২৮ মেই তাৰিখে ৰাতি পুৱা ৪ বজাত, প্ৰভু য়িচুৰ চৰনত আনন্দে সয়ন কৰি মহা নিদ্ৰা গল।

তেঁওৰ মৰনৰ কিচু দিনৰ পুৰ্ব্বে, কোনো প্ৰিয় লোকৰ আগত আপোনাৰ মনৰ কথা প্ৰকাস কৰি কলে, বোলে, "মই মৰনলৈ ভই ন কৰোঁ, কিয়নো জি জনত মই বিস্বাস কৰিলোঁ, মোৰ সেই প্ৰিয় প্ৰভুএ আপোন তেজেৰে মোৰ সকলো অগনন পাপৰ মোচন কৰিলে। এতিয়া মই আসা কৰিচোঁ, আৰু অলপতে ইস্বৰৰ পৰম থানত লোমাই, আব্ৰাহাম, ইচাক, আৰু য়াকোবৰ লগত ভাগ পাম। মই ইয়াতে বৰ দুখ পাইচোঁ হই, কিন্তু সেই ওপৰ পবিত্ৰ থানত লোমালে মোৰ অনন্ত বিস্ৰাম হব।" তাৰ পাচত ওপৰলৈ চাই আপুনি এই গিত গান কৰিলে;

"প্ৰভুত মোৰ আছিল কেনে ৰঙ্গ,
প্ৰথমে পাই দৰ্সন!
অহ, কলৈ গল, সেই সুখৰ কাল!
মধুৰ জেন তাৰ স্মৰন!"

ইয়াকে গাই, ওচৰত থকা ভাইবিলাকত কলে, তোমোলাকে কিচুমান গান কৰা, কিয়নো মোৰ প্ৰভুৰ গান সুনিবলৈ মোৰ বৰ ইচা আচে।

ওহে মোৰ প্ৰিয় ভাই, জোআ স্বৰ্গধাম,
তাহাতে অনন্ত কাল কৰিও বিস্ৰাম;
দুখ আৰু ক্লেস একো ন হব স্বৰ্গত,
কেৱল নিৰ্ম্মল সুখ হৈবেক মনত।
ন হব বেদনা আদি অসন্তোস মন,
সেহি থানে কোনো কালে ন হব ক্ৰন্দন;
প্ৰিথিবিত জেন দুখ পাপৰ কাৰনে
তেনে ৰুপে চকু পানি নোলাব নয়নে।
সে দেখি কৰিলা আৰু মনতে বিস্বাস,
এতিয়া তেঁওৰ সঙ্গে কৰিবা নিবাস;
পাপ হেতু ক্ৰন্দন কৰিলাহা জতেক,
তেঁৱে মচি গুচুআব চকুৰ লোতক।
তাৰ পাচে প্ৰভু সঙ্গে থাকি মহানন্দ,
হাতে বিন ধৰি কৰিবাহা ধন্যবাদ;
আৰু মধু স্বৰে ধৰি তেঁওক নিতে গান,
অম্ৰিত নদিৰ জল কৰি থাকা পান।
ন কৰে প্ৰবেস আৰু তাত একো পাপ,
কোনো কালতো ন হব মনৰ সন্তাপ;
জিৱনৰ ব্ৰিখ্য আচে, নাহি আৰু সাপ,
সুৰ্জ নতু চন্দ্ৰৰো ন হব একো তাপ।
এহি ৰুপে সুখ তাত আচই অসেস,
তাহাক ভুঞ্জিয়া ভাই, হয়োক সন্তোস;
আমাৰ সান্তনা হেতু ইয়াকে লিখিলো,
স্বৰ্গত সে দেখোঁ মানে বিদাই মাগিলো।

ন. ল. ক.





## খেহ আৰু অচম দেসৰ ইস্কুলৰ কথা ।

Chinese and Asamese Schools.

খেহ দেসৰ এই ইস্কুলৰ নকচা চোআচোন; চাতৰবোৰে মেজৰ ওচৰত চকিত বহি, পিৰাত ভৰি থৈ, বৰ এলেহুআ ভাৱে আচে । সিহঁতৰ পুথিবোৰ আগতে পৰি আচে, সোঁ হাতে কাপ মৈলাম থাকে । ওজা একলিয়া হৈ বহি, চাতৰ এটাৰ পাঠ চাইচে । চাতৰে পাঠৰ মহলা দি তাৰ বহা ঠাইলৈ গৈচে বুলি, নকচা চাই ভাবিব পাৰা, কিন্তু তেনে ন হই; সি এতিয়া ওজাৰ আগত পাঠৰ মহলা দি আচে । খেহ দেসৰ ইস্কুলত ওজাক পাঠৰ মহলা দিয়াৰ সময়ত চাতৰে তেঁওলৈ পিঠি দি বিমুখেহে থাকে; সমুখে থাকি পাঠ গালে কি জানি চাতৰে ওজাৰ পুথিতে চলকৈ চাই, এই আসন্কাৰে পিঠি পাচকৈ থাকিব দিএ । পুথি নো চোআকৈ আওৰোআ পাঠ গালো, খেহবিলাকে এনেকৈ নু বুলি, এই দৰে কই বোলে, পুথিক পাচ কৰালো । ওজাক পাঠৰ মহলা দিঁওতে গাটো হালি জালি বৰ বেগিকৈ মাতে; বহি থকা চাতৰবোৰেও বৰ মাতেৰেহে পৰ্হে; পৰ্হোতে এনে বৰ সবদ ন হলে সিবিলাকে ভাল নে পাই ।

'এই ৰুপে আমাৰ অচম দেসৰো কোনো কোনো ইস্কুলত অনুচিত আচৰন আচে । কেতবোৰ ওজাই দৰমহা খাই প্রবর্ত্তি থাকে হই, কিন্তু চাতৰবিলাকৰ গিয়ান বিদ্যা কি ৰুপে বাৰ্হিব, তালৈ সিহঁতে একো স্ৰুম ন কৰে । কোনো কোনো ওজাই কেৱল বৰ লোকৰ লৰাকহে আস্তিকৰৈ পৰ্হাই, সামান্য মানুহৰ লৰাত মন নি দিএ । কোনো ওজাই বৰ এলাহত থাকি চাতৰ এটাৰ দোআৰাইহে লৰাবোৰক পৰ্হাই; আৰু পৰ্হাসালিসৈকো পলমকৈহে আহে, জাঁওতে সোন কালে জাই; জদি কোনো চাতৰক হাজিৰ নে পাই তাৰ কাৰনো নি বিচাৰে । আৰু কোনো কোনো ওজা আপুনি অগিয়ানি হোআৰ নিমিত্তে বিদ্যা উত্তম ৰুপে সিকাবই নোআৰে, আৰু সিকিবলৈকো মন ন কৰে । ইয়াত বাজেও অতি অসন্তোসৰ কথা এইটোহে, জে পিত্রি মাত্রিয়েও তাৰ আপোন সন্তানবিলাকক লিখা পৰ্হাৰ উপাই নি দিএ । খেহ দেসতো গিয়ান বৰকৈ বৰ্হা নাই; আৰু আমাৰ অচম দেসতো জেতিয়ালৈকে ওজাবিলাকে সিহঁতৰ ইস্কুলবোৰ উত্তম হবলৈ অধিক স্ৰুম ন কৰে, তেতিয়ালৈকে গিয়ান অধিককৈ নে বাৰ্হিব । জগতৰ মাজত জি আটাইতকৈ উত্তম দেসবিলাক আচে, তাত তিৰি পুৰুস প্রাই সকলো প্রজাৰ লিখা পৰ্হাৰ গিয়ান আচে; কিন্তু আমাৰ এই দেসত অসংখ্য লোকে বিদ্যা নি সিকাকৈ আয়ুস নিয়াইচে ।

## য়োচেফ, নতু ভোজৰ কথা।

**Lesson XVII.—Joseph or the Feast.**

ভায়েকবিলাকে এতিয়া সিবিলাকৰ পিত্রি বুঢ়া য়াকোবক বুজাই বৰাই একো উপাইৰে বেনিয়ামিনক নিব নোঅৰা হেতুকে সিবিলাক কিনানতে থাকিব লগিয়া হল। সিবিলাকে সিঘ্রে আটাই খিনি সহ খাই ঢুকালে, আৰু পথাৰতো নাই, সিবিলাকে এতিয়া আহাৰৰ নিমিত্তে কি কৰিব?

সিবিলাক জেনে ভোকেৰে আছিল, ইয়াকে য়াকোবে দেখি সেসত বুলিলে, আৰও আমালৈ কিচু সহ কিনি আনাগৈ।

তেতিয়া সিবিলাকে কলে, বোলে, বেনিয়ামিনক আমাৰ লগত ন পঠিয়ালে আমি তালৈ জাব নোআৰোঁ, কিয়নো সেই সহ বেচা মানুহে আমাক কৈচিলে, বোলে, আমি জদি ভাইক আমাৰ লগত লৈ নে জাঁও, তেন্তে আমি তেঁওৰ মুখকে দেখিবলৈ নে পাম। এই কাৰনে এতিয়া তুমি জদি ভাইক আমাৰ লগত পঠিওআ, তেন্তে আমি জাব পাৰিম, ন পঠিয়ালে আমি জাব নোআৰোঁ।

তেতিয়া য়াকোবে এই কথা সুনি বৰ অসন্তোস মনেৰে সিবিলাকত কলে, তইঁতে সেই মানুহৰ আগত আৰু এটা ভাই আচে বুলি কৈ মোলৈ এই কুকৰম কিয় কৰিলিহঁক?

তেতিয়া ভায়েকবিলাকে উতৰ দি কলে, সেই মানুহে আমাক ইমানকৈ সুধিচিলে, বোলে, তোমোলাকৰ পিত্রি এতিয়ালৈকে জিয়াই আচে নে? তোমোলাকৰ আৰু আন ভায়েৰ আচে নে? তেঁও আমাৰ ভাইক আনিবলৈ কব বুলি আমি কেনেকৈ জানিম?

তথাপি য়াকোবে বেনিয়ামিনক এৰি দিবলৈ ইচা ন কৰিচিল। য়িহুদা নামে আন এজন ভায়েকে কলে, বোলে, তুমি জদি তাক নিব দিয়া, তেন্তে মই তাক সাৱধানে নিম, মই তাক তোমালৈ ওভোতাই আৰও আনিবলৈ অঙ্গিকাৰ কৰিচোঁ, আৰু তাক জদি মই নানোঁ, তেন্তে তোমাৰ আটাই দোসৰ ভাৰ মোৰ গাতে পৰিব। কিয়নো তুমি তাক আমাৰ লগত ন পঠিয়ালে, আমি আৰু আমাৰ সঙ্গে সঙ্গে লৰা চোআলিএ সৈতে ভোকতে মৰিমহঁক।

য়াকোবে তাক ৰাখিবৰ আৰু একো উপাই নে দেখি, ভাবিলে, আমি সকলো আৰু বেনিয়ামিনো ভোকতে মৰিব লাগিব, ইয়াকে জানি তেঁও য়িহুদাৰ হাতত বেনিয়ামিনক সোধাই দিলে।

কিন্তু সেই মানুহ জন সিবিলাকলৈ নির্দয়ালু হোআ দেখি সিবিলাকে ধন চুৰ কৰি নিচেহি বুলি তেঁও কব, ইয়াকে ভাবি য়াকোবে ভই কৰিচিলে। এই হেতুকে তেঁও সেই মানুহলৈ সিবিলাকক অলপ ভেঁটি গোটাই লবলৈ কলে।

সিবিলাকে এতিয়া তেঁওলৈ কি ভেঁটি লব? সিবিলাকৰ বাৰিত ফুল আৰু গুটি আছিলে।

য়াকোবে সিবিলাকক বুলিলে, তোমোলাকে সেই মানুহক ভেঁটিবলৈ গচৰ পৰা চিজি বাদাম আদি গুটি আৰু গন্ধৰস, আৰু মৌ কিচু কিচু লোআ।

সেই মানুহ জন বৰ চহকি আৰু তেঁওক একো নে লাগে, কিন্তু সেই ভেঁটিৰেই সিবিলাকে তেঁওক সন্তোস কৰিবলৈ আহিচে বুলি জানিব।

ইয়াৰ বাহিৰেও য়াকোবে কলে, আমালৈ আৰু অধিক সহ কিনিবৰ কাৰনে তোমোলাকৰ হাতত দোজোখা ৰূপ লোআ, আৰু তোমোলাকৰ মোনাত জি ৰূপ উভতি আহিচে, তাকো, আৰু তোমোলাকৰ ভায়েৰ বেনিয়ামিনকো লৈ আৰও সেই মানুহৰ ওচৰলৈ জোআহঁক।

য়াকোবে এই কথা কলতেই, তেঁওৰ মন দুখেৰে পুৰ হল।

তেতিয়া য়াকোবে আঁঠু পাৰি ইশ্বৰলৈ এই প্রার্থনা কৰিবলৈ ধৰিলে, সকলোৰে ওপৰত থকা সক্তিমন্ত ইশ্বৰে তোমোলাকক সেই মানুহৰ অনুগ্রহ পোআ কৰোক, জেন সেই মানুহে তোমোলাকৰ ভাই চিমিওনকে আৰু বেনিয়ামিনকে আপুনি ঘৰলৈ এৰি দিএ। য়াকোবে এই প্রার্থনা কৰিচিল।

য়াকোবে এতিয়া বুলিলে, বোলে, মই জদি পুত্র হিন হব লগা আচে, তেন্তে পুত্র হিন হম।

য়াকোবে তেঁওৰ প্রিয় পুত্র বেনিয়ামিনক বিদাই দিওতে ভাবিবলৈ ধৰিলে, বোলে, আগেএ এবেলি য়োচেফক সুন্দৰ চোলা পিন্ধাই, তেঁওৰ ভাইবিলাকক বিচাৰিবলৈ পঠিয়াওতে মোৰ পৰা সি নিলগ হল, আৰু কেতিয়াও উভতি নাহিল।

য়াকোবে এতিয়া হলে তেঁওৰ পুত্র বেনিয়ামিনক আৰুও নে দেখিম বুলি ভই কৰিচিলে।

তেতিয়া ভায়েকবিলাকে মুদা মোনা, গাধবোৰ, ভেটিৰ বস্তু, আৰু দোজোঁখা ৰুপ, আৰু য়িহুদাই বেনিয়ামিনকো লগত লৈ গল।

এই ৰুপে সিবিলাক সকলোএ সিবিলাকৰ প্রিয় বুৰা পিত্রিৰ আৰু তিৰোতা লৰা চোআলিবোৰৰ পৰা নিলগ হৈ ওলাই গল।

সেই দিমত সিবিলাক সকলোএ মনত বৰ অসন্তোস পাইচিলে; কিয়নো সিবিলাক জেতিয়া মিচৰ দেস পাবগৈ, তেতিয়া কি জানি সিবিলাকক চোৰৰ দৰে ধৰি নিব বুলি ভাবি ভই কৰিচিলে।

সেসতে সিবিলাকে মিচৰ দেস পাই, জতে য়োচেফে সহ বেচি আচিল, তাতে সিবিলাক আহি থিয় হলত, তেঁও সিবিলাকক দেখিলে। আৰু সিবিলাকে সৈতে বেনিয়ামিন আহিচে নে নাই অহা, ইয়াকে তেঁও চাবলৈ ধৰিলে, পাচে তেঁও তাক চাই দেখি মনত কেনে আনন্দ পালে!

য়োচেফে দেখোঁতে আগেএ বেনিয়ামিন সৰু কেঁচুআ লৰা আচিল, তথাপি এতিয়া য়োচেফে সেয়ে বেনিয়ামিন হই বুলি চিনি পালে।

তেঁওৰ ভায়েকবিলাকক তেঁও দেখিলতেই সিদ্ধে তেঁওৰ প্রধান বন্দি ঘৰ গিৰিক মাতি কলে, বোলে, এই দহ জন মানুহক মোৰ ঘৰলৈ লৈ জা, আৰু বৰ ভোজ জুগুত কৰগৈ, কিয়নো সিবিলাকে আজি ময়ে সৈতে ভোজন কৰিব লাগে।

য়োচেফে তেঁওৰ বন্দিত জি কৈচিল, তাক ভায়েকবিলাকে নু সুনিলে। কেৱল বন্দি আহি সিবিলাকক তাৰ লগত জাবলৈ কোআত সিবিলাক গল। এই ৰুপে সিবিলাকক সি য়োচেফৰ আপোনাৰ এটা সুন্দৰ ঘৰলৈ লৈ গল। তথাপিও ভায়েকবিলাকে তাত সন্তোস ন হৈ বৰ ভইহে কৰিচিলে।

তেতিয়া ভায়েকবিলাকে ইটে সিটে কোআকুই কৰিবলৈ ধৰিলে, বোলে, আমাক এতিয়া বন্দিসালত ৰাখিব, আৰু তাতে আমি আৰু আমাৰ গাধবোৰেও মিচৰত অতি কঠিন কাম কৰি থাকিব লাগিব।

তাৰ পাচে সিবিলাকৰ দুখিতমই হোআ পিত্রিৰ কেনে অৱস্থা হব, ইয়াকে সিবিলাকে ভাবিবলৈ ধৰিলে।

জেতিয়া সিবিলাকে ঘৰৰ দুআৰ মুখ পালেগৈ, তেতিয়া সিবিলাকে ঘৰ গিৰিত কলে, বোলে, হে দেও, আমি আগেএ ইয়াত সহ কিনিবলৈ আহোঁতে ধন দি গৈচিলোঁ; কিন্তু আমি ঘৰলৈ গৈ আমাৰ জোলোঙ্গাবোৰ মেলিলত তাতে আমি ধন পালো, আৰু সেই ধনকে আমি এতিয়া ওভোতাই আনিচোঁ; আৰু সহ কিনিবলৈকো আমি দোজোঁখা ৰুপ লৈ আহিচোঁইক; কিন্তু সেই ধন আমাৰ জোলোঙ্গাত কোনে সুমাই দিলে, তাক আমি কব নোআৰোঁ।

সেই ধন সিবিলাকে ওভোতাই অনাৰ কাৰনে অতি ভাল কৰিলে; কিয়নো সিবিলাকে এবেলি চুৰ কৰিচিলে। এতিয়া হলে সিবিলাকে স্বৰুপ কথা কৈচে, কিন্তু আগেএ হলে মিচা কথা কৈচিলে।

তেতিয়া সেই বন্দিএ সিবিলাকক অতি দায়ালু ৰুপে উতৰ কৰি কলে, তোমোলাকৰ পিত্রিৰ ইশ্বৰ আচে, ভই ন কৰিবা; সেই ধন তোমোলাকৰ পিত্রিৰ ইশ্বৰেহে তোমোলাকৰ জোলোঙ্গাবোৰত ভৰাই দিলে।

তোমোলাকে এতিয়া চোআ, সেই বন্দিএ ইশ্বৰৰ বিসয়েও জানে। তাক ইশ্বৰৰ বিসয়ে কোনে সিকালে বুলি ভাবিচা? জি জি লোক মিচৰত থাকে সেই সকলোএ মুর্ত্তিবোৰক সেৱা

পূজা কৰে। জি জনে তেঁওৰ বন্দিক সিকালে, তেঁও য়োচেফ হব পাই; কাৰন সেই দেসৰ মাজত অকল তেঁওহে মাথোন স্বৰুপ ইশ্বৰক জানিছিলে।

ভায়েকবিলাকক বন্দিসালত থোআ ন হই, কিন্তু সুন্দৰ ঘৰত মাথোন ভোজনহে কৰিব লাগিবগৈ, ইয়াকে সিঘ্রে জানি, সিবিলাকে কেনে আনন্দ পাইছিলে! সেই মানুহ জনক কিহে ইমান দায়া বর্হাইছিলে? তাৰ কাৰন সিবিলাকে নে জানিলে।

সিবিলাক ঘৰৈ থাকোঁতেই সেই বন্দিএ দুখিত চিমিওনক বন্দিসালৰ পৰা সিবিলাকৰ লগলৈ আনিলেগৈ। তেঁওক বহু দিনলৈ বন্ধ কৰি ৰাখিছিলে। মই আসা কৰিচোঁ, তেঁওক বন্দিসালত ৰাখোঁতে য়োচেফক গাঁতত পেলোআৰ বিসয়ে ভাবিছিলে।

সেই বন্দিএ সিবিলাকত দুপৰ ন হই মানলৈ ভোজ জুগুত ন হব বুলি কৈছিলে, আৰু সিবিলাক ঘৰৈ থকাত বন্দিএ ভৰি ধুবলৈ পানি, আৰু সিবিলাকৰ ভাগৰুআ গাধবোৰৰ কাৰনে কিচু কিচু আহাৰো আনি দিলে।

তেতিয়া ভায়েকবিলাকে কলে, বোলে, অধিকাৰ আছে মানে আমি আমাৰ ভেঁটি জুগুত কৰোঁ আহা।

এই ৰুপে সিবিলাক গৈ গন্ধৰস, বটন, বাদাম, গুগুল, আৰু মৌ, এই সকলোকে জুগুত কৰিলেগৈ।

পাচে য়োচেফ সহ বেচি ঘৰলৈ আহিলত, ভায়েকবিলাকে হাতত আপোন আপোন ভেঁটি আনি তেঁওক মাটিত পৰি প্রনাম কৰিলেহি। তেঁও সপোন দেখোঁতে আগেএ জি ৰুপে এঘাৰেটা মুঠিএ তেঁওৰ মুঠিক প্রনাম কৰিছিলে, সেই ৰুপে এতিয়া এঘাৰে জন ভায়েকে তেঁওক পৰি প্রনাম কৰিলে।

এই বাৰ হলে সিবিলাক কেনে আচে, তাকে য়োচেফে দায়ালু ৰুপে সুধিলে। কিন্তু অধিককৈ তেঁওৰ প্রিয় পিত্রি কেনে আচে, ইয়াক জানিবলৈ বৰ ইচা কৰিছিল।

তেঁও সিবিলাকত সুধিছিল, বোলে, তোমোলাকে জি বুৰা বাপেৰৰ কথা কৈছিলা, তেঁও এতিয়ালৈকে জিয়াই আচে নে?

সিবিলাকে বুলিলে, হই, আমাৰ পিত্রি এতিয়ালৈকে জিয়াই ভালে আচে; পাচে সিবিলাকে এনেকৈ কৈ পৰি প্রনাম কৰিলে।

তচ্ৰ পাচে য়োচেফে জেতিয়া বেনিয়ামিনক দেখিলে, তেতিয়া তেঁও তাৰ ভিত্রিত সাৰট মাৰি ধৰি চুমা খাব খুজিছিল; কিন্তু তেঁও তেনে ন কৰি সুধিলে মাথোন বোলে, তোমোলাকে জি সৰু ভায়েৰৰ কথা মোত কৈছিলা, সেইটো এয়ে হই নে!

আৰু তেতিয়া তেঁও এই চুটি প্রার্থনা কৰিলে, হে মোৰ বাপা, ইশ্বৰে তোমালৈ অনুগ্রহ কৰোক।

জেতিযাই য়োচেফে এই কথা কলে, তেতিয়াই তেঁওৰ চকুৰ লো বৈ আহিব বুলি জানি, আৰু ক্রন্দন সহিব নোঅৰা হেতুকে তেঁও সিঘ্রে সেই খোঁটালিৰ পৰা গৈ, আপোনাৰ খোঁটালিৰ দুআৰ মাৰি তাতে তেঁও আপুনি ক্রন্দন কৰিলে। তেঁও বৰ কোমল চিত্তেৰে মানুহ আচিল, আৰু তেঁও এই সৰু ভায়েকটিক অধিক প্রিতি কৰিছিলে।

জি কাৰনে তেঁও তাক প্রিতি কৰিছিলে, ইয়াৰে এটা কাৰন আচে, বেনিয়ামিন হলে য়োচেফৰে একে মাইকি ৰাহেলৰ পুত্রেক; কিন্তু আনবিলাক হলে লিয়াহ নামে মাহি মাকৰ পুত্রেক আচিলে। কাৰন য়াকোবৰ দুজনি তিৰোতা আচিল, ইয়াকে তোমোলাকে জানা।

এতিয়া ভোজ জুগুত হোআৰ নিমিত্তে য়োচেফ খোঁটালিৰ ভিতৰত নে থাকিল, কিন্তু কোনো মানুহে জেন তেঁও ক্রন্দন কৰিচেগৈ বুলি নে জানে; এই কাৰনে তেঁও প্রথমে মুখ ধুই ওলাই আহি আনন্দ মনেৰে চাই বন্দিক ভোজ বাৰ্হিবলৈ দিলে।

জি খোটালিত সিবিলাকে ভোজন কৰিব, তাতে তিনি খন মেজ আচিল। য়োচেফৰ কাৰনে এখন; কিয়নো তেঁও সদাই অকলেই এখন মেজত খাই, ভায়েকবিলাকৰ কাৰনে

এখন, আৰু আন এখন তেঁওৰ বন্দিএ খাবৰ নিমিত্তে আছিল।

য়োচেফে সিবিলাকৰ বয়সৰ দৰে সিবিলাকক বহুআলে, আৰু বেনিয়ামিনক তেঁও আটাইৰে সেসত বহুআলে। কোন জন ডাঙৰ কোন জন বা সৰু ইয়াকে য়োচেফে জানি বহুওআ দেখি, ভায়েকবিলাকে বৰ বিস্মই মানিলে, কাৰন মানুহ কিমান বয়সিয়া হই ইয়াক জানিবলৈ বৰ কঠিন; কিন্তু য়োচেফে হলে সিবিলাকে জনাতকৈও উতম ৰুপে জানিলে।

এতিয়া সিবিলাক সকলোএ ভোজনত বহিল। সিবিলাকে বহু দিন এনে ভোজন কৰিবলৈ পোৱা নাই, আৰু সিবিলাকে ভাগৰ, ভোক পিয়াহ আদি অনেক দুখেৰে আছিছিল। য়োচেফে তেঁওৰ মেজৰ পৰা সিবিলাকলৈ উতম উতম বস্তু পঠাই দিএ, কিন্তু আনবিলাকতকৈ তেঁও বেনিয়ামিনলৈ পাঁচ গুনে অধিক পঠাই।

য়োচেফে বেনিযামিনলৈ সৰহ ভাগ পঠিওআ দেখি ভায়েকবিলাকে তাক খিয়াল কৰিছিলে নে? ন হই, সিবিলাকে নাই কৰা। সিবিলাকে আগেএ য়োচেফক খিয়াল কৰিছিলে হই, কিন্তু এতিয়া খিয়াল কৰা নাই। তেতিয়া কেবল সিবিলাকে মাথোন তেঁৰে সৈতে খাই বৈ আনন্দহে কৰিছিলে।

য়োচেফে আটাইকে দেখিবলৈ পোআৰ নিমিত্তে তেঁওৰ আনন্দৰ সিমা নাই কিয়া হৈছিল। সিবিলাকে হলে তেঁওক আগেএ গাঁতত পেলাই দি একেৰিও নি দিয়াকৈ খালে। তথাপি তেঁও সিবিলাকলৈ তেনে ন কৰি, কিন্তু বেয়াৰ পৰা ভালহে কৰিলে।

আমাৰ প্ৰভু য়িচু খ্ৰিষ্টৰ অহিতে দুষ্ট লোকবিলাকে বিৰোধ আচৰাতো, তেঁও সিবিলাকলৈ কেনে দয়ালু হৈছিল, তাক তোমোলাকে জানা। আমি ইশ্বৰৰ বিৰোধে অনেক অনেক অপৰাধ কৰি আছোঁ, তথাপিও তেঁও আমাক সৰ্বদাই দায়া কৰি আছে। কোনো লৰা জদি তোমালৈ নিৰ্দয়ালু হই, তেন্তে উভতি তুমিও তালৈ নিৰ্দয়া আচৰন কৰিবা নে? আৰু তোমাৰ ভাঁয়াৰ জদি এটা পিঠা থাকে, সি জদি তোমাক একেৰিও খাবলৈ নি দিএ, পাচে জদি তুমিও এটা পোআ, তেন্তে তুমি তাক দিবা নে নি দিবা? তোমোলাকে কেতিয়াও তেনে কৰিব নে লাগে, কিন্তু য়োচেফ জেনে আছিল, তেনে হব লাগে; আৰু জিবিলাক তোমালৈ নিৰ্দয়ালু হই, সেইবিলাকলৈ দয়ালু হব লাগে। ৰু.

---

## কনস্তাণ্ঠিয়ুচ ৰজাই খ্ৰিষ্টিয়ান লোকক পৰিখা কৰি প্ৰতিফল দিয়া কথা।

A Tale of Constantius.

কনস্তাণ্ঠিয়ুচ নামেৰে ৰুমিয়া মহা ৰজাই এক দিনৰ ৰাতি পুআহাৰা খাবৰ নিমিত্তে কাঠনি বাৰিৰ এটা সৰু বাটে দি জাঁওতে, অকস্মাতে মানুহৰ মাতৰ নিচিনা এটা সৰু সবদ তেঁওৰ কানত পৰিল; তথাপি এনে কোমল হোআত প্ৰাই উমান ধৰিব নোআৰিছিল, তেঁও বিস্মই মানি সেই মাত কিহৰ হই, তাক জানিবৰ নিমিত্তে মনে মনে আগলৈ গৈ আছিল। পাচে বাটৰ একালে থকা জাবনিৰ মাজৰ পৰা এজুম মানুহৰ গিত গোআ মাত সুনি, তেঁও মন দিলত এনে কথা সুনিলে;

"য়িচু ত্ৰান কৰ্ত্তা, জিৱনৰ অধিকাৰ,
তজু ক্ৰিত দাস আমি, অধিনো তোমাৰ;
ক্লান্ত হোআ দুখ কৰোঁ স্ৰম অতিসই,
আমাৰ সাথ্যাতে থাকি হয়োক আস্ৰই;
সোনিত ওলোআ দুখে, নতু কুসলতে,
নিজ জাক সঙ্গে থাকি ৰাখিও সঙ্কটে,
প্ৰিয় ত্ৰান কৰ্ত্তা প্ৰভু, আমাক নেৰিবা,
আপোনাৰ স্বৰ্গ ৰাজ্যে সেসে তুলি নিবা;
তাহাতে পেলাই তজু পাৰত কিৰিটি,
তোমাকু কৰিবো জয়ধনি আৰু স্তুতি।
তোমাৰ নিমিত্তে কৰোঁ জিৱন ধাৰন,
দুখ অস্ত্ৰ আদি লৈছোঁ, তোমাৰ কাৰন;
হে ত্ৰানৰ ৰজা! আমি অধিন আপোনাৰ,
অন্য কোনো নাহিহে আমাৰ অধিকাৰ।"

এই কথা সুনি ৰজাই বিস্মই মানি, লগৰ মন্ত্রিত সুধিলে, ই কেনে কথা! সৈন্যবিলাকৰ মাজত কোনো ৰাজ দ্রোহি আচে নে? "হে ত্রানৰ ৰজা আমি অধিন আপোনাৰ; কোনো অন্য নাহি, হে আমাৰ অধিকাৰ," এই জি কথা সুনিলোঁ; ইয়াৰ কি অর্থ? মন্ত্রিএ সমাদৰকৈ উত্তৰ দি কলে, বোলে, ইবিলাক ভুলত পৰা খ্রিষ্টিয়ান লোক এজুম; এতিয়া সিবিলাকে আপোনাৰ পূআ বেলাৰ সেৱা কৰিবলৈ এই নির্জান ঠাইত গোট খাইচে, ইয়াক মহা ৰজাই নে জানে নে? ৰজাই কলে, তথাপি সিবিলাকে কোনো অধিকাৰৰ কথা কৈচে, আৰু কেৱল তেঁওৰ অধিন হবলৈহে থিৰ মন দেখাইচে। অহ! এনে ভুলত পৰা লোকক দমিচিয়ান, ত্রেইজান আদি আন আন ৰজাবিলাকে দেসৰ দেও দেবিলৈ বলি ৰুপে উচৰগ কৰিচিলে। ৰোম নগৰ ৰাখিবৰ নিমিত্তে অস্ত্র লবলৈ এনে লোকবিলাকত আমি বিস্বাস কৰিব নোআৰোঁ; সিবিলাকলৈ সাৱধান হব লাগে, জানো আমাৰ সৈন্যবিলাকক কুমতি দিয়াব। তেতিয়া মন্ত্রিএ উত্তৰ দি কলে, হে মহা ৰজা, তেনে ন হই; ভুলত পৰা হলেও, তথাপি সিবিলাকতকৈ সাহিয়াল বা ৰজাৰ মহিম্মালৈ উচাহি বিস্বাসি সৈন্যবিলাকৰ মাজত এনে কোনো আন মানুহ নাই। ৰজাই কলে, তেন্তে আমি দেখিমহঁক; কাইলৈ সিবিলাকে সাৱধান হওক; ইয়াকে কৈ জাৱনি বাৰি এৰি মনতে ভাবি চিন্তি ৰজাৰ আপোনাৰ হাউলিলৈ উলটি আহিল। সেই দিনৰ মাজত ৰজাৰ ঘৰৰ ওচৰ এঠাই থিৰ কৰিবলৈ লোকে লৰা লৰিকৈ ওৰে দিনটো স্রম কৰা দেখা গল; কিন্তু তাৰ হেতু কোনেও নে জানিলে; আৰু বৰ চাঙ্গ সাজি তাৰ ওপৰত ৰুমিয়াৰ দেও দেবিৰ মূর্তিবিলাক থোআ হল; আৰু সিবিলাকক উজ্জলিত দেখাবলৈ অনেক খৰচ কৰিলে, কিন্তু কি ঘটিব তাক জানিবলৈ লোকৰ মন উচাহ কৰা হল, তথাপি ৰজাই সকলোকে আপোনাৰ মনত গুপুতে ৰাখিলে। পাচ দিনৰ পূআ বেলা হেজাৰ হেজাৰ সৈন্যবিলাক ৰজাৰ আগ্যা সুনিবৰ নিমিত্তে অনা হল; তেতিয়া মন্ত্রি লোক জুমে জুমে গৈ ৰৰ মাতেৰে এই কথা সুনালে, বোলে, আজিৰ দিনত কন্‌স্তান্তিয়ুচ মহা ৰজাই দেও দেবিবিলাকৰ সেৱা পূজা কৰিবলৈ আগ্যা দিচে। সেনা সেনাপতি সকলোএ সাখ্যাত হওক, কোনো মানুহ জদি সেৱা পূজা ন কৰিব, তাৰ বিসই মর্জ্জতা হানি হৈ, সৈন্যৰ মাজৰ পৰা নাম কটা জাব; এনে আগ্যা কন্‌স্তান্তিয়ুচে প্রকাস কৰিচে।

এনে কথাত খ্রিষ্টিয়ানবিলাকৰ মাজৰ কেতবোৰে বৰ দুখ পালে, আনবোৰে পৰম ইস্বৰত বিস্বাসি হৈ ভই ন কৰিলে, তথাপি কি ঘটিব তালৈ বৰ চিন্তা কৰিলে; কিঁয়নো য়িচু খ্রিষ্টৰ কাৰনে খ্রিষ্টিয়ানবিলাকৰ তেজ নদি ৰুপে বোআ গল, এই কথা পিত্রিবিলাকৰ মুখৰ পৰা সিহঁতে অনেক বাৰ সুনিচিলে; আৰু কি জানি পুনৰাই এনে তাৰনাৰ দিন চাপিচে বুলি ভাবিলে। খ্রিষ্টিয়ানবিলাকৰ মাজত কোনোএ এনে পৰাক্রমি ৰজাক বিতুষ্ট কৰিবলৈ, বা তেঁওৰ খঙ্গ তোলাবলৈ ভই কৰি, আপোনাৰ দোসাদোস গিয়ানেৰে ৰজাৰ অনুগ্রহ কিনিবৰ মন হোআতে আপোনাৰ প্রভুক বেচিলে। কিন্তু প্রাই সকলো, অর্থাত জিবিলাকে নম্রু ৰুপে প্রভু য়িচু খ্রিষ্টত আস্রই ললে, সিবিলাকে প্রভুৰ নিমিত্তে সকলোকে এৰিবলৈ মন থিৰ কৰিলে; সিহঁতে বেলিএ বেলিএ নির্জান ঠাইত প্রার্থনা কৰিবলৈ গৈ, এনে কঠিন পৰিখা সহিবলৈ সক্তি পালে।

পাচে পূজা কৰাৰ কাল আহিল, আৰু জেতিয়া বাদ্য বজোআ হল, তেতিয়া সৈন্য সকল চাঙ্গৰ চাৰিও ফালে গোট খাই মূর্ত্তিবিলাকলৈ একে ঠৰে চাই থাকিল। আৰু জেতিয়া দিঘল বর্গা বস্ত্র পিন্ধা এজন পোৰোহিত চাঙ্গত উঠি মূর্ত্তিৰ ওচৰলৈ আহি আৰ কাপৰ গুচাই দিলে, তেতিয়া সকলো মঁনে মনে থাকি পোৰোহিতে জি পূজা কৰিব, তাতে সকলোএ আঁঠু পাৰি সেৱা কৰিব লাগে। কিন্তু কন্‌স্তান্তিয়ুচৰ নামেৰে এনে আগ্যা প্রকাস কৰা মন্ত্রিৰ মাত সৈন্যৰ মাজত সুনা গলত, অকস্মাতে সৈন্যৰ

মাজৰ পৰা এক জুম ওলাই, স্বৰগলৈ চাই আনন্দ মুখেৰে কিচুমান হুহকি গৈ থিয় হৈ থাকিল। ৰজাই জি দুখ সুখ দিব পাৰে, এই সকলৰ দোআৰাই সিবিলাক অবিস্বাসি হৈ প্ৰভুক অমৰ্জতা কৰিব নোআৰে, এনে থিৰ মন আচিল; তথাপি আনবিলাকে সংসই কৰি অথিৰ মনেৰে এই সকল সেই ফালে চাই, আপোনাৰ ইস্বৰক আসৈ কৰাতকৈ, ৰজাক বিতুষ্ট কৰিবলৈ ভই কৰা হেন দেখালে; আৰু ৰজাই দিয়া সুখৰ নিমিত্তে আপোনাৰ দোসাদোস গিয়ানৰ বিৰোধে কৰিলে। সেই সময়ত ৰজা আপুনি কোনো ওথ ঠাইত সকলোকে ভালকৈ চাবৰ নিমিত্তে ৰহিলহি। সেসতে পোৰোহিতে পুবলৈ মুখকৈ, হাত ওপৰলৈ দাঙ্গি বৰকৈ প্ৰাৰ্থনা কৰি মুৰ্ত্তিৰ আগত উবুৰি হৈ পৰিল; তাতে ঔতৰি জোআ এজুম খ্ৰিষ্টিয়ানত বাজে আন সকলোএ পোৰোহিতৰ নিচিনা কৰিলে। কিন্তু সিবিলাকে চকু ওপৰলৈ তুলি একে ঠৰে চাই আনন্দ মনেৰে থিয় হৈ থাকিল; তাতে ৰজাই সিইঁতৰ কোসৰৈল আহি সুধিলে, ৰুমিয়াবিলাকৰ দেও দেবিক সেৱা কৰিবলৈ ৰজাই জি আগ্যা দিলে, তাক কিয় নে মানা? সিইঁতে উতৰ দিলে৹ বোলে, আমাৰ ৰজাক সকলো ভাৱে মানিবলৈ ইচা হলেও, তথাপি জি জনে স্বৰগ, প্ৰিথিবি, আৰু সকলো বস্তু স্রুজিলে, আৰু জি জনে তেঁওৰ পুত্ৰ খ্ৰিষ্টৰ মৰনৰ দোআৰাই প্ৰাচিত কৰি আমাক নৰকৰ পৰা উধাৰ কৰিলে, সেই নিৰাকাৰ সৰ্বসক্তিমান প্ৰভু পৰম ইস্বৰকহে সেৱা কৰিবলৈ আমাৰ আৱস্যক আচে। কিন্তু জদি ৰজাই আমাৰ বিসই আদি কৰি সকলোকে গুচাই, আৰু দেও দেবিৰ আগত বলি ৰূপে উচৰগো কৰে, বা বনৰিয়া জন্তুৰ দোআৰাইঁ আমাক নষ্টও কৰে, কৰোক; তথাপি স্বৰগত থকা আমাৰ পিত্ৰি পৰম ইস্বৰকহে সকলোতকৈ মান্য সত্কাৰ কৰিম। এনেকৈ কোআ হলত, খ্ৰিষ্টিয়ান জুমৰ প্ৰতি জনৰ মুখৰ পৰা একে মাতেৰে "এনে হওক" বুলি কলে। তাতে কন্‌ষ্টান্তিয়চ ৰজাই সিবিলাকৰ মুখৰ এই কথা সুনিলত কলে, তোম্তে তোমালাকৰ প্ৰতিফল সুনা, খ্ৰিষ্টিয়ানবিলাকৰ মাজত জিবোৰে ৰুমিয়াৰ মুৰ্ত্তিক পুজা কৰিলে, সেই বিলাক আহোক। তেতিয়া সিইঁতে আনন্দেৰে সৈন্যৰ মাজৰ পৰা ওলাই আহি, ৰজাৰ আগ্যাৰ দৰে কৰাৰ প্ৰসংসা পাবলৈ অপেখ্যা কৰিলে; কিন্তু ৰজাই সিইঁতলৈ চাই বুলিলে, হেৰ অবিস্বাসি কপটিয়াবিলাক, তইঁতে দুৰে জাইক; অবিস্বাসিবিলাকত মোৰ একো অনুগ্ৰহ নাই। তইঁতে হলে এতিয়া আপোনাৰ ইস্বৰক আসৈ কৰিলি, আৰু কি জানি আপোনাৰ ৰজাকো আসৈ কৰিবি। পাচে আনবিলাকলৈ চাই সকলোৰে আগতে বুলিলে, এইবিলাকত আমি বিস্বাস কৰিব পাৰোঁ, কিয়নো সিবিলাকক পৰিখা কৰি স্বৰুপ পালোঁ। সিবিলাকে ভেটি খাই, বা ভই কৰি আপোনাৰ উচিত কৰম কেতিয়াও নেৰিব; এই কাৰন সিবিলাকক মোৰ অলঙ্কাৰ সকলতকৈ মুল্য মানিচোঁ; আৰু আটাইতকৈ সিবিলাকক মৰ্জতা কৰি মোৰ প্ৰান ৰাখিবলৈ সদাই মোৰ লগত ৰুবি থাকিবলৈ দিম। তাতে সকলো অকপটিয়াৰ প্ৰতিফল জেন হব, আৰু ভই লগা কপটিয়া কৰমৰ দণ্ড জেন হব, এই নিমিত্তে আজিৰ দিনত সিবিলাকৰ সাহিয়াল আৰু বিস্বাসৰ কথা ৰাজ বিধানত লিখিবলৈ মই আগ্যা কৰিচোঁ। অ. হ. দ.

## গুআহাটিৰ বিবৰন।

Description of Gowahati.

সবাৰ চৰনে মই কৰি নমস্কাৰ,
গুআহাটি নগৰ কথা কৰিবো প্ৰচাৰ;
মোৰ পদ সুনি সবে দোস ন ধৰিবা,
অৱহেলা ন কৰিয়া কিঞ্চিত সুনিবা।
পুৰ্বে ৰজা আচিলন্ত নৰ নাৰায়ন,
ইন্দ্ৰ বংসি ৰজা আহি কৰি আক্ৰমন।
বৰ ফুকন্ আদি কৰি বিসয়া পাতিয়া,
গৰগাঁৱতে ৰহিলন্ত নগৰ কৰিয়া।
তাৰ পাচে সুনা, সবে জেন কথা ভৈলা,
বদনচন্দ্ৰ নামে বৰ ফুকন এক হৈলা;

বুৰা গোহাঁই সহিতে কন্দল কৰিয়া
মান দেসে পলাই গৈলা নগৰ চাৰিয়া;
কতো দিন থাকি মান চিপাহি আনিলা,
মানে আহি নগৰক উচান কৰিলা।
সেহি দিন ধৰি অচমৰ দিন গৈলা,
মানক খেদিয়া কম্পানিৰ দেস হৈলা,
সন্তোস পাইয়া পাচে জত চাহাবান;
বৰ বৰ পকি ঘৰ কৰিলা নিমান।
কৰিলা কচাৰি ঘৰ অতি ভয়ঙ্কৰ,
অচমিয়া লোকে জাক বোলে দোপদৰ;
পৰ্বত সমান ঘৰ দেখি লাগে ভই,
ওচৰত ব্ৰহ্মপুত্ৰ নদিও বহই;
ভিতৰ সোমালে গায়ে বায়ু লাগে ভাই;
কতো কতো লোক সব পৰি নিদ্ৰা জাই।
কৌঠালি কৌঠালি চাজ কাঠৰ সাজিয়া,
চতহঙ্কি দলিচা তাত থইচে পাৰিয়া;
ওপৰত পংখা সব আৰিয়া আচই,
কাকতি বহিয়া তাত কাকত লিখই।
সবাৰ মধ্যত এক দিব্য চাজ আচে;
ওপৰত চন্দ্ৰতাপ প্ৰকাস কৰিচে।
কালকটৰি চৰাচৰি ফৌজদাৰি দেআনি,
তাহাৰ মাজত চাহাৰ বহই আপুনি;
মাচিয়াত বহি থাকে দেখিতে সুন্দৰ,
পদুম চকাৰ জেন চৌপাসে কেসৰ।
কচাৰিৰ পচিমত খাজনাৰ ঘৰ,
কম্পানি খাজনা থাকে তাহাৰ ভিতৰ;
দিনে ৰাতি চিপাহিৰ পহৰা আচই,
নিতে নিতে চাহাৰ আহি তবিল গনই।
তাহাৰ পুবতে কমিস্যনৰ কচাৰি,
সনিকটে আচে এক দিঘলি পুখুৰি,
ইটাৰে নিৰ্মান ঘৰ অতি বিতোপন,
আৰ্চিৰ দুআৰ সব কৰিচে সোভন;
কৌঠালি কৌঠালি চাজ বহুত আচই,
কেৰানি সকলে বহি ইংৰাজি লিখই;
বিৰলু কমিস্যনৰি দুই সিৰস্তাৰ নাম,
আমলা সকলে তাত কৰি থাকে কাম;
তাহাৰ মধ্যতে এক ওখ চাজ আচে,
বিচিত্ৰ মাচিয়া মেজ পাৰিয়া ৰাখিচে।
ওপৰত চন্দ্ৰতাপ প্ৰকাস কৰই,
চাহাৰে বহিয়া তাত গোচৰ সোধই;
ডিপুটি কমিস্যনৰ তেঁওৰ প্ৰতি নিধি,
সমুখে বহিয়া তেঁৰো কাৰ্জ কৰে সিধি।
তাৰ দখিনত আচে চিপাহি পল্টন,
সেনাপতি হৈয়া কৰে আখৰা সঘন।
সবাৰ মাজত সোভে এক গিৰ্জাৰ ঘৰ,
দলৰ আকাৰ দেখি অতি ভয়ঙ্কৰ,
ওপৰত চাই আচে ৰগিতাম পাত।
ওখই আন্দাজ তাৰ হব ত্ৰিচ হাত;
আৰু আঠ সৰু দোল তাত প্ৰকাসই,
সমুখতে ৰাট ঘৰ এগোটা আচই।
আৰ্চিৰ দুআৰ সব জল মল কৰে,
চাহিবাক নোআৰি চকুত চাট মাৰে;
বৰ বৰ পাটি ভিতৰত পাৰি দিচে,
সাৰি সাৰি চকি সব পাৰিয়া ৰাখিচে,
ওপৰত চন্দ্ৰতাপ অধিক জলই,
কাপৰৰ পঙ্খা সব আৰিয়া আচই;
পুৱৰ মুখৰ কালে ভেটিটো ইটাৰ,
কাঠৰ কুন্দুআ বেৰা অতি চমত্কাৰ;
ভেটিৰ ওপৰে অতি বহল মেজত,
বাইবল কিতাপ থৈচে তাৰ ওপৰত;
ইংৰাজি বাজনা আচে আপুনি বাজই,
প্ৰতি দিনে এই ৰুপে গিৰিজা কৰই।
এবে সুনা, আৰু কিচু কহোঁ বিৱৰন,
নগৰৰ মাজত বজাৰ চাৰি থন;
পুবে চক বজাৰ, পচিমে দলজ পাৰ,
দখিনে আচই এক পল্টন বজাৰ।
মাজত কাঁচি বজাৰ আচে এক খান,
তিনিও বজাৰে জাৰ ন হই সমান;
বজাৰৰ মধ্যত তাজৰ পক্ক ঘৰ,
ইটাই নিৰ্মিচে ভেটি দেখিতে সুন্দৰ।
বজাৰ চৌধাৰি বুলি বিসয়া আচই।
অচমিয়া লোকে জাক হাট খোআ বোলই।
চাৰি কোণে আলি সব ন জাই বৰ্নন,
বজাৰ নিকটে আচে কম্পানিৰ থানা;
ৰাটৰ চাৰিও কালে কেঁয়া পতি আচে,
মহা সুখে প্ৰজা সবে বিক্ৰিচে কিনিচে।
দুই তিনি সত লোক প্ৰতি দিনে হই;
চোৰ দুষ্ট দগাবাজ কেহো ন কৰই।

পুবে লতাসিল ফালি, পচিমে দলঙ্গ পাৰ,
পদুলি পদুলি ৰাতি ফুৰে চৌকিদাৰ;
বজাৰৰ মধ্যে জদি হুৰা মুৰা হই,
চৌধাৰিএ নিয়া তাক থানাত দিয়ই ।
হাস্পিটাল নামে ঘৰ এগোটা আচই,
অচমিয়া লোকে জাক বেজ ঘৰ কই ।
দুখি নিৰাস্রই লোক পৰিলে নৰিয়া,
দেখি বর্কান্দাজ লোকে লৈ জাই ধৰিয়া;
সেই ঘৰে বেজ সবে ঔসধক দিএ,
কতো কতো মৰি জাই কতো লোক জিএ ।
থানাৰ নিকটে বৰ ফাটক আচই,
ইটাৰ চৌদিগে গৰ দেখি লাগে ভই ।
ভিতো লোকে চুৰ খুন ডকাইতি কৰিচে,
ভৰিত জিজিৰি পিন্ধি মাটিক কাটিচে ।
নগৰ উত্তৰ ফালে চাহাবৰ ঘৰ,
থানে থানে পকি ঘাট আচই বিস্তৰ,
নগৰ পচিম ফালে ভৰলু নদি আচে,
কাঠৰ পাতেৰে তাত দলঙ্গ বান্ধিচে ।
দলৰ আকাৰ দুয়ো পাৰে চাৰি খুঁটা,
ইটাই নির্মিয়া তাত দিচে এক ফুটা;
ফুটাৰ মাজতে লোহা জিজিৰি লগাই,
দুয়ো পাৰে খুঁটা মাৰি দিয়াচে পোতাই,
তাৰ মাজে লোহাৰ ধৰনি সব দিচে,
তলে চাম খুআইয়া দলঙ্গ বান্ধিচে;
ঘোৰা গৰু গলে খোজ তাত নৰলই,
দুয়ো ফালে চুটি বেৰা একো ন পৰই;
দুয়ো পাৰে সম তাৰ নাই বেচি কমি,
আলাসতে আচে জেন বাদুলি ওলমি ।
কচাৰি ওচৰে দুই স্কুল আচই,
অচমিয়া লোকে জাক বোলে বিদ্যালই;
কম্পানি মহিনা দিয়া পণ্ডিত ৰখিচে,
পৰ উপকাৰ কৰি লৰাক পর্হাইচে ।
মঠ মন্দিৰৰ পকি আচই জতেক,
মই মুর্খে তাৰ কথা বর্নিবো কতেক ।
এতেকে ধর্মিষ্ঠ নাহি ইংৰাজি সমান,
পৰৰ কাৰনে কোনে কৰে এত্ত মান ।
জথা সাধ্য পদ মই কৰিলো ৰচনা,
নিন্দা ন কৰিবা সুনি জত বিগ্য জনা;
অতি মুর্খ সিসু জানি দোসক খেমিবা,
আপোনাৰ গুনে সবে সন্তোস লভিবা ।
কুঁৰই গাঁয়া খেল বুৰা গোহাঁই বংসৰ,
এই নগৰৰ মধ্যে দলঙ্গ পাৰে ঘৰ,
প্রকাৰেই বুজিও কুলৰ পৰিচই,
ধর্মকান্ত গোহাঁই এই নিবেদন কই ।

## আপোনাৰ হিত চিন্তা কৰা কুকুৰ ।

The Selfish Dog.

এটা ডাঙ্গৰ এটা সৰু এনে দুটা কুকুৰ একে লগে জিজিৰিৰে বন্ধা হৈ জাত্রা কৰিবলৈ ধৰিলে; ডাঙ্গৰটোএ হলে কেৱল আপোনাৰ হিত চিন্তিলে, আৰু আপোনাৰ ভায়েকতকৈ তাৰ অধিক সক্তি হোআৰ কাৰন সি জলৈকে জাবৰ ইচা কৰে তলৈকে গৈচিল; আৰু জেতিয়া সি কিবা আহাৰ পাই, তেতিয়া সি অকলৈ খাই আপোনাৰ মিতিৰক বাধা কৰে; আৰু জদি সৰু কুকুৰে কিবা খোআ বস্তু বিচাৰিবলৈ জাব খোজে, তেন্তে বৰ কুকুৰে কেংকেঙ্গাই আন ফাললৈ তাক বলেৰে টানি নিএ । এই ৰুপে দিনে দিনে কৰিলত পাচে সৰু কুকুৰটে বৰ দুখেৰে খিনাই গৈ মৰিল । তাতে ডাঙ্গৰ কুকুৰৰ চকু মেলা হলত আপোনালৈ জি দুখ আনিলে তাকে দেখিলে; সি অলগৰিয়া হল, কেৱল এনে ন হই, কিন্তু লগৰিয়াৰ সও আপোনাৰ ডিঙ্গিত জিজিৰেৰে বন্ধা হোআত, সি জলৈকে জাব খোজে তলৈকে তাকো টানি নিব লাগে ।

এই দৰে মানুহবিলাকো, জেতিয়া লোকৰ হিত চিন্তা ন কৰে, আপোনাৰ হিত মাথোন চিন্তা কৰে, তেতিয়া নানা কেলেসত পৰিব । তোমোলাকে দুখিয়াবিলাকৰ উপকাৰলৈ স্রম কৰা উচিত, আৰু লোআতকৈ দিয়া ভাল, এই জি কথা প্রভু য়িচুএ কৈচিলে, তাক সুঁওৰিব লগা । পাঁ ২০—৩৫ । অ. হ. দ.



## প্ৰাথমিক সিখ্যা।

Introductory.—Lesson. 1.

মই লৰা। জি জি বস্তু মই দেখোঁ, সেই সেই বস্তুৰ ভালেমানৰ অৰ্থ মই একোএই নে জানোঁ। জেতিয়া মই চাৰিও ফালে চাও, আৰু জিবিলাকক জানিবলৈ ইচা কৰোঁ, এনে অনেক অনেক বিধৰ বস্তু দেখোঁ।

মোৰ ওপৰত আকাস, আৰু তলত মই জিহৰ ওপৰত থোজ কাঢ়োঁ, এনে মাটি দেখিবলৈ পাঁও। জি থোআ ঠাইৰ পৰা আন ঠাইলৈ জাব নোআৰে, এনে অচল অৰ্থাত অপ্ৰানি, কোনো কোনো বস্তু দেখিবলৈ পাঁও। আৰু কোনো কোনো বস্তুবিলাকক দেখোঁ, জাৰ চলিবৰ সক্তি আছে অৰ্থাত প্ৰানি, জি এঠাইৰ পৰা আন ঠাইলৈ চলিব পাৰে। এই সকলোকে দেখি মই আচৰিত মানোঁ।

মই লৰা। মোৰ, আই, বোপায়ে, আৰু সিখ্যাকে জি সিকনি দিএ, সেই সিকনিলৈ মই মন দি সুনিব লাগে। মই আপুনিও কিতাপ পঢ়িবলৈ আৰু সিকিবলৈ জতন কৰিব লাগে, কিয়নো কিতাপত মই সকলো বিধ বস্তুৰ অৰ্থ বুজিব পাৰিম। এনে কথা জানিবলৈ স্ৰম কৰা, লৰাবিলাকৰ উচিত কৰম। ব. ন.

---

## মৌ মাখিৰ কথা।

The Bee.

বাহত থাকোঁতে এটি মৌ মাখিৰ মুখত কিবা মৌ লগাত, তাকে গন্ধ পাই কোনো ঠাইত কতুবাত মৌ আছে বুলি, তাক বিচাৰিবলৈ বাহৰ পৰা নামি মাটিত খেদি গৈছিল; কিন্তু ফুৰোঁতে ঘ্ৰান নু গুচাব কাৰন, সি ওৰে দিনটো গৈ গৈ থাকোঁতে পাচত ৰাতি হলত হিম পাখিত লাগি, উৰি ফুৰিব নোআৰাতে মাটিত পৰি মৰিল।

ইয়াৰ অৰ্থ এই।

ভালেমান লোকে আপোনাৰ ঘৰত জি সুখ আছে, তাকে আন ঠাইত বিচাৰি ফুৰাতে কাল নিয়াই, সেসত বৰ স্ৰমেৰে দুখত মৰে।

অ. হ. ম.

## কামৰূপৰ বুৰঞ্জি, ৬ আধ্যা।

History of Kamrup, Chap. 6.

পাচে সকলোএ আলচি লাম্বাখকে লোক জনক চলাবৰ নিমিত্তে বৰ ফুকন পাতি থলে, আৰু সৰু চকুআ বৰ গোহাঁয়েও কাজলিৰ লোকবিলাকক দণ্ড কৰি সবাকে লগাই দিলে। এই মতে দুয়ো সকলোকে চলাইছিল, পাচে ফুকন ৰাজখোআ সকলেও মহা ৰজাৰ চৰনলৈ জনালত সকলৰো কথা ৰাখি লাম্বাখকে ফুকন নাম দিলে। পাচে বঙ্গালে আগিয়া চুটিত তিনি দিন থাকিল, পাচে তাৰ পাৰ হৈ তৰে জুধ দিলে; দুয়ো দল সেনাৰ জুধ সমান হল, তথাপি আহোমৰ গৰ ভুলিব নোআৰিলে। কলঙ্গ সন্দিকৈ পৰিল, চাৰিঙ্গিয়া ফুকনৰ ভায়েকৰ ভিঙ্গিত কাঁৰ লাগি মৰিল, লেচামত্তাং তামুলি গুলি লাগি এৰাল, মিৰ সত্ৰাজিত তাতে থাকিল। তাত পাচে বঙ্গালে ৰাৰে খন গোবাপ নাও আগ কৰি নাৱে জুধ দিলে; আহোমৰো সমস্ত লোকে দিনে দিনে নাৱে তৰে প্ৰধান জুধ কৰিলে, পাচে কাঁৰ গুলিও ঢুকাল, কত বেলিৰ মুৰত বৰ নোআৰি অভইপুৰিয়াৰ নাও মানুহ জুধ এৰি পলাল, তাকে দেখি আনো নাও এৰি পলাই গল। পাচে বঙ্গালে পাই পেট কটা হিলৈ ১ টা, নাও ১০ খন নিলে, এই মতে এক মাহ জুজিলে, কাৰো ভঙ্গ জই নাই। কত আহোমে জুমি জুমি বঙ্গালৰ ধৰি কাটি মুৰ আনিসোঁ বুলি বঁটা নমাই, এই জুধৰ বেৱস্থা সৰ্গদেৱে সুনি সকলোকে খঙ্গি লিকচন বৰুআক পঠালে। জি অভইপুৰিয়া পলাল, তাৰ সইকিয়াবোৰ কাটি মুৰ আনিব দিলে, আৰু নাৱে তৰে ধৰিব দিলে। উপৰি টেকেলা হাৰি চাউভাঙ্গ দিলে। পাচে নাৱে টংচু সন্দিকৈ অভইপুৰিয়া সলগুৰিয়া সকলোএ জুগুত হৈ প্ৰভাতে নাৱে তৰে জুধ ধৰিলে, বঙ্গালেও সচকিত হৈ ভাগি মাজুলি বালিত পৰিল, আঁহোমে নাৱে তৰে খেদি নি জাকে পালে তাকে কাটিলে; কত আহোমে নাৱেৰে খেদি ওচৰ পাইগৈ, বঙ্গালে এৰাব নোআৰি তাৰ লাহৰি পামৰি লগিচা,

এই সকল পানিত পেলাই এবাই জাই, তাকো বঙ্গালে কাটিবৰ ভয়ে ন ধৰে। কোনোটোএ জদি লবলৈ চাই, তাতো আগ হৈ বঙ্গালে পলাই গৈ মাজালিৰ বালিত পৰিল, সত্ৰাজিত ৰজা ইয়াৰকুলি এই দুয়ো পলাই গল। আৰু সাত দিন আগে সত্ৰাজিতেৰে দন্দ কৰি মিৰ হাজোলৈ গল। গোৰাপ নাও ৭ খন পৰিল, বাচৰু ৩০, বৰ হিলৈ ১০০, তুৰুকি ৫০০, তৰোআল ৩০০, বৰচা ১০০, জমদাৰ ৪৪, খগুআ ৪০, নাৱৰ লঙ্গৰ ৪ টা, এই মতে সকলো পলাই গল, সেই সময়তে ঢাকাৰ পৰা চেৰখাঁয়ে মিয়াৰ চান্দে ৮০ বাচৰু নায়েৰে বগৰি বাৰি পালেহি; তাক পাইহে সত্ৰাজিত আৰু ইয়াৰকুলি এৰাল, লান্মাখৰু চেটিয়া পাণ্ডুত বৰ ফুকন হৈ থাকিল।

পাচে সকলো বৰুআ ফুকন গৈ হাজোক বেৰি গৰ দিলেগৈ, বঙ্গালেও গৰ সাঙ্গ নৌ হঁওতেই হাতি আগ কৰি টংচু সন্দিকৈৰ গৰত ধৰিলেহি, চই ভণ্ড মান জুধ হল। পাচে আবদুল ইস্‌লাম নবাবত কাঁৰ লাগিল, মুহুদি নবাবৰ ঘা হল, আৰু হাতিৰ কঁপালত্‌ গুলি লাগিলত হাতি উলটি পলাল, হাতি ভাগিলতে বঙ্গালো পলাল, ঘোঁৰা পৰিল ৯ টা। তেতিয়া বঙ্গালে হাৰি আহি আপোনাৰ গৰত বল; আহোমেও বঙ্গালক বেৰি গৰ দিলেগৈ। বঙ্গালে ওলাই জুধ নি দিলে, পাচে এবাৰ নোআৰি কাকুতি কৰি বাট মাগে, বোলে, আমি জুধ এৰিলোঁ; তোমাৰ ধৰ্ম পথলৈ চাই এৰি দিয়া, আমাৰ দেসলৈ জাঁও, তথাপি বৰ ফুকনে মহা ৰজালৈ ভই কৰি নেৰিলে। এই মতে এক মাহ হল, বঙ্গালে খাবলৈ নে পাই গৰৰ ভিতৰতে সুকাই মৰে। পাচে একো মতে নোআৰি মুহুদিনে গৰ ওলাই লান্মাখৰু বৰ ফুকনত ৰৰিলহি। তাত পাচে আবদুল ইস্‌লাম নবাবক প্ৰমুখ্যে মিৰ্জানাকৈ, মিৰ্জা হুচনচা ৰজা, ফজুলবেগ, মহমদ, ৰামচা, কৰ্মচান্দ এই সকলোএ ৰৰিলহি। পাচে বৰ ফুকনে সমস্তকে গৰগাঁৱলৈ দি পঠালে। আৰু মিৰে বোলে, পাতচাৰ লোন চাউল খাই কেনে হাৰাম কৰিম, এই বুলি গৰৰ ভিতৰতে জুধ দি মৰিল। সেই সময়তে হাজো উচাদ কৰি বঙ্গালক আহোমে ধৰি আনিলে। হাতি পালে ৯ টা, ঘোঁৰা পালে ৮০, হিলৈ ৬০০, তৰোআল ২০০, পিতলৰ কামায়ন ৯ টা, সঁক ১৫৫৮ মাঘ মাহ।

তাত পাচে লান্মাখৰু চেটিয়াক সৰ্গদেৱত গোচৰ দিলে নিদানৰ বেলা, বোলে, বঙ্গালে পেৰাৰ ভিতৰ কৰি কাপৰেৰে ঢাকি মহা ৰজালৈ পাতচাই কিবা দি পঠালে, তাকে মহা ৰজা পালে কি নে পালে? আমি নে জানিলোঁ, আৰু সুআল কুচিয়া ১৬০ ঘৰ তাতিএ পাতচালৈ কাপৰ বৈচিলে, তাকো লুট কৰি দখিন কোলত পাতিলে নি, পাতচাৰ কাপৰো আপুনি ৰাখিলে, মহা ৰজাৰ ৰাজ্যত কি ঠায়ে নাটিলে, এই কথাতে লান্মাখৰু চেটিয়াক মাৰিলে; বৰ বৰুআ, গনকৰ বৰুআ এই দুইক বন্দি কৰিলে, ১৫৫৮ সঁক।

---

## অনেক দেসৰ সম্বাদ।

**Journal of Events.**

বহাগ মাহৰ ১৮ তাৰিখে ৪ বজাৰ সময়ত গুআহাটি নগৰত কপাহ বগৰিৰ গুটিৰ দৰে, সিল পৰি প্ৰাই দুই আঙ্গুল মান ওখ হৈছিল, আৰু ঘৰ, গচ আদি অনেক পৰি বহু মানুহৰ হাত, ভৰি, মুৰ আদি থেঁতেলা হল। আৰু সেই মাহৰ ১৯ তাৰিখে ৪।৫ আঙ্গুল মান দিঘল সিল পৰিচিল। সেই নগৰ নিবাসি শ্ৰীজুত দেনফৰ্থ পাদুৰি চাহাবে সিলবিলাক লৈ, দুই সেৰ মান ধৰা এটা বাচনত ভৰাই থৈ, আন এটা ঘুৰনিয়া টিনৰ বাচনত গাখিৰ কিচুমান ভৰাই, তাতে চেনি লোন দি সেই সিলৰ মাজতে বাচনে সৈতে ভৰাই ২।৩ ঘণ্টা মান থলত সিও সিলৰ নিচিনা টান হল। পাচে আনি, আন চাহাব লোকলৈকো খাবৰ নিমিত্তে পঠাই দিচিল। আন দেসত হলে এই দৰে গাখিৰেৰে "আইচ ক্ৰিম" সদাই বনোআ হই, কিন্তু আমাৰ দেসত তাপৰ নিমিত্তে ইয়াত কৰিবলৈ আচল।

গুআহাটি নগৰত বহাগ মাহৰ পৰা পুনৰাই

মাউৰ লাগি দিনে পতি ১৫। ১৬ টাকৈ মানুহ মৰিচে। এই মাউৰতে মঙ্গলদৈৰ মুনচেফো মৰিল।

৭ এপ্রিল তাৰিখে শ্রীশ্রীমতি বিকুটৰিয়া মহা ৰানিৰ এটি কোঁঅৰ জনম হল।

১১ এপ্রিলত গুআহাটিত শ্রীজুতা লেফটিনেণ্ট বেবাৰ মেম চাহাবৰ এটি পুত্র জনম হল, সেই পুত্রই আগলৈ পুত্রাধিকাৰ হব।

১৮৫৩ চঁকৰ ১১ মেই তাৰিখে শ্রীজুত পাদুৰি ওঅৰ্দ চাহাবৰ দোআৰাই গুআহাটিৰ বাপ্তিষ্ট মিস্যন গির্জা ঘৰত, বিবাহৰ নতুন কানুন মতে, শ্রী আপিস্তা আৰু শ্রী মতি মধুফুলি আবিৰ বিয়া দিয়া হল; বিয়া দিয়া আৰু বিয়া হোআ সকলো গুআহাটি নিবাসি লোক; আৰু শ্রীজুত পাদুৰি দেনফৰ্থ চাহাব বিবাহৰ ৰেজেষ্ট্ৰাৰ।

এপ্রিল মাহৰ ১৫ তাৰিখে গুআহাটি জিলাত এটা আচৰিত কথা হল; ফাঁচি বজাৰৰ পোনে ব্ৰহ্মপুত্র নৈৰ ওচৰৰ চৰকাৰি আলিৰ দাঁতিত, কোনোবাই এটা বামুন মানুহ মৰিয়াই মাৰি ধান খেৰ দি ঢাকি লুকুআই থৈচিল। পাচে বাটে দি জোআ এটা কইদি মানুহে মাখি পৰিবৰ দেখি, ইয়াত কি আচে বুলি খেৰ গুচাই চোআত, মানুহৰ শ দেখা পাই থানাত এতলা দিলেগৈ। থানাৰ পৰা মহৰি জমাদাৰ আহি সেই মানুহ কেনেকৈ মৰিল, তাক বিচাৰ কৰি চাই দেখিলে, জে মুৰটো চাৰি ফাল হৈ ফাটি ঘিঁউ ওলাই আচে; আৰু মুখ খনো পোৰাৰ দৰে কলা। কোনোবাই মৰিয়াই মাৰিলে বুলি জানি, বিচাৰ পতিৰ আগত জনোআত, কোনে মাৰিলে তাক ধৰিবৰ নিমিত্তে তেঁও দাৰোগাক আগ্যা দি, প্রমান কৰি চাবৰ নিমিত্তে সটো হস্পিটাললৈ নিব দিলে। পাচ দিনা সেই শ পেলোআ মানুহটো ধৰা পৰিল; আৰু সি কৈচে, বোলে, এই বামুন মানুহ মাউৰত পৰি পেট বৈ ৰাতি বাৰে বজাৰ সমই মৰিলত, আমি নৈত পেলাবলৈ নিচিলোঁ; কিন্তু বন ফুৰা বৰকন্দাজে পাই, আমাক ধৰি থানালৈ নিএ বুলি, তাতে পেলাই বেগতে গুচি আহিলোঁ; ইয়াৰ অনেক প্রমান আচে।

৮ জুনৰ ৰাতিপুআ ৮ বজাৰ সময়ত জমুনা নামে ভাপ জাহাজ আহি সিৱসাগৰ জিলা পালেহি। তাতে দিখৌ নদিৰ গৰাত লৰা বুৰা কতু মানুহে বৰ আনন্দেৰে জাহাজ চাবলৈ গোট খাইচিল। এই জাহাজতে কলিকতাৰ পৰা লৰ্ড চাহাবৰ আগ হৈ অহা শ্রীল শ্রীজুত মিলচ নামে জজ চাহাবো আহি, ৫ জুনত এই জিলা পালেহি। তেঁও এই অচম দেসৰ সকলো জিলাৰ সোধ পোচৰ মহলা লৈ লৰ্ড চাহাবক বুজাব। এই জাহাজ নাজিৰাত থকা অচম কম্পানিৰ চাহ কুটিলৈকো নিয়া হব। জাহাজ ইমান ডাঙৰ হোআতো কেৱল তিনি হাত পানিতে ভাল ৰূপে চলিব পাৰে। জাহাজৰ কাপ্তান শ্রীজুত হক্লি চাহাব।

বাৰ্তাবহ সম্বাদ পত্রত এই বাত্রা দিচে, দিনাজপুৰ দেসত আজি মাহ চাৰেক বৰখুন নো হোআত, বদৰ প্রতাপেৰে প্রজাবিলাকৰ হাঁহাকাৰ হৈচে; জদি এই ৰূপে আৰু কিচু দিন বৰখুন নি দিএ, তেন্তে আগলৈ সস্যৰ একো আসা ন হব। আৰু এনে দুখৰ সময়তে গাঁৱৰ প্রাই এভাগ জুইৰে পুৰি নষ্ট কৰিচে। ১০ মেই তাৰিখে বেলা ৯ বজাই সমই বদৰগঞ্জৰ মুনচেফৰ ঘৰৰ ওচৰতে জুই লাগি সেই ঠাইৰ বহু ঘৰ পুৰিলে; তাতে মানুহবিলাকৰ অনেক হানি হল। এই সময়ত ভাটি ফালে বদৰ কাৰনে জুই লগাটো অতি প্রবল হৈচে।

বহাগ মাহৰ ৯ তাৰিখে বেলি দুপৰৰ সমই ভাটি ৰঙ্গপুৰ জিলাৰ কাচাৰি ঘৰৰ পচিম ফালে, কটকি পাৰা নামে এথান গাৱঁৰ মিত্যু হোআ ৰামপ্রসাদ চেন সদৰ আমিনৰ বাস্তনি ঘৰত প্রথমে কেনেবাকৈ জুই লাগি, ক্রমেৰে ১৫। ১৬ টা মান ঘৰ পুৰিলে। সদৰ আমিন হৈ, জি ধন বস্তু সাঁচিচিল, সেই সকলো ধনি হানি হল। কেৱল জি এটা পেৰা একআইচিল, তাকো বাজতে জুই লাগি পুৰিলে। তাত জিবোৰ সোন, ৰূপ আচিল, আটাইবোৰ জোল হৈ গোট খালে। আৰু

আন আন মানুহবিলাকৰ ঘৰবো অনেক ধন বস্তু হানি হল ।

- - -

## নগাৱত মাউৰ লগাৰ কথা ।

M rtality at Nowgong.

মার্চ মাহৰ পৰা জিলা নগাৱত মাউৰে ধৰাতে অনেক মানুহ মৰি আচে । এই জিলাৰ শ্রীজুত পাদুৰি দাইবলি চাহাব, আৰু চব আচিষ্টণ্ট শ্রীজুত ব্রঙ্গ চাহাব, আৰু শ্রীজুত বাবু সোমদত্ত সর্মা বাই প্রধান সদৰ আমিনকে আদি কৰি অনেক ভদ্র লোকবিলাকো মৰিচে । জিলাত প্রাই ২৪০ মানুহ মৰিল, আৰু এতিয়াও লাহে লাহে মৰিহে আচে; অকল জিলাৰ ভিতৰতে ন হই, ইয়াৰ চাৰিও ফালে থকা সকলো গাওবিলাকতো এই দৰে পেট বৈ বঁতিয়াই, ৮০০০ মান মানুহ মৰিল; আৰু ইয়াৰ বাহিৰেও মহ, গৰু, চাগলিকে আদি কৰি অনেক অনেক জন্তুবিলাকো মৰিচে । আৰু গাৱলিয়া মানুহৰ মুখৰ পৰা সুনিচো, হাবিৰ বাঘ, ভালুক, মহ, পহু, বৰা, সিয়াল, সাপ আদি কৰি অনেক বনৰিয়া জন্তুবিলাকো মৰিচে; আৰু বিলবোৰৰ ভান্নৰ সৰু মাচো মৰিচে । এনেকুআ অদ্ভুত ঘটনা দেখি, মানুহৰ মনত একো সুখ সান্তি নাই, কিয়নো আগেয়ে ১০ । ১২ বচৰৰ মুৰত্‌হে কেতিয়াবা কেতিয়াবা মাউৰ আহিচিলে; কিন্তু এতিয়া হলে বচৰি বচৰি মাউৰে ধৰি মানুহবিলাক মৰে । মানুহবিলাকৰ জাৰে জতে ভাই বন্ধু, মিতিৰ কুটুম আচে, সেই আটাইবিলাক গোট খাই বাত্তি ভকত্ত সেৱা কৰি, ৰাম আদি নাম গাই, তাল খোল বজাই বৰ হাই কৰি থাকে । আৰু জেয়ে জিহকে মানে, তাকে সেৱা কৰি পানিত একোখান ভুঁৰ সাজি, তাতে চাগলি, পাৰ, কুকুৰা আদি জন্তু, আৰু আন আন অনেক উপহাৰ বস্তু তুলি পুজা কৰি উটুআই দিএ; তথাপি এই সকলো উচৰগ কৰিলেও, ভাল হবৰ চাৰি মানুহ নবহকৈহে মৰি আচে, একো উপসান্ত হোআ নাই; কোনো কোনো ঘৰ নিচেই উচন হৈ মৰিল । এই হেতুকে হে প্রিয় লোক সকল, আহাঁ, আমি পলম কৰি নে থাকি বিচাৰ পৰ কৰোঁহক । জেতিয়া আমি এই সংসাৰৰ পৰা মিৃত্যু হঁও, তেতিয়া কত বাস কৰিম? নাইবা কোন জনত আস্রই ললে নৰককৰ পৰা উধাৰ পাম? অকল উধাৰ কৰোঁতা প্রভু য়িচু খ্রিষ্টত আস্রই ললেহে নৰকৰ পৰা উধাৰ হৈ, স্বৰগৰ পবিত্র থানত বাস কৰিবলৈ পাম । ক. ৰ. চ.

- - -

## জুলাই, অর্থাত সাওনৰ পঞ্জিকা ।

Almnnac for July, A. D. 1853. Sal. Sac 1775.

| জুলাই | আহাৰ | বাৰ | তিথি | দিনমান | জুলাই | সাওন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৬ | ২৫ | ১৩:৪০ | ১৭ | ৩ | ১ | ১২ | ১৩:৩১ |
| ২ | ১৯ | ৭ | ২৬ | ১৩:৪০ | ১৮ | ৪ | ২ | ১৩ | ১৩:৩০ |
| | | | | | ১৯ | ৫ | ৩ | ১৪ | ১৩:৩০ |
| ৩ | ২০ | ১ | ২৭ | ১৩:৪০ | ২০ | ৬ | ৪ | ১৫ | ১৩:২৯ |
| ৪ | ২১ | ২ | ২৮ | ১৩:৩৯ | ২১ | ৭ | ৫ | ১৬ | ১৩:২৮ |
| ৫ | ২২ | ৩ | ২৯ | ১৩:৩৯ | ২২ | ৮ | ৬ | ১৭ | ১৩:২৭ |
| ৬ | ২৩ | ৪ | ৩০ | ১৩:৩৮ | ২৩ | ৯ | ৭ | ১৮ | ১৩:২৬ |
| ৭ | ২৪ | ৫ | ১ | ১৩:৩৮ | | | | | |
| ৮ | ২৫ | ৬ | ২ | ১৩:৩৮ | ২৪ | ১০ | ১ | ১৯ | ১৩:২৫ |
| ৯ | ২৬ | ৭ | ৩ | ১৩:৩৭ | ২৫ | ১১ | ২ | ২০ | ১৩:২৪ |
| | | | | | ২৬ | ১২ | ৩ | ২১ | ১৩:২৩ |
| ১০ | ২৭ | ১ | ৪ | ১৩:৩৭ | ২৭ | ১৩ | ৪ | ২২ | ১৩:২২ |
| ১১ | ২৮ | ২ | ৫ | ১৩:৩৬ | ২৮ | ১৪ | ৫ | ২৩ | ১৩:২০ |
| ১২ | ২৯ | ৩ | ৬ | ১৩:৩৬ | ২৯ | ১৫ | ৬ | ২৪ | ১৩:১৯ |
| ১৩ | ৩০ | ৪ | ৭ | ১৩:৩৫ | ৩০ | ১৬ | ৭ | ২৫ | ১৩:১৮ |
| ১৪ | ৩১ | ৫ | ৮ | ১৩:৩৪ | | | | | |
| ১৫ | ১ | ৬ | ৯ | ১৩:৩৩ | ৩১ | ১৭ | ১ | ২৬ | ১৩:১৭ |
| ১৬ | ২ | ৭ | ১০ | ১৩:৩২ | | | | | |

এই অৰুনোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চাপা কৰা হৈচে । আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ টকা ।

**THE ORUNUDOI,**

**A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.**

***Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.***

# অৰুণোদই

৮ বচৰ। মোং সিৱসাগৰ, জুলাই, ১৮৫৩। নম্বৰ ৭।

VOL. VIII. SIBSAGOR: JULY, 1853 NO. 7.


## আমেৰিকা দেসৰ ওআসিংতন নগৰৰ ৰাজ সভা ঘৰ।

The Capitol at Washington

আমেৰিকা মিল দেসৰ ওআসিংতন নগৰত জি ৰাজ সভাৰ ঘৰ আচে, তাৰে নক্চা তলত দিয়া হৈচে। সেই ৰাজ সভা ডাঙ্গৰ আৰু অতি সুন্দৰ, কিযনো গোটেই ঘৰটো কেৱল বগা মৰ্ম্মৰ সিলেৰে সৈতে সজা হৈচে; তাৰ দিঘলে ২৩৪ হাত, আৰু তাৰ মাজৰ জোখ ১৭৯ হাত। এই ঘৰ তিনি ভাগে প্ৰিথকৈকৈ সজা হৈচে, আৰু সেই তিনিও ভাগৰ ওপৰত তিনটা কলচি আচে। মাটিৰ পৰা মাজৰ কলচিলৈ ৯৬ হাত ওখ; আৰু তাৰ দুয়ো ফালৰ কলচিলৈকো ৪৬ হাত ওখ। এই নক্চাত ঘৰৰ পুব ফাল দেখা জাই, আৰু মাজৰ ওখ ঘৰলৈ জোআ বাটত জি জখলা দেখিচা, তাত ৩৬ খাপ আচে, তাতে উঠি গৈ ৰটণ্ডা নামে প্ৰথম আৰু প্ৰধান কৌটালিত সোমাবা। সেই কৌটালি ঘূৰনিযা, তাৰ বহলে ওখইও ৬৪ হাত। আমাৰ দেসত জেনেকৈ কাঠৰ পাটেৰে ঘৰৰ চাঙ্গ সাজে, সেই দৰে এই ৰাজ সভাৰ তল



Eastern View of the Capitol at Washington

কেৱল বগা মৰ্ম্মৰ সিলেৰে বিচিত্ৰ ৰূপে সজা হৈছে; আৰু তাৰ ওপৰত মানুহে খোজ কৰ্ঢ়াত, বা কথা বাত্ৰা হোআত মেঘৰ গৰ্জ্জনৰ দৰে তাৰ সবদ হই। আৰু তাৰ চাৰিও ফালে নানা সুন্দৰ বিচিত্ৰ বিচিত্ৰ নকৃচাবোৰ আৰি থোআত, অতিসই ৰূপে সভা থন ভুসিত কৰিচে। এই কাৰনে জগতৰ মাজত সিও এটা অতি সুন্দৰ মনোহৰ থান হই।

সোঁ ফালে ঘৰৰ জি ভাগ দেখা গৈচে, তাক "চেনিত চেম্বৰ," অৰ্থাত ৰাজ মন্ত্ৰিবিলাকৰ সভা বোলে, সেই খোটালিৰ ঘুৰনিয়া জোখ ১১২ হাত বহল। এই সভাৰ মাজ ঠাইতে এখান বিচিত্ৰ ওখ আসনত প্ৰেচিদেন্ত, অৰ্থাত প্ৰধান দেসাধিপতি বহে, আৰু তেঁওৰ ওচৰতে একন প্ৰধান লিখক আৰু ৬২ জন প্ৰধান ৰাজ মন্ত্ৰিও থাকে। তাতে দেস বিদেসৰ জি জি কৰম, জি জি কথা হই, তাকে সোধ পোচ কৰি, জেনেকৈ উচিত দেখে, তেনেকৈ আগ্যা দিএ। আৰু সেই খোটালিত জি এখাপ চাঙ্গ থাকে, তালৈকে কোনো বাধা নো হোআকৈ সকলো মানুহ আহি তাত সোমাই, তলত থকা দেসাধিপতি আদি কৰি মন্ত্ৰি লোকে আলচ কৰা আটাই কথা বাত্ৰা সুনি থাকিব পাৰে। সকলো দেসাধিপতিবিলাকৰ প্ৰথম প্ৰেচিদেন্ত, আৰু সকলোতকৈ অতি মৰ্জ্জতা পোআ জি জৰ্জ্জ ওআসিংতন চাহাব, তেঁওৰ নকৃচা দেসাধিকাৰ বহা সেই বিচিত্ৰ আসনৰ ওপৰত আৰি থোআ হৈছে।

বাঁও ফালে ঘৰৰ জি ভাগ দেখিচা, তাক "হাউচ্ অক ৰেপ্ৰিচেন্তেতিব" বোলে; অৰ্থাত দেসৰ সকলো জিলাৰ ৭০০০ সাত হেজাৰ লোকৰ মাজৰ পৰা একন একন মুক্তিয়াৰ হৈ আহি, সেই ঘৰৰ ভিতৰত, ১২ বজাৰে পৰা ৪ বজালৈকে সিবিলাকে তাতে মেল পাতি সকলো কথাৰ আলচ কৰি থাকে। সেই খোটালিতো চই সাত স লোক থকা এনে চাঙ্গ আচে, আৰু তালৈকো একো বাধা নো হোআকৈ সকলো মানুহ গৈ সুনিব পাৰে।

আমেৰিকাৰ মিল দেসৰ ১৩ জন প্ৰেচিদেন্ত হৈ গল; কিন্তু এতিয়া শ্ৰীজুত জেনেৰল পিয়ৰ্চ নামে জি জন বৰ্ত্তমান থাকিচে, তেঁওক ১৮৫৩ সঁকৰ মাৰ্চ মাহৰ ৪ তাৰিখে সেই দেসৰ লোকবিলাকে নিজোজন কৰি পাতিলে। ম.



থেহ লোকৰ সেৱা পুজা কৰা মন্দিৰ।

Chinese Temples.

এই নকচাৰ দৰে দৌল, মন্দিৰবিলাক থেহ দেসৰ সকলো ঠাইতে পোআ জাই; কিন্তু জি অনাদি, অনন্ত পৰম ইশ্বৰত বাজে আন ইশ্বৰ নাই, তেঁওৰে সেৱাৰ নিমিত্তে সেই দৌলবিলাক সজা নাই; কিন্তু জি দেখিব, সুনিব, মাতিবও নোআৰে, এনে অচেতন মুৰ্ত্তিবোৰৰ সেৱাৰ নিমিত্তেহে তাক সজা হৈছে। সিবিলাকে সত্য ইশ্বৰৰ গিয়ান নো পোআতে, বহু বচৰৰ পৰা সিল, ৰূপ, কাঠ, মাটিৰে সজা বস্তুৰ আগত দিঘল হৈ পৰি বোলে, তোমোলাকেই আমাৰ ইশ্বৰ; তাতে সিহঁতে সৃজন, পালন, সংহাৰন কৰ্ত্তা জি পৰম ব্ৰহ্ম, তেঁওক এৰা হল।

সেই দৌল বহু থৰচেৰে, অতি সোভিত ৰূপে থাপ থাপকৈ সজা হৈছে; তাৰ থাপে পতি চুকত সৰু ঘণ্টাবোৰ আৰি দিচে, তাৰ বতাহে লবাই থকাতে আপুনি বাজি থাকে; আৰু তাৰ ওচৰতে মাটিত ওখকৈ খুঁটা পুতি

তাতে বৰ বৰ ঘণ্টাবোৰ তুলি থৈচে, তাক মানুহে বজাই। দৌলৰ ভিতৰত সোনেৰে খতা অনেক মুৰ্ত্তি থাপনা কৰা হৈচে, সেইবিলাকৰ আঙ্গুলিবোৰ সকলো কালে ব্যতিক্রমকৈ পোনাই। কিয়নো খেহ লোকবিলাকে ভাবে, বোলে, সিহঁতে সকলো কালৰ পৰা সুভ, অসুভ অনাব পাৰে। সেই মুৰ্ত্তিবোৰৰ আগত সদাই চাকি জ্বলি থাকে, আৰু সেই দৌলত থকা দেৱলিযা লোকবিলাকে জি জি বস্তু মুৰ্ত্তিলৈ আগ কৰি দিএ, আৰু সেৱকিয়াবিলাকে জি দি সেৱা কৰেহি, সিহঁতে তাকে খাই, অতি এলাহত থাকি কাল নিয়াই।

খ্রিষ্টৰ ৫৮০ বচৰৰ আগেএ কনফুচিয়চ নামেৰে খেহ লোকৰ এজন মান্যৱন্ত মানুহ জনমিল। সেয়ে সৰু কালৰে পৰা পণ্ডিত, অধ্যাপকবিলাকৰ সগত থাকি, গিয়ান আৰু ধৰমৰ কথা বিচাৰ কৰি, পাচে অনেক পুথি সাত্র লিখিলে। সেই সাত্রই দুহেজাৰ বচৰৰ পৰা পুৰুসে পুৰুসে চলি আহি, বৰ্ত্তমান এই কালত খেহ লোকৰ প্রধান সাত্র হৈচে। আৰু কনফুচিয়চ ৭৩ বচৰ বয়সিয়া হৈ মিত্যু হল; কিন্তু তেঁওক খেহ লোকে দেৱতা ৰুপে মানিবলৈ ধৰিলে; আৰু তেঁওৰ নিমিত্তে অনেক দৌল, মন্দিৰ সাজি, অনেক অনেক ৰুপে পুজা পাটল কৰিলে। খেহ দেসৰ এটা সম্বাদ পত্রই প্রকাস কৰিচে, বোলে, কনফুচিয়চৰ সেৱা পুজাৰ কাৰনে সিহঁতৰ দেসত ১৫০০ দৌল, মন্দিৰ আচে। আৰু বচৰে বচৰে সৰত, বসন্ত কালত সেই সেই দৌলবিলাকত ৬২,০০০ মান জিয়া জন্তু বলি ৰুপে উচৰগ কৰা হই; আৰু ২৭,৬০০ খান সুন্দৰ নানা বৰনিয়া পাট কাপৰো দিয়া হই। বলি দিয়া জন্তুৰ নাম আৰু সংখ্যা এই।

| | |
|---|---|
| বলদ গৰু . . . . . . | ৬, |
| গাহৰি পোআলি . . . | ২৭,০০০ |
| হৰিনা পহু . . . . | ২,৮০০ |
| মেৰ চাগ . . . . . | ৫,৮০০ |
| সহা পহু . . . . . . | ২৭,০০০ |
| সৰ্ব্ব মুঠে | ৬২,৬০৬ |

এই সকলোবিলাক কনফুচিয়চৰ সেৱাত বচৰে পতি দিয়া হৈচে। কিন্তু হে পাঠক সকল, বিবেচনা কৰি চোআ, তাত কি লাভ? কনফুচিযচ নো কোন! আমাৰে নিচিনা তেজ মঙ্গহ থকা সিও মানুহ, আৰু পণ্ডিত হলেও, তথাপি সকলো মানুহৰ নিচিনা পাপি; এতেকে তেঁওৰ সেৱকিয়াবিলাকক নিস্তাৰ কৰিবলৈ তেঁওৰ একো সক্তি নাই। কোনো গুৰু সাধু লোকে তেঁওৰ সিস্যবোৰক নিস্তাৰিব পৰা একো সক্তি নে থাকে। জিবিলাকে এনে কৰে সেইবিলাকে মিচা ভ্রম আৰু সুদ্ধা ভাৰসাহে কৰে। আৰু জি অতি ভই লগা কথা, সকলোৰে ওপৰত থাকোঁতা পৰম ইস্বৰৰ ক্রোধহে সিহঁতে আপোনাৰ ওপৰত তোলে। ম·

---

## উত্তৰ কাচাৰ দেসৰ পৰা লিখা পত্র।

Letter from the New Station in Northern Cachar.

শ্রীজুত বেবাৰ চাহাবে নগাঁও জিলাৰ অধিন হোআ পৰ্বতিয়া লোকৰ মাজত জি নতুন জিলা পাতিচে, তেঁওৰ লগৰ এজনে, অৰুনোদইত চাপিবলৈ লিখি জনাইচে, বোলে, কম্পানি বাহাদুৰৰ অধিনত্তে উত্তৰ কাচাৰ নামেৰে এখান ঠাই আচে, কিন্তু সেই ঠায়েই নো কত, কোন ফালে আচে, তাক সকলো লোকে নে জানে। এই নিমিত্তে মই তাৰে বিৱৰন কিচু অৰুনোদই পাঠক সকলক জনাঁও; সেই ঠাই নগাঁও জিলাৰ তলে থকা জি ডিমাপুৰ জিলা, তাৰ পৰা দখিন ফালে ৮। ৯ দিনৰ বাট আঁতৰ, আৰু উত্তৰে তুলাৰাম সেনাপতিৰ অধিনৰ মাহৰ নৈ, পচিমে জয়ন্তা, দখিন পচিমৰ চুকে হেতম্ব চিলচাৰ, পুবে আঙ্গামি নগা, দখিন পুবৰ চুকে মনিপুৰ। ইয়াৰ মাজত্তে ১৯ কি ২০ দিন মানৰ বাট দিঘল এখান ডাঙ্গৰ ঠাই আচে; তাৰে নাম উত্তৰ কাচাৰ বোলে। তাৰ মাজত অনেক ডাঙ্গৰ ডাঙ্গৰ পৰ্বত, কাঠ, বাঁহকে আদি কৰি হাবি আচে।

আৰু সেই পৰ্বতবোৰত্তে কচাৰি, মিকিৰ, নগা, কুকি, এই চাৰি জাতি মানুহ থাকে; সিহঁতৰ ভাসাও বেলেগ বেলেগ, কাৰো কথা প্রাই



## হাঁতি আৰু সিয়ালৰ দ্ৰিষ্টান্ত।

The Elephant and Fox

গিয়ানৰ কথা বাত্ৰাৰ দোআৰাই, জিহে সত্যক মাথোন সিকাই, আৰু সজ গুন আমাৰ ভিতৰত উদগাই সুমাই দিএ, এনে লাভ দায়ক কথা সুনাতকৈ, বধ কথা চলবাদি, ফান্দ, বা আনক নিন্দা কৰা ইতিহাস, বা সাধু কথা সুনিবলৈ অধিক লোকে ৰঙ্গ পোআৰ হেতুকে এনে কথাহে বিচাৰে। ইয়াকে উত্তম ৰুপে দেখাবৰ নিমিত্তে, হাঁতি আৰু সিয়ালৰ দ্ৰিষ্টান্ত কথাৰে তলত লিখোঁ।

এই দুই জন্তুৰ মাজত কোনটো কথকি হৈ লোকক আপোনাৰ ফলিয়া কৰি অধিককৈ চলাব পাৰে, ইয়াকে সিহঁত দুয়ো বাদ বিচাৰ কৰি ঠাৱৰ কৰিব নোআৰি, আন জন্তু সকল চপাই এক সভা থাপনা কৰিবলৈ মন থিৰ কৰিলে; তাতে সিবিলাকে এই কথাত জি থিৰ কৰে, সেয়ে হব। পাচে জন্তু সকলক নিমন্ত্ৰন কৰিলত, তেতিয়া বাঘ, ভালুক, সিংহ, মহ, ঘোঁৰা, কুকুৰ, চাগলি, আৰু অস আন সকলো চাৰি ভৰিয়া জন্তু আপোন আপোন ঠাইতে বহিল। তেতিয়া হাঁতিএপ্ৰথমে তাৰ কথা কবলৈ ধৰিলে বোলে, সত নিয়াই, আৰু দায়া, কেনে উত্তম আৰু সুন্দৰ! এই সকলোকে বাখি আচৰিলে কেনে সুখ হব পাৰে! কিন্তু মিচা কথা, চল বাদি, আপান পেটা, আৰু নিৰ্দয়া কিমান বেয়া আৰু কুতি! দেখিবলৈ কেৱল সাস্তিৰ জোগ্য ন হই; এই ৰুপে হাঁতিএ বহু কথা কোআত, গোটা, চাৰেল গিয়ানি জন্তুএ মাথোন এইবিলাক মন দি সুনি ভাল বুলিলে, কিন্তু বাঘ, ভালুক, কেটেলা পহু, আদি অধিক ভাগ সভাসদ সকলে ইয়াক ভাল নে পাই কলে, এইবিলাক মুখ আৰু অজলাৰ কথা, একো কাৰ্জৰ ন হই।

কিন্তু জেতিয়া সিয়ালে তাৰ চল বাদিৰে হাঁহ, কুকুৰা, চুৰ কৰি খোআত কি ৰুপেৰে ফুৰে, ইয়াকে কবলৈ ধৰিলে, তেতিয়া এই সভাসদ জন্তু সকলে একে বেলিএ কান থিয় কৰি বহস্য মনেৰে সুনিব ধৰিলে। আৰু সি কি প্ৰকাৰেৰে ৰাজ হাঁহ, পাতি হাঁহ, কুকুৰা, বাতিতে গৰালৰ পৰা লোকে গম নো পোআকৈ চুৰ কৰি লৈ জাই, এইবিলাক কথা কোআতে সিহঁতে বৰ ৰঙ্গ পাই তাত সন্তোস হল।

পাচে এই দৰে সিয়ালে অনেক কথা কৈ, হাঁতি আৰু আন জিবিলাকে নিয়াই, সত্য, দয়া আদি প্ৰেম কৰে, সিবিলাকক নিন্দা কৰি, সভাসদ লোক সকলক আপোনাৰ দৰে চুৰ ডকা দিয়াকে আচৰি থাকিবলৈ মিনতি কৰি, তাৰ কথা এঁটালত, সকলোএ তাক বৰ সবদৰে সলাগিলে। পাচে সিয়ালৰ ফালে অধিক ভাগ হোআত সি জিকিল, কিন্তু হাঁতিৰ ফালে তাকৰ হোআত সি হাৰিল।

এই সভা ভাগি জোআৰ কিচু দিনৰ পাচে এদিনা হাঁতিএ গচৰ ডাল পাত খাই চৰি থকাতে, কিচু দুৰ হাবিত বৰ দুখ পোআকৈ কনিৰ সবদ সুনি, খেদি গৈ চাই দেখে, জে সিয়াল কটকিএ ফান্দত পৰি পাচ ভৰি দুটা ভাগি পৰি আচে।

তেতিয়া সিয়ালে বৰ বেদনা পাই থকাতো তাৰ চোকা মুখেৰে কবলৈ ধৰিলে, বোলে, এতিয়া তুমি মোৰ আপদৰ কালত মোক হাঁহিবলৈ আহিচা নে? হাঁতিএ উত্তৰ দিলে, ন হই, মই তোমাৰ দুখ গুচাব পৰা হলে গুচালোঁহেঁতেন; কিন্তু তোমাৰ ভৰি ভগাত, মৰনৰ বাহিৰে তোমাৰ দুখ গুচুআ আন একো উপাই নাই।

সিয়ালে অসন্তোস মনৰে উত্তৰ দিলে, বোলে, হই, মই জি স্বভাও আচৰনত ভৰ দি দিন নিয়ালোঁ, সেয়ে বেয়া বুলি মই এতিয়া লৈ কাৰ্হিচোঁ। জ. ট.



## বিদ্যা সিকাৰ নিবেদন।

**A Plea for Education.**

অচম দেসৰ প্ৰানি আছে জত জত,
কৰোঁ মই গোচৰ সবাৰ চৰনত;
গ্যানি সাধু ব্ৰাহ্মনক নমস্কাৰ মোৰ,
মধ্যস্থ জনক লাগি কৰোঁ হাত জোৰ।
ইতৰ জনক মই বোলোঁ প্ৰিয় বানি,
নিন্দা ন কৰিবা মোক অল্প মতি জানি;
নাহিকে গিয়ান মোৰ অল্প মতি নৰ
ক্ৰিতাঞ্জলি কৰি কহোঁ সবাৰো গোচৰ।
সবে মন দিয়া সুনা, মোৰ নিবেদন,
ৰচিব খুজিলোঁ এক কথা বিচখ্যন;
দেখিয়োক বন্ধুগন, কিনো বিপৰিত
বিদ্যা নি সিকিলে হই সবেও দুখিত।
বিদ্যাহে পৰম ধন, বিদ্যা বন্ধু জন,
বিদ্যাহে সবাৰো হই কৰ্নৰ ভুসন;
স্বদেসে বিদেসে বিদ্যা মাত্ৰি তুল্য হন,
বিদেসে গলেও পাই বহুত সম্মান।
বিদ্যা জানিলেহে হই সবাতো উত্তম,
বিদ্যা নে জানিলে হই উত্তমো নৰম;
আৰু দেখা বন্ধুগন, মহত বিদ্যাৰ,
তাহাক জানিলে প্ৰিয় হোৱন্ত ৰজাৰ।
ৰজাও কৰই স্নেহ দেখা কেন মতে,
কোনো কোনো কৰ্ম দেন্ত তাহাৰ হাততে;
এই হেতু বিদ্যাত দিয়োক বন্ধু মতি
বিদ্যা ন জনা মুৰ্খৰ সুনা কেনে গতি।

"শক্যো বাৰয়িতুং জলেন হুতভুক চত্ৰেন ৰ্যাতপৌ।
নাগেন্দ্ৰো নিশিতাঙ্কুসেন সমদো দণ্ডেন গো গৰ্দ্দভৌ॥
ব্যাধিৰ্ভেসজ সংগ্ৰহৈশ্চ বিবিধৈৰ্মন্ত্ৰ প্ৰয়োগৈৰ্বিষং।
সৰ্ব্বস্যৌষধমস্তি সাস্ত্ৰ বিহিতং মুৰ্খস্য নাস্ত্যৌষধং"॥
ভৰ্ত্তৃহৰো ৰাজ নিতি শতকে॥

"জলেৰে মুমাব পাৰে জানাহা অগ্নিক,
জাপিৰে ৰাখিতে পাৰে ৰদ ও ব্ৰিষ্টিক;
অঙ্কুসে খুঁচিলে দেখা হস্তিও ৰহই,
দণ্ডাঘাত কৰিলে গো গৰ্দভো ৰস হই।
অনেক প্ৰকাৰে আছে ঔসধ ৰোগৰ,
দুষ্টকো ৰাখিতে পাৰে সঙ্গত সম্ভৱ;
এহি মতে সকলোৰে আচন্ত বিহিত
উপাই নাহিকে কোনো মুৰ্খক ৰাখিত।"

বিদ্যাত দিয়োক মন জানি বন্ধুগন,
বিদ্যা নে জানিলে পাতে গাধতোকৈ হিন;
এহি গুনি বিদ্যাত দিয়োক বন্ধু মতি,
আৰু সুনা দেসি গন, অগ্যানিৰ তুতি।
আমাৰ দেসত পুৰ্ব্বে বিদ্যা নাচিলন্ত,
সেহিসে কাৰ্য্যৰ জানা হিংসাক কৰন্ত
কেহো জনে বোলে, নাহিকই মোৰ সম,
এহি বুলি সকলোকে পাতে নৰাধম।
নাহিকে বিদ্যাত বোধ, নে জানে সাস্ত্ৰক,
নু সুনে সম্ভৱ কথা, বোলে নিন্দা বাক;
ই জনে সি জন মাৰে, কৰি গৰ্ব্ব মন,
এহি মতে কৰিলন্ত দেসক উচন।
আৰে দেখা, সৰ্ব্ব লোক গতি ইংৰাজৰ,
নাহিকে মনত গৰ্ব্ব, নাহি অহঙ্কাৰ;
অনেক বিদ্যাক জানে অতি বিত্তোপন
ধন হলে কাকো ন কৰই নিচ গ্যান।
দেসৰ কুসল চিন্তে ইংৰাজ মহা ৰজা
কেন মতে ভালে থাকিৱন্ত সৰ্ব্ব প্ৰজা,
এহি বুলি মনে কৰে পৰম জতন,
সকলোকে কৰে দেখা দায়াৰে পালন।
এনে উপকাৰি ৰজা ন হৈৱন্ত আৰ
এতিয়া নি সিকে বিদ্যা সেহিসে পামৰ;
আপোন চকুএ দেখা ইংৰাজৰ দায়া
অনেক জিলাত থৈচে ইস্কুল পাতিয়া।
অনেক পণ্ডিত পাতি ৰাখিচে তাহাত
জোগ্য অনুসাৰে ধন দিৱন্ত মাহত;
হেনই প্ৰকাৰে ৰই কৰি আছে ধন,
এহি সব উপকাৰ আমাৰ কাৰন।
তাহাতে পৰ্হিতে পাৰে অনেক বালকে
তথাপি নি সিকে তাত জানা কোনো লোকে;
জদি কোনো লৰা ক্ৰাই পৰ্হিবাক মন

ইস্কুল ভিতৰে কৰে কথোপকথন।
জাক দেখি অধ্যাপকে মাৰে কোৰ এক,
তাৰ পাচে কদাপি নে জাই পৰ্হিবাক।
মাত্রি পিত্রি সবে তাক ভাবনা ন কৰে,
কিন্তু, বোলে, ন পৰ্হিবা এনুআ দুখেৰে।
এহি বুলি পিত্রি মাত্রি লৰাক্ দিএ আস
লৰাৰ মনত পাচে নে বাৰ্হন্ত সাস,
এহি মতে কোনো জনে বিদ্যাক এৰন্ত,
তাৰ পাচে মনে দুষ্ট মতিক ধৰন্ত।
কিন্তু জিবিলাকে লৰা ভাবনা কৰিব,
নিচয়ে জানিবা সিতো বিদ্যাক জানিব;
নানা উপকাৰ হই ন কৰে বিচাৰ,
মনুস্যৰ এই অতি অধম আচাৰ।
আৰু সুনা বন্ধুগন, মোহোৰ বচন,
নেৰিবা বিদ্যাক, দ্রিঢ় কৰি দিয়া মন।
বিদ্যা হেতু পাইবন্ত ভাল জস নাম,
বিদ্যাক জানিলে সবে বোলে নৰোত্তম।
এহি কালে বিদ্যাহে সকলো ধন সোন,
নে জানিলে একো বিদ্যা হই দিক সুন্য।
গ্যান হৈলে মনুস্যৰ ন হব দুৰ্গতি,
ক্রমে ক্রমে তাৰ জানা বাৰ্হিব সুমতি।
গ্যান জেবে হব তাৰ বাৰ্হিবগৈ আসা
সবেও তাহাক জানা কৰিব প্রসংসা;
হে প্রিয় লোক, সবে কৰিও জতন,
পলম ন কৰি বন্ধু, তাতে দিয়া মন।
মোহোৰ বচন সুনি, থিৰ কৰা মতি,
দেসৰ কুসল চিন্তি বৰ্হোআ উনতি;
উত্তম পুথিক কৰা আপোন ভাসাতে
গ্যান লভিবন্ত লোকে তাহাক পৰ্হিতে।
ইংৰাজি ভাসাতে জত কিতাপ আচই,
অচম দেসৰ লোকে তাক ন জানই।
দেসৰ মধ্যত আচা ফুকন বৰুআ,
আপোন দেসক সবে কুসল কৰোআ।
জেন মতে অগনি তুলাত লাগি জান্ত,
সেহি মতে লোক সব হব গিয়ানৱন্ত;
এহি মতে ভদ্র লোকে কৰা হিত কাম,
তেহে থাকিবন্ত আপোনাৰ জস নাম।
ঘৰৰ ভিতৰে ধন ৰাখি ন থৈবাহা,
কি কাৰনে লাগে ধন, তাহাক জানাহা,
অল্প দিন ভোগ হেতু তাৰ প্রয়োজন,
মিত্যু হলে কাৰো সঙ্গে নাহি জাৰ ধন।
বিচাৰ কৰিয়া দেখা সৰ্ব নৰ গন,
জত ধন আচে মানে সবে অকাৰন;
জসস্যা বাৰ্হিব লাগে আপোনা সবৰ,
জেন মতে জসস্যা বাৰ্হিচে ইংৰাজৰ।
সেহি মতে কৰা জদি আমাৰ দেসত
অৱস্যে হৈবেক ভাল অলপ কালত;
জি কথা লিখিলোঁ মই, দাই ন ধৰিবা,
জত দোস হই মানে সকলো খেমিবা।
মই দিন হিন মুৰ্খে কৰিচোঁ মিনতি
সুনি প্রিয় বানি দিয়া বিদ্যাত সুমতি;
পৰাৰ প্রবন্ধে কহে স্ত্রী চিকা দাস,
অদ্য কৰি আচোঁ, সিৱসাগৰত বাস।

---

## ইংৰাজি লোকৰ আগৰ কালৰ অসভ্য বেৱহাৰ।

**Barbarism of the Ancient Britons.**

১৮০০ বচৰৰ আগেএ জেতিয়া ৰুমিয়াৰ সেনাপতি কৈচৰ, ইংৰাজি দেসত অধিকাৰ হবলৈ গৈচিল, তেতিয়া তেঁও তাত নিবাসিবিলাকক অসভ্য বন মানুহ জেন দেখিলে; সিইতৰ মাজত কাপৰ লোআৰ বেৱহাৰ নাই কিচিল, সেই দিপৰ দখিন ভাগৰ মানুহে পহুৰ চালেৰে গা ঢাকিচিল, আৰু সিও কাপৰৰ নিমিত্তে ন হই, জাৰ গুচিবলৈকো ন হই, কিন্তু আন দেসৰ পৰা বেহা কৰিবলৈ মানুহ আহিলে কাপৰৰ বাবে গা ঢাকি লই। আৰু সৰিল বৰ সুন্দৰ কৰাবৰ কাৰনে আপোনাৰ গাৰ চালতে কাঁইটেৰে খুঁচি, গচ, ফুল, মাচ, পহু আদিৰ আক্রিতি লিখি, এবিধ গচৰ ৰস তাতে ঘঁহি দিএ, তাতে সেই আঁকবোৰ কোনো কালে ন মৰে, সেই ৰিতি নতুন হলও আৰু আন আন অসভ্য জাতিৰ মাজত এতিয়ালৈকে আচে।

সেই কালত আমাৰ ওপ্পৰ পুৰুস সকল হাৰিত বাস কৰিচিল। আৰু সৰু সৰু কাঠৰ ঘৰ সাজি তাক গচৰ ডাল, পাত, আৰু পহুৰ চালেৰেই চাইচিল; সেই ৰুপে দুই তিনি স ঘৰেই এখন গাঁও হই, কিন্তু সেই ঘৰবিলাক

সাৰি সাৰিকৈ সজা নাই কিচিল, আৰু গাঁৱৰ চাৰিও কালে মাটিৰ গৰ বান্ধিচিল । সিবিলাকে পহু মাৰি জি মঙ্গহ পাই তাকে আহাৰ কৰিচিল, কিন্তু মাচ আৰু চৰাই খাবৰ সিবিলাকৰ নিজ ধৰমত নিসেধ আচিল ।

সেই কালত আমাৰ উপৰি পুৰুস সকল অতি অগিয়ানি আচিল । তাৰ মাজৰ অধ্যাপকবিলাকে মাথোন অলপ লিখিব পঢ়িব জানিচিল, আৰু সেই অধ্যাপকবোৰে মানুহবিলাকক কঠিন ৰুপে বস কৰি ৰাখিচিল । সিবিলাকে অনেক দেও পুজা কৰিচিল; আৰু সেই দেওবিলাক বিতুস্ট হোৱা গিয়ান হলে, দেওবিলাক তুস্ট কৰিবৰ নিমিত্তে সুনিব ন লগা গৰিহিত কৰম কৰিচিল । এবেলি সিবিলাকে বনত হাৰি বুলিলে আমাৰ সনি দেৱতা বিতুস্ট হৈচে । ইয়াকে বুজি সনিক তুস্ট কৰিবৰ নিমিত্তে নৈবেদ্যৰ কাৰনে এটা বৰ পাত্ৰৰ ভিতৰত অতি উত্তম কুলৰ তিনি স লৰা জিয়াই ৰাখি খৈ জুই লগাই পুৰিলে । এতিয়া সিবিলাকৰে সন্তান জি আমি, সিবিলাকৰ বেৱহাৰে আমাৰ বেৱহাৰে কিমানৰ বেলেগ তাক বিবেচনা কৰি চোৱা । জেনেকৈ এতিয়া আন আন অগিয়ান অসভ্য জাতি আচে, সেই ৰুপে আমিও কুবেৱহাৰ. কুকৰমত ৰতি হোৱা আৰু দুৰ্জন নিচ মনেৰে আচিলোঁহক; কিন্তু অনেক দিনৰে পৰা ন ন কথা সিকি, লাহে লাহে আমি অনেক প্ৰকাৰ বিদ্যা ধনে ধনৱন্ত হৈচোঁহক; আৰু আমাৰ আপোনাৰ গিয়ানৰ অৰ্থেই ওঁৰালৰ পৰা প্ৰিথিবিৰ সেসলৈকে সকলো মানুহবিলাকৰ উপকাৰৰ নিমিত্তে গিয়ান দান কৰিচোঁহক । এই হেতুকে এই অচম দেসৰ গিয়ান উদই হোৱা অসাধ্য বুলি, কোনোএ গিয়ান ন কৰোক । কিয়নো পুৰ্ব্বে সকলোতকৈ অসভ্য জি আমি, জি উপায়েৰে আমি এতিয়া সভ্য হলোঁহক, সেই উপাই আন আন দেসৰো হৈচে । প্ৰিথিবিৰ চাৰিও ভাগৰ মাজত সকলোতকৈ সৰু জি ইউৰপ দেস, সেই দেস বিদ্যাৰ কাৰনে আন ভাগতকৈ সুখিয়াতি হৈচে, আৰু সেই বিদ্যা সকলো লোকৰ হৈচে । এই দেসতো সেই বিদ্যা সিগ্ৰে বিয়াপক হব বুলি, আমি আসা কৰিচোঁ; আৰু এই দেসৰ মানুহবিলাক বিদ্যা সিকাৰ নিমিত্তে পাচে ইউৰপিয়া লোকৰ সমান বা আগ হব বুলি, ইয়াকে কোনে কব পাৰিব?

## মিক্ৰস্কোপ আৰু এক নিঠুৰ লৰাৰ কথা ।

**The Microscope and cruel Boy.**

কোনো এক ডেকা লৰাই মাখিবোৰক দুখ দি মাৰি নিঠুৰ আনন্দত সন্তুস্ট হৈচিল । সি মাখিবোৰৰ ঠেঙ আৰু পাখি চিঙ্গি আপোনাৰ উচৰৰ পৰা উৰি জাওক বুলি মিচাকৈএ ৰঙ্গ চাই, আৰু কেতিয়ালা ভালেমান পোক পৰুআ একে লগে গোটাই ভৰিৰে গচকি দুস্ট স্বভাৱত ৰঙ্গ কৰি থাকে । তাৰ সিখ্যকে ভালেমান হাক দিও তাৰ এনে দুস্ট স্বভাও গুচাব নোআৰিলে । আৰু তাৰ সিখ্যকে তাক এই দৰে ভালেমান প্ৰবোধ দি বোলে, দেখা, জেনেকৈ আমি সুখত ৰঙ্গ আৰু আনন্দ কৰোঁ, পোক পৰুআবো তেনে জানিবা; আৰু আমাৰ ভৰি হাত ভাঙ্গিলে আমাৰ জেনেকৈ দুখ লাগে, পোক পৰুআও আপোনাৰ ঠেঙ বা পাখি চিঙ্গা হলে দুখ পাই । পৰুআৰ ঠেঙ আৰু মাখিৰ ডেনা চিঙ্গি জেতিয়া সিইতে ৰগাই জাই, তেতিয়া দুখৰ চিন দেখা জাই ডেও সিইতৰ এনে দুখলৈ সেই দুস্ট নিৰ্ম্মৰমিয়াল লৰাই এফেৰিও বুজিবলৈ মন দিয়া নাই ।

সেই সিখ্যকৰ এটা মিক্ৰস্কোপ আচিল; সেই মিক্ৰস্কোপেৰে জদি কোনো বস্তুলৈ চাই, তেন্তে তাতে আগতকৈ অতি ডাঙ্গৰ দেখা জাই । এনে এটা জন্ত্ৰ আনি তাৰে সৈতে আপোনাৰ চাতৰবিলাকক এটা অদ্ভুত সুন্দৰ জন্তুক চাব দিলে । চাঁওতেই সিবিলাকক এই কথা কলে, দেখা, এই জন্তুৰ মুৰৰ পৰা নেগুৰলৈকে ৰগা আৰু কলা বৰন আচে । মুৰত চকু এজোৰ ৰগা নোমেৰে বেৰা হৈচে । তাৰ গা দুভাগ ইয়ে সিয়ে সৈতে জোৰা খাই ৰক্ষা আচে । দেখা, তাৰ গোটেই সৰিল

সুবৰ্ন নোমেৰে বিভুসিত আছে, ৰজাৰ কোঁৱৰৰ ভুসনতকৈও অধিক। সৰু জন্তুত এনে এনে আচৰিত গুন আছে, ইয়াকে দেখি, সেই লবাই আনন্দিত হৈ আচৰিত মানি অধৈৰ্জ্য ৰুপে সিখ্যকত সেই জন্তুৰ নাম সুধিবলৈ ইচ্ছা কৰিলে। পাচে মিক্ৰস্কোপ গুনালত জিটো সৰু পোক সি অনেক বাৰ দুখ দিচিল, সেয়ে এনে ডাঙ্গৰ সুন্দৰ জন্তু হেন দেখা গল!

দেখা, জদিও আমাৰ দ্ৰিষ্টিত মাখি আৰু পোক পৰুআ সৰু আৰু অবস্তু হেন দেখা জাই, তেও পৰম ইশ্বৰে এনে সৰু বস্তুত সম্পুৰ্ন মতে উতম উতম গুনেৰে বিভুসিত কৰিচে। এতেকে কোনো জন্তুক আমি অকাৰনে মাৰিবলৈ বা জন্ত্ৰনা দিবলৈ উচিত ন হই। কাৰন হলেও দুখ নি দি একে বাৰে নবাই ভাল। ৰ. ন.

## বিবাহৰ সুখ।

Three views of Marriage.

এটা নকচা লিখা ঘৰত অনেক বিধৰ মাজত তিনটা নকচা একে ঠাইতে আচিল। তাৰে এটা মুৰ্ত্তিএ আপোনাৰ মুৰ দুই আঁঠুৰ ওপৰত থৈ, অতি বৰকৈ চিন্তা কৰিচে।

দুতিয় মুৰ্ত্তিটে অতি বৰ সোকাকুল হৈ, আপোনাৰ চুলি চিঙ্গি, হিয়া ভুকুআই আচে।

ত্ৰিতিয় মুৰ্ত্তিটে অতিসই আনন্দতে মন মগ্ন হৈ আচে।

সেই কথাকে কোনো এজন মানুহে দেখি, অতি বিস্ময় হৈ গৰাকিৰ ওচৰলৈ গৈ সুধিলে, বোলে, এই তিনি প্ৰকাৰ তিনটা মুৰ্ত্তি একে ঠাইতে থকাৰ কাৰন কি? গৰাকিএ কলে, বোলে, ইয়াৰ কাৰন সুনা।

প্ৰথমটে মনে মনে গুনিচে বোলে, তিৰোতা আনি সংসাৰ কৰিম কি ন কৰিম।

দুতিয়টে, তিৰোতা আনি সংসাৰত বন্দি হৈ সোক কৰিচে, বোলে, অস! কিয় মই এই দুষ্কৰ্ম কৰি, অনেক কেলেস আৰু চিন্তাত মজি, আপোনাৰ ভৰিত আপুনি লোআ লগালোঁ।

ত্ৰিতিয় মুৰ্ত্তিটে তিৰোতা বিহিন হোআত, সংসাৰ জাতনাত আপোনাকে মুকলি হোআ জেন জানি আনন্দতে নাচি আচে।

## বিবাহৰ সম্বাদ।

Marriage.

২৫ আগষ্ট তাৰিখে সিৱসাগৰ জিলাত শ্ৰীজুত পাদুৰি চামুএল এম হোআইটিং চাহাবৰ দোআৰাই, শ্ৰীজুত চাৰ্লচ উইলিয়াম স্তুআৰ্ত চাহাব, আৰু শ্ৰীমতি লুচি ৰসেস্বৰিৰ কন্ম্যানিৰ নতুন কানন মতে বিবাহ দিয়া হল; শ্ৰীজুত জন থৰ্নটন চাহাব বিবাহৰ ৰেজেষ্ট্ৰাৰ।

## অক্তোবৰ, অৰ্থাত কাতিৰ পঞ্জিকা।

Almanac for October, A. D. 1853. Sal. Sac 1775

| অক্টোবৰ | আহিন | বাৰ | তিথি | দিনমান | অক্টোবৰ | কাতি | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৬ | ৭ | ২৮ | ১১।৪৮ | ১৬ | ১ | ১ | ১৫ | ১১।২১ |
| | | | | | ১৭ | ২ | ২ | ১৬ | ১১।২০ |
| ২ | ১৭ | ১ | ৩০ | ১১।৪৬ | ১৮ | ৩ | ৩ | ১৬ | ১১।১৮ |
| ৩ | ১৮ | ২ | ১ | ১১।৪৪ | ১৯ | ৪ | ৪ | ১৭ | ১১।১৬ |
| ৪ | ১৯ | ৩ | ২ | ১১।৪১ | ২০ | ৫ | ৫ | ১৮ | ১১।১৫ |
| ৫ | ২০ | ৪ | ৩ | ১১।৪০ | ২১ | ৬ | ৬ | ১৯ | ১১।১৪ |
| ৬ | ২১ | ৫ | ৪ | ১১।৩৮ | ২২ | ৭ | ৭ | ২০ | ১১।১২ |
| ৭ | ২২ | ৬ | ৫ | ১১।৩৭ | | | | | |
| ৮ | ২৩ | ৭ | ৬ | ১১।৩৫ | ২৩ | ৮ | ১ | ২১ | ১১।১০ |
| | | | | | ২৪ | ৯ | ২ | ২২ | ১১।৯ |
| ৯ | ২৪ | ১ | ৭ | ১১।৩৪ | ২৫ | ১০ | ৩ | ২৩ | ১১।৮ |
| ১০ | ২৫ | ২ | ৮ | ১১।৩১ | ২৬ | ১১ | ৪ | ২৪ | ১১।৬ |
| ১১ | ২৬ | ৩ | ৯ | ১১।৩০ | ২৭ | ১২ | ৫ | ২৫ | ১১।৪ |
| ১২ | ২৭ | ৪ | ১০ | ১১।২৮ | ২৮ | ১৩ | ৬ | ২৬ | ১১।৩ |
| ১৩ | ২৮ | ৫ | ১১ | ১১।২৬ | ২৯ | ১৪ | ৭ | ২৭ | ১১।২ |
| ১৪ | ২৯ | ৬ | ১৩ | ১১।২৪ | | | | | |
| ১৫ | ৩০ | ৭ | ১৪ | ১১।২২ | ৩০ | ১৫ | ১ | ২৮ | ১১।০ |
| | | | | | ৩১ | ১৬ | ২ | ২৯ | ১১।০ |

এই অৰুনোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপাখানাতে চাপা কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ টকা।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam.*

# অৰুণোদই

৮ বচৰ। মোং সিৱসাগৰ, অক্তোবৰ, ১৮৫৩। নম্বৰ ১০।

VOL VIII SIBSAGOR OCLOBLR, 1853 NO. 10


## ৰবি নামে এটা সাহসিক কুকুৰৰ আখ্যান।

The Co rageous New1 ur lland D g

কিচুমান বচৰৰ আগেয়ে আমেৰিকা দেশৰ ওআসিংতন নামেৰে এখান জাহাজ খেহ দেসলৈ গৈচিল, সেই জাহাজৰ ডাঁৰি মাজি আদি চাকৰবিলাকত বাজে এজন সেনাপতি চাহাবে লগত তেঁওৰ তিৰোতা, আৰু পাঁচ বচৰিয়া এটা লৰা, আৰু ৰবি নামেৰে নিউফওণ্ডলণ্ড দেসৰ এটা বৰ কুকুৰ নিচিল। সেই কুকুৰৰ স্বভাও কোমল, আৰু খেমালি কৰি থকাৰ নিমিত্তে জাহাজৰ সকলো লোকে তাক ভাল পাই; তাৰ বাহিৰেও সেই সৰু লৰা লগত কুকুৰৰ সদাই ধেমালি কৰাৰ লগৰিয়া আছিল। লৰাবো তাত বৰ আনন্দ হই, কুকুৰে তাক জিমান ভাল পাই, সিয়ো সিমান তাক চেনেহ কৰে।

এদিন সন্ধ্যা বেলি এন্ধাৰ হোআৰ সময়ত, সেই সৰু লৰাই কুকুৰে সৈতে ধেমালি কৰোঁতেই, জাহাজ কাতি হলত লৰাটো সাগৰৰ পানিত পৰিল।

তাতে সকলোএ "ওপৰলৈ আহ, ওপৰলৈ



A Newfoundland Dog saving the Life of his Master's Son

আছ,” এনেকৈ লৰাত এঁটাহ্ পাৰিব ধৰিলত, বেগতে সেই বৰি চিকাৰি কুকুৰৰ দৰেৰে পানিত জাঁপ মাৰি পৰি, জাহাজৰ সিফালে দাতিএ সাঁতুৰি গল।

তেতিয়া সই লৰাৰ বাপেক অতি বিহ্বল হৈ, নাৱৰিয়াই সৈতে বেগতে জাঁপ মাৰি সৰু নাবত উঠিল। কিন্তু তেতিয়া এন্ধাৰ কিচু অধিককৈ হোআৰ কাৰনে দূৰৈলৈ নে দেখাত সকলোএ বুলিলে, বোলে, লৰা আৰু গল।

এনেতে সিবিলাকে জাহাজৰ বাঁও ফালে এটা সবদ সুনিলত, লৰাৰ বাপেকে বেগাই বা বুলি, এঁটাহ্ পাৰি কলে; তাতে গুৰিআলে নাও ঘুৰাই দিলত আগোআলবোৰেও বলেৰে টানি বাবলৈ ধৰিলে, এনে সময়তে সেই সাহিআল বৰিয়ে লৰাক মুখেৰে ধৰি নাৱৰ দাতিয়ে দি উঠি অহাত, সিহঁতে দেখি লৰাক নাৱলৈ তুলিলে।

পাচে নাও বাই জাহাজলৈ গৈ প্ৰাই মৰা লৰা স্বস্থ হবৰ দেখি, তাৰ বাপেক মাক বৰ আনন্দিত হল; আৰু সকলোএ বৰিৰ গাত হাত ফুৰাবলৈ ধৰিলে। তেতিয়া সৰু লৰাই তাক সঙ্কটৰ পৰা উধাৰ কৰোঁতাৰ ভিঙ্গিত সাবট মাৰি ধৰিলে, আৰু বাপেকে জেনেকৈ পুতেকক ভাল পাই, সেই ৰুপে জাহাজত থকা সকলোএ সেই কুকুৰক ভাল পাবলৈ ধৰিলে।

জাহাজ আফ্ৰিকা দেসৰ উত্তম আসা অন্তৰিপ পালত, নাৱৰিয়াবোৰ সৰু নাবত উঠি বামলৈ জাবৰ সময়ত সেই সেনাপতি চাহাবে তিৰোতা লৰাই সৈতে জাবলৈ নাবত উঠি, জাহাজত থকা নাৱৰিয়াবোৰত কলে, বোলে, জাহাজৰ ওচৰৰ পৰা নাও দুৰৈ হৈ নো জোআলৈকে এই নিউফণ্ডলণ্ড কুকুৰক টানকৈ ভিঙ্গিত ধৰি ৰাখইক, তেতিয়া সি কেনে সাঁতুৰিব পাৰে তাক দেখিবলৈ পাৰিইক। পাচে বৰিয়ে হাতৰ পৰা এৰাই জাবৰ নিমিত্তে অনেক টনা আজোৰা কৰিচিল, তথাপি মুকলি হৈ জাব নোআৰিলে, সিহঁতেও নাও দাঁতি নে পাই গৈ মানে ধৰি ৰাখিলে। জেতিয়া সেই সেনাপতিয়ে সঙ্কেত ৰুপে উৰ্মাল হাতত লৈ তাক এৰি দিবলৈ জোকাৰি দিলে, তেতিয়া সিহঁতে এৰি দিলত কুকুৰ জাঁপ মাৰি সাগৰত পৰি অতি সাহেৰে ঢৌবিলাকৰ ওপৰে দি হাঁফোলা মাৰি মাৰি সাঁতুৰিব ধৰিলে।

পাচে বৰিয়ে অকস্মাতে কেঙ্গ কেঙ্গাই পানিৰ ওপৰলৈ লাফ মাৰি উঠিল; প্ৰথমে তাৰ বাত ৰোগ হৈচে বুলি বুজিলে, পাচে দেখিবলৈ কুচিত বৰ এটা মগৰ মাচ তাৰ পাচ ফালে দেখি, নাৱৰ আৰু জাহাজৰ মানুহবিলাকে “বৰ মগৰ, বৰ মগৰ” বুলি এটাহ পাৰিব ধৰিলে। তেতিয়া বৰিয়ে সোঁ ফালে বাঁও ফালে সাঁতৰি বুৰ মাৰি বাগি দি দাঁত উলিয়াই গেঙ্গেৰি দি জোআত, মগৰে কোনো প্ৰকাৰে তাৰ পিঠিৰ ওপৰলৈ আহিবলৈ চল নে পালে; এই কাৰন সেই ৰাখ্যসৰ নিচিনা মাচটে কামুৰিব নোআৰিলে।

জেতিয়া বৰিক ৰাখিবলৈ পাচৰ পৰা নাও বেগাই বাই গল, তেতিয়া মগৰে বৰ ভয়ানক ৰুপ ধৰিলে, বৰিএও বাগি দি দি সাঁতৰি পলাবলৈ ধৰিলে, এনেতে নাও তাৰ ওচৰলৈ গলত মগৰেও চিত হৈ ভয়ঙ্কৰ ৰুপে হাঁও কৰি উঠিল; তেতিয়া বৰিএ তাৰ মুখৰ মাজত প্ৰাই সোমাব পৰিল এনে দেখি, বেগতে তাৰ গৰাকিয়ে হিলৈ লৈ মগৰক গুলি মাৰি তাৰ ভয়ানক বুকৰ হাৰ ভাঙ্গি ভোখৰ ভোখৰ কৰিলত, সেই ঠাইৰ পানি তেজেৰে ৰঙ্গা হৈ গল। পাচে সেনাপতিয়ে কুকুৰক নাৱলৈ টানি তুলিলত সেই লৰাই হাত মেলি কুকুৰৰ ভিঙ্গিত সাবট মাৰি ধৰিলে। তেতিয়া নাৱৰ আৰু জাহাজৰ নাৱৰিয়াবিলাকে আনন্দতে হোৰা! হোৰা! অৰ্থাত জয়! জয়! বুলি এটাহ পাৰি কলে, বোলে, বৰি ৰখ্যা পৰিল, মগৰক মৰা হল! হোৰা! হোৰা! উং



## বিদ্যা ৰুপ ব্রিখ্য।

**The Tree of Knowledge.**

হে অচম দেসৰ নিবাসি মোৰ প্রিয় বন্ধু সকল, দেখা, বিদ্যা ৰুপ জি সকলোতকৈ উতম ব্রিখ্য, তাক ৰোপন কৰিলে তাৰ জি সকল নানা বিধ উতম ফল ধৰে, সেই সকলো ফল ভুঞ্জিবৰ নিমিত্তে কোন মনুস্যৰ লোভ ন জনমে? তালৈ সকলোৰে ইচা হই, আৰু সেই ফল ৰুপ সর্ব সাধাৰন বিদ্যা ব্রিখ্যত উঠিবলৈ সকলোএ মন কৰে। জি হেতুকে আন আন ভুমিত সকলো বিধ সস্য ন হই; কোনো কোনো উর্বৰা ভুমিত-হে কোনো বিধ ফল হই, আৰু মৰু ভুমিত হলে একো সস্য ন হই; কিন্তু বিদ্যা ৰুপ খেত্রত হলে সকলো বিধ সস্য জনমে, জিটো বস্তু আন সকলো ঠাইতে পাবলৈ নাই, তাকো তাত পোআ জাই। আৰু হে আমাৰ অচম দেসি সকল, মন কৰা, আন গচত উঠাত, কাঁইট আদি অনেক বাধা বা ভই থাকে, আৰু বহু দুখ, ভাগৰ পাই, মৰনৰো সঙ্কা হই; জদি কেনেবাকৈ পৰে, তেন্তে প্রাই মৰাৰ নিচিনা হই, আৰু অতি ওখত থকা গুটিকো পোআ নে জাই। কিন্তু বিদ্যা ব্রিখ্যত উঠিবলৈ হলে উতম নিতি ৰুপ চল আচে, ইয়াত উঠাত কাঁইট আদি সক্রলৈ একো ভই নাই, অলপ মাথোন পৰিস্রম, আৰু ভাগৰো নে লাগে, কেৱল মন দিব লাগে। এই গচত উঠিলে কেতিয়াও বাধা আদিৰ দোআৰাই তললৈ ন পৰে, মৰনৰো সঙ্কা ন হই, কাৰন বিদ্যা ব্রিখ্যত উঠাৰ সদাই জিৱনজুক্ত, তাৰ মৰন ন হই, অর্থাত মৰিলেও বিদ্যাৰ দোআৰাই জিয়াই থকাৰ নিচিনাকৈ তাৰ নাম প্রকাস হই।

আৰু হে আমাৰ অচমিয়া প্রিয় লোক সকল, চোআ, আন আন গচৰ আগত থকা গুটি পোআ নে জাই, বিদ্যা ব্রিখ্যৰ হলে সিমা নাই কিয়া ওখ ঠাইত থকা ফলকো আকর্সন আদিৰে এনেই পোআ জাই। আৰু আন আন গচৰ ফল হলে একে প্রকাৰ মাথোন; কিন্তু এই জি এজোপা বিদ্যা ব্রিখ্য, ইয়াৰ ফল অনেক প্রকাৰ হই। আনবোৰ গচ আৰু তাৰ গুটি এক কালতহে দেখিবলৈ সুন্দৰ হই; কিন্তু বিদ্যা জি ব্রিখ্য আৰু তাৰ জি গুটি, তাক সদা কালে সকলো ঠাইতে সুন্দৰ দেখা জাই। আন আন গুটিৰ কোনো কোনো বিধ বিসোআদ আচে; কিন্তু বিদ্যাৰ জি ফল তাৰ কোন বিধ বিসোআদ আচে? আন আন গুটিৰ বাকলি, হাৰ, কেনা প্রভ্রিতি অনেক বেয়া গুন আচে; কিন্তু বিদ্যা ফলৰ হলে বাকলি, হাৰ বা কেনা একো নাই। আন আন ফলৰ সোআদ মুখত একে নে লাগে, কোনো বিধ ফল খাবলৈ কিচু ভাল, কোনো বিধ খাবলৈ বেয়াও আচে, আৰু সেই ফলবোৰৰ সোআদৰ সিমা আচে; কিন্তু বিদ্যা ব্রিখ্যৰ ফল হলে সকলোবোৰ ভাল, সকলোৰে মুখত সোআদ লাগে, আৰু সোআদৰ সিমাও নাই; জিমান পান কৰা, অধিক সোআদ লাগিহে জাই। আন আন ফলৰ ৰস এবেলি খালেই ঢুকাই; বিদ্যা ব্রিখ্যৰ ফল হলে কেৱল ৰসমই আৰু কেতিয়াও নু ঢুকাই; জিমান পান কৰা সিমান অধিক হৈহে জাই, আৰু জি ঠাইলৈকে হাত মেলা, সেই ঠাইতে ফল পোআ জাই। আন গচৰ ফল খোআত ত্রিপ্তিৰ সেস আচে, বিদ্যা ব্রিখ্যৰ ফল খোআত কেতিয়াও ত্রিপ্তিৰ সেস নাই। জেনেকৈ ভ্রমৰাবোৰে আন আন ফুলৰ মধু খোআত ত্রিপ্তি পুৰ হই, কিন্তু আম ফুলৰ জিমান মধু পান কৰে, সিমান আৰু পান কৰিবলৈহে ইচা জাই, অর্থাত তাৰ ৰস খাওতে ত্রিপ্তি পৰিপুর্ন ন হই, সেই ৰুপ। আন আন গচৰ চাঁই অতি ৰদৰ সমইতহে সুখ দিব পাৰে, কিন্তু বিদ্যা জি খেত্র আচে, অর্থাত জি জন মানুহৰ বিদ্যা আচে, সেই খেত্রৰ দুৰৈত থাকি বায়ু ললেও সৰিলৰ সকলো বিকল গুচি পৰম সুখ হই।

এই কাৰন হে আমাৰ দেসৰ মিত্র সকল, বিদ্যাৰ কি কি ফল তাক কঁও সুনা; দুসাধ্য অতি প্রবল সত্রু সমুহক পৰাজই কৰা, জোগ্যা অজোগ্য গিয়ান, জস, কির্তি, অর্থ, ধৰম, সভ্য হোআ, সুখ ভোগ, মঙ্গল, জাই, ৰজা আদিএ পুজ্যতা মান্যতা কৰা, সঁচা মিচা বিবেচনাৰ তত্ব,

পৰম সুখ, পৰম ইশ্বৰক চিন্তা, সম, দম, দায়া, ক্ষেমা, সান্ত, ইন্দ্রিয় দমন আদি কৰি এই সকল বিদ্যা ব্রিখ্যৰ ফল হই । এই নিমিত্তে হে আমাৰ আপোন দেসি প্রিয় বন্ধু লৰা সকল, তোমোলাকে কিঞ্চিত জতন কৰি, পিত্রি, মাত্রি, আৰু গিয়ানি লোকৰ সজ উপদেস ৰুপ পথে দি বিদ্যা স্বৰুপ ব্রিখ্যত উঠি, অমুল্য ফল তাক ভাল ৰুপে ভোজন কৰা । জদি এই ব্রিখ্যত উঠিব নো খোজা, তেন্তে অগিয়ান স্বৰুপ সমুদ্রত গল গৈ অতি কেলেস ৰুপে বেয়া ঠাইত অধোগামি হবা । এই কাৰনে হে আমাৰ স্বদেসি বন্ধু সকল, ইংৰাজি লোকৰ দৰে গিয়ানৱন্ত, বুধিমন্ত, আৰু সকলো কৰমতে নিয়াই ৰুপে উদ্যোগি হৈ, সিবিলাকৰ নিচিনাকৈ বিদ্যা ব্রিখত উঠিবলৈ সদাই ৰত হোআ । চি. দ.

## মানসিজ ৰুপে আপোনাক উচৰগ কৰা এক চাকৰৰ কথা ।

Generous self devotion of a Servant.

অষ্ট্রিয়া আৰু পোলণ্ড ৰাজ্যৰ মাজত কার্পেথিয়ন নামে পর্বতত অনেক অনেক ৰাঙ্গ কুকুৰ থাকে । বৰ জাৰৰ দিনত সিহঁতৰ সাধাৰন বলতকৈ সিহঁতে আৰু অধিক বলি আৰু ক্রুৰ হই । ইং ১৭৭৬ সনৰ বচৰৰ জাৰ কালিত, অষ্ট্রিয়া দেসৰ বিএনা নগৰৰ পৰা দুই ঘোঁৰাৰে টনা গাঁৰিৰ ওপৰত উঠি পদতুস্কি নামে কোনো কুলিন লোক এজন, আৰু তেঁওৰ তিৰোতা পোলণ্ড দেসৰ ক্রাকো নগৰলৈ জাত্রা কৰিছিল, তাতে সিবিলাকে গৈ গৈ অচওএক আৰু জাতৰ নামে এই দুই নগৰৰ মাজ পালে । জাতৰৰ পৰা ক্রাকোলৈ আৰু অলপ ক্রোচৰহে অন্তৰ আছিল, এনেতে অনেক অনেক ৰাঙ্গ কুকুৰ সেই পর্বতৰ পৰা নামি আহি, সিবিলাকৰ গাঁৰিৰ পাচ ললে । সেই কুলিনৰ দুজন চাকৰৰ এজনক আগেএ ঘৰলৈ পঠালে, জি জনত তেঁওৰ বিস্বাস আছিল সেই জনক আপোনাৰ লগত ৰাখিলে । ৰাঙ্গ কুকুৰ মথাক ক্রমে ক্রমে গাঁৰিৰ ওচৰলৈ চাপ্রি অহা দেখি, চাকৰটোএ গৰাকিত এই অনুমতি খুজিলে, বোলে, ঘোঁৰা এটা সেই জন্তুবিলাকলৈ গাঁৰিৰ পৰা মেলি দিঁও, সিহঁতে তাক খাই মানে, নগৰৰ ফাললৈ আমি কিচু আগ বাঢ়ি জাব পাৰিম । পাচে সেই চাকৰৰ কথাত তেঁও সম্মত হোআত, সি ঘোঁৰাটো সেই কুকুৰবিলাকৰ ফাললৈ মেলি দি, বেগা বেগিকৈ সিবিলাকে নগৰৰ ফাললৈ জাব ধৰিলে । সেই কুকুৰবিলাকে ঘোঁৰাটো ডোখৰ ডোখৰ কৰি তাৰ তেজ খাবলৈ পাই, পাচে লোভ বঢ়াত, আকও সিবিলাকৰ লগ ললেগৈ । তেতিয়া চাকৰটোএ কুলিনত কলে, বোলে, তুমি জদি মোৰ লৰা চোআলি আৰু তিৰোতাক পোহন পালন কৰিবলৈ অঙ্গিকাৰ কৰা, তেন্তে মযেই সিহঁতৰ মাজত পৰোঁগৈ, মোক খাই মানে তুমি নগৰ পাব পাৰিবা । পদতুস্কিএ গুনিলে, বোলে, মোৰ কাৰনে মোৰ নিচিনা এজন মানুহে প্রান দিবলৈ মই কেনেকৈ সহিব পাৰোঁ । আৰু ইও পোনে এনেকৈ ভাবিলে, বোলে, জদি মোৰ চাকৰৰ কথাৰ দৰে নাচৰোঁ তেন্তে আমাক সকলোকে খাই, ইয়াতে আমাৰ মাজৰ কোনো জিয়াই নে থাকিব; আমাৰ সকলোৰে প্রান হেৰোআতকৈ এটাই প্রান দি, ইমথাক ৰখ্যা কৰাই ভাল হৈছে, কিয়নো তেনে ন হলে সকলোৰে প্রান এই ঠাইতে হেৰাব । পদতুস্কিএ ইয়াকে গুনি ভাবি তেঁওৰ সেই চাকৰৰ পৰিআলক প্রতিপাল কৰিম বোলাত, সি গৈ কুকুৰবিলাকৰ মাজত পৰিল, তাতে কুকুৰবিলাকে তাক ডোখৰ ডোখৰ কৰি খালে; সেই সময়তে সেই কুলিনে গাঁৰি মেলি নগৰ পালেগৈ । তাতে তেঁও ৰখ্যা পৰিল, আৰু তেঁও জি অঙ্গিকাৰ কৰিছিল, তাৰ দৰেই চাকৰৰ পৰিআলবিলাকক পুহি আপোন অঙ্গিকাৰ ৰাখিলে ।

হি. ২২. ২. ধনৱন্ত আৰু দৰিদ্র এই দুয়োৰো সাখ্যাতে হই; কিন্তু পৰম ইস্বৰ সিবিলাক দুইৰো এক স্রিষ্টি কর্তা ।

হি. ১৪. ৩১. জি জনে দৰিদ্রবিলাকলৈ উপদ্রব কৰে, সি তাৰ স্রিষ্টি কর্তাৰ অসন্মান কৰে, কিন্তু জি জনে দুখিয়াক দয়া কৰে, সি তাৰ স্রিষ্টি কর্তাক সম্মান কৰে । ৰ. ন.



## অৰুনোদই পৰ্হা সৰু চাতৰবিলাকৰ প্ৰতি কিছু কথা।

A Word to the little Children who read the Orunodoi.

ঔ! আই! এইটো নো কি নকচা ঔ? কোন, কি কৰিচে? কি জানি আমাৰ সৰু পাঠকবোৰে অৰুনোদই পাই এনেকৈ সুধিব। বাৰু, তেন্তে সুধা সুধিকৈ ন হলেও, অৰুনোদায় দিএই তোমোলাকে সৈতে কিছু কথা বাত্ৰা হব খোজোঁ, এই হেতুকে তোমোলাকে মন দি সুনা।

সেয়ে দুবচৰিয়া এটা ইংৰাজি সৰু লৰা; এতিয়া কেৱল ৰঙ্গ ধেমালি কৰিবলৈহে মন গৈচে। তাতে সুন্দৰ আসনত উঠি মেজত টুপি থৈ, তিদিত ঢোল আৰি বজাই বজাই বৰ ৰঙ্গ কৰিচে; আৰু মাক বাপেকে ৰঙ্গ ধেমালিৰে কাল নিয়াবলৈ ঢোল আদি সকলো ওমোলা বস্তু দিচে। কিন্তু অলপৰ পাচে ওমোলা বস্তু গুচাই তাৰ হাতত কিতাপ দিব, ইস্কুললৈ পঠাব, আৰু সকলো বিধৰ গিয়ান আৰ্জিবলৈ উপাই দিব। কিয়নো সিবিলাকে ভাবে, বোলে, আমি অলপতে মৰিম, কিন্তু আমাৰ এই পুত্ৰ থাকিব; আগলৈ সিএই আমাৰ সকলো বস্তুৰ অধিকাৰ হব, আৰু তাৰ দোআৰাই আমাৰ নাম জলি থাকিব। আৰু জি ৰূপে গচক সৰু পুলি হোআতে পোন বা বেঁক কৰিলে ডাঙ্গৰ হলে সেই ৰূপ থকাত পোন বা বেঁকা গুচাব নোআৰা হই, তেনেকুআ আমাৰ পুত্ৰৰো কথা হব। জদি এতিয়া মন কোমল হোআত আমি অতি পৰিশ্ৰম কৰি তাৰ সকলো বেয়া স্বভাও গুচাই সত্য আৰু উত্তম গিয়ান সিকাঁও, তেন্তে আগলৈ ভাল হব। কিন্তু জদি তেনে ন কৰি লৰা কাল অনৰ্থক ৰূপে নিয়াবলৈ দিঁও, আৰু লিখা পৰ্হা বিদ্যা জনাৰ কোনো উপাই নি দিঁও, তেতিয়া আমাৰ পুত্ৰ আগলৈ একোৰো পাত্ৰ ন হব; তাতে লাজত আমাৰ নাম একে বাৰে লোপ হৈ জাব। তাৰ পিত্ৰি মাত্ৰিএ আৰু বুলিচে, কোন বিসই, কোন কাম কৰিবলৈ ইশ্বৰে আমাৰ পুত্ৰক দিব, তাক আমি নে জানোঁ। এতিয়া জি সকলো মান্যৱন্ত লোক আচে, সেই সকলো আমাৰ পুত্ৰৰে নিচিনা বিদ্যা ন জনা, আৰু উমলিবলৈ ভাল পোআ লৰা মাথোন আচিল; কিন্তু এতিয়া ইশ্বৰে

সিবিলাকক প্ৰধান লোক কৰিলে । এই নিমিত্তে আমি আমাৰ লৰাক সকলো গিয়ান বিদ্যা সিকাবলৈ উপাই দিলেহে আমি তাৰ ধাৰ সুজা হম । এই ৰুপে তাৰ মাক বাপেকে বুলিচে ।

আৰু হে আমাৰ অচম দেসৰ সৰু সৰু লৰাবিলাক, মোৰ কথা সুনা; জি ৰুপে সেই লৰাৰ বাপেক মাকে বুলিচিল, তেনেকৈ তোমোলাকৰ পিত্ৰি মাত্ৰিএও কই । মন কৰা, ডেৰ কুৰি বচৰ মানৰ পাচত, তোমোলাকৰ দেসত এতিয়া থকা সকলো বিসয়া, পণ্ডিত, অধ্যাপক আদি লোক সকলক বিচাৰিলে পোৱা নেজাব; কিন্তু সিবিলাকৰ ঠাই কোনে লব? তোমোলাকেহে তাক লব লাগিব । জি জি মান্য, দেসৰ উপকাৰ, আৰু লোকবিলাক সভ্য হোআ, এই সকলো তোমোলাকৰ পৰাহে হব । এই দেস আগলৈ ভাল বা বেয়া হোআৰ ভাৰ তোমোলাকৰ কান্ধতহে পৰিচে; এই হেতুকে মোৰ কথা সুনি তোমোলাকে সকলোএ কিতাপ বিচাৰি গিয়ান বিদ্যা আৰ্জা, কিয়নো ধনতকৈ বিদ্যা উত্তম । সত্য গিয়ান পালে, ইহকালত তোমোলাকৰ পৰম হিত হব, আৰু পৰকালতো তোমোলাকৰ অমুল্য জিৱাত্মাৰ পৰিত্ৰানৰ পথ দেখা পাবা । ম

## কলিকতাৰ পৰা চতুৰ্থ পত্ৰ ।

**Fourth Letter from an Asamese in Calcutta.**

হে প্ৰিয় বন্ধু সকল,

গিয়ান অতি ৰমনিয় পদাৰ্থ । এই গিয়ান ন থকা হলে, মানুহ আৰু আন জন্তুৰ মাজত একো ভিন ভাও নে থাকিলহেঁতেন । জন্তুবিলাকে আপোন আপোন সৰিল সুখে ৰাখিবলৈ কেতবিলাক কাৰ্জ্য কৰে; গৰুক জগা পোআলিৰ গা চেলেকিবলৈ কোনেও নি সিকাই, আৰু মেকুৰিকো নৰিয়া পৰিলে ঘাঁহ খাবলৈ কোনেও নি সিকাই । হিম সাগৰৰ ওচৰত এবিধ জন্তু আছে, সিহঁতে জাৰ কালি হলে সেই ঠাইৰ পৰা আহি তপত ঠাইত থাকেহি, আৰু জহ কালি আকও আগৰ ঠাইলৈ জাই । বিবৰ নামে এবিধ জন্তুএ মানুহে থকা দৰে খোঁটালি খোঁটালি ঘৰ সাজি থাকে; এইবিলাক জন্তুএ সত্ৰুৰ হাত এৰাবৰ নিমিত্তে মানুহৰ দৰে পৰম জতন কৰে, আৰু কোনো আপদ উপস্থিত হলে আপোনাৰ নখ দাত আদি ইস্বৰে দিয়া অস্ত্ৰেৰে আপোনাৰ ৰক্ষ কৰাই । এই সকল জন্তুৰ এইবিলাক কৰম দেখি আমি আচৰিত হঁও, কিন্তু মানুহৰ গিয়ানতকৈ ইহঁতৰ এই গিয়ান অতি সামান্য হেন জনা জাই । প্ৰিথিৱি পোনেই সিৃষ্টি হোআত, ইহঁতে জি অৱস্থাত আচিল, এতিয়াও সেই অৱস্থাতে আছে, আৰু কোনো জন্তুৰ গিয়ান আজিলৈকে বৰ্হা সুনা নাই, কিন্তু মানুহৰ গিয়ান বৰ আচৰিত ৰুপে নিতৌ নিতৌ বাৰ্হিচে । জি দেসত বিদ্যালৈ বিসেস আদৰ আছে, তাৰ আৰু বিদ্যা নিসিকা দেসৰ লোকৰ গিয়ান অতি ভিন ।

এই গিয়ান লভিবৰ প্ৰধান দুআৰ বিদ্যা, কি তিৰোতা কি পুৰুস সকলোৰেই এই গিয়ান উপাৰ্জন কৰা উচিত, এতেকে আটাইৰে বিদ্যা সিকা জুগুত । জদি তিৰোতাবিলাকৰ গিয়ানি হোআ ইস্বৰৰ ইচা ন হলহেঁতেন, তেন্তে সৰ্বসক্তিমান পৰম ইস্বৰে সিহঁতক পুৰুসৰ নিচিনা গিয়ান আৰ্জিব পৰা বুধি নি দি, মূঢ় সামান্য জন্তুৰ দৰে ভোক, পিয়াহ, টোপনি দি সৃজিলেহেঁতেন; আৰু ইংলণ্ড আদি দেসৰ তিৰোতাবিলাকেও পৰ্হিব জানি পুথি ৰচিব নোআৰিলেহেঁতেন । কিন্তু আমাৰ ইস্বৰৰ এনে অভিপ্ৰাই ন হই, তেঁও তিৰি পুৰুস দুইকো সমানে বুধি দিচে, কেৱল বিদ্যা সিকাৰ সৰহ আৰু অলপৰ নিমিত্তেহে তেঁওবিলাকৰ মাজত গিয়ানি বা অগিয়ানি হই । এতেকে আমি প্ৰাৰ্থনা কৰোঁ, আমাৰ দেসি সকলোএ লৰা চোআলিৰ মনত এই অপুৰ্ব গিয়ান দিবলৈ জতন কৰোক ।

বিদ্যাই মানুহ জাতিৰ সুখ দুখৰ উতপত্তি থান । জি দেসত জি পৰিমানে লোকবিলাকে বিদ্যা সিকে, সেই দেসত সেই পৰিমানে লোক সকলে সুখ ভুঞ্জে । ইংলণ্ড আৰু অচম দে-

সৰ লোক সকলৰ অৱস্থা চালেই তাৰ দ্রিষ্টান্ত পোৱা জাব। ইংলণ্ডত বিদ্যাৰ সম্পুৰ্ন আ-লোচনা থকাত তাৰ লোক সকল আটাই বিসয়-তে ভাগ্যৱন্ত; সিবিলাকে বিদ্যা সিকি বানিজ্যক আস্রই লৈ নানা দেসলৈ গৈ নানা সুখ ভোগ আৰু নানা বিসয়ৰ কথা প্রকাস কৰিচে, কিন্তু বিদ্যা নি সিকিলে এনে সুখো নে পালেহেঁতেন। বিস্তৰ কি কম, তেঁওবিলাক আমাৰ দেসি লোক সকলতকৈ পৰম সুখি। ইংলণ্ডত নানা বিধৰ জিমান কল আচে, আমাৰ দেসত তাৰ হেজাৰ ভাগৰো এভাগ নাই; সেই কলৰ দোআৰাই জিটো কৰম এদিনত হৱ, তাক মানুহে কল নো হোআকৈ কৰিলে এমাহতো কি জানি কৰা টান। লণ্ডন নগৰৰ পৰা কলিকতা নগৰ প্রাই ১০,০০০ মাইল দুৰৈত আচে, কিন্তু ভাপ জাহাজে প্রাই এমাহ আৰু আঠ ন দিনতে নানা সমুদ্র পাৰ হৈ আহে। কলিকতাৰ পৰা পচিম দেসলৈ ৰেইল ৰদ নামে ভাপৰ গাঁৰি চলাৱ খুজিচে। এই গাঁৰিৰ এনেহে গুন জে কলিকতাৰ পৰা একে দিনতে কাসি-লৈকে জাব পাৰি। বিচাৰি চোআ, জি কাসি এমাহৰ বাট গৈও পাব নোআৰে, এনে কাসি এদিনতে পোআ জাব। চাপাখানা আৰু এক আচৰিত জন্ত্র। এস জন কাকতিএ এদিনে জিমান লিখিব পাৰে, ইয়াত প্রাই দুই তিনি ঘণ্টাত তিমান লিখিব পাৰি। গিয়ান বিসয়ে ইংলণ্ডিয়বিলাক আমাতকৈ প্রধান। তেঁওবি-লাকে আমাৰ দেসি লোকৰ নিতি ধৰমত জি ভম আচে, তাক দেখি নো নে হাঁহিব নে? তেঁওবিলাকে নো ভুঁইকঁপক বাসুকিৰ মুৰ লৰা বুলি কব নে? ধুমকেতু দৰ্সনক মহা আপ-দৰ চিন বুলি মানিব নে? বৰ ভয়ঙ্কৰ বৰ গচত বুৰা ডাঙ্গৰিয়া থকা ঠাই বুলি পুজিব নে? প্রবঞ্চক সকলৰ মুল নো হোআ কথা মানিব নে? চন্ত্র বহাগ মাহত বৰ ধুমুহাক ৰৰদৈ চিলা বাপেকৰ ঘৰলৈ জোআ বুলি কব নে? তেঁওবিলাকে ই সকল একোকে নে মানে, কিন্তু এই সংসাৰৰ বস্তু সকলক দেখি তাৰ সৃজন কৰোঁতা সৰ্বসক্তিমানৰ গুন জানি মহা সুখে থাকে। সম্প্রতি আমাৰ দেসত জি সকল দে-সাচাৰ চলিত আচে, তাৰ সৰহ ভাগেই সভ্য লোকৰ দোআৰাই প্রসংসাৰ জোগ্য ন হই। এতেকে সেইবিলাক জিমান দিনলৈকে পৰিবৰ্ত্তন ন হই, তিমান দিনলৈকে আমাৰ দেসৰ মঙ্গল হবৰ সম্ভাবনা নাই। এতেকে বিদ্যাৰ চৰনত ন পৰ্সিলে এই সকল দুখৰ মোচন হবৰ আন উপাই নাই। ইয়াকে বিবেচনা কৰি আমাৰ দেসৰ লোক সকলে অবিদ্যাক কাতি কৰি থৈ বিদ্যাৰ চৰনত সৰন লোআ। তেঁও বিনে আ-মাৰ উপকাৰি বন্ধু এই সংসাৰত নাই। ইতি।

কলিকতা, ১৭ আগষ্ট, সন ১৮৫৩।

কলিকতা নগৰত থকা তোমোলাকৰ বন্ধু এজন অচমিয়া লোক।

---

## ঢাকাৰ মল মল কাপৰৰ বিবৰন।

Manufacture of Dacca Muslins.—Concluded.

"মল মল খাচ" কাপৰ মচলমানৰ ৰজা-বিলাক অধিকাৰ হৈ থকা সময়ত তাক ৰজাৰ পৰিয়ালবোৰেহে ব্যেৱহাৰ কৰিচিল, সেই কাৰনে তাৰ নাম "খাচ" ৰখা হৈচিল। তাৰ দিৰ্ঘত ১৮০০ স গচ সুতা থাকে, আৰু তাৰ আধা থানটৰ জোখত ৮ টকা ৵ আদ মহা হই। সেই থান হাতত পিন্ধা আঙ্গঠিৰ মাজে দি একো সৃম ন কৰাকৈএ সৰকাব পাৰে। তাক বঁওতেও চ মাহ লাগে, আৰু মুল্য এস ভেৰ স টকা হই।

"চৰকাৰআলি" নামে এবিধ কাপৰ আচে, সি আগৰ মৰ্জলিয়া। ৰজাৰ মন্ত্রি আদি প্রধান লোকবিলাকে ইয়াকে ব্যেৱহাৰ কৰিচিল, আৰু দিৰ্ঘত ১৯০০ স গচ সুতা থাকে।

"জুনা" নামেৰে এবিধ কাপৰ আচে, সি অতি মিহি, তাক পিন্ধিলে গাত কাপৰ আচে বুলি নে জানে। ইয়াৰ উপম দিবলৈ গাঁজ নামেৰে জি প্রধান কাপৰ সিও অতি ডাঙ্গৰহে হই। ইয়াৰ দুহতিয়া পুত্তলোৰে অতি ভাল কাপৰৰ দিৰ্ঘত ২০০০ হেজাৰ গচ সুতা থাকে। এই কাপৰ মচলমান ৰজাবিলাকৰ মহিসি আৰু নাচনিয়াৰবোৰে ব্যেৱহাৰ কৰে; আনবিলাকে

ইয়াক বেৱহাৰ ন কৰে । কিয়নো পুৰনি বৌধ সাস্ত্ৰত এই কাপৰৰ বেৱহাৰ ভিৰোতাবিলাকৰ নিমিত্তে নিসেধ আছে । তাবৰ্নিয়ৰ চাহুবে লিখিচে বোলে মচলমান ৰজাবিলাকৰ আগ্যাৰ বাহিৰে কোনো বেপাৰি মুদৈবোৰে এই কাপৰ কিনি আন ঠাইলৈ নিব নোআৰে।

"বঙ্গ" দিয়া কাপৰ আগৰ দৰেই, কেৱল বোআৰ বিতিহে সুকিয়া; ইয়াৰ দিৰ্ঘত ১২০০ স গচ সুতা থাকে ।

"আবৰওয়া" নামেৰে এবিধ অতি প্ৰধান কাপৰ । ইয়াৰ নিচিনা চৌচ মিহি কাপৰ আৰু কেতিয়াও হোআ নাই । তাৰ দিৰ্ঘত ৭০০ স গচ সুতাহে থাকে । মচলমানবিলাকে ইয়াৰ চৌচ গুন সোঁত পানিৰ নিচিনা গিয়ান কৰি ইয়াক "আব" বাৰি "ৰওয়া" সুন্দৰ গতি এই পদবি নাম দিছিল । এই কাপৰৰ নিমিত্তে কোআ আছে, এক সময়ত আওৰঙ্গজেব বাদস্যাই আপোনাৰ জিএকৰ গাৰ বৰন কাপৰৰ ওপৰে ওলাই থকা দেখি, তেঁওক নিন্দা বচন বোলাত তেঁও কলে বোলে, হে "পিত্ৰি, সাত তৰপ কাপৰ পিন্ধিচোঁ, তথাপি মোক কিয় তিৰস্কাৰ কৰে ।"

"খাচা" নাইবা "জঙ্গল খাচা" এই কাপৰ আগেএ সোনাৰ গাঁৰত জুগুত হৈছিল । ই আনবিলাক মল মল কাপৰতকৈ ঘন, আৰু বৰ চিকন, তিনি হাত পুতলেৰেও খাচা পোআ হই ।

"চৰলা" নামেৰে এই মল মল কাপৰ অতি সুন্দৰ মনোহৰ । ইয়াক বাতি বননি ঠাইত মেলি পেলাই থলে সি নিয়ৰত তিতিলে প্যাচ দিনা বাতি পুআ দেখা নে পাই; পাচে লাহে লাহে বেলি উটি অহাত নিয়ৰ সুকাই গলেহে তাক আকও দেখা হই । সকলোতেকৈ উত্তম, চৰলমৰ দিৰ্ঘত ৭৮০ গচ সুতা থাকে ।

বিং সং



## স্বৰগ ।

**Heaven of the Hindoo, and Christian**

"স্বৰগ" এই সবদ সুনা মাত্ৰকে হিন্দু লোকে অতি অৱহেলা কৰে, কিয়নো সিবিলাকৰ সাস্ত্ৰ মতে স্বৰগ থানক ইন্দ্ৰ পুৰি বুলি কই । সেই ইন্দ্ৰ পুৰি এই অধম জগতৰ নিচিনা; ইয়াত জেনেকৈ বেস্যা আদি নানা কুকৰম আছে, ইন্দ্ৰ পুৰিতো বহু অপেস্বৰি অৰ্থাত বেস্যা তিৰি আছে, তাতে সিইঁতে দৈৱতে সকলো দেৱতা গনে কুচিত অভিলাস আচৰে । এই ৰুপে প্ৰিথিবিৰ নিচিনা সেই ইন্দ্ৰ পুৰিতো পাপ পুন্য সমান বুলি হিন্দু সাস্ত্ৰে বখানে । কিন্তু খ্ৰিষ্টিয়ান সাস্ত্ৰ মতে জাক স্বৰগ বোলে, সেই থান ইন্দ্ৰ পুৰিৰ নিচিনা ন হই । এই নিমিত্তে হিন্দু সাস্ত্ৰত জাক স্বৰগ বোলে, আৰু খ্ৰিষ্টিয়ান সাস্ত্ৰত জাক স্বৰগ বোলে, এই দুয়ো ঠাইৰ মাজত জিমান বিভাগ আছে, তাৰে কিচু কথা পাঠকবিলাকৰ আগত জনাব খোজোঁ । প্ৰথমতে হিন্দু সাস্ত্ৰে কোআ স্বৰগ হলে বিনাসি, কিয়নো মহা প্ৰলয়ৰ কালত সি নষ্ট হব; কিন্তু খ্ৰিষ্টিয়ান সাস্ত্ৰে প্ৰকাস কৰা জি স্বৰগ, সি অবিনাসি, অৰ্থাই আৰু অলৰ থান । ইন্দ্ৰ পুৰিত পাপ আছে, কিন্তু স্বৰুপ স্বৰগত কোনো পাপ নাই; ইন্দ্ৰ পুৰি জি স্বৰগ, তাক এবেলি সৃজন কৰা হোআত তাৰ আদি আছে, আৰু অন্তো হব, কিন্তু স্বৰুপ জি স্বৰগ, তাৰ আদি নাই, অন্তো ন হব । হিন্দুবিলাকৰ স্বৰগত সুৰ্জ চন্দ্ৰৰ পহৰে প্ৰকাস কৰে, কিন্তু খ্ৰিষ্টিয়ান লোকৰ স্বৰগত সুৰ্জ চন্দ্ৰৰ কোনো পহৰ নাই, অকল প্ৰভু পৰম ইস্বৰ, আৰু মেৰ পোআলি, অৰ্থাত পাপিৰ নিমিত্তে প্ৰান ত্যগন কৰা প্ৰভু যিচু খ্ৰিষ্টেই তাৰ পহৰ । ইন্দ্ৰ পুৰি স্বৰগত পাপি লোকে জদি পুন্যৰ দোআৰাই কেনেবাকৈ সোমাই, তেও পাচত পুন্য ভোগ কৰি এঁটালে পুনৰাই তাৰ পৰা খহি পৰে; কিন্তু স্বৰুপ স্বৰগত জেতিয়া কোনো পাপি লোকে পৰিত্ৰান পাই সোমাব পাৰে, তেতিয়া আৰু কোনো জুগতো তাৰ পৰা খহি ন পৰে । হিন্দু সাস্ত্ৰে প্ৰকাস কৰা

স্বৰগৰ সুখ প্ৰিথিবিৰ সুখৰ নিচিনা, কিন্তু খ্ৰিষ্টিয়ান সাস্ত্ৰে প্ৰকাস কৰা জি স্বৰগ, তাৰ সুখ সাস্ত্ৰে কোআ মতে "মানুহৰ চকুৰে কেত্তিয়াও দেখা নাই, কানেৰেও সুনা নাই, আৰু মনতো নো সোমাল," আৰু মানুহৰ ভাসাৰেও তাৰ সুখৰ কথা বৰ্নাব নোআৰে; আৰু সাস্ত্ৰত জি জি সুখৰ কথা লিখা আছে, সেয়ে অকল প্ৰিথিবিৰ সুখৰ নিচিনাকৈহে তুলনা দিছে; সম্পূৰ্ন স্বৰগ সুখৰ কথা তুলনা দিবলৈ জগতত একো বস্তু নাই। আৰু সেসতে হিন্দু লোকৰ স্বৰগত ইন্দ্ৰ আদি দেৱতাবিলাক থাকে, কিন্তু খ্ৰিষ্টিয়ান লোকৰ জি স্বৰগ, তাত প্ৰভু পৰম ইস্বৰ আৰু তেঁওৰ পবিত্ৰ দুতবিলাকে নিবাস কৰে। তাতে ইস্বৰৰ মহিমা প্ৰৌটিক কৰা হৈছে; তাত ৰাত্তি ন হই, আৰু চাকিৰ বা সুৰ্জৰ পহৰৰো প্ৰয়োজন নাই, আৰু সেই ঠাইৰ লোকবিলাকৰ ৰোগ বিয়াধি, ক্ৰন্দন, সোক, আৰু মৰন নাই। কোনো কুকৰম কৰা লোকে তাত সোমাব নোআৰে; কিন্তু জিবিলাকৰ বস্ত্ৰ অৰ্থাত পাপ, মেৰ পোআলিৰ তেজেৰে ধুই নিকা কৰা হল, সিবিলাকেহে তাত ভাগ পাই, আৰু জোগ্য পাত্ৰ হোআত ইস্বৰে সৈতে অহা জোআ কৰিব। সিবিলাকৰ কোনো সংসাৰিক ভোজন পানৰ প্ৰয়োজন নাই, কিন্তু ইস্বৰৰ প্ৰেম ৰুপ অম্ৰিত আহাৰ সদাই পান কৰি থাকিব। এয়ে খ্ৰিষ্টিয়ান ধৰমে প্ৰকাস কৰা স্বৰগ। সেই পবিত্ৰ থানত বহু জতন কৰিলেহে সোমাব পাৰে; তালৈ জোআ বাট সৰহ নাই, অকল ঠেক আৰু সোন বোলা নামে এটা বাট আছে, সেই বাটেই খ্ৰিষ্ট, আৰু তাৰ দুআৰ আৰু দুআৰিও তেঁৱেই; এই হেতুকে খ্ৰিষ্টেই দি ন গলে, কোনো লোকে তাত সোমাব নোআৰে।

স্বৰ্গৰ বিনই সুনা মহাসই,
বিবেচনা কৰা চিত্তে,
স্বৰ্গ থান পুন্য জি পাব সি ধন্য,
স্বৰ্গিগন থাকে তাতে।

অনন্ত সত্যেৰে স্বৰ্গ নিৰ্মান কৰিলে,
সমুদাই ধৰমেৰে তাহাক গাঁথিলে;
নিয়ায়েৰে তাৰ গৰ বান্ধিলে অদ্ভুত,
এই হেতু তাত বাস কৰে ধৰ্ম সুত।

সোনামই আলি সব তাহাৰ ভিতৰ
পহৰ প্ৰকাস কৰে আপুনি ইস্বৰ।
তাহাৰ মাজত আছে অম্ৰিতৰ নদি,
ন হই বিনাস সিত্তো অনন্ত অনাদি

এক এক মুকুতাৰে এক এক দ্বাৰ,
আপুনি নিৰ্মিলে তাক প্ৰভু নিৰাকাৰ।
প্ৰেমেই তাহাৰ মুল, প্ৰেমে স্তম্ভ তাৰ
প্ৰেমেৰে বান্ধিলে ভেঁটি সৰ্বসক্তি জাৰ।

অথাই অপাৰ থান সেহি স্বৰ্গপুৰ,
অবিনাসি ৰাজ্য সিত্তো অনাদি কালৰ,
অনন্ত বলেৰে তাক কৰিলে নিৰ্মান,
সেই হেতু বিনাস ন হই সিত্তো থান।

কেৱল সুখৰ ভোগ আছে সেহি ঠাই.
জ্ঞান প্ৰতিফল পাই, দুখ মাত্ৰ নাই।
দুখ, ৰোগ, ম্ৰিত্যু সোক, সিৰা তাপ জত,
ন হই প্ৰবেস তাতে কাহাৰো মনত;

অমঙ্গল কিছু নাহি, মঙ্গলৰ ঘৰ,
সি থানৰ সদা ৰজা পৰম ইস্বৰ।
সাধু লোকহে তেঁওৰ প্ৰজা আনন্দ অন্তৰে
সকলোৰে হিত চিন্তা দুতগনে কৰে,

স্বৰ্গ প্ৰবেসৰ নাম হৈছে পবিত্ৰান,
য়িচু খ্ৰিষ্ট দ্বাৰ তাৰ সুমাই পুন্যবান।
বিনই কৰিয়া কলোঁ তোমাকে উচিত,
ইয়াতে বুজিয়া দেখা জি কৰ্ম বিহিত;
খ্ৰিষ্টৰ সৰন লোআ, তেহে স্বৰ্গে জাবা,
নতুবা অনন্ত নৰ্কে অৱস্যে পৰিবা।
খ্ৰিষ্টেহে স্বৰ্গৰ দ্বাৰ, তেঁৱেই চাবি তাৰ,
তেঁওৰ হাতে সঁচাৰ কাঠি পথ নাহি আৰ।

প্ৰেম ভাৱে কহোঁ সুনা, বিনই বচন,
হেলাতে এৰিবা কিয় এনে মুক্তি ধন?

ন. স. ক.

---

আমি স্বৰ্গত কোটি কল্প,
সুৰ্জৰ সমান দিপ্তিমই,
তুলিলতো অতি অল্প
সুখৰ কাল ন হব থই।



## ইণ্ডিয়ান নামেৰে আমেৰিকা দেসৰ আদি বাসি লোকৰ কথা।

The Aborigines of America.

প্ৰিথিৱিৰ সকলো ভুমি দহ ভাগ কৰিলে, তাৰে তিনি ভাগ আমেৰিকা দেসত পোআ জাব। এনে বৰ দেস আছে আৰু তাত অসংখ্য লোক সমুহ নিবাস কৰিচে বুলি আগেয়ে কোনেও নে জানিচিল। কিন্তু ১৪৯২ সঁকত অৰ্থাত ৩৫৬ বচৰৰ আগেয়ে কলম্বচ নামে অতি মান্যৱন্ত এজন চাহাবে সেই দেস দৰ্সন পাই প্ৰকাস কৰিলে।

তেতিয়া সেই আদি বাসি লোকে বগা মানুহ প্ৰথমে দেখি, সিবিলাক কোন, কৰ পৰা আহিল, ইয়াক বুজিব নোআৰি, তাতে বৰ জাহাজ আৰু বৰ টোপ মৰাত জুই, ধোঁআ, মেঘৰ গৰ্জনৰ দৰে সবদ সুনি অতিসই ৰুপে বিস্মই মানি কলে, বোলে, ইহঁত সুৰ্জ্যৰ সন্তান।

সমুদ্ৰৰ ওপৰত দুৰৈৰ পৰা চলি অহা নাও সিহঁতে প্ৰথমে দেখা পোআৰ নকচা ওপৰত দিয়া হৈচে।

সেই আদি বাসি লোক তাম বৰনিয়া কলা, সিহঁতৰ সংখ্যা ৪,৫০,০০০। সিহঁতৰ পুথি বা আখৰ একো নাই কিচিল, এই নিমিত্তে সিহঁতৰ আগৰ বংসাৱলিৰ কথা, আৰু সিহঁত কোন দেসৰ পৰা গল, কি কি ঘটনা হৈচিল, এইবোৰ একো কব নোআৰে। আৰু আমেৰিকা দিপৰ উত্তৰ, দখিন কোনত ভেৰিং ষ্ট্ৰেইটচ্ নামেৰে সমুদ্ৰ অতি ঠেক, তাতে আচিয়া, আৰু আমেৰিকা এই দুইও দিপ প্ৰাই সংজোগ হৈচে; আৰু পাৰ হৈ দুইও দেসলৈ অহা জোআ কৰিব পাৰে। তাতে অনুমান হই সেই লোকবিলাক আচিয়া দেসৰ পৰা সেই বাটেদি গৈ, আমেৰিকা দিপত বসতি কৰিলে। আৰু সিহঁতৰ ভাসা আচৰনো, আচিয়া লোকৰ কোনো জাতিৰ দৰে হই। ইণ্ডিয়ান লোকবিলাক প্ৰায়ে অথিতি সেবাত বৰ ৰতি, সিহঁতৰ সৰু ঘৰলৈ জদি কোনো অচিনাকি মানুহেই জাই, তথাপি সি দেখা মাত্ৰকে গ্ৰাজ্য হই; আৰু তাত জেতে দিন থাকিবলৈ ইচা কৰে, তেতে দিন উতম ৰুপে আহাৰ, বহা, সোআ উপাই বিনা মুল্যে দি ৰাখে; জদি কোনো অথিতিয়ে সত্ৰুৰ ভয়ত আস্ৰই লই, তাক প্ৰান পৰিস্ৰমেও ৰখ্যা কৰে। সিহঁতৰ তিৰোতাবিলাকেহে সকলো কাম কৰে, পুৰুসে কোৰ কুঠাৰ ধৰাৰ ৰিতি নাই, কেৱল সিহঁতে চিকাৰ কৰি মঙহ আদি আহাৰ চপাই, আৰু ৰনত ফুৰে। এটা পুৰুসৰ অনেক তিৰোতা থাকে, সেই তিৰোতাবোৰ আনোঁতে তাইৰ পিত্ৰি মাত্ৰিৰ ইচাৰ বাহিৰে কন্যাৰ ইচাৰে একো ন হই, আৰু তাইত নোসোধেও; জেনেকৈ আমাৰ দেসত গৰাকিএ গৰু মহ বেচে, সেই দৰে সিহঁতৰো চোআলিবোৰ দিয়ে, তাত বাজেও মুনিহবিলাকে খঙতে বা আন কোনো কাৰনেই তিৰোতাক ভাল নে পালে, একে বেলিএ খেদি পেলাই। জদি বিভিচাৰ দোস পাই, তেতিয়া তাইৰ নাক, কান কাটে, বা মাৰি পেলাই। সেইয়া তিৰোতাবিলাকৰ বৰ দুখৰ কাৰন হই।

সিহঁতে ধৰম আচৰনত হলে মুৰ্তি সেবা ন কৰে; কেৱল এক প্ৰধান পৰম আত্মাক মানে, কিন্তু সিহঁতে বোলে, সংসাৰত জি সকলো

সুখ আচিল, মৰিলে সেই সুখ স্বৰগত পাব। স্বৰগ চিকাৰি ঠাই, তাত কুকুৰ, পহু আচে; আৰু ইন্দ্ৰিয়ৰ সকলো ভোগ কৰা হব। সিইঁতে আৰু অনেক হিন দেৱতাকো সেৱা কৰে, আৰু সেইবিলাকৰ সেৱা কৰাৰ কাৰনে ধঁপাত, কাপৰ আদি বস্তু পৰ্বতত এৰে। আৰু সিইঁতে সাপক বৰ মান্য কৰে, নে মাৰেও, বোলে, মানুহৰ আত্মাৰ নিচিনা সকলো জিৱ জন্তুৰ আত্মা আচে। সিইঁতৰ মাজত বহু মায়াপি লোক আচে, সেই মায়াপিবোৰেই প্ৰধান বেজ।

ৰনত হলে সিইঁত বৰ বুধিয়ক; সিইঁতৰ জাঠি, ধনু, হিলৈ, আদি বনুআ অস্ত্ৰ আৰু উত্তম ঘোঁৰা আচে, জদি কোনো সত্ৰু সিইঁতৰ হাতত পৰে তাক নিৰ্দয়া ৰুপে মাৰে। এনে আচৰিত ৰুপে বেৱহাৰ কৰা আমেৰিকা দেসৰ আদি বাসি সকল আচিল; এতিয়া সিবিলাকৰ মাজত অনেক ইস্কুল হৈচে; আৰু কোনোএ গিয়ান পাই অসভ্য আচৰন এৰি, উত্তম গিয়ানি হবলৈ ধৰিচে। ম.

## বিশ্বাসৰ ফল।

**Trust in God in the Hour of Danger.**

বাল্টিক সাগৰৰ দখিন ফালে ইস্‌মিদ নামেৰে এজনি বাঁৰি আচিল, তেঁওৰ ঘৰ অতি সৰু হলেও, তথাপি বৰ নিকা, দেখিবলৈকো অতি সুন্দৰ, আৰু ঘাম কালিত তাইৰ বাৰি দুখ্যা লতাৰে আৰু আন আন ফুলেৰে ইমান সুঅনি হই, জে মানুহবিলাকে তাকে দেখি বুৰি বাঁৰিক বৰ দুখিনি বুলি নে ভাবে। গধুলি বেলা তেঁওৰ ঘৰলৈ গলে, আপোনাৰ খোঁটালিত বহি আনন্দ মনেৰে ধৰম সাস্ত্ৰ পৰ্হিথকা দেখা পোআ হৈ। বুৰিৰ অলপো চিন্তা নাচিল, কিয়নো ইশ্বৰলৈ ভই কৰি তেঁওৰ মন সদা সৰ্বদাই থিৰ আৰু সন্তোস হৈ থাকে। কিন্তু বাঁৰিএ অকলে আপোনাৰ নিমিত্তে ঘৰ নিকা আৰু সোভিত কৰি সদাই থই, এনে ন হই, কাৰল নামেৰে তেঁওৰ এটি পুত্ৰ আচিল। সেই লৰাই বাৰ্হৈৰ লগত বন কৰি আপোনাৰ প্ৰতি পালন কৰি থাকে, আৰু আহৰি পালে তাৰ মন সন্তোস হবৰ নিমিত্তে সদাই সৰু বাৰি আঁওতাই থাকে; কাৰল বৰ বলি হলেও তাৰ মন অতি নম্ৰ আৰু দায়ালু, তাৰ মাকক বৰকৈ প্ৰিতি আৰু মান্য কৰে।

তেতিয়া তাৰ বয়স একুৰি আঠ বচৰ হলেও তাৰ মাত্ৰিকে আৰু ভাৰ্জাকো উত্তম ৰুপে পোহন পালন কৰিব নোআৰোঁ, তাৰ মনতে এনে চিন্তা হৈ বিয়া নো হোআকৈএ থাকিল। কিন্তু জাৰ কালিত তাৰ বিবাহ দিয়া হল, তেতিয়া বাৰিৰ সকলো ফুল সুকাই জোআত, কাৰলে চন্দুক্ৰ সাজি মাটিৰে পুৰ কৰি গুটি পচাই তাৰ ঘৰৰ ভিতৰত থৈচিল, তাতে বদৰ তাপ পাই গুটি গজি বাৰ্হি অনেক বৰনৰ ফুল ফুলিবলৈ ধৰিলে। বিয়াৰ দিনা বুৰি বাঁৰিএ এটা সৰু ভোজ জুগুত কৰি, নিমন্ত্ৰন কৰাবিলাকৰ নিমিত্তে বাট চাই থাকিল। অলপৰ পাচত মানুহবিলাকে বিবাহ দি গিৰ্জা ঘৰৰ পৰা ওলাই আহি, সেই দিন অতি আনন্দেৰে নিয়ালে। কিন্তু হাই, হাই, পাচৰ দিনত মহা দুৰ্ঘটনা আৰু আপদ হলহি। সিইঁতৰ নগৰ জই কৰি লবৰ নিমিত্তে অনেক সেনা আহিচে বুলি সুনা হল; তেতিয়া মানুহবিলাকৰ মনত ভই সোমাল। আৰু সকলো দিন এই ৰুপ ভয়ৰ কথাতে নিয়ালে, আৰু ৰাতি হলত সেই নগৰিয়াবিলাকে পৰ দি আৰু প্ৰাৰ্থনা লঘোনৰ বাহিৰে একো কৰিব নোআৰিলে।

পাচে বাঁৰিএ মুখ ঘুৰাই এই কথা বুলিলে, আমাৰ কিহৰ চিন্তা? দেখা, সাস্ত্ৰিদ বজাই কৈচে, জিবিলাকে পৰম ইশ্বৰক ভ[illegible], তেঁওৰ দুতবিলাকে সিবিলাকৰ চাৰিও ফালে থাকি সিবিলাকক ৰখ্যা কৰে। এই কথা সুনি কাৰলে কলে, আই, তোমাৰ ইমান অধিক বিশ্বাস নে? আমাৰ এই সৰু ঘৰ স[illegible]বিলাকৰ হাতৰ পৰা ৰখ্যা কৰিবৰ নিমিত্তে পৰম ইশ্বৰে আমাৰ চাৰিও ফালে ৰখিয়া হৈ থাকিব, ইয়াক তুমি ভাবিচা নে? হাই, হাই, আমি জদি ইমান বিশ্বাস কৰিব পাৰোঁ, তেন্তে আমাৰ কিমান সুভাগ্য হই; কিয়নো মৰনৰ আগেএ

যদি বিশ্বাস নে ৰাখোঁ, তেনে হলে বৰ ভয়ৰ কথা। তাৰ মাকে বুলিলে, হে মোৰ প্ৰিয় পুত্ৰ তুমি কেতিয়াও ধৰম শাস্ত্ৰ পঢ়া নাই নে। তোমাৰ স্বৰ্গত থকা পিতৃৰ আগ্যা নো হোআকৈ এটি টিপচি চৰায়ো মাটিত পৰিব নোআৰে। "বিশ্বাসৰ দোআৰাই আগৰ কালৰ মানুহবিলাকে ৰাজ্যক পৰাজই কৰিলে, আৰু ধৰম কৰম কৰি প্ৰতিগ্যাৰ ফল পালে, সিংহৰ মূখো বন্ধ কৰিলে, অগ্নিৰ তাপ নুমালে, তৰোআলৰ মুখৰ পৰা উধাৰ হল, দুৰ্ব্বল হোআৰ পৰাও বলি হৈছিল, জুধত জয়জুক্ত হৈ বিৰোধ হোআ সৈন্যবোৰক খেদালে"। ইয়াত তুমি বিশ্বাস কৰা নাই নে? সেই কথাতে কাৰলে একো উত্তৰ ন কৰি, আগৰ দৰে মনত অসন্তোস আৰু বোবাৰ নিচিনা হৈ থাকিল।

মাজ ৰাতিত বতাহ অলপ কম হল, আৰু গিৰ্জা ঘৰত দুই ঘণ্টা মাৰিলে, সিহঁতে সেই ঘণ্টাৰ মাত সুনিলে, কিন্তু ঠিক সেই পৰতে নিলগৰ সেনাবিলাকৰ মাজৰ পৰা বাজনাৰ গান সিহঁতৰ কানত পৰিল; তাতে বৰ ভয়ৰ কাল চাপিলহি, তাকে জানি সেই সৰু পৰিয়ালে একে লগ হৈ বহি থাকিল। মাকে আৰুও পুতেকৰ হাতত ধৰি কলে, একো ভয় ন কৰিবা; পৰম ঈশ্বৰেই আমাৰ সকলোৰে গৰ আৰু সক্তি। গানৰ মাত নিচয়ে ওচৰ হলহি, আৰু সেনাবিলাকৰ এবাৰে গোটেই নগৰ জিনি ধৰিলে। দুই তিনি মিনিটৰ পাচত মানুহবিলাকৰ কেঁকনি আৰু তাহঁৰ ঘৰবিলাকৰ পৰা জুইএ পোৰাৰ সবদ সুনা হল। তাতে সেই ৰাঁৰিএ আৰু পৰিয়ালে বাহিৰত ৰন হৈছে বুলি নিচয়ে জানিলে। তথাপি সিবিলাকৰ ঘৰলৈ আৰু চোতালৰ আগলৈকো কোনো নাহিল। আৰু এটা মাতো সিহঁতৰ ওচৰত সুনা ন হল, ইয়াত জনা জাই স্বৰ্গত থকা পবিত্ৰ দুতবিলাকে সিবিলাকৰ ঘৰৰ চাৰিও ফালৈ পৰ দি সিবিলাকক ৰখ্যা কৰিলে। ক্ৰমে ক্ৰমে এবাও মাত কম হৈ গল; আৰু বতাহো গুচিল। কাৰলে চই সাত ঘণ্টালৈকে বাট চাই সাৱধানে আৰ্চি দুআৰে দি চাই তাৰ মুখৰ আগতে তাহঁৰ চাপৰ সমান হিম পৰি থকা দেখি বাহিৰলৈ আহি সেই ৰূপে দেখিলে।

সেই ৰূপ হলত কাৰলে কোৰ এখান হাতত লৈ হিমবোৰ কাটি কাটি বাট কৰি ফুৰিবলৈ ধৰিলে। অহ, তেতিয়া সিহঁতৰ মনত কিমান ভই আৰু কম্পন হল! হিম ৰৰকৈ সিহঁতৰ ঘৰৰ ওপৰত পৰি সকলোকে ঢাকি পেলালে। সেই হিমেই এটা সৰু পৰ্বতৰ নিচিনা দেখা হল, আৰু তাত মানুহ আছে বুলি কোনোএ বুজিব নোআৰিলে, আমাৰ মনেৰে সিহঁতে সৰ্ব্বোপৰি পৰম ঈশ্বৰৰ আগত গুপুত ঠাইত আৰু সক্তিমান জনৰ দোআৰাই আশ্ৰিত হৈ আছিল। কাৰলে আৰুও ভিতৰলৈ গৈ তাৰ বুৰি মাকৰ হাতত ধৰি বাহিৰত ফুৰাবৰ নিমিত্তে উলিয়াই আনি মাকৰ আগত কলে, এতিয়া তোমাৰ বিশ্বাসৰ ওথ গৰ দেখা। সেই ধৰমি ৰাঁৰি তিৰোতাৰ চকুৰ পানিএৰে পুৰ হৈ স্বৰ্গৰ ফাললৈ চাই অতি নম্ৰ মনেৰে কলে, হে মোৰ পুত্ৰ, মই তোমাৰ আগত কৈছিলোঁ, তেঁও আপোনাৰ সেৱকবিলাকক সকলো দুখত আৰু আপদত ৰখ্যা কৰিম বুলি অঙ্গিকাৰ কৰিলে, এতিয়া সেয়ে সিধি হল। ভ

## বৰ চতুৰ চোৰ।

A cunning Thief.

জুডিআ টেঙ্গৰ মানুহ এটাই লোকৰ চাগলি এটা মাৰি খোআত, তাৰ সজ লোক এজনে অনেক তিৰস্কাৰ কৰি বুলিলে, বোলে, হে ভাই, লোকৰ বস্তু চুৰকৈ খোআ সাস্ত্ৰৰ নিসেধ; পৰকালত সেই চাগলিৰ গিৰিহঁতে তোমাক অপৰাধি কৰিব। টেঙ্গৰে কলে, বোলে, তাত কি ভই আছে? কিয়নো তেতিয়া মই চুৰ কৰা নাই বুলিম। সজ লোক জনে কলে, মিচা মাতিলেই কি সাৰিব পাৰি নে? তেতিয়াই সেই চুৰ কৰা চাগ আহি সাখি হবহি। টেঙ্গৰে কলে, বোলে, ভাল জদি সেই চাগলি আহে, তেতিয়া তাৰ কানত ধৰি নি তাৰ গিৰিহঁতক সোধাই দিম।

## কামৰুপৰ বুৰঞ্জি, ৮ আধ্যা।

History of Kamrup, Chap. 8.

তাত পাচে মির্জা জাহিনা বৰ কবৈয়নিত বলহি। অচমৰ বৰুআবিলাকে চামধৰাৰ পৰা বঙ্গালৰ গালৈ মানুহ পঠালে, বোলে, সিবোৰ জে এই ঠাইলৈ আহিচে, বনৰ মনেৰে আহিচে কি, আন কিবা কামে আহিচে? তাক আমালৈ কৈ পঠাওক। বঙ্গালে বোলে, সিবিলাকে জদি বনৰ হস্তি, হাবিৰ আগৰ কাঠ, সোন মৰিচ দিএ, তেন্তে আমি ৰন ন কৰোঁ; এই কথাকে এটা উকিলত কৈ সত্য কবুল কৰি পঠাব। সেই সময়তে মোমাই তামুলি বৰ বৰুআই অভইপুৰিয়া ঘাকুৰতিৰ ভিতৰৰ সনাতনক আনি কটকি কৰি পঠালে; বৰুআবিলাকে বোলে, ৬ মাহৰ পথ তেও ভেৰ মাহলৈ দিন দিলেহে সৰ্গদেৱত জনাই সিবিলাকৰ বাঞ্চিত পুর্ন কৰিব পাৰোঁ, ইয়াৰ অর্থে কি কন্দল কৰিম; নবাবে বোলে, ভেৰ মাহ তো আমি এই ঠাইতে ৰম, তুমিও সিয়ে সৰ্গদেৱত জনোআ, এই বুলি আমাৰ কটকিক পঠালে। কটকিৰ লগৰ এটা নাও বৈচা পলাই থাকি নবাবত কলে, বোলে, কটকিএ জি কৈচে সকলো মিচা, গৰ আঁওতাই জুধলৈহে দিন লৈচে। এই কথা নবাবৰ মনতে থাকিল; পাচে বঙ্গালক ৰাখি গৰ প্ৰাপ্তি জুগুত কৰিলে। পাচে অচমে বঙ্গালৰ গালৈ সনাতন কটকিক পঠালে, বোলে, বনৰ হস্তি জি খুজিচে, হস্তি চাৰি লাদকো নি দিঁও; হাবিৰ আগৰ কাঠ জি খুজিলে, কাঠ চাৰি জগা কাঠকো নি দিঁও; জালুক জি খুজিচে, জালুক চাৰি সেনিকো নি দিঁও। এই কথা বঙ্গালে সুনি নাও বৈচাক আগলৈ আনি হাবিদাই সুধি মিচা কথা কৈচ বুলি দুই সিমাৰ মাজৰ আমাৰ চকিৰ আগতে কটকিক পানিত বান্ধি পেলালে। পাচে আমাৰ চকিয়ালে দেখি নাও মেলি পানিৰ পৰা ধৰি তুলি আনিলে। দখিন কোলৰ বৰ বৰুআ চৰ্দাৰ, পানিত পিকচাই চেটিয়া চৰ্দাৰ; তিনি জনা গোহাঁই চামধৰাত পুৰ্ববতে আচে। প্ৰথমে বঙ্গালে চামধৰাত নাৱে তৰে বৰ গোহাঁইৰ গৰত ধৰিলেহি, তাৰ লগত বঙ্গা প্ৰান মাৰায়মো আহিচিল; চাৰি ডণ্ড বেলাৰ পৰা গধুলিহে এৰিলে, বৰ মাৰি জুধ হল। বঙ্গালৰ নাৱে উত্তৰ কোলৰ গৰ ধাৰে উপচিল, সেই পোনে বঙ্গাল এটা জাথৰ পিস্থি গৰত উঠিলহি, পাচে অচমে হিলৈএৰে কোবাই মাৰিলে; দখিন কোলে জুধ ন হল। নাৱে জুধে নোআৰিলে, সেই দিনা নোআৰি গধুলি ভঙ্গি পাৰ হৈ ৰল, ১৫৬০ শঁক, মাহে মাঘ।

পাচ দিনা বঙ্গালে উত্তৰ কোলে চাৰি ডণ্ড বেলাৰ বাট জুঁৰি বুৰা গোহাঁইৰ গৰত ধৰিলেহি। আমাৰো তিনি জনা গোহাঁই, ৰুপ সন্দিকৈ, মৰঙ্গিৰ পাতৰ আনো জত ফুকন, ৰাজ খোআ, হাজৰিকিয়া, সইকিয়া, এই সমস্তে প্ৰান টাকি জুঁধ কৰিলে। বঙ্গালৰ জদি ইকৈদ পৰে আৰু ইকৈদ উঠি ধৰে, এই মতে বাৰম্বাৰ জুজি বঙ্গাল হাৰিল; সৈয়দ কাঁৰি চিপাহিএ মিত্যুকো ন গনি গৰ উঠিলহি, তাক তত কালে মাৰিলে। আৰু দিকৰাই নদি, গৰ ধাৰে বঙ্গালৰ সৰে উপচিল, আৰু নাৱৰ জুজতো বিস্তৰ বঙ্গাল গুলি লাগি মৰিল। তাতে জুজে নোআৰি তিনি দিন অন্তৰে মির্জা জাহিনা, আহলাই খাঁ, আপামামোদ জোমা, মাচুম খাঁ, ইচ পিঞ্জৰ, মিৰচান্দ, প্ৰান নাৰায়ন, ৰামচন্দ্ৰ কাৰ্জি, আৰু উত্তম এই সকলো পলাই গল। পাচে গুআহাটিত ৰৈ ১৫৬০ শঁকৰ মাঘ মাহত কাজলিৰ দুই বৰুআৰ গালৈ ফেমলজান উকিলক পঠাই সন্দেস পত্ৰ সৰ্গদেৱৰ নামে দি পঠালে।

পত্ৰো এই; মহা মহিম শ্ৰীজুত বৰ বৰুআ আৰু চেটিয়া গোহাঁই মহাসয়েসু, সগৌৰৱ লিখনং কাৰ্জঞ্চ, আৰ তোমাৰ ৰাজোনন্তি হা. মেচা চাহি, ও পৰং সৰ্গদেৱ শ্ৰী শ্ৰীজুতেৰ থানে উকিল কেমন আন এক আদমিকো ভেজোহে, তোমাৰা দুই জনৰ বৰুচিদেত খাতিৰ খুচি হৈবেক, আৰৰ চৰ্কৰাজ দুই জনেৰ চাহ আৰ্দস্ত কৰিলে শ্ৰী শ্ৰীজুত সৰ্গদেৱ প্ৰসন হৈবেক; অতএৱ আমি তোমাৰ চাগিৰ হৈলোঁ, তুমি আমাৰ চলাহ কৰ। আৰ তোমাৰ দিকিৰ বৰ মুদৈ সাউদ আমাৰ মলুকেৰ চামহা-

জন সাউদে তৌল বতায়া খৰিদ কৰ, জে জৌখ জোখো বস্তু লাগে, সে ভাগায়া পইদা কৰ ইহা কৰ কাৰ্জ্জ কাম। মালুম হোঁয়ে অধিক কি লিখিম, আপুনি জানন্তা হোঁগা, ইতি জিলকাজ ১৫৬০ সঁক, মাহ ফাগুন ১০ দিন গতে। ইতি সন্দেস ঘোঁৰা ২, চন্দন কাঠ ২ মোন, তাও ২ মুঠা, লাহৰি ২০, পামৰু ৩০, চিট ৫ খন, আৰু বচনে বুলিলে, সৰ্গদেও ৰজাক আমি বাৰ কাটিলোঁ, সৰ্গদেৱত কৈ আমাক হাট বাট দিওক, এই বুলি উকিল পঠালে; সৰ্গদেৱে সকলো ঠাইৰ মানুহ আহিব দিলে, পৰ্বতিয়া নগাও আহিল। পাচে সৰ্গদেৱে তুলি তাৰ জি বস্তু জাত আনিচিলে, সকলোকে ওলটাই দিলে; সৰ্গদেৱে তাক অনেক বস্তু জাত টকা বঁটা বাহন দি বিদাই দিলে। পাচে মাচিম খাঁ, মিৰ্জ্জা জাহিনা ইইঁত প্ৰমুখ্যে ভটিয়াই গল। গুআহাটিত আহলই খাঁক খৈ প্ৰিতিৰ নিমিত্তে গল, আহলই খাঁ নবাব আহোমৰ সমুখে ৰল। তাত পাচে বৰ বৰুআ, পিৰুচাই চেটিয়া, আহলই খাঁএ উতৰে বৰ নদি, দখিন কোলৰ অসুৰালি সিমা কৰি সৰ্গদেৱৰ ঠাইক পত্ৰ সন্দেস দি চেক মেদা কটকিক পঠাই প্ৰিতি ভাৱে থাকিল।

পত্ৰো এই; স্বস্তি সকল মঙ্গলাগাৰ বিবিধ গুনালংক্ৰিত সুৰ নদি সলিলং নিৰ্মল জসোৰাসি পৰি পুৰিত কলেৱৰ শ্ৰীজুত বৰ বৰুআ সুচাৰু চৰিত্ৰ বিচিত্ৰ মন্ত্ৰিৱৰেসু, সৌহাৰ্দ পুৰ্বক লিখনং কাৰ্জ্জঞ্চ, ইখানেৰ কুসল তোমাৰ কুসল মঙ্গল হামেচা বাঞ্চি, পৰং তোমাৰ ফৰমান নজৰেত জানিলোঁ, ন দিন দিন দোস্তি হামাৰ হৈবেক; অতএৰ তোমাৰ মাজে কিঞ্চিত দিলগিৰনেস্ত আৰ তুমি বুলিচ, উতৰে বৰ নদি, দখিন কোলে অসুৰালি, ইতি মধ্যত তোমাৰ আমাৰ নাকলে ফিৰিবেক; আৰ দুই দলৰ গো ব্ৰাহ্মন সুখে ৰলে এই ধৰ্ম তোমাৰ জস প্ৰতিষ্ঠাতে চে ৰমান দুই হানাৰ জুগাদি হৈলে ও গয়ৰহ মলুকে খোৰমি হৈবেক, আৰৰ বদনাম কিচু না ৰহিবেক। আৰ তোমাৰ উকিল সনাতন, ও কাম্নু-সৰ্মা ইহাৰাৰ সঙ্গে ও আমাৰ আদমি চেক মেদা ও জাৰ খাওৰ ও আকাদস তোমাৰ থানে ভেজিতেচি; শ্ৰী শ্ৰী সৰ্গদেৱৰ থানে হজুৰ কৰিয়া দস পাঞ্চ ৰোজত ফিৰি পহুচাইৰা, এমত হৈলে তোমাৰ আমাৰ কিচু সন্দিগ্ধতা না ৰহিবেক। আৰ এহাৰাৰ মুখে সমস্তে জানিবা, অধিক কি লিখিম, আপুনি সমস্তে জানা। তোমাৰ নিমিত্তে পত্ৰ সন্দেস, বাপ্তা ১ খন, লঙ্গ ২ মোন, চেনি ২ মোন, ৰুপোআলি পটুকা ৩ গচ, সোনোআলি ৩ গচ, সুগন্ধ বালা ২ সেৰ, জাইফল ১ মোন, ঘোঁৰা ২ টা, ইতি, সঁক ১৫৬১, মাহে মাঘ।

## মধু ৰস।

**Choice Sayings.**

আপোনাত ভাৰসা নে ৰাখি, ইস্বৰত তোমাৰ সকলো ভাৰসা ৰাখা।

পাপি লোকে ইস্বৰৰ সাও পাই, কিন্তু ধৰমি লোকে তেঁওৰ আসিৰ্বাদ পাই।

ইস্বৰে ধৰমি লোকক পালন কৰে, কিন্তু পাপি লোকৰ সন্থতি নষ্ট হই।

এলেহুআ মানুহৰ ধন উৰি জাই, কিন্তু বনুআ মানুহৰ বিসই বাঢ়ে।

দাঁতৰ সাল আৰু চকুৰ কুটা জেনে, এলেহুআ বন্দিও আপোন অধিকাৰৰ আগত তেনে।

গাহৰিৰ গাত অলঙ্কাৰ জেনে, নিলাজি তিৰোতাৰো সুন্দৰ ৰুপ তেনে।

ধৰমি লোকে ধন বই কৰিলেও ধনি হই, অধৰমি লোকে ধন সাঁচিলেও নিধনি হই।

মিচলিয়া লোক পৰম ইস্বৰৰ ঘিন বস্তু, সঁচা কোআ লোকে তেঁওৰ আগত প্ৰিয়।

দুখিয়াক অৱহেলা কৰাই পাপ, কিন্তু দায়া কৰিলে দায়া পাই।

হাতেৰে সুম কৰিলে লাভ হই, মুখেৰে কোআত অহঙ্কাৰ জনমে।

অহঙ্কাৰিবিলাকৰ সৰ্বনাস হই, নম্ৰ লোকে ৰখ্যা পাই।

অহঙ্কাৰি লোক সকলোৰে ঘিন লগা, নম্ৰবিলাকে আটাইৰে আদৰ পাই।

গিয়ানি লোকে বিবাদ ন কৰে, অগিয়ানি লোক বিবাদৰ ৰাই।

চল কৰি লোৱা বস্তু প্ৰথমে সোআদ, কিন্তু পাচে তিতা হৱ।

জি মানুহে মাক বাপেকক সাও দিএ, তাৰ বঙ্গহত কুসল নে থাকে।

লোকে হিংসা কৰিলে, প্ৰতিহিংসা ন কৰি আপোনাৰ দুখ ইস্বৰত জনোআ।

ইস্বৰৰ অহিতে আলচ কৰিলে, বিফল হই।

সকলো মানুহৰ মাজত বিবাহ মৰ্জতাৰন্ত আৰু তাৰ সজ্যা সুচি; কিন্তু বিভিচাৰি আৰু পৰ তিৰি হৰন কৰা লোকক ইস্বৰে দণ্ড দিব।

ন. ল. ফ.

## অনেক দেসৰ সম্বাদ।

Journal of Events.

## মান দেসৰ বাত্ৰা।

Burmah.

আগষ্টৰ ১৫ তাৰিখে মান দেসৰ পৰা বাত্ৰা আহিচে। জি বৰ এঁকাল তাত হৈছিল, তাৰ নিমিত্তে বঙ্গাল দেসৰ পৰা বহু চাউল তালৈ নিয়া হৈছিল, তথাপি প্ৰাই সকলো ঠাইতে চাউল আগৰ দৰতে পোআ গৈচিল। সেই নিমিত্তে কোনো কোনো ঠাইৰ লোকে হাবিৰ আলু খাই প্ৰান ৰখ্যা পৰিল, কিন্তু অনেকৰ প্ৰান নষ্ট হল। এই দুখৰ কালত মচলমান বেপাৰি লোকে সকলো চাউল কিনি ৰাখি এঁকালৰ টান দৰত বেচিবলৈ বহু জতন কৰিলে; কিন্তু ইংৰাজি জাহাজৰ পৰা সকলো ঠাইতে তাকৰ দামত বেচি, সেই লুভিয়া বেপাৰিবোৰক তল কৰিলে।

এতিয়া সেই দেসত সকলো লোকৰ আন এটা দুখৰ কথা আচে; দেসৰ সকলো খনতে ডকাইত ফুৰিচে, আৰু কোনোএ কই, আৱা ৰাজ নগৰৰ পৰা সেই ডকাইতৰ সমুহবোৰে আগ্যা পাই দেসত ফুৰিচে।

আগষ্টৰ ১৬ তাৰিখে শ্ৰীজুত ডচন চাহাবে ৰাঙ্গুন নগৰৰ পৰা আমালৈ লিখি পঠাইচে, বোলে, মান দেস মিল হল, তথাপি ডকাইতৰ সমুহবোৰৰ পৰা সকলো গাৱলিয়াবোৰে আপদত পৰি আচে। কালি পুআ বেলাত, ইংৰাজি কানুনৰ দৰে প্ৰথম বেলি মানৰ পাঁচোটা ডকাইতক একে কাঠতে ফাঁচি অৰা হৈছিল, আৰু সেই নগৰৰ ফাটকত এতিয়া ৩০০ কইদি লোকো আচে।

## চুলতান ৰজাই সৈতে ৰুচিয়া অধিকাৰৰ বিবাদ।

Russia and Turkey.

বিলাতৰ পৰা অহা সম্বাদ পত্ৰ সকলোএ প্ৰকাস কৰে, তুৰ্কি দেসৰ চুলতান ৰজাই সৈতে ৰুচিয়া দেসৰ অধিকাৰৰ ৰন কৰিবলৈ উপাই কৰিচে। ৰন কৰাৰ কাৰন এই; তুৰ্কি দেসৰ গ্ৰিক খ্ৰিষ্টিয়ান লোকবিলাকক ৰখ্যা, চকা, আৰু সিইঁতৰ তিৰ্থৰ থানবোৰ মুকলি ন ৰখাৰ নিমিতে ৰুচিয়া ৰজাৰ দুত গৈ জি জি কথা কৈচিলে, তুৰ্কিৰ ৰজাই সেই কথাত সম্মত ন হৈ ডেঁও ইয়াকে বুলিলে, বোলে, তুৰ্কি দেস কাৰো তলৰ ন হই; ইয়াত থকা প্ৰজাবিলাক জেই বা ধৰমি নোহোক, ৰজাই সিইঁতক আপুনি ৰখ্যা কৰিব; আন দেসৰ ৰজাই এই কথাত বিচাৰ কৰা বা আগ্যা দিয়া একো সকাম নাই। চুলতান বাহাদুৰে ইংলণ্ড আৰু ফ্ৰাঞ্চ ৰজাৰ দুতবিলাকে সৈতে আলচিহে এই উত্তৰ দিলে। আৰু জদি তুৰ্কিয়ে সৈতে ৰুচিয়াই কন্দল কৰেহি, তেতিয়া মহা ৰজা লুই নাপলিয়ন, আৰু ইংলণ্ডেস্বৰি মহা ৰানি চুলতানৰ সহাই হৈ ৰন কৰাব; এই কথাৰ বিচাৰ বিলাতৰ পাৰলিমেণ্ট মহা সভাত হৈচে।

২৭ আগষ্টৰ সনিবাৰে উত্তৰে পচিমৰে মাজে এটা ধুমকেতু ওলাই চাৰি পাঁচ দিনৰ পাচে নে দেখা হল। ৬।। ৰজা মানত ওলাই ৭।। সাত ৰজাত মাৰ জাই।

ভাটি ৰঙ্গপুৰ জিলাতো এই ধুমকেতু আগষ্টৰ ২৪ তাৰিখে দেও বাৰত লোকবিলাকে দৰ্সন পালে, তাতো চাৰি পাঁচ দিনৰ পাচত অদ্রিস্য হল। দিলি নগৰতো দেখা হল।

সেই জিলাতে ২ চেপ্তেম্বৰত ধুমুহা ৰৰষুনৰ কোনো চিন নো হোআতো অকস্মাত বাতি

দুই দণ্ডৰ সময়ত এনেহে বিদুলি আৰু ঘোৰ মেঘৰ গৰ্জ্জন হল, জে তাতে সকলো লোকৰ বুকু কঁপিবলৈ ধৰিলে, আৰু কোনো কোনো মূৰ্চ্চিত হৈ গল ।

পুৰনি দিচৈই কোঞত লৰা চোআলি আদি ৮০ কুৰি মানুহ অকল জ্বৰৰ দোঅৰাই মৰিল। তাৰ মাজত অধিক খনি লৰা চোআলি, ডাঙৰ মানুহ চাৰি পাঁচ জনহে হব ।

এই জিলাত ভাদ আহিন এই দুই জোৰাতে পানি বাৰ্হি বহু লোকৰ ধান নষ্ট কৰিচে, তাতে পাচৰ বচৰত এঁকাল হব বুলি ভই আচে ।

বুৰা গোহাঁইৰ দিনত জি গুপুত ধৰম আ-চৰন কৰাত হেজাৰ হেজাৰ মানুহৰ প্ৰান মাৰিলে, সেই ধৰম এতিয়া আগতকৈ বাৰ্হি গৈচে; আৰু গোসাঁইবিলাকৰ মাজৰো কোনো কোনোএ গুপুতে এই ভিতৰ সেৱা কৰে, আৰু এতিয়াৰ জিবোৰ সিস্য নতুনকৈ ভজাইচে, সিই-তকো এনে ধৰম আচৰন কৰিবলৈ সিখ্যা দিচে । মচলমানবিলাকৰ মাজতো এই ধৰম অধিককৈ বাৰ্হি গৈচে ।

বঙ্গাল দেসৰ ঠায়ে ঠায়ে এতিয়া ভদ্ৰ লো-কৰ তিৰি সকলে বিদ্যা সিকাত মন দিচে, আৰু সিবিলাকৰ স্বামিবিলাকেও আপোন আ-পোন ভাৰ্জ্জাক বিদ্যা সিকিবলৈ অনুমতি কৰি-চে । বিসেসকৈ ভাটি ৰঙ্গপুৰ জিলাত কালিচন্দ্ৰ ৰাই নামে কোনো এজন ভদ্ৰ লোকে "পতি-ব্ৰতোপাখ্যান" নামে এখনি পুথি ৰচনা কৰি চপোআত, এতিয়া তিৰি লোকৰ মাজত তাক বিলাই দিচে । কিন্তু জিবিলাক তিৰিএ আ-পোন হাতে পত্ৰ লিখি সেই পুথি নো খোজে, এনে সকলক পুথি নি দিএ । এই কাৰনে তাত থকা প্ৰাই সকলো ভদ্ৰ লোকৰ তিৰিএ আপোন হাতে পত্ৰ লিখি সেই পুথি পাবলৈ বৰ জতন কৰিচে; এই বাত্ৰা পোআত আমি বৰ আনন্দ পাইচোঁ, এই ৰূপে কোনো এক সুভ কালত আমাৰ আচম দেসৰ তিৰি লো-কেও সেই ৰূপে বিদ্যাত মন দিব বুলি আ-সা কৰোঁ ।

বগুৰা জিলাৰ নওখিলা থানাৰ অধিন এখান গাঁৱৰ ফাগুনানসা নামে এটা মানুহৰ ঘৰত ৰাতি ৪ কি ৫ টা চোৰে চুৰ কৰিবলৈ গৈ সিন্ধি খানি চোৰ ভিতৰ সোমালত, গিৰিহঁতে সাৰ পাই উঠি চোৰক ধৰিবলৈ জোআত, চোৰে ফাগুনানসাৰ পেটত মিত কটাৰিৰে খোঁচ মাৰি দিলত, সি পৰি মৰিল । পাচে পুতেক ফজৰনস্য ধৰিবলৈ কাৰবাৰ কৰাত, তাকো সেই ৰূপে খোঁচ মাৰি বধিলে । থানাৰ পৰা চোৰ বিচাৰি এতিয়ালৈকে পোআ নাই ।

## নৱেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা ।

Almanac for November, A. D. 1853. Sal. Sac 1775.

| নৱেম্বৰ | কাতি | বাৰ | তিথি | দিনমান | নৱেম্বৰ | আঘোণ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৩ | ৩০ | ১০।৫৯ | ১৬ | ২ | ৪ | ১৬ | ১০।৩৯ |
| ২ | ১৮ | ৪ | ১ | ১০।৫৮ | ১৭ | ৩ | ৫ | ১৭ | ১০।৩৮ |
| ৩ | ১৯ | ৫ | ২ | ১০।৫৬ | ১৮ | ৪ | ৬ | ১৮ | ১০।৩৬ |
| ৪ | ২০ | ৬ | ৩ | ১০।৫৫ | ১৯ | ৫ | ৭ | ১৯ | ১০।৩৫ |
| ৫ | ২১ | ৭ | ৫ | ১০।৫৪ | | | | | |
| | | | | | ২০ | ৬ | ১ | ১৯ | ১০।৩৪ |
| ৬ | ২২ | ১ | ৬ | ১০।৫২ | ২১ | ৭ | ২ | ২০ | ১০।৩৩ |
| ৭ | ২৩ | ২ | ৭ | ১০।৫০ | ২২ | ৮ | ৩ | ২১ | ১০।৩২ |
| ৮ | ২৪ | ৩ | ৮ | ১০।৪৮ | ২৩ | ৯ | ৪ | ২২ | ১০।৩১ |
| ৯ | ২৫ | ৪ | ৯ | ১০।৪৭ | ২৪ | ১০ | ৫ | ২৩ | ১০।৩১ |
| ১০ | ২৬ | ৫ | ১০ | ১০।৪৬ | ২৫ | ১১ | ৬ | ২৪ | ১০।৩০ |
| ১১ | ২৭ | ৬ | ১১ | ১০।৪৪ | ২৬ | ১২ | ৭ | ২৫ | ১০।২৯ |
| ১২ | ২৮ | ৭ | ১২ | ১০।৪৩ | | | | | |
| | | | | | ২৭ | ১৩ | ১ | ২৬ | ১০।২৮ |
| ১৩ | ২৯ | ১ | ১৩ | ১০।৪২ | ২৮ | ১৪ | ২ | ২৭ | ১০।২৭ |
| ১৪ | ৩০ | ২ | ১৪ | ১০।৪১ | ২৯ | ১৫ | ৩ | ২৯ | ১০।২৬ |
| ১৫ | ১ | ৩ | ১৫ | ১০।৪০ | ৩০ | ১৬ | ৪ | ৩০ | ১০।২৫ |

এই অৰুনোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপাখানাতে চাপা কৰা হৈচে । আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ টকহা ।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by N. Brown, Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই

৮ বচৰ। মোং সিৱসাগৰ, নবেম্বৰ ১৮৫৩। নম্বৰ ১১।

VOL. VIII. SIBSAGOR: NOVEMBER, 1853. NO 11



## জেনৰল চেৰ চাৰ্লচ নেপিয়ৰ ম্ৰিত্যু হোআৰ বাত্ৰা।

Sir Charles Napier, the Conqueror of Sind.—From the Illustrated London News.

চেৰ চাৰ্লচ নেপিয়ৰ নামেৰে জি জন হিন্দুস্থানৰ ফৌজৰ ওপৰত প্ৰধান সেনাপতি হৈচিল, তেঁৱে ইংলণ্ড দেসত ২৯ আগষ্ট তাৰিখে ম্ৰিত্যু হল। সেই বলৱন্ত আৰু চালি বনুআ চাহাবৰ নকচা ওপৰত লিখা হৈছে।

তেঁওৰ জনম ১৭৮২ চঁকৰ ১০ আগষ্ট তাৰিখত হল; মৰা কালত বয়স ৭১ বচৰ হৈচিল। তেঁও ১২ বচৰ বয়সত এজাইন বাবে ফৌজত সোমাল; ১৮০৬ চঁকত মেজৰ বাব পালে। সেই কালত ইস্পানিয়া দেসত ক্লুকেবে সৈন্যে প্ৰধান বন হৈচিল; ককনা নগৰৰ যুধত তেঁও আপোনাৰ লগত তিনটা কি চাইটা সেনাই

সৈতে হাতত হিলৈ লৈ, ফ্ৰাঞ্চৰ ফৌজৰ সমুখলৈ খেদি গল। তেনে সময়তে এটা গুলি তেঁওৰ ঠেঙত পৰি হাৰ ভাঙিলে; তাকে দেখি ফ্ৰাঞ্চি সেনা এটাই পিঠিত্‌ চাঙেৰিৰে তেঁওক খোঁচ মাৰিলে; পাচে তেঁও ঘুৰি সেই সত্ৰুৰ অস্ত্ৰ কাঢ়ি ললে। কিন্তু আন এটাই আহি হিলৈৰ গিদাৰে তেঁওৰ মুৰত খুন্দা মাৰি বিমুৰ্চ্ছিতকৈ পেলালে। পাচে নিচেইকৈ মাৰিবলৈ ধৰাত ফ্ৰাঞ্চিৰ ফৌজৰ লগৰ বাজনা বজোআ এজনে মৰমকৈ সিইঁতৰ হাতৰ পৰা টানি নি ৰখ্যা কৰিলে। তেতিয়া তেঁও মৰিল বুলি ইংলণ্ডত বাত্ৰা সুনিলত, তেঁওৰ জি ধন সম্পত্তি আছিল তাক পৰিয়ালবোৰে বাঁটি ললে; পাচে তেঁও ইংলণ্ডত ওলাই দেখা দিলত সকলোএ আচৰিত মানিলে।

পাচে ইস্পানিয়া দেসৰ কৌআ নগৰৰ জুধত দুবেলি তেঁও উঠা ২ টা ঘোঁৰা গুলিত মৰিল। আৰু বোচাকো গাঁৱৰ জুধত তেঁওৰ মুখৰ ভিতৰে গুলি সোমাই গালত লাগি ৰল, সেই গুলি লগাৰেই ১০০ মাইলৰ বাট ঘোঁৰাত উঠি গৈ তক্তৰ চাহাবক পাই তেহে গুলি গালৰ পৰা উলিয়ালে। আৰু আমেৰিকা দেসত জুধ কৰিবলৈ গল; পাচে নাপলিয়ন ৰজা কুইদৰ পৰা মুকলি হল বুলি সুনি, সেই সেনাপতি চাহাব উলটি গৈ ওআতলু মহা জুধৰ পাচ দিনা ফ্ৰাঞ্চ দেস পালে।

১৮৪১ সনত তেঁও বম্বাই ফৌজৰ সেনাপতি বাব পালে, সেই কালত সিন্দ দেসত ৰন ওলাল, সিইঁতে সৈতে অতি কঠিন ৰুপে ৰন কৰাত তেঁওক চইতানৰ ভাই বুলি সিইঁতে নাম দিলে। তেঁওৰ তলে তিনি হেজাৰ মান সেনা মাথোন আছিল, সত্ৰুবোৰৰ পঁচিচ হেজাৰ হৈছিল, তথাপি সিইঁতে তেঁৱে সৈতে জুধ কৰিবলৈ সাহ ন কৰিলে, তাতে তেঁও ঘুৰি গৈ ইমামঘৰ নামেৰে ৰৰ কোঁঠ সকলো আহিলা সম্পাতিএ সৈতে ললে।

তাৰ পাচে ১৬,০০০ হেজাৰ বিলুচি সেনাই ৰন পতাত সিইঁতৰ সহাই নৌ পাঁওতেই তেঁও সিইঁতে সৈতে বেগাই ৰন কৰিবলৈ ইচা কৰিলে। কিন্তু জুধৰ দিনৰ আগ ৰাতি সিইঁতৰ সহাই ২০,০০০ হেজাৰ পালেহি; তথাপি সত্ৰুৰ সেনা ইমান সৰহ হলতো মিয়ানি নগৰত সিইঁতে সৈতে ১৭ ফেবৰুআৰিত জুধ কৰিলে। সেই মিয়ানিৰ জুধত তেঁওৰ সেনা ২৫০, আৰু ২০ জন সেনাপতি পৰিল; সত্ৰুবোৰৰ পৰিল ৬,০০০ হেজাৰ। তাৰ পাচ দিনা অমিৰ ৰজা ৬ জন আহি তেঁওৰ সৰনাপন হল। সিবিলাকৰ মাজৰ ৰৰ অমিৰ স্যেৰ মহমদ হাইদৰাবাদ নগৰত অমিল হৈ থাকিল। পাচে আন সেনা খুজি সেয়ে পাইগৈ মানে, তেঁও বাট চাই থাকিল, পাচে পালত তেঁওৰ সেনা ৫,০০০ হেজাৰ হল, সত্ৰুবোৰৰ ২৫,০০০ হেজাৰ আছিল। ২৪ মাৰ্চত তিনি ঘণ্টা মান জুধ কৰি সিইঁতৰ বহু সেনা মাৰি হাইদৰাবাদ নগৰ ললে। তাৰে পৰা গোটেই থন দেস কম্পানিৰ অধিন হল।

১৮৪৭ সঁকত তেঁও ইংলণ্ডলৈ গল, পাচে হিন্দুস্থানি ফৌজৰ ওপৰত প্ৰধান সেনাপতি বাব পাই ১৮৪৯ সঁকত আকও উভতি আহি তেৰ বচৰ মান সেই সেনাপতি বাবতে থাকিল। এই বচৰৰ জুন মাহৰ পৰা নৰিয়া হৈ ২৯ আগষ্ট সোমবাৰৰ ৰাতি পুআ ম্ৰিত্যু হল॥

## প্ৰধান আৰু ইতৰ লোকক বেৱহাৰ কৰাৰ কথা।

**Conduct toward Inferiors and Superiors.**

মানুহৰ জাৰ জি দৰেৰে গিয়ান, কৰম, বিসই, আৰু সু আচৰন থাকে, সেয়ে অধিক কিম্বা অলপেই হওক, আপোন আপোন পদৰ বিসয়ৰ দৰে সিবিলাকে আদৰ পাবলৈ আৰস্যক ৰাখে। এই ৰুপে উকিল আৰু বৈদ্য লোক সকলে উতম ৰুপে সিখ্যা পাই গিয়ানত, বিদ্যাত ৰৰ নিপুন; জদিও সিবিলাকে আপোন আপোন কৰমত বনিক লোকৰ সমান লাভ আৰ্জিব নোআৰে, তেও সিবিলাক মুদৈ লোকতকৈ ৰৰ উপকাৰি আৰু আদৰৰ জোগ্য লোক। গাৰ বলেৰে কাম কৰা জি স্ৰুমি লোক, এনে লোকৰ সমান মুদৈ লোকে স্ৰুমি

ন কৰে, তেও তেনে সুমি লোকতকৈ বানিজ বেৱসাই কৰা লোক বৰ হিত আৰু আদৰৰ জোগ্য লোক। বনিক আৰু সিল্প কৰমকাৰি লোকে জি ধন অধিককৈ লাভ কৰে, সেয়ে বৰ উপকাৰি; কিয়নো তাৰে সৈতে সিবিলাকে অনেক মানুহক চাকৰ ৰাখি জিবিকা দিয়াত বৰ বৰ প্ৰয়োজনিয় কৰম কৰাই, তাতে সিবিলাকো আদৰৰ জোগ্য লোক। আৰু এবিধ তিন স্ৰেনিৰ লোক এই, জি লোকবিলাকে আপোন আপোন মাটি আন লোকক ভেৰনিয়া বাবে দি জিবিকা পাই, এনে লোকক্ জমিদাৰ বোলে; এনে লোকে সেই সিল্প কৰমকাৰি আৰু বানিজ বেৱসাই কৰা লোকতকৈ আদৰ পাবৰ জোগ্য লোক। আৰু কিচু লোক আচে জি সৰ্ব সাধাৰন প্ৰয়োজনিয়; জানিবা ধৰম প্ৰচাৰক, বিচাৰ কৰ্তা, জজ, মাজিস্ট্ৰেট, ইবিলাকেও আপোন আপোন কৰমৰ পদৰ দৰে আদৰৰ জোগ্য লোক।

মানুহৰ মাজত এই ৰুপে মান মৰ্জতাৰে পদ হৈচে। কোনো লোকে আন লোকতকৈ বৰ ওখ পদকে পাইচে, কোনোএ সেইবিলাকতকৈ সৰু পদকে পাইচে, তাতে সকলোৰে সমনিয়া ইতৰ আৰু প্ৰধান লোকো আচে।

জদি কোনো লোকে আপোন নিপুনৰ দোআৰাই, কিম্বা সু আচৰন কৰিবৰ দোআৰাই, নাইবা সৰ্ব সাধাৰন কৰম কৰি ওখ পদ পাই, তেন্তে সিবিলাকক জোগ্য ৰুপে আদৰ দিবলৈ ইতৰ লোকৰ নিজ নিজ উচিত কৰম। কিন্তু সেই আদৰনিয়বিলাকক গোলামৰ নিচিনাকৈ ভৰিত ধৰা আদি কৰম কৰি মানিবৰ কাৰনে তেনে আদৰ ন হই, বা মান্যৱন্ত জনৰ আদৰক চল কৰি কপট ভাৱে মুখেৰে প্ৰসংসা কৰিবৰ কাৰনেও ন হই। প্ৰত্তেক জনেই জেনেকৈ নম্ৰৱন্ত হওক, সিবিলাক সকলোএ আদৰনিয় হোআত লোকক চাটু কৰিব নে লাগে।

স্ৰেষ্ঠ লোক সকলেও ইতৰ লোকৰ পৰা বলেৰে অনিয়াইকৈ অনুচিত মতে আদৰ লব নে লাগে, কিন্তু সিবিলাকক দায়ালু ৰুপে বেৱহাৰ কৰিব লাগে। মনুস্য হোআত সকলোএ ইয়ে নিয়ে ভাই হৈচে; তাতে প্ৰতি জনৰ আপোন আপোন পদানুসাৰে আদৰ বা সম্ভ্ৰম আচে। এই ৰুপে স্ৰেষ্ঠ লোকৰ পৰা ইতৰ লোকে জেনেকৈ আদৰ পাই, তেনেকৈ ইতৰ লোকেও বৰ লোকৰ পৰা আদৰ পোআত সিবিলাকক জোগ্য মতে আদৰ দিব লাগে। জি আপোনাতকৈ সৰু লোকক তুচ্য ভাও কৰে, সি সেই তাৰ পদৰ জোগ্য ন হই, কেৱল ইযাকেহে দেখাই; আৰু ই পোনেও জি আপোনাতকৈ প্ৰধান লোকক সদাই হিংসা ভাৱে নিন্দা কৰি ৰটি থাকে, সিও আপোনাৰ মন হিংসক আৰু নিচেই অধম, কেৱল ইয়াকেহে প্ৰকাস কৰাই।

জদি কোনো চাকৰে কোনো গৰাকি বা গৰাকিনিত কোনো ঠাৰৰ কৰা দিনলৈকে দৰমহা ধনৰ নিচই কৰি কাম কৰে, তেন্তে সেই চাকৰে সেই অধিকাৰ বা অধিকাৰিনিৰ কাম আদৰেৰে বেৱহাৰ কৰি সিবিলাকক সম্ভ্ৰান্ত ৰুপে মানিব লাগে; সেই অধিকাৰেও সেই চাকৰক সিস্ট আৰু দায়ালু ৰুপে বেৱহাৰ কৰিব লাগে।

জদি চাকৰে আপোন গৰাকিৰ পৰা তেনে উত্তম বেৱহাৰ পাই, নিচইকৈ তেন্তে চাকৰেও গৰাকিৰ কাম বৰ ইচাৰে উত্তম মতে কৰিব। চাকৰে গৰাকিৰ পৰা তেনে উত্তম বেৱহাৰ পোআত সিবিলাকলৈ ধনৰ দৰমহা কাৰনে কাম ন কৰি কেৱল প্ৰেমৰ কাৰনেই কৰে, এনেহে আসক্ত হোআ উচিত। আৰু কোনো কোনো বাৰ গৰাকিৰ উত্তম বেৱহাৰৰ কাৰনে চাকৰে আপোন প্ৰানকো দিলে।

অতি সভ্য লোকৰ দেসত চাকৰে বচেৰেকলৈ নাইবা অলপ দিনলৈকে গৰাকিৰ লগত বন্ধ হৈ থাকে, পাচে জেতিয়া নিৰ্বন্ধ দিনৰ সেস হই, তেতিয়া সি মুক্তি হৈ জলৈকে ইচা কৰে, তলৈকে জাব পাৰে। কিন্তু কোনো দেসত চাকৰ আচে, জাক গোলাম বোলে; আমেৰিকা দেসৰ নিগ্ৰো লোক থকা ৰুপে জানিবা। সিবিলাকৰ মাক বাপেক জদি গোলাম আচিল, তেন্তে তাৰ লৰা চোআলিবোৰো আগলৈ গোলাম হৈ থাকে। জেনেকৈ আমাৰ দেসত বহু পুহি-

লে সি আমাৰ সম্পত্তি হোআত তাৰ পোআলিও আমাৰ সম্পত্তি হই, আৰু জতে ইচা জতে নি বেচিব পাৰি, সেই দৰেৰে সেই নিগ্রো লোক জানিবা। এনে গোলামে ধন আৰ্জ্জি গৰাকিৰ পৰা মুক্তি নি কিনে মানে, নাইবা জিমান দিন জিয়াই থাকে, তিমান দিনলৈকে গৰাকিৰ সম্পাতি হোআত. গৰাকিএ জি হুকুম দিএ তাকে কৰিব লাগে। নিয়াই চিন্তা কৰা লোকৰ বিবেচনাত হলে এই কথা অনুচিত। জদিও কোনো লোকে গোলাম ৰাখে, তেন্তে সেই লোকৰ উচিত, জেন আপোনাৰ কঠিন স্বভাৱক নম্র কৰি দায়ালু ৰুপে গোলামক ৰাই। গোলামেও তেনে আচৰনত অধিকাৰলৈ প্রেমৱন্ত আৰু বিস্বাসি হব পাৰে। ৰ. ন.

☞ এই ওপৰত দিয়া কথা অৰুনোদইত চাপিবৰ নিমিত্তে তেজপুৰৰ পৰা গিয়ানি এজনে আমালৈ পঠাইচে, সেই নিমিত্তে চপা হৈচে। কিন্তু কোন কোন প্রধান, কোন বা ইতৰ, তাক থিৰ কৰিবলৈ কিচু কঠিন। আমাৰ বিবিচনাত ৰজা আৰু অধিকাৰ সকলৰ বাহিৰে, খেতিয়ক লোকতকৈ প্রধান নাই; কিয়নো সিবিলাকে জিবিকা আৰ্জ্জি মানুহৰ প্রানকে ৰখ্যা কৰে। ॥

## তিৰোতাক বধ কৰাৰ কথা।

**Trial for Murder.**

ৰঙ্গপুৰ বাৰ্ত্তাবহত এই কথা প্রকাস কৰিচে। মেই মাহৰ ২৭ তাৰিখে এটা বধ কৰা গোচৰৰ শ্রীল শ্রীজুক্ত গবৰ্নমেণ্ট ফৈৰাদি সদৰ নিজামত আদালতে সজ বিচাৰ কৰি আগ্যা দিএ। কাসি কি ক্রিস্নগৰ জিলাৰ ভিতৰৰ গোকলনাথ মিত্র পেস্কাৰে কোনো সমই আজৰি পোআত তেঁওৰ তিৰোতা বাপেকৰ ঘৰত থকাত তেঁও সহুৰেকৰ ঘৰলৈকে গল। আৰু ঘৈনিএকক আপোনাৰ ঘৰলৈ আনিবৰ কাৰনে সহুৰেকত সুধিলে; তাতে সহুৰেকে কলে বোলে, তুমি ৬। ৭ দিন ইয়াত থাকি গলেহে মই সন্তোস পাঁও; গোকুলনাথেও সেই কথা-সম্মত হৈ তাতে থাকিল।

পাচে গোকুলনাথে সেই ঠাইতে থাকি দেখিলে, দেখে, তেঁওৰ তিৰোতাই মাজে মাজে পৰ পুৰুসে সৈতে হাঁহি মাতি থাকে, তাতে গোকুলনাথৰ মনত বৰকৈ সংসই লাগিল। আৰু তেঁও কোনেও ন জনাকৈ অনুসন্ধান কৰি কৰি চাই জানিলে, জে তেঁওৰ তিৰোতাৰ দু মহিয়া কি তিনি মহিয়া গৰ্ভ হৈচে, তেতিয়া তেঁওৰ মন উগুল থুগুল হবলৈ ধৰিলে। এদিন গোকুলনাথ মিত্রই কোনো এঠাইত ৰাতি নাচ গান চাবলৈ গৈচিল, পাচে ৰাতি অনেক খনি হলত তেঁও ঘৰলৈ আহি, দুআৰ মেলি দিবলৈ ঘৈনিএকক মাতিব ধৰিলে; তাতে তাই বেগতে উঠি আগেএ ঘৰৰ পাচ দুআৰ মেলি, চুৰকৈ তায়ে সৈতে খোআ লোআ কৰা জগবন্ধু বন্দোপাধ্যাইক বাহিৰকৈ দি, পাচে আগ দুআৰ মেলি স্বামিএকক মাতাৰ ঠাকুৰ বুলি ভিতৰলৈ সুমালে। গোকুলনাথে বেল্যালি বন্দোপাধ্যাইক ঘৰৰ পৰা বাহিৰ ওলাই জাৰৰ আপোন চকুএ দেখি ঘৈনিএকত সুধিলে, বোলে, বন্দোপাধ্যাই ইয়ালৈ কি সকামে আহিচিল? তাতে তাই কলে, বোলে, কতা, কতা? তেতিয়া গোকুলনাথে বুলিলে, বোলে, হাততো দৈ, পাততো দৈ, তথাপি কৰ কৈ কৈ, ইয়াকে বুলি দা, জাঠি আদি বিচাৰি একো নে পাই, এডাল লাখুটি লৈ দুষ্ট তিৰোতাক এনেহে মাৰিবলৈ ধৰিলে, জে তাইৰ প্রান বিজোগ ন হল মানে কদাচিতো খেমা ন কৰিলে। পাচে মৰিলত সটো বাহিৰলৈ টানি উলিয়াই ঘৰৰ মানুহ আৰু ওচৰ চুবুৰিয়াবোৰক মাতি আনি কলে, বোলে, মোৰ তিৰোতাৰ বিভিচাৰ দোস মই আপোন চকুএ দেখি তাইৰ প্রান দণ্ড কৰিলোঁ।

সেই গোচৰ দস্তুৰ মতে বিচাৰ হৈ, ৰাইৰ নিমিত্তে চেস্যন আদালতলৈ পঠাই, তাত মৌলবি পণ্ডিতবিলাকৰে বিচাৰ কৰ্ত্তাৰে ৰাই একে নো হোআত মোকৰ্দমা সদৰ নিজামত আদালতলৈ পঠাই, তাতে বিচাৰ পৰ কৰি লোআনি দিয়া বন ন কৰাকৈ গোকুলনাথ মিত্রক পাঁচ বচৰ কইদত থাকিবলৈ আগ্যা দিলে।



The Craig Telescope at Wandsworth Common—From the Illustrated London News.

## অতি দুৰৈ ঠাইলৈ দেখা জন্ত্ৰৰ কথা।

**Account of Telescopes**

দুৰৈত থকা বস্তু দেখিবৰ নিমিত্তে মনুস্যৰ বুধিৰ উপাইতে জি তেলেস্কোপ জন্ত্ৰ নিৰ্মান হৈছে, সি সকলোৱে সৰ্ব সাধাৰন ৰূপে হত-কাৰি হই। ১৩০০ সঁকত ফলৰেন্তিয চাল-ৰিনো নামেৰে এজনে প্ৰথমে চষা অৰ্থাত দিব চকু নিৰ্মান কৰিবলৈ আৰম্ভন কৰিচিলে। তাৰ বহু কালৰ পাচত সেই দুৰৈলৈ দেখা আৰু সৰু বস্তু দেখা জন্ত্ৰ নিৰ্মান হল। হলণ্ড দেসৰ মিডলবৰ্গ নগৰত এজন দিব চকু নিৰ্মান কৰাৰ পুতেকে আপোনাৰ বাপেকৰ কৰম কৰা সালত ধেমালি কৰি আচিল, পাচে সি আপো-নাৰ দুই হাতে বুৰা আঙ্গুলি আৰু তাৰ গুৰিৰ

তর্জনি আঙুলি দুই আঙুলিৰে দো ডোখৰ কাঁচ ধৰি, কেতিয়াবা সমান কেতিয়াবা বহ্লা টুটা, কেতিয়াবা ওচৰলৈ কেতিয়াবা দুৰৈকৈ, এই দৰেৰে এটা লেৰা কৰা ঘৰৰ ওপৰত থকা এটা কুকুৰাৰ মুর্ত্তিক চাঁওতে চাঁওতে অকস্মাত তাৰ ওচৰতে সুন্দৰ ৰুপে দেখিলে। সি এই কথা আপোনাৰ বাপেকত কলে, বাপেকে অতি আচৰিত গিয়ান কৰি দুই ডোখৰ কাঁচ লৈ চাই সেই ৰুপে দেখি, কাঁচ দো ডোখৰ এচলা পাটৰ ওপৰত এনে উপায়েৰে থাপনা কৰিলে, জে তাৰে ওচৰ আৰু দুৰৈৰো বস্তু দেখিব পাৰে। এই ৰুপে তাৰে পৰা দুৰৈত থকা বস্তুক ওচৰত থকা বস্তুৰ নিচিনা দেখা হই, এনে জন্ত্র প্রথমে নির্মান হল। আৰু তক্কানি দেসৰ গালিলিয় নামেৰে এজন বিদ্যাৱন্তে এই কথা সুনি, সেই ৰুপে এক জন্ত্র নির্মান কৰিবলে আৰম্ভ কৰিলে। পাচে তেঁও এটা ডাঙ্গৰ দিঘল চুঙ্গাৰ দুই মুখত দো ডোখৰ কাঁচ সুমাই এক দুৰৈলৈ দেখা জন্ত্র নির্মান কৰিলে। পাচে সেই জন্ত্রেৰে আকাসৰ চাৰিও ফালৰ নখ্যত্রবিলাক দেখিবলৈ ধৰিলে। তাতে ব্রিহস্পতি গ্রহৰ চাৰি ফালে চাৰি চন্দ্র আচে, আৰু সুর্জ্জৰ ওপৰত কলঙ্ক আচে, আৰু চন্দ্রত পর্ব্বত আৰু ভৈয়াম আচে, আৰু আকাসত চকুৰে নে দেখা অনেক প্রকাৰ তৰাও আচে, এই সকলো দেখিবলৈ পালে। ১৬১০ সঁকত এই দুৰৈলৈ দেখা জন্ত্র নির্মান হোআৰ অলপ দিনৰ পাচত এই সকলো কথা প্রকাস হল। তেতিয়াৰে পৰা আজিলৈকে সেই দুৰৈলৈ দেখা জন্ত্র লাহে লাহে উত্তম ৰুপে নির্মান হৈচে, ইয়াতে ইস্বৰৰ জি আকাসৰ অতি দুৰত থকা আচৰিত কৰম সকল মনুস্যবিলাকে নে দেখা আৰু ন জনা আচিল, এতিয়া সেই লোবিলাক এই জন্ত্রৰ দোআৰাই দেখা আৰু হল।

আমি এই দুৰৈলৈ দেখা জন্ত্র ৰুপ বাহনেৰে বেগতে অতি দুৰৈ ঠাই পাবগৈ পাৰোঁ অর্থাত দেখিব পাৰোঁ। হর্সেল চাহাবে কৰা দুৰৈলৈ দেখা জন্ত্রেৰে বস্তুবিলাক চ হেজাৰ গুন ডাঙ্গৰ দেখা হই, আৰু সেই জন্ত্রেৰে তেজবন্ত সনি গ্রহক আমি সুন্দৰ ৰুপে দেখিবলৈ পাঁও; অর্থাত ১৮০০ বচৰ পর্জ্জন্ত তেঁওৰ ওচৰলৈ ক্রমে গৈ থাকি এক এক ঘণ্ডত ২৫ পচিচ ক্রোচৰ বাট গমন কৰি সর্ব্ব মুঠে ৪০ চলিচ কোটি ক্রোচৰ বাট গৈ আমাৰ চালৰ চকুৰে সনি গ্রহক জেনে ৰুপে দেখিমগৈ, তেনেকৈ এই জন্ত্রেৰে চালেই দেখোঁ। আৰু আকাসত থকা আন আন নখ্যত্রবিলাকৰ সবিল লেখিব নোঅৰা সংখ্যাৰে আৰু অতি বহল থান দেখিবলৈ পাঁও। আৰু আমি জদি আকাসলৈ দুই খর্ব্ব ক্রোচৰ বাট উঠি জাঁও, তথাপি চালৰ চকুৰে ইয়াতকৈ অধিক ভাল ৰুপে দেখিবলৈ নে পাঁও। কিন্তু হিলৈৰ গুলিৰ সমান আমাৰ জোআৰ বেগ হলেও এতে খিনি ক্রোচৰ বাট জাবলৈ আমাৰ বচৰেৰে এক কোটি বচৰ লাগে। দিব্য দুতবিলাক আৰু স্বর্গৰ পাৰিসদবিলাক বেগাই জোআৰ নিচিনাকৈ আমি বেগাই জাবও নোআৰোঁ, এই নিমিত্তে পৰম ইস্বৰে আমাক এই জন্ত্র দিচে, তাৰ দোআৰাই আমি দুৰত থকা বস্তুবিলাক দেখিবলৈ পোআ হই; এই কাৰনে জি সকলে এই দুৰৈলৈ দেখা জন্ত্রক ইস্বৰে দিয়া বুলি মানি কই, সেই সকলে অতি সত্ত কথা কই।

সি ফালে লিখা তেলেস্কোপ ইংলণ্ড দেসত ক্রেগ নামে এজন পাদুৰি চাহাবৰ নিমিত্তে জোআ বচৰত নকৈ কৰা হৈচে। সকলো দুর্বিনতকৈ সি অতি ডাঙ্গৰ আৰু ভালো। তাক তুলি ৰাখিবৰ নিমিত্তে ৪০ হাত ওখ, ১০ হাত বহল, এনে এটা কাৰেঙ্গ ঘৰ পকিকৈ সাজিচে। দুর্বিনৰ জোখ দিঘলে ৫৭ হাত, মেৰে ৯ হাত, তাক লোহাৰে সজা হৈচে; তাৰ ভিতৰে কলা বৰন দিচে, বাহিৰে সুন্দৰ ৰুপে জিলিকি থাকে। চন্দ্র, সুকুৰ, সনি আদি গ্রহবিলাকক ভালকৈ দেখে, আৰু চন্দ্রত ডাঙ্গৰ ঘৰ থকা হলে তাকো দেখিব পাৰিলেহেঁতেন। চন্দ্রত নিবাসি লোক আচে বুলি, কোনো কোনোএ আন্দাজে কই, কিন্তু এতিয়ালৈকে তাত কোনো জিয়া প্রানিৰ চিন দেখা ন গল।



## ভাল ৰূপে কাকত পৰ্হাৰ নিয়ম।

**Directions for Reading.**

### অসম দেসৰ বালক সকলৰ প্ৰতি নিবেদন।

প্ৰিয় বন্ধু সকল,

তোমোলাকে জেতিয়া জি কাকত বা কিতাপ পৰ্হা, তেতিয়া তাত থকা চিনবোৰ দেখি উচিত মতে ৰৈ ৰৈ সকলো লৰাই মাতিব নে জানাইত, আৰু মনো ন কৰা, আৰু তোমোলাকে লিখা কাকত পত্ৰতো তেনেকৈ নি লিখা, কিন্তু তোমোলাকে তাক অৰন্যে জানিব লাগে, কিয়নো সেই ৰূপে চিনে চিনে ৰৈ ন গলে লেটি পেটি হই গুনে পৰ্হা জনেও আৰু সুনা জনেও ভাল কৈ অৰ্থ নু বুজে; এত্তেকে মই সেই সকল চিনৰ কিচু বিবৰন তলত লিখিলো, তোমোলাকে তাক চাই আৰু মনত বাখি সেই সেই দৰে পৰ্হিবা আৰু লিখিবাও।

আৰু তোমোলাকত মই এই কথাও কৈচোঁ, জে কিবা কাকত পত্ৰ মাতোঁতে তোমোলাকে জত বৰ লাগে, সেই দৰে ন ৰৈ লেটি পেটি কৰি, বৰ বৰ মাতেৰে অতি খৰকৈ মাতিলেই ভাল জেন নে ভাবিবা, আৰু তেনে হলে জনা সকলে তোমাক ন সলাগিব। কেৱল কথা জেনেকৈ কই, কাকত পৰ্হোঁতেও প্ৰাই তেনেহে হব লাগে। কিন্তু উচিত মতে ৰৈ গলে খৰকৈ মাতিলেও দোস নাই।

### চিনৰ বিবৰন।

কথাৰ মুল অৰ্থ খিনি বেলেগ বেলেগে জানিবৰ নিমিত্তে কাকত পৰ্হোঁতে জে ৰৈ ৰৈ জাই, তাকে বিস্ৰাম, বিৰতি, আৰু জতি বোলে। আৰু তাত দিয়া চিন সকলোখিই সেই খিনি নামেৰে চিন বোলা জাই।

**Comma.**

১। প্ৰথমে এক মাত্ৰ জতি (,) এই চিন, বেলেগ বেলেগে জানিবৰ নিমিত্তে কথাবিলাকৰ পাচত দিয়া জাই।

দ্ৰিষ্টান্ত।

ধন, সোন, হিৰা, মুকুতা, সকলোতকৈ বিদ্যা বৰ্হা।

**Semicolon.**

২। দ্বিমাত্ৰ জতি (;) এই চিন, আগৰ অৰ্থৰ অলপ মান বেলেগ হই, তাৰ পাচৰ কিচু অৰ্থ থাকিলে সেই খিনিতে ব্যৱহাৰ কৰা জাই।

দ্ৰিষ্টান্ত।

এক অধ্যাপকে কলে, বিদ্যা আৰু গিয়ান বৰ্হাৰ মুল বিবেচনাই; এতেকে তুমি সকলো কথাতে বিবেচনা কৰিবা।

**Period.**

৩। চেদ (।) এই চিন, কথা ফাকিৰ মাজতে এক প্ৰসঙ্গৰ কথা অন্ত পৰিলে, তাত আৰু পদৰ প্ৰথম ফাকিৰ অন্তত দিয়া জাই।

দ্ৰিষ্টান্ত।

ভাল গিয়ানি লৰাই ভাল কথা পালে, তাৰ লগত জদি বেয়াও থাকে, সেই খিনি ঠেলি ভাল খিনি বাচি লই, বিসম মানুহে দোস খিনিহে খাইকৈ বিচাৰে।

পদত জেনেকৈ দিএ তাৰ দ্ৰিষ্টান্ত।

জাতি কাঠ সোন আদি বস্তু সকলৰ।
দুৰ্গুন ন কহি ভালে কৰে সমাদৰ।

**Double Period.**

৪। পুৰ্ন চেদ (॥) এই চিন, পদৰ অন্ত হলে, আৰু কোনো কথা লিখিলে তাৰ সকলো কথাৰ অন্তত দিয়া জাই।

দ্ৰিষ্টান্ত, পদ।

জাতি কাঠ কাঠ মাত্ৰ, সোনা ধাতুমই।
তথাপিতো সন্ত লোকে মন্দ ন কহই॥

মুান আৰু দেখিবলৈ ভালৰ কাৰনে ।
ভালে ভালক বাচি লই সদা হৰ্স মনে ॥

কথাৰ দ্রিষ্টান্ত ।

এতেকে হে বন্ধু সকল, তোমোলাকে সজ কথা পালে বাচি লবা, আৰু বেয়া হলে ঠেলি থবা। ৰাজ হংস আৰু কুলালৈ মন দি ভাবি চোআচোন ॥

Interrogation

৫ । প্রসার্থ মাত্র (?) অৰ্থাত কোনো কথা সুধিলে তাৰ পাচত এই চিন দিএ ।

দ্রিষ্টান্ত ।

এক চাত্তৰে অধ্যাপকত সুধিলে দেউ, মুৰ্খক কিহেৰে জনা জাই?

অধ্যাপকে কলে, চই কৰমেৰে মুৰ্খক জানিব পাৰি; ১, জাৰ কাৰন নো হোআকৈএ খঙ; ২, অনৰ্থক কথা কোআ; ৩, বিনা কাৰনে কিবা কথা বা কৰম সলনি কৰা, ৪, সকাম নাই কিয়া কথা সুধি ফুৰা; ৫, অচিনাকি মানুহত বিশ্বাস ৰখা, ৬, মিত্তিৰ সত্রু চিনিব নোঅৰা, ইয়াকে আদি কৰি মুৰ্খৰ অনেক চিন আচে ।

Exclamation.

৬ । আবেগ মাত্র (!) এই চিন, কথাৰ মাজত কোনো বেজাৰ বা নিবেদন, অথবা কোনো আচৰ্জ্য কথা হলে তাৰ পাচত লিখা জাই ।

দ্রিষ্টান্ত ।

হে প্রভু! হে ইশ্বৰ! বা, হে প্রজা পালক! আমাক (অসমিয়া লৰাটিইতক,) বিদ্যা সিকাই গিয়ানি কৰিবলৈ মন দিওক, ইত্যাদি । আৰু ঔ দেউতা! এই খন ইমান ডাঙ্গৰ নাও!

Quotation.

৭ । প্রখ্যেপ চিন (" ") এই চিন, আপুনি লিখা কাকতৰ মাজত কোনো এক কাৰনে লোকে কৰা কথা বা অন্যৰ কিচু অভিপ্রাই আনি সাৰিত সুমাই লিখিলেহি, সেই কথাৰ আগে পাচে লিখা জাই ।

দ্রিষ্টান্ত ।

এক, লৰাই পঢ়া সালিত থাকোঁতে সদাই সি অহংকাৰত মজি আচিল, পাচে তাৰ বাপেকে কাকত দি পঠালে, বোলে, "তোৰ এনে স্বভাও হলে সকলো মানুহ তোৰ সত্রু হব।" পাচে সেই চিঠি পাই সি সেই স্বভাও এৰি পেলালে ।

Parenthesis

৮ । দ্বিধনু ৰেখা, ( ) এই চিন এক কথাৰ অসঙ্কা ভাগিবৰ কাৰনে তাৰ অৰ্থ ভাঙ্গি ওচৰতে অন্য কথা লেখিলে সেই কথাৰ দুই মুৰে লিখা জাই, আৰু সেই চিন দেখিলেই "অৰ্থাত" এই কথা নে থাকিলেও সেই ৰুপে মাতিব লাগে ।

দ্রিষ্টান্ত ।

আটাই গচতকৈ (আম, কঠাল, নাৰিকল, প্রভ্রিৰ্ত্তিতকৈও) এই জোপা গচ ভাল ।

Hyphen.

৯ । সাংযুক্তিক চিন (-) এই চিন কোনো এক কথাৰ দুটা মান আখৰ সোঁ ফালে দাঁতিত লিখি, ঠাই নো হোআৰ গুনে ই ফাললৈ দুটা মান আনিলে একে লগ বুজিবৰ নিমিত্তে সোঁ ফালৰ সাৰিৰ অন্তত বেৱহাৰ হই, আৰু হাতেৰে লিখা কাকত পত্রত হলে বাঁও ফালে তাৰ তলৰ সাৰিৰ আদিতে দিএ ।

দ্রিষ্টান্ত ।

জি লৰাই এই চিন সকলৰ দৰে ঠৈ ঠৈ কাকত মাতে আৰু লিখে, গিয়ানি সকলে তাক প্রসংসা কৰিব, জদি কোনোবাই লেটি পেটিকৈ মাতে, তেন্তে তাক লোকে মুৰ্খ বুলি জানিব ।

Sri Purnanond Sorma.



## চিচিলি আৰু নাপলি ৰাজ্যৰ আলফঞ্চো ৰজা।

Alphonso, King of Sicily and Naples.

সেই ৰজা আপোনাৰ প্রজা লোকলৈ অতি মৰমিয়াল আৰু নম্র আচৰন কৰা লোক আ-চিল।

তেঁও কোনো সময়ইত আপোনাৰ সৈন্য লৈ চিচিলিৰ ফাললৈ জাত্রা কৰি জাঁওতে, কোনো সত্রুৰ দোআৰাই বাধা পোআত নৈৰ পাৰ হৈ জাব নোআৰি সেনাবিলাকে সৈতে নৈৰ দাঁতিতে থাকিল। সেই ঠাইতে এদিন গোটেই দিনটো সকলোএ অনাহাৰে থাকিব লগা হল। গধুলি হলত এজন সেনাই কিচুমান ৰুটি, পনিৰ, আৰু আলু আনি ৰজাক ভোজন কৰিবলৈ দিলে; তাতে আলফঞ্চো ৰজাই সেই সেনাক ধন্যবাদ কৰিএই কলে, বোলে, দেখা. মোতকৈ কিমান উত্তম বৰ বৰ সাহিয়াল আৰু পৰাক্রমি লোক লঘোনে আচে, এনে লোক সকল লঘোনে থাকোঁতে মই কেনেকৈ ভোজন কৰিব পাৰোঁ?

সেই ৰজাই কোনো এক সময়ইত কাম্পানিয়া প্রদেসৰ মাজে দি অকলে ফুৰোঁতে, জাৰ এটা গাধ বোকাত সোমাই পোত জাবলৈ ধৰাত বলেৰে আৰু স্রমেৰে টানি তুলিব নোআৰিচিল, এনে গাধ ৰখিয়া এজনৰ ওচৰ পালেগৈ। সেই ৰখিয়াটে সেই পোনে বাটে দি জাকে জোআ দেখে, তাকে আপোনাক সহাই দিবলৈ মাতে, কিন্তু সকলো বিফল হৈচিল। পাচে সি সেই ৰজাত সহাই খুজিলে, কিন্তু তেঁও জে ৰজা, সি ইয়াৰ ভু পোআ নাই কিচিল। তেতিয়াই ৰজাই ঘোঁৰাৰ পৰা নামি তাৰ লগত সহাই হৈ গাধটো বামত তুলিলে। মোক সহাই দিয়া জন ৰজা, সেই মানুহটে এই কথা পাচত ভু পাই, ৰজাৰ চৰনত আঁঠু পাৰি পৰি খেমা মাগিলে; কিন্তু আলফঞ্চোএ তাক কলে, বোলে, তুমি মোক একো অপৰাধ কৰা নাই। ৰজাৰ এনে সদ ভাৱৰ গুনেই আগেয়ে সত্রু হোআ লোকৰ মিলনৰ কাৰন হল। ৰ. ন.

## কোন অধিকাৰ স্রেষ্ঠ।

Who is the best Master?

এজনা মন্ত্রিৰ মন ধৰমলৈ জোআত তেঁও ৰজাৰ সেবা এৰি নির্জান ঠাইলৈ গৈ ইশ্বৰক চিন্তি আচিলে। অলপ দিনৰ পাচত ৰজাই সেই মন্ত্রিৰ বাত্রা পাই তাৰ ঠাইলৈ গৈ মন্ত্রিক দেখি বুলিলে, হে মন্ত্রিবৰ, মোৰ পৰা নো তুমি কি দুখ পালা, মোক জে এৰি আহিলা? মন্ত্রিএ কলে, বোলে, মহা ৰাজ, আপোনাৰ কোনো কথাত দুখ বেজাৰ পোআ নাই। আপোনাৰ অৱস্থা বর্হাবৰ ইচাৰেহে মই পাচোটা কাৰনৰ নিমিত্তে আপোনাক এৰি আহিলোঁ।

প্রথম কাৰন এই, আগেএ আপোনাক উপসা কৰাৰ সময় আপুনি বহি থাকে, আমি আপোনৰ ওচৰত ক্রিতাঞ্জলি কৰি থিয় হৈ থাকোঁ। এতিয়া জি প্রভুক পাইচোঁ, তেঁওৰ মুখৰ আগত একো দুখ নো হোআকৈ বহি আৰাধনা কৰোঁ, তথাপি তাত একো অপৰাধ ন হই।

দুতিয় কাৰন, আপুনি আগেএ ভোজন কৰে, আমি ওচৰত থাকি চাই থাকোঁ। এতিয়া আমাৰ প্রভুএ আমাক আহাৰ দিএ, কিন্তু তেঁও আহাৰ ন কৰে।

ত্রিতিয় কাৰন, আগেএ আপুনি সুই থাকে, আমি উজাগৰে পৰিচার্জ কৰি থাকোঁ। এতিয়া আমি সুই থাকোঁ, আমাৰ প্রভুএ সাৰেৰে থাকি আমাক ৰখ্যা কৰে।

চতুর্থ কাৰন, আগেএ সদাই আমাৰ মনত ভই আচিল, জে আপুনি মিত্যু হলে পাচে সত্রুৰ হাতত আমি পৰিব লাগিব। আমাৰ এতিয়া থকা প্রভুৰ কদাচিতো মৰন নাই, আমাৰো দুখৰ আগন্তুক নাই।

পঞ্চম কাৰন, আগেএ আমাৰ কোনো অপৰাধ হলে আপোনাৰ খং উঠে বুলি, এই ভই আমাৰ মনত সদাই লাগি থাকে। এতিয়া আমাৰ প্রভু এনে দয়ালু, জে তেঁওৰ আগত হেজাৰ অপৰাধ কৰিলে, তেঁও সেই আটাইবোৰ আমাক খেমা কৰে।

## ফতিক চাঁদৰ বিবৰন ।

**Account of Photik Chand.**

বঙ্গলা দেসৰ জচোহৰ জিলাৰ মজগুৰনি নামে এখান গাঁৱত এজন তাঁতি অতিসই দেও পূজক আচিল, কিন্তু তাৰ সন্তান সন্ততি নো হোআত সি দিনে ৰাতিএ দুখিত হৈ, দেৱতা-বিলাকৰ আগত সন্তানৰ নিমিত্তে বৰকৈ প্ৰাৰ্থনা কৰে । অলপ কালৰ পাচে তাৰ দুজনি চোআলি জনমিল, আৰু সেই দুই কন্যাৰ পাচত এটি লৰাও উপজিল, তাৰ নাম ফতিক ৰাখিলে, কিন্তু পুত্ৰ পোআৰ কাৰনে আনন্দতে অপাৰ হৈ কেৱল অলপ দিন মাথোন জিয়াই থাকিল; তেঁওৰ মৰনৰ কাল বেগাই ওচৰ চাপি ফতিক অলপ বয়সতে পিত্ৰি হিন হল । ফতিকৰ বাপেক মৰিলত তেঁও আপোনাৰ মাকৰ লগত আচিল । ডেকা কালত আপোনাৰ জাতৰ আচাৰ বেৱহাৰ গুপুতে অনুচিত দেখি সকলো মানুহবিলাকক প্ৰেম কৰিবলৈ মনত খেদ কৰি আচিল; আৰু আপোন ইচাৰে সকলো বেলেগ বেলেগ জাতৰ মাজত জিবিলাক জাত খিন লগা দেখে, সেই বিলাকৰ লগত ভোজন পান কৰি, সকলোৰে আগত হৰি আৰু ক্ৰিস্ত নামে বিস্বাস কৰি সিবিলাকৰ লগত আৰাধনা কৰে ।

পাচে তাৰ মাকে এজন বামুনৰ দোআৰাই তাক সিস্য কৰালে । ইয়াৰ পাচে আন মতৰ এজন বামুনে ফতিকৰ ঘৰলৈ আহি তাৰ মাকৰ বুধিৰ বাহিৰে আন ৰুপে সিস্য কৰি ফতিকক গ্ৰহন কৰালে; অলপ দিনৰ পাচত ফতিকৰ মাকৰ গুৰু তাৰ ঘৰলৈ আহি ফতিকক আন এজনৰ সিস্য হোআ সুনি বৰ খঙ উঠিল ।

তাকে দেখি ফতিকৰ বন্ধুবিলাকে ভই কৰি গুৰুৰ চৰনত পৰি কান্দি কাকুতি কৰিবলৈ ধৰিলে, কিন্তু সেই সময়ত ফতিক নাই কিচিল । অলপৰ পাচে ফতিক আহি গুৰুৰ চৰনত পৰি মিনতি কৰি আৰুও তাৰ সিস্য হবলৈ ধৰাত সি সন্তোস হৈ ঘৰত উতম ৰুপে ভোজন কৰি থাকিল । আৰু সেই ঠাইত জিবিলাক গুৰু আচিল, সিহঁত প্ৰাই সকলো দুখিয়া, এই হেতুকে সিহঁত সদাই সিস্যৰ ঘৰে ঘৰে ফুৰি থাকে; আৰু একো ঘৰত দুই তিন দিন থাকি পাচে বিদাই হোআ কালত সিস্যবিলাকে আপোন আপোন কুসল মঙ্গলৰ নিমিত্তে আপোন আপোন সক্তিৰ দৰে অলপ অলপ দান দি গুৰুৰ পৰা আসিৰ্বাদ লই । গুৰুবিলাকে সদাই এই ৰুপে কৰ লই, কিন্তু সিস্যবিলাকৰ পৰিত্ৰানৰ নিমিত্তে এফেৰিও বিচাৰ ন কৰে, কেৱল আপোনাবিলাকৰ দিনটৰ নিমিত্তেহে চিন্তা কৰি থাকে ।

পাচে এজনি তিৰোতাই পঞ্চভুত নামে এক মন্ত্ৰ নিতৌ জপিবৰ কাৰনে ফতিকক দি সিস্য কৰালে; সেই মন্ত্ৰ এই, আকাস, বায়ু, তেজ, জল, ভুমি, এই পঞ্চ ভুতৰ নাম মনতে ৰাখিবা ।

পাচে ঘোসপাৰৰ ৰাম দুলাল মতৰ অধিকাৰে ফতিকৰ মন ভুলাই সিহঁতৰ মতলৈ আনি সোলায়ানা নামে এক মন্ত্ৰ গ্ৰহন কৰালে । আৰু জি জনে ফতিকক এই মন্ত্ৰ দিলে, সেই জনে ইয়াকে কলে, এই মন্ত্ৰৰ দোআৰাই সকলো প্ৰকাৰ ৰোগ গুচিব পাৰে । এই দৰে অনেক অনেক প্ৰকাৰ ভুল ধৰম দেখি ফতিকে এৰি পেলালে । প্ৰানৰ পৰিত্ৰানৰ নিমিত্তে একো আসা নাই । আৰু প্ৰতি দিনে তাৰ মনত এই স্বৰুপ প্ৰমান পালে, জে মিচলিয়াবিলাকে আনবিলাকক মিচা ধৰম সিকোআৰ দোআৰাই কেৱল আপোনাবিলাকৰ লাভলৈহে চেস্টা কৰে । আৰু জিবিলাকে আনবিলাকক স্বৰগৰ পথ একআই আৰু এই ৰুপে সিকাই, সিহঁতে নৰকৰ পথলৈ নিৰ্ভই মনেৰে জাই । সেইবিলাকৰ বিসয়ে ধৰম সাস্ত্ৰৰ মাজত এই কথা লিখা আছে, সিহঁতে কনাই কনাক বাট দেখুআইছে, কিন্তু জদি কনাই কনাক বাট দেখুআই, দুয়ো খালত পৰিব ।





## এক বুধিয়ক কুকুৰৰ কথা ।

Story of a sagacious Dog.

বহু বচৰৰ আগেয়ে ফ্ৰাঞ্চ দেশত এজন ধনৱন্ত ভদ্ৰ লোক আছিল, আৰু সেই মানুহৰ বৰ কুকুৰ এটাও আছিল ; কোনো এক দিনত তেঁও আপোনাৰ কুকুৰক লগত লৈ এখন হাবিএ দি গৈছিল; সেই হাবিৰ মাজতে মাকাৰি নামে তেঁওৰ এটা সত্ৰু খাপ দি বহি আছিল। পাচে ধনৱন্তক জোআ দেখি অকস্মাতে ধৰি বধ কৰিলে । তাৰ পাচে তেঁওৰ মৰা সটো এজোপা গচৰ তলত গাঁত খানি পুতি থৈ মাকাৰি গুচি গল । কিন্তু সেই কুকুৰে আপোন অধিকাৰৰ মৰা সৰ ওচৰত দুই তিনি দিনলৈকে থাকি বাখি আছিল । সেসত পেটৰ ভোকত আৰু কাল থাকিব নোআৰি, নগৰলৈ আহি আপোন অধিকাৰৰ জি এজন বন্ধু আছিল, তেঁওৰ ঘৰলৈ গল । আৰু ভেউ ভেউ কৰি কান্দি তেঁওৰ কাপৰত ধৰি কিছু টানিবলৈ ধৰিলে, আৰু দুআৰৰ ওচৰলৈ গৈ সেই মানুহক আপোনাৰ লগত জাবলৈ এক ভাৱে সঙ্কেত কৰিলে । সেসত সেই মানুহে কুকুৰৰ এনে আচৰিত বেৱহাৰ দেখি তাৰ লগত ৱাহিৰলৈ গল । কুকুৰে পাচত তেঁওক হাবিৰ মাজে দি সেই গচৰ তললৈ লৈ গল, আৰু তাতে হাঁতোৰাৰে মাটি খানি খানি আপোন অধিকাৰৰ মৰা ন দেখুআলে, কিন্তু কোনে তেঁওক বধ কৰিলে, তাক কবলৈ কুকুৰৰ অসাধ্য হৈছিল। কিছু দিনৰ পাচত কুকুৰে সেই মানুহ বধি মাকাৰিক দেখা পালে, তাতে কুকুৰে অতি খঙেৰে লৰি গৈ মানুহটক এনে বৰকৈ কামুৰি ধৰিলে, তাক এৰুআবলৈকে অসাধ্য হৈছিল । পাচে সকলো দেখা লোকে কলে, বোলে, এই কুকুৰক আমি অনেক দিনৰে পৰা জানোঁ, সি ম্ৰিদু আৰু অহিংসক, কিন্তু এতিয়া এই মানুহলৈ তাৰ কি কাৰনে এনে খঙ হল? তাতে বোনো কোনোএ কলে, তাৰ আপোনাৰ ম্ৰিত্যু হোআ অধিকাৰলৈ তাৰ বৰ মৰম আছিল, আৰু এই মাকাৰিও সেই ধনৱন্ত মানুহৰ মহা সত্ৰু আছিল, ইয়াকো জানোঁ, কি জানি এই মাকাৰিএই তেঁওক বধ কৰিলে ।

পাচে এই কথা ৰজাৰ কানত পৰিলত ৰজাই সেই কুকুৰক আপোনাৰ আগলৈ অনালে । আৰু সেই কুকুৰ আহি সান্ত হৈ কাৰো একো হানি ন কৰিলে; কিন্তু ৰজাৰ লগত জিবিলাক মানুহ আছিল, সিবিলাকৰ মাজত জেতিয়া মাকাৰিক দেখা পালে, তেতিয়া সি গেজেৰি দি তাক ধৰিবলৈ গল । সেই কালত ফ্ৰাঞ্চ দেসত এনে ৰিতি আছিল, বিচাৰ কৰ্তাবিলাকে সাখি নো পোআত গুচৰিয়া পদকিয়াৰ জদি একো থিৰ কৰিব নোআৰে, তেন্তে সিবিলাকে গুচৰিয়া পদকিয়া দুয়ো জনক ইটে সিটে জুধ কৰিব দিএ, আৰু জেয়ে জুজত হাৰে, তাৰ গাতে জগৰ পৰে, কিয়নো সিবিলাকে ভাৱে, বোলে, নিৰ্দুসি জনক ঈশ্বৰে কেতিয়াও হাৰিব নি দিএ । পাচে কুকুৰে লৈতে মাকাৰিৰ জি ঘটনা হৈছিল, তাৰ স্বৰূপ প্ৰমান বুজিবৰ নিমিত্তে সেই ৰূপে দুয়োকো জুজ কৰিবলৈ ৰজাই আগ্যা কৰিলে; এই জুধ দেখিবলৈ অনেক লোক গোট খালে । ৰজাই মাকাৰিক এডাল টাঙোন হাতত লবলৈ অনুমতি দিলে, আৰু কুকুৰো জুজি ভাগৰ লাগি জিহত জিৰাব পাৰে, এনে এটা পিপা মাত্ৰ টাইতে থবলৈ আগ্যা কৰিলে । এই ৰূপে জুধৰ আৰম্ভন হোআৰ পাচে কুকুৰক মাকাৰিলৈ এৰি দিলে । তাতে কুকুৰে মাকাৰিৰ হাতত টা-

যোন দেখি অনেক বেলি তাৰ চাৰিও ফালে ঘুৰি ঘুৰি আছিল, আৰু পাচত কুকুৰে আহি মোক ধৰিব, এই ভয়েৰে মাকাৰিও ঘুৰিবলৈ ধৰিলে। সেসত কুকুৰে আপোনাৰ সত্ৰুৰ ভাগৰ পোৱা আৰু বল হিন হোৱা দেখি আক্ৰমন কৰি কামোৰ মাৰি একে বাৰে মাটিত এচাৰি পেলাই দিলে । এই ৰূপে হাৰিলত ৰজা আৰু তাত থকা সকলোৰে আগত মাকাৰিএ আপোনাৰ দোস সৈ কাৰ্হি গাত ললে তাতে ৰজাই তাৰ মুৰ কাটিবলৈ আগ্যা কৰিলে ।

এই কথাতে আমি দেখিচোঁ, মানুহে জিমান কি গুপুতে পাপ ন কৰোক, তথাপি ইস্বৰে তাক এবেলি উলিয়াব । আৰু জদি এই জগতত গুপুত হৈ থাকে, তেও মহা বিচাৰৰ দিনত মনৰ আৰু সৰিলৰ সকলো কৰম প্ৰকাস হব · কিয়নো সৰ্বদৰ্সি অন্তৰ্জামি পৰম ইস্বৰৰ আগত কোনো কৰম গুপুতে নে থাকে । এই হেতুকে তেঁওৰ আগত পাপ কৰিবলৈ ভই কৰা ন. ল. ফ.

---

## মেৰি কেৰিল ।

Mary Caiyl

এমিলি বৃতলৰ নামে এজনি সম্ভ্ৰান্তা তিৰোতা আৰু মিচ পঞ্চনবি, এই দুজনি তিৰোতাই আপোন দেস আয়ৰলণ্ডৰ পৰা মেৰি কেৰিল নামে এজনি তিৰোতা দাসিকৈ লগত লৈ উএলচ দেসত আহি আছিল । মেৰি কেৰিলে সৰুৰে পৰা সিবিলাক দুজনৰ লগত অতি বিস্বাসি আৰু প্ৰেমেৰে দাসি কৰম কৰি আপোনাৰ জ্ঞানৰ দিন নিয়ালে । সিবিলাক দুজনিএও মেৰিক দাসি ভাৱে নে ভাবি কেৱল মিত্ৰ ভাৱে ভাবিছিল । সিবিলাক তিনিও জনিৰ জেতিয়া ব্ৰিধ অৱস্থা পৰিলহি, তেতিয়া সেই সম্ভ্ৰান্তা তিৰোতা দুজনিএ লাংগোলন নামে এক ঠাইত সিলেৰে জিহত ম্ৰিত্যু হোৱা লোকৰ নাম, গুন, আৰু চৰিত্ৰৰ কথা লিখা থাকিব পাৰে, এনে এটা কবৰ সাজিলে । মেৰি প্ৰথমেই ম্ৰিত্যু হোআত, তাইকে সেই ঠাইত আগেয়ে খোৱা হল । তাতে সেই অধিকাৰিনি দুজনিৰ জে প্ৰেম তাইলৈ আছিল, এনে প্ৰমান দিবলৈ সিল এচঁটাত সকলো কথা লিখি তাইৰ সিলৰ কবৰতে এফালে লগাই দিলে । এবচৰৰ মুৰত সিবিলাক দুজনিও ম্ৰিত্যু হলত সেই ঠাইতে ওচৰতে কবৰ দি সিবিলাকৰো সকলো গুন চৰিত্ৰ সিল এচটাত লিখি সেই কবৰৰ এফালে লগাই দিলে । এই ৰূপে সেই তিনি জনি লোক মান্যত বেলেগ হোআতো প্ৰেমত একে হৈ আছিল, আৰু সিবিলাকৰ ম্ৰিত্যুৰ পাচতো সিবিলাকক একে ঠাইতে একে লগে থোৱা হল ।

ইংৰাজি দেসৰ ত্ৰিতিয় জৰ্জ নামে এজন ৰজাৰ পৰিয়ালৰ লগত এজনি দাসিএ অনেক দিনলৈ বিস্বাসি আৰু প্ৰেমেৰে দাসি কৰ্ম কৰি আছিল । তাইৰ ম্ৰিত্যু হলত উইণ্ডৰ নামে ৰাজধানিৰ চেন্ত জৰ্জ নামে গিৰ্জাৰ ওচৰত তাইক মাটি দিলে । তাইলৈ জে ৰজাৰ প্ৰেম আছিল, ইয়াৰ কাৰনে কবৰৰ ওপৰতে সিলৰ এটা স্তম্ভ সাজি আপোনাৰ প্ৰেমৰ চিনৰ কথা তাতে লিখাই দিলে ।

---

## দুৰ্জনৰ চাতুৰি ।

এটা দুৰ্জনে এখন পহাৰত বেচিবলৈ জুগুত কৈ থোৱা উত্তম মোহন ভোগ দেখি তাৰে এমুঠি হাতত ললে । বেপাৰিএ দেখি বেগতে তাৰ হাতত ধৰিলত সি সেই মোহন ভোগ আপোনাৰ মুখলৈ মাৰি কব, বোলে, হে ভাই, কিয় মুদাতে ঘট মট কৰিলি ? এতিয়া তোৰো নে থাকিল, মোৰো নাই কিয়া হল । ইয়াৰ পাচত কি ঘটিল সকলোএ ভাবি চাব পাৰে ; জিবোৰে নোআৰে, সেইবোৰেহে এনেকুআ সুন্দৰ মোহন ভোগ খোৱা উচিত হই ।



## জহনিৰ বিবৰন।

Letter from a Student in Calcutta, on Cholera.

আমাৰ দেসত প্ৰাই বচৰি জহ কালি জহনি হই, অনেক মানুহ মৰে, কিন্তু ইয়াৰ বধ ভাল দৰব ইংৰাজি বেজ বৰুআবিলাকে কৰিচে। এতেকে জদি কাৰো কেতিয়াবা হই, তেন্তে তাৰ দৰব ইংৰাজি ডক্তৰৰ তৰ পৰা নি খুআলেই ভাল হই। আমাৰ দেসৰ লোক সকলে ইংৰাজি দৰব অসুখা কৰে, কিন্তু ইয়াৰ পৰা বহু অপকাৰহে হৈচে। নিদান পুথিত লিখা দৰবো এই ৰোগত ভাল কিন্তু আমাৰ দেসত কোনো বেজেই সেই পুথি ন পৰ্হি ফাকটি কৰি দৰব দিয়াৰ গুনে এটি ৰুগিও ভাল হোআ নাই। জদি কোনো হিন্দুএ ইংৰাজি দৰবত সুৰা মিহলি থকা বুলি নে খাই, সিও ভাল ন হই; কিয়নো সিবিলাকৰ সাস্ত্ৰত লিখে, "ঔষধার্থে সুৰাং পিবেত," অৰ্থাত দৰবৰ লগত সুৰাকো বাচিব দিয়া নাই। এতেকে আমাৰ বিবেচনাত তাক খালে একো খতি নো হোআ হেন দেখি, তলত এই জহনিৰ বিবৰন আৰু দৰবৰ কথা লিখিচোঁ। ইয়াকে ইংৰাজি ডক্তৰৰ তৰ পৰা নি নৰিয়া পৰাত খুআলেই বাৰু হব।

ইংৰাজি বেজ বৰুআ সকলে জহনি বিয়াধিক দু বিধকৈ ভাগ কৰিচে। এবিধ বিলাতত থকা লোক সকলৰ হই, আৰু এবিধ ভাৰত বৰ্স আদি গ্ৰৰ দেসত হই। এই বিয়াধি নো কি সকামৰ পৰা উত্পতি হই, ইয়াক আজিলৈকে নিচইকৈ জু পোআ নাই; তেও অনেকেই গ্ৰৰ দেসত হই বুলি কই; আৰু বদ, ভাগৰ, বা সৰহ চৰৈৰ পৰা আহি গা ধোআ, বা চেঁচা বস্ত্ৰ খোআ, অথবা সৰহ বেলি এনেই পানিত পৰি থাকিলেও হই। পৰম পণ্ডিত ডক্তৰ মিলৰ চাহাবে জহ কালি অমুপকাৰি বতাহৰ পৰা হই বুলি কই; আৰু ডক্তৰ মেকনে চাহাবে জিন নে জাৰ পৰা বস্ত্ৰ সৰহ খালেও হই বুলি কই। সেই কাৰনে জহ কালি জিন নে জাৰ পৰা বস্ত্ৰ সৰহ খোআ, বদ বা ভাগৰৰ পৰা আহি চেঁচা বস্ত্ৰ খোআ, চেঁচা পানিৰে গা খোআ, সদাই গা উদঙ্গে ৰখা, অৰ্বে দুআৰ মেলি খোআ আৰু জি সকামত গাত্ৰ বৰ দুখ বা ভাগৰ হই, এনে বন কৰ, ৰৈ থকা অৰৰ ওচৰত বেয়া পানি থকা পুখুৰি, বা খাল, বা নৰ্দমা, বা এনে কোনো ঠাই জাৰ গোন্ধ নাকে সহ নোআৰে; এইবিলাক কৰা বা ৰখা জুগুত ন হই। কোনো গিয়ানি লোকে কই, জেনেকৈ বচৰত ৬ টা ৰিতু ক্ৰমে ক্ৰমে প্ৰিথিবিত হই, তেতিয়া তাত থকা জিৱ জন্তু গচ আটাইৰে কোনো ৰিতুত আনন্দ কোনো ৰিতুত নিৰানন্দ হই; জেনেকৈ বসন্ত কালত গচুবিলাকত ন পাত ওলাই দেখিবলৈ সুঅনি হই, চৰাইবোৰে তাৰ ওপৰত উঠি সুললিত ৰাৱেৰে গিত গাই, পছুবোৰে বৰ ৰিষ্ট পুষ্ট হই, আৰু জাৰ কালি এই সকল বিমৰ্স হই, সেই দৰে মানুহৰো বচৰত একালে সুখ, একাল দুখ হই। কিন্তু জদি বোলা, জে জগত ইস্বৰে আপোনাৰ গিয়ানেৰে তেঁওৰ স্ৰিষ্টিৰ হিতলৈ জি কৰিচে, সি কেতিয়াও ন বলে, তেন্তে সেই ইস্বৰেই আমাক অন্য জন্তুতকৈ ভাল বেয়া বিচাৰিব পৰা সক্তি দিচে দেখি, মানুহে সিইতকৈ প্ৰধান হৈচে; আৰু সেই সক্তিৰে মানুহে আপোনাৰ উপকাৰলৈ নানা বিধ বুধি সাজিচে; কিন্তু আমি জি প্ৰস্তাও লিখিব খুজিচোঁ, তাক নি লিখি আৰ কথা সৰহ লিখা অনাৱস্যক দেখি তাক এৰিলোঁ। জদি আমাৰ কথা সকলোএ খিন ন কৰি আদৰ কৰে হেন দেখোঁ, তেন্তে আমি মাহে মাহে ভাল কথা লিখিম।

বিলাতত জি বিধ জহনি হই, সেই বিধ আমাৰ দেসত নো হোআৰ গুনে মুঠে এই দেসত হোআ বিয়াধিৰহে কথা লিখিচোঁ। আমাৰ দেসত এই বিয়াধিৰ মানুহৰ বাঁতি ভাতৰ ফেনৰ নিচিনা হই। সুদা পানিৰ নিচিনা বা কেতিয়াবা কেতিয়াবা অলপ ভাতৰ পানিৰ দৰিয়া দৰিয়া হই। চকু বুজা পৰে, কানেৰে অলপ সুনে, মানুহক চিনিব নোআৰে, নখৰ গুৰি আৰু ওঠ নিল বৰনিয়া হই, আৰু বৰকৈ পানিৰ হেঁপাহে ধৰে। হাত ভৰি মুচৰি আনে, সৰু পানি চোআ ন হই, আৰু সৰু পানি দুআ-

ৰে ওলাব নোআৰি আন বাটে মুৰলৈ উজাই আই; ইয়াৰ পৰা মানুহৰ সেদ অৱস্থাত পৰেহি। এতেকে তলত লিখা দৰে দৰব খুআলে ৰাক হব হেন জানি লিখা গৈচে।

## দিব লগা দৰবৰ সংখেপ কথা।

পোনেই পেট বলে তেতিয়া ৰসৰ ভস্ম ১ ৰাতি, পিপলি ২ ৰাতি, কানি বা আফিঙ্গৰ ৰস ১ ৰাতি, আৰু জলকিয়া ১ ৰাতি, এই কেয়োবিধক মিহলি কৈ সমান আন্দাজে ২ টা বৰি কৰি এটা তেতিয়াই, আৰু এটা ৬ মিনিটৰ মুৰত খুআব। জদি আটাই কেই বিধ পোআনে জাই, তেন্তে অকল ৰসৰ ভস্ম ১০ ৰাতি আৰু কানিৰ ৰস এৰাতি, দুইকো বৰি কৰি আগেএ কোআৰ দৰে দুবেলি খুআব। জদি বাঁতিওআত পেটত নে থাকি ওলাই আহে, তেন্তে সৰিয়হ আৰু দুটামান কেঁচা মৰিচ বাটি দিঘলে এবেগত, পুতলে ৯ আঙ্গুল এডোখৰ কাপৰত লগাই নাইৰ চাৰি আঙ্গুল ওপৰত লগালেই ১০।১৫ মিনিটত বাঁতি ৰব। জদি ইয়াতো বাঁতি ন ৰই, তেন্তে কাৰ্বনিত অব চোডা ২০ ৰাতি এটা বাটিত আদ পোআ পানিৰে মিহলাই থব, আৰু এটা বাটিত তাতাৰিক এচিড ১৫ ৰাতি, আৰু এচিডম হাইড্রোচালিকম ডাইলুটম ৩ টোপা, অলপ পানিৰে মিহলাই তাৰ মুখৰ গুৰিত আগৰ বাটি পানি ধৰি পাচৰ বাটিৰ দৰব মিহলালে পানি উতলিবৰ নিচিনাকৈ উঠিব, তেতিয়াই ইয়াক সেই নৰিয়া পৰাটক খুআব; নতুবা পলম হলে দৰব মাটিত উতলি পৰিব। হাত ভৰিত সিৰামুৰিএ ধৰিলে সুঁঠি এদাৰ গুৰি গাত লগালে ভাল হব। হাত ভৰি চেঁচা হলে ব্রেণ্ডি চেৰাপ, ৬ তোলা কৰ্পুৰ, আদ তোলা আদ সেৰ পানিত মিহলাই কাপৰেৰে চেকি কাৰ্বনিত অব এমনিয়া ১ তোলা, চল্‌ফৰিক ইথৰ ২ তোলাৰে মিহলাই ২।৩ তোলাকৈ আন্দাজে ২।২ ঘণ্টাৰ মুৰত খুআব লাগে। হাতৰ নাৰি তল গলে সেই দৰব ১।১ ঘণ্টাৰ মুৰত খুআব লাগে। সৰু পানি চোআ ন হলে নাইট্রিক ইথৰ ৫ মহা, জিন চেৰাপ ১ তোলা, কৰ্পুৰৰ পানি ১ তোলাই সৈতে মিহলাই আদ আদ ঘণ্টাৰ মুৰত খুআব লাগে। ইয়াতো সৰু পানি নু চুলে ইষ্ট্রিকনিন ১ গ্রেন, অৰ্থাত আদ ৰাতি কপুৰৰ পানি ৩০ তোলা সৈতে মিহলাই এক এক ঘণ্টাৰ মুৰত খুআব লাগে। তেও ন হলে নুনিয়া সাক বাটি নাইৰ ৩ আঙ্গুলৰ তলত দিব লাগে। জদি তল পেটৰ পৰা সৰু পানি নোলাই, তেন্তে সেই সময়ত কোনো ডক্তৰ থাকিলে তেঁও সৰু পানিৰ দুআৰেৰে কাথিতৰ সুমাই দিলে আপুনি হব।

শ্রীমিৰ মজফৰ হুচেন।

কলিকতা ২০ মাৰ্চ, ১৮৫৩।

---

## মাউৰে ধৰা গৰুক দৰব দিয়াৰ কথা।

**Treatment of Murrain in Cattle.**

মহ গৰুক ধৰা মাউৰৰ কাৰনে শ্রীজুত কাপ্তান হল্‌ৰইদ মাজিস্ত্রেট চাহাবে দৰব খুউআবৰ এই এই উপাই প্রকাস কৰিচে।

১। জেতিয়া কোনো গৰু বা আন জন্তুকে জহনি ৰোগে ধৰে, তেতিয়া সেই ৰোগে ধৰা গৰুক আন নিৰুগি গৰুৰ পৰা নিচইকৈ আঁতৰ কৰি সুকান আৰু নিকা ঘৰত থব, আৰু ঘনে ঘনে সেই ঠাইত চুন চটিয়াই থাকিব; ভাত বা ভাতৰ নিসনি, বা চাউলৰ মলি, বা সুকান ঘাঁহ, ইয়াকে সৰহ লোন দি গৰুক খাবলৈ দিব।

২। জদি গৰুৰ কাহ হই, তেন্তে বৰ বেগেৰে জোআকৈ তাৰ এগচ সিৰ মেলি দুই সেৰ মান তেজ উলিয়াব, জদি তেজ উলিয়াঁওতা নাই, তেনে হলে ৫০ টা, বা ১০০ জোক একে বেলিএ গৰুৰ বুকুত লগাই দিব।

৩। জদি থহু ওলাই, তেতিয়া ঘনে ঘনে চুন পানি বা লোন পানিৰে ধুব, আৰু ধোআৰ পাচে নতুন এঙ্গাৰ গুৰিকৈ খুন্দি থহুৰ ওপৰত ঢাকি থব, আৰু লোনেৰে গৰুৰ মুখৰ কোআৰিত ঘঁহিব।

৪। জি গৰুক জহনি ৰোগে ধৰে তাক দহ টকা এদা পানি এসেৰ মানত সিজাই তাতে লোন জুলাপ আধেৰ, জদি লোন জুলাপ

নে পাই, তেনে হলে খোআ লোনৰে এপোআ বাহৰ চুঙ্গাত ভৰাই পেট বোআবৰ নিমিত্তে খুআই দিব।

৫। জুলাপ দিলত ঐ দৰে পেট বলে আৰু বন্ধ হলে, তেতিয়া বল হবৰ কাৰনে গৰম দৰব, চেৰিতা বা মাহতিতা, কি বন এলাচি, ইয়াৰ এবিধৰ ৫ টকা, বা জলকিয়া ১১ পাঁচ মহাকৈ খুআব।

ওপৰে কোআৰ দিহাৰে গৰুক দৰব খুআই থাকিলে প্ৰাই সকলো ৰোগে ধৰা গৰু ভাল হব, কিন্তু পোনে পোনে ৰোগে ধৰোঁতেই দৰব খুআব লাগে। প্ৰথমে মাউৰ লগাৰ চিন এই, গৰুএ এলাহ কৰি জুবুকা লাগি থাকে, আৰু ঘাঁহ নে পাগুলে, নোম শিয়ৰে, তেতিয়াই দৰব দিব লাগে।

ওপৰত লিখা দৰবৰ দুনাকৈ মহক খুআব লাগে। পোআলি মহ গৰুক বুজি যুজি কমিকৈ দিব।

---

## অনেক দেসৰ সম্বাদ।

### Journal of Events.

চেপ্তেম্বৰৰ ২৭ তাৰিখে বাৰেলি নগৰত আগৰা প্ৰদেসৰ শ্ৰীজুত জেমচ তমাচন গবৰ্নৰ চাহাব ম্ৰিত্যু হল। তেঁও অতি উচাহি, আৰু সকলোৰে হিত চিন্তোতা হৈ ১০ বচৰলৈকে সেই দেসত অধিকাৰ বাবৰ ভাৰ লৈ প্ৰজা পালন কৰি আচিল। এতিয়া শ্ৰীজুত কল্‌বিন চাহাবে সেই গবৰ্নৰ বাব পাইচে।

পেইস্যোৰ নগৰৰ কৰ্নেল মাকেচন কমিস্যনৰ চাহাব ১০ চেপ্তেম্বৰৰ গধুলি বেলাত আপোনাৰ বঙ্গলাৰ বেৰান্দাত চিঠি পৰ্হি থাকোঁতে চোআত দেখি এজন মচলমান মানুহে গ্লোহ চিত্তি চল চাই তেঁওৰ বুকুত মিত দাৰে খোঁচ মাৰিলে। তেতিয়া ওচৰত থকা বুৰা এজন বচলদাৰে সেই ক্ৰহিয়া জনে আকও খোঁচ মাৰিব নোআৰাকৈ বাধিলে, তথাপি ঘা তাঙ্গৰ হোআত বহু তেজ গল। পাচ দিনা বাত্তি জিব জেন এনে আসা এৰিলে; পাচে ১৪ তাৰিখৰ ১০ বজাত তেঁও সেই পিৰাত্তে লোকান্তৰ হল। তাৰ কাৰন এই, চোআত দেললৈ খৰালি ১২ টা তোপে লৈতে সেনা, সেনাপতিক কমিস্যনৰ চাহাবে পঠাব বুলি সেই ক্ৰহিয়াই শুনি, তেঁওক মাৰিলেই নিবাৰন কৰিব পাৰিম বুলি ভাবি, সেই দেসৰ পৰা গৈ তেঁওক বধ কৰিলে। পাচে সেই ক্ৰহিয়াক ধৰি সোধ পোচ কৰি বিচাৰ কৰ্ত্তাৰ আগ্যাৰে সিকলিৰে বান্ধি ফাঁচি দি, সটো পুৰি তাৰ চাইবোৰো জানৰ পানিত উটালে। সেই ৰূপে কৰিলে তাৰ জিৱাত্মাই স্বৰগত সোমাব নোআৰে বুলি মচলমানবিলাকে জানে, সেই দেখি লোকক ভই খুআবৰ নিমিত্তে আৰু তাক সাধু বুলি তাৰ ওপৰত মচিদ ঘৰ জেন নে বান্ধে, এই কাৰনে অধিকাৰে এনে অমৰ্জতাৰে দণ্ড কৰিলে।

মহৰমৰ দিনত লখ্নৌ নগৰত কোনো মচলমানে শ্ৰীজুত কৰ্নেল স্লিমন পলিটিকল এজেণ্ট চাহাবক মাৰিবলৈ উপাই কৰিচিল, কিন্তু মাৰিব নোআৰিলে।

কাসিৰ অঞ্চলত থকা ৰামায়া বাবা নামে এজন জোগিএ মুৰ্ত্তি সেৱা, আচাৰ, ৰিতি, কৰমকে আদি কৰি সকলোকে এৰি, খ্ৰিষ্টিয়ান ধৰমৰ কোনো কোনো কথা নি, নতুন মতৰ ধৰম পাতি লোকবিলাকক সিস্য কৰাইচে, এই কথা বঙ্গালি সম্বাদ পত্ৰত লিখিচে।

২৬ চেপ্তেম্বৰ তাৰিখত কলিকতা নগৰৰ ৰজা ৰাধাকান্ত দেবৰ ঘৰত হিন্দু সাস্ত্ৰৰ মতে বিধৱাৰ পুনৰ বিবাহ হব পাৰে নে নোআৰে, এই কথাৰ নিৰ্নই কৰিবৰ নিমিত্তে ২০০ মান পণ্ডিত গোটাই বিচাৰ কৰিচিল, তাতে অনেক বেলি বিচাৰ কৰি সৰহ ভাগ পণ্ডিতে পুনৰ বিবাহ হব নোআৰে সাস্ত্ৰত এনে ৰাধা নে পালে।

সিন্দ দেসৰ মাটি ৫২,০০০ বৰ্গ মাইল আচে। তাৰ নিবাসি লোক ৯,১১,৬১৪ মচলমান; ২,৭৩,৬৬৩ হিন্দু; মোটে ১২,১৪,৫২৭ আচে।

হাৱাই মাজুলিত মানুহৰ বসন্ত ওলাই বহু মৰিল; সেই নিমিত্তে তাত ৰজাৰ আগ্যাৰে ১৫ জুনত হৰিস্য আৰু প্ৰাৰ্থনা কৰিবলৈ থিৰ কৰিচে।

এই বচৰত মাউৰৰ দোআৰাই বহু মানুহ মৰিল, সিবিলাকৰ সংখ্যা শ্ৰীজুত বিচাৰ কৰ্তাৰ· আগ্যাৰে মৌজাদাৰবিলাকে লিখি সিৱসাগৰ জিলাৰ মাজত ১৬,০০০ সোল হেজাৰ মানুহতকৈ অধিক মৰা জানিচে। তলত তাৰ লেখ আচে।

Deaths by Cholera in the Sibsagor District.

| থানাৰ নাম | মুনিহ | তিৰোতা | লৰা | চোআলি | মোটে |
|---|---|---|---|---|---|
| গোলাঘাট, ৩৬ মৌজাৰ | ২০৯৭ | ২২১০ | ১০১৯ | ৮৩৪ | ৬১৬০ |
| ৰঙ্গপুৰ, ৪৮ মৌজাৰ | ২০৪৮ | ১৬৪৯ | ১০৬৩ | ৭৭৫ | ৫৫৩৫ |
| জইপুৰ, ৩ মৌজাৰ | ৩০৭ | ১৫৬ | ১৪৩ | ৪০ | ৬৪৬ |
| জোৰহাটৰ, ২৯ মৌজাৰ | ১১৬৪ | ১১৯৭ | ৪১৩ | ৩৪২ | ৩১১৬ |
| আৰু ১৭ মৌজাৰ (আন্দাজে) | ৮৮৫ | ৯৭ | ৩৫ | ৩০ | ১০৪৭ |
| সৰ্ব মোট | ৬৫০১ | ৫৩০৯ | ৭২৬৩ | ২০২১ | ১৬৫০৪ |

আয়ৰ্লণ্ড দেসৰ ডব্লিন নগৰত মহা দৰ্সনৰ ঘৰ সাজি দেস বিদেসৰ সকলো বস্তু দৰ্সন কৰাইচে। তাকে চাবলৈ শ্ৰী শ্ৰী মতি মহা ৰানিও আয়ৰ্লণ্ড দেসলৈ গৈচে।

ফ্ৰাঞ্চৰ মহা ৰজা শ্ৰী শ্ৰী লুই নাপলিয়নে ১৮৫৫ সঁকৰ প্ৰথম মেইত পাৰি নগৰত মহা দৰ্সনৰ ঘৰ কৰি দেখাব। ভাৰতবৰ্ষৰ সকলো বিধ বস্তু তালৈ পঠাবৰ নিমিত্তে শ্ৰীজুত গবৰ্নৰ জেনৰল লৰ্ড চাহাবে ঠায়ে ঠায়ে পত্ৰ পঠাইচে।

নুয়ৰ্ক নগৰত মহা দৰ্সনৰ এটা আৰ্চিৰ ঘৰ সাজি ১৪ জুলাই তাৰিখত মেলি দৰ্সন কৰালে। তাতে অনেক সিলৰ মুৰ্ত্তি, কাম কৰাৰ জন্ত্ৰ, বাজনা, অস্ত্ৰ সস্ত্ৰকে আদি কৰি দেখাইচে।

নুয়ৰ্ক নগৰৰ দৰ্সনৰ ঘৰত কাকত চপা এবিধ নতুন জন্ত্ৰ আচে। তাৰ ভিতৰত বৰ দিঘল থানেৰেই কাকত সুমাই দিএ, পাচে দুয়ো পিঠিত সুন্দৰ ৰুপে আখৰ হৈ সি ফালে ওলাই; ওলাঁওতে সমাচাৰ পত্ৰবোৰ জোখেৰে কলতে কটা হৈ, ঘণ্টাই পতি ৩০,০০০ ত্ৰিচ হেজাৰ পত্ৰ ওলাই।

এক কথাৰ প্ৰথম ভাগ বেজাৰৰ কথা; দুতিয় ভাগ মহা জনৰ ঘৰতে থাকে; দুয়ো গোট খোআটো বেপাৰিৰ ঘৰত থাকে। সেই কথা, কি?

হাই-তাল। ॥

## ডিচেম্বৰ, অৰ্থাত্ত পুহৰ পঞ্জিকা।

Almanac for December, A. D. 1853. Sal. Sac 1776.

| ডিচেম্বৰ | আঘোন | বাৰ | তিথি | দিনমান | ডিচেম্বৰ | পুহ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৫ | ১ | ১০।২৫ | ১৭ | ৩ | ৭ | ১৭ | ১০।১৯ |
| ২ | ১৮ | ৬ | ২ | ১০।২৪ | | | | | |
| ৩ | ১৯ | ৭ | ৩ | ১০।২৩ | ১৮ | ৪ | ১ | ১৮ | ১০।১৮ |
| | | | | | ১৯ | ৫ | ২ | ১৯ | ১০।১৮ |
| ৪ | ২০ | ১ | ৪ | ১০।২৩ | ২০ | ৬ | ৩ | ২০ | ১০।১৮ |
| ৫ | ২১ | ২ | ৫ | ১০।২২ | ২১ | ৭ | ৪ | ২১ | ১০।১৮ |
| ৬ | ২২ | ৩ | ৬ | ১০।২২ | ২২ | ৮ | ৫ | ২২ | ১০।১৮ |
| ৭ | ২৩ | ৪ | ৭ | ১০।২১ | ২৩ | ৯ | ৬ | ২৩ | ১০।১৮ |
| ৮ | ২৪ | ৫ | ৮ | ১০।২১ | ২৪ | ১০ | ৭ | ২৪ | ১০।১৮ |
| ৯ | ২৫ | ৬ | ৯ | ১০।২১ | | | | | |
| ১০ | ২৬ | ৭ | ১০ | ১০।২০ | ২৫ | ১১ | ১ | ২৫ | ১০।১৯ |
| | | | | | ২৬ | ১২ | ২ | ২৬ | ১০।১৯ |
| ১১ | ২৭ | ১ | ১১ | ১০।২০ | ২৭ | ১৩ | ৩ | ২৭ | ১০।১৯ |
| ১২ | ২৮ | ২ | ১২ | ১০।২০ | ২৮ | ১৪ | ৪ | ২৮ | ১০।১৯ |
| ১৩ | ২৯ | ৩ | ১৩ | ১০।১৯ | ২৯ | ১৫ | ৫ | ২৯ | ১০।১৯ |
| ১৪ | ৩০ | ৪ | ১৪ | ১০।১৯ | ৩০ | ১৬ | ৬ | ৩০ | ১০।২০ |
| ১৫ | ১ | ৫ | ১৫ | ১০।১৯ | ৩১ | ১৭ | ৭ | ১ | ১০।২০ |
| ১৬ | ২ | ৬ | ১৬ | ১০।১৯ | | | | | |

এই অৰুনোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চাপা কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ টকা।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই

৮ বচৰ। মোং সিৱসাগৰ, ডিচেম্বৰ ১৮৫৩। নম্বৰ ১২।

VOL. VIII. SIBSAGOR: DECEMBER, 1853. NO. 12.



## ফেঁটি সাপৰ বিবৰন।

**Description of the Cobra.**

সকলো বিধ সাপৰ মাজত প্ৰাই ফেঁটি সাপেই ডাইল হই। তাৰ গলধনৰ চাল কোমল, লোপোকা, জেতিয়া তাৰ খঙ্গ উঠে, সেই চাল ফিঁকি বহল হৈ জাই। অকস্মাতে জদি সিইঁতৰ আগত মানুহ বা কোনো জন্তু ওলাই, তেতিয়া সিইঁতে ভই পাই কোঁপাউৰি মাৰি ফেট তুলি খঙ্গেৰে চকু ঘুৰাই চাই সক্ৰতৈ খেদি জাই। সেই সাপৰ দুই কোআৰিৰ ভিতৰে দাঁতৰ গুৰিত বিসেখে ভৰা দুয়ো কালে সৰু টৈটোলাৰ নিচিনা মোনা থাকে; সেই মোনাৰে পৰা নিচেই সৰু এডাল নলা আহি দাঁতৰ মাজে দি ওলাই; জেতিয়া সাপে কোনো জন্তুক কামোৰ মাৰে, তাৰ কোআৰিৰ চেপা খাই মোনাৰ পৰা সেই সৰু নলাই বিস ওলাই আহি দাঁতে দি কামোৰ মৰা ঠাইৰ তেজত লাগি গোটেই গালৈ উজাই জাই। মুখেৰে খোআত বিসে ন ধৰে, কেৱল তেজত বিস লাগিলেহে বিসে ধৰি মাৰে। জেতিয়া কোনো মানুহক সাপে খাই, খোআ মানুহে মুখেৰে হোঁপা মাৰি বিসৰ তেজ উলিয়াৱ পাৰিলে সি ন মৰে; আৰু হোঁপা মৰাজো একো বেদেনা ন কৰে।

ফেঁটি সাপ তিনি চাৰি বিধ আচে, বৰ ফেঁটি, চকৰি ফেঁটি, মাটি ফেঁটি, জঁতৰি ফেঁটি । চকৰি ফেঁটিৰ ওপৰে গলধনত ৰিত চকুৰ নিচিনাকৈ দুটা চকৰ থাকে, তাৰ নকচা ওপৰত লিখা আচে । তাৰ দিঘল ২ হাতৰ পৰা ৩ হাতলৈকে থাকে । বৰ ফেঁটিৰ হলে ৪।৫ হাত মান হই । জঁতৰি ফেঁটিৰ গলধনৰ ওপৰে নেওঠনিৰ ফুলৰ নিচিনাকৈ কুলাত কেতেৰিয়া হৈ থাকে, তাৰ চকৰ নাই, বৰনটো প্ৰাই কলা, দিঘলে ২৷৷ হাত মান হব । মাটি ফেঁটিৰ হলে বৰনটো মটিয়া, তাৰো চকৰ নাই, দিঘলে ৩।৪ হাত মান হব ।

সিইঁতে প্ৰাই হাবিতহে থাকে, বাহ গাঁতত লই, কেতিয়াবা মানুহৰ ঘৰতো সোমাই । সাপবোৰে বাজনাৰ সুৰ সুনিবলৈ ভাল পাই, জুগিবোৰেও বাজনাৰেহে ধৰি বস কৰে । কোনো কোনো বিধ সাপে কনি পাৰি পোআলি জগাই; কিন্তু ফেঁটি আদি ডাইল সাপে কনি নে পাৰে, পেটৰ ভিতৰত কনিৰ পৰা পোআলিহে জগে । আৰু একে বাৰেই ১০।১২ টা মান পোআলি হই । ॥

~~~~~~

## দুয়ো দিসে ভাল কৰি চাব লগা ।

**Necessity of looking both Ways.**

এক চাৰি বাটৰ মুৰত এটা মুৰ্ত্তি থৈচিল । তাৰ হাতেৰে এখান বাৰু ধৰি আচিল । সেই বাৰু একালে সোনেৰে একালে ৰুপেৰে খতা হৈচিল ।

এদিন অকস্মিতে দুজন মানুহ ঘোঁৰা দুটাত উঠি দুফালৰ পৰা সেই মুৰ্ত্তিৰ গুৰি পালেহি । আৰু সিইঁতৰ মাজৰ এটাইও আগেএ সেই মুৰ্ত্তি দেখা নাই । সেই কাৰনে দুয়োটাই মুৰ্ত্তিৰ গঢ়টো দেখি অতি আচৰিত গিয়ান কৰিলে । পাচে কিচুমান বেলি দুফালৰ পৰা দুয়োটাই চাই থাকি থাকি তাৰে এটাই বুলিলে, বোলে, এই খন সোনৰ বাৰু । সিটে এই কথা সুনিএই বুলিলে এই খন সোনৰ বাৰু নে? জদি মোৰ চকু আচে তেন্তে এই বাৰু ৰুপৰ । প্ৰথমে কোআটে বুলিলে, জদি মই কেতিয়াবা সোনহে দেখিচোঁ, তেন্তে নিচয়ে সোনৰ বাৰু; পাচে কোআটে তাক পৰিহাস কৰি বুলিলে, এনে পথাৰত নিচয়ে সোনৰ বাৰু থব, ইয়াক মই আচৰিত গিয়ান কৰিচোঁ; বাটৰুআই কিয় ৰুপৰ বাৰু লৈ নে জাই? আৰু ইয়াৰ ওপৰত জি লিখা আচে তাৰেই জানিচোঁ, এই বাৰু তিনি বচৰ ইয়াতে আচে ।

সোনৰ বাৰু বুলি কোআটে ইটৰ পৰিহাস কথা সহিব নোআৰি, বৰ খঙ উঠি জুধ কৰিবলৈ ধৰিলে । পাচে দুয়োটাই আপোনাৰ ঘোৰা ওভোতাই জতে জুধ কৰিবলৈ ভাল, এনে বহল ঠাইলৈ গল । আৰু আপোনাৰ আপোনাৰ মাৰিব লগিয়া জি অস্ত্ৰ সস্ত্ৰ তাকে জুগুতকৈ লৈ লৰি ইটক সিটে ধৰিলেগৈ । তাতে দুয়ো এনে মৰা মৰি কৰিলে জে দুয়োটাৰ অনেক অনেক ঘা হোআত সক্তি হিন হৈ মাটিত পৰি মুৰ্চিত হৈ ৰল ।

তেনে সময়তে এজন ভাল মানুহ বাটে দি গৈচিল । তেঁৱেই সিইঁতক সেই আপদত পৰি থকা দেখি মৰম লাগি ঘাবোৰত কিচু কিচু বন দৰব দিলেনি, কিয়নো তেঁও বন দৰব জনা গিয়ানি বেজৰ কাৰনে লগত জুগুত হোআ দৰব আচিল । আৰু সিইঁতেও কিচু গিয়ান পালে । জেতিয়া সিইঁত অলপ স্বস্ত হল, তেতিয়া তেঁও সিইঁতত সেই আপদৰ কথা সোধাত তাৰে এটাই কলে, বোলে, এই ঘোঁৰাত উঠা মানুহে এই বাৰু ৰুপৰ বুলি কই, তাতে ইটে বুলিলে, এই মানুহে এই বাৰু সোনৰ বুলি কই, এই কেনে আচৰিত কথা ।

তেতিয়া সেই বাটৰুআ জনে ভালেমান হাঁ হাঁ চি চি কৰি বুলিলে, অস অস, হে ভাইইঁত, তোমোলাকে দুয়োটাই সঁচা বুজিচা, আৰু দুয়োটাই মিচাও বুজিচা; তোমোলাকৰ এটায়ে জদি আপোনাৰ নে দেখা ফালে দেখিলাহেঁতেন, তেন্তে ইমান খঙ আৰু তেজেৰে তোলবোল নো হোআইক । কিয়নো এই বাৰু একাল সোনৰ একাল ৰুপৰ, এই কাৰন আজি তোমোলাকৰ জি দুৰ্দসা হল, তাৰ নিমিত্তে সিখা পোআ আৰু তোমোলাকে কোনো বস্তুৰ দুয়ো ফাল নো চোআকৈ কদাচিতো দন্দ কন্দল ন কৰিবা ।
~~~~~~

## এজন কইদি আৰু এন্দুৰৰ কথা।

**Story of the Prisoner and his Rat.**

ফ্ৰাঞ্চ দেশৰ পাৰিচ নগৰত বাস্তিল নামেৰে এখন বৰ বন্দিশাল আছিল। ৰজাই যদি কোনো জনত বেজাৰ পাইছিল, তেন্তে তাক সেই বন্দিশালত বন্দি কৰি থৈছিল। কেতিয়াবা কোনো মানুহক বৰ তাৰি লোআ দি বাহিৰলৈ ওলাবলৈ নি দিয়াকৈ আৰু আপোন মিত্ৰৰ কুটুমৰ মুখকো দেখিবলৈ নি দিয়াকৈ বহু বছৰলৈকে কইদ কৰি ৰাখিছিল। এনে দৰেৰে লাতুদি নামেৰে এজন মানুহক তাৰ একুৰি তিনি বছৰ বয়সত একুৰি পোন্ধৰ বছৰলৈ মিয়াদ দি থৈছিল। পাচে সি যেতিয়া মুকলি হল, তেতিয়া সি নিচেই বুঢ়া আছিল। এই মানুহটক যি কোঠালিত থৈছিল, সেই খোঁটালি নিচেই সৰু। কইদিটক যি জনে তাৰ খোৱা আহাৰ যোগাবলৈ আহিছিল, সেই জনৰ বাহিৰে সি আৰু অন্য কোনো জনৰ মুখ কেতিয়াও দেখিবলৈ নে পাইছিল। তাৰ সকলো দুখতকৈ এইটো বৰ দুখ আছিল; কিয়নো মানুহৰ লগ সমনিয়াৰ লগত যিমান আনন্দ, অলপ বস্তুএহে মানুহক তাতকৈ আনন্দ কৰাব পাৰে।

লাতুদিক থোৱা খোঁটালিৰ মুখৰ পোনে এটা চিদুই দি যি একেডি বেলিৰ পহৰ পৰিছিল তাৰ বাহিৰে আন একো পহৰ তাৰ খোঁটালিত নাছিল; দেৱাল ডাঠ হোআৰ কাৰণে সেই পহৰ একেৰিও থোৰ আছিল। এদিনা লাতুদিএ সেই চিদুই দি চাঁওতে ভালেমান দূৰত এটা এন্দুৰক আহিবৰ দেখিলে। এন্দুৰ হেন বস্তুক মানুহে ওচৰলৈ আহিবলৈ ঘিন কৰে, কিন্তু লাতুদিএ এনেহে অকল সৰিয়া আছিলে, যে তাৰ ওচৰলৈ যদি কোনো জিয়া জন্তু আহিব, তাতে সি যেন বৰ আনন্দ পাব। এন্দুৰটোএ যেন ভই খাই নে যাই, এনে বুধিএৰে লাতুদিএ লাহেকৈ ৰুটি এডোখৰ তালৈ দলিয়াই দিয়াত, এন্দুৰটোএ আহি ৰুটি ডোখৰ খাই নি আন এডোখৰ পাবলৈ বাট চাই আছিল, তাকে দেখি লাতুদিএ আৰু কিছু কম দূৰৈত আন এডোখৰ দিলে, পাচে এন্দুৰে আহি অকো নিয়াত, আৰুও এডোখৰ নিচেই ওচৰত দিলে; যেনেকৈ এন্দুৰক ওচৰ চপাব পাৰে। এই দৰেৰে লাতুদিএ আপোনাত এন্দুৰক বিশ্বাস কৰালে। এন্দুৰে ৰুটি খাই খাই যি আগলিকা থাকে, তাক আপোন গাঁতৰ ভিতৰলৈ লৈ যাই। তাৰ পাচৰ দিনা এন্দুৰে আহি আৰুও দেখা দিয়াত লাতুদিএ তালৈ ৰুটি আৰু মঙহ এডোখৰ দলিয়াই দিলে, মঙহত এন্দুৰৰ বৰ আনন্দ; সেই এন্দুৰে এনেহে পোহ মানিলে যে ত্ৰিতিয় দিনা আহি লাতুদিৰ হাতৰ পৰাও ৰুটি খাবলৈ ধৰিলে। পঞ্চম দিনা এন্দুৰে ঠাই সলনি কৰি আপোন উপকাৰিৰ ওচৰত গাঁত কৰি বাহ সলেহি। আন দিনা আৰুও অতি ৰাতি পুৱাই লাতুদিৰ হাতৰ পৰা আহাৰ পাবলৈ আহি সেই দিনা দিনত আৰু দেখা নি দিলে। আনেকা দিনা অতি ৰাতি পুৱাই সেই এন্দুৰে আন এটা মাইকি এন্দুৰ লগত লৈ ওলালহি। ন এন্দুৰে সেই কইদিৰ ভয়ত কেৱল মুখ মাথোন গাঁতৰ পৰা উলিয়াই আছিল। লাতুদিএ যেন ইটো এন্দুৰকো কোনো মতে ভুলাই অনাব পাৰে, এনে আশয়েৰে তালৈ ৰুটি আৰু মঙহ এডোখৰ দলিয়াই দিলে, কিন্তু তাই ওলাবলৈ সাহ ন কৰিলে। আগৰ এন্দুৰটোএ লাতুদিৰ ওচৰত নিৰ্ভয়ে ইচা মতেৰে ৰুটি খোৱা দেখি, তাই আৰু গাঁতত থাকিব নোআৰি সৰি আহি এডোখৰ লৈ গাঁতত সোমাল। এই মতেতাই লাহে লাহে বলি হৈ আহিলত আগৰ মতা এন্দুৰটোৰে সৈতে তাই কৰ্হা আজোৰা কৰিবলৈ ধৰে। যেতিয়া তাই মতাটোৰ মুখৰ পৰা ৰুটি কাঢ়ি নিএ, তেতিয়া সি লাতুদিৰ ওচৰত গোচৰ কৰিবৰ দৰে আহি সান্ত্বনা খোজেহি। তাৰ মুখৰ পৰা কাঢ়ি নিয়া ডোখৰৰ সলনি যদি লাতুদিএ তাক আন এডোখৰ দিএ, তেন্তে বান্দৰে যেনেকৈ দুই হাতেৰে ধৰি বহি খাই সেই দৰে সিও এনেহে অহৰেৰে বহি খাই থাকে, যিহতে মাইকি জনিএ আহি কাঢ়ি নিব নোআৰে; মতাটোএ এনেহে

পোই মানিলে যে তাক এজমে পুহিব পাৰে।

মতাটোএ লাতুদিৰ হাতৰ পৰা ৰুটি খোআ আৰু তাই গাঁতত তোকে থকা দেখি এদিনা লাতুদিএ ৰুটি এতোখৰ দলিয়াই দিঁওতে তাই আহি, ওপৰতে জাঁপ মাৰি দাঁতেৰে কামুৰি ধৰি গাঁতৰ ফাললৈ টানিচে মতাটোএও আৰু ভাল মতে ধৰিচে, এই দৰে সিবিলাকৰ মাজত বৰ বিবাদ লাগি দুয়ো গাঁতৰ ফাললৈ বাগৰি জোআত মাইকি জনিএ মতাটোক টানি নিলে। এনে বিবাদ দেখি সেই সময়ত লাতুদিএ আনন্দত সকলো দুখ পাহৰিচিল।

ক্রমে ক্রমে এই মাইকি জনিও সেই মতা এন্দুৰটোৰ দৰে লাতুদিৰ লগত চিনাকি হোআত তেঁওৰ হাতৰ পৰা খাবলৈ ধৰিলে। পাচে দ্বিতিয় এন্দুৰ এটাই আহি দেখা দিলেহি, যি আগৰ দুটাতকৈ নির্ভয়ে আহিচিল। এই এন্দুৰটোএ দুতিয় বাৰ দেখা দিওতে আপোন বাঁহৰ পৰা আন আন এন্দুৰক লগত আনিবলৈ ইচা কৰিলে। ত্রিতিয় দিনত ই দুটা এন্দুৰ লগত লৈ ওলালহি, পাচে এক সপ্তাহৰ ভিতৰতে আৰু পাঁচোটা আনিলে। এই দৰে ক্রমে ক্রমে এক পখৰ ভিতৰত বৰ বৰ দহোটা এন্দুৰ লাতুদিৰ চাৰিও ফালে হল। লাতুদিএ সিবিলাকৰ গাই গাই নাম দিচিল, অৰু সিবিলাকেও আপোন আপোন নমি বুজ পাইচিল। জেতিয়া তেঁও সিবিলাকক মাতে, তেতিয়া সিবিলাকেও ওলাই আহে। তেঁও কেতিয়াবা সিবিলাকৰ আপোন কাঁহিৰ পৰা খাবলৈ দিচিল কিন্তু সিবিলাকৰ লেতেৰা আচৰনৰ কাৰনে ভিন ভিন বাচনত খাবলৈ দিচিল। আৰু তেঁও কেতিয়াবা হাতত ৰুটি বা মঙহ এডোখৰ লৈ হাত খন ওপৰলৈ দাঙি ৰাখি সিহঁতক জাঁপ মৰোআইচিল। সিহঁতে খাই এঁটালে লাতুদিএ সিহঁতক আকও নচুআইচিল। অলপতে সিহঁতে লাতুদিৰ ওমলা লৰাৰ নিচিনা হল। তেঁওৰ আগত জিমান পৰলৈকে এন্দুৰবোৰে সেই দৰে থাকে, তিমান পৰলৈকে তেঁও বৰ আনন্দ পাইচিল। লাতুদি জেন আৰু কেতিয়াও বন্দিসালৰ পৰা মুকলি ন হৰ তেঁওৰ এনে ইচা হল; কিয়নো সংসাৰত কেৱল বিৰোধ, আৰু দুষ্টালি, আৰু সেই ঠাইত কেনে আনন্দ আৰু কুসল আচিল! কিন্তু এন্দুৰবোৰৰ লগত তেঁওৰ যি আনন্দ, সেয়ে অনেক দিনলৈ নে থাকিল, কিয়নো দুবচৰৰ মুৰত জত তেঁওৰ এন্দুৰবোৰ জাব নোআৰে, এনে দুৰত থকা একুঠিলৈ তেঁওৰ জাব লগা হল। ইয়াতে তেঁও ভালেমান কান্দিলে। আৰু তেঁও জে অনেক দিনলৈ বন্দিসালত থাকিব লগা হল, এই দুখ তেঁওৰ মনত বৰকৈ উঠিব ধৰিলে।

আমি ইয়াতে দেখোঁ, অকলসৰে থাকিবলৈ কেনে দুখ, আৰু কেনে আনন্দেৰে মানুহে অকলসৰে থকাতকৈ কোনো বিধ বস্তুৰে মিল হব পাৰে। এই বিৱৰনত আমি ইয়াকে দেখোঁ, জে যি বস্তু আমালৈ কেতিয়াবা কেতিয়াবা ঘিন লগা হই, সেয়ে আকও কেতিয়াবা কেতিয়াবা আমাৰ প্রয়োজনত লাগে, আৰু আমাৰ বেৱহাৰতো লাগে। ৰ. ন.



গোম ধানৰ নকচা।

## আগৰ কালৰ ভবিষ্যত বাক্য।

The Kingdom of Messiah.

আচিলে ভবিষ্যত বচন, সুনা জি প্ৰকাৰ;
জনমিব কন্যাৰ গৰ্ভে খ্ৰিষ্টাভিমন্ত কুমাৰ।
দেখা, য়িচইৰ মুলৰ পৰা সিইৰি ওলাই,
তাহাৰ ফুলৰ সুঘ্ৰান উঠি স্বৰ্গপুৰি পাই;
তাৰ পাতত পবিত্ৰ আত্মা কৰিব গতি,
পবিত্ৰ ফুপৌএ আহি লব বসতি।
ওহে স্বৰ্গ, অম্ৰিত নিয়ৰ ভুমিত বৰধাওক,
করুনাময় ব্ৰিষ্টি বাৰি সান্ত ৰূপে দিওক,
তাতে ব্ৰিধ্য বাহিঁ দিব দুৰ্বলিক উপাই,
ধুমুহাত্তে ৰখ্যা পাব, যদত্তো আশ্ৰুই।
গুচি জাব পাপ সকলো পলাই কপট মুল,
নিয়ায়ে আহি ধৰিব, আপোন হাতে ভুল;
মেলিব কুসলে ঠানক ভুমি কৰি অন্ত,
পুন্যে সুক্লা যত্ৰ পিষ্টি স্বৰ্গৰ নামিবন্ত।

### প্ৰভুৰ জনম।

কাল ৰূপ ৰাত্ৰি বচৰ চলি সিন্তু প্ৰভাত হওক,
কৈন্যান ফুক্ত পুত্ৰ আহি বেগে জনমাওক।
প্ৰক্ৰিতিক বসন্ত কালৰ মালা কৰে দান,
সুগন্ধ ধুপে সৈত্তে আনি কিঁৰাট প্ৰধান।
দেখা, দান্তে আপোন মাথা গিৰি লিবানন,
পৰ্বতৰ ওপৰে নাচে সৰ্ব ব্ৰিধ্য গন;
সুগন্ধি মচলা উঠে নম্ৰ স্যাৰোনৰ,
আকাসত্তো সুঘ্ৰান হৈছে ফুলে কাৰ্মেলৰ।
অৰন্যৰ মাজত্তো সুনা, সব্দ হৰিষিত,
দিয়া পথ, সুসুগুত কৰি, ইশ্বৰ হই বিদিত;
ইশ্বৰ, ইশ্বৰ, মহা ধনি সুনা পৰ্বতত,
সিলেও মাত্তে, দেখা, প্ৰভু পালে ওচৰত।
আকাসৰ পৰা তেঁওক গ্ৰাহ্য কৰিচে ভুলোক,
ভলৈলে সোমাই জাওক গিৰি, ভৈয়ামো উঠোক।
মাথা নমাই, হে গচ সকল,.কৰিও সম্মান,
পথ ওলাওক সাগৰৰ মাজে, সিলো হওক সমান।
ভবিষ্যত গ্ৰান কৰ্ত্তা আহে, এহি মৰ্ত্ত্য লোক,
সুনা, হে সকলো কলা, দেখিও অন্ধক।

### প্ৰভুৰ আচৰিত কৰ্ম।

দায়াৰে কৰিব কনাক তেঁও সুদ্ৰিষ্টি দান,
দ্ৰিষ্টি হিন চকুত্তো প্ৰভু দিষ্টি বৰসান;
জাঁকৰা বোবাবো জিবাৰ বন্ধন চিজিব,
কলাৰ কানত মধুৰ সবদ স্ৰৱন কৰাৰ;
খোৰা কোঙাই তেঁওৰ জনম্যা কৰিব কিৰ্ত্তন,
সাক মাৰিব ম্ৰিগ তুল্য হৰ্স কৰি মন।
হৰা সুৰা, সোক, ভুলোকত দু সুনিব কান,.
সকলোৰে চকু পানি টৌকে সনাতন।
অবিনাসি জিজিবিৰে ম্ৰিত্যুক বান্ধিব,
নৰকি ভয়ানক ভুতো মৰ্দন কৰিব।
জেনে মেৰৰ ৰখিয়াই কৰে মেৰক প্ৰতিপাল,
উত্তম বায়ুৰ ঠাই বিচাৰি খুআই যাঁহো ভাল;
হেৰোআ, অপথে জোআক বিচাৰি আনই,
দিনে ৰাতি ৰাখি প্ৰাকি জাককে পালই;
কোমল মেৰ পোআলি ৰাখি আপোন ম্ৰিদু হাত,
আহাৰ খুআই, লই সাৰটি ৰখিয়াৰ হিয়াত:
সেই ৰূপে তেঁও কৰে সকল মনুষ্যৰ সন্তান
ভবিষ্যত কালৰো পিত্ৰি কৰিব পালন।

### প্ৰভুৰ ৰাজ্য সম্পুৰ্ন হোআ।

ৰাজ্যে ৰাজ্যৰ অহিত কৰি কত্তো যুজিব,
অগ্নিৰূপ হিংসাৰ চকুৰে গোট নাহি খাব;
চোকা অস্ত্ৰ সস্ত্ৰে ৰনৰ ঠাই নে বেৰিব,
সিঙ্গা, ভেঁৰি, ৰনৰ বাদ্যে ক্ৰোধ ন জলাব।
সাজিব নাঙ্গলৰ কালো ভাজি তৰোআল.
ৰৰচাৰে কাচি গঢ়াই লব সেহি কাল।
তাতে অনেকো ৰাজপুৰি হৰগৈ উত্তপন,
পিত্ৰিৰ সকল কাৰ্জক পুত্ৰে কৰিব সাধন;
তেঁওৰ ৰজহত দ্ৰাখ্যা লতাই চাঁ দি ধৰিব,
জি সিঁচিব, সেয়ে সস্যক ভোজন কৰিব।
মৰু ভুঁমি ৰাটিৰূআই দেখে আচৰিত,
পদ্ম আৰু জিন সকলে কৰিচে সুভিত;
সুকান ভৈয়ামত্তো সুনে সবদ কোলাহাল,
নতুন জানৰ পানিৰ সোঁতে কৰিচে আহ্লাদ।
সাপ অজগৰৰ ৰসতি সিলনি ওপৰ,
জিন আদি অকস্মাত গজি ৰাবুত কৰে লৰ;
কাঁইট গচেৰে আব্ৰিত হোআ ৰাজুকাময় থান,
সুগন্ধি পুষ্পে কৰিচে তাহাকো সুঘ্ৰান;
পাত নো হোআ সুকান গচত মেলে ফুলো পাত,
সকল অৰণ্য গুচি, হব সুত্ৰিধ্যবহে জাত।
ৰাঘ কুকুৰৰ সঙ্গে চৰে মেৰৰ পোআলি,
পুস্পহাৰে ৰাঘক ৰান্ধে সৰা চোআলি;

গৰু সিংহে একে পাত্রে কৰিব ভোজন,
হিংসা তেজি সর্পে চুব লোক জাত্রিৰ চৰন।
কেঁচুআ লৰালৈ দেখা, হাততে আপোন,
নিৰাপদে কাল সাপকো কৰিচে ধাৰন;
কেঁকোৰা বিচাৰো চালত নিৰিখন কৰি,
থাকিচে উমলি সিসু তাৰ হুলত ধৰি।

নতুন য়িৰুচালমৰ কথা।

উঠা, চালম ৰাজ্য, উঠাহে, মেলিয়া নয়ন,
সহিত মাথা তুলি পিন্ধা দিপ্তিৰে ভুসন।
দেখা, বহু প্রজাই চাপে মন্দিৰৰ ওচৰ,
সেয়ে তোমাৰ পুত্র নাতি ভবিস্যত কালৰ।
সিবিলাকে চাৰিও ফালে সাৰি সাৰি হৈ,
জিৱন অপেখ্যাৰে আছে, আসা স্বৰ্গলৈ।
দুৰৰ পৰা নানা দেসি জাতি কত জন,
পশ্চিমই ৰাজধানি দেখি কৰে আগমন;
জঁগ্যৰ ভেঁটি ৰজাগনে প্রনামকৈ বেৰই,
চাবিয়াৰ সুগন্ধি দ্রব্য তাতে দান কৰই।
তোমাৰ অর্থেহে ইদুমাৰ হাবি ফুলিচে,
জিলিকি ওফৰ পর্বতৰ সোনা ওলাইচে।
দেখা, স্বৰ্গে মেলি দিচে, আপোনাৰ দুআৰ,
কৰিচে প্রচণ্ড দিপ্তি কাৰনে তোমাৰ।
সুৰ্জে নাহি দিব আৰু প্রভাতৰ কিৰন,
চন্দ্রমা ন কৰে জানা নিসাৰো সোভন।
সংসাৰৰ বিনাসি ৰবি জানা হব খই,
কিন্তু অবিনাসি ৰবি কৰিব উদই;
সেহি পৰমাৰ্থ সুৰ্জে দিপ্তি কৰিব,
দিন ইশ্বৰৰ কাল অনন্ত তোমাৰহে হব।
সাগৰো বিনাস হৈ জাব, আকাস ধুঁআময়,
সিলো উমে হব, পর্বত পমিব নিচই।
কিন্তু প্রভুৰ বাক্য সক্তি জানিবা অখই,
খ্রিষ্টৰ ৰাজ্য, মহিমা সাসন, চিৰকালে ৰই।

ন. ল. ফ.



উৰি জোআ মাচৰ নকচা

## মহা চিকন্দৰ আৰু তেওৰ মাক।

**Alexander and his Mother.**

জদিও পিত্রি মাত্রি অনিয়াই আৰু মন্দ স্বভাৱৰ লোক হই, তথাপি সিবিলাকৰ সন্তান সন্ততিএ সিবিলাকক মান সতকাৰ কৰিব লাগে, আৰু সিবিলাকৰ তেনে আচৰন সহি থাকিব লাগে। ওলিম্পিয়াচ নামে মহা চিকন্দৰৰ মাক এক লুভিয়া তিৰোতা আচিল, তাই আপোন পুত্রক অতি কষ্ট দিচিল। চিকন্দৰে জেতিয়া আচিয়া দেস জই কৰি কৰি অগ্রসৰ হৈচিল, তেতিয়া তেঁও জি জি উত্তম দিপ্তিমন্ত বস্তুবিলাক লুটত পাইচিল, তাৰ ভিতৰৰে কোনো উত্তম বস্তু মাকলৈ আপোনাৰ প্রেমৰ চিন বুলি পঠাই দি মাকত এই প্রার্থনা কৰিলে, মাত্রিএ দেসৰ বিসই কৰমত জেন একোকেই নু চুব, কিন্তু আন্তিপাতৰ নামে জে মোৰ দেসৰ সাসন কর্ত্তা আচে, তেঁৰে জেন কুসল মতে দেস চলাই, এনে অনুমতি দিব। তেঁওৰ এনে প্রার্থনাত মাকে তেঁওলৈ এক ইতি কটুৰ উতৰ দি পঠিয়ালে; কিন্তু তেঁও মাকলৈ একো কটুৰ কথা ওভতাই নু বুলি মাকৰ সেই কটু কথা নম্র ভাৱে সহিলে। কোনো এক কাৰনত চিকন্দৰৰ মাকৰ অনিয়াই আৰু দৌৰাত্মকাৰি হলত আন্তিপাতৰে তেনে আচৰনৰ কথা আপোন দুখ জনাই তেঁওলৈ লিখি পঠিয়ালে। তাতে চিকন্দৰে কেৱল এই কথা মাথোন বুলিলে, বোলে, আন্তিপাতৰে নে জানে, জে মোৰ আইৰ এটোপা চকুৰ লোএই আন্তিপাতৰৰ তেনে চ স পত্রৰ দুখৰ কথা মোৰ মনৰ পৰা গুচাবৰ সক্তি আচে।

ৰ. ন.

---

তুমি আপোনাৰ পিত্রিক মর্জ্জদা কৰা, তাতে তোমাৰ ইশ্বৰ য়িহোৱাই তোমাক জি দেস দিএ, সেই দেসত তোমাৰ আয়ুস দিঘল হব।

অসুয়া ভাৱে পুষ্ট গৰু ভোজন কৰাতকৈ প্রেম ভাৱে সাক মাত্র ভোজন কৰাই ভাল।



## পুৰণি ৰূপত লিখা মহা চিকন্দৰ বাদশ্যাৰ নকচা।

**Head of Alexander the Great, from an ancient Coin**

চিকন্দৰ নামে মাকেদনিয়া দেসৰ এজন মহা ৰজা আছিল, তেঁওৰ জনম খ্রিষ্ট সঁকৰ ৩৫৬ বচৰৰ আগেয়ে হৈছিল। সেই সঁকতে এফেচ নগৰৰ দিয়ানা দেৱিৰ মন্দিৰ নষ্ট কৰা হল। এঁওৰে বাপেক ফিলিপ মহা ৰজাই আছিয়া দেস আক্রমন কৰিব খোজাত কোনো ক্রহিয়াই গুপুতে ধৰি মাৰিলে। তাতে চিকন্দৰৰ ২০ বচৰ বয়স হোআত মহা ৰজাৰ আসন পাই ৰজা হল। পাচে তিবেচ আদি কৰি গ্রিকৰ কোনো কোনো নগৰবোৰে তেঁৰে সৈতে যুধ পতাত তেঁও সকলোকে জিনি ললে। দুই বচৰৰ পাচে পাৰ্চি দেসৰ দাৰিয় মহা ৰজাই সৈতে ৰন কৰিবলৈ ৪০,০০০ হেজাৰ সেনা তেঁও লগত লৈ গল। পাচে পাৰ্চিবোৰক ৰনত জিনি কৈনিকিয়া, দামেচক আদি কৰি অনেক নগৰ ললে। চোৰ নগৰৰ মানুহবোৰে তেঁৰে সৈতে ৰন কৰাত তাক জিনি, মানুহবোৰকো অনেক কঠিন সাস্তি দি মাৰিলে। পাচে ভাৰত বৰ্সলৈ আহি, খ্রিষ্টৰ আগে ৩২৭ সঁকত সিন্দ নদি পাৰ হৈ আটক নগৰ পালে। তাতে অনেক ৰজা সৰনাপন হলহি, কিন্তু পোৰচ ৰজাই তেঁৰে সৈতে ৰন কৰাত সেই ৰজাকো জিনি ললে। পাচে পঞ্জাব দেস দখল কৰি, হিন্দুস্থানলৈ আহিবলৈ অভিপ্রাই কৰিলে। কিন্তু ৰৰ গৰম আৰু কথা বিলাৰ নিমিত্তে আহিব নোৱৰাত উভতি গল। পাচে বাবেল নগৰতে নিবাস কৰি সুখেৰে কাল ৰখিলে; আৰু ১৩ বচৰ ভোগ হোআতে অধিক সুৰা পান কৰি কৰি মৃত্যু হল।

## বিবাহৰ সময়ত জি সকল নিয়ম প্ৰতি পালন কৰা কৰ্ত্তব্য তাৰ কথা ।

On Marriage.

এই প্ৰিথিবিৰ সকলো বিধ প্ৰানিএ, ইটে সিটে বেলেগ থাকিও এক অতি অনুপম সিকলিৰ দোআৰাই বন্দি হৈ, আপোন আপোন কাৰ্জ্জ সাধন কৰিচে । আৰু কেতিয়াও এই সিকলিৰ পৰা মুকুত হৈ, স্বতন্ত্রে থাকিব নোআৰে । জগত ইস্বৰে আমাক ভক্তি, চেনেহ, দায়া প্ৰভ্রিতি জি সকল মনোৰম ব্রিতি দিচে, সি সকলোকে সুন্দৰকৈ বিচাৰি চালে, আমি নিচই জানিব পাৰিম, জে মানুহে সমাজ পাতি, গাঁও বা নগৰত, একে লগে থকা, আৰু সংসাৰ তিয়াগ ন কৰি গ্রিহ ধৰমত থকাইহে তেঁওৰ অভিপ্রাই । এই ব্রিতি সকলৰ কাৰনে, সকলোএ সৈতে মিলি থাকি গ্রিহস্থ আস্রমক আস্রই কৰিবলৈ আমাৰ ইচা হই; আৰু এই গ্রিহস্থ আস্রমত বিবাহ জে পৰম সুভ দায়ক, ইয়াত একো সংসই নাই । জেতিয়া মানুহক জগত ইস্বৰে বুধি ব্রিতি দিচে, তেতিয়া তেঁওবিলাকে বিবাহৰ জৰিৰে বন্দি হৈ সংসাৰত থাকি ভাত কৰিব লগিয়া সকলো নিয়ম প্ৰতিপালন কৰা সৰ্ব্বতো ভাৱে উচিত । বিবাহ, অৰ্থাত জি নিয়মৰ দোআৰাই জিয়াই থকা দিনলৈকে তিৰি পুৰুসে একত্রে বাস কৰা জাই, সি কেৱল মানুহৰহে স্বভাও এনে ন হই; পহু পখিবোৰেও জুৰে জুৰে থাকি চেনেহ প্ৰিতি প্ৰকাস কৰি থাকে, আৰু মানুহৰ দৰে সন্তানকো প্ৰতিপালন কৰে । হিন্দু, চিন, পাৰ্চি, য়িহুদি, গ্রিক, ৰোমান, ইংৰাজ, ফ্রাঞ্চি প্ৰভ্রিতি পুৰনি আৰু এই কালৰ প্ৰধান প্ৰধান জাতিৰ মাজত আৰু প্রাই সকলো দেসতো এই নিয়ম চলিত আচে; কিন্তু সকলো বিসয়তে সকলো জাতিৰ মাজত ভাল ৰিতি নাই । জি সকল নিয়ম প্ৰতিপালন কৰি গ্রিহ ধৰমত থকা উচিত, আৰু জাক মানিলে উপকাৰ হই, তাৰে কেইটামান এতিয়া লিখিচোঁ ।

প্ৰথম নিয়ম । জাৰে সৈতে জিয়াই থকা দিনলৈকে একে লগে একে ঘৰে থাকি সকলো ঘৰৰ কৰম কৰা উচিত, তাৰে সৈতে বিবাহৰ জৰিৰে বন্ধা হোআৰ পুৰ্বেই পৰস্পৰ কথোপকথন কৰা, দুয়ো দুইৰ স্বভাও চৰিত্র পৰিখা কৰা, প্ৰিতি প্ৰকাস কৰা আৰু আগৰ কালত দুয়ো সুখে থাকিব পাৰিব নে নোআৰিব, তাক চোআ উচিত । এই নিয়ম প্ৰতিপালন ন কৰাৰ দোসত হেজাৰ হেজাৰ মানুহে বিয়া কৰাই অসুখে দিন নিয়াইচে । বিবাহৰ আগেএ দৰা কন্যাৰ স্বভাও পৰিখা কৰিব নোআৰিলে, পাচে অসেস জন্ত্রনা ভোগ কৰিব লাগে । জদি স্বামি আৰু তিৰোতা দুইৰো মতি, বুধি, গিয়ান আৰু ধৰম ভিন ভিন হই, তেন্তে দুয়ো চিৰকাল অসুখে নিয়াব, আৰু জদি সিহঁতৰ মাজত প্ৰথমতে প্ৰিতিৰ সঞ্চাৰ হোআ দেখা জাই, সিও অলপ কালৰ । জদি স্বামি মিচা কথা কোআ, অধৰমিয়া, দায়াহিন হই, আৰু তিৰোতা দায়ালু আৰু পুন্যাত্মা হই, তেন্তে সিহঁতৰ মাজত প্ৰিতি থকা অতি কঠিন । জদি স্বামি সন্তোসি, গিয়ানি, বিদ্যাৱন্ত হই, তাৰ তিৰোতা অসন্তোসিয়া, মুৰ্খ, অলঙ্কাৰ প্ৰিয়া, দুসি আৰু দন্দুৰি হই, তেন্তে সিহঁতে জে সুখে থাকিব এনে সম্ভাবনা নাই । ঘৰত এই সকল দোসৰ পৰা অসুখ হলে, সিহঁতৰ মাজত এই সুখময় সংসাৰ একে ৰেলিএ বিসময় হই, অপ্ৰিতিৰ কাৰনে অনেক এই দেশি ভাল ভাল মানুহৰ ঘৰত বৰ অসুখ হৈচে, তাক সকলোএ জানে, আমাৰ বিসেস কবৰ আৱস্যক নাই ।

দুতিয় নিয়ম । জেনে কেঁচা গুটি ৰুপে তাৰ গচ ন হয়েই, অথবা হলেও সুন্দৰ ফল পোআ নে জাই, সেই দৰে অসম্পুৰ্ন কাল, অৰ্থাত, অলপ বয়সতে লৰা চোআলিৰ বিবাহ হলে, তাৰ পৰা জি সন্তান উত্পতি হই, সিও নিস্তেজ, নিৰ্ব্বলি, অলপ আয়ুসিয়া আৰু নিৰ্বুধি হই । সন্তানৰ স্বভাৱৰ দোস এই পাপৰ প্ৰধান প্ৰতিফল । জেনেকৈ এটা ঘৰত জুই লাগিলে, তাৰে লগত কোখৰত থকা আন ঘৰো পোৰে;

সেই দৰে এই স্বভাও দোস পাপৰ কাৰনে নানা বিধ পাপ উত্পত্তি হই। দৰিদ্র হোআও অলপ বয়সত বিয়া কৰোআৰ ফল। লৰা চোআলি বিদ্যা সিকি গিয়ানি আৰু আপুনি আৰ্জি খাবলৈ সক্তিমান হোআৰ পূৰ্ব্বে সিহঁতৰ বিয়া হলে সিহঁতে তেতিয়া বিদ্যা সিকা দুৰৈত থাওক, অলপ কালতে আই বোপাই হই, আৰু পাচে সন্তানাদি আৰু আপুনি খাব পিন্ধিবলৈ নে পাই দুখে কাল নিয়াই। এই ক্রমে সেই সন্তানৰ সন্তানবো নানা দুৰ্গতি হই। জদি তিৰোতা অতি কদাচাৰি হই, তেন্তে স্বামিৰ বিবাহ কৰা কেৱল গলগ্ৰহ মাত্ৰহে। স্বামি তিৰোতাৰ মাজত জদি প্ৰিতি থকাই প্ৰধান অলঙ্কাৰ হই, তেন্তে দুইবো সম ভাও আৰু বয়সতো অলপ সৰু বৰ হোআহে উচিত। সমনিয়াই সৈতে জিমান মিল প্ৰিতি হই, বয়সে তাঙ্গৰ হলে তিমান ন হই। ৫০ বচৰিয়া বুঢ়াই সৈতে জদি ১৫ বচৰিয়া চোআলিৰ বিয়া হই, তেন্তে সিহঁতৰ মাজত প্ৰিতি কেতিয়াও ন হই। বিচাৰি চোআ, জাৰে সৈতে সমান ভাৱে আৰু প্ৰিতিৰে আশ্ৰৱন কৰিব লাগে, সি জদি পিতামহৰ বয়সিয়া হই, তেন্তে কি ৰূপে পতি পত্নিৰ ভাও থাকিব। আগেএ ভাৰত বৰ্ষত স্বয়ম্বৰা, অৰ্থাত তিৰোতাই আপুনি দৰা বাচি লবৰ ৰিতি আচিল, আৰু ইয়াক গুনি চালে এক সুন্দৰ নিয়ম বুলিব পাৰি। ই আৰু এই দৰৰ বহুত সুনিয়ম থকাত আগৰ কালৰ হিন্দুবিলাক বিদ্যা বুধি, সক্তিত, এতিয়াৰ কালৰ হিন্দুতকৈ বৰ ভাল আচিল। তেতিয়াৰ হিন্দুবিলাকৰ সন্তান হৈ, কুৰেৰহাৰৰ দোসত এতিয়াৰ হিন্দুবিলাক বল, বুধি, সক্তিহিন হৈচে। জৰ্মানি দেসত এটা সুন্দৰ ৰিতি আচে। বিবাহৰ পূৰ্ব্বেই দৰাই ভাৰ্জা আৰু সন্তান সন্ততিক পালিব পাৰিব নে নোআৰিব, তাৰ প্ৰমান বিচাৰ পতি বা পোৰোহিতৰ আগত দিব লাগে। আৰু সিহঁতৰ পুৰুসৰ ২৫ বচৰ, তিৰোতাৰ ১৮ বচৰ, বয়স সম্পূৰ্ন ন হলে বিবাহ ন হই।

ত্ৰিতিয় নিয়ম। অলপ বয়সত বিবাহ হোআৰ নিচিনা বুঢ়া কালত বিবাহ হোআও বিসম। কিয়নো মানুহৰ জেতেকে বয়স ভাটি দিএ তেতেকে সিহঁতৰ গিয়ান বুধিবো বিপৰিত হই। আৰু এই কাৰনে সিহঁতৰ মাজত প্ৰিতি হব নোআৰে। এতেকে বুঢ়া কালত চোআলিক লোআও নিসেধ কৰা উচিত। বিবাহৰ পূৰ্ব্বে দৰা কন্যাৰ বয়সৰ প্ৰিতি বিবেচনা কৰা কৰ্ত্তব্য। গ্ৰিক দেসৰ লাইকৰ্গচ নামে বেৱস্থাৰ গৰাকিএ পুৰুসৰ ৩৭ বচৰ আৰু তিৰোতাৰ ১৭ বচৰৰ কমে বিবাহ নিসেধ কৰিচিল। সেই দেসৰ মহা পণ্ডিতেও পুৰুসৰ ৩০ বচৰ, তিৰোতাৰ ১৮ বচৰ ন হলে বিবাহ দিয়া অজুগুত বুলি কৈচে। কিন্তু এতিয়া এই কালৰ অনেক লৰ হৰবো দেখা সুনা গৈচে। ভাৰত বৰ্ষতো আগেএ এই বিসয়ৰ সুনিয়ম আচিল।

চতুৰ্থ মায়ুষোভাগ মুষিত্বাদ্যং গুৰৌদ্বিজঃ।
দ্বিতিয় মায়ুষো ভাগং কৃতদাৰো গ্ৰিহে বসেৎ॥
গ্ৰিহস্থস্তু জদাপশ্যে দ্বলি পালিত মাত্মনঃ।
অপত্যস্যৈচ চাপত্যং তদাৰন্যং সমাশ্ৰয়েৎ॥

মনুসং হিতা ১।২ বচন। ইয়াৰ অৰ্থ এই। মানুহে আয়ুসৰ প্ৰথম ভাগ বিদ্যা সিকাত নিয়াব, দ্বিতিয় ভাগ তিৰোতা বিয়া কৰাই ঘৰ কৰি থাকি গ্ৰিহস্থ ধৰম পালিব, পাচে বুঢ়া হলে সকলো কৰম এৰি হৰি অবন্যলৈ গৈ ঈশ্বৰক আৰাধনা কৰিব। এতিয়াও ডক্তৰ হিউফলণ্ড চাহাবে পুৰুসৰ ২৪, তিৰোতাৰ ১৮ বচৰক বিবাহৰ মুখ্য কাল বুলি কৈচে। সকলো দেসৰ প্ৰতি বিবাহৰ বিসয়ত এক নিয়ম হব লাগে, এনে আমাৰ অভিৰুচি ন হই। উষ্ণ কটিবন্দ, অৰ্থাত তপত দেসত থকা লোক সকলৰ তিৰোতাবিলাকে ১২।১৩ বচৰতে জৌৱন অৱস্থা পাই, কিন্তু সিত কটিবন্দ, অৰ্থাত জি দেসত বৰ জাৰ সেই দেসৰ তিৰোতাই ১৮।১৯ বচৰ ন হলে, জৌৱন অৱস্থা নে পাই। আৰু এই এক কথা পণ্ডিতবিলাকে লিখিচে, বুঢ়া কালত বা অলপ বয়সত লৰা হলে, সেই লৰা বলি, আৰু বুধিমান ন হই, অথবা অলপ

বয়সাত গি মৰে, পাচে অৱশ্যে পিত্রি মাত্রিএ এই বহা পুত্র সোক পাব। জদি সৰা জিয়াই দক, তেও সি অলপ কালতে মাক বাপেক মৰা হৈ থাকি বৰ কেলেস পাব। এতেকে অলপ বয়স বা বুৰা কালত বিয়া কৰোআ জুগুত ন হই।

চতুৰ্থ নিয়ম। আপোনাৰ বঙ্গহে বঙ্গহে বিয়া হোআ অতি অজুগুত, কিয়নো ইয়াৰ পৰা সন্তান সন্ততিৰ সুখ ন হই। ইস্পানিয়া দেসৰ ৰজা সকলে আপোনাৰ ভাগিনিএক বা ভতিজা জিএকক বিয়া কৰাই দেখি, তেঁওবিলাকৰ সন্তান সকল অতি নিৰ্বলি, আৰু বুধি হিন হৈ জনমে। পিত্রি মাত্রি কুল, আৰু সেই কুলৰ গিয়াতি, কুটুম, বা আপোনাৰ আন কুটুমে সৈতে সমন্ধ কৰা জুগুত ন হই। সকলো সেৰ গিয়ানি সকলে এই সকল। নিয়মক সাধ্যাত ইশ্বৰৰ আগা হেন বুলি, প্রতিপালন কৰিবলৈ কৈ গৈচে, এতেকে সাধ্য মতে এই সকল নিয়ম প্রতিপালন কৰা উচিত।

দুতিয় ভাগ।

পুৰুস আৰু তিৰোতা দুয়ো সৰ্বাঙ্গ সুন্দৰ, বলিষ্ঠ, নিৰুগি, সান্ত, আৰু বিদ্যা বুধিত পাৰ্গত হোআ উচিত; কিয়নো এনে ন হলে সিহঁতে আপোন আপোন সৰিলৰ দুৰ্গুনৰ পৰা সুন্দৰে গ্রিহ ধৰম পালিব নোআৰে; আৰু সিহঁতৰ সন্তান সকলেও পিত্রি মাত্রিৰ সৰিলৰ দোসত থাকি নিৰ্বলি আৰু অলপ নৰিয়া পৰিলেই সোন কালে ভাল হব নোঅৰা হই। পিত্রি মাত্রি দুইৰো মাজত কাৰো বলিয়া, কাহ, পখ্যাবাত প্রভ্রিতি সকও নৰিয়া থাকিলে তাৰ সন্তানেও সেই দৰৰ নৰিয়া পৰে, বা অতি নিৰ্বলি আৰু ৰুগিৰা হই। তাৰ প্রমান এই। কিচু দিন হল, আমাৰ দেসি বিসয়া লোক একজনৰ তিৰোতাৰ গোটেই গাত ধহুৰ নিচিনা ঘা থকা এটি সন্তান উপজিচিল; পাচে তাৰ মুল কাৰন অনুসন্ধান কৰিলত সেই সন্তানৰ বাপেকৰ গৰমি নৰিয়া থকা জনা গল। আৰু পিত্রি মাত্রি সুজ্ঞনি হলে তাৰ সৰাও সুঅনি হই। সৰাই জে পিত্রি মাত্রিৰ নিচিনা হই, ইয়াক প্রাই আটায়ে জানে। কোনো মানুহৰ পুতেকইতে তাৰ বাপেকৰ মুখৰ আৰ্জা আৰু হাত ভৰিৰ গঠন এনে বিতোপমকৈ লই, জে সেই সৰাক দেখিলে সেই সৰাক নি চিনি তাৰ বাপেকক চিনা মানুহে হঠাত তাৰ পুতেক হেন বুলি আন্দাজ কৰে। কিয়নো তাৰ মুখৰ আৰ্জাই তাক চিনাই দিএ। পিত্রি মাত্রি জদি সুবুধিমান হই, তেন্তে তাৰ সন্তানো সুবুধিমান হই। জদি বোলা, অতি বৰ গিয়ানি পাণ্ডিত নিৰুগি, আৰু সজ মানুহবো দুৰ্বুধিয়া, মুৰ্খ, ৰুগিয়া সন্তান হই, আৰু অসজ মুৰ্খৰো সজ সন্তান হই, তেন্তে কঁও, সুনা, গৰ্ভাধাৰন সময়ত পিত্রি মাত্রিৰ মন বুধিৰ জেনে মতি গতি থাকে, সেই ৰুপে সন্তানবো হই। এতেকে বিয়াৰ আগেএ দৰা কন্যাৰ সুঅনি অসুঅনি চোআ ভাল।

এক এক পুৰুসে এক এক তিৰোতা বিয়া কৰোআ উচিত, আৰু একত বাজে সৰহ বিয়া কৰোআ অনুচিত। গ্রিহ ধৰমত অসুখ দিয়া, ইও এক মহা পাপ। জদিও ইয়াক অনুচিত বুলি প্রাই সকলোএ জানে, তথাপি ই বহু কালৰ পৰা প্রিথিবিৰ নানা ঠাইত চলিচে। পাৰ্চি তুৰুক প্রভ্রিতি দেসৰ ৰজা আৰু বৰ বৰ বিসয়াৰ লিগিৰি আৰু তিৰোতা সকলোএ সৈতে ৬।৭ স তিৰোতা থাকে। সুনা গৈচে, মৰকোৰ ৰজাই তিৰোতা আৰু লিগিৰি সকলো মিলি আঠ হেজাৰ তিৰোতা ৰাখে। ৰুমিয়া দেসৰ কোনো কোনো ঠাইত জেয়ে জিমান তিৰোতা পুহিব পাৰে তিমান ৰাখে। ভাৰত বৰ্সতো বহু কালৰ পৰা এই ৰিতি আচে, তাৰ প্রমান ৰামায়ন মহা ভাৰত প্রভ্রিতি পুৰান সাস্ত্রত পোআ জাই। দসৰথ ৰজাৰ চাৰে সাত স তিৰোতা আচিল। বঙ্গাল দেসত এতিয়া বৰ বৰ কুলিন বামুনে ৩০।৪০ জনি তিৰোতা বিয়া কৰাই। দুৰৈৰ প্রমান কি দিম? আমাৰ দেসতো সৰহ তিৰোতা বিয়া কৰোআ ৰুপ জুয়ে অনেক ভাল ঘৰক পুৰিব লাগিচে। সৰহ সৰহ তিৰোতা বিয়া কৰোআ ইশ্বৰৰ নিয়ম হোআ হেন জনা নে জাই, কিয়নো তে-

নে হলে তেঁও মুনিহতকৈ তিৰোতাৰ সংখ্যা অধিক কৰি দিলেহেঁতেন। পণ্ডিত সকলে গননা কৰি তিৰোতা আৰু মুনিহৰ সমান সংখ্যা প্ৰিথিৱিত আচে বুলি পাইচে, এতেকে সবহ বিয়া কৰাই সকলোএ সৈতে সুভাৱে থাকিব নোঅৰাতকৈ এক তিৰোতা বিয়া কৰোআ উচিত। ইশ্বৰৰ সুনিয়ম ভাঙ্গি জি সবহ তিৰোতা বিয়া কৰোআ হৈচে, তাৰ প্ৰতিফল সি আপুনি ইহকালতে প্ৰত্যখ্যাত ভোগ কৰিচে। ইয়াৰ অসুখৰ কথা আমি কব লগিয়া নায়েই; সকলোএই ভুগিব লাগিচে, আৰু দেখিবও লাগিচে। তিৰোতা আৰু পুৰুসৰ মাজত প্ৰিতি থকাই বিবাহৰ প্ৰধান অভিপ্ৰাই। কিন্তু সবহ বিয়া কৰালে সেই অস্ৰিতৰ নিচিনা প্ৰিতি নে থাকে; তাত বাজে হিংসা, অসুয়া, অপম্ৰিত্যু প্ৰভ্ৰিতি পাপ উপস্থিত হই। এতেকে আটায়ে বিবেচনা কৰি চাওক, ইশ্বৰৰ আগ্যা লংঘন কৰা নো সজ নে? বিয়া ন কৰাকৈ উদাসিন হৈ থকাও ইশ্বৰৰ ইচা ন হই। মনুস্যে তেঁও দিয়া কাম ক্ৰোধ ইত্যাদি ৰিপুক নষ্ট কৰিব নোআৰে; আৰু নোআৰিলে অবিহিত কাজ আচৰিব পাৰে। ইশ্বৰে জি সকল বস্তু, অঙ্গ ৰিপু আমাক দিচে, সুবিবেচনাৰে গুনি চালে ই একো পেলনিয়া ন হব, আৰু কাৰো সক্তি পেলাব নোআৰি। এতেকে সকলো অঙ্গ বুধি ইত্যাদি ইশ্বৰে দিয়া বস্তুৰ তেঁও দিয়াৰ দৰে বেৱহাৰ কৰা উচিত। বিবাহৰ বিসই জি খনি কথা লিখা হল, ভাবি চালে অচম দেসত এনে ভাবি, বিয়া কৰাৰ লগিয়া এটিও সুনিতি নাই, আৰু ইয়াতে থাকি দেসিবিলাকে নানা দুখ ভুগিব লাগিচে। এতেকে জিহতে এই সকল কুনিতি গুচে তালৈকে আটাইৰে পুৰুসাৰ্থ কৰা উচিত।

বিবাহৰ বিসই অতকিঞ্চিত লিখিলোঁ এতিয়া সেই বিসয়ৰে আৰু এবিধ জুগুতিৰ কথা লিখিব খোজোঁ, কিন্তু এই দেসৰ লোক সকলৰ মনত ই এনে অজুগুত কথা, জে তাক লিখিবলৈ আমাৰ সাহ ন হই, তেও সেই কাৰনত থাকি এই দেসত জিমান পাপ হব লাগিচে, তাকে দেখি সকলোকে প্ৰধান দ্ৰিষ্টান্তেৰে দেখুআই আৰু তাকে আমাৰ সাৰখিকৈ লৈ লিখিব ধৰিলোঁ।

আমি এতিয়া জি কথা লিখিব খুজিলোঁ তাৰ নাম বিধৱা বিবাহ, অৰ্থাত তিৰোতাৰ এটা স্বামি মৰিলে আন পুৰুসৰে তাইৰ বিয়া হোআ। খ্ৰিষ্টিয়ান, মচলমান সকলো সাস্ত্ৰত জেনেকৈ পুৰুসক তিৰোতা মৰিলে নকৈ বিয়া কৰাৰ দিচে, তেনেকৈ তিৰোতাকো এজন স্বামি মৰিলে নকৈ বিয়া হব দিচে। হিন্দু পণ্ডিত সকলৰ এই বিসয়ত বিৰোধ মত। পূৰ্বে ভাৰত বৰ্সত সতি জোআ ৰিতি আচিল, আৰু সত্য কালত অৰ্থাত প্ৰিথিৱি স্ৰিষ্টি হবৰ প্ৰথম কালত লোক সকলে পাপ কৰম বিসেস ন অনাৰ গুনে বিধৱা ধৰম পালিব পাৰিচিল দেখি, হিন্দু পণ্ডিত সকলে বিধৱা বিবাহ নিসেধ কৰিচে। তেও মনু সংহিতাতে চালে পুনৰ বিবাহ বিধি দিচে।

নচেদক্ষত যোনিস্যাত গত প্ৰত্যাগতা পিৰা।
পৌনৰ্ভবেন ভৰ্ত্ৰাসা পুনঃ সংস্কাৰ মৰ্হতি॥

মনু বচনং। ইয়াৰ অৰ্থ এই, জি তিৰোতা স্বামিএ সৈতে দেখা দেখি নো হোআকৈ বিধৱা হই, তেন্তে তাইক সন্তান হবলৈ পুনৰাই বিয়া দিয়া উচিত। এতিয়া এই বেৱহাৰ বহু দিন ন চলা দেখি সকলোৰে মনত পাপ হেন বুলি উঠিচে। উৰিয়া দেসৰ ঠায়ে ঠায়ে তিৰোতাৰ প্ৰথম স্বামি মৰিলে পাচে তাইৰ দেওৰেকে সৈতে আকৌ বিয়া হই। আমাৰ দেসতো সুদিৰ আদি লোকৰ পুনৰবাৰ বিয়া হোআ দস্তুৰ আচে, আৰু ই দস্তুৰ জুগুতিৰে হলে অতি উত্তম। কলিকতাত এই ৰিতি চলাবৰ নিমিত্তে হিন্দু বামুন পণ্ডিত আৰু বাবু সকলে দুই তিনি বেলি সভা কৰিচিল, কিন্তু এতিয়ালৈকে একো নিচই হোআ নাই।

বিধৱা বিবাহ পৰম উপকাৰি, ইয়াত কোনো সন্দেহ নাই। পুনৰাই বিয়া দিয়া জদি পাপ হল, তেন্তে বিধৱা মেআলি সকলক বিয়া নি দিয়াত থাকি জদি, তেঁওবিলাকে ভ্ৰূন হত্যা আদি কৰি জিমান অবিহিত কাজ আ-

চয়ে, সি নো মহা পাপ ন হই নে? বিধৱা বিবাহ ন জনা দেসত দিনে পতি জিমান পাপ কৰম হৈচে, তাক লিখিব নোআৰি, ভাসাত তাক লিখিবৰ উচিত কথা নাই । কিমান তিৰোতাই আপোনাৰ জাতি কুল মান এৰি বেস্যা হৈচে! কিমান তিৰোতাই ঘৰতে থাকি, কিমান পাপ কৰিচে! কিমান মহা পাপ এই ৰিতি ন চলাত থাকি হৈচে! সতি জোআ জাত অনেক তিৰোতা স্বামিৰ লগত পুৰি মৰিচিল, সিও ই সকল মহা পাপৰ ওচৰত অলপ, আৰু ভয়ানক ন হই । মহা ভাৰত! মহা ভাৰত! ভাৰত ভুমি পুন্য ভুমি গুচি পাপৰ ঠাই হল! হে জগত ইস্বৰ, এই পাপ গুচাই দেস পবিত্র কৰা । তোমাৰ ওচৰত এই সকল মহা পাপৰ কি পৰাচিত আচে । প্রিথিবি মানুহৰ পাপে আৰু তেজে ভৰ জাব লগিয়া হল । হে প্রভু, উধাৰ কৰা! জদি পুৰুসে তিৰোতা মৰিলে বিয়া ন কৰোআকৈ আৰু থকাতো সৰহ বিয়া ন কৰোআকৈ থাকিব নোআৰে, তেন্তে তিৰোতা নো কেনেকৈ স্বামি ম্রিত্যু হলে সতি হৈ থাকিব? সন্তান হোআ তিৰোতাই বিয়া ন কৰাকৈও থাকিলে থাকিব পাৰে, কিন্তু জাৰ সন্তান নাই, পাচত আকও স্বামিএ সৈতে দেখা দেখি ন হলে, সি নো কেনেকৈ থাকিব? জদি স্বামি মৰি গলেও সন্তান থকা বিধৱা সকলৰ বিয়া হোআ ৰিতি ন চলে, তেও জাৰ সন্তান হোআ নাই, অথবা স্বামিএ সৈতে দেখা দেখি হোআ নাই তাক পুনৰাই বিয়া দিয়া সর্বতো ভাৱে উচিত ।

আমাৰ আৰু অধিক লিখিবৰ আৱস্যক নাই, এতেকে পর্হোতা সকলে সুধ মনে বিচাৰি চাওক, চালেই ইএ উত্তম আৰু জুগুতিৰ কথা তাক বুজিব পাৰিব । ইতি ।

এজন অচমিয়া লোক ।

কলিকতা, ১৮ অক্তোবৰ, ১৮৫৩ ।



## অচম দেসৰ বালক সকলৰ বুধি আৰু জথার্থ গিয়ান বাৰ্হিবৰ উপাই ।

**Questions for Scholars.**

সর্ব গুনালংক্রিত স্রীজুত অৰুনোদই প্রকাসক চাহাবৰ প্রতি নিবেদন এই, জে অনুগ্রহ কৰি তলত লিখা কথা কেইসাৰি আপোনাৰ কাকতৰ দাঁতিত ঠাই দিব ।

মহাসই, মির্জাপুৰৰ চাত্তৰক সিকাবলৈ, আৰু সিবিলাকৰ ভাল ৰুপে গিয়ান হৈচে নাই হোআ, প্রস্ন কৰি তাক জানিবৰ নিমিত্তে স্রীজুত পাদুৰি লঙ্গ চাহাবে ২০০ দুই স প্রস্নেৰে এটি সৰু কিতাপ কৰিচে । তাতে সমাচাৰ দর্পন প্রকাস কৰা স্রীজুত এম টৌন্সেণ্ড চাহাবে সেই কিতাপ পাই বিবেচনা কৰিলে, বোলে, এতিয়া জি ৰুপে পর্হাসালিবিলাকত মহলা লই, সেইবোৰ দেখি হাঁহিব লগিয়াহে, কিয়নো চাত্তৰবোৰে জি পাঠ সিকিচে, তাক সুধিলে সিইঁতে ভালকৈ নুবুজিও মহলা দিব পাৰে জেনেকৈ ভাটৌ চৰাইক নাম সুধিলে, তেতিয়া সি ৰাধা ক্রিস্ন, ৰাধা ক্রিস্ন বোলে, কিন্তু নাম নো কিহক বোলে, সি একো ভু নে পাই । আৰু এদিন ৰাতি পুআ সেই চাহাবে ফুৰিবলৈ জোআত এটা সৰু লৰাই গুড মর্নিং বুলি চেলাম কৰিলে, পাচে চাহাবে সেই সৰু লৰাটৰ ইমান গিয়ান দেখি আচৰিত মানি থাকিল; কিন্তু গধুলি বেলা ফুৰিবলৈ জোআত সেই লৰাই গুড ইবিনিঙ্গ নু বুলি পুনৰ গুড মর্নিঙ্গ বোলাত, সি ভাটৌ চৰাইৰ দৰে সিকা জেন জানিলে । ইয়াতে স্রীজুত পাদুৰি লঙ্গ চাহাবে জি পুথি ৰচনা কৰিচে, সেই সকল প্রস্নেৰে চাত্তৰ সকলৰ কাৰ কিমান বুধি বুজিব পৰা জাব জেন মানি, তাক প্রসংসা কৰি সকলোএ জানিবৰ নিমিত্তে সেই পুথিৰ দহোটা প্রস্ন স্রীজুত টৌন্সেণ্ড চাহাবে তেঁওৰ দর্পনত প্রকাস কৰিচিল ।

ইদানিক আমাৰ অচমিয়া প্রিয় বালক সকলে জানিবৰ নিমিত্তে অৰুনোদইত প্রকাস হবৰ কাৰন আমি বাঞ্চা কৰিচোঁ ।

### প্রস্ন সকল ।

১ । এই দেসত ৬ মাহৰ ভিতৰতে কি গচ ১০ হাত ওখ হই?

২। কি পোকে আপোনাৰ জাতিকে খাই? বঙ্গালি ন হই নে? (কোনো কোনো অসমিয়াও ন হই নে?)

৩। হাতৰ সলনি ভোমোৰাৰ কি আচে?

৪। মানুহৰে মাচৰে কামি হাৰৰ কি বেলেগ?

৫। মাচৰে মানুহৰে নাকৰ কিবা ভেদ আচে নে?

৬। গা পুৰিলে বৰখুন হব বুলি মানুহে কেনেকৈ জানে?

৭। কি সাক বস্তুৰে তুলাপাত হই?

৮। কি পাতৰ ওপৰত পানি পৰিলে নি তিতে?

৯। কি গচ মাটিত নু হলেও বাঢ়ে?

১০। গচ কি কি পাঁচ প্ৰকাৰে জন্তুৰ নিচনা হই?

শ্ৰীজুত লৰ পাদুৰি চাহাবে কৰা পুথিৰ পৰা ওপৰত জি ১০ দহোটা প্ৰশ্ন লিখা গৈচে তাৰ উত্তৰ দিব পাৰা নে? জদি পাৰা তেন্তে অৰুনোদই প্ৰকাস কৰা চাহাবলৈ লিখি পঠাবা, জদিহে সঁচা উত্তৰ লিখা তেনে হলে তোমাৰ বুধিৰ প্ৰসংসাৰ নিমিত্তে তেঁও অৰুনোদইত চাপিব। জদি কোনো লৰাই বোলে আমি তাৰ ভালকৈ অৰ্থ নু বুজোঁ, তেন্তে জি সকল কথা বাত্ৰা সদাই তোমোলাকে সুনা বা কোৱা মেলা কৰা বা জিবোৰ কৰ্ম কৰা তাৰ বা মুল কাৰন জানা? জদি তাকো নে জানা, তেন্তে বিবেচনাক সহাই লৈ তাক জানিবলৈ পুৰুসাৰ্থ কৰা।

Sri Purnanond Sorma.



## বিদ্যাৰ বিসয়ে উপদেস।

Knowledge.

বিদ্যা হিন মানুহৰ উত্তম কুল হলেও কেরে তাক মান্য ন কৰে, কিন্তু নিচ জাতি মানুহে বিদ্যা জানিলে, সকলোএ মান্য কৰে।

বস্ত্ৰ নো হোৱা অলঙ্কাৰ, ঘ্ৰিত নো হোৱা ভোজন, নিলাজি তিৰোতা, আৰু বিদ্যা হিন পুৰুস, ইবিলাক কোনোএ প্ৰসংসা নে পাই।

বিদ্যাৰ সমান বন্ধু নাই, পাপৰ সমান সত্ৰু নাই, সন্তানৰ সমান চেনেহ নাই, আৰু ইশ্বৰৰ সমান সক্তি নাই।

বন্ধু হিন মানুহৰ সকলো পোনে সুন্য, দান হিন মানুহৰ সম্পতি সুন্য, কিন্তু বিদ্যা হিন মানুহৰ জিৱনেই সুন্য হই।

তিৰোতাৰ স্বামি ভুসন, অৰ্থাত অলঙ্কাৰ স্বৰুপ গচৰ গুটিএই ভুসন, কিন্তু পুৰুসৰ ধন, বিদ্যা এই দুয়েই ভুসন।

মানুহে লৰা কালত জদি বিদ্যা আৰ্জন ন কৰে, আৰু জৌৱন কালে জদি ধন উপাৰ্জন ন কৰে, আৰু জিৱনৰ সকলো কালতে জদি ধৰম আৰ্জন ন কৰে, তেন্তে সেই মানুহৰ সেস কাল কেনে বিসম।

পুথিত থকা বিদ্যা, আৰু লোকৰ হাতত থকা ধন, কাৰ্জত লাগিলে পোৱা নে জাই, এই হেতুকে সেই বিদ্যা আৰু ধন মিচা।

এক ঘৰৰ পৰা জুই জদি আন হেজাৰ ঘৰলৈ নিলেও জেনেকৈ জুইৰ হানি কৰিব নোআৰে, সেই ৰুপে জি মানুহে লোকক বিদ্যা দান কৰে, তাৰ সকাই কৰা বিদ্যাৰ হানি ন হই।

মাত্ৰিৰ সমান নাহি সৰিল পুসিকা,
ভাৰ্জাৰ সমান নাহি সৰিল তুসিকা,
চিন্তাৰ সমান নাহি সৰিল সুসিকা,
বিদ্যাৰ সমান নাহি সৰিল তুসিকা।

ন. দ. ৰ.

## ইশ্বৰত ভক্তি কৰাৰ কথা।

**Exhortation to Piety.**

হে মোৰ আপোন দেসৰ বন্ধু সকল তো-মোলাকক প্ৰতি মই অলপমান হাত জোৰ কৰি কিচু কথা জনাঁও, কিয়নো এই সংসাৰত আমাৰ জি সবিল, সি অলপ দিনহে থাকিব, তাতে মানুহৰ দম্ভ দেস্য অসুয়া আদিৰে সদাই লোকক অপকাৰ চিন্তিবলৈহে মন; ইশ্বৰত ভক্তি প্ৰানি দায়া আদি এনেলৈ কাৰো মন নেজাই।

আৰু ভাবি চোআচোন, আমাৰ দেসৰ লোক সকলে গুৰু নো বোলা সেৱা ন কৰা ঠায়েই নাই, এৰ গচৰ গুৰি তিনি মুনি, বাট খালৰ জখিনিকে আদি কৰি সকলোকে সেৱা পুজা কৰে, তথাপি তাৰ পৰা কোনে কি পাইচে, বা ধন বস্তুএই হৈচে, নাইবা মুক্তিৰ পথ জি তাৰ বা কেনেবাকৈ উপাই পাইচে, মন দি চোআচোন, একো নাই। এই কাৰনে হে বন্ধু সকল, এইবিলাক অসদ কৰম হেন জানি তাক এৰি জি পৰম ব্ৰহ্ম ইশ্বৰ তেঁওত প্ৰেম ভক্তি কৰা, তেহে সুন্দৰ সভ্য হৈ এই সংসাৰৰ পৰা মুকুতি পাবা; সেয়ে ন হলে এই জনম বিফল হব, আৰু পৰকালত অলেস জাতনা ভোগ কৰিবা



আগৰ কালৰ ধেনু ধৰা মিচৰৰ লোক

## অনেক দেসৰ সম্বাদ।

**Journal of Events.**

নগাঁৱৰ পৰা এই অসন্তোসৰ বাত্ৰা পাইচোঁ, জেমচ ত্ৰিপ নামে নগাঁৱৰ মিস্যন ইস্কুলৰ জি চাতৰে প্ৰথমে খ্ৰিষ্টিয়ান ধৰম গ্ৰাহ্য কৰিলে, তেঁও অনেক দিনৰ পৰা ভিতৰৰ ৰোগে ধৰাত নৱেম্বৰ ১৮ তাৰিখত প্ৰভুত আস্ৰই লৈ মৃত্যু হল।

সিৱসাগৰ পুখুৰিৰ ওচৰত থকা ধোঁৱা নিমৰ গুটিবোৰ এটা কইদিএ পাৰি একে দিনেই ৪০ মান খালে, পাচে বন্দিসাললৈ গলত তাৰ বিসে পেটত ধৰিলত বেগতে মৰিল। পেলু গুচিব বুলি অনেক মানুহে সেই গুটি খাই।

ৰঙ্গপুৰ বাৰ্তাবহ পত্ৰত এই কথা পাইচোঁ। ভাটি ৰঙ্গপুৰৰ পাতিলাদহ পৰগনাৰ মাজৰ উদাখানি গাঁৱৰ দাঁতিৰ পথাৰত থকা দাগট নৈএ এৰা এটা সৰু ডোঁআৰ আচিল। বাৰিসা জেতিয়া নৈত পানি বাৰ্হে, তাতো পানি সোমাই, তেতিয়া নাও অনা নিয়া কৰিব পাৰে, আন সময়ত সুকাই থাকে।

জোআ বহাগ মাহৰ ৬ তাৰিখ ৰবি বাৰৰ দিনা কেতখনি গৰখিয়া লৰাই সেই ডোঁআৰৰ দাঁতিতে গৰু ৰাখি আচিল; তাৰে এটা লৰাই কিবা কাৰনে ডোঁআৰলৈ নামি জাঁজি এসোপা খানি গুচুআত তাৰে পৰা অকস্মাতে পানি ওলাবলৈ ধৰিলে; তাতে সকলো লৰা গোট খাই ক্ৰমেৰে জাঁজিবোৰ গুচাই নিয়াত, অতি সুন্দৰ, নিৰ্ম্মল, বগা পানি ওলালত, লৰাবোৰে বৰ আচৰিত দেখি তাকে গঙ্গা বুলি ভাবি, এই কথাকে গাঁৱৰ বুৰা মানুহবিলাকত কলেগৈ; মানুহবোৰ আহি চাই, অসম্ভও কথা জেন দেখি একো থিৰ কৰিব নোআৰিলে। পাচে লাহে লাহে আঠ দিনৰ মুৰত পানিএৰে ডোঁআৰ পুৰ হলত, সকলো লোকে সেই পানিকে গঙ্গা বুলি, ভক্তি ভাৱে স্নান, পুজা, সেৱা কৰিবলৈ ধৰিলে।

য়িহুদা দেসৰ জি জি ঠাই তিৰ্থ বুলি জাত্ৰা কৰি জাই, সেই সেই ঠাইৰ অধিকাৰ হবলৈ ৰুচিয়া ৰজাই ইচা কৰিচে, কিন্তু তুৰুকি দেসৰ



Rodschid Pacha, Prime Ministor of Turkey —From the Illustrated London News

চুলতান ৰজাই আপুনি সেই দেসৰো অধিকাৰ হোআত সেই তিৰ্থ এৰি নি দিএ। তুৰুকি প্ৰধান ৰাজ মন্ত্ৰি ৰদ্‌চিদ বাদস্যা, তেঁওৰ নকচা ওপৰত লিখা আচে। কনস্তান্তিনপলি নগৰত ১৮০২ সঁকত তেঁওৰ জনম হৈছিল। তেঁও গিয়ানি আৰু উত্তম লোক, দেসৰ প্ৰজাৰ নিমিত্তে বহুত উপকাৰ কৰিলে। মচলমান হওক, খ্ৰিষ্টিয়ান হওক, সকলোকে একে নিয়মেৰে সাসন কৰে, তেঁওৰ দিনৰ আগেএ সেই দেসত খ্ৰিষ্টিয়ান লোক প্ৰাই অহা জোআ কৰিব নোআৰিলে। ৰুচিয়াৰ অধিন ন হবলৈ তেঁও বৰ পুৰুসাৰ্থ কৰিচে; কিন্তু ৰুচিয়া সৈতে ৰন কৰিবলৈ চুলতানক আলচ নি দিলে, মিল হবলৈ আলচ দিচে। তেঁও মচলমানৰ দৰে অনেক ভাৰ্জা ন লই, কেৱল এজনিকে লৈচে। তেঁওৰ পুতেকক চুলতানৰ জিএক এজনি বাগদান কৰা হৈচে, কিন্তু এনে বিয়া কৰাত এটা বৰ বেয়া দস্তুৰ আচে, সেই কুঁআৰিৰ জদি সন্তা লৰা ওপজে, তাক বধ কৰিব লাগিব; কুঁআৰিৰ বংসহ ৰজা হবৰ নিমিত্তে দ্ৰোহ পাতে বুলি, চুলতান বাদস্যাই ভই কৰে।

৮ অক্টোবৰ তাৰিখৰ লণ্ডন ডাকৰ দোআৰাই বাত্ৰা পাইচোঁ, ৰুচিয়াৰ অহিতে চুলতানে ৰনৰ আৰম্ভন কৰিচে।

হিমালই পৰ্বতৰ পচিম ফালে দি আহি ৰুচিয়াৰ ফৌজে খিবা নগৰ পালে, ইয়াকে শুনিচোঁ। সিইঁতৰ কোনো মানুহ তাত বন্দিয়াৰ হৈ থকাৰ কাৰনে সিইঁতক মুকুত কৰিবলৈ আহিচে বুলি বুজোঁ।

লখনৌ নগৰৰ এজন ধনৱন্ত নপুংসক লোক আৰু ৯ জনি কুঁঅৰিএ মেকা তিৰ্থলৈ জাত্ৰা কৰিবলৈ ৰজাত জনোআত ৰাজ মন্ত্ৰিএ বোলে, সিবিলাকে হিৰা, মুকুতা আদি ধন বস্তুবোৰ কম্পানিৰ আসুইত থবৰ নিমিত্তে জাব খুইচে; ইয়াকে বুলি সিবিলাকৰ সকলো ধন সম্পত্তিবোৰ কাৰ্হি লৈ, কেৱল ১০ ভাগৰ এভাগ মাথোন সিবিলাকক এৰি দিলে।

এই বচৰৰ ভিতৰত বঙ্গাল দেসত জি জি চিটি ডাকৰ দোআৰাই পঠিওআ হৈচে, আৰু জি মাচুল পোআ গৈচে, তাৰ লেখ তলত দিয়া হৈচে।

| | চিঠি | মাচুল |
|---|---|---|
| জচোহৰ | ৫৮,৫১৫ | ২৩৩৪ / |
| মুৰ্চিদাবাদ | ৩১,০৩২ | ১৮৩১৵ ৬ |
| ঢাকা | ৪৪,৫৮১ | ১০২৬৷৵৬ |
| পাটনা | ৩৬,১৮২ | ৩১৭৬৴ |
| ভাগলপুৰ | ৩০,২৩৫ | ২১০৩৷৷৵১০ |
| কটক | ২৪,৮৭৫ | ৯৪৭৸ |
| চটগাঁও | ১০,৪৫০ | ৫৮৪৷৷৵৬ |
| দখিন পচিম অঞ্চল | ১৩৫৫ | ৮৩৵৬ |
| আচাম | ২০৭০ | ১০৮৶ |
| আৰাকান | ৮০৭ | ৬৫৸৶৬ |
| কাচাৰ ও দৰ্জিলিঙ্গ | ৮১২ | ৪০৷৷৵ |
| | ২৪০,৯১৮ | ১২,৩০২৸/৮ |

এই কথা কলিকতাৰ সম্বাদ পত্ৰত পাই লিখিচোঁ; কিন্তু আচামৰ ভিতৰত সকলো চিঠিৰ মাচুল ১০৮ টকা মাথোন, ই বৰ আচৰিত কথা।

অষ্ট্ৰেলিয়া দেসৰ সোন থকা মাটিত ৮০ হাত দলেকে সোন খানি পাইচে। এই বচৰৰ ভিতৰত ১৮,০০,০০,০০০ টকাৰ সোন পোআ জাব বুলি কৈচে। মেল্‌বৰ্ন আৰ্গচ নামে সেই দেসৰ এক সম্বাদ পত্ৰ দিনে পতি ৪,০০০ হেজাৰ চাঁপি পঠাইচে, আৰু তাক চঁপাত দিনে ২,০০০ হেজাৰ টকা খৰচ কৰিচে।

## জানুআৰি, অৰ্থাত মাঘৰ পঞ্জিকা।

**Almanac for January, A. D. 1854. Sal. Sac 1775.**

| জানুআৰি | পুহ | বাৰ | তিথি | দিনমান | জানুআৰি | মাঘ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ১ | ২ | ১০।২০ | ১৭ | ৪ | ৩ | ১৮ | ১০।৩১ |
| ২ | ১৯ | ২ | ৪ | ১০।২০ | ১৮ | ৫ | ৪ | ১৯ | ১০।৩২ |
| ৩ | ২০ | ৩ | ৫ | ১০।২১ | ১৯ | ৬ | ৫ | ২০ | ১০।৩৩ |
| ৪ | ২১ | ৪ | ৬ | ১০।২১ | ২০ | ৭ | ৬ | ২১ | ১০।৩৪ |
| ৫ | ২২ | ৫ | ৭ | ১০।২২ | ২১ | ৮ | ৭ | ২২ | ১০।৩৫ |
| ৬ | ২৩ | ৬ | ৮ | ১০।২২ | | | | | |
| ৭ | ২৪ | ৭ | ৯ | ১০।২৩ | ২২ | ৯ | ১ | ২৩ | ১০।৩৬ |
| | | | | | ২৩ | ১০ | ২ | ২৪ | ১০।৩৭ |
| ৮ | ২৫ | ১ | ১০ | ১০।২৩ | ২৪ | ১১ | ৩ | ২৫ | ১০।৩৯ |
| ৯ | ২৬ | ২ | ১১ | ১০।২৪ | ২৫ | ১২ | ৪ | ২৬ | ১০।৪০ |
| ১০ | ২৭ | ৩ | ১২ | ১০।২৫ | ২৬ | ১৩ | ৫ | ২৮ | ১০।৪১ |
| ১১ | ২৮ | ৪ | ১২ | ১০।২৬ | ২৭ | ১৪ | ৬ | ২৯ | ১০।৪২ |
| ১২ | ২৯ | ৫ | ১৩ | ১০।২৭ | ২৮ | ১৫ | ৭ | ৩০ | ১০।৪৪ |
| ১৩ | ৩০ | ৬ | ১৪ | ১০।২৮ | | | | | |
| ১৪ | ১ | ৭ | ১৫ | ১০।২৯ | ২৯ | ১৬ | ১ | ১ | ১০।৪৫ |
| | | | | | ৩০ | ১৭ | ২ | ২ | ১০।৪৬ |
| ১৫ | ২ | ১ | ১৬ | ১০।৩০ | ৩১ | ১৮ | ৩ | ৩ | ১০।৪৭ |
| ১৬ | ৩ | ২ | ১৭ | ১০।৩০ | | | | | |



**THE ORUNUDOI,**

**A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.**

***Printed and published monthly by N. Brown, Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.***

# অৰুণোদই

| ৯ বচৰ। | মোং সিৱসাগৰ, জানুআৰি ১৮৫৪। | নম্বৰ ১। |
|---|---|---|
| VOL. IX. | SIBSAGOR: JANUARY, 1854. | NO. 1. |





তুৰুকি দেশৰ মহা ৰজা শ্ৰী শ্ৰী আবদুল মজিদ।

Abdul Medjid, Sultan of Turkey.—From the Illustrated London News.

## অনেক দেশৰ সম্বাদ।

**General Intelligence.—The Sultan of Turkey.**

তুৰুকি দেশৰ চুলতান বাদশ্যাৰ নাম আবদুল মজিদ। ১৭৩৯ শঁকত ১৬ বচৰ বয়সিয়া হৈ ৰাজ শাসন পালে। তেতিয়া তেঁওৰ দেশৰ ভিতৰত অনেক ৰাজ দ্ৰুহিয়া আছিল, কিন্তু ইংলণ্ডৰ দোআবাই সিবিলাকক দমন কৰিলে। পাচে প্ৰদেশৰ অধিকাৰবিলাকে জেন আপোন আপোন ইচাৰে প্ৰজাবোৰক বধ কৰিব নোআৰে, এনে আগ্যা দি সিবিলাকৰ শক্তি কিছু গুচালে; আৰু কোনো কোনো ধৰমৰ কাৰনে কাকো তাৰনা কৰিবলৈ নিষেধ কৰিলে। জেতিয়া কচুত আদি কৰি হজাৰি ফৌজ কচিয়াৰ পৰা পলাই আহিল, তেঁৱে সিবিলাকক ৰাখিলে।

তেঁওৰ ওপৰ পুত্ৰসবিলাক প্ৰাই সকলোএ আপোন আপোন ভাই ককায়েকক বধ কৰিছিল, কিন্তু আপোন ভাই আবদুল আজিজক ৰাখিচে। এতিয়া কোনো কোনোবিলাকে দ্ৰোহ কৰি আবদুল আজিজক ৰজা পাতিবলৈ আলচিলে, সিবিলাকৰ পোঙ্কৰ জনক তেঁওৰ আগ্যাৰে বধ কৰিলে। তেঁও ৰাজমা ৰজাবলে সিকিলে, কিন্তু এটা সুৰ মাথোন ৰজাৰ জানে। এই বচৰ তেঁওৰ মাক মৰি ৪০,০০০০০ টকা তেঁওক এৰি দিলে। সেই ধন তেঁও আপুনি নে ৰাখি ৰাজ ভঁৰালত দি থলে। তেঁওৰ বাপেকে ব্ৰাণ্ডি চেৰাপ খাই মৰিল, সেই নিমিত্তে তেঁও তাক ঘিন কৰে, কিন্তু পনিয়ালৰ ৰস খাই, আৰু তাক খাবলৈ কোৱান সাস্ত্ৰে নিসেধ ন কৰে, ইয়াকে বুলিচে। তেঁওৰ ফৌজতকৈ ৰুচিয়াৰ ফৌজ অধিক, তথাপি ৰুচিয়াৰ ৰজাই তুৰুকি দেসক আক্ৰমন কৰাৰ কাৰনে চুলতানে জুধ ধৰিবলৈ থিৰ কৰিলে।

### The Emperor Nicholas.

শ্ৰী শ্ৰী নিকলা নামেৰে সকলো ৰুচিয়াৰ মহা ৰজা ১৭৯৬ সঁকৰ জুলাই মাহত জনমিল। তেঁওৰ বাপেক পোল মহা ৰজা; তেঁওৰ মাক জৰ্মানি দেসৰ এজনি কুঁঅৰি; আৰু তেঁওৰ ভাৰ্জাও জৰ্মানি, প্ৰুচিয়া ৰজাৰ বায়েক। তেঁও বাপেকৰ ত্ৰিতিয় পুত্ৰেক আছিল। তেঁও ৰজাৰ ৰাব নে পাব বুলি তেঁওক ৰাজ সাসনৰ কৰম নি সিকালে, কিন্তু মাকৰ লগত থাকি জৰ্মানিৰ বিদ্যা সিকিলে, আৰু এতিয়ালৈকে ৰুচিয়া ভাসাৰে চিঠি পত্ৰ লিখিব নোআৰে, ইয়াকে লোকবিলাকে কই। ১৮১৬ সঁকত তেঁও ইংলণ্ড দেস চাবলৈ গল; তেতিয়া তেঁও জুবা আৰু সুন্দৰ লোক হোআত ইংলণ্ডৰ মানুহে তেঁওক ভাল পাই অনেক মান মজ্জা কৰিলে। সেই সঁকত তেঁও আপোন দেসলৈ গৈ আপোনাৰ ককাই আলেকচান্দৰ মহা ৰজাৰ ফৌজৰ ওপৰত বিসয়া হৈ গিয়ান ৰূপে বৰুআৰ কৰম চলালে। পাচে ১৮২৫ সঁকত তেঁওৰ ককায়েক মহা ৰজা অকস্মাতে মৰিল, কিন্তু মৰনৰ কাৰন মানুহৰ আগত প্ৰকাস কৰা ন হল। ম্ৰিত্যু ৰজাৰ কাকত পত্ৰ মানুহৰ আগত দেখালে; তাৰ দোআৰাই দুতিয় পুত্ৰেক কনস্তান্তিনক এৰি ত্ৰিতিয় পুত্ৰেক নিকলাক মহা ৰজাৰ ৰাব দিলে; সেই কথাতে কনস্তান্তিনো মান্তি হল। কিন্তু দেসৰ তাঙৰিয়াবিলাক আৰু ফৌজে সেই কথা তালকৈ নু বুজাত আগ্যা লবৰ মন নাই কিচিল, সেই কাৰনে সিবিলাকে দ্ৰোহ আচৰি ৰাজধানিৰ আলিত হাই কৰিব ধৰিলে। তেতিয়া নিকলাই গাৰিত উঠি একো অস্ত্ৰ সস্ত্ৰ নো হোআকৈ সেনাবিলাকৰ মাজলৈ গৈ সকলোকে আপোন আপোন ঘিলৈ গোলাই থৱলৈ আগ্যা কৰিলে। সিবিলাকে তেঁওৰ মাত চিনি আগৈএ জেনেকৈ মানিবলৈ দস্তুৰ আচিল, তেতিয়াও সেই ৰূপে মানি ঘিলৈ গোলাই থলে। পাচে কনস্তান্তিন ককায়েকৰ আগ্যাৰে কৰম চলাইচোঁ বুলি ভায়েকৰ নামেৰে মাহ চাৰেকলৈ ৰাজ সাসন চলালে; পাচে ডিচেম্বৰ মাহত আপোনাকে মহা ৰজা বুলি সকলোৰে আগত প্ৰকাস কৰিলে। আৰু জি জি তাঙৰিয়া মহাজন আদি কৰি তেঁওৰ অহিতে দ্ৰোহ আচৰিলে, সেই সকলোকে সাস্তি প্ৰান দণ্ড কৰিলে, আৰু কোনো কোনোক চিবিৰিয়ালৈ পঁাচি গাঁতবোৰত কাম কৰি কাল নিয়াবলৈ দিলে।

১৮২৬ সঁকত তেঁও পাৰ্চি দেসে সৈতে ৰন কৰিলে, সেই ৰনৰ দোআৰাই তেঁও আপোন দেস বৰ্হালে, আৰু ৰনৰ খৰচৰ নিমিত্তে ১,৮০,০০,০০০ ৰুবল অৰ্থাত ২৪০,০০,০০,০০০ টকা পালে। ১৮২৮ সঁকত তুৰুকিএ সৈতে ৰন কৰি সুগ্ৰা জুধত জিকি চুলতানৰ দেস এডোখৰ কাৰ্হি নিলে, আৰু ৰনৰ খৰচ ১,০০,০০,০০০ দুকাত, অৰ্থাত ২,০০,০০,০০০ টকা ললে। পোলণ্ড দেসে সৈতে ৰন কৰি ১৮৩২ সঁকত সেই পোলণ্ড ৰাজ গুচাই আপোন ৰাজ্যৰ ভিতৰত লিখি থলে, আৰু সিবিলাকৰ বহু মানুহক মাৰিলে বা দেসান্তৰ কৰিলে। পাচে চৰ্কাচিএ সৈতে তেঁও ৰন কৰিবলৈ ধৰিলে কিন্তু এতিয়ালৈকে সিবিলাকক দমন কৰিব পৰা নাই, আৰু সিবিলাক আগৈএ অতি তাকৰ



ৰুচিয়া দেসৰ শ্ৰী শ্ৰী নিকলা মহা ৰজা ।

Nicholas, Emperor of Russia.—From the Illustrated London News.

নিৰ্বলি মানুহ হৈছিল, কিন্তু এতিয়া ৰৰ পৰাক্ৰমি হল । ১৮৪৮ সঁকত জেতিয়া সকলো ইউৰপত উগুল থুগুল হৈছিল, তেতিয়া তেঁও সকলো প্ৰজাবিলাকৰ অহিত চিন্তি কেৱল ৰজাবিলাকক উপকাৰ কৰিলে, আৰু তেঁওৰ উপকাৰৰ দোআৰাই হঙ্গাৰি লোকক দমন কৰা হল ।

এতিয়া সেই মহা ৰজাই জৰ্মানি আদি নানা ভাসা আপোনাৰ দেসৰ পৰা গুচাই কেৱল ৰুচিয়া ভাসা সকলো ঠাইত থিৰ কৰিবলৈ ইচা কৰিছে । আন দেসৰ সম্বাদ পত্ৰ তাত পৰ্হিবলৈ প্ৰায় নিসেধ কৰিছে । তেঁওৰ পুত্ৰেক চাইটা আলেক্চান্দৰ, কনস্তান্তিন, নিকলা, মিখাএল; আৰু দুহিত্ৰি তিনি জনি । এই বচৰত তেঁওৰ জিএক অলগা আপোনাৰ স্বামি ওৰ্ত্তমবৰ্গৰ জুৱা ৰজাই সৈতে ইংলণ্ডলৈ গৈছিল । মহা ৰজাই সদাই ফুৰি ফুৰি আপোনাৰ দেসৰ সকলো বিসই বুজিবলৈ চাই থাকে; কিন্তু কেতিয়াবা কেতিয়াবা প্ৰজাবোৰে জেন নে জানে, ৰজাৰ ভাৱে নে জাই, ৰমুআ মানুহৰ দৰে সামান্য কাপৰ পিন্ধি ফুৰি, মানুহে ন জনাকৈ সকলো ঠাইত সোমাই সকলো মানুহৰ কৰম চাই । প্ৰিথিৱিৰ সিমালৈকে তেঁওৰ ৰাজ্য বৰ্হাবলৈ তেঁওৰ ইচা আছে, সেই ইচাৰে এতিয়া তুৰুকি দেসক আক্ৰমন কৰি মলদাবিয়া আৰু ওআলাখিয়া, এই দুই প্ৰদেস কাৰ্হি লৈছে । তাৰ কাৰনে চুলতানে ৰুচিয়াৰ অহিতে ৰন কৰিবলৈ সেনাক পাঁচিছে ।

Anti-infanticide Meeting at Amritsar.

পঞ্জাব দেসৰ ভিতৰত অনেক মানুহে আপোনাৰ কেচুআ সৱাক বধ কৰে । বিসেসকৈ জিএকৰ বিয়া কৰাবলৈ মাক বাপেকৰ আৰ্হ

ন খৰচ কৰিব লাগে, তাৰ কাৰনে জিএকক পোআত মনত সন্তোস নে পাই ভালেমান সৰু চোআলিক বচৰে বচৰে বধ কৰে। সেই অতি নিৰ্দয়া আৰু দুষ্ট আচাৰ গুচাবৰ আ-সয়েৰে সেই দেসৰ অধিকাৰ চাহাব লোকে পঞ্জাবি ভাঙ্গৰিয়াবিলাকে সৈতে আলচ কৰি এক মহা সভা পাতিলে। অম্রিত্চৰ নগৰত বুধ বাৰ ২৪ অক্টোবৰ তাৰিখত সেই সভা পাতি লোম বাৰলৈকে মেল কৰি আচিল। পাচে সকলো সাধ্য মানে সেই দুষ্ট আচাৰ গুচাবলৈ জতন কৰিম বুলি কথা বান্ধিলে। সেই সভাত এই এই চাহাব লোক আচিল, শ্রীজুত এডমনস্তন কমিস্যনৰ চাহাব, মাক্লওদ চাহাব, মেজৰ আবট, বাৰ্নচ চাহাব, মন্তগমৰি চাহাব, বাওৰিঙ্গ চাহাব, চান্দচ চাহাব, বেইলি চাহাব, এইবিলাক কমিস্যনৰ আৰু ডেপুটি কমিস্যনৰ হৈচিল। পঞ্জাবি বৰ লোক, কপুৰ-তলাৰ ৰজা শ্রী শ্রী ৰনধিৰ সিংহ, শ্রীজুত ৰজা তেজ সিংহ, ৰজা দিন নাথ, বেৰাব ইমাম উদিন, দেৱান অজোজিয়া নাথ, ৰজা অগৰ সেন, ৰজা পৰ্ত্তাব সিংহ, ৰজা স্যমস্যেৰ সিংহ, ৰজা ওমৰ চান্দ, এইবিলাককে আদি কৰি পঞ্জাবি আৰু পৰ্ব্বতিয়া অনেক অধিকাৰ আ-চিল। জেতিয়া সকলো নিৰ্ব্বন্ধ কথা থিৰ হল, তেতিয়া বৰ সৰু সকলো মানুহক ভিতৰলৈ মাতি জাৰ মোহৰ চাব আচিল, বা জি কো-নোএ আপোনাৰ নাম লিখিব পাৰিচিল, সেই সকলোএ নাম দি কথা বান্ধিলে। আৰু সি-বিলাকৰ মাজত কেও অমান্তি ন হল।

### Imprisonment of Miss Cunningham.

তস্কানি দেসত কনিংহেম নামে স্কটলণ্ডৰ একজনি তিৰোতা মানুহে সাস্ত্ৰ বিলাই দিয়াৰ কাৰনে তস্কানি দেসাধিকাৰে তেঁওক ধৰি বন্দি সালত পেলালে। সেই নিৰ্দয়া ৰুচিয়া দেসা-ধিকাৰে তাতে বন্দিকৈ ৰাখিলেহেঁতেন, কিন্তু ইংলণ্ডৰ মহা ৰানি আদি ভদ্ৰ লোকে বৰ বেজাৰ পাই সেই অধিকাৰলৈ তাৰ অনুচিত কৰম বুজুআত সি সেই তিৰোতাক মুকলি কৰিলে।

### Amirs of Sind, and Prince Golam Mahomed.

সিন্দ দেসৰ জি অমিৰবিলাক কম্পানিএ সৈতে ৰন পতাত কলিকতাত কইদ্ হৈ আ-চে, সিবিলাকে হাইদৰাবাদ নগৰত নিবাস কৰিবলৈ গবৰনৰ জেনেৰল লৰ্ড চাহাবে সিবি-লাকক এৰি দিচে। আৰু গোলাম মহমদ নামে তিপু চুলতানৰ একজন সন্তানে আপোন জনম ভুমি মৈচুৰ নগৰক চাবলৈ জাব দিচে; তাৰ পৰা সেই কোঁঅৰে ইংলণ্ড দেস চাবলৈ জাত্ৰা কৰিব। আগেয়ে সেই বঙ্গহৰ লোকে আপোনাৰ দেসৰ মানুহক দ্রোহ আচৰিবলৈ সিকাব বুলি ভই থকাত মুকলি হৈ জাবলৈ নিসেধ কৰিচিল।

### China—Fighting at Shanghai.

অক্টোবৰ ৫ তাৰিখলৈ খেহ দেসৰ স্যাং হাই নগৰৰ পৰা বাত্ৰা আহিচে। অনেক দি-নৰ পৰা ৰজাৰ সৈন্যবিলাকে সেই নগৰক লবলৈ জুধ কৰি আচিল, কিন্তু লব নোআৰি-লে। প্ৰাই অগ্নি বানেৰে জুধ কৰে, তথাপি অতি অলপ মানুহ মাথোন খুন হল। বৰ সাহ নাই কিয়া, কিন্তু জুধ কৰোঁতে নগাৰ নি-চিনা বৰকৈ হাই ৰাও কৰে। সেসত ৰজাৰ ফৌজে নগৰৰ ওচৰৰ পৰা হুহকি গুচি গল।

### Fair at Udal Guri.

ওদাল গুৰিত ১৫ জানুআৰি তাৰিখৰ পৰা শ্রীজুত বিষ্কন্ত চাহাবে সকলো বস্তু বেচা কিনা কৰিবৰ নিমিত্তে হাট পাতিব, এই বাত্ৰা সুনি-চোঁ।

### Unusual Sound in the Air.

১১ ডিচেম্বৰ দেও বাৰৰ দুপৰ মানত বৰ টৌপৰ নিচিনা ডাঙ্গৰ আৰু ভয়ঙ্কৰ সবদ সুনা গল। কিন্তু কোনো বৰ টৌপ মৰা নাই; আন্দাজেৰে মানুহবিলাকে কোআ কুই কৰে, ধুম কেতু বৰ্হমপুত্রৰ কালে মাটিত পৰিচে।

### Domestic Occurrences.

ডিচেম্বৰ ১২ তাৰিখে সিৱসাগৰ জিলাত শ্রীমান চামুএল আলিম কালডোএল আৰু শ্রীমতি সুভদ্রা চেইৰা, এই দুইৰো বিবাহ কৰা হৈচিল। সেই দিনাই শ্রীমান পিতৰ বোৰ্দ মান আৰু শ্রীমতি বুধি লিজি, সিবিলাকৰো বিবাহ একে সময়তে হৈচিল।

## জাত্রিকৰ জাত্রা, ৬ আধ্যা।

**The Pilgrim's Progress, Chapter 6.**

কিন্তু সেই খালৰ মুৰতে ম্রিত্যুৰ চাঁয়া না- মেৰে আন এটা খাল আছিল, তাৰ মাজে দি স্বৰ্গিয় নগৰলৈ বাট জোআ দেখি খ্রিষ্টিয়ানো সেই বাটেই জাব লগা হল। সেই খাল অতি নিৰ্জান ঠাই হই, য়িৰিমিয়া ভবিস্যত বক্তাই তাক এই ৰুপে বৰ্ননা কৰিচে; সেই ঠাই অৰন্য, মৰু ভুমি, গাঁতেৰে পূৰ, নিৰ্জল আৰু ম্রিত্যুৰ চাঁয়াজুক্ত; জাত্রিক লোকৰ বাহিৰে কোনো মানুহে তাৰ মাজে দি নে জাই, আৰু কোনোএ তাত বাসো ন কৰে। আপলিয়নে সৈতে জুধ কৰাত খ্রিষ্টিয়ানৰ জি দুৰ অৱস্থা হৈছিল, তাতকৈও ইয়াতহে বৰ ঠেকত পৰিল; তাক এই কথা পৰ্হিলেই সেনত জানিবা।

সেই কালত মই সমাজিকত দেখিলোঁ, খ্রিষ্টি- য়ানে ম্রিত্যুৰ চাঁয়াৰ খালৰ ওচৰ পোআৰ সমই উত্তম দেসৰ বিসম বাত্রা অনাবিলাকৰ সন্তান দুজন মানুহে উলটি লৰি জাঁওতে খ্রিষ্টি- য়ানে সিহঁতৰ লগ পাই এই ৰুপে সুধিল, তোমোলাকে কলৈ গৈছিলা?

মানুহবোৰে উত্তৰ দিলে, বোলে, উলটি জাঁও, উলটি জাঁও, তোমাৰো জদি প্রান আৰু মঙ্গল ৰাখিবৰ বাঞ্চা আচে, তুমিও এই ৰুপে কৰা।

খ্রিষ্টিয়ান। কিয়, হল নো কি?

মানুহবোৰ। কি হৈছে সুনা; তুমি জি বাটে আহিচা, তাতে আমিও সাহ থাকে মানে গৈছিলোঁ, আৰু আহিবও প্রায়ে নোঅৰা হলোঁ; আৰু অলপমান দুৰে জোআ হলে তোমাক বাত্রা দিবলৈকো আহিবলৈ নে পালোঁহেঁতেন।

খ্রিষ্টিয়ান। কি নো লগ পালা?

মানুহবোৰ। ম্রিত্যুৰ চাঁয়াৰ খালৰ ওচৰ পাই প্রাই তাত সোমালোঁ; কিন্তু আমাৰ সুভাগ্যৰ কাৰনে সঙ্কটত নৌ পৰোঁতেই আগ কাললৈ চাই তাক দেখিলোঁ।

খ্রিষ্টিয়ান। কি কি নো দেখিলা, তাক কো- আচোঁন।

মানুহবোৰ। কি দেখিলোঁ! খালকে দেখি- লোঁ, সি ধুনাৰ দৰে ঘোৰ অন্ধকাৰ। তাত প্রেত, পিসাঁচ, নাগ আদি; কৰি সকলোকে দেখিলো। তাত বাজেও সেই খালত কৰলৈকে সক্তি নাই, এনে দুখ পাই জাতনা আৰু লোহাৰে বন্ধন হোআ লোকৰ নিচিনা সৰ্বদাই হাঁহাকাৰেৰে চিঁয়ৰা সবদ সুনিলোঁ। জাবলা গুচাঁওতা বিক্রি- তি মেঘবোৰেও সেই খাল ঢাকি ধৰিচে; আৰু তাৰ ওপৰত ম্রিত্যুএ আপোনাৰ ডেউকা সদাই মেলি ধৰি আচে। আৰু কি কম? সেই ঠাই মহা ভয়ানক, নিচেই বিক্রিতি ৰুপ।

খ্রিষ্টিয়ান। কিন্তু তোমোলাকে জি কথা কলাইক, তাৰ দৌআৰাই মোৰ বাঞ্চনিয় ঠাই- লৈ এইটো জোআ বাট ন হই, এনে প্রমান নে দেখোঁ।

মানুহবোৰ। তেনে হলে এইটো তোমাৰো বাট হওক, আমি হলে তাক ন লওঁ। এই কথা কৈ সিবিলাকে খ্রিষ্টিয়ানক এৰি বেলেগ হৈ গল; খ্রিষ্টিয়ানো আপোনাৰ বাটে দি চলিল কিন্তু আকও সত্রুএ ধৰিবৰ ভয়েৰে সি হাতত তৰোআল উলিয়াই ললে।

পাচে মই সমাজিকত দেখিলোঁ, সেই খা- লত চকুৰ দ্রিষ্টিলৈকে বাটৰ সোঁ কালে বৰ দ খাৰৈ আছিল। আগৰে পৰা পুৰুসানুক্রমে কনাই কনাবোৰক বাট দেখুআই নি অতি দুখেৰে দুয়ো সেই খাৰৈতে পৰি প্রান হে- ৰুআই। আৰু বাঁও কালে অতিসই ৰুপে প্রানৰে ভই হোআ এনে এতোখৰ-বোকা আ- চিল; তাত উত্তম মানুহো জদি পৰে, তেও ভৰি ৰাখিবলৈকে ঠাই নে পাব। সেই বো- কাত দাৰিদ ৰজাও এবেলি পৰিচিল; তাৰ পৰা সক্তিমন্ত জনে উধাৰ ন কৰা হলে, উসাহ নে পাই তেঁও তাতে মৰিলহেঁতেন। সেই ঠাইত বাটো অতি ঠেক, তাতে সেই উত্তম খ্রিষ্টিয়া- নে বৰ দুখ পালে; কিয়নো খাৰৈত ন পৰি- বৰ নিমিত্তে একতিয়া হৈ গলে বোকাত পৰিব খোজে; জদি বোকাৰ-পৰা একতিয়া হৈ জাই খাৰৈত পৰিব খোজে, এনে দুই সঙ্কট হৈচি- লে। এই ৰুপে জাঁওতে তাক বৰ দুখেৰে হমুনিয়াহ পেলাই জাবৰ মই সুনিলোঁ। কিয়- নো ওপৰত কোআৰ বাহিৰে ঘোৰ অন্ধকাৰ

হোআত কোতয়াৰা কেতিয়াবা আগ বাঢ়িবৰ নিমিত্তে ভবি দাঙ্গি কোন পোনে বা কিহৰ ওপৰত দিব. তাক ন বুজিছিল ।



সেই খালৰ মাজ খিনিত বাটৰ নিচেই কাষতে নৰকৰ মুখ থকা দেখিলোঁ । তাতে খ্ৰিষ্টিয়ানে বুলিলে, হাই হাই, এতিয়া নো মই কি কৰিম ? তাৰ পৰা মাজে মাজে জুইৰ সিখা, ধূঁআ আৰু ফিৰিঙ্গতি ভয়ঙ্কৰ সবদেৰে ওলাবলৈ ধৰিলে । আপলিয়নে হলে খ্ৰিষ্টিয়ানৰ তৰোআলৈল ভই কৰিছিল, কিন্তু এইবিলাকক একোলৈও ভই ন কৰে; সেই নিমিত্তে সি তৰোআল ফাকত সুমাই থৈ, অনৱচিন প্ৰাৰ্থনা নামে আন এক অস্ত্ৰ ধাৰন কৰিলে । তেতিয়া মই তাক কবৰ সুনিলোঁ, হে প্ৰভু, মোৰ প্ৰান ৰখ্যা কৰা, মই এই মিনতি কৰিচোঁ । সেই ৰূপে অনেক বাট জোআলৈকে অগ্নি সিখাই তাৰ ওচৰে ওচৰে খেদি গৈছিল । আৰু বাসুৰ দৰে অহা জোআ কৰা অস্থিৰ্য হোনোৰ দুখমই মাত সুনাত কেতিয়াবা কেতিয়াবা মই ত ভাবিছিল, মোক তোখৰ ভে খৰকৈ চিঞ্জিব, নাইবা আজি বাটৰ ধুকিৰ দৰে গচকিব । এনে ভয়ঙ্কৰ দৰ্শন আৰু সবদ দুই তিনি ভাৰৰ বাটলৈকে দেখি সুনি জোআত এজনক ভূতে তাক আগচি ধৰিবলৈ অহা জেন সুনি, তাতে সি থমকি ৰৈ, মই এতিয়া কি কৰিব লগিয়া, তাকে গুনিবলৈ ধৰিলে । কেতিয়াবা কেতিয়াবা উভতি জাবলৈকে প্ৰাই মন কৰি পাচে আকও ভাবে, কি জানি মই আদ খনি বাট পাৰ পাওহি, আৰু অনেক আপদকো ঠেলি আহিলোঁ, এতিয়া আগ বাঢ়ি জোআতকৈ উলটি জোআৰ আপদ কি জানি সৰহ হব; এই বুলি আগলৈ জাবলৈ মন থিৰ কৰিলে । কিন্তু সেই ভুতবোৰ ক্ৰমে ক্ৰমে ওচৰ পালেহি জেন বুজিলে; পাচে সিইঁত নিচেই ওচৰ পালত খ্ৰিষ্টিয়ানে এঁটাহ পাৰি বুলিলে, মই প্ৰভু পৰম ইস্বৰৰ সক্তিএৰে চলি জাঁও; তাতে সিইঁত হুহকি গৈ আৰু নাহিল ।

আৰু এটা কথা সুঁওৰি কঁও, খ্ৰিষ্টিয়ানে আপুনি আপোনাৰ মাতকে চিনিব নোআৰে, এনে অথিৰ হৈছিল । কেনেকৈ তাক জানিলোঁ, কঁও সুনা; সি সেই জলি থকা গাঁতৰ দুআৰৰ সমুখ পালত দুৰ্জনবিলাকৰ এটাই পাচ ফালে দি মনে মনে আহি ইস্বৰক নিন্দা কৰা অনেক বেয়া কথা তাৰ কানত সুনালে; তাতে মোৰ মনৰ পৰা এনে নিন্দা কথা ওলাল বুলি বুজিলে । তেতিয়া খ্ৰিষ্টিয়ানে আগেএ অতি প্ৰেম কৰা জনকে আপুনি এনে নিন্দা কৰা জেন ভাবি আন সকলো বেলিতকৈও মনত বৰ দুখ পালে । তথাপি সাধ্য হোআ হলে সি এনে ভাবনা ন কৰিলেহেঁতেন; কিন্তু আপোনাৰ কানত সোপা দিবলৈ, বা সেই নিন্দা নো কৰ পৰা ওলাল, তাক বুজিবলৈ তাৰ গিয়ান ন হল ।





## ডেউকা হিন ৰিয়া চৰাই ।

The Rhea

এই ডেউকা নাই কিয়া চৰাইৰ পাঁচ জাতি আচে, প্ৰথম জাতি আৰব আৰু আফ্ৰিকা দেসত থাকে । তাৰ ভৰিৰ নখ দুটা, তাৰ নাম-উট চৰাই বোলে । দুতিয় জাতি দখিন আমেৰিকাত থাকে, তাৰ নখ তিনটা, তাৰ নাম ৰিয়া বোলে । ত্ৰিতিয় জাতি অস্ত্ৰেলিয়া মহা দিপত থাকে, তাৰ নাম ইমু বোলে । চতুৰ্থ জাতি মুক্ৰিলগুৱ ওচৰত সৰু সৰু মাজুলিবোৰত থাকে, তাৰ নাম কাচোআৰি । পঞ্চম জাতি অস্ত্ৰেলিয়া দেসত আচিল, এতিয়া পাবলৈ নাই, তাৰ নাম "মোআ" । এই পাঁচ জাতি চৰাইৰ মাজৰে তিন জাতিৰ ডেউকা নিচেই নাই, কিন্তু নোমৰ নিচিনা এবিধ দিঘল কলা পাখি আচে; সেয়ে সিইতৰ গাটো ঢাকি থই । উট চৰাই, ইমু, এই দুজাতিৰ ডেউকা আচে, তথাপি গাটো ডাঙৰ, ডেউকা নিচেই সৰু দেখি, উৰিব নোআৰে; সেই কাৰনে সিইতৰো ডেউকা ন থকাহে বুলিব পাৰি ।

## দিলিৰ ৰজা কুতুব উদ্দিনৰ বৎসাৱলি ।

History of the Pathan Dynasty—Kutub Uddin.

ত্ৰজিচ খাঁৰ দোআৰাই কাৰাজিমৰ ৰাজ্য ছুট হোআত সিন্ধু নদিৰ পুব ফালৰ দেসত তাৰ পচিম দেসি ৰজাবিলাকৰ অধিকাৰ লোপ হল, আৰু হিন্দুস্থানৰ ওপৰত নতুন ৰাজ্য সাসন কৰা ওলাল । সেই কাৰনে মচলমানবিলাকৰ অধিনত থকা জি জি হিন্দুস্থানৰ প্ৰদেস, সিও এই ৰাজ্য নষ্ট কৰাৰ সময়ত বহু মুল্য ৰূপে অনেকৰ অধিন হল, কিন্তু ইয়াতে সেই গোটেই প্ৰদেসৰ অমঙ্গল ন হল, কিয়নো আগেয়ে জেনে ৰূপে দেসৰ ৰাজধানি অনেক স ক্ৰোচৰ দুৰৈত আচিল, সেলত তেনে ন হল, কিন্তু উত্তৰ হিন্দুস্থানৰ মাজতে ৰাজধানি হল । জেতিয়া সেই প্ৰদেসবোৰ অতি দুৰৈত থকা ৰাজ ধানিৰ অধিন আচিল, আৰু সেই প্ৰদেসবোৰৰ সেই ৰাজ ধানিৰ ঐস্বৰ্জলৈ কৰ দিয়াৰ প্ৰয়োজন আচিল; এতিয়া সেই কালতকৈ অনেক ভাৱে উত্তম ৰাজ সাসন হল । আৰু দিলিত থকা মচলমানৰ বাদস্যাবিলাকৰে দুৰৈত থকা প্ৰদেসবোৰৰ বিসয়ে ভাৱনা আৰু তাক ৰখ্যা কৰা জতনৰ পৰা মুকুত হৈ হিন্দুস্থানৰ দখিন প্ৰদেস জই কৰাৰ উপাই পালে; আৰু নিজ অধিনৰ প্ৰদেসৰ ওপৰতে অধিক মন দিব পাৰিলে । গজ্ৰানন, গৌৰ আৰু কাৰাজিমৰ বাদস্যাবিলাকে কাসিৰ দখিন প্ৰদেসত নামেৰেও অধিকাৰ হোআ নাচিল বুলি জনা জাই । কিন্তু পাচৰ বিবৰনত বুজা জাব, দিলিৰ প্ৰথম স্বাধিন বাদস্যাৰ তৰোআল বঙ্গালৰ ভুমিলৈকে আহিচিল, আৰু তিনি কুৰি বাৰে বচৰৰ পাচত দখিন দেস মচলমানবিলাকৰ দোআৰাই জিনা হল ।

Comencement of Kutub Uddin's Career

জি ৰঙ্গহৰ বিবৰন লিখা হব, সেয়ে গৌৰৰ ৰজা মহমদৰ এক দাস কুতুব উদ্দিনৰ দোআৰাই থাপনা কৰা হল, সি ১৩৯৮ ইং সঁকলৈকে অৰ্থাত এস তিনি কুৰি সোতেৰ বচৰলৈকে সিংহাসনত ৰহিচিল, আৰু সেই বচৰতেই মহা তিমুৰ বেগে সেই ৰঙ্গচক নষ্ট কৰিলে ।

কুতুব উদ্দিন অতিসই গিয়ানি আছিল, আৰু আপোনাৰ অধিকাৰৰ দোআৰাই জই কৰা দিলি আৰু তাৰ চাৰিও ফালে থকা দেসৰ উপৰত অধিকাৰ ৰুপে নিজুক্ত হৈ থাকি নগৰক আক্ৰমন কৰা গুজৰাটৰ জাঠ নামে এক জাতিক জই কৰিলে। আৰু মহমদে জেতিয়া কনৌজ আক্ৰমন কৰিবৰ ইচাৰে গৈ-চিল, তেতিয়া সেই কুতুব উদ্দিনে তেঁওৰ লগ ধৰি তেঁওৰ সৈন্যৰ প্ৰথম ভাগ লৈ কাসিৰ ৰজাক জই কৰিলে। সেই ৰজাই আপোনাৰ সৈন্যবোৰৰ জুধ পৰাজই হোআ জানি, আপুনি হাঁতিত উঠি সত্ৰু সৈন্যবোৰৰ মাজেদি প্ৰবেস কৰিলে। কুতুব উদ্দিন ধেনুৰ বিদ্যাত অতি পাৰ্গত আছিল, তাতে তেঁও সত্ৰু ৰজাৰ চকুলৈ এক কাঁৰ মৰাত সেই ৰজা মাটিলৈ পৰিলে। সেই জুধত ইমান সৰহ মানুহ মৰিল, জে ৰজাৰ স, অনেক বেলালৈকে আন মৰা সব তলত পৰি নে দেখা হৈ আছিল। মহমদে জই কৰি কাসি নগৰৰ অধিকাৰ হৈ বঙ্গাল দেসৰ সিমালৈকে আহিল, আৰু সেই হিন্দুৰ ধৰম নগৰৰ সকলো মূৰ্ত্তি প্ৰতিমাবোৰ নষ্ট কৰিলে, আৰু সেই ঠাইৰ পৰা জি ধন লুট কৰিছিল, তাৰে চাৰি হেজাৰ উটৰ ভৰা হল। মচলমানে সেই পবিত্ৰ নগৰ লোআ এয়ে প্ৰথম বাৰ।

Plunders Gujarat—Is made a Prisoner.

মহমদে পাচৰ বেলি জোআত কুতুব উদ্দিন দিলিলৈ গল, আৰু তাতে এই কথা সুনিলে, ৰোল, আজমেৰ চহৰৰ পৰাজই হোআ ৰজাৰ ভায়েকে তেঁওৰ বিৰোধ জাত্ৰা কৰি আহিছে। এনে সময়ত কুতুব উদ্দিনে ওলাই তেঁওৰ লগ পাই, তেঁওৰে সৈতে ৰন কৰি জিনি, তেঁওক আপোনাৰ দেস আজমেৰৰ দুআৰলৈকে খেদি গল। ইয়াৰ পাচত কুতুব উদ্দিনে গুজৰাটৰ অহিতে গৈ সেই নগৰ একে বাৰে লুট কৰিলে। এই সময়ত জেতিয়া তেঁওৰ সৈন্যবোৰ ঠায়ে ঠায়ে গোট গোট হৈ আছিল, তেতিয়া তেঁওৰ সত্ৰুবিলাকে একে কথাৰে ৰাজপুত দেসত গোট খালে; তাকে সুনি আপোনাৰ এভাগ সৈন্যকে লৈ সিবিলাকে সৈতে কুতুব উদ্দিনে ৰন কৰিব লগিয়া হল। কিন্তু তাতে তেঁও পৰাজই হল, আৰু আপোনাৰ সৰিলত চই ঠাইত ঘা পালে, পাচে আজমেৰলৈকে পলাই গল। মহমদৰ ফৌজ গৌৰৰ পৰা আহি মুকলি ন কৰালৈকে তেঁও সেই ঠাইতে বন্ধন হৈ আছিল। গৌৰৰ সেনাপতিবিলাকে আহি চাৰিও ফালে বেৰি থকা সত্ৰুবোৰক দুৰ কৰি খেদালে, তাতে কুতুব উদ্দিনে সিবিলাকৰ দেসলৈকে সিইতক খেদি খেদি গল।

Becomes King on the death of Mahomed.

তাৰ পাচে গৌৰৰ মহমদ তুৰুকি দেসত আপুনিও পৰাজই হল, সেই কাৰনে কুতুব উদ্দিনে আপোনাৰ অধিকাৰৰ সহাই হৰলৈ সকলো সৈন্য সমনিতে সেই ঠাইলৈ গল। পাচত গৌৰৰ মহমদ চলৰ দোআৰাই মৰা পৰিল। তেঁওৰ মৰনৰ পাচত কুতুব উদ্দিনে আপোনাকে স্বাধিন ৰজা পাতি ৰজাৰ খিযাতি ললে। তেঁও আপোনাৰ অধিপত্য বৰ্হাবৰ মনে গজনিনৰ ৰাজ্য মহমদৰ অন্য এক দাস এলদোচৰ হাতৰ পৰা লৈ মদ আদি সকলো বিধ দুষ্ট আচৰনত আপোনাক আসক্ত কৰিলে। ইয়াতে এলদোচে পুনৰাই অতি বেগে সৈন্য গোটাই অকস্মাতে গজনিন ললে, আৰু কুতুব উদ্দিনক দিলিলৈ খেদাই দিলে। সেই ঠাইতে তেঁও নিয়াই, আৰু পৰমাৰ্থেৰে মৰনলৈকে ৰাজ সাসন কৰিলে। পাচে তেঁও ঘোৰাৰ পৰা পৰি ১২১০ সঁকত মিৰ্ত্যু হল।

ন. ল. ক.



Coin of Mahomed Sami el Gouri.

এই নকচা মহমদ গৌৰিৰ এক পইচা। ই ফালে লিখিছে, স্ৰী হমিৰঃ। আৰু সি ফালে, সা মহমদ সামে।

## জাত্রা কৰা কথা।

A Missionary Journal.

গুআহাটি নবেম্বৰ ১৮ তাৰিখে তেজপুৰলৈ জাবৰ কাৰনে নাৱত উঠি উজাই আহি বৰ চাহাবৰ ঘাত পালত, নাৱৰিয়াবিলাকে তাত থাবলৈ নাও চপালে। মই থাতৰ ৰজপাত ভোটৰ ৰজা আচে বুলি জানি, তেঁওক চাবলৈ তালৈ গৈ তেঁওক চিঠি লিখি বহি থকা পালোঁ। তেঁও হলে এক বচৰৰ আগেএ আপোনাৰ দেসত কিবা দাই কৰি দণ্ড পাম বুলি ভই লাগি, তাৰ পৰা পলাই আহি কম্পানিৰ দেসত আস্রুই ললেহি। পাচে ভোটৰ জি প্রধান ৰজা লাচা নগৰত থাকে, তেঁওক ধৰিবলৈ ৫০০ মান চুতিয়া সৈন্যক পঠালে, কিন্তু সিইতে পর্বতৰ পৰা নামি আহি, গেবাজৰ দুআৰ মুখত কম্পানিৰ সৈন্যবিলাক দেখি ভই কৰি উভতি গুচি গল। কিন্তু পলাই অহা ৰজাই পুনৰাই আপোনাৰ দেসত জাবলৈ এতিয়ালৈকে সাহ নে পালে, প্রাই এক বচৰ গুআহাটিতে থাকিল। মই তেঁওৰ লগত কিচুমান কথা বাতৰা হৈ বিদাই লৈ, পুনৰাই নাৱলৈ আহিলোঁ। সেই দিন তাৰ পৰা আহি গধুলি কুকুআত ৰলোঁহি। তাতে এটা বৰ নাম ঘৰ আৰু অনেক লোকো থাকে। সেইবিলাকৰ আগত আমাৰ ত্রান কর্তা প্রভুৰ কথা বুজাবলৈ জাবৰ মোৰ বৰ ইচা আচিল, কিন্তু বালি সৰহ আৰু ৰাতিও হল, এই কাৰনে জাব নোআৰিলোঁ। ইয়াৰ পাচ দিন ৰবাগি নামে এখান গাঁও পাই গধুলি তাতে থাকিলোঁ। কিন্তু সেই ৰাতিতে জাবে বৰ টানকৈ ধৰিলে, প্রাই সৰিল ৰথ্যা কৰিব নোআৰোঁ হেন দেখি মোৰ মনতে ভাবিলোঁ, এই দেসৰ জাৰ সহিবলৈ ইমান টান হই জদি, তেন্তে উত্তৰ কালে হিম দেসত থকা লোকবিলাকে কেনেকৈ এনে জাবৰ পৰা ৰথ্যা পাব?

ৰাতিপুআ দেও বাৰ হল, আৰু ইস্বৰৰ চাৰি আগ্যাৰ মতে বিস্রাম কৰিলোঁ। পাচে তাত পানি থাই বামত উঠি এটা নাম ঘৰলৈ গৈ, তাতে অনেক লোকবিলাকৰ লগত আমাৰ ত্রান কর্তা প্রভুৰ বিসয়ে কিচুমান কথা বাত্রা হলোঁ। কিন্তু সিইতে মোত কলে, বোলে, আমি বৰ গৰিব, আৰু একো নে জানোঁ, তেতিয়া মই সিইতত সুধিলোঁ, পৰলোকত তোমোলাকৰ পৰিত্রান হব নে? তেতিয়া সিইতে কলে, তাক আমি কেনেকৈ কম? মই কলোঁ, তোমোলাকৰ সেস গতি জদি ঠিকনা নাই, তেন্তে সকলো সংসই হৈ থাকিচে, আৰু তোমোলাক নিচই দুখিয়া হই বুলি জানিচা। আৰু সুধিলোঁ, তোমোলাকে নো কাক চিন্তা কৰিচা? সিহঁতাকে বোলে, পৰম ইস্বৰক। মই কলোঁ, সেয়ে হলে ভাল, পৰম ইস্বৰক চিন্তিবৰ উচিত; তেন্তে তেঁও তোমোলাকৰ চিন্তা গ্রহন কৰিচে নে, নাই কৰা, ইয়াৰ কোনো প্রমান পাইচা নে? সিইতে কলে, তেঁও গ্রহন কৰিচে বুলি আমি আসা কৰিচোঁ, তথাপি তাৰ একো প্রমান এতিয়ালৈকে দেখা ন গল, আমাৰ দুখ গুচা নাই, আৰু পাপি স্বভাও গুচা নাই। তাতে মই কলোঁ, বন্ধু সকল, তেনে হলে মই জানিচোঁ, তোমোলাকৰ প্রার্থনা ইস্বৰে সুনা নাই; সুনা হলে তোমোলাকৰ পাপৰ ভাৰ গুচাৰ প্রমান পালাহেঁতেন। বাৰু, তোমোলাকে জদি কোনো চাহাবত কিবা কথা সুধি সুধি থকাত, তেঁও বিমুখ হৈ একো উত্তৰ নি দিএ, তেন্তে কি বুলিবা? চাহাবে বেজাৰ পাই আমাৰ কথা নু সুনে, এনেকৈ বুলিবা ন হই নে? সেই ৰূপে তোমোলাকেও দিনে দিনে অনেক বচৰৰ পৰা ইস্বৰৰ নাম ভজিলা, তথাপি এতিয়ালৈকে এটি পাপ খেমা হল বুলি কব নোআৰা, আৰু তাৰ একো প্রমান নাই। পৰম ইস্বৰে নিচই বেজাৰ হৈ তোমোলাকৰ প্রার্থনা নু সুনে; কাৰন তোমোলাকৰ পাপ পর্বতৰ সমান ডাঙৰ হোআত তেঁও অহিত হৈচে, তেনে হলে আমি কি কৰিম? মই উত্তৰ দি কলোঁ, প্রাচিত্ত হব লাগে, প্রাচিত্ত ন হলে ন হই, তাত বাজে আৰু উপাই নাই। সিইতে সুধিলে, কি নো প্রাচিত্ত হব লাগে? মই কলো, কোনো মানুহে জদি এক স ৰূপ ধাৰ কৰে, তেন্তে তাক সুজিবলৈ এস ৰূপ লাগে, তাতকৈ কম হলে ধাৰ

মাৰিব নোআৰে। সেই ৰূপে পাপৰ বেচ দুখ, আৰু জিমান পাপ থাকে, তাৰ প্ৰাচিতৰ নিমিত্তেসেই মান দুখ লাগে. সিইঁতে বুলিলে, অহ, এনে কথা বৰ আচৰ্জ, আমাৰ পাপ অসিমা, আৰু এইমান দুখ কোনে সহিব পাৰে? মানুহবিলাকৰ মাজত কোনেও ভুগ্তিব নোআৰে বুলি কলোঁ, আৰু ইশ্বৰে উপাই নি দিলে আমি সকলো অনন্ত কাল নৰক জাতনা ভুগ্তিলোঁহেঁতেন। সিইঁতে সুধিলে, ইশ্বৰে নো কি উপাই কৰিলে, তাক আমি সুনা নাই। মই কলোঁ, হাই হাই, এনে সুভ বাত্ৰা তোমোলাকৰ কানত ন পৰিল নে? মই হলে তাক নু সুনিলে একো আসা নো হোআকৈ এতিয়ালৈকে এন্ধাৰত্তে ফুৰি থাকিলোঁহেঁতেন। পাপৰ পৰা উধাৰিবলৈ মানুহবিলাকৰ মাজত উপাই নাই দেখি, পৰম ইশ্বৰে অনুগ্ৰহ কৰি আপোনাৰ পুত্ৰক এই প্ৰিথিবিলৈ পঠালে; তেঁও আমাৰ সকলোৰে পাপৰ ভাৰ লৈ, আমাৰ সলনি হৈ, পেৰেঙ্গনিত আপোনাৰ প্ৰান তিয়াগ কৰিলে। তেঁও সামান্য ৰূপে মৰিল, এনে ন হই, অসিমা দুখ খাইহে মৰিল, এই কাৰনে তেঁওৰ মৰনত পাপি লোকৰ জামিন হোআ হেন দেখা গল। আৰু এনে প্ৰাচিত্তত পৰম ইশ্বৰো সন্তুষ্ট হল, আৰু তেঁওৰ দোআৰাই আমাৰ প্ৰাৰ্থনাও সুনিব বুলি আমি ঠিককৈ জানিচোঁ। তথাপি প্ৰাৰ্থনা কৰোঁতে তেঁওৰ পুত্ৰৰ নাম সদাই লব লাগে, ন ললে ইশ্বৰে সন্তুষ্ট হওক চাৰি বিতুষ্টহে হব; কিয়নো আপোনাৰ পুত্ৰত বিশ্বাস কৰিবলৈ সেই নাম পৰম ইশ্বৰে দিলে, তাকে ন ললে কোনো ৰূপে তেঁওৰ অনুগ্ৰহ পাব নোআৰা। সিইঁতে সুধিলে, বোলে, ইশ্বৰৰ পুত্ৰৰ নাম লৈ প্ৰাৰ্থনা কৰিলে, পাপ খেমা হোআৰ প্ৰমান পোআ জাই নে? মই কলোঁ হই, কিন্তু আমি তেঁওৰ আগত সকলো পাপ সৈ কৰ্হি অকপট মনেৰে পৰম ইশ্বৰৰ পুত্ৰৰ মৰনত আস্ৰুই লব লাগে, তেহে আমাৰ পাপ খেমা হোআৰ নিচই প্ৰমান পাম; আৰু বিদয়তে সকলো পাপ দমন কৰিবলৈ সক্তিমন্ত উত্তপতি হব। তেতিয়া সিবিলাকে বৰ মন দি মোলৈ একে ঠৰে চাই, আৰু সুধিলে, বোলে, ইশ্বৰৰ পুত্ৰত আস্ৰুই ললতেই আমাৰ আগলৈ গতি কি হব, তাক আমি জানিব পাৰিম নে? তেতিয়া মই সিইঁতক উত্তৰ দি কলোঁ, হই জানিব পাৰিবা। পৰম ইশ্বৰ তুষ্ট হলে আমাৰ মনত সান্তনাৰে ভৰাই দি দ্ৰিঢ় ভাৱনা কৰাব, আৰু তাতকৈও মৰনৰ ভই গুচিব, ভই কৰোক চাৰি সান্তনাহে পাব; কিয়নো পৰম ইশ্বৰে দণ্ডৰ আগ্যা নো হোআকৈ আসা ভাৱনা সদাই মনত দিচে, ইয়াক ঠিককৈ জানিব পাৰে। ইশ্বৰ আৰু মানুহবিলাকৰ মাজত সেই পুত্ৰ সমজুআৰ বিসইৰ অধিকাৰ হল, আৰু তেঁওত বিশ্বাস কৰাবিলাকক ইশ্বৰে সৈতে নিচই মিল কৰিব। এই কথা সুনি সিবিলাকে ইটে সিটৰ মুখলৈ চাই বুলিলে, বোলে, এয়ে বৰ চিকন কথা। পাচে সিইঁতে আকও মোত সুধিলে, এই সকল কথা কোন সাস্ত্ৰত লিখিচে? তেতিয়া মই কলোঁ, ইশ্বৰে ধৰম সাস্ত্ৰত লিখিচে, তাকে পৰ্হিলে জানিব পাৰে, অৰ্থাত কি ৰূপে পাপৰ কাৰন পৰম ইশ্বৰৰ ক্ৰোধ লোকবিলাকৰ ওপৰত লাগিল, আৰু সেই ক্ৰোধ গুচাবলৈ তেঁও আপোন পুত্ৰক পাপি লোকৰ কাৰনে প্ৰিথিবিলৈ পঠাই তেঁওৰ তেজেৰে পাপৰ প্ৰাচিত্ত কৰিলে, আৰু কি ৰূপে তেঁও তিন দিনৰ দিনা মৈদামৰ পৰা উঠি, ইশ্বৰৰ ওচৰলৈ উভতি গল, আৰু সেসৰ দিনা তেঁও তেজস্বি মহিমাৰে পুনৰাই এই প্ৰিথিবিত লোকবিলাকৰ সোধ কৰিবলৈ আহিব, এই সকল কথা তাতে লিখা আচে, তাকে পৰ্হিলে প্ৰকাস ৰূপে জানিব পাৰিবা। এনে কথা কৈ বিদাই লৈ নাৱলৈ উভতি আহিলোঁ।

সোম বাৰ বাতি পুআ নাও মেলি উজাই আহি গধুলি মঙ্গলদৈৰ ঘাট পাই তাতে নাও বান্ধিলোঁ। ঘাটৰ পৰা জিলালৈ এক ঘণ্টা মান বাট জাব লাগে, সেই কাৰনে মই জোআ নাই। পাঁচ জন চাহাব লোক গোট খাইচিল, এজন পাদুৰি চাহাব, মেম চাহাব, আৰু দুই জন বাবাও আচিল। মেম চাহাবৰ কিচুমান

বেমাৰ হোআতে নদিত হেৱা খাবলৈ গৈচিল, আৰু উইলমত চাহাব, তেঁওৰ মেম চাহাবে সৈতে কলিকতাৰ পৰা নাজিৰালৈ এখান বজৰাত চাহ কম্পানিৰ বিসই লবলৈ আহিচে। আৰু দিবুৰু গৰৰ পৰা জেক্কিঞ্চ চাহাবে ভতিয়াই আহিচে, কাৰন তেঁওৰ মেম চাহাবক কলিকতালৈ ভাপ জাহাজত পঠাইচিল, কিন্তু জাহাজত জাঁওতে কোনো কাৰনে তেঁওৰ গিয়ান হিন হোআ হেতুকে আৰু জাব নোআৰে বুলি জাহাজৰ অধিকাৰে তেঁওক ঢাকাত এৰি গল, তেঁওকে দেখিবলৈ চাহাবে ভতিয়াই গৈচে। তেঁওৰ বদলি পিটাৰ চাহাব তেঁওৰ মেম চাহাব আৰু এটি বাবাই সৈতে কলিকতাৰ পৰা আহিচিল। পাচে তেঁওৰ মেমৰ বাটত আহোঁতে কিবা বেমাৰ হৈ মঙ্গলদৈ পাঁওতেই মৰিল। তেঁওৰ মৰা স কবৰ দিবৰ কাৰনে গোআহাটিলৈ ভতিয়াই নি তাতে কবৰ দি পুনৰাই উজাই আহিল। আৰু তেজপুৰৰ কলেক্তৰ চাহাবে দৰঙ্গ জিলাৰ ৰুপিত মাটি নদিএ নষ্ট কৰাৰ কাৰনে তাকে কি ৰুপে ভেতি ৰাখিম বুলি চাবলৈ জাঁওতে গধুলি হোআৰ কাৰনে এই ৰাতি হাৰঞ্চ চাহাবৰ বঙ্গলাতে থাকিল। মই হলে বামলৈ উঠি এজুম ডোম মানুহক বহি থাকিবৰ দেখি সিহঁতৰ ওচৰলৈ গৈ সুধিলোঁ, তহঁতে ইয়াত কি কৰিচা? সিহঁতে কলে, আমি কানি খাইচোঁ। মই কলো, অহ কানি খাইচা, সেয়ে তোমোলাকৰ সত্রুহে; অনেক অনেক মানুহক নষ্ট কৰিলে, ইয়াক তহঁতে নে জানিলি নে? সিহঁতে বোলে, হই, এই সকল আমি জানোঁ, তথাপি কি কৰিম? এৰিব নোআৰোঁ, খোআ সহজ, কানিএ সকতকৈ টানিচে। জেতিয়া কানি খাবলৈ পাঁও তেতিয়াহে লৰা তিৰোতা আদি কৰি সকলোকে আলাপ প্রিতি কৰোঁ, কিন্তু কানি নে খালে সকলোকে একো মুল্য হেন নে দেখো, কেৱল মাটিৰ নিচিনা মানোঁ। কম্পানিৰ দিনৰ পুৰ্বে প্রাই কোনে নে খাইচিল, এতিয়া হলে প্রাই সকলোএ কানি খাই, আৰু লোকবিলাকৰ প্রান হিন হল। মই সিহঁতত কলোঁ, এই সত্রু বৰ সকত, আৰু অচমিয়াবিলাকক সিহে বন্দি কৰিচে, তথাপি দমন কৰিলে কৰিব পাৰে। প্রথমতে সেই সত্রুই দুই এক মাহ মানলৈকে বৰকৈ দুখ কৰিব; কি জানি কানিয়াবিলাকে বুলিব, হাই হাই, কেনেকৈ থাকিম, আমি হলে সকলো নিচই নষ্ট হম। এনে সত্রুক কোনেও সহিব নোআৰে, কিন্তু ক্রমে ক্রমে জদি খেদি দি থাকে, তেন্তে তাৰ বল কমি জাব, পাচত নিচই ঘাটি কৰা হব। সিহঁতে কিচু সম্মত হোআ জেন দেখি, মই আৰু কথা কলোঁ, তহঁতৰ সন্তানবিলাকে জদি সেই সত্রুক কেতিয়াও নো চোএ, তেন্তে কোনো ৰুপে সিহঁতক ধৰিব নোআৰে, এই ৰুপে দুই এক পুৰুস হলে তাক দেসৰ পৰা খেদোআ হব; এই সকলোকে কৈ নাৱলৈ আহিলোঁ।

বুধ বাৰ গধুলি এটা ঘাট পাই তাতে ৰাতি ৰলোঁ। সেই ঘাটতে মাচ কিনিবৰ নিমিত্তে দুই তিন খিনমান বাটৰ পৰা অহা তিনি কুৰিমান কচাৰি লোকক তাতে লগ পালোঁ। সিহঁতে কাতি মাহৰ পৰা বহাগলৈকে অহা জোআ কৰি তিনি চাৰি কুৰিমান লোক এই ঠাইতে থাকে সিহঁতে ডোম লোকৰ পৰা কেঁচা মাচ কিনি ৰদত সুকুআই আপোন আপোন গাঁৱলৈ নি কোনোটোৱে তাৰে লা সলাই, পাচে সেই লা আনি কেঁয়াবিলাকত বেচি ধন পাই, সেই ধনু আনি খাজানা সোধাই, আৰু কোনোবোৰে হলে আপোনাৰ লৰা তিৰোতাই সৈতে ঘৰতে খাই। এতিয়া হলে সিহঁতে মাচ পোআ নাই, সুধা হাতে ঘৰলৈ উভতি জাব লাগিব বুলি কলে। কচাৰি লোক হলে অগিয়ানি আৰু মহাজনবিলাকেও সিহঁতক বৰকৈ ঠগাই বুলি সুনিচোঁ। কম্পানিএ জদি সিহঁতলৈ অনুগ্রহ কৰি সিবিলাকৰ মাজত ইকুল পাতে, তেন্তে দুই এক বচৰতে সিবিলাক বৰ উতম লোক হব প্যাৰে।

সিঙ্গৰি পৰ্বত এৰি আহি ৰাতি পুআই উজাই জাঁওতে এটা ওখ গৰাৰ ওপৰত বহি থকা এটা বৰ ডাঙ্গৰ বাঘ দেখিলোঁ। সি মানুহৰ মাত সুনি মুৰ দাঙ্গি দাঙ্গি চাই গোটা চাৰেক মানুহক দেখি, তই পাই মাটিত পেট পেলাই তাতে থাকিল। আমি তাৰ পৰা গুটি

আহিলোঁ: পাচে আহি আহি তেজপুৰৰ পৰ্বত মধ্যা দেখা পালোঁ সেই পৰ্বত দুৰৈৰ পৰা দেখিবলৈ সুন্দৰ, কিন্তু তাৰ ওচৰলৈ আহি নিবাসি লোক নিচই তাকৰ হেন দেখিলোঁ। ইয়াত চাবলৈ জি জি বস্তু আচে, তাৰ সকলোৰ মাজত শ্ৰীজুত মাৰ্ত্তিন চাহাবৰ বৰ গচৰ এঁঠা বনোআ কলক আচৰিত হেন দেখিলোঁ। সেই এঁঠা কি ৰূপে বনাইচে, তাকে কিচুমান তলত লিখা হৈচে। সেই এঁঠা দুই তিনি দিনমান বাটৰ অন্তৰ এখান জাবনিৰ পৰা গাঁৱলিয়া মানুহবিলাকে বেচিবগৈ প্ৰতি জনে একে বেলিএ ত্ৰিচ সেৰ মান আনে। তাৰ দাম মোনত দুই টকা চাৰি অনা। এঁঠা কৰোআ বকচিএ সি- পৰা কিনি পুখুৰিৰ নিচিনা মাটিত পুতি বৰ একোটা পেৰাত থই। আৰু সেই পেৰাৰ তলত এঁঠাত পানি জাবলৈ দুই তিনটা মান বাট পেচ দি ৰাখে। পাচে জিমান এঁঠা সেইমান পানি তাতে মিহলি কৰে; কাৰন পানি নি দি-লে এঁঠা গোট নে খাই, আৰু পগাই বনাব নোআৰে। পাচে চাৰি পাঁচ দিনৰ মুৰত এঁঠা নিৰ্ম্মল হৈ পানিৰ ওপৰত উপঙ্গিলে তেতিয়া পেৰাৰ তলত থকা সেই পেচ খুলি দিলে, পানিবোৰ জাই, এঁঠাবোৰ থাকে। পাচে তাৰ পৰা তুলি আনি লোৰ বৰ বৰ থালিত দুই তিনি ঘণ্টা মান পগাই। জেতিয়া সেই এঁঠা সিজে, তেতিয়া থালিৰ পৰা এদাল মাৰিৰ মুৰত থকা তিনটা লোৰ কাঁইটেৰে খোচ মাৰি মাৰি উলিয়াই। ইটা বনোআৰ নিচিনা দিঘলে দুই হাত, পথালি এক হাত, ইমান ডাঙ্গৰ এখন খৰমাত ভৰাই। পাচে খৰমাৰ তলে ওপৰে তাৰ সমানে লোৰ দুই চতা পাত দি, পাচে চেপা পেচৰ তাতে সুমাই দি পেচ দুই মা-মুহে ঘুৰাই এক ঘণ্টা মান তাতে ৰাখে। পা-চে জেতিয়া এঁঠা গোট খাই, আৰু তাৰ পানি ওলাই, তেতিয়া তাৰ পৰা উলিয়াই সমানে জুৰি কৰতেৰে মাজতে কাতি চাৰি চুকিয়া দুই খান কৰি ৰদত থই পাচে আকও তেল গোৱা শালৰ নিচিনা এক জন্ত্ৰত সুমাই দি এক ৰাতি চেঁপি পানি ওলাব দিএ। পাচে তাৰ পৰা উলিয়াই আকও বৰ থালিত পানি দি দুই তিনি ঘণ্টা মান সিজাই থাকে। জেতিয়া হব তেতিয়া আকও সেই চেপা জন্ত্ৰত এক দিন এক ৰাতি চেপে। পাচে তাৰ পৰা উলি-য়াই ওপৰত চুন লিপি ৰদত সুকাবলৈ দিএ; জেতিয়া সুকাই তেতিয়া চন্দুকে পতি পাঁচ মোন কৈ ভৰাই বিলাত দেসলৈ পঠাই। গল সনে চাৰি স মোন মান পঠাইচিল, আৰু তাৰে পৰা অনেক লাভ পালে বুলি সুনিলোঁ। এই বচৰত বাৰ স মোন মান পঠাব বুলি সুনিচোঁ। বিলাতৰ কাৰিকৰবিলাকে তাকে কিনি সেই এঁঠাৰে জুতা পা ধোআ চৰিয়া আৰু প্ৰান ৰখ্যা কৰা সৰু সৰু নাও তুমি অনেক ৰকমৰ কাপৰ পালঙ্গ আৰু লৰাই ওমলা অনেক ৰকমৰ বস্তু বনাই। সিবিলাকেও তাৰে দোআৰাই অনেক লাভ পাইচে। ক. ভ.

১৭ আঘোন, সন ১৮৫৩।



South Sea Island Images.

দখিন পাচিফিকৰ মাজুলিৰ লোকে সেৱা কৰা দেৱতাৰ মুৰ্ত্তি।

## অৰুনোদইৰ সু নিয়ম ।

To the Readers of the Orunudoi.

অৰুনোদই পাঠক জুবা বন্ধু সকলৰ প্ৰতি নিবেদন ।

এই অৰুনোদই আমাৰ নিমিত্তে সৰ্ব্ব প্ৰকাৰে উপকাৰি কাকত, কিন্তু জি সকলে অৰুনোদই লৈচে, সিবিলাকে মাহে মাহে অৰুনোদই পালে সেই সময়ত সিবিলাকৰ আন আন কথাত মন থাকে । তথাপি অৰুনোদই পালেই মেলি চাই তাত জি জি কথা আচে, সেই সেই বিসয়ৰ ওপৰত ডাঙ্গৰ আখৰেৰে লিখা কথাটি চায়েই তাৰ সকলো কথা ন পঢ়ি, বা মন গলে কেতিয়াবা কোনোটো কথা চায়েই, ঠায়ে ঠায়ে অৰুনোদই পেলাই থই, এই গুনে তাত থকা সকলো বিবৰন প্ৰাই লোকে ন জনাকৈএ থাকে । জদিবা কোনো কোনো লোকে সাৰুসেসে চায়ো তথাপি সেই সেই কথাবোৰ ভালকৈ মনত নে থাকে; এই গুনে তোমোলাকে মাহে মাহে অৰুনোদই পালে স্ৰেনি মতে তাক কিতাপৰ দৰে গাঠি গাঠি লিখা পঢ়া ঠাইত থৈ দিলে, কেতিয়াবা আহৰি পোআ সময়ত মন গলে তাক মেলি চালে আকও সেই কথা নকৈ পোআ জেন লাগিব, আৰু অৰুনোদই কেনে অমুল্য উপকাৰি তেতিয়াহে বুজিবাইক ।

ডাঙ্গৰ চাৰি পিটিয়া অৰুনোদইৰ বাহিৰে দিঘে ১২ আঙ্গুল, পথালিএ ৭ আঙ্গুল চুটি ১৬ পিটিৰে মেগজিন নামে এবিধ অৰুনোদই গিয়ান ভণ্ডাৰ মাহে মাহে প্ৰকাস হই । তাৰ দাম দিঘল বিধ অৰুনোদইৰে একে, অৰ্থাত ইয়াতকৈ তাত কথা অধিক আৰু মাহে মাহে গোটাই নি বচৰেকত কিতাপ বান্ধিবলৈ অতি সুন্দৰ; অৰুনোদই প্ৰকাস কৰা চাহাবলৈ চিটি লিখিলে সেই বিধকে মাহে মাহে পঠাব ।

বন্ধু সকল, আম্হাৰ কথা জদি বিবেচনা কৰি ভাল পালা, তেন্তে আগত সন (১৮৫৪) সনৰ আদি জানুআৰি মাহৰ পৰা সেই ৰুপ কৰাইক, আৰু মেগজিন অৰুনোদই পাবলৈ সম্পাদক চাহাবলৈ লিখি পঠোআ ।

অৰুনোদই পাঠক এজন ।

## এজন বাদস্যা আৰু দৰবেচ ফকিৰ ।

The Pacha and the Dervish.

তাতাৰ দেসৰ এজনা বাদস্যা আপোনাৰ মন্ত্ৰিবিলাক সহিতে ফুৰিবলৈ গৈচিল, এনেতে এটা দৰবেচ ফকিৰ অকস্মাতে আহি ৰৰকৈ বিঙ্গিযাই কলে, বোলে, মোক এস সোনৰ মোহৰ জেয়ে দিব, তাকে মই এটা উপদেস দিম । বাদস্যাই তাকে সুনি বেগতে তিমান সোন আনি দিলে, ফকিৰেও বাদস্যাক এই উপদেস দিলে, বোলে জি কৰমৰ সেস নে দেখে, তাক কৰিবলৈ ন ধৰিব । মন্ত্ৰিবিলাকে এই কথা পোন জেন গিয়ান কৰি ইতিকি কৰি কলে, এই ফকিৰে এনেটো উপদেস দিএ, ভালেমান লাভ কৰিলে । বাদস্যাই তাতে বৰ সন্তোস হৈ সেই উপদেসৰ সকলো কথা ৰজাৰ ঘৰত সোনৰ আখৰেৰে লিখি থলেগৈ ।

অনেক দিনৰ পাচে কোনোবা সত্ৰু এটাই বাদস্যাৰ ভেজ কাটিবৰ সময়ত তেঁওক বিহ দি মাৰিবৰ নিমিত্তে নাপিতক ভালেমান ধন ভেটি দিলে । পাচে জেতিয়া নাপিতে বাদস্যাৰ হাত বান্ধি মাৰিব খোজা অস্ত্ৰ হাতত ললে, তেতিয়াই সেই নাপিতে ওপৰলৈ চাই দেখিলে, "জি কৰমৰ সেস নে দেখে, তাক কৰিবলৈ ন ধৰিব," এই উপদেস কথা দেখিলতে সি চমতক্ৰিত হল, আৰু তাৰ হাতৰ পৰা অস্ত্ৰ সৰি পৰিল । বাদস্যাই তাৰ এই কথা দেখি তাৰ কাৰন সুধিলে, পাচে নাপিতে বাদস্যাৰ ভৰিত পৰি সেই সকলো কথা তেঁওক সঁচাকৈ কলে । তাতে বাদস্যাই তাক সকলো দোস খেমা কৰিলে, কিন্তু জি সত্ৰুএ নাপিতক ভেঁটি দিচিল তাক বধ কৰিলে । জি সকলে আগেয়ে সেই উপদেস কথা তুচ্য জেন দেখিচিল, তেঁওবিলাকলৈ চাই বাদস্যাই কলে, জে সেই উপদেস কথাৰ পৰা এজন বাদস্যাৰ জিৱন ৰখা হল, তাৰ উচিত মুল্য দিব নোআৰা ।



## অচমিয়া লোকলৈ নিবেদন পত্ৰ।

Blessings of Philanthropy.

প্ৰিয় বন্ধু সকল,

আমাৰ দেসৰ লোক সকলে এতিয়া জি অৱস্থাৰে কাল নিয়াইচে, তাক গুনি চালে আপোনাৰ দেসৰ উপকাৰ চিন্তা লোকৰ মনত বৰ সোক জনমে। কিন্তু কি আচৰিত! এই দেসত এনে হিত চিন্তা মানুহ অতি তাকৰ, কিয়নো তেনে দেসো উপকাৰক থাকিলে আমাৰ দেসৰ দুখ একে বেলিএ গুচিলহেঁতেন। হাই হাই! কি বিসয়া, কি মজলিয়া, কি চহকি, কি দুখিয়া, কোনেও দেসৰ হিত নিচিন্তে। এইবিলাক সকলোএ ধনেৰে কেৱল আপোনাৰ পৰিয়ালক প্ৰতিপাল কৰি সুখে থাকিবলৈহে খোজে; জদি তেঁওবিলাকে একে চিত্ত হৈ আপোনাৰ দেসৰ উপকাৰৰ নিমিত্তে কোনো সজ কাৰ্জ কৰে, তেন্তে "সোনৰ অচম দেস," দুখৰ অচম দেস গুচি "ৰত্নৰ অচম দেস" হলহেঁতেন। জদি বিসয়া সকলে সুন্দৰ মতে বিদ্যা সিকি গিয়ানি হৈ খেতি বেপাৰ বা ৰাজ সেৱাক আস্ৰুই লৈ দেসৰ হিত চিন্তে, মজলিয়া সকলেও সেই ৰূপে আপোনাৰ সক্তি অনুৰূপে কাৰ্জ কৰে, আৰু চহকি খেতিয়ক সকলে খেতি বাৰ্হিবলৈ পৰম জতন কৰে, তেন্তে দেসৰ নো দুখ নু গুচিব নে! দেসৰ উপকাৰ কৰাত আপোনাৰ উপকাৰ নো হোৱা বিবেচনা কৰা অতি অজুগুত। কিয়নো গোটেই দেস খনৰে মঙ্গল হলে তাত থকাবিলাকৰো মঙ্গল হব। আৰু থকাবিলাকৰ মঙ্গল হলে গোটেই দেসৰে মঙ্গল হব।

হাই হাই! আমাৰ দেসৰ লোক সকলে দেসৰ উপকাৰ কৰা হেন পৰম বস্তুক জনা নাই। জদি কোনো লোকে দেসৰ দুখ দেখিব নোৱাৰি 'মঙ্গলৰ নিমিত্তে জতন কৰে, তেন্তে অন্যবিলাকে সেই জনক অধৰমি আৰু কুলোক বুলি ঘিন কৰাত সিও সেই জতনৰ পৰা পৰাজ মুখ হই। জাৰ পৰা দেসৰ উপকাৰৰ সম্ভাৱনা, সেই সকলে জদি এই দৰে আৰ 'বেচক সকলৰ সিদ্ধান্ত থাকিব নোৱাৰি নিৰুত্ত নাহি হই, তেন্তে আৰু সৰহ কি হব লাগে? আমাৰ দেসৰ বিসয়া জাজক আৰু ভদ্ৰ লোক সকলৰ গুন বিচাৰিলে বৰ বিৰকতি জনমে। তেঁওবিলাকে আপুনি সুন্দৰ ৰূপে কোনো বিদ্যা নি সিকি তেঁওবিলাকৰ সন্তান সন্ততি, সিস্য আৰু প্ৰজা সকলকো বিদ্যা সিকিবলৈ উপদেস বা উত্চাহ নি দি সিইঁতৰ মনত বৰ ভয়ানক কুসংস্কাৰ জনমাইচে। কি আচৰিত! জি সকলৰ পৰা দেসৰ উনতি হব পাৰে, সেই সকলেই এনে কু উপাদেসক হলে আন কোনে আমাৰ সেই আসা পুৰাব।

জননি আৰু জনম ভুমিৰ প্ৰতি মানুহৰ এক আচৰিত চেনেহ থাকে। এই চেনেহ অতি মনোৰম। জাৰ মনত এই চেনেহ সকত ৰূপে পৰ্সি আচে, সিহে এই কথাৰ গুন কৰ পাৰে; আৰু জি আপোনাৰ দেস এৰি বিদেসত থাকে, সিহে এই দুই কথাৰ মোল জানে। এক সময়ত ৰুচিয়া দেসৰ "পিতৰ দি গ্ৰেট" মহা ৰজাৰ নাম নো লোআকৈ থাকিব নোৱাৰি, তেঁও ৰাজ্য পাট এৰি ইউৰপৰ দেসে দেসে হজুআৰ বেসে জাহাজ সাজিব পৰা প্ৰভ্ৰিতি বিদ্যা সিকি অসভ্য ৰুচিয়াক সভ্য কৰিলে।। চন্দ্ৰ সুৰ্জ জিমান দিনলৈকে থাকে, তিমান দিনলৈকে ৰুচিয়াৰ পিতৰ ৰজাৰ নাম জলি থাকিব। পিত্ৰি মাত্ৰিক জদি কোনোএ বন্দি কৰি ৰাখে, তেন্তে সু পুত্ৰে তেঁওবিলাকৰ মুকুত কৰিবলৈ জতন কৰে। সাস্ত্ৰে কৈচে, জননি আৰু জনম ভুমি একে সমান পুজনিয়। হে অচম দেসি সকল! তোমোলাকৰ মাত্ৰিৰ নিচিনা জনম ভুমি অচম দেস বহু কালৰ পৰা অগিয়ান ৰূপ এন্ধাৰ আৰু কুৰিতি ৰূপ ৱন্দিসালত বন্দি হৈ অনেক জাতনা ভোগ কৰি তোমোলাকে মুকুত কৰিবলৈ জতন ন কৰা দেখি সাও দিব লাগিচে। এতেকে সেই দেস জেনেকৈ অগিয়ান আৰু কুৰিতি ৰূপ এন্ধাৰ বন্দিসালৰ পৰা মুকুত হই, তাকে তোমোলাকে পুৰুসাৰ্থ কৰা উচিত। আৰু তেনে হলে তেঁওৰ আসিৰ্বাদত তোমোলাকৰ অনেক দুখ গুচি মঙ্গল হব সংসই নাই, ইতি।

এজন অচমিয়া লোক।

কলিকতা, ১৫ নৱেম্বৰ ১৮৫৩।

## বিধৱাৰ বিবাহ ।

Marriage of a Widow.

জোআ ১৯ আঘোন মোতাবেক ৩ ডিচেম্বৰ তাৰিখৰ সম্বাদ ভাস্কৰ পত্ৰ পাঠ কৰি অৱগত হোআ জে বঙ্গাল দেসৰ মেদিনিপুৰ জিলাৰ বলভপুৰ গাঁৱত থকা নবিন চন্দ্ৰ মুখোপাধ্যায় নামে এজন কুলিন চহকি বামুনৰ ন বচৰিয়া বিধৱা চোআলি এটিক সেই গাঁৱৰ ওচৰৰে এখন গাঁৱত থকা বিপ্ৰদাস চক্ৰবৰ্ত্তি নামে এজন বামুনৰ পুতেকত সেই বামুনে সুখ মনে সালঙ্কৃতাকৈ বিয়া দিলে ।

এই সম্বাদত পৰম হৰ্স পাই আমি আমাৰ দেসৰ লোক সকলক জনাবৰ নিমিত্তে অৰুনোদইত চাপিবলৈ এই সমাচাৰ লিখি পঠাইচোঁ । পৰ্হা লোক সকলে পোনেই এই কেতিয়াও নো হোআ কথা সুনি আচৰিত হব পাৰে; কিন্তু সত্ৰকৈ বিচাৰি চালে ইয়াত আচৰিত হব লগিয়া একো কথাই নাই । ওপৰত কোআ মুখোপাধ্যায়ে জদি তেঁওৰ চোআলিটিক বাঁৰি হোআ দেখি বিয়া নি দিয়াকৈ থাকিলহেঁতেন, তেন্তে তেঁও কিমান পাপৰ জে ভগিয়া হলহেঁতেন, তাক কব লগিয়া নাই । আৰু সেই চোআলিটিএ স্বামিৰ অবিহনত কিমান জাতনা ভোগ কৰিলেহেঁতেন তাক পুৰুস সকলে কেনেকৈ জানিব ।

"নহি বন্ধ্যা বিজানিয়াৎ গুৰ্ব্বি প্ৰসব বেদনা ।"

বাঁজি তিৰোতাই সৰা চোআলি হোআ তিৰোতাৰ প্ৰসও বেদনা কেনেকৈ ভু পাব? আৰু এই দৰে পুৰুস সকলেও স্বামি নো হোআ তিৰোতাৰ জন্ত্ৰনা বুজ নে পাই । হাই হাই! বাঁৰি তিৰোতা সকলৰ জন্ত্ৰনা আৰু দুখৰ কথা সুনিলে পেটতে হাত ভৰি লুকাই ।

ওপৰত লিখা দৰে এই সুনিতি জদি গোটেই ভাৰত বৰ্সতে চলে, তেন্তে তাৰ পৰা ভ্ৰূন হত্যা বিভিচাৰ দোস প্ৰভিতি মহা পাপ নো একে বাৰে কম ন পৰিব নে? এই সকল মহা পাপৰ কাৰনত পুন্য ভুমি ভাৰত বৰ্স একে বাৰে পাপ ভুমি ন হৈছে নে? এতেকে আমি একান্ত মনে দায়াৰ সাগৰ সৰ্ব কৰ্ত্তা জগত ইস্বৰত প্ৰাৰ্থনা কৰিচোঁ, জেন এই সুনিতি আমাৰ দেসতো চলি এই দেসৰ সহিব নোআৰা পাপ সকল দুৰ হই । হে দায়াময় পৰম ইস্বৰ, তুমি অচম দেসত এনে দিন কেতিয়া কৰিবা, জে তাত থকা সকলোএ এই সকল কথাক অসুধ হেন নে ভাবি তোমাৰ সুনিয়ম সকলক প্ৰতিপালন কৰিব?

আমাৰ দেসৰ লোক সকলে জদি ওপৰত কোআ কথাত পতিয়ন নে জাই, তেন্তে সম্বাদ ভাস্কৰ পত্ৰ সম্পাদকলৈ চিঠি লিখিলেই সঁচা মিচা জানিব পাৰিব ।

কলিকতাত থকা এজন অচমিয়া লোক ।
কলিকতা ১২ ডিচেম্বৰ ১৮৫৩ ।

---

## ৰজাৰ মুখ দেখাৰ ফল ।

Advantages of seeing a King.

এদিন ৰাতি পুআই একনা ৰজা পহু মাৰিবৰ নিমিত্তে জাত্ৰা কৰাৰ সময়ত কুচিত অঙ্গ হিন এটা মানুহক দেখি কলে, এটা বৰ অমঙ্গল দেখিলোঁ, আজি পহু মৰা অধিক ন হব । এই কাৰনে এই মানুহটোক উচিত সাস্তি দি থবলৈ আগ্যা দিলে । পাচে পহু মাৰিবলৈ গৈ মনত ইচা কৰা পহু আদি পোআৰ পাচত ঘৰলৈ আহি মনতে গুনিলে, জে মোৰ পহু মাৰিবলৈ জোআ সিধি হল, এতিয়া বন্দিসালত থোআ মানুহটোক এৰি দিয়াই । তাৰ পাচে সেই মানুহটোক আগলৈ অনাই ভাল বঁটা দি কলে, বোলে, হে মানুহটো, মই পহু মাৰিবলৈ জোআ ভাল ৰূপে সিধি হল, এই কাৰন তই এতিয়া আপোনাৰ ঘৰলৈ জা । কুচিত অমঙ্গল মানুহটে কলে, বোলে, হে মহা ৰাজ, আপোনাৰ আগ্যাই প্ৰধান বলৱন্ত, কিন্তু দুখৰ কথা এইটোহে; আজি ৰাতি পুআই আপুনি এই দুৰ্ভগিয়া দুখিয়াটৰ মুখ দেখাত পৰম সুখ পালে; কিন্তু মই আজি ৰাতি পুআই প্ৰথমতে মহা ৰজাৰ শ্ৰী মুখ দেখা পোআত গোটেই দিন অনাহাৰে বন্দিসালৰ দুখ ভোগ কৰিলোঁ ।

## লৰা কালে কৰিব লগা কৰম ।

Duties of Children.

মোৰ প্ৰিয়তম সদজন গনগন্য অৰুনো- গ্ৰাহক সকললৈ বুধি হিন কামৰুপস্থ এজন মানুহ নিবেদন কৰিচোঁ, আমাৰ কথা জেন হেয় গিয়ান ন কৰি কোআমত আচ- ৰিবাইক ।

পুত্ৰ সকলে মাক বাপেকৰ পৰিচৰ্জা আৱস্যক কৰিব লাগে । সাস্ত্ৰতো কোআ আচে, কিয়নো মাতা পিতাৰ মনোমত কৰম কৰা পুত্ৰ উত্তম, বপেক মাকৰ আগ্যাৰ দোআৰাই কাম কৰা পুত্ৰ মধ্যম, জিটো সিবিলাকৰ হুকুম মত নে থাকে, তাক অধম বোলে, এইটো ঠিক কথা । কিয়নো পৰম গিয়ান সাধিব পৰা পাবলৈ টান, এনে মনুস্য সৰিল মাক বাপেকৰ পৰা পোআ জাই, সিবিলাকে লৰা ডাঙৰ হবলৈ গুৰুপদুৰে গিয়ানি হবলৈ খোআ সোআ এৰি স্ৰম কৰে । আৰু দেখাচোন, মাৰাই তোমাক দহ মাহ গৰ্ভ ভাৰ বৈ দুখ পাই, এবং পুতে- কক পালিবৰ নিমিত্তে সৰ্বদা অস্থিৰ থাকে । আৰু পিতা মাতাই জনমিবৰে পৰা ধন বস্তু আৰ্জি পুতেক জিয়েকে খাবৰ কাৰন সাঁচি ৰাখে । বিসেসত মাক বাপেকৰ আগ্যা মনা বালকৰ সুখ মান গিয়ান সিল্প বিদ্যা, সাস্ত্ৰ বিদ্যা, আ- দি সকলো হই । ইয়াৰে উপদেসক আখ্যান এটি সুনা, মই কঁও, জদি উক্তমত আচৰন কৰা°ক, বৰ ভাল হবা, এয়ে ন হলে লোকৰ নিন্দা পাবা ।

উদাহৰন । সিংহল নগৰে নগেস্বৰ নামা এজন ব্ৰাহ্মন আচিল । তেঁওৰ দেবেন্দ্ৰ, বিৰেন্দ্ৰ, খগেন্দ্ৰ নামে তিন জন পুত্ৰ হল । তাৰে বৰ দেবেন্দ্ৰ, সি সৰ্বদাই মাতা পিতাৰ মনোমত কাম কৰে, আৰু এয়ে মোৰ কৰিব লগা, এই বুদ্ধি পাঠ হি কৰে, কাকো অপেখ্যা নে ৰাখে, তাতে তাৰ উত্তম গিয়ান হল, সেই হেতু আটাই মানুহে মানেও আদৰ কৰে, তাতে ধন সুখ মৰন পৰ্জন্ত হল ।

মধ্যম খগেন্দ্ৰই মাতা পিতাৰ আগ্যা মত কৰম কৰে, কিন্তু সিবিলাকৰ মন বুজি কাম কৰিব নোআৰে, তথাচ অনেক মানুহৰ পৰা সুখিয়াতি পাই বহু সুখ আৰ্জিলে, আৰু বিদ্যাৰম্ভ হল । আৰু সৰু বিৰেন্দ্ৰই মাক বা- পেকৰ আগ্যানুসাৰে কাম ন কৰে তেঁওবি- লাকৰ হুকুমে নে থাকে, কিন্তু গালিহে দিএ তাতে তাৰ বেয়া কামত মন বাৰ্হি গল; লোকৰ নিন্দা পালে, ৰাজ পিডাও পালে । এতেকে হে বালক গন, ইয়াকে জানি সুনি মাক বাপেকৰ আগ্যা সুনিবা, তাতে ইয়াৰ কোআ মত উত্তম নাম পোআ । স্ৰী প্ৰ ম থ ৰ স ম ।

## ফেব্ৰুআৰি, অৰ্থাত ফাগুনৰ পঞ্জিকা ।

Almanac for February, A. D. 1854. Sal. ac 1775.

| ফেব্ৰুআৰি | মাঘ | বাৰ | তিথি | দিনমান | ফেব্ৰুআৰি | ফাগুন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৪ | ৪ | ১০।৪৮ | ১৫ | ৫ | ৪ | ১৭ | ১১।৭ |
| ২ | ২১ | ৫ | ৫ | ১০।৪৯ | ১৬ | ৬ | ৫ | ১৮ | ১১।৮ |
| ৩ | ২২ | ৬ | ৬ | ১০।৫০ | ১৭ | ৭ | ৬ | ১৯ | ১১।১০ |
| ৪ | ২৩ | ৭ | ৭ | ১০।৫১ | ১৮ | ৮ | ৭ | ২০ | ১১।১১ |
| ৫ | ২৪ | ১ | ৮ | ১০।৫৩ | ১৯ | ৯ | ১ | ২২ | ১১।১২ |
| ৬ | ২৫ | ২ | ৯ | ১০।৫৪ | ২০ | ১০ | ২ | ২৩ | ১১।১৪ |
| ৭ | ২৬ | ৩ | ১০ | ১০।৫৬ | ২১ | ১১ | ৩ | ২৪ | ১১।১৫ |
| ৮ | ২৭ | ৪ | ১১ | ১০।৫৮ | ২২ | ১২ | ৪ | ২৫ | ১১।১৭ |
| ৯ | ২৮ | ৫ | ১২ | ১০।০ | ২৩ | ১৩ | ৫ | ২৬ | ১১।১৮ |
| ১০ | ২৯ | ৬ | ১৩ | ১০।১ | ২৪ | ১৪ | ৬ | ২৭ | ১১।১৯ |
| ১১ | ১ | ৭ | ১৪ | ১১।২ | ২৫ | ১৫ | ৭ | ২৮ | ১১।২১ |
| ১২ | ২ | ১ | ১৪ | ১১।৪ | ২৬ | ১৬ | ১ | ২৯ | ১১।২২ |
| ১৩ | ৩ | ২ | ১৫ | ১১।৫ | ২৭ | ১৭ | ২ | ৩০ | ১১।২৪ |
| ১৪ | ৪ | ৩ | ১৬ | ১১।৬ | ২৮ | ১৮ | ৩ | ১ | ১১।২৬ |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিদ ।

Receipts for the Orunudoi.

স্ৰীযুত বাবু কিৰ্ত্তিনাথ ফুকন মুনচেফ ১৲
স্ৰীযুত বাবু লক্ষিনাথ সৰ্মা গজপুৰিয়া
বৰুআ সিৰস্তাদাৰ ১৲
স্ৰীযুত ধৰ্মেস্বৰ সৰ্মা নাজিৰ ১৲
স্ৰীযুত বাবু দিননাথ বেজ বৰুআ
সিৰস্তাদাৰ ১৲
স্ৰীযুত বাবু দুৰ্গা প্ৰসাদ জেল দাৰোগা ১৲
স্ৰী ৰহপুৰ মৌজাদাৰ, ১৲
স্ৰীজুৰমন ১৲

THE ORUNUDOI,
*Printed and published monthly by N. Brown, Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam.*

# অৰুনোদই

৯ বচৰ। মোং সিৱসাগৰ, ফেবৰুআৰি, ১৮৫৪। নম্বৰ ২।

VOL. IX. SIBSAGOR: FEBRUARY, 1854. NO. 2.



শ্রীজুত দোস্ত মহমদ কাবোলৰ আমিৰ।

Dost Mahomed Ameer of Cabul.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.—Turco—Russian hostilities.**

ৰুচিয়া আৰু তুৰুকি এই দুই দেসৰ ৰন এই ৰূপে হৈছে। তুৰুকিবিলাকে বামত অনেক বাৰ ৰুচিয়াক জই কৰিলে হই; কিন্তু ব্লাক সাগৰত ৰুচিয়াবিলাকে তুৰুকিৰ অনেক জাহাজ নষ্ট কৰিলে, আৰু কেতবোৰক বন্দিয়াৰকৈ ধৰি নিলে।

ইংলণ্ড আৰু ফ্রাঙ্কে এতিয়ালৈকে ৰুচিয়াৰ অহিতে জুধ কৰিবলৈ ওলোআ নাই, কিন্তু পাচৰ ডাকত এই দুই দেসে তুৰুকিৰ ফলিয়া হৈ ৰুচিয়াৰ অহিতে জুধ কৰিব বুলি সুনিচোঁ।

পাৰ্চিৰ স্যাহ বাদস্যাই ৰুচিয়াৰ ফলিয়া হৈ তুৰুকিৰ অহিতে জুধ ধৰিব বুলি কৈছে।

ৰুচিয়া দেসৰ কটকিএ কাবোল আৰু বধৰা দেসলৈ গৈ দোস্ত মহমদ কাবোলৰ আমিৰক কম্পানিৰ অহিতে উঠিবলৈ উদগাইছে। কাৰন দোস্ত মহমদে কাবোলৰ কালে উঠি-

লে, ইংলণ্ডৰ জি ফৌজক ৰুচিয়াৰ অহিতে পঠাব খোজে, সেইবোৰ ফৌজক পঞ্জাব বা-ঙ্গিৰলৈ পঠাব । তাতে ইংলণ্ডে তুৰুকিৰ সহাই হ্ব নোআৰিব ।

ওপৰৰ কথা লিখোঁতেই আমি তলত এই ৰূপে লিখা কথা পাইচোঁ ।

আৰু বম্বাই সম্বাদ পত্ৰত লিখিচে, বোলে, সেই খন চাইত পাৰ্চিএ সৈতে ৰন হোআৰ কথাকেহে সকলো ফালে কই । জাহাজি ৰনুআ আৰু পদাতি সেনা সকলো ৰনলৈ জাবৰ কাৰনে জুগুত হৈ আচে । এখান ৰনুআ জাহাজ ইয়াৰ আগেএ গল্‌ফ্‌ নামে এক ৰনৰ ঠাইলৈ গল, আৰু অতি সোন কালে বুস্যায়ালৈ জাবৰ নিমিত্তে ফৌজ গোট খাই আচে । তিহিৰানত থকা ইঙ্গৰাজি ৰেচিদেণ্ট চাহাবে সেই ঠাই এৰি জাবলৈ জুগুত হৈ আচে, আৰু তেওঁৰ নিচান নমোআ হল । তুৰুকিৰ অধিকাৰো জাবলৈ ধৰিচে । ইয়াকে ৰুচিয়াৰ আলচৰ দোআ-ৰাই কৰা হল । পাৰ্চিৰ চাৰি হেজাৰ সৈন্য বুস্যায়ালৈ গল । বাগদাদ আৰু বচৰাহ এই দুই চুলতানৰ ঠাইলৈ স্যাহ বাদস্যাৰ ফৌজ গৈচে । আৰু পাৰ্চিৰ এভাগ সেনাই হিৰাট-লৈ গৈ ৰুচিয়াই সৈতে লগ হব খুজিচে; আৰু বম্বাই পত্ৰত এই ৰূপে কৈচে, বোলে, তিনি জন ৰুচিয়াৰ প্ৰধান লোক কান্দাহা-ৰত থাকি তাৰ কোঁঅৰে সৈতে সদাই কথা বাত্ৰা হৈচে, আৰু সিবিলাকৰ সৰহ ধনো আচে । কান্দাহাৰ মানুহে বুলিচে, জাৰ কালিৰ পাচত পাৰ্চি আৰু ৰুচিয়াৰ সৈন্য বলান পাচ নামে ঠাইলৈ জাব ।

দেলহি গেজেটে কৈচে, আফিদি লোকে পৰ্ব-তৰ দোআৰাই বলান নামেৰে জি বাট তাক ৰাখিলে । পাৰ্চিএ ৰুচিয়াৰ লগ হৈ তুৰুকি আৰু ইংলণ্ডৰ অহিত ন হব বুলি একো সংশই নাই, এই হেতুকে এই ঘোৰ জুধ নিচয়ে হব ।



## খেহ দেসৰ ৰন ।

**The War in China.**

খেহ দেসৰ আগৰ বাত্ৰা এই ৰূপ আহিচে, বোলে, ৰাজ দ্ৰোহিয়াবিলাকে জই কৰি কৰি ফুৰিচে, আৰু কি জানি পেকিন নামে ৰাজ নগৰো এতিয়া লব পাই ।

আন এক পত্ৰত আমি সুনিচোঁ, বোলে, ৰাজ দ্ৰোহিয়াবিলাক খ্ৰিষ্টিয়ান, আৰু নিৰাকাৰ পৰম ইশ্বৰক সিবিলাকে দিনে দিনে আৰু ভোজনৰ সমইতো সেৱা কৰে । সিবিলাকৰ খোআ বস্তু অধিক আৰু কাপযো সৰহ আচে । সিহঁতে কানি, ধঁপাত, ফটিকা, এইবোৰ বস্তু নে খাই । আৰু চোৰ আদি বেস্যা কৰমো ন কৰে ।

সিবিলাকৰ ৰনুআ সেনাবিলাকেও খোআ পিন্ধাত বাহিৰে একো মহিমা ন লই ।

সেনাবোৰে আপোনাৰ নিমিত্তে একো বস্তু ন লই, জদি কোনোএ কিবা বস্তু পাই, তেতি-খনে ৰাজ ভঁৰালত সুমাই দিএ । এই ৰূপে সিহঁতৰ অসংখ্য ধন হৈচে; আৰু সেই ধনেৰে সৈতে ৰনৰ কৰমো চলাই ।

মানুহবোৰে আপোন আপোন তিৰোতাৰে সৈতে নে থাকে । সিবিলাকৰ মাইকিবোৰে একে লগে নগৰৰ একালে থাকে, আৰু কোনো মানুহ তালৈ নে জাই, গলে প্ৰান দণ্ডৰ আগ্যা হই । মতা মানুহ আৰু মাইকি মানুহ এই কাৰনে বেলেগ হৈ থাকে । জেতিয়া সিবি-লাকে কোআংচিৰ পৰা নানকিঙ্গলৈ জাত্ৰা কৰি গৈচিল, তেতিয়া মাইকিবোৰেও মতাৰ ওচৰত থাকি ৰৰ সাহেৰে জুধ কৰিচিল । কিন্তু জেতিয়া সিবিলাক নানকিঙ্গ পালেগৈ, তেতিয়া মতাৰ পৰা মাইকি বেলেগ হল; কিয়নো তেতিয়া মাইকিএ ৰন কৰিবৰ একো কাৰন নাচিল । সেই কাৰনে মাইকিবোৰে বেলেগ হৈ থাকি সিহঁতৰ অনেক অনেক কৰম কৰি থাকে, আৰু কেতখনি কাল সিহঁতে লিখা পঢ়া সিকে, সিহঁতৰ ২৫ জনিৰ ওপৰত একজনি মাইকি ওজা থাকে । কিন্তু মুনিহ মানুহবোৰে এতিয়া ৰন আদিৰ কৰম চলাই থাকে, আৰু জেতিয়া

দেস জিনি লব, তেতিয়া সিবিলাকে আপোন আপোন তিৰোতাক আৰুও চপাই লব। প্ৰতি মানুহ আৰু মাইকিৰ নাম ৰেজিষ্টৰ কৰা হল, এই নিমিত্তে জেতিয়া ৰন জুধ কৰি এঁটাৰ, তেতিয়া প্ৰতি জনে নিজ নিজ তিৰোতা পাবলৈ কোনো দুখ ন হব।

A goldsmith's trick.

হৰকাৰা নামে পত্ৰত এই কথা প্ৰকাস কৰিচে; এজন ধনৱন্ত মানুহে এটা সোনাৰিক আপোনাৰ নিমিত্তে সোনৰ পুতলা এটা গৰ্হাবলৈ দিলে, আৰু সি পুতলা গৰ্হাওতে সোনাৰিএ সোন চুৰ কৰে বুলি তাৰ ওচৰত ৰখিয়াও থলে। কিন্তু সোনাৰিএ ৰাতি আপোনাৰ ঘৰলৈ জাবৰ নিমিত্তে বিদাই পালে; তাতে সি ৰাতিএই চলুআ সোনেৰে আন এটা পুতলা স্বৰুপ সোনৰ পুতলাৰ দৰে কৰিলে, আৰু তাকে এটা পুখুৰিত পেলাই থলে। পাচে জেতিয়া সুধ সোনাৰ পুতলাটো কৰা হল, তেতিয়া মুৰ্ত্তিৰ প্ৰথম পুজা মই কৰিম বুলি সোনাৰিএ গৰাকিৰ আগ্যা মাগিলে; তাতে সোনাৰিক প্ৰথম পুজা কৰিবলৈ আগ্যা কৰাত সি সুধ সোনৰ মুৰ্ত্তি লৈ চলুআ সোনৰ মুৰ্ত্তি জি পুখুৰিত পেলাই থৈচিল, তাতে নামি সুধ সোনৰ মুৰ্ত্তিটো পানিৰ তলত লুকাই ৰাখি ভাঁজ দিয়া সোনৰ পুতলাটো উলিয়াই আনি গৰাকিক দি, ভাল সোনৰটো সোনাৰিএ আপোনাৰ ঘৰলৈ লৈ গল।

---

## বাঘৰ পৰা ৰখ্যা পোআ।

Escape from a Tiger

শ্ৰীজুত মেজৰ বেতচ ডিপুটি কমিস্যনৰ চাহাবে বাঘৰ পৰা অতি আচৰিত ৰুপে ৰখ্যা পালে। তেঁও চিকাৰ কৰিবলৈ জোআত এটা বাঘে হাতিৰ সুৰে দি বগাই মুৰলৈকে উঠিল, আৰু চাহাবৰ হিলৈত ধৰি বগৰাই দিলে। পাচে হাতিএ বাঘ আৰু চাহাবক ওপৰৰ পৰা মাটিলৈ পেলাই দিলত চাহাব কিছু বেলি দুখ পাই অচেতন হৈ আছিল; পাচে চেতন পাই আপোনাৰ গাত একো দুখ জেন নে পালে, কিন্তু হাতি আৰু বাঘ তাৰ পৰা পলাই গল।

Cholera at Mymensing.

ভাটিৰ মইমনচিং জিলাত অতিসই ৰুপে মাউৰ হৈ দিনে দিনে অনেক মানুহ মৰাতে, সু সঙ্গ অধিপতি শ্ৰীজুত মহা ৰজা বিস্বনাথ বাহাদুৰৰ অধিনত দেআনিৰ কৰ্ম কৰোঁতা শ্ৰীজুত ৰামচৰন মজুমদাৰৰ ঘৰতো মাউৰ লাগি তালেটি মানুহ মৰিচিল; এনেস্তে এটা সন্যাসি আহি সেই মজুমদাৰৰ ঘৰত সোমালত, মজুমদাৰে মানুহ বৰকৈ মৰা দেখি ভই পাই, সন্যাসিত কলে, বোলে, তুমি জদি কোনো পুজা কৰি আমাৰ এই মাউৰৰ ভই গুচাব পাৰা, তেন্তে তোমাৰ অনেক লাভ হব, আৰু নামো থাকিব, মানো পাবা। তাতে সন্যাসিএ ভই গুচাম বুলি গাত লৈ, পুজালৈ সকলো বস্তু আনিব দিলে, আৰু বলি দিবলৈ এটা বান্দৰ খুজিলে। মজুমদাৰেও কোআ ৰুপে সকলো বস্তু দিলে নি, কিন্তু বান্দৰ বিচাৰি নে পাই আপোনাৰ জি পোহনিয়া একেটা বান্দৰ আছিল তাকে দিলে। পাচে সন্যাসিএ বান্দৰকো বলি দি অতি আডম্বৰ ৰুপে পুজা কৰিলে, তথাপি মাউৰ গুচক চাৰি আগতকৈ বাৰ্হিলহে; পাচ দিনা মজুমদাৰৰ ঘৰৰে অনেকটি মানুহ মৰাত সেই ভাণ্ডক সন্যাসি ৰাতি পলাই গুচি গল।

কামৰুপৰ টেপুৰিপ্ৰিয়া নামে এজনি বামুনিএ কোনো কাৰনৰ নিমিত্তে কিছু দিন ভোটৰ মাজৰ দেসত আছিলে গৈ। পাচে আপোনাৰ স্বামিএকৰ আৰ্জ্জিত অনেক ৰুপ, সোন, অলঙ্কাৰ আদি সম্পত্তি লৈ লগত তিনটা মানুহে সৈতে আপোনাৰ দেসলৈ আহোঁতে, কোচ বেহাৰৰ অধিনৰ জল জলি গাৱত থাকোঁতা আবদুলহক মুনচিএ বাটৰ মাজত পাই, ৰুপ, সোন থকা জেন জানি তাৰ ঘৰলৈ ধৰি নি, সকলো ৰুপ, সোন, অলঙ্কাৰ ধনি কাৰ্হি ললে, আৰু লগৰ মানুহ তিনটাৰ এটা কতবাত মাৰিলে, দুটা পলাই সাৰিল। বামুনিক তাৰ ভিতৰলৈ সুমাই নি জাতি নষ্ট কৰি, কুকুৰাৰ কনি মহৰ খুআই তিনি মাহলৈকে দিনে ৰাতিএ বান্ধি ৰাখিচিল; পাচে বামুনিএ কেনেৰাকৈ তাৰ পৰা পলাই আহি, কোচ বেহাৰ জিলাৰ বিচাৰ পতিৰ আ-

গত এই সকলো কথা জনোআত বিচাৰ পতিএ সোধ পোচ কৰি, মুনচিৰ ঘৰৰ আৰু তাৰ ওচৰৰো ৩৫ জন সাখিৰ দোআৰাই মুনচিএ সেই অপৰাধ কৰা সুন্দৰ ৰূপে প্ৰমান হোৱাত, মুনচিক ধৰি নি তিন দিন ফাটেকত থৈ, চাই দিনৰ দিনা জামিন দি মুকলি হল । বিবেচনা কৰি চাওক, সেই জিলাৰ বিচাৰ পতি সকল এনে মৰমিয়াল, তেনে প্ৰধান অপৰাধতো দণ্ড ক্ষম কৰি মুকলি কৰে । বিসেস সেই মুনচি বৰ ধনৱন্ত লোক, ধনৱন্ত লোকে অপৰাধ কৰিলেও প্ৰাই দণ্ড নে পাই । পাচে কিচু দিনৰ মুৰত মোকৰ্দমাটি লম্বৰ খাৰিজ কৰিলে ।

পৰে বামুনিএ মোকৰ্দমা প্ৰমান দেখি আপিল কৰিব খোজাত ফৌজদাৰি চিৰস্তাদাৰে আলচ কৰি অনেক উপাই দেখাই বামুনিক আপোনাৰ ঘৰলৈ নি ৬। ৭ মাহলৈকে বাহিৰলৈ ওলাব নি দিয়াকৈ ৰাখিলে । বামুনি অনাথ আৰু ধন হিন, কি কৰিব? বিচুৰ্তি হল, কোনো মতে আকও বামুনি ভোটৰ মাজৰ দেসলৈকে গুচি গল ।

Census of Mysore.

১৮৫২ সঁকত মৈচুৰ প্ৰদেসৰ পিয়ল কৰাত মানুহৰ এই সংখ্যা পালে ।

| | মতা | মাইকি |
|---|---|---|
| ১২ বচৰতকৈ সৰু | ৬,৩৩,৭৬৯ | ৫২৯,৬০৭ |
| ১২ বচৰতকৈ ডাঙৰ | ১১,৮০,৫৬৫ | ১০,৬৬,৪৪১ |
| | ১৮,১৪,৩৩৪ | ১৫,৯৬,০৪৮ |

মুঠে ৩৪,১০,৩৮২ মানুহ ।

Hoogly River.

হুগলি নদিএ দি কলিকতালৈ জাহাজবোৰ আহে, কিন্তু পানি তাকৰ হোআত কেতিয়াবা কেতিয়াবা বালিত লাগি থাকে । আৰু ব্ৰুহ্মপুত্ৰৰ নিচিনা তাৰ সোঁত বচৰি বচৰি বালি খহাই আন ঠাইত পেলাই নতুন সুঁতিবোৰত জাই । ক্ৰমেৰে সেই নদি তৰাঙ হৈ জোআত আৰু অলপ বচৰৰ পাচে জাহাজ আহিবও নোআৰে, মানুহবিলাকে এনে ভই কৰে । মতলা নামে আন এখান বৰ সুঁতি কলিকতাৰ ওচৰত আচে; তাৰ মহলা লৰলৈ লৰ্ড চাহাবে আগ্যা কৰাত তাৰ পানি কিমান দ, কিমান বহল, ইয়াৰ জোখ লৈচে । মতলাৰ মুখত পুবৰ, পচিমৰ, এনে দুই সুঁতি আচে । পুবৰ সুঁতিত ১৮ হাতত্তকৈ তৰাঙ পানি কতো নে পালে, আৰু তাতো জোআৰ উঠিলে ২৮ হাঁত দ পানি হৈচে । তাৰ বহল ৫ মাইল প্ৰাই ব্ৰুহ্মপুত্ৰৰ সমান ডাঙৰ । পচিম সুঁতি, ইয়াতকৈ ঠেক, কিন্তু দ । তাতে পানি ২০ হাততকৈ কেতিয়াও কম ন হই । কলিকতাৰ পৰা ২৫ মাইলৰ অন্তৰত থকা মাটি গাঁৱলৈকে অতি ডাঙৰ জাহাজ জাব পাৰে । তাৰ পাচে বোকাৰ কাৰনে নদি কিচু তৰাঙ, তথাপি মজলিয়া জাহাজে তাতো উজাই তাৰ্দা গাঁৱলৈ ১০ মাইল জাব পাৰে । তাৰ্দা গাঁৱৰ পৰা কলিকতালৈ তলি নলা নামে নাও জাবৰ নিমিত্তে এটা খনা গৈচে; তাক কিচু বহল কৰিলে জাহাজো জাব পাৰিব ।

ফেবৰুআৰিৰ ২ তাৰিখে কলিকতাত কোনো এটা মানুহে বৰ এঁঠাৰে পাখি কৰি আকাসলৈ উৰি জাম বুলি কোআত স স মানুহে সেই দৰ্সন চাবৰ কাৰনে গোট খালে, কিন্তু পাচে মিচা হলত সকলো মানুহ লাজত পৰিল ।

লণ্ডন মিস্যনেৰি সমাজৰ দোআৰাই কলিকতাত এটা নতুন বিদ্যালই থাপনা কৰা হৈচে; তাৰ ভিতৰত ৯০০ চাত্ৰ পাৰ্হিব বুলি জানিচে ।

~~~~~~~~~~

## এট্না পৰ্বতৰ বিবৰন ।

An account of Mount Ætna.

জি পৰ্বতৰ ওখ টিঙত গাঁত থাকে, আৰু তাৰ পৰা ধুঁআ, অগ্নি সিখা, আৰু পগোআ ভপত ধাতুবিলাক বৰ প্ৰচণ্ড বেগেৰে উৰ্ধে উঠি বৈ জাই, এনে পৰ্বতকে অগ্নি পৰ্বত বোলে । ইউৰপৰ চিচিলি উপ্দিপত এটনা নামেৰে এনে এটা প্ৰধান পৰ্বত আচে । অনেক বচৰ গল অতি প্ৰচণ্ড মতে এনে এক বিদিৰ্ন সেই পৰ্বতৰ পৰা ঘটিচিল, পোৰা বস্তুবিলাক আৰু তাৰ এদাৰ, চাই, পৰ্বতৰ চাৰিও কালে চালি সকলো গাঁও নষ্ট কৰিচিল । ওচৰত থকা নিবাসি লোকে আপোন আপোন প্ৰান
~~~~~~~~~~

ৰাখিবৰ কাৰনে বহু মুল্য দ্রব্যবিলাক বোকোচা বান্ধি লৈ লৈ পলাইচিল । সম্পাত্তিলৈ এনে সাবধান হোআ মানুহৰ মাজত আনাপিয়চ, আৰু আম্ফিনোমচ নামে দুজন ডেকা মানুহে আপোন আপোন পিঠিত বেলেগ এবিধ বস্তু কৰ্হিয়াই নিচিল । সিবিলাকে নো কি নিচিল? সিবিলাকে আপোন ব্রিধ পিতাকক জি কোনো প্রকাৰে সেই আপদৰ পৰা ৰখ্যা নে পালেহেঁতেন, এনে পিতাকক নিচিল ।

এই ডেকা মানুহ দুজনৰ আচৰন অতি প্রসংসাৰ কাৰন হল । কিয়নো সিবিলাকে জি বাটে দি পিতাকক লৈ গৈচিল, সেই ফালে জুইৰে একো ডেৱা বা পোৰা ন গল, কিন্তু আন চাৰিও ফালে সকলো বস্তু গচ গচনি পুৰি ভেই গল । সেই লোক সকল জিবিলাক অগিয়ানি আচিল, তথাপি কি ভাল কি বেয়া তাক বুজিব পাৰিচিল, এনে লোক সকলে এই বিস্বাস কৰিলে জে, এই ডেকা মানুহ দুজনৰ সুকৰমৰ কাৰনে পৰম ইস্বৰৰ দোআৰাই আচৰিত ৰুপে সেই ভুমি ৰখ্যা কৰা হল । তাতে সিবিলাকে সেই খেত্ৰৰ নাম ধৰমিৰ খেত্ৰ দিলে ৰ.

~~~~~~~~

## অচমিয়া ভাসা ।

**On the Assamese Language.**

এতিয়া আমি অচমিয়া ভাসাৰ বিসয়ে প্রস্তাব কৰোঁ, ভাৰত বৰ্সত জিমান চলিত ভাসা আচে তাৰ প্রাই আটায়েই সংস্ক্রিত ভাসাৰ ঠাল, অৰ্থাত সকলোৰে সংস্কৃত ভাসা মুল । আৰু অচমিয়া ভাসাও ইবিলাকৰ নিচিনা সংস্ক্রিতৰ এটা ঠাল । কিন্তু অনেক লোকে সংস্ক্রিতনো অচমিয়া ভাসাৰ কেনেকৈ মুল হই তাক সুধিব পাৰে, এতেকে আমি তাক ভাঙ্গি কওঁ ।

সংস্ক্রিত অতি প্রাচিন আৰু উৎক্রিস্ট ভাসা, অতি পুৰনি কালৰে পৰা প্রধান প্রধান পণ্ডিত সকলে এই ভাসাৰে নানা বিসয়ক পুথি লিখি, ইয়াক প্রিথিবিৰ মাজত এক অপূৰ্ব আৰু বিতোপন ভাসা কৰিচে । এনে অভিপ্রাই বা বল এই নাই জে ইয়াত সুন্দৰে প্রকাসিব নোআৰি; এই ভাসাত এনে একোখন সুন্দৰ সুন্দৰ পুথি আচে জে তাক পৰ্হিলে মন প্রফুল আৰু গিয়ান উদই হই । অঙ্ক, জ্যোতিস, সাহিত্য আদিৰ পুথি ইয়াত অনেক আচে । সুনা গৈচে পুৰনি গ্রিক দেসৰ লোক সকলে ভাৰত বৰ্সৰ পৰ জ্যোতিস আৰু অঙ্ক বিদ্যা বিসয়ক অনেক কথা নিচে । পদ্য ৰচনাত সক্রিত ভাসা অতি অপূৰ্ব, মহাত্মা সৰ উলিয়ম জোন্‌স্ চাহাবে সংস্ক্রিত ভাসাৰ পদ্যৰ পুথি পৰ্হি পৰম হ.. পাই ইয়াক এক আচৰিত আৰু বিতোপন ভাসা বুলি কৈচে । সংস্ক্রিত কবি সকলে আদি ৰস, করুনা ৰস, হাস্য ৰস, সান্তি ৰস, বিৰ ৰস, অদ্ভুত ৰস সকলোকে সুন্দৰ ৰুপে বৰ্ননা কৰিব পাৰিচিল । কিন্তু আদি আৰু সান্তি ৰসত বিসেস পাৰ্গত আচিল । পদ্য ৰচনাত কবি সকলে জেনে নিপুনতা দেখুআই গৈচে তাক লিখা অত্যন্ত বিস্তৰ, এতেকে তাক এৰিলোঁ । সংস্ক্রিত ভাসাত পদ পুথি সৰহ গদ্য পুথি ভাকৰ ।

ভাৰত বৰ্সৰ পণ্ডিত সকলে সংস্ক্রিতক "দেৱভাসা" বুলি কই, আৰু এতেকে ইয়াৰ লোক সকলে আগৰ কালত ইয়াৰে কথা বাৰ্ত্তা কৈচিল আৰু পুথি লিখিচিল বুলি জনা জাই; কিন্তু এতিয়া ই কথা বাৰ্ত্তা কোআত বেৱহাৰ নাই, কেৱল পৰ্হাতহে বেৱহাৰ আচে । ইউৰপৰ পণ্ডিত সকলে লিখিচে, সংস্ক্রিত ভাস ইৰান নামে এক দেসৰ লোক সকলৰ ভাসা আচিল, সিইতেই মাজে মাজে ভাৰত বৰ্স আৰু জৰ্মানি, গ্রিক, ৰোম প্রভ্রিতি দেসলৈ গৈ বাস কৰি এই ভাসা প্রচাৰ কৰিলে । কিন্তু এতিয়া এই সকলো এনে বেলেগ হৈচে গুৰিত একে ভাসা থকা বুলিবই নোআৰি । সেই সকল লোকৰ সন্তান সন্ততি ক্রমে বাৰ্হিলত নানা ঠাইলৈ গৈ নানা বিধ ভাসা স্রিস্তি কৰিলে । অৰ্থাত হিন্দুস্তানি বঙ্গালি, অচমিয়া-উৰিয়া মহাৰাস্ট্র প্রভ্রিতি ভাসা কৰিলে । সংস্ক্রিত ভাসা সিকাত আমাৰ পখ্যে অনেক উপকাৰ হই । ইয়াক সিকিলে পূৰ্ব কালৰ হিন্দু সকলৰ ধৰম, নিতি, আচাৰ বেৱহাৰ জানিব পাৰি, আৰু অচমিয়া ভাসা-
~~~~~~~~

কো সুঅনি ক্ৰিব পাৰি, কিয়নো ই তাৰ ঠাল।

অচমিয়া ভাসাও সংস্ক্ৰিতৰ এটা ঠাল ইয়াক নিসংসয়ে জনা গল। এতেকে তাৰ কথা কিচুমান লিখোঁ। অচমিয়া ভাসা এতিযা এনে দুৰৱস্থাত আচে জে তাৰ বিসয়ক প্ৰস্তাব লিখা আমাৰ নিচিনা অদুৰদসি মানুহৰ সমন্ধে অতি কঠিন। কোনো কোনো লোকে এনে ভাবিবও পাৰে অচমিয়া ভাসা বঙ্গালি ভাসাৰ পৰা ওলাইচে। কিন্তু এনে চিন্তা কৰা অতি অমুলক। সিইত দুইৰো পৰস্পাৰ জি মিল আচে সি কেৱল দুইও সংস্ক্ৰিতৰ ঠাল হোআ দেখিহে হৈচে, নতুবা আন কাৰন নাই। অকল বঙ্গালিও ন হই, সংস্ক্ৰিতৰ জি আন এটা ঠাল উৰিয়া ভাসা, সি বঙ্গাল দেসৰো সিফাল অচম দেসৰ পৰাও অনেক দুৰৈ, তাৰো সৰহ কথা অচমিয়াই সৈতে মিলে। জি সকল কথা তলত লিখা গল, সি বঙ্গালিতকৈও উৰিয়াই সৈতে বেচি সমন্ধ ৰাখে। ইয়াত জি সকল বঙ্গালি কথাৰ দ্ৰিষ্টান্ত লিখা গল, সি প্ৰাই কলিকতাৰ ফালৰহে। জদি অচমিয়াক বঙ্গালি ভাসাৰ পৰা ওলোআ কোনো লোকে কই, তেন্তে এই সকল কথাৰ মিল দেখি উৰিয়াৰ পৰাও ওলোআ বুলিব পাৰি। জদি কোনোএ কই, বঙ্গাল দেস অচম দেসৰ ওচৰ, এতেকে তাৰ পৰা ওলোআহে সম্ভও হই, তাত আমাৰ উত্তৰ এই, সি কথা অতি অমুলক, অচমিয়া ভাসা সংস্ক্ৰিতৰ ঠাল হোআৰ নিমিত্তে তাৰ আন আন ঠালে সৈতে অৱস্যে মিল থাকিব। অচম দেসৰ চাৰিও ফালে পৰ্বতিয়া জাতিবিলাক থকাৰ নিমিত্তে সিইতৰো অনেক কথা ইয়াত সোমাইচে। বিসেসকৈ আহোমে অচম দেসক জই কৰি লোআত হেজাৰে হেজাৰে আহোমবিলাক আপোন দেসৰ পৰা আহিলত সিইতৰো অনেক কথা অচমিয়াৰ মাজত সোমাইচে। সিইত আহিবৰ দিনৰে পৰা অচমিয়া কথাৰ উচাৰনৰো অনেক বিক্ৰিতি পালে।

অচমিয়া আৰু উৰিয়া কথাৰ মাজত জিবিলাক ইটে সিটে মিল আচে, তাৰ গোটাচাৰেক লিখা গৈচে।

| অচমিয়া | উৰিয়া | বঙ্গালি |
|---|---|---|
| গচ | গচ | গাচ |
| পুখুৰি | পুখুৰি | পুকুৰ, পুস্কৰ্নি |
| ঔ (টেঙ্গা) | ঔ | চাল্তে |
| পিস্থি | পিস্থি | পৰে |
| থৰ | থৰা | বঙ্গুৰ |
| বুলিলে | বুলিলে | বল্লে |
| তল | তল | তলায় নিচে |
| কেৰেলা | কলৰা | উচ্ছে |
| বাট | বাট | পথ ৰাস্তা |
| বুলি | বুলি | চলিয়া |
| কৰিলন্ত, | কৰিলন্ত, | কৰিল |
| খাইলন্ত | খাইলন্ত | কল্লে |
| ইত্যাদি | ইত্যাদি | খাইল খেলে |
| খেঁকাৰ | খংকাৰ | গয়েৰ |
| মাহি | মাহি | মামি |
| থিয় হই | থিয়া হই | দাঁড়িয়ে |

ক্ৰমসঃ প্ৰকাস্য।

এজন অচমিয়া লোক।

৫ ''নুআৰি কলিকতা ১৮৫৪।

## মোচাৰ বিবৰন।

**Account of Moses.**

অৰুমোদই পৰ্হা সৰু লৰা চোআলিবিলাকে ওপৰত লিখা মোচাৰ কথা বহুত সুনিব পাই; কিয়নো ধৰম সাস্ত্ৰৰ ভিতৰত অনেক অনেক ঠাইত মোচাৰ কথা লিখা আচে। কিন্তু এতিয়া মই তেঁওৰ জনমৰ কিচু কথা সংখেপে লিখিব খোজোঁ।

মোচাৰ জনম মিচৰ দেসত হৈচিল; সেই কালত মিচৰ দেসত ফাৰৌ নামে ৰজা আচিল। কিন্তু য়োচেফৰ দিনত জি ফাৰৌ ৰজা আচিলে, সেই ফাৰৌ ন হই। এই ফাৰৌ ৰজাই য়োচেফক নিচিনে, আৰু মিচৰ দেসলৈ য়োচেফে জি উপকাৰ কৰি তাৰ সকলো প্ৰজাবোৰক মহা এঁকালৰ পৰা ৰখ্যা কৰিলে, তেঁওৰ এনে উপকাৰো ৰজাই পাহৰিলে। এই নিমিত্তে ইস্ৰাএল লোকক দুখ দিবলৈ ধৰিলে,

আৰু তেতিয়া সিবিলাকৰ সংখ্যা মিচৰ দেশত অধিককৈ বাঢ়িবলৈ ধৰিলে, তেতিয়া মিচৰিয়া লোকে বৈস্তে সিবিলাকে ৰন যুদ্ধ কৰিব বুলি কাৰো ৰজাই মনত ভই কৰিলে। পাচে ইস্ৰাএল লোকৰ সংখ্যা জেন ক্ৰমেৰে হানি হৈ জাব, এই কাৰনে সিবিলাকৰ মাইকি চোআলিক ৰাখি মতা লৰাবোৰক উপজিলেই বধ কৰিবলৈ আগ্যা কৰিলে। এই ৰূপ আগ্যা সুনি ৰজাৰ চাউতাঙবোৰে ইস্ৰাএল লোকৰ বহু কেঁচুআ লৰাৰ প্ৰান নষ্ট কৰিলে। জি নিৰ্দয়া ৰজাই এনে দুষ্ট কৰম কৰিবলৈ আগ্যা দি অনেক লৰাৰ প্ৰান বধ কৰিলে, সেই ৰজাই তাকে কৰাত বৰ সন্তোস হল, কিন্তু জাৰ সুন্দৰ সন্তান বধ হল, এনে মাক বাপেকৰ মনত কেনে সন্তাপ হৈছিল, তাকে মোৰ প্ৰিয় লৰা চোআলিবিলাকে বুজিব পাৰে। জদি এতিয়াৰ কালত কোনো দুষ্ট নিৰ্দয়া ৰজা ওলাই তোমোলাকৰ প্ৰান মাৰিবলৈ আগ্যা কৰে, আৰু চাউতাঙবোৰে হাতত অস্ত্ৰ ধৰি তোমোলাকৰ প্ৰিয় পিত্ৰি মাত্ৰিৰ কোলাৰ পৰা তোমোলাকক চিৰি লৈ, সিবিলাকৰ চকুৰ আগতে বধ কৰে, তেতিয়া তোমোলাকৰ পিত্ৰি মাত্ৰিৰ কেনে সন্তাপ হব! এই ৰূপে সেই কালত ইস্ৰাএল লোকৰ মাজত হৈছিল, সিবিলাকৰ মাজত জাৰ জাৰ মতা লৰা উপজিল, সেই আটাইকে ৰজাই চাউতাঙৰ দোআৰাই বিচাৰি বিচাৰি বধ কৰালে।

এনে কালতে মোচা উপজিল, কিন্তু তেঁও অতি সুন্দৰ লৰা দেখি মাকে তিনি মাহলৈকে ঘৰত লুকাই ৰাখিছিল। কিন্তু পাচত তেতিয়া আৰু লুকাই ৰাখিব নোআৰিলে, তেতিয়া সেই দুখুনি মাকে হাবিৰ কেতখনি নল আনি তাৰে সৈতে আপোন হাতেৰে এটা জঁপা সাজিলে; সেই জঁপা সাজি থাকোঁতে দুখুনি মাকে ক্ৰন্দন কৰি কৰি ইশ্বৰলৈ প্ৰাৰ্থনা কৰি থাকিল; পাচে জঁপা সাজি এঁটাই তাক কেন্দু আৰু ধুনা এঁটাৰে এঁটালে। তাৰ পাচত ভিতৰলৈ সোমাই এক নিৰ্জান ঠাইত উবুৰি হৈ পৰি অতি বিয়াকুল আৰু ভগন চিত্তেৰে ইশ্বৰলৈ এই প্ৰাৰ্থনা কৰিলে; হে সৰ্বশক্তিমান পৰম ইশ্বৰ, এই দুখুনিৰ কাকুতিলৈ কান পাতোক; এতিয়া মোৰ চেনেহৰ সন্তানটিক তোমাৰ হাতত সোধিচোঁ, জদি ইশ্বৰে দায়া কৰে, তেন্তে এই দুখুনিৰ পুতাইক কোনো ৰূপে ৰখ্যা কৰিব পাৰে কিয়নো আপোনাৰ আগত কোনো কৰম অসাধ্য ন হই। এই ৰূপে প্ৰাৰ্থনা কৰি আকৌ বা হিৰবলৈ আহিল, আৰু জঁপা মেলি তাৰ ভিতৰত ভালকৈ কাপৰ পাৰিলে তেতিয়া সেই অতি চেনেহৰ সন্তানক কোলাত তুলি লৈ পুনৰাই চকুৰ লোএৰে ইশ্বৰলৈ প্ৰাৰ্থনা উচ্চাৰ্গিলে, আৰু অতি বিয়াকুল চিত্তে কান্দি অনেক বাৰ আপোনাৰ প্ৰিয় সন্তানটিৰ গালত চুমা দিলে। তাৰ পাচে জঁপাৰ মুখ মেলি আপোনাৰ সেই চেনেহৰ পোনাটিক তাৰ ভিতৰত সুমালে; আৰু জঁপাৰ মুখ মাৰি তেঁওৰ জিয়েকৰ হাতত লৰাই সৈতে জঁপা দি এই কথা কলে; এই মোৰ সাহৰৰ পোনাটিক লৈ জা আৰু নদিৰ তিৰত থৈ তাতে পৰ দি লৰাৰ কি ঘটে চাই থাকিবি। লৰাক বায়েকৰ হাতত দি আকও ভিতৰলৈ গৈ অতি খেদ চিত্তেৰে ইশ্বৰৰ আগত প্ৰাৰ্থনা কৰিলে।

লৰাৰ বায়েকে এই ৰূপে মাকৰ আগ্যা পাই সৰু কুমলিয়া ভায়েকক জঁপাই সৈতে নাইল নামে নদিৰ তিৰলৈ লৈ গল, আৰু বাটত জাঁওতে জাঁওতে ভায়ো আপোনাৰ চেনেহৰ ভায়েকলৈ কান্দি কান্দি জোআত, চকুৰ পানিৰে বাটকে ভালকৈ দেখা পাব নোআৰিছিল। পাচে নদিৰ তিৰ পাই, পানিৰ দাঁতিত থকা এতোখৰ নলনিৰ ওচৰতে লৰাক থলে, আৰু আপুনি গৰাৰ ওপৰত থিয় হৈ লৰাৰ কি ঘটে তাকে চাই থাকিল। এনে কালত কাৰো ৰজাৰ দুহিত্ৰিএ আপোনাৰ লিগিৰিবোৰক সৈতে লৈ নদিত গা ধুবৰ নিমিত্তে আহিছিল। তাতে ওচৰতে জঁপাৰ ভিতৰৰ পৰা লৰাৰ কান্দনিৰ সবদ সুনি ৰজাৰ জিএকে এজনি লিগিৰি পঠাই জঁপাটো অনালে; পাচে জঁপা মেলি চাই তাৰ ভিতৰত অতি সুন্দৰ সৰু মোচা লৰাক কান্দি থকা পালে। তেতিয়া অতি মুখাদি লৰা দে-

খি ফাৰৌৰ জিএকে তোলনিয়া পো বুলি ললে ।



ৰজাৰ জিএকে মোচাক পোআৰ নকচা ।
The finding of Moses.

এনে হলত ওচৰত চাই থকা লৰাৰ বায়েকে লৰি আহি ফাৰৌৰ জিএকত সুধিলে; লৰাক পিয়াহ খুউআই তুলিবৰ নিমিত্তে মই এজনি ধাইৰ মাতি আনিম নে? তাতে ৰজাৰ দুহিত্রিএ বুলিলে, বাৰু জোআ, মাতি আনাগৈ । তেতিয়া বায়েক লৰি গৈ লৰাৰ মাককে মাতি আনিলে । পাচে এয়ে লৰাৰ মাক বুলি ৰজাৰ দুহিত্রিএ চিনি নে পাই, তেঁওৰ হাততে সৰু মোচাক আধাৰ খুউআই তেঁওৰ তোলনিয়া পুত্র ভাৱে তুলিবলৈ দিলে, আৰু লৰাক তোলাৰ বেচো প্রতি মাহে মাকক দিবলৈ প্রতিগ্যা কৰিলে ।

এই ৰূপে মাকৰ অত্যন্ত প্রার্থনাৰ দোআৰাই মোচা লৰা নদিৰ পৰা আৰু ৰজাৰ অস্ত্রৰ পৰাও ৰখ্যা পাই আপোন পিত্রি মাত্রিৰ ঘৰতে বহু কাল প্রতিপাল হৈ আচিল; সেসত জেতিয়া বয়সিয়া হল, তেতিয়া ফাৰৌ ৰজাৰ জিএকক সোধাই দিয়া হলত, তাতে মিচৰিয়াবিলাকৰ বিদ্যা সিকাই তেঁওক পৰিপাটি কৰিলে । পাচত জেতিয়া তেঁওৰ দু কুৰি বচৰ বয়স হল, তেতিয়া কোনো এক হাবিত ইস্বৰে দর্সন দি মিচৰ দেসত থকা আপোনাৰ ইস্রাএল লোকক ফাৰৌৰ হাতৰ পৰা উধাৰ কৰি জি দেস দিম বুলি আব্রাহাম আৰু ইচাক আৰু য়াকোবৰ আগত ইস্বৰে প্রতিগ্যা কৰিছিল, সেই কিনান দেসলৈ নিবলৈ তেঁওকে অধিকাৰ পাতিলে ।

তাতে মোচাই ইস্বৰৰ আদেস পাই ৰজালৈ ভই ন কৰি অনেক আচৰিত কৰমেৰে ইস্বৰৰ মনোনিত ইস্রাএল লোকক বন্দি সালৰ পৰা উধাৰ কৰি মিচৰ দেসৰ পৰা বাজ উলিয়াই নিলে । পাচে মহা অৰন্যৰ মাজত দু কুৰি বচৰলৈ ইস্রাএল লোকক জাত্রা কৰোআই সেসত প্রতিগ্যাৰ কিনান দেস পোআই দিলে । এই মোচাই চিনই পর্বতৰ ওপৰত সিলৰ ফলিত লিখি দিয়া ইস্বৰৰ দহ আগ্যা পালে, আৰু ধৰম সাস্ত্রৰ পুৰনি নিয়মৰ অনেক ভাগ পুথিও ইস্বৰৰ আদেসেৰে তেঁৱে লিখিলে; তেঁৱে জগতৰ ত্রান কর্ত্তা প্রভু য়িচু খ্রিষ্টৰ আগমনৰ ভবিস্যত কথাও কৈ বুজালে ।

হে মোৰ প্রিয় লৰা চোআলিবিলাক, এই মোচাৰ বিবৰন আৰু লিখি তোমোলাকক বুজাওঁহেঁতেন, কিন্তু এতিয়া কালে নো জোৰে, আৰু বহুলকৈ লিখিলে, তোমোলাকেও সৰহ কথা মনত ৰাখিব নোআৰিবা; এই কাৰনে ইমানতে মোচাৰ কথা লিখিবলৈ এৰিম । কিন্তু সমাপ্তি কৰাৰ আগেয়ে ইয়াৰ কিচু সাৰ কথা কওঁ । এই কথাৰ ভিতৰত দুই কথা ওলাই, প্রথম কথা মাকৰ অত্যন্ত প্রার্থনা, আৰু দুতিয়, প্রার্থনাই সৈতে বিস্বাস; এই দুই কথাৰ নিমিত্তে ইস্বৰে অকল লৰাৰ প্রান মাথোন ৰাখিলে এনে ন হই, কিন্তু তেঁওক ফাৰৌ ৰজাৰ জিএকৰ তোলনিয়া পুত্রও কৰিলে; আৰু তাত বাহিৰে আপোনাৰ ইস্রাএল লোকৰ ওপৰত অধিকাৰ আৰু মহা ভবিস্যত বক্তাও কৰি দিলে । মোচাৰ মাকে সর্বসক্তিমন্ত ইস্বৰত দ্রিঢ় বিস্বাস কৰি দুখৰ কালত নির্ভলি মানুহৰ আস্রই ন লৈ তেঁওৰ সক্তিত ভাৰসা ৰাখি প্রার্থনা কৰাত ইস্বৰেও তেঁওৰ পুত্রক ৰজাৰ ইচাৰ পৰা ৰখ্যা কৰি সকলো লোকৰ

আগত সেই দুখুনি তিৰোতাৰ বিস্বাস আৰু প্ৰাৰ্থনাৰ ফল দিলে, আৰু তেঁওৰ ইচাতকৈও অধিক অনুগ্ৰহ দান কৰিলে। এই ৰূপে মোৰ প্ৰিয়বিলাকেও আপোনাৰ দুখৰ কালত ইস্বৰৰ সক্তিত বিস্বাস কৰি প্ৰাৰ্থনা কৰা, তাতে তেঁও তোমোলাকক উধাৰ কৰিব । কিন্তু প্ৰাৰ্থনা কৰাৰ আগেয়ে এই কথাটি মনত ৰাখিবা, ইস্বৰে পাপি লোকৰ কথা নু সুনে, কিন্তু তিৰিবিলাকে আপোনাকে ঘোৰ পাতকি হেন জানি তেঁওৰ পৰিত্ৰানত ভাৰসা ৰাখে, আৰু তেঁওৰ আগত আপোনাকে নম্ৰ কৰে, এনেবিলাকৰহে প্ৰাৰ্থনা ইস্বৰে সুনে। এই ৰূপে তোমোলাকেও কৰা।

ন ল ফ.

## আৰাম স্যাৰ আখ্যান।

Aram Shah.

কুতুব উদিনৰ পুত্ৰ আৰাম স্যাহ আপোন পিত্ৰি মৰাৰ পাচে সিংহাসনত বহিল, কিন্তু তেঁওৰ দুৰ্বল সক্তিৰ কাৰনে ৰাজ্যৰ নানা ঠাইত নানা উত্‌পাত আৰু বধ ওলাবলৈ ধৰিলে। কুতুব উদিনৰ সেনাপতিবিলাকে অনেক অনেক ৰাজ্য আপোন আপোন নামে গ্ৰাস কৰিলে, তাতে প্ৰাই ৰাজ্যৰ নাস হবলৈ ধৰিলে। সেই কালত প্ৰধান ওমৰাওবিলাক একে লগ হৈ এক মহা সভা পাতিলে, আৰু কুতুব উদিনৰ তোলনিয়া পুত্ৰ ইলুতমস্যক সিংহাসনত তুলিবলৈ ইচা কৰিলে। তাতে আৰামৰ সহিত ইলুতমস্যৰ ঘোৰ যুধ হোআত আৰাম মৰা পৰিল।

## ইলুতমস্যৰ আখ্যান।

Shemus Uddin Iltomush.

ইলুতমস্য সিংহাসনত উঠিলতে অনেক সক্ৰ সেনাপতিবোৰৰ লগত যুধ কৰি সিইঁতক নষ্ট কৰি পুনৰাই দেস সুধিৰ কৰিলে। ১২২১ সঁকত দুৰ্ভগিয়া জলাল উদিনে মহা খাঁৰ পৰা হিন্দুস্থানলৈ পলাই আহিল। ইলুতমস্যে সৈন্য লৈতে গৈ পুনৰাই তেঁওক সিন্ধু নদিৰ তিৰলৈ খেদালে। ইয়াৰ চাৰি বচৰৰ পাচে ইলুতমস্যে এই বঙ্গাল ভুমিলৈ আহিল, আৰু আপোনাৰ নাম মোহৰ মাৰিলে; আৰু আপোন পুত্ৰ নাচেৰক বঙ্গাল দেসৰ অধিপতি আৰু গয়াচ উদিনক বেহাৰৰ আধিকাৰ পাতিলে। তাৰ পাচে সেই দুয়ো জনৰ মাজত বন ওলালত নাচেৰ জই হল, আৰু বেহাৰৰ লুটৰ পৰা দিলি নগৰত থকা আপোন গিয়াধি বন্ধুৰ ঠাইলৈ বহু বস্তু পঠালে। ইলুতমস্যে আপোনাৰ ৰাজ্য বঢ়াবৰ জতন কৰি থাকোঁতেই ১২২৫ সঁকত মুলতানৰ ৰাজ্যৰ ওপৰ আক্ৰমন কৰিলে, আৰু অলপ বেলি যুধ কৰাৰ পাচে সেই ৰাজ্যক আপোনৰ ৰাজ্যে সৈতে মিলালে।

Conquers Gualior and Ujain.

সেই কালত বাদস্যাৰ ঠাইলৈ আৰব দেসৰ পৰা মহা প্ৰতাপি তাৰে কালিফৰ এক কটকি আহিল, আৰু তেঁৰে আপোনাৰ আধিকাৰে পঠোআ ৰাজ বস্ত্ৰ আনিলে। তাতে বাদস্যাই এক উত্‌চৱৰ কালত সেই বস্ত্ৰ পিন্ধিছিল। সেই বচৰত বঙ্গাল দেসৰ অধিপতি আপোনাৰ পুত্ৰ মৰন হোআৰ বাত্ৰা পালে। পাচে তেঁও দুতিয় বাৰ বঙ্গাল দেসলৈ আহিল, আৰু আপোনাৰ সৰু পুত্ৰেকৰ হাতত তাৰ পদ সমৰ্পন কৰিলে। ৰাজ্যৰ উত্‌পাত হোআত গৰ গোআলিয়ৰ হিন্দু ৰজাবিলাকৰ হাতত পৰিছিল। তাতে ইলুতমস্যে এক বচৰলৈকে সেই গৰ বেৰা দি থকাত ৰখিয়াবিলাকে অনুপাই দেখি তেঁওৰ হাতত সেই গৰ সমৰ্পন কৰিলে। এই ঠাই আপোনাৰ অধিন কৰাৰ পাচে তেঁও মালুৱ দেসলৈ গল, আৰু নৰ্মদা নদিৰ তিৰত থকা পুৰনি উজয়নি নগৰ ললে। আৰু মহা কালিৰ অতি সুখিয়াতি আৰু সুভাগ্য যুক্ত মন্দিৰ নষ্ট কৰিলে। সেই মন্দিৰ সোমনাথ মন্দিৰৰ অনুসাৰে গঁথা হৈছিল; তাক গাঁথোতে তিনি-স বচৰ লাগিল, আৰু তাৰ চাৰিও ফালৰ গৰৰ দেৱাল এস হাত ওখ আছিল। সেই নগৰত মহা ৰজা বিক্ৰমাদিত্যৰ আৰু মহা কালিৰ তিনি সিলৰ মুৰ্তি আছিল, সেই দুই মুৰ্তি তেঁও দিলিলৈ লৈ গৈ প্ৰধান মচিদৰ দুআৰৰ তলত দুআৰ ডলি কৰি ৰাখিলে।

এই জুধৰ পাচে আত্র। কৰি জোআ কালত তেঁও মুলতান দেস সান্ত ৰুপে থিৰ কৰিলে, কিন্তু উভতি আহোঁতে বাটত তেঁও নৰিয়া পৰিল। পাচে দিলিলৈ পুনৰাই গল, আৰু একুৰি চই বচৰ উচাহি ৰুপে ৰাজ্য কৰি ১২৩৫ সঁকত লোকান্তৰ হল। তেঁও জিমান পিত্রিৰ অধিপত্য পাইচিল, তাতকৈ অধিক ৰাজ্য ৰাখি গল। তেঁওৰ মৰন কালত দিলিৰে পৰা সুন্দৰ বনলৈকে সকলো দেস তেঁওৰ অধিনত আচিল, আৰু প্রতি বচৰে ৰাজ ধানিলৈ আটাই ঠাইৰে পৰা ৰাজ কৰ তুলি পঠাই দিএ।



Coin of Shemus Uddin Iltomush

সোঁ কালে লিখা আখৰ। উলচুলতান স্যোমচ উল্ দুনিয়া ও উলদিন ইল্তমস্য। বাঁও কালে, শ্রী হ্মিৰ।

## ফিৰোজৰ আখ্যান।

Firoz Shah.

তেঁওৰ মৰনৰ কালত তেঁওৰ পুত্র দৈব্য জোগত দিলি নগৰতে আচিল, সেই হেতুকে তেঁও সেই সময়ত সিংহাসন সুন্য হোআ দেখি আপুনি তাত উঠিল। আৰু আপোন পিত্রিৰ আৰ্জন কৰি থৈ জোআ বহু ধন আচিল, নটুআ আৰু গায়নবোৰৰ কাৰনে বই কৰিবলৈ ধৰিলে; আৰু ৰাজ্যৰ সকলো কৰমৰ ভাৰ আপোন মাকৰ হাতত সমৰ্পন কৰিলে। সেই তিৰোতা আগেয়ে তুৰুকি দেসত বান্দি আচিল, পাচে ৰাখ্যসিৰ নিচিনা নিৰ্দয়া হৈ অন্ত পুৰত ইল্তমস্যৰ জিমান তিৰি আচিল, সিহঁতৰ আটাইকে বধ কৰিলে। এই নিৰ্দয়া কৰমৰ নিমিত্তে সকলোৰে মনত ধঙ্গ ৰুপ অগ্নি জলিল, আৰু বঙ্গাল দেসৰ পৰা জি ৰাজ কৰ দিলিলৈ জাই, তাকে গুপুতে আজোধ্যাৰ অধিপতি বাদস্যাৰ লৰু ভায়েক মহম্মদে লৈ আপুনি ৰাখিম হল। সেই কালত জি প্রধান ৰজাবিলাক আচিল, সিবিলাক সকলোএ একে মন হৈ ফিৰোজৰ বিৰোধ হল, তাতে সিহঁলাক জই হৈ ইল্তমস্যৰ দুহিত্রি ৰজিয়াক সিংহাসনত বহুআলে, আৰু ফিৰোজ স্যাৰ মাকক বন্দিসালত ৰাখিলে। অনেক কালৰ পাচত ফিৰোজ চুলতানা ৰজিয়াৰ হাতত পৰিলত বন্দিসালত থোআ হল, আৰু চই মাহ ২৮ দিন ৰাজ্য ভোগ কৰি বন্দিসালতে মৰিল।

## চুলতানা ৰজিয়া।

Sultana Rezia.

দিলিৰ সিংহাসনত উঠাৰ জি জি গুন হব লাগে, সেই সকলো গুনতে চুলতানা ৰজিয়া বিখ্যাত আচিল, আৰু জি জি লোকে তেঁওৰ দোস গুনৰ উত্তম বিচাৰ কৰে, সিবিলাকে অকল তেঁও তিৰি হোআ এইটি দোস মাথোন পাই। তেঁওৰ বাপেকে জি বচৰত গৱ গোআলিয়ৰ লৈচিল, সেই বচৰতে তেঁও আপোনাৰ এই চুলতানা দুহিত্রিক ৰাজ্যৰ অধিকাৰ বাৰ দিলে।

আৰু জেতিয়া তেঁওৰ এজন ওমৰাওএ সুধিলে, বোলে, তুমি এনে কৰম কিয় কৰিচা? তেতিয়া কন্যাৰ বাপেকে উত্তৰ কৰি কলে, পুৰুসৰ জেনে বুধি আৰু সাহ আচে, এই তিৰি হলেও সেই ৰুপ গুন আচে, আৰু তাই মোৰ একুৰি পুত্রতকৈও উত্তম।

She assumes masculine apparel.

চুলতানা ৰজিয়া সিংহাসনত উঠি পুৰুসৰ দৰে বেস ধৰি ৰাজ কৰম চলাবলৈ ধৰিলে। ওমৰাওবিলাকে তিৰিৰ সাসনত অসম্মত হৈ আগৰ বাদস্যাহৰ উজিৰৰ লগত একে আলচ পাতি, ৰাজ্যৰ সকলো ওমৰাওবিলাকে চুলতানাৰ সাসনত নে থাকিবৰ হেতুকে সিবিলাকৰ তলৈ পত্র পঠাই দিলে। এই বাত্রা আজোধ্যাৰ চুবাদাৰৰ ওচৰ পোআত তেঁও ৰজিয়াৰ সহাই হবলৈ আপোনাৰ সৈন্য সকল একে লগ কৰি গোটালে; কিন্তু গঙ্গা নদিৰ

পাৰ হৈ সেই একে আলচ কৰাবিলাকৰ সৈ-নো তেঁওক জই কৰি বন্দিসালত সুমাই থলে, পাচে তাতে তেঁও ম্রিত্যু হল।

§ Appoints Jamal Captain general.

ইয়াৰ পাচত চুলতানাৰ সুভাগ্য দিনে দিনে বাৰ্হিবলৈ ধৰিলে। কাব্রিক নামেৰে এক মানুহ তেঁওৰ বস হৈ লাহোৰৰ অধিকাৰ বাবে নিজোজন হল। আৰু বঙ্গাল দেস আৰু উত্তৰ দেসৰ অধিকাৰবিলাক তেঁওৰ অধিন হবলৈ স্বিকাৰ কৰিলত সিবিলাকক আপোন আপোন প্রদেসৰ ওপৰত অধিকাৰ বাব দি ৰাখি থলে। এনে সময়ত চুলতানা ৰজিয়াৰ কিলিক খাঁ নামে সেনাপতি মৰিল, আৰু হোচেনক সেই পদ দিয়া হল। ইয়াৰ পাচে জমালে ৰজিয়াৰ অনুগ্রহ পাই সকলো সেনা সেনাপতিৰ ওপৰত প্রধান সেনাপতিৰ বাব পালে।

এই কথাৰ নিমিত্তে প্রধান লোক সকলৰ মনত অতিসই ক্রোধ হল, কিয়নো জামাল আ-গৈএ চা অৰ্থাত আচিচিনিয়া দেসৰ এক বন্দি আছিল। ১২৩৯ সকত লাহোৰৰ অধিকাৰ স্বাধিন হৈ আপোনাৰ সৈন্য জুগুত কৰিবলৈ ধৰিলে, কিন্তু ৰজিয়াই ৰাজ সৈন্যবোৰক গোটাই তাৰ অহিতে গমন কৰিলে, তাতে তাক পৰাজই কৰি তেঁওৰ খেমা পাবলৈ সকলো ভাৱে অতি নম্র কৰালে।

সেই বচৰতে তিবৰহিন্দ দেসৰ অধিকাৰে সেই বন্দিক ৰজিয়াই অনুগ্রহ কৰা দেখি তেঁওৰ বিৰোধ হল। ৩ ৫ ৰজিয়াই সকলো সৈন্য সমনিতে সেই অধিকাৰৰ বিৰোধে গল, কিন্তু পথৰ মাজত ৰজিয়াৰ তুৰুকি সৈন্যেই তেঁওৰ বিৰোধ হোৱাত সেই ঠাইতে জুধ উপস্থিত হল। তাতে ৰজিয়াৰ এবচি সেনাপতি মৰা পৰিল, আৰু ৰজিয়াকো ধৰি সিইতে বন্দিসালত সুমালে। এই কৰমৰ পাচে সৈন্যবোৰে পুনৰাই দিলিলৈ উভতি আহিল, আৰু ইল্‌তমস্যৰ পুত্র চুলতানাৰ ভাই বহৰামক ৰাজ সিংহাসনত বহুৱালে। ন. স. ক.

For the Orunodoi.

## মান্যবৰ শ্রীজুত অৰুনোদই পত্র সম্পাদক মহাসই মান্যবৰেষু,

সম্পাদক মহাসই

আপুনি অৰুনোদইৰে আমাৰ দেসত গিয়ান উদই কৰিবলৈ জিমান জতন কৰিছে, তাত আমি পৰম হৰ্স পাইচোঁ। তলত লিখা বিসইটি আপোনাৰ মহিমান্য কাকতত চাপি আমাক বাধিত কৰিব।

সম্প্রতি আমাৰ দেসৰ লোক সকলে জেনে দুৰৱস্থাত আছে, তাক কব নলগিয়াই নাই। কিন্তু আনন্দৰ বিসই এই জে এনে সময়তো শ্রী পুৰ্নানন্দ সৰ্মা নামে এজন পণ্ডিতে দুৰ্ভগিয়া অচমিয়া লোকৰ উপকাৰৰ নিমিত্তে কেতিয়াবা কেতিয়াবা হিত কথা অৰুনোদইত চাপে, কিন্তু সোকৰ বিসই এই, তেঁওৰ সেই গিয়ানি কথা বিলাক নিস্ফল হৈছে। কলাক গিত সুনুৱা জনে অকাৰ্জ্জ তেনে ব্রিথা হৈছে। জোৱা মাহত তেঁও শ্রীজুত পাদুৰি নজ চাহাবে ৰচনা কৰা পুথিৰ পৰা দহোটি প্রস্ন তুলি অচমিয়া সবাই উত্তৰ দিবলৈ অৰুনোদইত চপাইছে। কিন্তু সেই প্রস্নৰ উত্তৰ দিয়া, কেতিয়াও ভাল পৰ্হা সালি নে দেখা সবাৰ মনত নৰ সকত। অচমিয়া সবাই জি বস্তু নিতৌ দেখিছে, আৰু জি ন হলে আমি সুখে থাইৰৈ থাকিব নোৱাৰোঁ মোৰ মনেৰে হলে নিগুঢ় কথা সেইবোৰৰো কুব নোৱাৰে হেন পাওঁ। তাৰ সাখি ৰূপ, সোন, তাম, পিতল লোহা। এইবিলাক নো কি, কত পোৱা জাই, কেনেকৈ নো টকা, বা পইচা, বা মোহৰ, বা লোটা, বা আন্ধাত থাব লগিয়া হল, তাৰ সবিসেস বুবুজে। আযোন পুহুত জে ইমান জাৰ, জেঠ আহাৰত নো ইমান জহ কিয়? তাকো নে জানে। বৰ নো কি! কিয় এনে দেখি, আৰু আমাক নো কি উপকাৰ কৰে? তাকো নে জানে। মানুহ পোনে ওপজোঁতে সৰু হই, ক্রমে ক্রমে ডাঙৰ হই, বুঢ়া হই, ইয়াৰ নো কি কাৰন? আৰু বুঢ়া হৈ নো সৰু ন হই কিয়? ইয়াকো নে জানে। একে হাতৰে আঙুলি

আৰু তাৰ ওপৰত নখ আছে, আঙুলি কাটিলে জে আকও ন হই, নখ কটিলে নো আকও কিয় হই? ইত্যাদি কথা সকল অচমিয়া লৰাই জেতিয়া জানিব, তেতিয়া আমাৰ দেসৰ দুখ একে বেলিএ গুচিব। সংসই নাই। জেতিয়া কোনো লোকে সুজুক্তি সহিতে ইয়াৰ উত্তৰ দিব তেতিয়া আমি মহা আনন্দ পাম। পৰিসেসত কঁও, শ্ৰী পুৰ্নানন্দ সৰ্মাৰ প্ৰস্নৰ মুল এতিয়া অচমিয়া লোকে ভু নে পাই। সি সকলক অনেকেই প্ৰহেলিকা অৰ্থাত সাস্ত্ৰ হেনহে বুলিব। অচমিয়া লোক আৰু ভাসাৰ এনে স্ৰি ব্ৰিধি হোআ নাই তেঁওৰ নিচিনা পৰম উপকাৰি জনৰ মহা বিগ্য কথাক কাতি কৰি ন থৈ হিত বুলি অঙ্গিকাৰ কৰি লব। জদিও অচম দেসৰ এনে অৱস্থা, তেও অনেক লোকে সেই প্ৰস্নৰ উত্তৰ দিব পৰিব। তেঁও নে ভাবিব জে ইয়াৰ কোনেও উত্তৰ দিব নোআৰিব। ইতি ॥

এজন ইংৰাজি কবিএ এই পদ ৰচনা কৰিলে,
মই তাৰ অৰ্থ ভাঙ্গিলোঁ।

An English Gem.

সুনিৰ্মল ৰত্ন বহু দেখিতে সুন্দৰ,
এন্ধাৰ সমুদ্ৰ মাজে গুপ্ত কলেবৰ;
ফুটন্ত অনেক ফুল নে দেখো নয়নে,
সুগন্ধ বিনষ্ট কৰে বনৰ পবনে।

শ্ৰীমিৰ মজফৰ হুচেন।

কলিকতা ৮ জানুআৰি, ১৮৫৪।

## দাৱিদৰ ৯ গিত।

The ninth Psalm of David.

জয়ৰ নিমিত্তে ইস্বৰক প্ৰসংসা কৰা।

মুত্লবেনত প্ৰধান বাদ্যকলৈ।

হে য়িহোৱা, সকলো চিত্তেৰে তোমাক প্ৰসংসা কৰিম; তোমাৰ সকলো আচৰিত কৰম বৰ্ণনা কৰিম। মই তোমাত হৰ্সিত হৈ আনন্দ কৰিম; হে সৰ্বোপৰি প্ৰভু, তোমাৰ নামত প্ৰসংসা গান কৰিম। মোৰ সত্ৰুবিলাক হৌঁহকোআ হৈ পৰি তোমাৰ সাখ্যাতে বিনাস হল। কিয়নো তুমি মোৰ নিয়াই আৰু সোধ ৰাখি সিংহাসনত বহি নিয়াই সোধ কৰিলা। তুমি বিদেসি লোকক ভৰিয়ালা; পাপি-লোকক সংহাৰ কৰি সিহঁতৰ নাম সদাকাল লোপ কৰিলা। সদাকাললৈ সত্ৰুবিলাকক নষ্ট কৰি সিহঁতৰ নগৰবোৰ বিনাসিলা; সিহঁতলৈ সুমৰনো গুচিল। কিন্তু য়িহোৱা সৰ্বকালে থাকে: তেঁও সোধৰ নিমিত্তে আপোনাৰ সিংহাসন জুগুত কৰিলে। তেঁও ধৰম ৰূপে জগতৰ সোধ কৰিচে; তেঁও লোকবিলাকক নিয়াই ৰূপে প্ৰতিফল দিচে। য়িহোৱা তাৰনা পোআবিলাকৰ আস্ৰুই; দুখৰ কালত তেঁও সিবিলাকৰ আস্ৰুই। হে য়িহোৱা, জিবিলাকে তোমাৰ নাম জানে, সিবিলাকে তোমাত বিস্বাস কৰে; কিয়নো জি লোকে তোমাক বিচাৰে, সিবিলাকক তুমি কেতিয়াও তিয়াগ ন কৰা।

চিওনত নিবাস কৰা য়িহোৱালৈ স্তুতি গান কৰা, লোকবিলাকৰ মাজত তেঁওৰ মহত কৰম প্ৰকাস কৰা। তেজ উলিওআ দোসৰ সোধ কৰা সময়ত তেঁও দুখ পোআবিলাকক সোঁঅৰে; তেঁও সিবিলাকৰ কাকুতি নে পাহৰে।

হে য়িহোৱা, মোক ক্ৰিপা কৰা; মোক ঘিন কৰাবিলাকৰ পৰা জি দুখ পাইচোঁ, তাক ক্ৰিপা দ্ৰিষ্টি কৰা; ম্ৰিত্যু দুআৰৰ পৰা মোক তোলা। তাতে চিওনৰ জিয়াৰিৰ দুআৰত মই তোমাৰ প্ৰসংসা সকল দেখাম; তোমাৰ পৰিত্ৰানত মই আনন্দ কৰিম।

বিদেসি লোকে আপুনি খনা খালত পৰি তল গল; আপুনি লুকাই পতা জালত সিহঁতৰ ভৰি লাগি ৰল। তেঁও দণ্ড দিয়াৰ দোআৰাই য়িহোৱাক জনা হৈচে; পাপি লোক আপোন হাতে কৰা কৰমৰ দোআৰাই ধৰা পৰে। পাপি লোক আৰু ইস্বৰক পাহৰা সকলো দেসিবিলাকক অধসলৈ খেদোআ হব। কিয়নো দুখিয়াবিলাকক সদাই পাহৰা নে জাব; দৰিদ্ৰবিলাকৰ আসা সদাই নু গুচিব। হে য়িহোৱা, উঠা; মানুহে জই কৰিবলৈ নি দিবা। বিদেসি লোকক তোমাৰ দ্ৰিষ্টিতে সোধ কৰা হওক। হে য়িহোৱা, বিদেসি লোকে আপোনাবিলাকক মানুহ জেন জানে, এই নিমিত্তে সিহঁতৰ মনত ভই লগাই দিওক।

## চিকন্দৰিয়া নগৰত সাত লাখ পুথি পোৰা।

**Destruction of the Alexandrian Library.**

মিচৰ দেসৰ চিকন্দৰিয়া ৰাজ নগৰৰ অৰ্থাত চেকন্দৰ নগৰত, জি পুথি থোআ ঘৰ আচিল, সি প্ৰিথিৱিৰ ভিতৰত সকলোতকৈ ডাঙ্গৰ। চেকন্দৰ স্যাহৰ মৰনৰ পাচত, মিচৰ দেসৰ বাদস্যা পোতলিমিএ এই পুথিৰ ঘৰ প্ৰথমে থাপনা কৰিলে; তাৰ পাচত তেঁওৰ পদত হোআ ৰজাবিলাকে সেই পুথিবোৰ এনেহে বৰ্হালে জে সেসত তাৰ মাজত সাত লাখ পুথি আচিল। আৰু দুহেজাৰ বচৰ হল, জেতিয়া কৈচৰে চেকন্দৰিয়া নগৰ বেৰিলে, তেতিয়া তেঁওৰ চাৰি লাখ পুথি অকস্মাত পোৰা হল। কিন্তু সেই দেসৰ সুন্দৰি আৰু গিয়ানি খিয়াতি হোআ ক্লেয়োপাত্ৰা নামেৰে ৰানিএ আকও তাতে দুই লাখ পুথি গোটাই থলেনি, আৰু আন লোকবিলাকেও কাল ক্ৰমেৰে অনেক পুথি গোটাই সেই ঠাইতে থলে, আকও তাত সাত লাখতকৈ অধিক পুথি হল।

৭০০ সকত জেতিয়া মচলমানবিলাকে চেকন্দৰিয়া নগৰ ললে, তেতিয়া বিদ্যা সিকিবৰ নিমিত্তে কাৰ্সাৰ কৰোঁতা সিইঁতৰ অমৰা নামে সেনাপতিএ সেই ঠাইৰ পৰা এটা পণ্ডিতেৰে সৈতে নিতে প্ৰিতি আলাপ কৰিচিল। এদিন সেই পণ্ডিতে তেঁওক কলে, বোলে, তুমি চেকন্দৰিয়া নগৰৰ সকলো ঠাইলৈ গৈ ৰজাৰ সকলো দ্ৰব্যৰ ওপৰত তোমাৰ চাব মাৰিচা সেইবোৰ বস্তু তোমাৰ উপকাৰলৈ জোগ্যতা হওঁ, আমাৰ উপকাৰৰ পাত্ৰ ন হই; কিন্তু এই নগৰত তোমাৰ কিচু উপকাৰ নো হোআ, আমাৰ নিচয়ে উপকাৰ হোআ, এনে বস্তু আচে। অমৰাই কলে, বোলে, তুমি কিহলৈ প্ৰাৰ্থনা কৰিচা! তেঁও কলে, বোলে, ৰজাৰ পুথি থোআ ঘৰত জিবোৰ পুথি আচে, তাকে মোক দিয়া। অমৰাই উত্তৰ দি কুলিলে, ইয়াক দিবলৈ মোৰ সক্তি নাই, কিন্তু আমাৰ কালিফক এবেলি সুধিলে হব।

পাচে তেঁও বেগতে এই কথা জনাবৰ নিমিত্তে ওমাৰ কালিফৰ ওচৰলৈ মানুহ পঠাই দিলে, তাতে তেঁও এই উত্তৰ দিলে, বোলে, তুমি জি পুথিৰ কথা লিখিচা, সেই পুথি জদি ইস্বৰৰ পুথি, অৰ্থাত কোৰানেৰে সৈতে একে মিল হই, তেন্তে সেই পুথিত একো সকাম নাই, কিয়নো কোৰানতে আমাৰ জানিব লগা সকলো পোআ হই, জদি তাত কোৰানৰ কোনো বিৰোধ কথা থাকে, তেন্তে তাক কোনো ৰূপে লব লগা ন হই, এই কাৰনে মই এনে পত্ৰেৰে তোমালৈ আগ্যা কৰিলোঁ, সেই সকলো পুথিবিলাক নষ্ট কৰিবা।

অমৰাই এই আগ্যা পাই সেই সকলো পুথিবিলাক নগৰৰ আটাই মানুহৰ গা ধোআ ঘৰৰ পানি তপতাবৰ নিমিত্তে পঠিয়াই দিলে; তাত ইমান পুথি আচিল জে চমাহলৈকে সেইবোৰ তপত কৰিবৰ নিমিত্তে থৰি নে লাগিচিল, এই ৰূপে চেকন্দৰিয়া নগৰৰ সকলোতে সুখ্যাতি পুথিবিলাক নাস হল, আৰু মানুহৰ নিমিত্তে বিদ্যাৰ মহা ভৰাল লোপ হল।

---

## গিয়াতি পৰিয়ালবিলাকলৈ আচৰিব লগা কথা।

**Conduct toward Relations.**

আমাৰ পিত্ৰি মাত্ৰি আৰু ভাই ভনিবিলাকলৈ আৰু জিবিলাক আমাৰ সমন্ধত থাকে সিবিলাকলৈ, আমি সকলো প্ৰকাৰে মৰমিয়াল হব পাওঁ; কিয়নো আমাৰ সহু কালত কোনো কৰম কৰিবলৈ জেতিয়া আমি অপাৰক আচিলোঁ, তেতিয়া আমাৰ পিত্ৰি মাত্ৰিএ আমাক আহাৰ বস্ত্ৰ আদি দি, সাৱধান কৰি ৰাখিচিল; সিবিলাকৰ এনে মায়া নো হোআ হলে, আহাৰ আৰু বস্ত্ৰৰ অভাৱতে আমি পৰলোক প্ৰাপ্ত হলোঁহেঁতেন। এই কাৰনে আমাৰ সক্তি থাকে মানে সিবিলাকৰ উপকাৰ সুঁৱৰি মানি, সিবিলাকক হিত আৰু প্ৰেম কৰা আমাৰ উচিত। আৰু সিবিলাকে নিয়াই মতে আমাক জি আদেস দিএ, আৰু আমাত জি থোজে, তাক আনন্দ মনেৰে আমি পালন কৰিব লাগে।

ভাই ভনি সকলে একে পিত্রি মাত্রিৰ পৰা জনম পাই, একে পাত্রতে আহাৰ কৰি, একে লগে উমলি, একে পিত্রি মাত্রিৰ পৰা হোআ, একে স্নেহ, একে প্রেম সমান ৰুপে পাই, বাৰ্হি ডাঙ্গৰ হোআত, ই জনে সি জনে প্রেম আলাপ কৰিবলৈ প্রয়োজন থাকে। জদি সিবিলাকে এনে কৰে, তেন্তে সিবিলাকৰ জি উতম ভাবনা, সেয়ে প্রকাস হোআত, অন্য লোকৰ পৰা সিবিলাকে প্রেম পাবৰ জোগ্য হ। । কিন্তু সিবিলাকে জদি বিবাদ আৰু দন্দ কৰে, তেন্তে সিবিলাকৰ আচৰন এনেহে দুষ্ট আৰু অস্বভাবিক ৰুপে প্রকাসিত হব, জে সকলো গিয়ানি লোকে সিবিলাকৰ সঙ্গ তিয়াগ কৰিব । এই কাৰনে লৰা চোআলিবিলাকে আপোন আপোন সৰু কালতে ইটে সিটে প্রেম কৰিলে, জেতিয়া সিবিলাকে ডাঙ্গৰ হই, তেতিয়া ই জনে সি জনৰ কুসলৰ উনতি কৰাবও পাৰিব ।

ৰ. ন.

## এন্দুৰ আৰু তাৰ বোজাৰ কথা ।

The R. and its Burden.

ঘিন লগা আৰু অপকাৰি জন্তুৰ পৰাও আমি আমাৰ পিত্রি মাত্রিলৈ আদৰ আৰু মনজোগ কৰাব উপদেস পাব পাৰোঁ । কেতিয়াবা কেতিয়াবা এন্দুৰবিলাক ঘৰত আৰু জাহাজত এনেহে অধিকৈ বাৰ্হে জে মানুহৰ অনেক হানি কৰে । এই কাৰনে ফান্দ পাতি সেইবিলাকক ধৰি মাইৰা বিস দি মাৰি জেইকি প্রকাৰে হওক, সিহঁতৰ সংখ্যাৰ কম কৰিব লাগে। কোনো সমইত এখন জাহাজ মুয়ৰ্কৰ পৰা লিচবন নগৰলৈ জাত্রা কৰোঁতে জাহাজৰ ভিতৰত অতি সিঘ্রে এন্দুৰৰ সংখ্যা অনেক ব্রিধি হৈ, জাহাজত থকা অনেক বস্তু খাই নষ্ট কৰাত, জাহাজি লোকৰ খঙ্গ হল; তাতে সিবিলাকে আলচ কৰি বুলিলে, আমি প্রথমে আজৰি পালে, সেই জন্তুবিলাকৰ পৰা মুকুত পাবলৈ উপাই কৰিম । পাচে জেতিয়া সিবিলাকে নিৰাপদে লিচবনত জাহাজ ৰখা ঘাট পালেহি, তেতিয়াই সিবিলাকৰ আলচৰ দৰেই কাপ্তানে জাহাজৰ খোলত গন্ধক জুইৰে পুৰি ধুঁআৰে জাগ দিব দিলে । তাতে সেই এন্দুৰবিলাক এনে বস্তুৰ ধুঁআৰ জাল সহিব নোআৰি, গাঁত এৰি পলাবলৈ ধৰাত নাবিক সকলে বহু মাৰিলে । সেসত এটা ডেকেৰুআ এন্দুৰে বয়সত বুৰা হৈ ৰগা আৰু কনা হোআ আন এটা এন্দুৰক আপোন পিঠিত বোকোচা কৰি লৈ জাহাজৰ ওপৰ ঠাইত ওলালহি । জাহাজি লোকে বুৰা এন্দুৰটক ডেকাটৰ বাপেক বুলি জানি, পিত্রিলৈ পুত্রৰ এনে চেনেহ দেখি, বধ কৰিবলৈ ইচা ন কৰি কুসলে মতে ব্রিধ পিতাকক আন এঠাইলৈ লৈ জাব দিলে ।

ৰ. ন

## গিত ।

Hope of Immortality.

২ কৰিন্থ. ৫. ১ ।

এই তাম্বু ৰুপ সংসাৰিক ঘৰ
মৰনে পৰিলেও ভগন
ইস্বৰে সজা দেহ অমৰ
মোৰ হব স্বৰগত নির্মান ।

মহা উঠানৰ ঘোৰ সমই
জেন পাপে নিৰাস্রই ন হম
সদাই কেঁকাইচোঁ অতি ভই
সুস্থুগুত হবৰ কৰি স্রম ।

মই জানো দেহত থকা কাল
এই ভাৰৰ ভৰত হব দুখ
বেদনা, বিয়াধি, পাপৰ ফল
পৰিস্রাৰ চিন্তা, ভই, অসুখ ।

তেও বর্তমান এই অলপ দুখ
এখন্তেক মাথোন জি থাকে
অধিক গধুৰ অনন্ত সুখ
মোলৈ বৰ্হাই সিধি কৰে ।

তাত কিয় সাহিয়াল ন হম
মৰিলেও প্রভুৰ ওচৰ জাম
জিবনে লোপ হৈ সর্ব স্রম
বিস্রামে সর্ব অবিস্রাম ।

ও. ও.

## ঈশ্বৰৰ বচন ।

**Selected scripture Sentences.**

মুখত জি সোমাই, সি মানুহক অসুচি ন কৰে; কিন্তু মুখৰ পৰা জি ওলাই, সেয়েহে মানুহক অসুচি কৰে ।

তোমাৰ চকুএ জদি তোমাক পাপ কৰাই, তোমাৰ পৰা তাক কাৰ্হি পেলোআ; দুটা চকু থাকি নৰকৰ জুইত পেলোআ হোআতকৈ এচকুআ হৈ পৰম আয়ুসত সোমোআই তোমাৰ ভাল ।

ঈশ্বৰেই আত্মা, আৰু তেঁওক জিবিলাকে ভজে, আত্মাৰে সত্যেৰে ভজিবৰ উচিত ।

তুমি সকলো মনেৰে, সকলো প্ৰানেৰে, সকলো চিত্তেৰে সৈতে তোমাৰ পিতৃ পৰম ঈশ্বৰক প্ৰেম কৰা, এয়ে প্ৰথম আৰু প্ৰধান আগ্যা । আৰু তাৰে নিচিনা দুতিয় আগ্যা এই, তোমাৰ চুবুৰিয়াক আপোনাৰ নিচিনাকৈ প্ৰিতি কৰা ।

হেঁৰ অগিয়ানি, আজি ৰাতি তোমাৰ পৰা প্ৰান নিয়া হব ।

মানুহে গোটেই ধন জগত পায়ো জদি আপোনাৰ প্ৰান হেৰুআই, সেই মানুহৰ কি লাভ? আৰু মানুহে আপোনাৰ প্ৰান ৰাখিবৰ নিমিত্তে কি সলনি দিব পাৰে?

তোমোলাকৰ মাজত জি কোনোএ বৰ হবলৈ ইচা কৰে, সি তোমোলাকৰ সেৱক হওক; আৰু তোমোলাকৰ মাজত জি কোনোএ প্ৰধান হবলৈ ইচা কৰে, সি তোমোলাকৰ বন্দি হওক ।

ধনৱন্ত মানুহবিলাক ঈশ্বৰৰ ৰাজ্যত সোমাবলৈ কেনে দুৰ্গম!

আৰু বিশ্বাস কৰাবিলাকে একে লগে থাকি, আপোনাৰ সম্পত্তি সমানে ৰাখি ভোগ কৰিলে ।

পাচে আৰু জেনেকৈ লাগিল, সকলোকে তেনেকৈ বাটি দিলে ।

নিৰহঙ্কাৰ মন হোআ জিবিলাক, সেইবিলাক ধন্য; কিয়নো স্বৰগ ৰাজ্য সিবিলাকৰ । সোক কৰা জিবিলাক, সেইবিলাক ধন্য; কিয়নো সিবিলাকে সান্তনা পাব । নম্ৰ হোআবিলাক ধন্য; কিয়নো সিবিলাক প্ৰিথিৱিৰ অধিকাৰ হব । ধৰমলৈ ভোক আৰু পিয়াহ লগা জিবিলাক, সেইবিলাক ধন্য; কিয়নো সিবিলাকে তিপ্তি পাব । দয়ালু হোআবিলাক ধন্য; কিয়নো সিবিলাকে দয়া পাব । নিৰ্ম্মল চিত্ত হোআবিলাক ধন্য; কিয়নো সিবিলাকে ঈশ্বৰক দৰ্শন পাব । মিল কৰাবিলাক ধন্য; কিয়নো সিবিলাকক ঈশ্বৰৰ সন্তান বোলা হব । জিবিলাকে ধৰমৰ নিমিত্তে তাৰনা পোআ হই । সেইবিলাক ধন্য; কিয়নো স্বৰগ ৰাজ্য সিবিলাকৰ ।

এয়েৰেই পাপৰ অভিলাস পুৰ কৰিবলৈ তোমোলাকৰ এই বিনাসি দেহত পাপক অধিকাৰ হবলৈ নি দিবা । কিয়নো পাপৰ বেচ মৰন ।

কিন্তু হিদয়ৰ বিধানৰ বিৰোধে জুধ কৰি মোক অঙ্গবোৰত থকা পাপৰ বিধানৰ অধিন কৰা, এনে আন এক ৰতাও মোৰ অঙ্গত দেখোঁ । অস অস, দুৰ্ভগিয়া মানুহ জি মই, মোক এই মৰন দেহৰ পৰা কোনে উধাৰ কৰিব?

সংসাৰিক চিন্তা মৰন; আত্মাৰ চিন্তন পৰম আয়ুস আৰু কুসল ।

হে ভাইবিলাক, ঈশ্বৰৰ দয়াৰে তোমোলাকত মই এই মিনতি কৰিছোঁ, তোমোলাকে আপোন আপোন সৰিলক জিয়া, পৱিত্ৰ, আৰু ঈশ্বৰ তুষ্ট হোআ বলি ৰূপে উচৰগ কৰা, কিয়নো এয়েই তোমোলাকৰ উচিত সেৱা ।

কুকৰম হিনাই সুকৰমত ৰতি হোআ ।

ৰাতিৰ সেস হৈছে; পহৰ হবৰ কাল ওচৰ হল; এই হেতুকে আঁহা, ৰাতিৰ কৰম আটাইকে এৰি পহৰৰ সাজ পিন্ধোঁহঁক; ৰঙ্গিৰস আৰু উন্মত্ত, বেস্যা আৰু কাম ভাও, বিৰোধ আৰু অসুয়া, এইবিলাক নাচৰি, দিনৰ জোগ্য সুধ কৰম আচৰোঁহক ।

বিভিচাৰ ন হবলৈ প্ৰতি জন পুৰুসৰ আপোনাৰ একন স্বামি হওক; আৰু প্ৰতি জনি তিৰোতাৰো আপোনাৰ একন স্বামি হওক ।

পাচে তেঁও পান পাত্ৰ হাতত লৈ স্তুতি কৰি সিবিলাকত দলে, ইয়াকে লৈ আপোনাৰ মাজত ভাগ কৰা ।

জেনেকৈ একে পিঠা হই, তেনেকৈ আমি অনেক হৈও একে দেহ হৈছোঁ; কিয়নো আমি সকলো সেই একে পিঠাৰ ভাগি হৈছোঁ ।

সকলো মানুহৰ মাজত বিবাহ মর্জতাৰন্ত, আৰু তাৰ সজ্যা সুচি; কিন্তু বিভিচাৰি আৰু পৰ তিৰি হৰন কৰাবিলাকক ইস্বৰে দণ্ড দিব ।

প্রিথিবি গোটেই থনৰ ওপৰত থাকিবলৈ একে তেজেৰে সকলো জাতৰ মানুহক সুজি ।

আগৰ সেই অগিয়ান কাল ইস্বৰে সহিলে, কিন্তু এতিয়া সকলো ঠাইতে আটাই মানুহক মন পালটাবলৈ আগ্যা কৰিছে ।

এইবিলাক জানি জদি তেনে কৰা, তেন্তে তোমোলাক সুখিয়া হবা ।

সৰিল বিভিচাৰৰ নিমিত্তে ন হই ।

বেসালি কৰমৰ পৰা আঁতৰি থাকা ।

তোমোলাকৰ সৰিলেৰে ইস্বৰৰ মহিমা প্ৰকাস কৰা ।

## ইস্বৰৰ আগ্যা ।

ইস্বৰ পুন্যৱন্ত, মৰমিয়াল, সুচি ।
দুখিয়া পাপ, সুখিয়া ধৰম ।
কলাডিল, মুখ, হাত গা সুচি ৰাখিবা ।
আগলৈ পাপ, পুন্যৰ সোধ হব ।
অচর্মিয়া লবাৰ মিত্র ।

## বিবাহৰ সম্বাদ ।

Marriage.

নগাঁও জিলাত ১০ ফেব্ৰোআৰিত পাদুৰি ব্ৰুঞ্চন চাহাবৰ দোআৰাই খ্রিষ্টিয়ান বিধি মতে স্ত্রী মান ভোআই আৰু স্ত্রী মতি ৰাতিবৰিৰ বিয়া দিয়া হল ।

## ইংৰাজি দেসৰ ইস্কুল ।

Number of Schools in England.

ইংলণ্ডৰ ভিতৰত প্ৰধান বিদ্যালই ১৫,৫৮৪ আৰু সামান্য ইস্কুল ৩০ ৫৩০ । প্ৰধান বিদ্যালইৰ চাতৰ ১,৪১৭,৩০০ ; আৰু সামান্য পঢ়াসালিৰ ৭২৭,০৭৭ চাতৰ আছে । তাত দেওবৰিয়া ইস্কুলো ২৩,৪৯৮, আৰু তাৰ ২,৪০০ ৪০৯ চাতৰ সৰাও আছে ।

## মানুহৰ হাৰ ।

Number of human bones.

মানুহৰ মুৰত ৬০ হাৰ আছে, আৰু ভৰিতে কৰঙ্গতে ৬০, হাতত ৬২, আৰু গাত ৬৭ আছে । আৰু তাত বাহিৰে ৪৬৪ জেঠি আছে । তাৰ কলাডিলৰ ভিতৰত এক থন্তেকৰ মাজত ৬৪ বেলি টিক টিক কৰে, ঘণ্টাত ৩,৮৪০ বেলি জাই, আৰু দিনৰ মাজত ৯২,১৬০ বেলি টিক টিক কৰে । আৰু ঘনণ্টাৰ মাজত গোটেই গাটোতে তিনি বাৰ সিৰত তেজ অহা জোআ কৰে ।

## মার্চ, অর্থাত চতৰ পঞ্জিকা ।

Almanac for March, A. D. 1854. Sal. Sac 1775.

| মার্চ | ফাগুন | বাৰ | তিথি | দিনমান | মার্চ | চত | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ৪ | ২ | ১১।২৮ | ১৭ | ৫ | ৬ | ১৮ | ১১।৫৫ |
| ২ | ২০ | ৫ | ৩ | ১১।৩২ | ১৮ | ৬ | ৭ | ১৯ | ১১।৫৭ |
| ৩ | ২১ | ৬ | ৪ | ১১।৩৪ | | | | | |
| ৪ | ২২ | ৭ | ৫ | ১১।৩৫ | ১৯ | ৭ | ১ | ২০ | ১১।৫৯ |
| | | | | | ২০ | ৮ | ২ | ২১ | ১১।০ |
| ৫ | ২৩ | ১ | ৬ | ১১।৩৭ | ২১ | ৯ | ৩ | ২২ | ১১।১ |
| ৬ | ২৪ | ২ | ৭ | ১১।৩৮ | ২২ | ১০ | ৪ | ২৩ | ১১।৩ |
| ৭ | ২৫ | ৩ | ৮ | ১১।৪০ | ২৩ | ১১ | ৫ | ২৪ | ১১।৪ |
| ৮ | ২৬ | ৪ | ৯ | ১১।৪১ | ২৪ | ১২ | ৬ | ২৫ | ১১।৬ |
| ৯ | ২৭ | ৫ | ১০ | ১১।৪৩ | ২৫ | ১৩ | ৭ | ২৭ | ১১।৮ |
| ১০ | ২৮ | ৬ | ১১ | ১১।৪৪ | | | | | |
| ১১ | ২৯ | ৭ | ১২ | ১১।৪৬ | ২৬ | ১৪ | ১ | ২৮ | ১১।৯ |
| | | | | | ২৭ | ১৫ | ২ | ২৯ | ১১।১১ |
| ১২ | ৩০ | ১ | ১৩ | ১১।৪৭ | ২৮ | ১৬ | ৩ | ৩০ | ১১।১২ |
| ১৩ | ১ | ২ | ১৪ | ১১।৪৮ | ২৯ | ১৭ | ৪ | ১ | ১১।১৪ |
| ১৪ | ২ | ৩ | ১৫ | ১১।৫০ | ৩০ | ১৮ | ৫ | ২ | ১১।১৬ |
| ১৫ | ৩ | ৪ | ১৬ | ১১।৫২ | ৩১ | ১৯ | ৬ | ৩ | ১২।১৭ |
| ১৬ | ৪ | ৫ | ১৭ | ১১।৫৪ | | | | | |

এই অৰুনোদই গিয়ান ভণ্ডাৰ মোৎ সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চাপা কৰা হৈছে । আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ টকা ।

THE ORUNUDOI,

A MONTHLY MAGAZINE DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৯ বচৰ। মোং সিৰসাগৰ, মার্চ, ১৮৫৪। নম্বৰ ৩।

VOL. IX. SIBSAGOR· MARCH, 1854. NO 3.



Omer Pasha, Commander of the Turkish Army, from the Illustrated London News.

## অনেক দেসৰ সম্বাদ।

Journal of Events.

তুৰুকি চুলতানৰ সকলো ফৌজৰ ওপৰত ওমৰ বাদস্যা প্রধান সেনাপতি হৈছে। তেঁওৰ জনম ভুমি ক্রোতিয়া প্রদেস; তেঁওৰ বাপেক গ্রিক মতৰ ধৰমত প্রবর্ত্তিচিল। তেঁও বিদ্যা

সিঙ্কি এঁটালত অষ্ট্রিয়া ফৌজৰ মাজত সোমোআ হল । পাচে ১৮৩০ সঁকত অধিকাৰৰ কোনো আল্লাত বেজাৰ পাই তুৰুক দেসলৈ গৈ মচলমান ধৰম গ্ৰহন কৰিলে; আৰু খস্ৰো বাদস্যাই সেনাপতি বাব দি আপোনাৰ লগত ৰাখিলে । ১৮৫১ সঁকত বস্নিয়া দেসৰ দ্ৰুহিয়া বিসয়াবিলাকে সৈতে ৰন কৰি এৰ জনস্যা পালে । তেঁওৰ বয়স এতিয়া ৫২ বচৰ হৈছে । সি পিচত তেঁওৰ নকচা চালে, তেঁও বৰ সাহিয়াল সেনাপতি হোআ বুজিবা ।

Russians defeated at Tsitale

ৰুচিয়া আৰু তুৰুকিৰ মাজত ৬ জানুআৰিত বৰ জুধ হল । আমাৰ নতুন বচৰ সোমোআতকৈ ৰুচিয়াৰ মতেৰে ১৩ দিনৰ পাচতহে নতুন বচৰ সোমাই । সেই ১৩ জানুআৰি অৰ্থাত সিইতৰ নতুন সঁকৰ বৰ দিনত প্ৰধান কৰম কৰি বৰ জস পাম বুলি খালিফাতত থকা তুৰুকি ফৌজক জুধ কৰিবলৈ থিৰ কৰিলে । সেই আসযেৰে জানুআৰি ২ তাৰিখত জেনৰল আওৰেপ সেনাপতিএ ২০,০০০ ৰুচিয়া সেনা আনি খালিফাতৰ উতৰে এপৰৰ আঁতৰত থকা জিতালি নগৰত ৰলহি । তুৰুকিৰ সেনাপতি ওমৰ বাদস্যাই ইয়াকে জানি সিইঁতক আগ হৈ ধৰিবৰ নিমিতে ১৮,০০০ সেনা, ২৪ বৰ টোপে সৈতে চিলিম বাদস্যাকে পঠালে । ৬ জানুআৰিত সিইঁতৰ কোঁঠৰ ওচৰ পাই জুধ ধৰি দিনটো ৰন কৰিলে । দুয়ো দলৰ বহু সেনা পৰিল । ৭ তাৰিখত আকও জুধ ধৰি সেই দিনাও অন্ত ন হল; ৮ । ৯ তাৰিখতো সেই ৰুপে ৰন কৰি ৰুচিয়াক নিচইকৈ জিনি খেদালে । জেনৰল আওৰেপকো খুন কৰিলে, ৰুচিয়াৰ সেনা ১০০০ মৰিল, ৪০০০ খুন হল । তুৰুকিৰো ২।৩ হেজাৰ মান খুন হল । পাচে ৰুচিয়াই ক্ৰাজক নগৰলৈ উভতি গৈ তাতে ৰল; কিন্তু সিবিলাকৰ বৰ দিনত একো কৰিব নোআৰিলে ।

Entrance of the allied Fleet into the Black Sea.

তুৰুকিৰ সহাই হবৰ নিমিতে ইংৰাজি আৰু ফ্ৰাঞ্চিৰ জাহাজবোৰ জানুআৰি ৩ তাৰিখত বিলাক সমুদ্ৰত সোমাল । ৰুচিয়াৰ জাহাজবোৰে তুৰুকিৰ অনেক জাহাজ চিনপি নগৰৰ ঘুলিত মাৰি পেলাইচিল; কিন্তু এতিয়া ৰুচিয়াতকৈ ইংৰাজি আৰু ফ্ৰাঞ্চিৰ জাহাজবোৰ অধিক আৰু পৰাক্ৰমি । চিনপিৰ জুধত তুৰুকিৰ আদ্‌মিৰল সেনাপতিৰ ঠেঙ্গত গুলি লাগিল, সেই কাৰনে দুবেলি তেঁওৰ ঠেঙ্গ ডক্তৰে কাটিলে, তেও জিয়াব নোআৰিলে, মৰিল ।

Suicide at Jorhut.

জোৰহাটৰ বজাৰৰ সেখ হনুৰ মুঞ্চি নামে ২৫ বচৰ বযসিয়া এটা মচলমানৰ এজনি গাভৰু তিৰোতা জহনিত মৰিলত, সেই বেজাৰত সি প্ৰাই বলিয়াৰ নিচিনা হৈ সংসাৰৰ সকলো সুখ ভোগ এৰি, ১৮ ফেবৰুআৰি সনি বাৰ বেলি ৪ বজাৰ সময়ত, সেই বজাৰৰে মহনুৰ মুঞ্চি নামে এটাৰ ঘৰলৈ গৈ, কাকো নে দেখি উদঙ্গ ঘৰ পাই ভিতৰ সোমাই আমোল কটাৰিৰে আপোনাৰ ডিঙ্গিত দুৰেপ মাৰি দুআৰ জঁপাই মনে মনে বহি আচিল । পাচে সেই ঘৰৰ গিৰিহঁত আহি কোনে দুআৰ মেলিলি বুলি সোধাত সি ওলাই আপোনাৰ ডিঙ্গি দেখুআলে । তাতে মহনুৰে ভই পাই তাৰ মাকৰ আগত কলেগৈ, মাকে তেতিয়াই দাৰোগাত জনালে । দাৰোগা আহি তাত সোধাত সি কলে, বোলে, মই আপোনাৰ ডিঙ্গি আপুনি কাটিলোঁ, কাৰন মোৰ তিৰোতা মৰিল, মই নো জিয়াই থকাৰ কি সকাম? সেসত তাৰ মাকে তাক আপোনাৰ ঘৰলৈ নি কটা ডোখৰ বেজিৰে সি জিবৰ নিমিতে অনেক দৰব দিচিল, তথাপি সেই দিনৰে নিসা ৭ বজাৰ সময়ত মৃিত্যু হল ।

Fire at Jorhat.

১৬ মার্চ বিৰচতি বাৰে ৰাতি জোৰহাটৰ শ্ৰী উৰ্বিধৰ সৰ্মা সিৰসাগৰিয়া বৰুআৰ ঘৰত জুই লাগি, তেঁওৰ সকলো ঘৰবোৰ আৰু সকলো দ্ৰব্য সম্পতি পুৰিলে । বৰুআ সিৰসাগৰত আচিল, তেঁও ঘৰত ন থকাত আৰু ৰাতি পোৰা হেতুকে এটা পেৰাৰ বাহিৰে একো বস্তু এৰুআব নোআৰিলে ।

**Fire at Sibsagor.**

২০ মাৰ্চত সোম বাৰে আন্দাজ দিনৰ ২ বজা মানত সিৱসাগৰ জিলাৰ আমোলাপটিৰ মুৰত শ্ৰী পুৰ্না চিহানবিচৰ ঘৰত জুই লাগি ঘৰ আদি সকলো বস্তু পুৰিলে। সেই কালত তেঁও ঘৰত নাই কিচিল, আৰু ঘৈনিএকৰ বাজে আন কোনো নাই, এই কাৰনে একো দ্ৰব্য এৰুআব নোআৰিলে।

**Suspicion of Murder.**

১৬ মাৰ্চ মাহৰ ব্ৰিহস্পতি বাৰৰ ৰাতি দিখৌ সি পাৰত থকা পদপুৰ নামেৰে মচলমান মানুহ এটা একো বিখিনি নো হোআকৈ ম্ৰিত্যু হোআত দস্তুৰ মতে কাপৰ পিন্ধাই পুতিলে। পাচে মৰা মানুহটৰ বস্তুৰ পৰা তাৰ ভনিএক ভাগিনিএকে দন্দ কৰি, তইহে মানুহ বিহ খুআই মাৰিচ, এই ৰুপে ইটক সিটে বুলি দুইৰো মাজত কন্দল হল। এই কথা সুনি থানাৰ পৰা মদত মহৰি, পুলিচ মহৰি গৈ স থনাই থানালৈ অনাই পেট ফালি চাই, বিহ খুআই মৰা একো প্ৰমান নে পালে। আৰু তাৰ পেটৰ ভিতৰত ভাতৰ জোলোঙ্গাত কিচুমান জিন নো জোআকৈ ভাত আচিল, তাকে ডক্তৰে উলিযাই কলিকতালৈ পঠালে।



Major General Godwin

**Fires at Nawabgunj**

গত ফেবৰুআৰি মাহৰ ২১ তাৰিখৰ সুকুৰ বাৰে নবাব গঞ্জৰ পচিম ফালে কানাই নামেৰে এটা মানুহৰ ঘৰত গ্ৰিহস্থবিলাকৰ অসাৰধানত অৰ্থাত সিইঁতে ধোঁআ খাওঁতে সেই জুই ঘৰত লাগি তাৰ ঘৰ, আৰু তাৰ ওচৰৰ আন এঘৰ আৰু তাত থকা সকলো বস্তু পুৰিলে।

বাৰ্তাবহত লিখিচে, গত ফেবৰুআৰি মাহৰ ১৮ তাৰিখ বুধ বাৰৰ ৰাতি এই জিলাৰ নবাব গঞ্জৰ ধনেস্বৰি বেস্যাৰ ঘৰত জুই লাগি তাইৰ জি এটা ঘৰ আচিল, তাক আৰু তাৰ মাজত জি কিচু সম্পতি আচিল, তাকো পুৰিলে। ভাতে সুনা হৈচে, এই বেস্যা ৰঙ্গমাটিৰ ঘৰত গান সুনিবলৈ গৈচিল, সেই সময়তে তাইৰ কোনোবা সত্ৰুএ এই কৰম কৰি সত্ৰু সাদিলে।

মান দেসত ৰন কৰা প্ৰধান সেনাপতি মেজৰ জেনৰল গদৱিন চাহাব ৰনত ফুৰোঁতে মুৰত তাপ লাগি বৰ দুখ পোআত নৰিয়া পৰিল। পাচে ২৪ অক্তোবৰ তাৰিখত চিমলা নগৰত ম্ৰিত্যু হল। তেঁও ৰনত বৰ পৰাক্ৰমি আচিল। ১৮৫২ সঁকৰ চেপ্তেম্বৰ ২১ তাৰিখৰ প্ৰধান জুধত তেঁও মানক জিনিচিল। তেঁওৰ নকচা ওপৰে লিখা হৈচে।

**Re marriage of Widows**

সম্বাদ পুৰ্নচন্দ্ৰোদইত লিখিচে, ভাটি ক্ৰিস্ন নগৰৰ ডিপুটি মাজিষ্টৰ শ্ৰীজুত বাবু ইস্বৰ চন্দ্ৰঘোচাল নৱদিপত থকা প্ৰধান প্ৰধান পণ্ডিত বিলাকৰ লগত লৈ বিধৱাবিলাকক বিবাহ দিবলৈ বেৱস্থা আলচ কৰিচে। তাতে কিচু মান পণ্ডিতে তেঁওৰ মতৰ দৰে বিধৱা বিবাহৰ বেৱস্থা দিয়াতে সেই ঠাইত মহা গণ্ড গোল হাই হৈচে।

**Murder of a Wife.**

ৰঙ্গপুৰ বাতাবহত লিখিচে, গত ফ্েবৰুআৰি মাহত ভাটি ৰঙ্গপুৰ জিলাৰ কুজৰ গঞ্জ থানাৰ অন্তৰ্গত লখ্যনপুৰৰ বজাৰত, গোৰদাস নামেৰে এটা মানুহে আপোনাৰ তিৰোতাক ভেক অৰ্থাত এবিধ সন্যাসিৰ আচাৰ লবলৈ সদাই ৰবে. কিন্তু তাই তালৈ মন নাই কিয়া বুলি কোআত, মাজে মাজে তিৰি পুৰুসৰ দন্দ হই । পাচে এদিন গিৰিএকে নিচই এই কৰম কৰিম বুলি প্ৰতিগ্যা কৰি, ভেক দিয়া বৰাগিবিলাকক মাতি আনিলে । কিন্তু তাৰ তিৰোতাই তেতিয়াও পুৰ্বৰ দৰে সেই কৰমত মন নাই কিয়া প্ৰকাস কৰিবলত, সি একে বেলিএই খঙ্গেৰে পুৰ হৈ আপোনাৰ হাতত এখন কুঠাৰ লৈ তাৰে কাটি তাইক মাৰিলে, আৰু সি তেতিয়াই পলাল। এই কাৰনে সেই জিলাৰ কচাৰিৰ পৰা ঠায়ে ঠায়ে পৰৱনা পঠাইচে, এই পলোআ খুনি মানুহক জি ধৰি দিব পাৰে, সি কম্পানিৰ পৰা ৫০ টকা পাব ।

**Live Snake in a Man's Stomach.**

জনাথন স্মিথ নামেৰে এজন চাহাব গুলন্দজৰ অধিকাৰ আচিল, তেঁও আপোন কৰমৰ পৰা চই সপ্তাহ আহৰি পাই হেষ্টিংচ নামেৰে জাহাজত উঠি হিন্দুস্থান প্ৰদেসৰ পৰা ইংলণ্ডলৈ জাত্ৰা কৰিচিল । পাচে চুটিৰ দিন পুৰ হৈ গলত তেঁও চাথাম নগৰলৈ উঠি দেখিলে, তাত অনেক মিতিৰ আচে; সেই অলমেৰে তেঁও তাতে আগৰ কামত নিজোজন হৈচিল । কিচু দিনৰ পাচত তেঁওৰ পেটত ৰোগ হোআতে ওচৰত থকা আন নগৰৰ বেজৰ ঘৰলৈ গল; কিন্তু তাৰ বেজবিলাকে তেঁওৰ কি ৰোগ তাক চিনিব নোঅৰাত জোআ বচৰৰ ৬ মেই তাৰিখে ম্ৰিত্যুৰ ২ ঘণ্টাৰ পুৰ্বেই এবেগত মান এটা জিয়া সাপ তেঁওৰ মুখৰ পৰা বাহিৰ হল, এই কথা বৰ আচৰিত । পুৰ্নচন্দ্ৰোদই ।

“বাহ্য বস্তুৰ সহিত মানবে প্ৰক্ৰিতিৰ সমন্ধ বিচাৰ উপক্ৰমিকা,” এই নামেৰে লিখা এক উত্তম বিবৰন এজন গিয়ানি লোকে আমালৈ লিখিচে, কিন্তু গধুৰ কথাৰে মিহলি হোআতে তাৰ অৰ্থ সকলোএ ভালকৈ নু বুজিব । ॥

## মৌ মাখিৰ জুধ ।

**Horses attacked by Bees.**

এজন খেতিয়কৰ মাটিত ২৫০ বাহ পোহনিয়া মৌ আচিল; তাতে কোনো এদিনত মৌৰ ওচৰত থকা গৰৰ পৰা মাটি খহাবৰ কাৰনে পাঁচোটা ঘোঁৰাই টনা এখান ৰথ গিৰিহঁতে পঠাই দিলে । কিন্তু ৰথ খেদোআ মানুহটো খেতিয়কৰ ঘৰলৈ জাব লগা হলত ঘোঁৰাবোৰক এজোপা গচত বান্ধি থৈ গল । অলপৰ পাচে কোনো কাৰনত মৌবোৰ বাহৰ পৰা ওলাই বৰ খঙ্গেৰে ঘোৰাবোৰৰ গাত জুৰি পৰিলহি, তাতে ঘোঁৰাবোৰৰ ঠেঙ্গৰ পৰা মুৰলৈকে আৰু নাকৰ ভিতৰতো ঠাই ন থকাকৈ মৌএ ঢাকি ধৰিলে । ৰথ খেদোআ মানুহটো উভতি আহি তাৰ এটা ঘোৰা মাটিত পৰি থকা আৰু আনবোৰক বৰকৈ ধৰ ফৰাই বাগৰি ফুৰা পালে । তাতে সি আন মানুহক ৰিঙ্গিয়ালত কেইবাটা মানুহো ওচৰলৈ আহিল, তাৰে এটাই ঘোঁৰাবোৰৰ গাৰ পৰা মৌবোৰক খেদাব খোজাত তাকো মৌএ ঢাকি ধৰিলে । তাতে সি মৌৰ কামোৰৰ পৰা ৰখ্যা পাবৰ হেতুকে পুখুৰিত পৰি গা মুৰ ঢাকি কিচু বেলালৈ পানিৰ তলত বুৰ মাৰি আচিল, এনে কালত এজন পাদুৰি চাহাব ঘোৰাবোৰৰ ওচৰে দি অহাত তেঁওকো মৌএ খেদাত তেঁৱো লৰ ধৰি পলাই গল । সেসত দুটা জুই মু মুআ মানুহক পঠোআত সিহঁতে কিবা জন্ত্ৰেৰে পানি চটিয়াই থকাত ঘোঁৰাৰ গাত থকা মৌ কেতবোৰ মৰিল, কেতবোৰ উৰি গল । মৌৰ কামোৰত ঘোঁৰাই অতি দুখ পোআত এক ঘণ্টাৰ ভিতৰতে মৰিল, তাতে মৰা মৌবোৰৰ দাম ৬০ পাউণ্ড আৰু ঘোঁৰাবোৰৰ দাম ১০০ পাউণ্ড । কিচু দিনৰ আগেয়ে সেই একে মৌএই ১৭ টা ৰাজ হাঁহৰ পোআলিও মাৰিলে । ন. ল.ক.

## জাত্ৰিকৰ জাত্ৰা ।

The Pilgrim's Progress, Chapter 6.

খ্ৰিষ্টিয়ানে এনে দুৰ অৱস্থাৰে অনেক দুৰ লৈ গৈ আপোনাৰ আগেয়ে জোৱা কোনো মানুহৰ মাত এই ৰূপে জেন সুনিলে, তুমি মোৰ লগত আচা, এই হেতুকে জেতিয়া খ্ৰিষ্টুৰ চাঁয়াৰ খালৰ মাজে দি ফুৰোঁ, তেতিয়া কোনো আপদলৈ ভই ন কৰোঁ । এই কথা সুনি খ্ৰিষ্টিয়ান বৰ আনন্দিত হল, ইয়াৰ তিনটা কাৰন । প্ৰথম, সেই থলত তাৰ বাহিৰে ইশ্বৰক ভই কৰা আন আন কোনো লোক আচে, ইয়াকে ভাবিলে । দুতিয় কাৰন, সিবিলাক এনে ভয়ানক অন্ধকাৰ্মিই থানত থকাতো ইশ্বৰ সিবিলাকৰ লগতে আচে, ইয়াকো বুজিলে । আৰু মনত এই ৰূপে ভাবিলে, সিবিলাকৰ লগত ইশ্বৰ জদি থাকে, তেন্তে এই ঠাইৰ বিষিনিৰ কাৰনে মই তেঁওক দেখা নো পোৱা হলেও কি জানি মোৰো লগত আচে । ত্ৰিতিয় কাৰন, অলপ মানৰ পাচে সেই মানুহক জদি লগ ধৰিব পাৰোঁ, তেন্তে মোৰ লগৰ সহাই হব, এনে আসা কৰিলে । এই ৰূপে চলি গৈ, আগেয়ে জোৱাটিক মাতিলে, কিন্তু সিও আপোনাক অকল সৰিয়া বুলি ভাবিচিল, এই হেতুকে উতৰ দিবলৈ মন থিৰ কৰিব নোৱাৰিলে । ক্ৰমে ক্ৰমে ৰাতি পুৱাল; তেতিয়া খ্ৰিষ্টিয়ানে কলে, তেঁও খ্ৰিষ্টু চাঁয়াৰ সলনি ৰাতি পুৱা কৰিচে ।

এই ৰূপে পুৱা হলত, খ্ৰিষ্টিয়ানে উভতি জাবৰ ইচাৰে ন হই, কিন্তু ৰাতিৰ এন্ধাৰত কি কি আপদৰ মাজে দি আহিচিল, তাক দিনৰ পহৰেৰে দেখিবৰ নিমিত্তে মুখ ঘুৰাই চাইচিল । তাতে সেই পথৰ ই দাঁতিএ খাৰৈ, সি দাঁতিএ বোকা, আৰু তাৰ মাজত ৰাট কেনে ঠেক, আৰু তাত থকা নৰকৰ ভুত, প্ৰেত, নাগ আদি সকলোকে ভাল ৰূপে দেখিবলৈ পালে । কিন্তু ৰাতি পুৱালত সিইত ওচৰ নে চাপি দুৰৈতে থাকিল; তথাপি সাস্ত্ৰত জি ৰূপে লিখিচে, বোলে, তেঁও এন্ধাৰৰ মাজৰ পৰা দত থকা বস্তু প্ৰকাস কৰে, আৰু খ্ৰিষ্টু চাঁয়াকো পহৰলৈ আনে, সেই ৰূপে খ্ৰিষ্টিয়ানৰ আগত এই সকলো প্ৰকাসিত হল ।

সেই সকলো আপদত ৰাতি অধিক ভই পাইচিল হই, কিন্তু এতিয়া দিনৰ পহৰ হোৱা হেতুকে আগতকৈ প্ৰকাস ৰূপে দেখি আপুনি অকলে কৰা জাত্ৰাৰ সকলো সঙ্কটৰ পৰা জে মুকুত পালে, এই কথাই তাৰ মন বিদাৰিলে । ক্ৰমে সুৰ্জ ওলাল, সিও খ্ৰিষ্টিয়ানলৈ এটি বৰ অনুগ্ৰহ; কিয়নো খ্ৰিষ্টু চাঁয়া খালৰ প্ৰথম ভাগত অনেক সঙ্কট হলেও তাতকৈও সেস ভাগৰ সঙ্কট অধিক, ইয়াকে জানিবা এতিয়া থকা ঠাইৰ পৰা খালৰ অন্তলৈকে গোটেই বাটত ফান্দ, ফুন্দা, খোবোচা, জাল পাতি পুৰকৈ থোৱা হৈচিল; আৰু গাত, নাদ, কুণ্ড, গৰা আদি এনেহে ঘন হৈচিল, জে প্ৰথম ভাগত অহাৰ নিচিনা এন্ধাৰ হোৱা হলে, খ্ৰিষ্টিয়ানৰ জদি এহেজাৰ প্ৰান হই, তেও মানুহৰ বিবেচনাত অৱস্যে সকলোকে হেৰুৱা লেহেঁতেন । কিন্তু পুৰ্বে কোৱাৰ দৰে সুৰ্জ ওলাল, তাতে খ্ৰিষ্টিয়ানে বুলিলে, তেঁওৰ প্ৰদিপ মোৰ মুৰৰ ওপৰত প্ৰকাস হৈচে: তেঁওৰ পহৰৰ দোৱাৰাই এন্ধাৰৰ মাজে দি জাঁও ।

সেই পহৰেৰে খ্ৰিষ্টিয়ান চলি গৈ খালৰ অন্তৰ ওচৰ পালে । তেতিয়া মই সমাজিকত দেখিলোঁ, সেই খালৰ অন্তত মানুহবিলাকৰ, অৰ্থাত এই বাটে দি পুৰ্বে জোৱা জাত্ৰিক লোকৰ তেজ, হাৰ, ভস্ম, আৰু কটা চিন্না সৰোৰ পৰি পৰি আচিল । ইয়াৰ কাৰন কি, এই ৰূপে ভাবি থাকোঁতে মই অলপ মান আগলৈ চাই এটা কোটৰ দেখিলোঁ । সেই কোটৰৰ ভিতৰত আগৰ কালতে পাপা আৰু দেও পুজক নামেৰে দুজন ৰাখ্যস বাস কৰিচিল; জিবিলাকৰ হাৰ তেজ আদি তাত আচিল, সিবিলাকক সেই ৰাখ্যসৰ পৰাক্ৰম আৰু ৰাজ অনিয়াইৰ দোৱাৰাই নিৰ্দয়াৰে বধ কৰা হৈচিল । কিন্তু খ্ৰিষ্টিয়ান বৰ আপদে নো পোৱাকৈ সেই পোনে গল; তাতে মই কিছু বিস্মই মানিলোঁ, কিন্তু তাৰ পাচত এই কথা

সুনিলোঁ, সেও পুজক ৰাখ্যস মৰিবৰ অনেক দিন হল, আনটো ৰাখ্যস জিয়াই থাকিলেও আলৰ বুৰা হোআৰ কাৰনে আৰু ডেকা কালত জুদ্ধ কৰোঁতে বৰ দুখ পোআ হেতুকে জৰ্জ্জৰিত আৰু হাৰৰ জোৰা লৰাব নোআৰে। এই হেতুকে এতিয়া সি আপোনাৰ কোটৰৰ মুখত বহি জাত্রিক লোক ওচৰে দি জোআ দেখি সিবিলাকক ধৰিব নোঅৰাত দাঁত সিয়ৰাই আৰু হাতৰ নখ কামোৰে মাথোন; তাত বাজে একো কৰিবৰ সক্তি নাই।

এই ৰূপে খ্রিষ্টিয়ানক আপোন বাটে চলি জোআ দেখিলোঁ। কিন্তু জেতিয়া কোটৰৰ দুআৰত বুৰা ৰাখ্যস বহি থাকিবৰ দেখিলে,



তেতিয়া তাৰ অৰ্থে কি গুনিম, ইয়াত একো থিৰ কৰিব নোআৰিলে; কিয়নো ৰাখ্যসে তাক খেদি জাবলৈ অসক্তিমন্ত হোআতো এই কথা তাক বুলিলে, তোমোলাকৰ আৰু কেতবিলাকক নো পোৰালৈকে ভাল হব নোআৰিবা। তাতে খ্রিষ্টিয়ানে একো উত্তৰ নি দি থিৰ মুখেৰে চলি গৈ একো আপদে নো পোআকৈ সি কাল হল। তেতিয়া খ্রিষ্টিয়ানে এই গিত গান কৰিলে।

এনে অতিসই বিপৰিত
দুখত মই জে পাও উধাৰ,
ত্রিভুবনে এই আচৰিত,
এইহে দেখোঁ চমত্কাৰ।

কি নো কৰিম স্তুতি নতি?
কি নো সুৰে ধৰিম গান?
ধন্য জি জন প্রেমপতি
ৰখ্যা কৰিলে মোৰ প্রান।

মই অগিযানি মুৰুখ অতি
চলি জাবৰ বুধি নাই;
মোক জি জনে দিলে গতি
মুকুট পিন্ধোক সর্বদাই॥

## আমেৰিকাৰ দুই জন চিকাৰি লোকৰ বিবৰন।

**Story of two American Trappers.**

কিলাৰ্ক আৰু কোল্‌তচ নামে দুই জন চিকাৰি মানুহে উদ মাৰি তাৰ চালেৰে বেহা বেপাৰ কৰি, অনেক লাভ পোআ হেতুকে সেই দুই জন মানুহে আমেৰিকা দেসৰ পচিম কালে চিকাৰ কৰিবলৈ গৈচিল, কিন্তু তাতে আবৰি লোকৰ দেস আচিল, সেই দেসতে সোমাই, এমন নদিৰ ওচৰত উদলৈ ফান্দ পাতিলে। এক দিনা সিহঁতে ফান্দ চাবলৈ নদিএ দি উজাই জাঁওতে বামত বৰ এটা সবদ সুনি, এই মখা মহ বুলি ভাবি, তাকে চাবলৈ নাও চলাই বামলৈ উঠিল। পাচে মহৰ সলনি অকস্মাত পাঁচ স মান নির্দয়া বমুআ আবৰি লোকক সিহঁতৰ ওচৰতে দেখিলে। পাচে সিহঁতে উচাব খাই উলটি আহি নাৱত উঠি নাও মেলি পলাব খুজিলে, কিন্তু আবৰি লোকে সিহঁতৰ ওচৰলৈ আহি বামৰ পৰা হাত বাউলি দি মাতিলে। তেতিয়া সিহঁতে সিবিলাকৰ কথাত কান ন কৰি পলাবলৈ ধৰোঁতে কিলাৰ্কক খেমুএৰে কঁৰিয়ালে। পাচে তাৰ গাত কাঁৰ লাগিলত সি এটাহ পাৰি, মোৰ খুন হল বুলি হাতত বন্দুক লৈ, জি জনে তেওঁক সৰ কৰিলে, সেই জনক এক ধমকতে বধ কৰিলে। তেতিয়া

সকলো আবৰিবিলাকে আপোনাৰ বন্ধুৰ মৰন দেখি, ক্রোধেৰে প্রজ্বলিত হৈ, একে বেলিএ কিলাকৰ গাত পাঁচ স কাঁৰ চালি দিলত তাৰ গোটেইতো গা থকা সৰকা কৰি পেলালে । পাচে কোল্‌ভচে তাকে দেখি ভই পাই, নাৱৰ পৰা গৈ সি আপোনাকে আবৰিবিলাকৰ হাতত সোধাই দিলে, তেতিয়া আবৰিবিলাকে গোট খাই কি প্রকাৰে তাক মাৰিম বুলি, আলচ কৰিলে । পাচে সিইঁতৰ মাজৰ এজনে কোল্‌ভচক সেই পাঁচ স লোকৰ মাজৰ পৰা আতৰাই নি সুধিলে, বোলে, তুমি বৰ লক্ষক মানুহ নে? কোল্‌ভচে সেই দেসত ভালেমান দিন থকাৰ কাৰনে সিইঁতৰ কেনে দস্তুৰ তাক কিচুমান জানিচিল । জেতিয়া সি এনে কথা সুনিলে, তেতিয়া মনতে ভাবি আপোনাৰ প্রান ৰখ্যা কৰিবলৈ লৰ মাৰি পলাব লাগে বুলি থিৰ কৰিলে । এই নিমিত্তে সি মিচা উত্তৰ দি কলে, বোলে, মই এক্কেৰিও লৰিব নোআৰোঁ । তেতিয়া সেই আবৰে তাক আৰু দুই তিনি পুৰা মান মাটিৰ আঁতৰলৈ নি বান্ধৰ পৰা মুকলি কৰি কলে, এতিয়া তই আপোনাক উধাৰ কৰ । এনে কথা সুনি কোল্‌ভচে লৰ মাৰি গল; তেতিয়া তাক লৰিবৰ দেখিলে, তেতিয়া সকলো আবৰিবিলাকে হাতে পতি জাঠি লৈ তাৰ পাচে পাচে খেদি গল । কোল্‌ভচৰ ভৰিত অনেক কাঁইত আৰু হুল জোৱে ফুটিলত বৰ দুখ পালে, তথাপি দুখক দুখ নু বুলি আৰু উভতি চাবলৈকো সাহ নে পাই কেৱল লৰি লৰি থাকিল । পাচে ভালেমান গৈ পাচৰ কাললৈ উভতি চাই দেখিলে, প্রাই সকলো আবৰি লোক বৰ পাচ পৰিল, কেৱল দুই এক জন মান তাৰ পাচে পাচে খেদি আহিচে । তাকে দেখি তেতিয়া সি ৰখ্যা পাম বুলি আসা কৰি, প্রানক টাকি লবোঁতে কোল্‌ভচৰ নাক মুখ আৰু চকুৰ পৰা তেজ ওলাল, তথাপি লৰি লৰি গৈ পুনৰাই উভতি পাচলৈ চাই, এটা আবৰক তাৰ পৰা এক স হাতৰ অধিক আঁতৰ ন হই । তাকে দেখি কোল্‌ভচে একো উপাই নে পাই, একে বেলিএ উভতি চাই, দুয়ো হাত মেলি থাকিল । আবৰে তাকে দেখি বিস্মই হৈ উচাৰ খাই থমকি ৰৈ, তেঁওৰ গালে জাঠি দলিয়াওতে, আবৰ আপুনি দিঘল হৈ মাটিত পৰিল । পাচে সেই জাঠি কোল্‌ভচৰ ভৰিৰ ওচৰত মাটিত খোচ খাই, আগ ভোখৰ চিগিল । তেঁও সিয়ে সেই চিগা জাঠি ধৰি তাক খোচ মাৰি পুনৰাই লৰিলে । পাচে আবৰি লোক আহি জেতিয়া সিইঁতৰ এজন ভাইৰ মৰা স দেখি লেহি, তেতিয়া সিইঁতে বৰকৈ এটাহ পাৰি, কিচুমান থমকি ৰল । কোল্‌ভচে হলে লৰি গৈ এমন নদি পাই তাতে উটি অহা গচৰ ভুঁৰ এখন পাই তাৰ তললৈ বুৰ মাৰি সোমাল, আৰু কোনো উপায়েৰে গচৰ মাজে দি মুৰ উলিয়াই তাতে থাকিল । পাচে আবৰিবিলাকে বৰকৈ চিয়ৰ মাৰি, তাক বিচাৰি আহিল । আৰু সেই দিনৰ দিনটো ভুঁৰৰ গচৰ মাজত কেতিয়াবা কেতিয়াবা কোল্‌ভচে সিইঁতৰ ভৰি দেখি কি জানি জুই লগাই ভুঁৰ পোৰে বুলি বৰ বিয়াকুল হৈ কম্পানেৰে সেই দিন তাতে নিয়ালে, পাচে গধুলি বেলিকা আবৰি লোকৰ সবদ আৰু সি নু সুনি পুনৰাই বুৰ মাৰি গচৰ মাজৰ পৰা ওলাই সোঁতত পৰি সাতুৰিএই তিনি মাইল ভটিয়াই গৈ কোঁঠ পাই ৰখ্যা পৰিল । আ



আমেৰিকা দেসৰ আদি বাসি লোক ।

## জুধত ৰখ্যা পোআ ।

Life preserved by a Bible.

"হে পৰম ইস্বৰ, জুধত তুমি মোৰ মুৰ ঢাকিচা ।"

চামুএল প্ৰক্তৰ নামে এজন ইংৰাজি মানুহ আচিল তেঁও আপোন পিত্ৰি মাত্ৰিৰ পৰা ইস্বৰক আৰধনা কৰিবলৈ সিকি, ধৰম কৰমত অতি প্ৰিতি আচিল । তেঁও জৌবন কালত সেনাবিলাকৰ মাজত সোমাল, তথাপি সেনা-বিলাকৰ দৰে তেঁওৰ মন নাচিল, কিয়নো তেঁও লৰা কালৰে পৰা ধৰম সাস্ত্ৰ ভালকৈ সিকাত, সেই কথা তেঁওৰ মনৰ পৰা কেতিয়াও পাহৰি ন নগ । কিন্তু তেঁও জি ঠাইত থাকোক বা নে থাকোক, পৰম ইস্বৰৰ ভক্তি কৰিবলৈ তেঁও কেতিয়াও খতি ন কৰে । পাচে ১৮১৫ সকত নেডৰলণ্ড দেসৰ ওআতৰলু পথাৰত ফ্ৰাঞ্চি আৰু ইংৰাজি সেনাবিলাকে সৈতে ঘোৰ ভয়ানক জুধ হৈচিল, তাৰ মাজতে সেই প্ৰক্তৰ তাহাবো আচিল । পাচে গধুলি হলত ফ্ৰাঞ্চি সেনাবিলাকক হাৰিৰ মাজৰ পৰা খেদাবলৈ ইংৰাজি সেনাপতিএ আপোন সেনাক আগ্যা দিলে । পাচে সিবিলাকে সিইতক খেদিবলৈ গৈওতে জাঁওতে অকস্মাত সক্ৰুবিলাকৰ পৰা এটা গুলি আহি প্ৰক্তৰ চাহাবৰ তল পেটত লাগিলত তেঁও অলপমান আঁতৰ হৈ মাটিত পৰিল । কিন্তু তেঁওৰ এনে দুখ কৰ পৰা হল, তাক তেঁও নে জানিলে । পাচে জুধ ভগাৰ পাচত তেঁও পৰ্ছিৰৰ নিমিত্তে আপোনাৰ জোলোঙ্গাৰ পৰা ধৰম সাস্ত্ৰ উলিয়াই দেখিলে, ধৰম সাস্ত্ৰৰ এফাল পাত বিন্ধি তাৰ মাজতে এটা গুলি আচিল । তাতে তাত থকা সকলো লোকেই তাকে দেখি বুলিলে, সেই ঠাইত জদি ধৰম সাস্ত্ৰ ন থকা হলে, তেঁও অৱস্যে মৰিলহেঁতেন । পাচে তেঁও আপোন দেসলৈ ঘুৰি আহি পৰম ইস্বৰত প্ৰেম ভক্তি কৰি, অতি সাৱধানে সেই ধৰম সাস্ত্ৰ আপোনাৰ ঘৰত থলে । আৰু জি কোনোএ তেঁওৰ ঘৰলৈ আহে, সেই সকলোৰে আগতে কই; এই ধৰম সাস্ত্ৰই মোক দুই আপদৰ পৰা ৰখ্যা কৰিলে ।

প্ৰথম এয়ে, নৰক জোগ্য আৰু অগিয়া নি, পাপ আৰু জগতৰ সকলো আপদৰ পৰা মোক ৰখ্যা কৰিলে ।

দুতিয়, ফ্ৰাঞ্চিৰ সেনাৰ গুলিৰ পৰা মোক ৰখ্যা কৰিলে । এই নিমিত্তে জিমান দিন জিয়াই থাকিম, সিমান দিন এই ধৰম সাস্ত্ৰ তিয়াগ ন কৰোঁ ।

এই নিমিত্তে হে মোৰ প্ৰিয় মিত্ৰিৰ সকল, জি ৰুপে সেই মানুহে অঙ্গিকাৰ কৰিলে, "এই ধৰম সাস্ত্ৰক কেতিয়াও নেৰোঁ বুলি," সেই ৰুপে আমিও পৰম ইস্বৰক তিয়াগ ন কৰোঁ, সদাই তেঁওত বিস্বাস কৰি থাকিম । আৰু জি ৰুপে সেই মানুহক দুই আপদৰ পৰা ৰখ্যা কৰিলে, সেই ৰুপে জি সকলোএ ধৰম সাস্ত্ৰত ৰতি কৰিব, সেই সকলোকে ইহকালত আৰু পৰকালত উধাৰ আৰু ৰখ্যা কৰিব, তাতে তোমোলাকে ইস্বৰৰ সন্তান বোলা হবা; এই জি কথা ধৰম সাস্ত্ৰত আচে, সেয়ে তোমোলাকত সিধি হব । আমাৰ প্ৰভুৰ ৰাজ্য প্ৰিথিবিৰ চাৰিও ফালে জই হৈচে । তেঁওৰ মহিমা মানুহৰ চকুত প্ৰকাস হৈচে; এই নিমিত্তে সুনি পলম কৰিলে তোমোলাকৰ পাপ অগনন হব, আৰু কেতিয়াও পাপৰ পৰা নিস্তাৰ নে পাবা, সদাই ইস্বৰৰ ক্ৰোধ ভুঞ্জিবা; তাতে তোমোলাকৰ মন নৰকৰ পোকে খাব । এই নিমিত্তে সোন কালে প্ৰভু য়িচুত বিস্বাস কৰা । সুভদ্ৰি ।



## কিৰ্তন কৰাৰ কথা ।

A Missionary Journal.

নবেম্বৰৰ ১০ তাৰিখে আমি তেজপুৰৰ উত্তৰ পচিম চুকে থকা গাঁওবিলাকৰ মানুহৰ মাজত প্ৰভু য়িচু খ্ৰিষ্টৰ সুভ বাত্ৰাৰ কথা কিৰ্তন কৰিবৰ মনেৰে জাত্ৰা কৰিলোঁ । তাৰে কোনো কোনো ঘটনাৰ কথা লিখিবৰ ইচা হোআত সংখেপে লিখি জনাব খুজিলো সেই সকল কথা মোৰ বিবৰনৰ পুথিত লিখিবলৈ নো হোআত জি জি কথা মনেৰে ভাবনা কৰি সোঁঅৰনত আহিচে, তাকেহে তলত লিখিলোঁ ।

প্ৰথমে আমি গৈ মৰপি মৌজাৰ নাম ঘৰত দু ৰাতি ৰলোঁ । তাতে ব্ৰহ্মা, বিষ্ণু, আৰু গোবিন্দ, এই তিনি মুৰ্ত্তি আচে । এটা কাঠৰ, আৰু দুটা পিতলৰ বা কাঁহৰ; তাক কাপৰেৰে ঢাকি থোআত ভালকৈ দেখিবলৈ ন হল । তাত থাকোঁতে এদিনা ৰাতি পুআতে সাত কি আঠ বজাৰ সময়ত, মই চাউল সিজাই নাম ঘৰৰ পিৰালিত থিয় হৈ আচিলোঁ, চাহাবে হাজিৰি খাইচিল । এনে সময়তে এটা গনক মানুহে আহি মোক সুধিলে, বোলে, চাহাব ইয়ালৈ কিয আহিচে? মই কলোঁ, বোলোঁ, চাহাবে তোমোলাকৰ আগত সত্য পৰম ইস্বৰৰ কথা কিৰ্তন কৰিবলৈ আহিচে । তাতে সি উত্তৰ দিলে, বোলে, আমাৰ জানো পৰম ইস্বৰ নাই? মই বুলিলোঁ, তোমোলাকৰ পৰম ইস্বৰ হোআ হলে তোমোলাকে সিল, কাঠ এইবিলাকৰ মুৰ্ত্তি সাজি তাৰ আগত আঠু পাৰি সেৱা কিয় কৰিবা? সেই ঠাইতে নাম ঘৰৰ পানি পোতাৰ কুআত, চাহাবৰ মচালচিএ মলা ধঁপাত হুপি হোঁকাটো ওলোমাই থৈচিলে; সেই গনক মানুহটে তাকে চুই বুলিলে, আমি এই হোঁকাটোকে ইস্বৰ বুলি মানিচোঁ । তুমি কি আমাক এক নতুন ইস্বৰক চিনাবলৈ আহিচা নে? আমি তাক নে মানোঁ, হোঁকাটোকেই মানিম । পাচে মই কলোঁ, জদি তুমি হোঁকাটোকে ইস্বৰ বুলিচা, তেন্তে কাঠ পিতলৰ মুৰ্ত্তি সাজি নাম ঘৰত থৈ সিবিলাকক সেৱা কৰা কিয়? হোঁকাটো থৈ তাকেই সেৱা কৰিব লাগিচিল । তাৰ দু দিনৰ পাচে আমাৰ তাম্বু ঘৰ তুলি সেই ঠাইৰ পৰা অলপ নিলগত ৰলোঁ । ১৫ দিন মান সেই ঠাইত থাকি, তাত থকা সকলো গাঁৱৰ ঘৰে ঘৰে গৈ গৈ ত্ৰান কৰ্তাৰ কথা কিৰ্তন কৰিলোঁ । জিবিলাকে সত্য ধৰম আৰু ত্ৰান কৰ্তা য়িচু খ্ৰিষ্টৰ কথা সত্য বুলি মানি লৈ কৰে, এনে অনেক মানুহক লগ পালোঁ । আমি এদিন দিপুতাৰ আদি বস্তা চাৰি স কি পাঁচ স মানুহৰ আগত প্ৰভু য়িচু খ্ৰিষ্টৰ কথা কিৰ্তন কৰিলোঁ । আৰু আমি তিনটা মান গিত গাই সুনালো, তাতে অনেকে মন দি সুনিলে; আৰু অনেকে আহি আমাৰ পৰা ধৰম সাস্ত্ৰৰ পুথি খুজি খুজি নিলে ।

সেই মৌজাত থাকোঁতেই এজন গৰ্ব্নমেণ্টৰ ইস্কুল পণ্ডিতে আহি মই চাউল সিজোআ ঠাই 'কচ দুৱৰত থিয় হলহি । তেঁও বামুন আচিল ক্ৰমে ক্ৰমে মই তেঁওৰে সৈতে ধৰমৰ কথা কবলৈ আৰম্ভন কৰিলত তেঁও কলে, বোলে আন আন মানুহে সেই ধৰম ললে আমিও লম । আৰু আন এদিনা কলে, বোলে, কম্পানিএ জদি হুকুম দিএ, তেন্তে আমি আটায়ে খ্ৰিষ্টিয়ান হম । হাই, হাই, দেখাচোন, কিমান মানুহে আন লোকলৈ বাট চাই আপোনাৰ জিৱৰ পৱিত্ৰান হেৰুআবলৈ সাৰ্দাৰ কৰিচে ।

আৰু এদিনা আমি ভেকা চুবুৰিৰ গাঁৱৰ ফাললৈ কিৰ্তন কৰিবলৈ গলোঁ, সেই গাঁৱত গোপাল ঠাকুৰৰ মুৰ্ত্তি থকা এটা নাম ঘৰ আচিল, সেই ঘৰতে বামুন পোৰোহিত, আৰ গোসাঁই কেই জন মানেও হোম জঁগ্য আদি কৰম কৰিচিল । এনেতে আমি সেই ঠাইত লৈ ওলালোঁ, সিবিলাকে আমাক নাম ঘৰত বহিবলৈ দিয়াত, মুৰ্ত্তি থকা পোনে মুখা মুখিকৈ দুআৰ মুখতে বহিলোঁ, আমি সিবিলাকত সুধিলোঁ, তোমোলাকে কি কৰিচাইক? সিবিলাকে কলে, আমি ইস্বৰলৈ বস্তু উচৰ্গিচো । আমি সুধিলোঁ, ইস্বৰ দ্ৰিস্য নে অদ্ৰিস্য? সিবিলাকে কলে অদ্ৰিস্য । আমি কলোঁ, হই এয়ে সত্য কথা । তেঁও অদ্ৰিস্য, তেঁওক কোনেও দেখা

নাই, কিন্তু তেঁও সকলোকে দেখে; তেঁওৰ আগত সকলো দ্রিস্য জদি তেঁও অদ্রিস্য অর্থাত তেঁওক কোনেও দেখা নে পাই আৰু দেখাও নাই তেন্তে তেঁওৰ আকাৰ এনে বা তেনে হই, এই বুলি তেঁওৰ মুর্ত্তি কেনেকৈ সাজিচা? সিবিলাকে কলে, বোলে, আমি মুর্ত্তিৰ আগত নি দিয়াকৈ আৰু তাৰ আগত সেৱা ন কৰি কেনেকৈ ইস্বৰক সেৱা কৰিম? পাচে আমি কলোঁ, বোলোঁ, দেখা, ইস্বৰে তোমাৰ আত্মা, মন, কান, চকু, নাক সকলোকে স্রুজিচে। সিবিলাকে কলে, হই। বাৰু, জি জনে তোমাক সুনিবলৈ কান স্রুজিলে, তেঁও নো তোমাৰ কথা নু সুনিব নে? জি জনে তোমাৰ বুজিবলৈ গিয়ান দিচে, তেঁও নো তোমাৰ কথা নে জানিব নে? জি জনে তোমাৰ চকু স্রুজিলে, তুমি তেঁওলৈ কি কি কৰিচা, তাক নো নে দেখিব নে? তুমি জে কাঠৰ মুর্ত্তি সাজি অপ্রানি বস্তুৰ আগত ইস্বৰ বুলি সেৱা কৰিচা।

পাচে আমি আৰুও কলোঁ, জি জনে স্বর্গ মর্ত্ত্য পতাল আদি কৰি তিনিও ভুবনক স্রুজিচে, এনে জি সর্বসক্তিমন্ত ইস্বৰ, তুমি তেঁওৰ স্রুজা বস্তুৰ পৰা এডোখৰ নকচা কাটি, ইস্বৰ ইয়াতে নিবাস কৰিব বুলি আৰু আমাৰ নৈবেদ্যৰ ঘ্রান লব বুলি ভাবিচা নে? গোটেই খন জগত তেঁওৰ ন হই নে? তেঁওৰ থকা ঠাই নাই নে? তেঁও এনে কুচিত মুর্ত্তিত থাকিব নে? আৰু জি জনে আমি অধম মনুস্যে সুখে খাই লৈ থাকি তেঁওৰ গুন গাবলৈ আমাক জিৱনৰ উপাইৰ নানা বিধ খোৱা আহাৰ আৰু বস্ত্র দিচে। এনে বস্তুৰ পৰা তুমি এমুঠি চাউল দি তেঁওক সুস্রুসা কৰি কেনেকৈ সন্তুষ্ট কৰিব পাৰা? জেনেকৈ এজন দয়াৱন্ত ধনবান মানুহে কোনো দুখিয়া এটাক দায়া কৰি তাৰ দুখ দেখিব নোৱাৰি এক লাখ টকা দিলে; তাতে সি জদি ঘুৰি আকও তাৰ পৰা এটা পাই আনি তেঁওক দি কই, এই পাইচোঁ মই আপোনাৰ ওচৰলৈ ভেঁটি আনিচোঁ, আপুনি সন্তুষ্ট হওক। তাতে তেঁও কব, মই তোক দুখিয়া দেখি এই মান টকা দায়া কৰি দিচোঁ, তই পাই এটা আনি মোক সন্তুষ্ট কৰিব পাৰ নে? আটাই খনি ৰুপ মোৰ ন হই নে!

পাচে সেই ৰুপে তাত ক্রির্ত্তন কৰি কৰি ১৫ দিন মান তাত থাকি তাৰ পৰা পিঠাখোৱা মৌজাত বলোঁ। তাতে প্রাই এমাহ মান থাকি, তাতো নাম ঘৰে নাম ঘৰে গোসাঁইবিলাক, আৰু ভকত, আৰু ৰায়তৰ ঘৰে ঘৰে কির্ত্তন কৰি কৰি ফুৰিলোঁ।

বাঁহবাৰি গাঁৱৰ এক মানুহৰ ঘৰত বিয়া সভা কৰাইচিল, আৰু মানুহক ভোজ খুআই চিল। তাতো দু কুৰি মান মানুহৰ আগত ত্রান কর্ত্তা প্রভু য়িচু খ্রিষ্টৰ কথা কির্ত্তন কৰিলোঁ। আৰু সেই মৌজাৰ নমাটি গাঁৱত নাম ঘৰত গোসাঁইবিলাকে মানুহ গোট খুআই তাত সভা কৰিচিল, তাতো ভালেমান মানুহৰ আগত নাম ঘৰৰ দুআৰ মুখত থিয় হৈ, সিবিলাকে কৰা কৰম সকলো বিফল হৈচে, তাৰে জে পৰিত্রান নে পাই এনে কথা ভালেমান প্রমানেৰে বুজালোঁ। সেই পিঠাখোৱা মৌজাত জিবিলাকে সত্য ধৰমৰ কথা ভাল পাই গ্রহন কৰিবৰ ইচা আচে, এনে অনেক মানুহক লগ পালোঁ; জদি সিইঁতৰ মাজত কোনো সাহিয়াল হোৱা হলে, তেন্তে স্বৰুপকৈ ত্রান কর্ত্তাৰ নাম প্রকাস ৰুপে লৈ কাঢ়িলেহেঁতেন। আৰু এদিনা এজন প্রাই খ্রিষ্টিয়ান হোৱা মানুহৰ ঘৰত আমাৰ লৰাবিলাক আৰু আমি গৈ গিত গালোঁ, প্রার্থনা কৰিলোঁ। তাতে অনেক মানুহ গোট খাইচিল, তাৰ পৰিয়ালে লৈতে সকলোএ সুনিলে; আৰু সেই মানুহে আহি আমাৰ পৰা নতুন নিয়ম এখন খুজি নিলে; আমি সেই মৌজাতে বহুত বহুত সাস্ত্র বিলাই দিলোঁ। এদিন এটা মানুহে আহি সুধিলে, আমি কেনেকৈ পৰিত্রান পাম? আমি কলোঁ, য়িচু খ্রিষ্টত বিস্বাস কৰা। সেই ৰুপে আমি ইস্বৰৰ ৰাজ্যৰ কথা সকলোৰে আগত ক্রির্ত্তন কৰি কৰি, ডিচেম্বৰৰ ১৭ কি ১৮ তাৰিখে তেজপুৰলৈ বৰ দিনৰ কাৰনে আহিলোঁ। ন. ন.

## অচম দেসৰ জুবা মচলমান সকলক প্ৰতি নিবেদন পত্ৰ ।

Letter to Mussalmans

প্ৰিয় বন্ধু সকল,

কিচুমান ভাল কথা কবৰ কাৰন মোৰ মন চলিচে, মই কি কঁও তোমোলাকে মন দি সুনিবা। মই দেখোঁ, জেনেকৈ ৰখিয়া নো হোআ ভেৰা চাগলি বাট এৰি অবাটে জাই, তেনেকৈ তোমোলাকেও অবাটে ফুৰাইক; কিন্তু পাপৰ বাটেৰে দুখ দিবলৈ নিএ, আৰু তোমোলাকৰ কোৰান পুথিত অনেক সদ উপদেস লিখিচে; তোমোলাকে সেই সকল উপদেস কথা জানা নে, আৰু মানা নে। এহেজাৰ বচৰ হল তোমোলাকৰ ভবিস্যত বক্তাই আৰবিয়া দেসৰ মানুহবিলাকক সিইঁতৰ পাপ কৰমৰ ভোগ ভুঞ্জি পাপ কৰিবলৈ এৰি ভাল সদাচাৰি মানুহ হবলৈ কৈচিলে; তেতিয়া সিবিলাকে তেঁওৰ কথা সুনিলে, আৰু বেয়া পাপি আচাৰ এৰিলে। আৰু তেঁও মচলমান সকলক নটিনি আৰু বহুত তিৰোতা ৰাখিবলৈ নিসেধ কৰিলে। উপজিবৰ দিনৰ পৰা মৰিবৰ দিনলৈকে অৰ্থাত জিৱতদসাৰ ভিতৰত কেৱল চাৰি জনিতকৈ অধিক তিৰোতা ৰাখিব নে পাই। আৰু তোমোলাকৰ মানুহবিলাকৰ সেই ভবিস্যত বক্তাৰ দিন অবধি একে জনা সত্য ইশ্বৰৰ প্ৰতি গিয়ান বাৰ্হিচে। ইশ্বৰে মুনিহ তিৰোতা দুইকো সমানে সৃজিচে, সেই কাৰন তেঁওৰ আগ্যা আচে, জে প্ৰত্যেক মানুহে কেৱল একো জনিহে তিৰোতা বিয়া কৰাব পাই, আৰু তিৰোতা সকলেও একোটাহে গিৰিএক লব পাই, এই ৰিতিতকৈ সৰহ হলে বৰ বেয়া আৰু পাপ হই। আৰু পুৰুসবিলাক মৰিলে জেনেকৈ জিৱাত্মা থাকে, তেনেকৈ তিৰোতা সকলৰো থাকে। এই কাৰনে সাহিয়াল আৰু ভাল মানুহ সমস্তে তিৰোতাক বৰকৈ মান কৰে, আৰু তেঁওবিলাকক বৰ ম্ৰিদু আৰু কোমল কথা কই; কিন্তু ভয়াতুৰ আৰু সৰু সামান্য মানুহবিলাকেহে তিৰোতা মানুহ সকলক লঘু অমৰ্জাত আৰু কঠোৰ বেৱহাৰ কৰে। হে বন্ধু সকল, মন কৰি চোআচোন বাৰু, ইশ্বৰহে ঠিক দায়ালু আৰু নিৰ্ম্মল বস্তু, এতেকে তেঁও পৰকালত পাপৰ দণ্ড ন কৰাকৈ কেতিয়াও নেৰিব, তেঁও ৰাতিএ দিনে ঘৰে বাহিৰে সকলোকে দেখে, সকলোকে সুনে, আৰু সকলোকে জানে। তোমোলাকৰ ওচৰ চুবুৰিয়াৰ মৰনৰ দোআৰাই তোমোলাকক পাপ এৰিবৰ কাৰন বাৰম্বাৰ সাৱধান কৰে, আৰু মৰা দেখোঁ তোমোলাকে সহাই হৈ মাটিৰ ভিতৰত গোন্ত দিয়া। এতেকে সেই দিন আহিচে, জি দিনত তোমোলাক সকলোৰে আৰসাক এবাৰ মৰন হব; আৰু মৰনৰ পাচত ইশ্বৰৰ বিচাৰো হব। তোমোলাকৰ জিৱাত্মা জিয়াই থাকিব আৰু তোমোলাকে প্ৰিথিবিত জি সদ অসদ কৰম কৰা, সেই অনুসাৰে তোমোলাকক বেৱহাৰ কৰিব। তেতিয়াই নিৰ্মল অৰ্থাত পাপ ন কৰা মানুহবিলাকে সুখ পাব, আৰু মলিন অৰ্থাত পাপি মানুহবিলাকে দুখ পাব। আৰু গুআহাটি নগৰত এতিয়াও বহুত বেয়া আৰু অসদ ৰিতি আচে; অসুচি তিৰোতাই নাচে আৰু অবাস্য গিত গাই, নষ্ট সালো আচে। আৰু বিবাহ আদি কৰম সকলত নটিনি তিৰোতাক নিমন্ত্ৰন কৰে, আৰু মুনিহ মানুহবিলাকেও আপোনাৰ ঘৰ বাৰি লৰা তিৰোতাক এৰি কেৱল অসদ আৰু কুসঙ্গতে থাকি ৰাতি পুআই। আৰু এই জিৱন অৰ্থাত পৰমায়ুস কেৱল চুঁটি, জেনেকৈ আৰ কালি ৰাতি পুআই নিয়ৰবিলাক এখন্তক মান থাকিএ পমি জাই, তেনেকৈ ইও জাই। কিন্তু সি থান সংসাৰৰ জিৱন হলে সদাই থাকিব; এই কাৰনে হে মোৰ প্ৰিয় জুবা বন্ধু সকল, তোমোলাকে পাপ পৰিতিয়াগ কৰি অসদ সঙ্গৰ পৰা দুৰৈ হবাইক। আৰু তোমোলাকৰ মুখ তোমোলাকৰ হাত আৰু তোমোলাকৰ চকু আদি কৰি সকলো সৰিলকে নিস্পাপি আৰু নিৰ্মলকৈ ৰাখিবাইক; ইশ্বৰক স্মৰন কৰিবা, ম্ৰিত্যু আৰু পৰম ইশ্বৰৰ বিচাৰ আৰু স্বৰগ নৰক এই সকলকো ভাবি চাবাইক।

গুআহাটি মোকামত থকা তোমোলাকৰ অতি বিশ্বাসৰ মিত্ৰ

শ্ৰীজুত ৰাবৰ্ট ব্ৰেন্দ পাদুৰি চাহাব



## অৰুনোদই পৰ্হা লৰাবিলাককৈ ।

For the little Children who read the Orunudoi

হে অৰুনোদই পৰ্হা লৰা চোআলিবিলাক, তোমোলাকে ওপৰত কিহৰ নকচা দেখিচা? জেতিয়া তোমোলাকে অৰুনোদই মেলি এই নকচা দেখিবা, তেতিয়া এইটো কিহৰ নকচা বুলি কি জানি ইটে সিটে সোধা সোধি কৰিবা । আৰু কোনোএ কব, ইয়াত কেতবোৰ লৰা ভয়েৰে লৰ মাৰি পলাইচে, আৰু দুৰৈত এজন বুৰা মানুহে হাতত লাখুটি ধৰি লৰাবোৰলৈ চাই আচে, আন এটা লৰাই তেঁওৰ ওচৰলৈ বৰ বেগেৰে লৰি গৈচে । হই, তোমোলাকে জি কোআ কুই কৰিচা, সেয়ে স্বৰূপ হই । তথাপি মই এই নকচাৰ কাৰন কিচু তোমোলাকৰ আগত বহলকৈ লিখি বুজাও ।

এই কথা য়িহুদা দেসৰ ভিতৰত ঘটিচিল । এলিস্যা নামে ইশ্বৰৰ এজন ভবিস্যত বক্তা আচিল, তেঁও কোনো এদিনত গাঁৱৰ মাজে দি ফুৰোঁতে এমথা দুৰ্জন লৰাই তেঁওক দেখা পাই, এই ৰূপে তেঁওক নিন্দা কৰি কলে, "হে তপা মুৰা, হে তপা মুৰা, গুচি জোআ, গুচি জোআ ।' এই ৰূপে কোআত ভবিস্যত বক্তাই সিইঁতলৈ ঘুৰি চাই, ইশ্বৰৰ নামে সিইঁতক সাও দিলে; তাঁতে হাবিৰ মাজৰ পৰা দুজনি মাইকি ভালুক ওলাই দুকুৰি লৰা কামুৰিলে । তাকে নকচা ওপৰত দিয়া হৈচে; তোমোলাকে চাই দেখা, দুজনি ভালুকে কি ৰূপে লৰাবোৰক ধৰি কামুৰি আচে, সিইঁতৰ কেতবোৰক বৰকৈ কামুৰি ঘা লগোআত মাটিত পৰি কান্দি আচে, কোনোএ লৰ মাৰিচে, আৰু এটা ডেকা মানুহে ভবিস্যত বক্তাৰ ওচৰলৈ লৰি গৈচে । সিইঁতৰ দুষ্ট কৰম দেখি ইশ্বৰে সিইঁতক সাস্তি দিবৰ নিমিত্তেহে হিংসক জন্তুৰ দোআৰাই এনে দুখ দিয়ালে ।

মোৰ প্ৰিয় লৰাবিলাক, তোমোলাকে এনে কথা পৰ্হি মনত ভই নো পোআ নে? ইশ্বৰৰ অহিতে পাপ কৰিবলৈ বৰ ভই কৰিব লাগে, কিয়নো তোমোলাকে জি জি পাপ কৰা, ইশ্বৰে তাৰ সাস্তি দিব, ইয়াক মনত ৰাখিবা । তোমোলাকে জেতিয়া আপোন পিত্ৰি মাত্ৰিৰ আগ্যা ভাঙ্গা, তেতিয়া সিবিলাকে আচাৰিৰে অলপ সাস্তি দিএ, তাতে বৰ দুখ পালো বুলি জানা, কিন্তু জেতিয়া ইশ্বৰে তোমোলাকক সাস্তি দিএ, তেতিয়া পিত্ৰি মাত্ৰিৰ দৰে হাতত আচাৰি ধৰি দুটা চাইটা কোব নে মাৰে । তেঁও অনেক ভাৱে সাস্তি দিএ, কেতিয়াবা তোমোলাকলৈ জৰ, নৰিয়া, আৰু কিবা বিসম ৰোগ পঠাই, তাতে তোমোলাকে বহু দিনলৈ অতি দুখ পাই কেঁকাই থাকা; এনে দুখকে ইশ্বৰৰ সাস্তি বোলে । হে মোৰ অতি প্ৰিয় সকল, এনে সাস্তি পাবলৈ তোমোলাকে পাপ ন কৰিবা, আৰু ধৰমি মানুহক দেখা পালে নিন্দা ন কৰি অতি সমাদৰ কৰিবা; কিয়নো ইশ্বৰে কৈচে, জি মানুহবোৰে ধৰমি লোকক নিন্দা কৰে বা দুখ দিএ, সি মোকেহে দুখ দিএ । আৰু এটা কথালৈ মন কৰিবা, মানুহে সিকিবৰ কাৰনে ইশ্বৰে নানা বিধ ৰোগ বিয়াধিৰ দোআৰাই সাস্তি দিএ, কিন্তু পাচত মন পালটাই কুকৰম নেৰিলে, সেই কুকৰমৰ বেচ ইশ্বৰে অনন্ত মৰন অৰ্থাত অনন্ত নৰকৰ সাস্তি দিব । এনে সাস্তি পাবলৈ তোমোলাকৰ কাৰ

মন আচে? মই ভাবিচোঁ, কোনোএ ইচা ন কৰে, কিন্তু ইচা ন কৰিলেও জদি পাপ কৰম কৰা, তেন্তে নিচয়ে ইস্বৰৰ দণ্ড ভোগ কৰিব লাগিব। এই হেতুকে ইস্বৰৰ অহিতে নতুবা তেঁওৰ ধৰমি লোকৰ অহিতেই পাপ কৰিবলৈ ভই কৰা; তেনে কৰিলে, তোমোলাকো সাধু লোক হৈ ইস্বৰৰ সন্তান হবা। ন. ল. ফ.



## পাকৈ ঢোঁৰা চৰাইৰ বিবৰন।

The Hornbill

বঙ্গাল দেসত এই চৰাইটোক ধনেস্বৰ পখি বুলি কই; এই অচমিয়া লোকে প্রায়ে পাকৈ ঢোঁৰা বোলে। চৰাইটোৰ বৰন গাৰ ওপৰৰ বৰ পাখিবোৰ ঢোঁৰা কাউৰিৰ নিচিনা কলা, তাৰ মাজৰ পাখিবিলাক হলে কলাৰে বগাৰে মিহলি; গাৰ ফালৰ তোখৰ বগা, আগৰ ফালৰ তোখৰো বগা। তাৰ পাখিৰ তলৰ অর্থাত ডেউকাৰ তলৰ সৰু সৰু পাখিবিলাক সুধ বগা, গলধন এবেগত মান দিঘল হব; ঠোঁটটো হেঙুল হাইতাল গোটালে জেনেকুআ বৰন হই, ঠোঁটৰ বৰন তেনেকুআ; আৰু সেই ঠোটৰ গুৰি ফাল বহল চেপেটা আৰু এখাপ ঠোটৰ দৰে আচে, সিও হাইতাল বৰনিয়া। আগলিকা তোখৰ সৰু চেপেটা, আন্দাজে প্রাই এহাত্ত মান দিঘল হব। ঠোটৰ অলপ মান তলত এটা জঁট আচে। তবি দুখৰ দিঘল, কিন্তু ঢোঁৰা কাউৰিতকৈ অলপ মান দিঘল বৰন হলে মটিয়া হালধিয়া' কেৱল পতা দুখৰ সেই কাউৰিৰ দৰে। পখিটো বৰ ডাঙৰ ন হই, ঠোটটোহে ডাঙৰ গোটেইটো পখি জদি জোখা তেন্তে দুই হাত মান হব। ইয়াৰ মাত মেঘৰ গৰ্জনৰ দৰে; জেতিয়া মাতিয়ৈলে ধৰে, তেতিয়া অলপ মানৰ পাচতেই বহুগুন দিএ বুলি কই, ই সদাই নে মাতে। সেই চৰাইৰ নকচা ওপৰত ঠিক ৰুপে লিখা হৈচে। কিন্তু দুই তিনি বিধ আচে; হুআঙ নামে জি বিধ, সি ডাঙৰ তাৰ চুঁট সৰু কেতিয়াবা কেতিয়াবা মফচলবিলাকৰ ওচৰ হাবিত পৰে, প্রায়ে পর্বততহে থাকে। ইয়াৰ তেল বায়ুৰ ঔসধত লাগে, সেৰত মুল্য ৩০। ৪০ টকা বুলি বেপাৰিইতে কই। এই পখিটো ওখই ডেৰ হাত মান হব। আৰু কেতিয়াবা কেতিয়াবা মানুহৰ ওচৰৰ গাঁৱত পৰিলে দেখি চিকাৰিএ গুলিয়াই মাৰে। তাতেহে লোকবিলাকে দেখিবলৈ পাই; এনেকৈ দেখিবলৈ টান। প্র. চ. দ

### এজন চাহাবৰ ঘৰিৰ ওপৰত এই ৰুপ কথা লিখি থোআ হৈচিল।

Inscription on a Clock

অধিকাৰে থৈচে ইয়াতে মোক,
দেখাবৰ হেতু কালৰ জোখ;
দিন ৰাতি দেখাম জেন কালৰ চিন মই
এয়ে মোৰ অধিকাৰৰ ইচা হই।
কিন্তু মই বোলোঁ, হে মোৰ অধিকাৰ,
গিয়ানি হৈ সিকা মোত এই কথাৰ সাৰ·
জি ৰুপে মই তোমাক কৰিচোঁ মান,
সেই ৰুপ তুমি ভজা ইস্বৰ ভগবান।
ন. ল ফ

## দুতিয় বহৰামৰ আখ্যান ।

History of the P than Dynasty—Baheram II.

১২৩৯ সঁকত বহ্ৰাম দিলিৰ সিংহাসনত বহিল, আৰু সেই কালতে জি সকল ৰাজ নিতি আৰু বেৱহাৰ আচিল, সেই আটাইকে থিৰ কৰিলে । তিগি নামে এক মানুহে উজিৰে সৈতে সহাই লৈ ক্রমে ক্রমে ৰাজ সাসন আপুনি ললে, আৰু বাদস্যাৰ নিচিনাকৈ ঐশ্বর্জ কৰিবলৈ যৰি দুআৰত হাতি চকিয়াল ৰাখিলে । ইয়াতে বাদস্যাৰ মনত অসুয়া আৰু ক্রোধ জনমিল, এই হেতুকে মতোআলৰ বেস ধৰাই তিগি আৰু উজিৰক বধ কৰিবলৈ আপোনাৰ দুজন তুৰুকি বন্দিক আগ্যা কৰিলে । এই ৰুপে জি সময়ত বাদস্যা সভাৰ মাজত ৰুহি আচিল, তেতিয়া সিইঁতে সভাৰ মাজলৈ সোমাই তিগিৰ বুকত অস্ত্র মাৰি, তেতিয়াই উজিৰৰ ওচৰলৈ লৰি গৈ তেঁওৰ সৰিলতো দু বেলি ঘা মাৰিলে, কিন্তু উজিৰে লোক সমুহুৰ মাজে দি পলাই সাৰি গল ।

Conspiracies of Rumi and the Wazir

সক্কৰ ৰুমি নামে সেই সময়ত ৰাজ্যৰ ওপৰত এক প্রধান পদত নিজোজন কৰা আচিল; তেঁৱে সভাৰ মাজত বৰ পৰাক্রমি দল কৰি ৰাজ্যৰ দুৰ অৱস্থা কৰিবলৈ জতন কৰিলে । তাতে দেসৰ প্রধান বিচাৰ কর্তা সকলে ইয়াৰ সকলো কথা বাদস্যাৰ আগত জনালে । তেতিথনে বাদস্যাই কুমন্ত্রনা কৰাবিলাকক ধৰিবৰ হেতুকে অনেক ঘোঁৰা চিপাহি পাঁচি দিলে; কিন্তু সিবিলাকে ইয়াৰ অনুসন্ধান পাই ৰজাৰ লোকবোৰ পোআৰ আগৈএ গোট গোট হৈ পলাই গল । অনেক কালৰ মুৰত মোকাম বদাউনত বাদস্যাৰ আগ্যাৰে তেঁওৰ চাউডাঙ্গৰ দোআৰাই সক্কৰ ৰুমি আৰু মুজ্রা, এই দুই মানুহক বধ কৰা হল আৰু কাসি জলাল নামে ৰাজ দ্রোহি এটাক হাঁতিৰ তলত থচকাই মৰালে । এই কৰম দেখি সকলো লোকৰ মনত ভই সোমাল আৰু সৈন্যৰ মাজত এক বিৰোধৰ হুৰা মুৰা হল । এই সময়তে বাত্রা আহিল, বোলে, মহা জঙ্গিচ খাঁৰ সৈন্যে লাহোৰ নগৰ লুট কৰিচে । ইয়াতে বাদস্যাই এক মহা সভা গোটাই লাহোৰলৈ মগলবিলাকৰ অহিতে সৈন্যে সমনিতে উজিৰক পঠাবলৈ থিৰ কৰিলে । বাদস্যাৰ সৈন্যবোৰে বিয়াচ নদি পাঁওতে উজিৰে সৈন্যৰ মাজত বাদস্যাৰ প্রতি অহিত জনমাবলৈ ধৰিলে । সি আপোনাৰ বাঞ্চা সিধি কৰিবৰ হেতুকে বাদস্যালৈ এক পত্র লিখি কলে, বোলে, সৈন্যবোৰ তোমাৰ অহিত হৈচে । তাতে বহ্ৰামে উতৰ লিখি কলে, বোলে, সেনাপতিবিলাক অৱস্যে প্রান দণ্ডৰ জোগ্য, কিন্তু জেতিয়ালৈকে মাৰিবলৈ সময় নো পোআ, সেই কাললৈকে সিইঁতক ভুলাই ৰাখিবা । উজিৰেও এই উতৰ পাবলৈহে বাঞ্চা কৰি আচিল: বাদস্যাৰ এনে পত্র পালতেই সি ওমৰাবিলাকৰ আগত সুনাই বাদস্যাৰ অহিতে সিবিলাকৰ ক্রোধ জনমালে, আৰু তাতে সিবিলাকে উজিৰৰ সহাই হম বুলি অঙ্গিকাৰ কৰিলে । এনে কালত উজিৰে ৰাজ ধানিলৈ সৈন্য সমনিতে উভতি আহিল, আৰু তিনি মাহ আধা মাহলৈকে ৰাজধানিক বেৰি আচিলে । সেসত প্রজাবিলাকেও বাদস্যাৰ অহিত চিন্তিবলৈ ধৰিলে, তাতে একে বাৰে সিবিলাকে নগৰৰ অধিকাৰ হল । বহ্ৰামক সিইঁতে বন্দি সালত থলে, আৰু অলপ দিনৰ মুৰতে তেঁওক অতিসই কষ্ট দি বধ কৰিলে । তেঁও দুই বচৰ এমাহ পোন্ধৰে দিন ৰাজ ভোগ কৰি ১২৪২ সঁকত ম্রিত্যু হল ।

এই কালতে মগলবিলাকে সিন্ধু নদিৰ পাঁচ সুঁতি নদিৰ ভিতৰত থকা সমুদাই দেস লুট কৰি গজনিনলৈ উভতি গল ।



Coin of Moaz Uddin Baheram Shah.

এই বহ্ৰামৰ এটা পইচাৰ নকচা । তাৰ সোঁ ফালে ভিম দেৱৰ ৰুপৰ নিচিনা ঘোঁৰাৰ নকচা আচে । বাঁও ফালে লিখিচে, উল চুলতান আবুল ফতেহ উল মোআজম ।

## চতুর্থ মচউদৰ আখ্যান।

History of Masaud IV.

বহৰামৰ মৰনৰ পাচত প্ৰথম বালিনে এক দল কৰি বলেৰে ৰাজ ঘৰলৈ সোমাই সিংহাসনত বহিল, আৰু আপোনাৰ বাদস্যা নাম প্ৰকাস কৰিবলৈ আগ্যা কৰিলে। কিন্তু ওমৰাবিলাকে তেঁও ৰজা হোআত অসম্মত হল, আৰু ম্রিত্যু হোআ বাদস্যাহ ফিৰোজৰ পুত্র মচউদক বন্দিসালৰ পৰা মুকলি কৰি জি দিনত বালিনে সিংহাসন আক্ৰমন কৰি লৈচিল, সেই দিনতে তেঁওকো সিংহাসনত বহুআলে।

কিন্তু ইয়াৰ পাচত মচউদে বেস্যা আৰু সুৰা পানত মতোআল হৈ নানা বিধ কুকৰম কৰিবলৈ ধৰিলে। ওমৰা আৰু ৰাজ বঙ্গহবিলাকে সেসে তেঁওৰ অহিত চিন্তি, গুপুত ৰুপে মোকাম বাৰাজৰ পৰা বাদস্যাৰ দদায়েক মহম্মদক মতালে। তাতে মহমদে আপোনাৰ সকলো সৈন্য সমনিতে লৈ ৰাজধানিলৈ আহিল। পাচত ওমৰাবিলাকে মচউদক ধৰি জনম ভৰলৈকে বন্দি সালত থলে। চাৰি বচৰ এমাহ এদিন তেঁওৰ ৰাজ্য ভোগ হৈচিল। তেঁও অতিসই দুর্বলি আৰু মতোআল, আৰু সুখৰ অভিলাসত নিচই বস হৈচিল। জি সময়ত মচউদৰ ৰাজ্য গুচিল, সেই কালতে ইলতমস্যে জি ৰাজ্য বাখিগৈচিল, সেই ৰুপেই বল।

ন. ল. ফ.

## নিতি বেনু।

Wise Sayings.

মুখ ঢকা ওৰনিৰ দোআৰাই জেনেকৈ ৰুপৱতি তিৰোতাৰ ৰুপৰ লাৱন্য বাৰ্হে, ধৰমি মানুহৰো ৰিতি আৰু স্বভাও সেই ৰুপে পৰম সুন্দৰ হই।

অহঙ্কাৰ আৰু আপোনাক প্ৰসংসা কৰা মানুহবিলাকে জেতিয়া বহু মুল্য কাপৰ পিন্ধি মুৰ জোকাৰি আৰু চকু ঘুৰাই ঘুৰাই ৰাজ বাটত ফুৰে, তেতিয়া দুখিয়া মানুহবিলাকক কুকুৰৰ নিচিনা গিয়ান কৰি অৱহেলা কৰে, আন ভাল মানুহবিলাকে তাক হাঁহে।

আপোন অভিমানিবিলাকে লোকৰ মত অগ্ৰাজ্য কৰি আপোনাৰ মতকে ভাল মানে। সিবিলাকে সেই হেতুকে কোনো বিসয়ত একো কাৰ্জ কৰি উঠিব নোআৰে। সিবিলাক আপোনাৰ প্ৰসংসা পুৰ, আৰু আপোনাৰ প্ৰসংসা সুনিবলৈ পাইবা কৰলৈ পৰম প্ৰিতি কৰে।

হে মানুহ দেহ ধৰাবিলাক, তোমোলাকে কোন, কি কাৰনে কৰ্, পৰা আহিলা, ইয়াক মনৰ মাজত চিন্তা কৰিবলৈ কেতিয়াও এলাহ ন কৰিবা। তোমোলাকৰ কিমান সক্তি, আৰু কি কি নাই কিয়া, আৰু কাৰে লৈতে কি ৰুপে তোমোলাকৰ সমন্ধ, ইয়াকে ভাবিলে ভ্ৰম নাই কিয়াকৈএ আপোনাৰ পথ দেখি আপোনাৰ কৰিব লগা ন কৰিব লগা কথা বুজিবলৈ সক্তি হব।

জি কোনো কথা কৰলৈ ইচা কৰা, আৰু জি কোনো কৰম কৰিবলৈ হাত মেলা, আগেযে তাৰ দোস গুনৰ বিবেচনা কৰা। এই ৰুপ হলে কেতিয়াও হাঁহিয়াত ন হই, আৰু লোকৰ লাজে, মনৰ দুখে, আৰু সকলো দুৰ্দসাই কেতিয়াও তোমাৰ প্ৰফুল মুখক মলিন কৰিব নোআৰে।

জি মানুহ বিবেচনা হিন, আৰু বাক্যৰ দোস গুন বিবেচনা ন কৰি তেতিয়াৰে মাত মাতে, তাক সেই হেতুকে সকলো দুখ সহা কৰিব লাগে।

জি মানুহে ঘোঁৰাত উঠি বৰ বেগেৰে চুটি মেলিবলৈ ইচা কৰে, সি জেনেকৈ বাট চিনিবলৈ অসমৰ্থ হৈ কাঁইটনি নাইবা গাঁতৰ মাজত পৰে, বিবেচনা ন কৰাকৈ কাম কৰা মানুহবিলাকো সেই ৰুপে দুৰ্দসাত পৰে।

এই হেতুকে হে ভাই সকল, জদি আপদ নাই কিয়াকৈ আৰু নিৰ্বিঘিনিএ কাল নিয়াৰলৈ ইচা কৰা, তেন্তে সকলো কাৰ্জত বিবেচক হোআ। বিবেচক লোক এই সংস্যাৰত গিয়ানৱান আৰু সুখ ভুগি।

সম্বাদ পত্ৰ পুৰ্নচন্দ্ৰোদই।

## BOOKS

FOR SALE AT THE SIBSAGOR MISSION PRESS.

A few complete sets r main on hand of the

**ORUNUDOI MAGAZINE**

for the first eight years. Handsomely bound in one volume, and sold at the reduced price of 8 Rs., or in two volumes, at 4 Rs. each

Also about two hundred copies of the work for 1850, '51, '52, bound in one volume, cloth, and forming an excellent

**ASAMESE READING BOOK FOR SCHOOLS,**

at the extremely low price of 2 Rs. per copy. This volume contains the whole of the ancient Asamese Buronji, which was commenced in the August number for 1850. The same, handsomely bound, will be sold for 3 Rs.

The History of PHULMONI AND KORUNA, a new work, especially designed for native Christian females, translated from the Bengali. This work is written in a popular and pleasing style, and appears to have a peculiar charm for native readers. Price per copy 0 4

| | | |
|---|---|---|
| The Orunudoi for 1853 | 1 | 0 |
| Asamese Buronji, by the Tamuli Phukon, paper cover | 0 | 8 |
| Asamese Vocabulary and Phrases | 1 | 8 |
| Grammatical Notices of the Asamese Language | 1 | 8 |
| Asamese Primer, Bare Motora | 0 | 1 |
| First Reading Book, in Asamese | 0 | 3 |
| Asamese Arithmetic, first part | 0 | 2 |
| Ditto second part | 0 | 4 |
| Geography of Asia | 0 | 4 |
| Juvenile Tracts, per dozen | 0 | 4 |
| Ditto. bound in sheep | 0 | 8 |
| Ditto. bound in morocco, for presents to scholars | 0 | 12 |
| Dawk Book, printed octavo, in sheep | 3 | 0 |
| Ditto. half bound | 2 | 8 |
| Monthly Accounts, for servants, workmen, &c. with printed lines, | 1 | 0 |
| Writing Books for Schools, 12 sheets foolscap, each | 0 | 4 |
| Ditto. per dozen | 2 | 4 |
| Small Memorandum Books, each | 0 | 1 |

## এপ্রিল, অর্থাত বহাগৰ পঞ্জিকা ।

Almanac for April, A. D. 1854. Asam Era, 1776.

| এপ্রিল | চৈত | বাৰ | তিথি | দিনমান | এপ্রিল | বহাগ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৭ | ৪ | ১২।১৮ | ১৬ | ৪ | ১ | ১৭ | ১২।৪৩ |
| | | | | ১২।২০ | ১৭ | ৫ | ২ | ১৮ | ১২।৪৪ |
| ২ | ২১ | ১ | ৫ | ১২।২২ | ১৮ | ৬ | ৩ | ১৯ | ১২।৪৬ |
| ৩ | ২২ | ২ | ৬ | ১২।২৩ | ১৯ | ৭ | ৪ | ২০ | ১২।৪৭ |
| ৪ | ২৩ | ৩ | ৭ | | ২০ | ৮ | ৫ | ২১ | ১২।৪৮ |
| ৫ | ২৪ | ৪ | ৮ | ১২।২৫ | ২১ | ৯ | ৬ | ২২ | ১২।৫০ |
| ৬ | ২৫ | ৫ | ৮ | ১২।২৬ | ২২ | ১০ | ৭ | ২৩ | ১২।৫২ |
| ৭ | ২৬ | ৬ | ৯ | ১২।২৮ | | | | | |
| ৮ | ২৭ | ৭ | ১০ | ১২।৩০ | ২৩ | ১১ | ১ | ২৪ | ১২।৫৩ |
| | | | | ১২।৩২ | ২৪ | ১২ | ২ | ২৫ | ১২।৫৪ |
| ৯ | ২৮ | ১ | ১১ | ১২।৩৪ | ২৫ | ১৩ | ৩ | ২৬ | ১২।৫৫ |
| ১০ | ২৯ | ২ | ১২ | ১২।৩৬ | ২৬ | ১৪ | ৪ | ২৭ | ১২।৫৬ |
| ১১ | ৩০ | ৩ | | | ২৭ | ১৫ | ৫ | ২৮ | ১২।৫৭ |
| ১২ | ৩১ | ৪ | ১৩ | ১২।৩৭ | ২৮ | ১৬ | ৬ | ২৯ | ১২।৫৮ |
| ১৩ | ১ | ৫ | ১৪ | ১২।৩৯ | ২৯ | ১৭ | ৭ | ৩০ | ১২।৫৯ |
| ১৪ | ২ | ৬ | ১৫ | ১২।৪০ | | | | | |
| ১৫ | ৩ | ৭ | ১৬ | ১২।৪২ | ৩০ | ১৮ | ১ | ১ | ১৩।০ |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিদ ।

Receipts for the Orunudoi.

| | | |
|---|---|---|
| CAPTAIN R. CAMPBELL, for 1853 | | 12 Rs. |
| শ্ৰীজুত দুতিৰাম বৰ ভণ্ডাৰ বৰুআ, সিৰস্তাদাৰ, | ১৮৫৩ | ১৲ |
| শ্ৰীজুত জনাৰ্দন ভণ্ডাৰ বৰুআ | ” | ১৲ |
| শ্ৰীজুত হৰকান্ত গগৈ নাজিৰ | ” | ১৲ |
| শ্ৰীজুত বলোৰাম বৰুআ পেস্কাৰ | ” | ১৲ |
| শ্ৰীজুত হেমকণ্ঠ ৰাজ খোআ ৰোবকাৰ নবিচ | ” | ১৲ |
| শ্ৰীজুত প্ৰাননাথ সৰ্মা বেজ বৰুআ | ” | ১৲ |
| শ্ৰীজুত হৰদত্ত পুৰনি মেলৰ বৰুআ | ” | ১৲ |
| শ্ৰী বাবু হৰগবিন্দ দত্ত | ” | ১৲ |
| শ্ৰী সনধৰ সৰ্মা ডেকা ফুকন | ” | ১৲ |
| শ্ৰী পুৰ্ন সেহা নবিচ ৫১।৫২ সনৰ | | ২৲ |
| শ্ৰী কন্দ সেহা নবিচ | ১৮৫৩ | ১৲ |
| শ্ৰী ভদ্ৰাম হেনৰি জেকৃচন | ” | ১৲ |
| শ্ৰী ভোঁআই মনবৌ | ” | ১৲ |

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by N. BROWN, Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam.*

# অৰুণোদই

৯ বচৰ। মোং শিৱসাগৰ, এপ্রিল, ১৮৫৪। নম্বৰ ৪।

VOL. IX. SIBSAGOR: APRIL, 1854. NO. 4.


## অনেক দেসৰ সম্বাদ।

**Journal of Events—The Electric Telegraph**

এই হিন্দুস্থান দেসত এতিয়া ইলেকত্রিক টেলেগ্রাফ, অর্থাত বিদুলি ডাকৰ দোআৰাই বাত্রা পঠাবলৈ ধৰিচে। এই জন্ত্র আৰম্ভন কৰাৰ চ মাহ মাথোন হৈচে; ডক্তৰ ঔসান্যানেচি চাহাব এই কামৰ অধিকাৰ, তেঁও লোহাৰ গুনা বান্ধিবলৈ বাটে বাটে খুঁটাবোৰ সাৰিকৈ পোতাই ২৪ মার্চত আগ্রা নগৰৰ পৰা কলিকতালৈ ৮০০ মাইল অর্থাত ২৫ দিনৰ বাট দুঘণ্টাৰ ভিতৰত লর্ড চাহাবলৈ এটা বাত্রা পঠালে। তাতে লর্ড চাহাবে অতি ভাল কৰম কৰা দেখি মার্চ মাহত তাৰ সকলো বনুআক দুগুন দৰমহা দিলে। আৰু ২৭ মার্চ তাৰিখত জি জাহাজবোৰ কলিকতা পালেহি, সেই সকলোৰে নাম কলিকতা আৰু আগ্রাৰ সম্বাদ পত্রত একে দিনাই চাপা হল, কাৰন বিদুলি ডাকৰ দোআৰাই সেই কথ পঠালে। আৰু অলপ দিনত আগ্রাৰ পৰা বম্বাইলৈকে সেই জন্ত্র তৈয়াৰ কৰা হব। তেতিয়া বিলাতৰ পৰা জাহাজ আহি বম্বাইত লগাই একে দিনাই তাৰ পৰা কলিকতালৈ বাত্রা দিব পাৰিব। এতিয়া সেই খিনি বাট জাবলৈ ডাকত ১২। ১৩ দিন মান লাগে।

**War with Russia**

ইংলণ্ডৰ ৰাজ মন্ত্রিএ ৰুচিয়াৰে সৈতে ৰন হব বুলি থাৰ, ছিলৈ, আৰু ভাপ জাহাজৰ কল আদি ৰনৰ সামগ্রি, কোনো বিদেসি লোকক বেচিবলৈ মানা কৰিলে। কাৰন চাৰে চাৰে কোনো ইংৰাজি সদাগৰে ৰুচিয়াৰ ধনত লোভ কৰি বেচিবৰ কাৰনে দুখন মান ভাপ জাহাজ সাজিচে বুলি সুনলে। তুৰুকৰ ৰাজ থানি কনষ্টান্তিনপল নগৰ ৰখিবৰ নিমিত্তে ২৫,০০০



ব্রাজিল দেসত থকা মাৰ্মজেট।



আফ্রিকাৰ নৈজিয়া বান্দৰ।

সেনা পঠাবলৈ জুগুত হৈছে। সিবিলাকৰ সেনাপতি লৰ্ড ৰাগলান। নাপলিয়ন ৰজায়ো ৭০-০০০ ফ্ৰাঞ্চি সেনা, ইংৰাজিৰ লগত তুৰুকিৰ সহাই হৈ জাবলৈ আগ্যা কৰিছে।

Persons drowned

আচাম কম্পানিৰ পৰা ৩ তিনি জন মানুহক চুন সিল আনিবলৈ নাৱেৰে নদিয়ালৈ পঠাই দিলে। সিইতে নাৱত সিল ভৰা দি উভতি আহোঁতে ব্ৰহ্মপুত্ৰ নদিত নাও বুৰি মাৰ্চ মাহৰ প্ৰথম দিনত বুধ বাৰে ৩ বজাৰ সময়ত ২ জন মানুহ মৰিল। নাৱৰ গুৰিয়ালটে সাতুৰিব জানে, এই নিমিত্তে তাৰ প্ৰান ৰখ্যা পৰিল, নাও খন ভংগ গল, আৰু মানুহ ২ জনো নোপাল।

Sir Jamsetji J Jibhoi

বম্বাই গেজেটত এনেকৈ লিখিছে বোলে, শ্ৰীজুত চেৰ জামচেতজি জিজিভই আপোনাৰ জনম থানত জাত্ৰাৰ সময়ত চাৰি লাখ পঞ্চাস হেজাৰতকৈ অধিক টকা দুখিয়া দৰিদ্ৰুবিলাকক দান কৰিলে। আৰু পাৰ্চি মানুহৰ উপকাৰৰ হেতুকে হস্পিতাল আদি অনেক বিদ্যালই থাপন কৰিছে; তাত বাহিৰেও আপোন জাতি দুখি লোককো এক লাখ টকা দান কৰিছে। এই ৰুপ দানি লোক প্ৰিথিবিতে প্ৰাই পোআ নাই।



The King of Hanover—From the Illustrated London News.

King and Queen of Hanover.

এৰনেষ্ট আগষ্টচ নামে ইংলণ্ডৰ মহা ৰানিৰ দদায়েকৰ পুতেক এতিয়া হানোবৰ দেসৰ ৰজা হৈছে। তেঁও ১৮১৯ সঁকৰ ২৭ মেই তাৰিখত বৰ্লিন নগৰত জনমিল। তেঁওৰ কুঁঅৰিৰ নাম মাৰি আলেকচান্দ্ৰিনা তেঁও চাকচালতন্ বৰ্গ ৰজা জিএক। কচিয়া বৰ কোঁঅৰ বনস্তান্তিনে তেঁওৰ ভনিএকক বিয়া কৰিলে। হানোবৰ দেসৰ সেই মহা ৰজা আৰু ৰানিৰো নকচা ইয়াত লিখা আছে। সিবিলাকে ১৮৪৩ সঁকত বিবাহ কৰিলে। সিবিলাকৰ পুত্ৰ এজন, চোআলি দুজনি।

Murder of a Child

ৰঙ্গপুৰ বাৰ্তাবহত লিখিছে, সেই আঞ্চলে নিমাইচান্দ উপাধ্যাযৰ ৮ বচৰিয়া এটি নাতিনি আন আন চোআলি জনি দেকে সৈতে এদিন ঘৰৰ ওচৰতে এঠাইত উমলিচিল, এই সময়তে কমলি কঁহাৰনি নামেৰে এজনি তিৰোতাই এই চোআলিৰ অলঙ্কাৰ আদি নিবৰ মনেৰে চলেৰে ফাঁকি দি সোআদ বস্তু দিয়াৰ লোভ দেখাই এই চোআলিক আপোনাৰ ঘৰলৈ সুমাই ঘৰৰ দুআৰ বন্ধ কৰি ডিঙ্গি কাটিবলৈ ধৰাত চোআলিএ কান্দিব ধৰিলে। পাচে এই কঁহাৰনিৰ লগা ভগা ভগিনা নামেৰে এজনি ভনিএক, আৰু আন এজনি তিৰোতায়ো সেই কান্দন সুনি ভগিনাৰ আপোন পুত্ৰৰ



The Queen ct Han ver

কান্দন জেন গিযান কৰি সেই চোআলিৰ ওচৰ পোআতেই তাইৰ ভনিএক সেই চোআলিৰ ডিঙ্গি কাটি পলাল ।

পাচে এই সম্বাদ দাৰোগাত জনালত কমলি কঁহাৰনি ধৰা পৰি, আপোনাৰ অপৰাধ গাত ন ললে। তাতে শ্রীযুত মাজিষ্টৰ চাহাবে এই চোআলি প্রথম জি চোআলিবিলাকৰ মাজত আছিল, সেই সকলো চোআলি আৰু তপিলা নামেৰে তিৰোতা সাখিএ সৈতে চেসন আদালতলৈ পঠালে, চেস্যন জজ বাহাদুৰে কমলি কঁহাৰনিক সম্পূর্ন অপৰাধিনি ঠিক কৰি, হুকুম দিয়াৰ কাৰনে মোকৰ্দমা নিজামত আদালতলৈ পঠালে। তাতে শ্রীযুত ডিক চাহাবে এই কমলি কঁহাৰনিক বৰ অপৰাধি বুজি জনমভৰ কাটকৰ ডণ্ড বিধান কৰিলে ।

Arrest for Murder.

এই চত মাহতে চৰবেয়ৰ শ্রীযুত নিকলচন চাহাবৰ অধিনে থকা ৪ জন হিন্দুস্থানি মানুহ বোদা থানাৰ অন্তৰ্গত ভোজনপুৰ গাঁৱৰ পৰাম-দাস নামেৰে এটা মানুহৰ ঘৰত উপস্থিত হৈ তাৰ জিয়নিয়া মাচ ৰখা সৰু পুখুৰিৰ পৰা, বলেৰে জাল পেলাই মাচ ধৰিবলৈ উদ্যোগ কৰিলে । তাতে সেই গিৰিহঁতে বাধা কৰি মাচ ধৰিব নি দিয়াত, সিহঁতৰ মাজৰ দেৱদত্ত নামে এটাই তাক বেঁতেৰে মাৰ ম ৰিলে, আৰু পাচে জঙ্গৰি দফাদাৰ নামে আন এজনে তাক বৰ চৰ মৰাত সি পানিত পৰিল । তেতিয়া সেই দুইটা তাৰ ওপৰতে পৰি তাক প্যানিত হেঁচা মাৰি ধৰাত তাতে সি মৰিল । পাচে গাঁৱৰ সকলো লোক গোট খাই সিহঁতৰ ধৰিবলৈ উদ্যোগ কৰাতে তাৰে এটা জাল লৈ পলাল, কিন্তু আন তিনটাক ধৰি থানাত দিলে ।

দাৰোগাই বিবেচনা কৰি মৰাটৰ স আৰু তাৰ পুত্র ভোগদাস গুচৰিয়া আৰু আ-চামি ৩ জনক আৰু সাখি ৬ জন সকলোকে হুজুৰলৈ পঠাইচে ।

Child killed by a crazy Faqir

২৮ ফাগুনত সুকুৰ বাৰে হুণ্ডি পৰগনাৰ মাজত ৰঙ্গপুৰ বাৰ্ত্তাবহ জন্ত্রালযৰ পূর্বে ৬ দণ্ড মানৰ আঁতৰত কোনোবা এখৰ মানুহৰ ঘৰত দুপৰিয়া এটা ফকিৰ ওলাল । তাতে সি অখিতি ৰুপে কিচু অ হাৰ কৰি, জোআৰ কালত সেই গিৰিহঁতৰ লৰাক কলে, তই মোৰ লগত আহ, তোক জগত দেখুআই আনোঁ । তাতে সেই লৰাই ফকিৰৰ কথা মু সুনি হাঁহি ভিতৰলৈ গল । তাৰ পাচত ফকিৰ তাৰ পৰা গৈ গাঁৱৰ দখিনে চৌধ ভুবনৰ বিলৰ জি ঠাইত অনেক লৰাই গোট খাই উমলি আছিল, সেই ঠাই-লৈ গৈ লৰাবোৰক তাবি দি দি ধৰিবলৈ খে-দি গল। তাতে ভই হৈ সকলো লৰা চাৰিও দিসে পলাল, কিন্তু আলি আখন্দৰ লৰাটি পলাব নোঅৰাত ফকিৰে তাক ধৰি মাটিত পে-লাই কটাৰি উলিয়াই জবই কৰিলে, আঁৰু তাৰ ডিঙ্গিৰ পৰা ওলোআ তেজ কিচু খালে । তাৰ পাচত ফকিৰে সেই কটা লৰাটো কান্ধত পেলাই লৈ তাৰ পৰা গল, সেই সময়তে আৰ

লৰাবোৰে গাড়ত এই কথা কলত গাঁৱৰ মানুহ বোগাই আহি ফকিৰক জবই কৰা লৰাৰে সৈতে ধৰিলে । তাতে ফকিৰে কওঁলৈ ধৰিলে, আমি আলাৰ আদেসোৰে আপোনাৰ লৰাক জবই কৰিলোঁ; তইতে কি কাৰনে মোক ধৰিচ? তাৰ পাচত নগৰিয়াবিলাকে ফকিৰ আৰু জবই কৰা লৰা দুইকো গাঁৱলৈ আনিলে। সেই লৰাৰ তেতিয়ালৈকে প্রান জোআ নাই এই কাৰনে তাৰ ঘৰৰ সকলো মানুহ আৰ্ত্ত হৈ তাৰ কটা ডিঙ্গিত অনেক ঔসধ দিচিল । তাতে একো ফলোদই ন হল জি হেতু লৰাৰ গোটাই ডিঙ্গি কটাত মুখে দি তেজ বাহিৰ হৈচিল, মাত মাতিবৰ সক্তি নাই কিয়া হল, কেৱল স্বাস মাত্রহে আচিল । এই সকলো বাত্রা সিহ্তে থানালৈ দিলে, আৰু সেই লৰাৰ ঘৰৰ আপোন মানুহে আৰু আন আন মানুহেও ফকিৰক ~ তাৰ প্রতিফল দিয়াৰ কাৰনে অনেক মাৰ কিল কৰিলে, তাতে সন্ধ্যা সমই ফকিৰ মৰিল । আন্দাজ হই, কোনো বিসেস ঠাইত সকত মাৰ পৰিহে মৰিল। তাকে দেখি বেৰি থকা মানুহবোৰ আপোন আপোন ঠায়ে ঠায়ে গল । পাচে থানাৰ পৰা বৰুচি আহি সকলো বিবেচনা কৰি সনিবাৰে ফকিৰৰ মৰা দেহ, আৰু জবই কৰা লৰাটিকো জিলালৈ পঠিয়ালে, কিন্তু পালি চৰাৰ হাটৰ ওচৰ পাই জবই কৰা লৰাটি মৰিল ।

**Loss of the Steamer San Francisco.**

কালিফর্নিয়া দেসলৈ জাবৰ নিমিত্তে মুয়র্ক নগৰৰ পৰা চান ফ্রাঞ্চিস্কো নামে এখন নতুন ভাপ জাহাজ ডিচেম্বৰৰ ২২ তাৰিখত ৫০০ সেনা, আন মানুহ ৩০০, মুঠে ৮০০ মান মানুহ লৈ গল । দু দিনৰ পাচে বৰ বতাহ হলত সাগৰৰ ঢৌএ একাল মাৰি, পাল মস্তুল আদি জাহাজৰ ওপৰ ভোথৰকে ভাঙ্গি বস্তুএ সৈতে এসমান মানুহ সাগৰত পেলালে । আৰু দহ দিনলৈকে এই ৰূপে নিৰুপাই হৈ অত্যন্ত দুখ পালে। পানি নহহকৈ সোমোআত দিনে ৰাতিএ সিঁচি থকাৰ দুখেৰে অহনি হৈ, তাৰ অনেক মানুহ মৰিল। সেনত ত্রিবেল, কিলবি, আন্না- ক্রিক, এই তিনি জাহাজ ওচৰলৈ আহি সিহঁতৰ লাকৰ দুৰ্গতি দেখি সকলোকে তুলি তুলি দিলে । ৫০০তকৈ অধিক মানুহ ইস্বৰৰ অনুগ্রহেৰে ৰখ্যা পৰিল ।

## পাপিৰ প্রার্থনা ।

হে প্রভু, ত্রান কৰা, এই পাপিস্ট নৰ,
অতিসই অধম মই ন কৰিবা দুৰ;
নেৰিবা প্রভু হে, অনাথ হই মোৰ প্রান,
দায়াৰে কৰা মোক তোমাৰ মুক্তি দান ।

অতিসই পাপি মই দুৰাচাৰ দুৰ্জন,
দৰিদ্র দুখি, কঙ্গালৰ তুমি ধন;
মোৰ হব নিচই তোমাৰ ক্রিপাত নিস্তাৰ,
নাই তোমাত বাজে সংসাৰত মুক্তি আৰ ।

এই ভৱ সমুদ্রত মোৰ জন্মিচে ভই,
কি হব উপাই, মোৰ নৌকা ভগন হই;
ঢৌ অতি প্রতাপ, ধুমুহা ভয়ঙ্কৰ,
হে য়িচু, কৰা পাৰ, এই ভয়াতুৰ নৰ ।

সমুদ্রৰ মাজত মোৰ হোআ গুৰিয়াল,
ধুমুহা আদি ঢৌ আহিব জি কাল;
সেই কালত তুমি মোৰ গুচাই সকল ত্রাস,
পাৰ কৰি স্বৰ্গত থবা আপোনাৰ দাস ।

ন. ল. ফ.



চাকমা বান্দৰৰ নকচা ।

## জাত্ৰিকৰ জাত্ৰা, ৭ আধ্যা।

**The Pilgrim's Progress, Chapter. 7.**

পাচে খ্ৰিষ্টিয়ান জাঁওতে জাঁওতে জাত্ৰিকবিলাকে আগ কাললৈ দেখিবৰ নিমিত্তে জি সৰু হাদাম নজা হৈছিল, তাক পাই উঠি আগ কাললৈ চাই বিস্বাসি নামেৰে এজনক জাত্ৰা কৰা দেখিলে, তেতিয়া খ্ৰিষ্টিয়ানে তাক বিজিয়াই মাতিলে, হেৰা ভকত, ময়ো তোমাৰ লগত জাঁও, ৰবা। এই কথা সুনি বিস্বাসিএ উলটি চালত খ্ৰিষ্টিয়ানে আকৌ বিজিয়াই কলে, মই তোমাৰ লগ নে পাঁও মানে ৰবা, ৰবা। কিন্তু বিস্বাসিএ কলে, নোআৰোঁ, মোৰ প্ৰান আঁচলৰ আগত বান্ধিহে আহিচোঁ, তেজৰ প্ৰতিফল দিঁওতাই মোক খেদি আহিছে। এই কথা সুনি খ্ৰিষ্টিয়ানে অলপ বিৰকতি হৈ পাৰিলে মানে বল দি লৰি গৈ বিস্বাসিৰ লগ পালে, আৰু পাচো পেলালে। তাতে পাচৰটো আগহে হল। তেতিয়া খ্ৰিষ্টিয়ান ভায়েকতকৈ আপুনি আগ হোআ দেখি গৰ্বি হৈ মিচিকিয়াই হাঁহিলে, কিন্তু ভৰিলৈ সাৱধান নো হোআ হেতুকে উজুটি খাই পৰিল; পাচে বিস্বাসি পাই নো তোলেহি মানে উঠিব নোআৰিলে।

পাচে মই সমাজিকক দেখিলোঁ, সিবিলাক দুয়ো একে লগ হৈ বৰ প্ৰিতি ৰূপে চলি গৈ আপোন আপোন জাত্ৰাত জাৰ জি জি ঘটিচিল, সেই সকলো কথা মৰম ৰূপে কোআ কুই কৰিলে। প্ৰথমে খ্ৰিষ্টিয়ানে এই কথা কলে, অ মান্যৱন্ত আৰু অতি প্ৰিয় ভাই বিস্বাসি, মই জে তোমাৰ লগ পালোঁ, আৰু এই মনোহৰ পথত আমি দুয়ো সখি ভাৱে একে লগে জাব পৰাকৈ ইস্বৰে জে আমাৰ স্বভাও মিলালে, ইয়াতে মই বৰ আনন্দ পাইচোঁ।

বিস্বাসি। অ প্ৰিয় বন্ধু, আমাৰ নগৰৰ পৰাই তোমাৰ লগৰিয়া হৈ আহিম বুলি ভাবিচিলোঁ, কিন্তু তুমি আগ বৰ্হা হেতুকে ইমান দুৰ বাট অকলেই আহিব লগা হল।

খ্ৰিষ্টিয়ান। মই ওলাই অহাৰ পাচে তুমি কিমান দিনলৈকে জাত্ৰা ন কৰি বিনাস নগৰত আচিলা?

বিস্বাসি। জেতিয়ালৈকে তাত থাকিব পৰা আচিল, তেতিয়ালৈকে থাকিলো। কিন্তু তুমি ওলাই অহাৰ একেৰি মানৰ পাচে আমাৰ নগৰ স্বৰগৰ পৰা অহা জুয়েৰে দাহ কৰা হব, সকলোৱে মাজত এই ৰূপে এৰাও হব ধৰিলে।

খ্ৰিষ্টিয়ান। কি! চুবুৰিয়াবিলাকে এই ৰূপে কলে নে?

বিস্বাসি। হই, কিছু কাললৈকে সকলোৱে মুখত এই কথাহে আচিল।

খ্ৰিষ্টিয়ান। তেনে হলে সেই আপদৰ পৰা সাৰিবলৈ তোমাত বাজে আন কেও ওলাল নে?

বিস্বাসি। সেই আপদৰ অনেক কথা মানুহে কোআ কুই কৰিলে, মই ইয়াকে কলো হই, কিন্তু সিবিলাকে নিচয়ে তাত বিস্বাস কৰিলে, মোৰ মনে এনে ন ধৰে। কিয়নো সিইতৰ হৰা সুবাৰ মাজত তোমাৰ অৰ্থে আৰু তোমাৰ জি জাত্ৰা সিইতে নিৰলা বোলে, তাৰ অৰ্থে সিইতৰ কেতবিলাকে ইতিকিং কৰা সুনিলোঁ। কিন্তু ওপৰৰ পৰা অহা জুই আৰু গন্ধক দোআৰাই আমাৰ নগৰৰ সেস হব, ইয়াকে মই বিস্বাস কৰিচিলোঁ, এতিয়াও কৰিচোঁ, এই হেতুকে পলাই আহিলোঁ।

খ্ৰিষ্টিয়ান। তুমি আমাৰ চুবুৰিয়া ভৰলৰ কোনো কথা সুনা নাই নে?

বিস্বাসি। হই খ্ৰিষ্টিয়ান, সি নিৰ্ভাবনা দলদলনিলৈকে তোমাৰ পাচে পাচে গৈচিল, ইয়াকে সুনিলোঁ, আৰু তাত পৰিল বুলি কোনো কোনোএ কই। সি হলে সেই কথা মানুহক জনাবৰ ইচা ন কৰে; কিন্তু তাৰ বোকাৰে সি লেটি পেটি হৈচিল, ইয়াক মই জানোঁ।

খ্ৰিষ্টিয়ান। তাৰ চুবুৰিয়াবিলাকে তাক কি কলে?

বিস্বাসি। সি উভতি অোআৰ পাচত সকলো বিধ মানুহৰ মাজত বৰ নিন্দা পোআ হল। কোনো কোনোএ তাক ইতিকিং আৰু হেলা কৰে, আৰু প্ৰায় কেৱে তাক কাম কাজ নি দিএ। সি নগৰৰ পৰা নোলোআ হৈ থকাতকৈও এতিয়া সাত গুনে বেয়া হল।

খ্ৰিষ্টিয়ান। বাৰু, সি জি বাট এৰিলে, সম-

খ্রিষ্টিয়ানবিলাকে জদি তাক হেলা কৰে, তেন্তে তাৰ অহিতে কিয় ইমান খিয়াল কৰে?

বিশ্বাসি। সি ফাঁটি দিয়া হওক, সি মোট সলোআটো, সি আপোন মতত থকাটো ন হই, ইয়াক সকলোএ বোলে। মোৰ মনেৰে ভাবিচোঁ, সি সজ পথ তিয়াগ কৰাৰ কাৰনে ইশ্বৰে তাৰ সত্রুবোৰক উপকথাৰ নিচিনাকৈ তাক নিন্দা কৰিবলৈ ৰখালে।

খ্রিষ্টিয়ান। তুমি তাত থাকোঁতে তাৰে সৈতে একো কথা বাত্রা ন হলা নে?

বিশ্বাসি। তাক এবেলি নগৰৰ আলি বাটত লগ পালোঁ, কিন্তু সি মোক দেখি আপোন কৰমত লাজ পোআৰ নিচিনাকৈ একাতি হৈ সি দাঁতিএ গল এই হেতুকে ময়ো নে মাতিলোঁ।

খ্রিষ্টিয়ান। মই প্রথমে জাত্রা কৰা কালত সেই মানুহৰ কথাত কিছু আসা আছিল, কিন্তু নগৰ নষ্ট হোআ কালত সিও নষ্ট হব, মোৰ মনত এনে আসঙ্কা হৈছে। কিয়নো কুকুৰে আপোনাৰ বাঁতি খাবলৈ, আৰু ধুউআ গাহৰিএ বোকাত লেটি লবলৈ আকৌ উলটি জাই, এই স্বৰূপ পটন্তৰ তাত ঘটিছে।

বিশ্বাসি। মোৰো তাৰ অৰ্থে এনে আসঙ্কা হৈছে, কিন্তু জাৰ জি ঘটিব, তাক কোনে নিবাৰন কৰিব পাৰে?

খ্রিষ্টিয়ান। বাৰু, বিশ্বাসি সখি, তাৰ কথা এৰা হওক, আমাৰ আপোন আপোন বিসয়ৰ কথা বাত্রা কঁওহক। পথত আহোঁতে তোমাৰ কি কি ঘটিছিল তাক মোক বুজাই কোআ, কিয়নো মই জানিচোঁ, তুমি কিছু কিছু ঘটন, পালা, নাইবা তাক বৰ আচৰিত বোলা জাব।

বিশ্বাসি। তুমি জি নিভাবসা দলদলনিত পৰিবৰ দেখিলোঁ, সেই সঙ্কটৰ পৰা মই সাৰি সক দুআৰ পালোঁহি; তথাপি কামুকি নামেৰে এজনি তিৰিৰ লগ পোআত তাই মোক এটা হিংসা কৰিব খুজিলে।

খ্রিষ্টিয়ান। অস, তুমি জে তাইৰ জালৰ পৰা মুকুত হৈ আহিলা, এয়ে তোমাৰ বৰ সুভাগ্য। আগৰ কালত য়োচেফে তাইৰ দোআৰাই বৰ সঙ্কটত পৰি তাৰ প্রান প্রায়ে হেৰুআৰ লগা হৈছিল, কিন্তু সেসে তোমাৰ দৰে সি তাইৰ হাত সাৰিল। সেই জি বা হওক, তেও তাই তোমাক কি কি কৰিলে?

বিশ্বাসি। তুমি তাইৰ কিছু কথা জানিবই পোআ; তথাপি তাইৰ বাক্য কিমান মধুৰ আৰু মৰমিয়াল হৈছিল, তাক ভাবিব নোআৰা। তাই সকলো সুখ সন্তোসৰ আসা দেখুআই মোক তায়ে সৈতে ফালৰি জাবলৈ বৰ জতন কৰিলে।

খ্রিষ্টিয়ান। ন হই, তাই, পবিত্র মনৰ জি সন্তোস, তাই তাক দেখাব নোআৰে।

বিশ্বাসি। তেও মোৰ কথা বুজিচা, সকলো সংসাৰিক আৰু সৰিল অভিলাসবহে সুখ দেখালে, তাক মই কৈচোঁ।

খ্রিষ্টিয়ান। তুমি জে তাইৰ হাতৰ পৰা ৰখ্যা পালা, তাৰ কাৰনে ইশ্বৰক স্তুতি কৰিব লগা; কিয়নো ইশ্বৰে ঘিন কৰাবিলাক তাইৰ খাৰৈত পৰিবগৈ।

বিশ্বাসি। মই তাইৰ হাতৰ পৰা সকলো ভাৱে ৰখ্যা পালোঁ নে, নে পালো, তাক ঠিককৈ কব নোআৰোঁ।

খ্রিষ্টিয়ান। কি? তাইৰ ইচাৰ দৰে মান্তি হৈছিলা নে? ইয়াক মই নে ভাবোঁ।

বিশ্বাসি। ন হই, মই তাইৰ লগত কুকৰ্ম জে কৰোঁ, এই ৰূপে মান্তি হোআ নাই। কিয়নো এখন পুৰনি পুঁথিত জি কথা দেখিলোঁ, তাইৰ ভৰিৰ খোজে নৰককহে ধৰে, সেই কথা সুঁঅৰি তাইৰ দৰ্সনৰ মায়াৰে জেন মুহিত ন হঁও, এই কাৰনে চকুকে মুদিলোঁ। তাতে তাই মোক অনেক প্রকাৰে গালি পাৰিলে, ময়ো বাটে দি গুচি গলোঁ।

খ্রিষ্টিয়ান। তুমি আহোঁতে তাত বাজে আৰু কোনো আপদত পৰা নাই নে?

বিশ্বাসি। মই কঠিন পৰ্বতৰ গুৰি পোআ সময়ত এটা অতি বুঢ়া মানুহক লগ পালোঁ, সি মোত সুধিলে বোলে, তুমি কোন, আৰু কলৈ জোআ? তাতে মই কলোঁ, মই জাত্রিক হৈ স্বৰ্গিয় নগৰলৈ জাঁও। তেতিয়া বুঢ়াই কলে, তোমাক ভদ্র লোক জেন দেখোঁ; মই বেচ দিলে তুমি মোৰ লগত থাকিবলৈ মান্তি

হবা নে! তাতে মই তাৰ নাম আৰু তাৰ থকা ঠাই সোধাত সি বুলিলে, মোৰ নাম প্ৰথম আদম। কপট নামেৰে এখন নগৰতে থাকোঁ। তেতিয়া মই সুধিলোঁ, তোমাৰ কি বেৱসাই? আৰু জদি তোমাৰ কাম কৰোঁ, তেন্তে মোক কি বেচ দিবা? সি বুলিলে, মোৰ বেৱসাই নানা সুখ ভোগ; আৰু মোৰ বেচ এই, সেসত মোৰ সকলোৰে অধিকাৰ হবা। পাচে মই আৰু সুধিলোঁ, তোমাৰ ঘৰৰ আচাৰ বেৱহাৰ কেনে, আৰু তোমাৰ আন চাকৰ আচে নে? তাতে সি কলে, মোৰ ঘৰত জগত খনৰ সকলো সুখ আচৰন কৰা হৈচে, আৰু মোৰ চাকৰবিলাক মই আপুনি জনমোআ। তেতিযা মই সুধিলো, তোমাৰ কিমান সন্তান আচে? সি উত্তৰ কৰিলে, মোৰ তিনি জনি জি মাথোন আচে; সিবিলাকৰ নাম সৰিলৰ-সুখ-অভিলাসি, চকুৰ-লোভ-অভিলাসি, আৰু জিৱনৰ-অহঙ্কাৰি। আৰু তোমাৰ জদি ইচা হই, সিবিলাকক বিবাহ কৰিবও পাৰা। পাচে মই সুধিলো, মোক তোমাৰ লগত কেতে দিন মান বাস কৰাব খোজা' সি কলে, মই জিমান দিন জিয়াই থাকোঁ, তুমিও সিমান দিন মোৰ লগত থাকিবা।

খ্ৰিষ্টিয়ান। বাৰু, তুমি বুৰাই সেতে সেসত কি কথা থিৰ কৰিলা'

বিস্বাসি। প্ৰথমতে তাৰ কথা উত্তম জেন দেখি তাৰ লগত জাবলৈ অলপ ইচা হৈচিল, কিন্তু কথা বাত্ৰা হওতে মই তাৰ কঁপাললৈ চাই তাত এই কথা লিখা দেখিলোঁ, পুৰনি স্বভাও আৰু তাৰ সকলো কৰম তিযাগ কৰা।

খ্ৰিষ্টিয়ান। আৰু তাৰ পাচে?

বিস্বাসি। তেতিয়া জুইৰ নিচিনাকৈ এই কথা মোৰ মনত আহিল? সি জেই বা ন কওক, আৰু জেই বা প্ৰসংসাৰে ভুলাওক, তেও মোক জদি তাৰ আপোন ঘৰৰ ভিতৰলৈ নিব পাৰে, তেতিয়া মোক অৱস্যে বন্দিকৈ বেচিব; ইয়াকে মনত বুজি তাক কলোঁ, মোক আৰু কথা ন কবা, মই কেতিয়াও তোমাৰ দুআৰ মুখলৈকে নে জাঁও। তেতিয়া সি মোক সপিব ধৰি বুলিলে, জিহেৰে তোৰ আত্মালৈ তোৰ পথ তিতা হব. তেনে এটা তোৰ পাচে পাচে পঠাম। তেতিয়া তাৰ ওচৰৰ পৰা জাবলৈ ধৰিলোঁ; কিন্তু জাবৰ নিমিত্তে ঘুৰিলত সি মোৰ গাত চিকোট মাৰি ধৰি এনে মৰন তুল্য আতোৰ মাৰি টানিলে, জে মই ভাবিলো, মোৰ এভোখৰ মঙহ চিগি গল। তাতে সেই দুখেৰে মই এটাহ পাৰিলোঁ, অস অস! মই কেনে দুৰ্ভগিয়া মানুহ! পাচে পথে দি পৰ্বতৰ ওপৰলৈ গলোঁ। ॥

. . .

## মিচা কথাৰ বিবৰন।

On Lying

ৰামজই লৰাটি দেখিবলৈ সুন্দৰ আচিল আৰু তাৰ মাক বাপেকে তাক অতিসই মৰম কৰিচিলে। কিন্তু ৰামজই এটা কথাত বৰ দুষ্ট আচিল, সি বাৰে বাৰে মিচা কথা কৈ থাকে তাৰ ব্ৰিত্তান্ত সুনা, ৰামজই পাঁচ বচৰ বয়স হোআত তাৰ বাপেকে তাক ইকুললৈ পাঁচি দিএ, আৰু সি ক, খ, বানান, এইবিলাকক পৰ্হিবলৈ জানিচিলে, কিন্তু পৰ্হিবলৈ তাৰ বৰ ইচা নাই, সি কেৱল উমলিবলৈ বৰ মন দিএ।

কেতিযাবা কেতিয়াবা সি বেলিকৈ ইকুললৈ আহে। আৰু জেতিয়া পণ্ডিতে তাক সোধে হে ৰামজই, ইমান বেলি কিয়' তেতিয়া সি মিচাকৈ, মোৰ বোপায়ে সোন কালে আহিব নি দিএ, কিন্তু মোক বজাৰলৈ পঠিয়াই। কেতিযাবা কেতিয়াবা সি এলাহ কৰি ইকুললৈ নাহে, আৰু পাচ দিনা আহি কই, মোৰ জৰ হৈচিলে, এই নিমিত্তে আহিব নোআৰিলো। পণ্ডিতে তাৰ কথা সুনি পতিয়াই তাক সাস্তি নি দিএ, তাতে মিচা কথা কৈ কৈ ক্ৰমে ক্ৰমে ৰামজই সাহ বাৰ্হি বাৰ্হি গল। সি নে জানে, ইস্বৰে স্বৰগৰ পৰা মোক সদাই দেখি আচে, আৰু মোৰ কথা সকলো সুনে। কেতিয়াবা কেতিয়াবা ৰামজইৰ বাপেকে তাক পইচা দি বজাৰলৈ পঠিয়াই দিএ, কিন্তু সি বৰ দুষ্ট আচিল, আপোনাৰ বাপেকৰ পইচা চুৰ কৰি মিঠৈ কিনি খাই। পাচে আহি কই, আজি বস্তু বৰ মহঙ্গা পইচাই নু জুৰিলে। অলপমান সাক আনিচোঁ। তথাপি তাৰ বাপেকে তাৰ কথা-

ত্তে পতিয়াই তাক শাস্তি নি দিও, এই নিমিত্তে সি মিচা কবলৈ আৰু সাহ পাইচিলে । সি নে জানে, জে ইশ্বৰে মোক সদাই দেখি আচে, আৰু মোৰ সকলো কথা সুনি আচে । পাচে ডাঙ্গৰ হলত ৰামজয়ে দোকান কৰি মানুহক বিস্তৰ ফাঁকি দিবলৈ ধৰিলে, লোনত বালি মিহলাই আৰু আটা গুৰিত পিচা গুৰি মিহলাই কই, ই ভাল আটা গুৰি । কোনো দিনা এজন চাহাব তাৰ দোকানলৈ আহি সুধিলে, এই কলাত দাম কি? ৰামজয়ে দেখিলে, সেই চাহাবে একো নে জানে, নতুনকৈ আহিচে; তাতে সি কলে, হে চাহাব, ইয়াৰ দাম এটকা । চাহাবে তেতিয়াই এটকা দি একাসি কলা লৈ গল । ৰামজয়ে টকা লৈ কলে, এই বেলি বৰ লাভ কৰিচোঁ, কেনে তাক ঠগ কৰিচোঁ; কিন্তু সি নে জানে, ইশ্বৰে স্বৰগৰ পৰা তাক নিতৌ নিতৌ দেখি আচে । অনেক দিনৰ পাচত ৰামজই ম্রিত্যু হল, তাতে ম্রিত্যুৰ দুত আহি তাক নৰকলৈ লৈ গল ।

হে প্রিযবিলাক মিচা কথা কেতিয়াও ন কবা, কিয়নো পৰম ইশ্বৰে কৈচে, মিচা কোআ লোক নৰকৰ জোগ্য হব । জেতিয়া মিচা কথা কবলৈ মন কৰা, তেতিয়া তোমোলাকে সোঁৱৰা, পৰম ইশ্বৰে মোক সদাই দেখি আচে; কিন্তু মিচা কথা কলে ইশ্বৰে তাৰ সাস্তি অৱস্যে মোক দিব ।



নুজিলণ্ডৰ এবিধ মোআ অর্থাত ডেউকা হিন চৰাই
Auteryx of New Zealand

## হিত কথা সকল ।

**Proverbs.**

১ । মিচা কোআ মানুহক কেৱে বিশ্বাস ন কৰে ।

২ । প্রিয় কথাই প্রেম পাবৰ ভবাল হৈচে ।

৩ । ধৰমৰ বাটত কাইট আচে ।

৪ । সমাজত সম্মান পোআটো বৰ ভাগ্যৰ বিসই ।

৫ । লোকৰ নিন্দা কৰিবলৈ আৰু সুনিবলৈ আনন্দ নো হোআ মানুহ দেখা নে জাই ।

৬ । অনেকে সিকাব পাৰে, কিন্তু সিকোআৰ দৰে কাম কৰিব নোআৰে ।

৭ । ধন হলে অহঙ্কাৰি নো হোআ মানুহ পোআ টান ।

৮ । বৰ মানুহৰ কোনো বন্ধু নাই, আৰু বৰ মানুহো কাৰো বন্ধু ন হই ।

৯ । লোকৰ মনটো, এক্কাৰে আৱৰি থকা মহা অৰন্যতকৈ লুকাই থাকে ।

১০ । জি জনে সচা, মিচা বিসেস বিবেচনা ন কৰাকৈ হঠাতে জেই সেই মানুহৰ কথাত বিশ্বাস কৰে, তেঁও ব্রিহস্পতিৰ তুল্য হলেও মানুহালি হব নোআৰে ।

১১ । মই মৰিবই লাগিব এনে ভাবিলে, অহঙ্কাৰ বাঢ়িব নোআৰে ।

১২ । জতেই সৰহ ধুম ধাম, তাতেই অধিক ফাঁকি ।

১৩ । জি মনতে এক ৰূপে কৰিম বুলি ভাবে, কিন্তু আন প্রকাৰে কৰে, অর্থাত পেটত বিহ মুখত অম্রিত, তাক চিনা মানুহৰ অসাধ্য, তাক ইশ্বৰেহে চিনিব পাৰে ।

১৪ । সকলোএ আপোনাক বৰ দেখে, কিন্তু আপুনি কিমান সৰু, তাক নে দেখে ।

১৫ । অনেকে গুৰু হব পাৰে, কিন্তু কোনোএ সিস্য হব নোআৰে ।

১৬ । তলপিয়া মানুহক দুখ দিবলৈ টিল, কিন্তু তাক তুষ্ট কৰিবলৈ বৰ টান ।

১৭ । জি সকলে বলেৰে জিকিব খোজে, সেই সকল নিচেই দুর্বলি ।

১৮ । অহঙ্কাৰি মানুহৰ সখা তিৰোতাও আপোন ন হই ।

১৯ । সচা কথা কোৱা জনৰ কেতিয়াও কতো ভই নাই ।

২০ । নিন্দক মানুহ কাৰো প্রিয় হব নো-আৰে ।

২১ । জগৰিয়া মানুহটো আপোনাৰ মনৰ ওপৰত সদাই জগৰিয়া ।

২২ । সন্তোস মনেৰে মানুহৰ একোৰে৷ অভাও নাই ।

২৩ । ভাল কৰমৰ দোআৰাই হোআ সুখৰ নাও পুন্য, বিসম কৰমৰ দোআৰাই হোআ দুখৰ নাও পাপ ।

২৪ । অহঙ্কাৰটো সকলো পাপৰ বাপেক ।

২৫ । অহঙ্কাৰ ন কৰাকৈ জদি সজ কৰম ন কৰে, তাক ভাল কাম বোলা নে জাই ।

২৬ । আমাৰ হিংসাই আম'ক জিমান অপকাৰ কৰে, হিংসা কুৰিয়া মানুহে আমাৰ সিমান হানি কৰিব নোআৰে ।

২৭ । আমাৰ সক্রুএ আমাক কি কৰিব পাৰে, কেৱল আমাৰ ৰঙ্গেহে আমাৰ সক্রু হৈ আমাক নষ্ট কৰিচে ।

২৮ । মদ (অহঙ্কাৰৰ) ওপৰত মদ (চা-ৰাপ) কত আচে?

২৯ । সকলোএ মিচা ধনত লোভ কৰে সঁচা ধনত লোভ কৰোঁতা নাই ।

৩০ । বিবেচনা কৰি কাম কৰিলে পাচে বেজাৰ পাব নে লাগে ।

৩১ জি মানুহে ভাগ্যৰ কালত সজ স্বভাও হই, সেই জনেই প্রিথিৱিত জথার্থ ৰূপে জস পোৱা হব ।

৩২ । জি, জি মানৰ মানুহ, সি সেই মতেই কার্জ কৰা উচিত ।

৩৩ । মৰম নাই কিয়া সবিল, সবিল ন হই ।

৩৪ । সত্য চিন্তাৰ বাহিৰে জি চিন্তা, সি চিন্তা চিন্তাই ন হই ।

৩৫ । পৰমার্থৰ বাহিৰে সামান্য কথাত জথার্থ সুখ কেতিয়াও ন হই ।

৩৬ । মায়াত মজি থকাতেই কষ্ট ।

৩৭ । সাধুৰ সঙ্গেই সঙ্গ ।

৩৮ । ইন্দ্রিয় দমন কৰা ন হলে ইশ্বৰৰ প্রেম পাব নোআৰে ।                পু. স.

## অচমিয়া ৰজাবিলাকৰ মোহৰ ।

Coins of the .



Rupee of Sworgo Narayon Protap Singh, struck A. D. 160·

শ্রী শ্রী স্বর্গনাৰায়ন দেৱস্য শাকে ১৫৭০ শ্রী শ্রী হৰি হৰ চৰন পৰায়নস্য । অর্থাত শ্রী শ্রী স্বর্গনাৰায়ন প্রতাপ সিংহৰ ৰুপ । সঁক ১৫৭০ । বিষ্ণো, সিৱ, দুইৰো চৰনত পৰি থাকোঁতা ।



Rupee of Chokrodwoj Singh, struck A. D. 1663.

ই কালে, শ্রী শ্রী স্বর্গদেৱ চক্রধ্বজ সিংহ' শাকে ১৫৮৫ । সঁক চালে ১৫৭৫ লিখা জে দেখি, কিন্তু তেতিয়া চক্রধ্বজে সিংহাসনত উঠা নাই । সি কালে, শ্রী শ্রী সিৱ ৰাম পদাৰবিন্দ পৰায়নস্য, অর্থাত সিৱ ৰাম দুইৰো ভৰি ৰুপ পদ্মত পৰি থাকোঁতা ।



Rupee of Chokrodwoj in Ahom Characters, A. D. 1664.

ই কালে, ত্যাও কা চুপুংমুং পিন ত্যাও লাকনি প্লেকদি । তাৰ অর্থ, ত্যাও কা, স্বর্গদেও; চুপুংমুং, চক্রধ্বজৰ আহোম নাম; পিন ত্যাও, ৰজা হোআ । লাকনি, সঁক; প্লেকদি, ৫৬ । হিন্দু মতে, ৰজা হোআ স্বর্গদেও চক্রধ্বজ সিংহ, সঁক ১৫৮৬ ।

সি কালে, কাও, মই; ৰই, লেঙা কৰোঁ, কা তায়া, ৰৰগৰ ইশ্বৰ; কাদু, ৰাম ।



Round Rupee of Supungmung, or Chokrodwoj.

এই ঘুৰনিয়া ৰুপতো সেই আখৰ আচে। অনে ৰুপ পাবলৈ টান; আমি অনেক ঠাই বিচাৰি এটা মাথোন পালোঁ। তেঁওৰ ৰাজ ভোগ ১৫৮৫ সঁকৰ পৰা ১৫৯২ সঁকলৈকে।



Rupee of Godaahor Singh, or Supatpha, A. D. 1682.

ইফালে, ড্যাও চুপাতফা, গদাধৰ দেও; পিন থুন,. মহা ৰজা হোআ: লাকনি ৰাইচান, সঁক ১৪; হিন্দু সঁক, ১৬০৪।

সোঁ ফালে, কাও বই, মই সেৱা কৰোঁ; ফা লেংদন, স্বৰ্গিয় ইন্দ্ৰৰ; কাত্যু, নাম।



Supatpha, Godadhor Singh, A. D. 1682.

এই ৰুপতো একে আখৰ লিখা হৈচে। সেন চৰাইৰ ঠোঁট পিচ ফাললৈ ওলোটাই দিয়া হৈচে।



ইও গদাধৰৰ ৰুপ, কিচু ডাঠ; সিংহ আৰু পখি একে ফালে দিয়া হৈচে। এনে দৰে তেঁওৰ ৰুপ বেলেগ বেলেগ চকলাৰে মৰা হৈচে, কিন্তু সকলোতে একে কথা আৰু একেটা সঁক দিয়া হৈচে। তেঁওৰ ৰাজ ভোগ ১৬০৩ সঁকৰ পৰা ১৬১৭ সঁকলৈকে।



Rupee of Rudro Singh, struck A. D. 1696.

শ্রী শ্রীমত স্বৰ্গদেব ৰুদ্র সিংহস্য শাকে ১৬১৮। শ্রী শ্রী হৰ গৌৰি পদাম্বুজ মধুকৰস্য, অৰ্থাত সিৱ গোসানিৰ চৰন ৰুপ পদুমত ভোমোৰাৰ।



Rudro Singh, King of Soumar, A. D. 1697.

শ্রী শ্রীমত সৌমাৰেস্বৰ দেব ৰুদ্র সিংহস্য। শাকে ১৬১৯। শ্রী শ্রী হৰ গৌৰি পদ জুগল কমল মধুকৰস্য, অৰ্থাত সিৱ গোসানিৰ দুই চৰন ৰুপ পদুমত ভোমোৰাৰ। সিংহ আৰু পহু থকা ৰুপ দুটা মাথোন পালোঁ।



Coin of Rudro Singh, struck A. D. 1708.

এই ৰুপৰ আখৰ প্ৰথমটৰ নিচিনা। ৰুদ্র সিংহে ১৬১৭ সঁকৰ পৰা ১৬৩৬ সঁকলৈকে ৰাজ ভোগ কৰিলে।

## বোধ নাই কিয়া পৰিয়া।

কোনো এটা মানুহে মদ খাই উন্মত হৈ বাটৰ দাঁতিত পৰি আচিলে, এনেতে ৰজাৰ পৰিয়াই আহি তাৰ হাতত ধৰি কলে, বোলে, হেৰ মতলিআ বল, তোক বন্দিসাললৈ নিব লাগে। মতলিয়াই উতৰ দিলে, বোলে, হে অবোধ, জদি মোৰ জাবলৈ সক্তি থকা হলে, তেন্তে মই আপোনাৰ ঘৰলৈ গলোহেঁতেন, তৰিবে খোজ কাঢ়ি তোৰ লগত কেনেকৈ জাম।

## ডিচেম্বৰত লিখা প্রশ্নৰ উতৰ ।

**Answers to Questions in December.**

ডিচেম্বৰ মাহৰ অৰুনোদইত লিখা ১০ প্রশ্নৰ এই এই উতৰ এজন ডেকা পণ্ডিতে আমাক অৰুনোদইত চাপিবলৈ দিচে ।

প্রথম প্রশ্নৰ উতৰ । ৬ মাহৰ মধ্যত সাল গচ, বিসেস বাঁহ গচ ১০ হাত ব্রিধি হই ।

২ । কেঁকোৰা, মাচ, পখিএ, আপোনাৰ জাতিকে খাই; কেঁকোৰাই গিয়াতি খোআ কি কম উপজিএই গৰ্ভত থাকোঁতে মাককে খাই ।

৩ । ভুমৰাৰ হাতৰ সলনি সুণ্ডাক্রিতি সুঙ্গ এডাল আচে ।

৪ । মানুহৰ কামি হাৰ চেপেটা, ও বিস্তিৰ্ন, মাচৰ গোটা ও দিৰ্ঘাকাৰ ৰূপে নিৰ্মিত ।

৫ । মাচৰ নাক চেপেটা, মানুহৰ উচা, বৰ প্রভেদ, আৰু মাচৰ গালেৰে নিস্বাস প্রস্বাস পৰিতিয়াগক, মানুহে নাকেৰেহে তিয়াগ কৰে ।

৬ । মেঘ আহিলে ৰদ নষ্ট হই, এই কাৰনে ঢুকাবৰ সময়ত বৰ তেজস্বি হই, জাদ্রিস চাকিটো নুমাবৰ বেলি ৰবকৈ জলে, সেই দৰে ইও ।

৭ । পাট সাকৰ মৰাপাট, তাৰ দোআৰাই তুলাপাত ।

৮ । কচু পাত ও পদ্ম পাত, এই দুইত পানি পৰিলে নি তিতে ।

৯ । গচৰ ওপৰত বট গচ, ও জৰি, ও আংহত উতপনো হই, ব্রিধিও হই ।

১০ । পঞ্চ ৰূপতা এই, মানুহকো কাটিলে মৰে, গচো চেদনে ম্রিত্যুত্ব পাই, ১ । গচৰো চাল, মানুহৰো চৰ্ম, ২ । মনুস্যৰ অঙ্গ প্রত্যঙ্গ, ব্রিখ্যাদি সাখা পত্রাদি, ৩ । জনৰো বাল ব্রিধ, জুবা, পাদপৰো আচে, ৪ । লোক সকল বিজত উতপন, মহিৰুহাদি গুটিতে জনম, নাইবা মানৰকে চেদিলে ৰক্তোনিৰ্গত হই, সাখাবিলাকৰো সেই দৰে প্রতি খাই তেজ ওলাই ।

ইয়াত বাজে আন আন কোনো সংস্কিত আৰু বঙ্গালিৰে মিহলি কথা লিখিচে, আৰু সংস্কিতৰ মাত লিখাৰ দৰে দিৰ্ঘ ইকাৰ উকাৰ আদিৰে ভাসাৰ মাতো লিখিব দিচে, আৰু আমাত কৈচে, "আনন্দ বৰ্দ্ধক, ও শুদ্ধ, ও সংস্ক্রিত কঠোৰ কঠোৰ শব্দ, এবং গভিৰ ভাব, জ্ঞানৰ নিমিত্ত পদবিলাক শুদ্ধ ও পদ বৰ্ত্তবিলাক শ্রাবনী জনৰ শ্রবন কুহৰে সুৰ্দ স্বৰিত তুল্য হলইতেন, অৰুনোদই নো কি অমুল্য নিধি হলইতেন, কবই নোআৰোঁ, তথাচ বাধৰ দিয়া সোনাৰ ভুবনতে হিৰা পতাৰ নিচিনা হব ।"

**Style and Mode of Spelling.**

কিন্তু আমি কেৱল পণ্ডিতলৈ লিখা ন হই, সকলো মানুহৰ নিমিত্তে লিখিচোঁ । সংস্ক্রিত আৰু ভাসা মিহলি কৰিলে, আমি ভাল নে দেখোঁ; সংস্ক্রিত হলে সুধ সংস্ক্রিতেই খুব লাগে; ভাসা হলে সুদা ভাসা হব লাগে । সংস্ক্রিতত প্রাই সজোগি আখৰ, ভাসাত গোট গোট আখৰ । আগৰ কালৰ মানুহৰ মুখত সংস্ক্রিতৰ সকলো মাত লিখা দৰে ফুটিচিল, এতিয়া প্রাই পণ্ডিতৰ মুখতো নু ফুটে ।

ভাসা লিখোতে, আখৰৰ জিমান জাতি, তিমানহে লিখিব লাগে, একে জাতিৰে দুই তিনি প্রভেদৰ সকাম নাই । জ, য় জৰ, এই দুইৰো একেটা উচাৰন, এই হেতুকে অন্তস্থ য়ৰ বাহিৰে আন য নি লিখোঁ । শ, ষ, স, তিনটাৰে একে মাত, শ্রী শ্রীৰ একো ভেদ নে দেখোঁ, আমি কেৱল সহে লিখোঁ । ন, ণ, আৰু হ্রস্ব দিৰ্ঘতো এই দৰে বুজিবা । ভাসাত বণ নো বোলে, বনহে বোলে, পানী হলে পানি বোলে পাপীৰ ঠাইত পাপি, কূলৰ ঠাইত কুল, সূৰ্য্যৰ ঠাইত সুৰ্জ বা সুৰুজ । আৰু ৰেফৰ পাচত এটা আখৰ দুটাকৈ নু ফুটে, পৰ্ব্বত নো বোলে, পৰ্বতহে বোলে, সৰ্ব্ব, ধৰ্ম্ম, কৰ্ম্ম, মৰ্ম্ম, মুখত নোলাই, সৰ্ব, ধৰ্ম, কৰ্ম, মৰ্ম নাইবা ধৰম, কৰম, মৰম, এই ৰূপে ওলাই । শ্লোক লিখিলে সংস্ক্রিতৰ ভাবেৰে অৱস্যে লিখিব লাগে, ভাসাত হলে আমাৰ দাই ন ধৰিবা । আৰু আমাৰ অৰুনোদইত জদি কোনো কোনো কথা ভাল নে দেখা, তেন্তে তাক এৰি ভাল খিনি গ্রহন কৰিবা; জেনেকৈ শ্লোকত লিখা আচে,

প্রাজ্ঞস্তু জল্পতাং পুংসাং শ্রুত্বা বাচাশুভাশুভা।
গুনবদ্বাচ মাদত্তে হংসঃক্ষীরমিব ম্ভসা ।

অর্থাত পণ্ডিত গিয়ানি মানুহে কথা কোআ লোকৰ ভাল বেয়া বাক্য সুনি গুন থকা বাক্য গ্রহন কৰে; জেনেকৈ ৰাজ হাঁহক পানিএ গাখিৰে মিহলাই দিলে, এঁৱা গাখিৰ বাঁচি খাই, পানি নে খাই । ॥

## প্রশ্নবিলাকৰ উত্তৰ ।

**Answers received from Nowgong.**

আমি জি দহোটা প্রহেলিকা শ্রী পুর্নানন্দ শর্মাৰ দোআৰাই পৰ্হা সাদিৰ পৰা সকলক সোধা শুনিচোঁ, তাতে আমি কোনো কথা সেই প্রশ্নত এটাৰ পাৰিম জেন ভাবি, তেঁওক সেই কথা জনাবলৈ ইচ্ছা কৰিচোঁ। ইয়াতে জি লিখোঁ হই নে, ন হই, আমাক জনাব ।

১ । এই দেসত চ মাহৰ ভিতৰত বাঁহ গচ ১০ হাত্তকৈও ওখ হই ।

২ । কেঁকোৰাই আপোন জাতিকে খাই ।

৩। হাতৰ সলনি ভোমোৰাৰ মুখ ।

৪ । মানুহৰ কামি হাৰ চেপেটা, মাচৰ গোটা ।

৫ । মাচৰ নাক মানুহৰ পৰা বেলেগ আচে; মানুহৰ ওখ, মাচৰ নাক মুৰে সৈতে সমান ।

৬ । আহ্নিক আৰু বাৰ্ষিক, এই দুই গতিৰ দোআৰাই জাৰ আৰু ঘাম হই ।

৭ । মৰা সাকৰ দোআৰাই তুলাপাত কৰে। আন কোনো কোনো দেসত বাঁহ গাজ, কপাহ, এই সকলো কাগজৰ মুল । কিন্তু মিচৰ দেসত পাপিৰচ নামেৰে এবিধ গচেৰেও তুলাপাত কৰে।

৮ । কচু পাত আৰু পদ্ম পাত এইবিলাকত পানি পৰিলেও নি তিতে ।

৯ । ৰঘুমলা, আৰু লতা জৰি, সগুনি লতা আৰু অনেক অনেক লতা ফুল মাটিত মু কলেও আগলাসতে বাৰ্হে ।

১০ । গচ এই ৰূপে জন্তুৰ নিচিনা হই; গচৰ জন্তুৰ নিচিনা সিৰ আচে। সেই সিৰবিলাকে দি সিপাৰ পৰা পানি জাই, সেই পানিৰ দোআৰাই জিপ পাই, গা, চাল, চাঁলবিলাক জৈ কাঠিৰ নিচিনাকৈ বাহি জাই । G. L. P.

## নচৰ উদ্দিন দুত্তিয় মহমদ ।

**The Pathan Dynasty—Naser Uddin Mahomed II.**

জেতিয়া ইলতমসা বাদস্যাৰ বৰ পুতেক বঙ্গালৰ দেসত মৰিল, তেতিয়া তেঁও আপোনাৰ সৰু পুতেক মহমদক জি প্রদেসৰ অধিকাৰ কেৱল নাম মাথোন দিলে । সেই মহমদ আপোন পিত্রিৰ পৰা আঁতৰ হোআত নিৰ্দয়া ৰানিৰ দোআৰাই বন্দি সালত থোআ হৈছিল, আৰু জেতিয়ালৈকে মচউদে মুকলি ন কৰিলে, তেতিয়ালৈকে তেঁও তাতে থাকিল । তেঁও বন্দি সালত বন্ধন হৈ থকা কালত আপোনাৰ খৰচৰ নিমিত্তে চৰকাৰি ধন লবলৈ অসম্মত হৈ আপুনি লিখা পুথি বেচি প্রবৰ্ত্তন কৰিলে । তেঁও জেতিয়া সিংহাসনত উঠিল, তেতিয়া বিদ্যা সিকোআত আৰু লোকবিলাকৰ পালন আৰু দৰিদ্ৰ লোকৰ উপকাৰ কৰোঁতা বুলি আপোনাক প্রখ্যাত কৰিলে ।

উজিৰৰ বাব তেঁও সৰু বালিনক দিলে, আৰু আপোনাৰ ভায়েকৰ পুতেক চেৰক লাহোৰ আৰু তিৰৰহিন্দ, ভটনেৰ, এই তিনি দেসৰ অধিকাৰ পাতি মগলবিলাকৰ নিমিত্তে সেই দেসত বিস্তৰ সৈন্য জুগুত কৰিবলৈ আগ্যা কৰিলে ।

**Marries the Daughter of Balin.**

১২৪৯ সঁকত বাদস্যাই সেই দেসৰ বিৰোধ কৰাবিলাকক দমন কৰিবৰ নিমিত্তে আপোনাৰ উজিৰক সৈন্য সমন্বিত্তে ৰাস্তামপুৰ আৰু মেৱাৰৰ পৰ্বতলৈ পঠালে । আৰু সেই বচৰতে উজিৰে বালিনৰ কন্যা বিবাহ কৰি অতি প্রতাপ কৰিলে । তাৰ পাচৰ বচৰত তেঁও আপোনাৰ সৈন্য লৈ মুলতানলৈ গল, আৰু বৰ বালিনক নগৰ আৰু মুলতান দেসৰ ওপৰত অধিকাৰ পাতি, আৰু নানা বিসই থিৰ কৰিবৰ হেতুকে ৰাজধানিলৈ পুনৰাই উভতি আহিল ।

**Balin rebels against his Emperor.**

এই সকলো অনুগ্রহ পাই বালিনে ১২৫১ সঁকত মহমদৰ অহিতে দ্রোহ আচৰিলে, আৰু সেই প্রদেসতো অনেক দ্রোহ পতালে । মহ-

মদে তাক পৰাজই কৰিলে; কিন্তু সেই কালৰ স্বভাৱৰ অনুসাৰে বালিন মহমদৰ আগত অতি নম্ৰ হলত, তেঁও তাৰ অপৰাধ খেমা কৰি তাক পুনৰ বাৰ আগৰ পদত ৰাখি থলে। বাদস্যা অলপ দিন মাথোন দিলিত থাকি নাৰবাৰ গৰ বেৰিবলৈ গল; সাহৰ গিৰি নামে এক হিন্দু ৰজাই সেই গৰ ওখ পৰ্বতৰ ওপৰত সাজিচিল, আৰু তাৰ চাৰিও ফালে পাঁচ হেজাৰ ঘোঁৰা চিপাহিৰ আৰু দুই লাখ পদাতিৰ দোআৰাই চকি দি ৰখাইচিল। তেঁও মহমদে সৈতে ৰন ধৰি আপোনাৰ বহু সৈন্য নাস কৰাই সেসত পৰাজই হল; পাচে মহমদে সেই গৰ অধিন কৰি ললে। বাদসাই তাৰ পৰা চিন্দৰি আৰু মালোআলৈ গল, আৰু সেই সকলো দেস থিৰ কৰি, তাৰ ওপৰত এজন চুবাদাৰ পাতি পুনৰাই দিলিলৈ আহিল।

**Sheie conquers Gharni.**

.এনে কালত লাহোৰৰ অধিকাৰ বাদস্যাৰ ভতিজা চেৰ বিদ্যা আৰু সাহত অতি খিয়াতিমন্ত হল; তাতে তেঁও ঘোঁৰা চিপাহি জুগুত কৰি মগলবিলাকক গজনিন ৰাজ্যৰ পৰা খেদাই সেই দেস পুনৰ বাৰ আপোন ৰাজ্যৰ লগত মিল কৰিলে। তেঁও মহমদৰ নামেৰে চিকা মাৰি চলালে, আৰু দেসৰ মাজত মহমদ বাদস্যা বুলি প্ৰকাস কৰিলে। এই সকল কৰমত সন্তোস পাই তেঁও ভতিজাকক মুলতান দেস দিলে।

**Balin defeats the Rajputs.**

১২৫৭ সঁকত বাদস্যাৰ আগ্যাত উজিৰে সিয়ালি আৰু ৰান্তাম্পুৰলৈ সৈন্য লৈ গল, কিয়নো সেই ঠাইত হিন্দু লোকে দ্ৰোহ পাতিচিল, আৰু বহু ঘোঁৰা চিপাহি আৰু পদাতি সৈন্য লৈ দেস লুট কৰিচিল। উজিৰ গলত সিহঁতে পৰ্বতৰ গুপুত ঠাইত লুকাই থাকিল, কিন্তু সেই ঠাইতো তেঁও সিহঁতক জই কৰিলে, আৰু সিহঁতৰ মুৰৰ ওপৰত মুল্য ৰাখি চাৰি মাহলৈকে অগ্নি অস্ত্ৰৰ দোআৰাই দেস নষ্ট কৰিলে।

এই ৰজপুতবিলাকৰ অধিকাৰবোৰ খ্ৰিষ্টু কল্প হৈ আপোনাৰ সকলো সৈন্য গোটাই জলৰ সোঁতৰ দৰে পৰ্বতৰ পৰা তৈৰামলৈ নামিল। সিহঁতে প্ৰথমে অতি প্ৰতাপি ৰূপে আক্ৰমন কৰিলে, কিন্তু ৰনৰ মাজ সময়ত সিহঁত অধিক ক্লান্ত আৰু দুৰ্বলি হল; ইয়াতে বাদস্যাৰ সেনাপতিএ আপোনাৰ সৈন্যৰ মাজত সাহ জনমাই সত্ৰুৰ ওপৰত আক্ৰমন কৰিলে আৰু পলোআৰ আগেএ অনেক বধ কৰি সিহঁতক পৰ্বতলৈ খেদাই দিলে, আৰু অনেকক ধৰি বন্দি কৰি ললে, আৰু ভাগ্যৱন্ত সৈন্যবোৰক মৰনলৈকে বন্দি কৰি ৰাখিলে।

**Arrival of an Ambassador from Persia.**

সেই বচৰত পাৰ্চি দেসৰ বাদস্যাহ জজিচখাঁৰ নাতিএকৰ উকিল অৰ্থাত কটকি দিলিলৈ আহিল। উজিৰে আন দেসৰ পঞ্চাস হেজাৰ ঘোঁৰা চিপাহি আৰু দুই লাখ পদাতি, দুই হেজাৰ সমুআ হাতি, তিনি হেজাৰ ঘোঁৰাৰ ৰথ ভৰাদি উকিলক আগ বঢ়াবলৈ গল। তেঁওৰ সমুখত ঘোৰা চিপাহিবিলাকে মিচাকৈ ৰন কৰি নান কিৰ্ত্তি দেখাই আপোনাৰ সকলো ঐশ্বৰ্জ প্ৰকাস কৰি নগৰৰ ৰাজ ঘৰলৈ তেঁওক আনিলে; তাতে সেই ঠাইত অতিসই ঐশ্বৰ্জ ৰূপে বাদস্যাক দৰ্সন পালে।

**Death of the Emperor.**

এই কৰমৰ সমাপত হোআৰ পাচত ১২৬৪ সঁকলৈকে দিলিত আৰু কোনো আচৰিত প্ৰধান কৰম হোআ নাই। সেই সঁকতে বাদস্যাহ নৰিয়া পৰি অনেক মাহৰ পাচত ১২৬৫ সঁকত আপোনাৰ প্ৰজাবিলাকৰ সোক হবলৈ মৰিল।

ন. ল. ক.

---



Coin of Nasir Uddin Mahomed.

সোঁ কালৰ পৰা পুৰ্হা। উল চুলতান উল আজম নাচৰ উদিন মহমদ। এই মহমদ নাম বাঁও ফালে আচে; আৰু ঘোঁৰাৰ মুখৰ আগত, শ্ৰী হমিৰঃ, এই কথা লিখা আচে।

## বান্দৰৰ বিবৰন ।

**Apes, Gibbons and Monkey**

বান্দৰৰ মাজত অনেক জাত আছে। উৰাঙ্গ বা উৰাঙ্গ উতান, চিম্পাঞ্জি, গিবন, এই তিনি বিধ আন কেই জাততকৈ মানুহৰ নিচিনা হই, সেইবোৰকে বন মানুহো বোলে। ওপৰত উৰাঙ্গ উতানৰ আৰু তলত চিম্পাঞ্জিৰ নকচা লিখা হৈছে। উৰাঙ্গ উতানৰ মানুহৰ দৰে কোসে প্রতি বাৰে টা বাৰেটা কামি হাৰ আছে, কিন্তু চিম্পাঞ্জিৰ তেৰেটা আছে। সিবিলাকৰ কঁপাল চাপৰ, মানুহৰ সমান ডাঙ্গৰ ন হই। জাৰ কঁপাল ডাঙ্গৰ তাৰ গিয়ান সৰহ, সৰু কঁপাল হেতুকে বান্দৰৰ গিয়ান নাই। সেই বন মানুহৰ হাত দিঘল, হাত আৰু ভৰিএৰে চাই ঠেঙ্গিয়াৰ দৰে আই, কেতিয়াবা কিহবাত ধৰি থিয়ও হব পাৰে। এই তিনি বিধৰ নেগুৰ নাই।

চিম্পাঞ্জি পচিম আফ্রিকাত বাস কৰে, তাৰ



The Ourang Outang



The Chimpanzee

মত্তাবোৰৰ ওখ তিনি হাত, মাইকিৰ দুহাত এবেগত মান, কোনো চাইত প্রায়ে মানুহৰ সমান ওখ পোআ হৈছে। সিহঁতে জাক পাতি থাকে, আৰু মাইকি পোআলিবোৰ থবলৈ সৰু পজাও সাজি গচৰ পাতেৰে ঢাকে। সিহঁতক জেতিয়া মানুহে ধৰিব খোজে, তেতিয়া বৰকৈ জুধ কৰে, দহোটা মানুহেও এটাক জিকিবলৈ টান; জেতিয়া হিলৈএৰে মাৰে, তেতিয়া সকলোবোৰ তাৰ ওপৰতে পৰে। হিলৈ পেলাই দিলেহে সি ৰখ্যা পাই, সিহঁতে পেলাই দিয়া হিলৈ নি ভাঙ্গি চিঙ্গি থাকে। সিহঁতে জাকেৰে ফুৰোঁতে মানুহক দেখিলে, মৰন তুল্য দুখ পোআৰ দৰে বৰকৈ চিয়ৰে। মানুহৰ দৰে ভালকৈ খোজ কাঢ়ি ফুৰিব নোআৰে, কিন্তু বেগাই গচৰ ডালে ডালে ফুৰি বৰ ভাল পাই।

উৰাঙ্গৰ নিবাস বর্নিও আৰু চুমাত্রা উপদিপ। তাৰ দিঘল প্রাই চাৰি হাত, তাৰ মুৰ ডাঙ্গৰ, কঁপাল খাল, দুইটা চকু প্রায়ে

লগা লগি, নাক নিচৈ চেপেটা, ওঁঠ ডাঙ্গৰ, মুখৰ ওপৰে তলে অলপমান ডাৰি আছে, দেখিবলৈ ভই লগা। সিহঁত মাটিএ বৰকৈ ফুৰিব নোআৰে, কিন্তু বৰ হাবিত ই গচৰ পৰা সি গচলৈ জাঁপ মাৰি বৰ বেগেৰে জাই। চিম্পাঞ্জিৰ নিচিনাকৈ জাক পাতি নে থাকে বুলি কই, গচৰ ওপৰত চাঙৰ নিচিনা বাহ সাজি, গোট গোট হৈ তাতে প্ৰায়ে সদাই ৰহি থাকে। জাবা দিপত থকা তক্তৰ এবেল চাহাবে এটা উৰাঙৰ কথা এই ৰূপে লিখিছে, মোৰ



দখিন আমেৰিকাৰ ৰাও কৰা বান্দৰ।



বাঙ্কা মাজুলিত থকা ভাৰ্চি বান্দৰ।

ঘৰৰ ওচৰত থকা তেতেলি গচত এটা উৰাঙে সৰু ঠালবোৰ চপাই বৈ তাৰ ওপৰত পাত পাৰি তাতে বাস কৰিলে। সি বাহৰ পৰা অলপমান মুৰ উলিয়াই তলৈলে বাটকৰা মানুহক চাই চাই থাকে; তাতে জদি কোনো মানুহক কিবা খোআ বস্তু অনা দেখে, তেতিয়া কিছু পাৰৰ আসাৰে নামি আহে। পাচে সেই তক্তৰ চাহাবে তাক জাহাজত ইংলণ্ডলৈ নিলে। বাটত জাঁওতে সবাৰে বৰকৈ খেমালি কৰি থাকে, কিন্তু তাত থকা গোটা চাৰেক বান্দৰেৰে বৰ

কৰিবলৈ বৰ গক পাতি সিহঁতেৰে নোমলে। এদিন তিনি সৰু বান্দৰ থকা গৰাল বান্দৰে সৈতে সাগৰত পেলাব খুজিছিল। তাক সুমখিৰা টৈদা দেখুআই জদি নি দিএ, তাৰ বৰ ধন্দ হৈ, সি আপোনাকে সাগৰত পেলাব খুজি, আপোন যাতি হোআৰ নিচিনাকৈ দেখাই।

আৰু গিবনৰ অনেক বিধ আছে, তাৰ মাজত সৰুক গিবন, অৰ্থাত হলৌ, চিয়ামেঙ, বগা হতিয়া গিবন, আৰু ৰূপ সুকুলা গিবন।



বৰ্ণিও দিপত থকা কাহাউ বান্দৰ।

নেগুৰ লগা বান্দৰ অনেক জাত আছে, সিবিলাকৰ মাজত কাহাউ কাহাউ বোলা বৰ আচৰিত এবিধ আছে। সিইঁতৰ নাক হাঁতি মুৰৰদৰে কিচু দিঘল, কিন্তু কোঁচ খাই থাকে। সিইঁত "পুআ আৰু গধুলি সদাই ডাঙ্গৰ গচত গোট খাই লৰি লৰি থাকে । হলৌ, হনুমন্ত, আৰু মলুআ হিন্দুস্থান দেসত থাকে । আফ্ৰিকা আৰু মাদাগাস্কৰ দিপত বগা ভিঙ্গিৰা বান্দৰ, ফুটুকি বান্দৰ, সৌজিয়া বান্দৰ, বগা নকিয়া বান্দৰ, এই সকলো বিধ আছে । সৌজিয়া বান্দৰ চেনেগাল দেসতে থাকে, সি দেখিবলৈ সুন্দৰ । গুড হোপৰ ওচৰৰ পৰ্ব্বতত চাকমা নামে এবিধ সকত বান্দৰ থাকে । সি কুকুৰতকৈ দুগুন বলি । সি চৰাইৰ কনি, গচৰ গুটি, বেঁকোৰা বিচাকো খাই । গিনিয়া দেসত মান্দৰিল নামে সকত আৰু গিধানি এবিধ থাকে ।

সাগৰৰ মাজুলিত ডাচি বান্দৰ পোআ জাই । সিইঁতৰ মুৰ ঘুৰনিয়া, নাক আৰু মুখ চুটি, চকু বৰ ডাঙ্গৰ, ঠেঙ্গ আৰু নেগুৰ দিঘল । আই আই বোলা এবিধ মাদাগাস্কৰত আছে । আমেৰিকা দেসত অনেক জাতৰ বান্দৰ আছে, তাত থকা আদি বাসি লোকে মাৰি খাই, কিন্তু সভ্য লোকে তাক সৰু লৰাৰ নিচিনা দেখি খাবলৈ ঘিন কৰে। কিন্তু আমেৰিকাৰ মাজ ঠাই তেহে বান্দৰ থাকে, উত্তৰ কালে জাৰৰ ঠাইত নে থাকে । তাৰ মাজত মকৰা বান্দৰ, মিৰিকি বান্দৰ, আৰু বাও কৰা হলৌ, চাজু বান্দৰ, কাকাজো বান্দৰ, এইবিলাক আছে । আৰু তাত বাজে অতি সৰু সুন্দৰ এবিধ আছে, তাক মাৰমেজত বোলে । তাৰ নোম মিহি আৰু লেপেত, সি বেগতে জাতি হই, সি একে বেলিএ দুই তিনটাকৈ পোআলি জগাই । সিইঁতৰ চিলনি, সাপ আদি অনেক সত্ৰু আছে দেখি সদাই ত্ৰেহে থাকে। এই মাহৰ অৰুনোদইৰ প্ৰথম পিচিত মানুহে তাক হাতত লৈ থকাৰ নকচা দেখিবা. তাৰ তলত মানুহৰ হাতৰ আঙুলি গোলাপ ফুলে সৈতে চিনিৰ পোআ ॥

## মেই, অৰ্থাত জেঠৰ পঞ্জিকা ।

Almanac for May, A. D 1854 Asam Era, 1776 .

| মেই | বহাগ | বাৰ | চন্দ্ৰমাহ | দিনমান | মেই | জেঠ | বাৰ | চন্দ্ৰমাহ | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ২ | ২ | ১৩।২ | ১৬ | ৩ | ৩ | ১৭ | ১৩।২১ |
| ২ | ২০ | ৩ | ৩ | ১৩।৩ | ১৭ | ৪ | ৪ | ১৮ | ১৩।২২ |
| ৩ | ২১ | ৪ | ৪ | ১৩।৪ | ১৮ | ৫ | ৫ | ১৯ | ১৩।২৩ |
| ৪ | ২২ | ৫ | ৫ | ১৩।৬ | ১৯ | ৬ | ৬ | ২০ | ১৩।২৪ |
| ৫ | ২৩ | ৬ | ৬ | ১৩।৭ | ২০ | ৭ | ৭ | ২১ | ১৩।২৫ |
| ৬ | ২৪ | ৭ | ৭ | ১৩।৮ | | | | | |
| ৭ | ২৫ | ১ | ৮ | ১৩।১০ | ২১ | ৮ | ১ | ২২ | ১৩।২৭ |
| ৮ | ২৬ | ২ | ৯ | ১৩।১১ | ২২ | ৯ | ২ | ২৩ | ১৩।২৮ |
| ৯ | ২৭ | ৩ | ১০ | ১৩।১২ | ২৩ | ১০ | ৩ | ২৪ | ১৩।২৮ |
| ১০ | ২৮ | ০ | ১১ | ১৩।১৩ | ২৪ | ১১ | ৪ | ২৫ | ১৩।২৯ |
| ১১ | ২৯ | ৫ | ১২ | ১৩।১৪ | ২৫ | ১২ | ৫ | ২৬ | ১৩।৩০ |
| ১২ | ৩০ | ৬ | ১৩ | ১৩।১৬ | ২৬ | ১৩ | ৬ | ২৭ | ১৩।৩১ |
| ১৩ | ৩১ | ৭ | ১৪ | ১৩।১৭ | ২৭ | ১৪ | ৭ | ২৮ | ১৩।৩২ |
| | | | | | ২৮ | ১৫ | ১ | ২৯ | ১৩।৩৩ |
| ১৪ | ১ | ১ | ১৫ | ১৩।১৮ | ২৯ | ১৬ | ২ | ৩০ | ১৩।৩৪ |
| ১৫ | ২ | ২ | ১৬ | ১৩।২০ | ৩০ | ১৭ | ৩ | ১ | ১৩।৩৫ |
| | | | | | ৩১ | ১৮ | ৪ | ২ | ১৩।৩৬ |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিদ ।

Receipts for the Orunudoi

| | |
|---|---|
| Rev C Hesselmeyer, for 1853, | 2 Rs |
| শ্ৰী বেঞ্জামিন নিমকুচিঙ্গ, ১৮৫৩, | ১৲ |
| শ্ৰী নিধি লিবাই ফাৰোএল, ৫২।৫৩ | ২৲ |
| শ্ৰী বিচু সৰ্ম্মা পণ্ডিত, ১৮৫৪ | ১৲ |
| শ্ৰী চাহনুৰ ওজা, ১৮৫৪ | ১৲ |



THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

বচৰ ৷ মোং শিৱসাগৰ, মেই, ১৮৫৪ ৷ নম্বৰ ৫ ৷

VOL. IX. SIBSAGOR MAY, 1854. NO. 5

## নানা দেসৰ সম্বাদ ।

Journal of Events—One Anna Postage

প্রথম জুন তাৰিখৰ পৰা হিন্দুস্থানৰ মাজত জিমান দুৰৈলে জাওক, তথাপি ডাকত নিয়া চিঠিৰ মাচুল সদাই সমানে এক অনা এক অনা হব বুলি সুনিচোঁ। মহা ৰানিৰ নকচা এক অনাকৈ কিনি সকলো চিঠিত লগাই দিব লাগে।

Work on Agriculture

ক্রিসি দর্পন নামেৰে এটা কিতাপ কামৰূপ জিলাৰ কালেক্তৰ শ্রীজুত কাপ্তান ৰৌলট চাহাবৰ অনুমতিএৰে গুআহাটি নিবাসি শ্রীজুত মুনচি কেফায়ত উলা সদৰ মুনচেফে, অচমিয়া মানুহৰ উপকাৰৰ কাৰনে বঙ্গালি ভাসাৰে ১৮৫৩ ইংৰাজি সঁকত সাজি চাপা কৰিচে। তাত মাটি চাহ কৰা, কঠিয়া লোৱা, আৰু গৰুৰ প্রতিপাল আদি সকলোৰে, আৰু ধান, ঘেঁহু, জ ধান, মটৰ, কুঁহিয়াৰ, লাও আদি সকলো তৰ্কাৰি, কপাহ, পাট, সন, লা, কুহুম, ধঁপাত, তেল আদি সকলো সকলকে লগা আৱস্যক দ্রব্যৰ বিবৰন উত্তমকৈ লিখিচে। হে অচম দেসি লোকবিলাক, তোমোলাকে এলাহ এৰি এই কিতাপ চাই বিতিৰ দৰে খেতি কৰিলে, খেতিৰ দোআৰাই উত্তম ৰূপে প্রবর্ত্তি থাকিব পাৰিবা, আৰু অনেক ধনো পাবা।

Disease among Buffaloes

এই বাত্রা জোৰহাটৰ পৰা আহিচে, এতিয়া সেই কালে মহ, গৰুবোৰ মাউৰ লাগি মৰিচে। তাতে মাউৰত পৰা মহবিলাক প্রায়ে বনৰিয়াৰ নিচিনা, খঙ্গেৰে বলিয়াৰ দৰে হৈ ঘৰচিয়া মহেই মানুহ খুঁচিচে, বনৰিয়াবোৰ আগতকৈও খঙ্গাল হৈচে। জোৰহাটৰ হাজাৰি মৌজাৰ উত্তৰ সিমা জানখনা নদিত অনেক মানুহ গোট খাই পল বাই মাচ মাৰিবলৈ গল। তাতে সকলোএ মাচ মাৰি থকাতে বালিগাঁও মৌজাৰ ধৰম সর্ম্মা বামুন, আৰু খিনাই নামেৰে এটা, এই দুয়ো আগ বাঢ়ি জোআত মাউৰত পৰা বনৰিয়া মহে দেখি নদিৰ গৰাৰ পৰা খেদি গৈ ধৰম বামুনক মূৰেৰে খুন্দা মৰাৰ দৰে মাৰি পঠালে, সি পানিত পৰিল। আৰু তাৰ তত আচিল কাৰনে পানিত বুৰ মাৰি কিচুমান গৈ সি পাৰে ওলাল। মহে তাক নে দেখি খেদি গৈ খিনাইৰ নাইৰ পোনে পেটে দি সিঙ্গ সুমাই তিজিএ দি তুলিয়াই সিঙ্গৰ আগতে তাক দাঙ্গি লৈ আচাৰি আচাৰি থকাত সি তেতিয়াই মৰিল। পল বোআ মানুহবোৰে দেখি হাই দি সকলো খেদি গলত তাক সিঙ্গৰ পৰা পেলাই মহটো হাবিলৈ গল। সকলো মানুহে গোট খাই মৰা খিনাইৰ স তাৰ ঘৰলৈ অনালে, আৰু জোৰহাট থানাতো জনালে। থানাৰ পৰা পুলিচ গৈ মৰাটৰ স আৰু তাক মৰা ঠায়ো চালেগৈ।

Suspicion of Murder.

ৰঙ্গপুৰ বার্ত্তাবহত লিখিচে, এই চত্র মাহত ভাটিৰ কুজৰগঞ্জ থানাৰ ওচৰত এঠাইত এটা পচিমা বলি মানুহ কোনোবাই মাৰি, সেই থানাৰ ওচৰত পেলাই গল। এই কথা দাৰোগাই সুনি সেই ঠাইলৈ গৈ, মৰাটৰ স আনি চাই বিচাৰ কৰাত সটৰ তিজিত হাতিৰ কৰেৰে

এটা বাক্স পালে। আৰু তাৰ ওচৰত হাঁতিৰ খোজ দেখিলে। কোনে কি কাৰনে মাৰিলে, একো বুজিব নোআৰিলে; কিন্তু সেই স হাঁতি-এৰে আনি পেলোআ জেন আন্দাজ কৰিলে। পাচে তাৰ কোনো গুচৰিয়া নোলোআত সৰ্কাৰ বাহাদুৰেই গুচৰিয়া হৈ সেই জিলাৰ প্ৰথম শ্ৰেনিৰ শ্ৰীজুত মাধৱচন্দ্ৰ বসু দাৰোগাৰ নামে তাৰ বিচাৰ কৰিবলৈ হুকুম দিচে।

এই চত্ত মাহৰ ১১ তাৰিখে ৰাতি সেই জিলাৰ চেস্যন আদালতৰ সিৰস্তাদাৰ শ্ৰীজুত চণ্ডি প্ৰসাদ বাবুৰ ঘৰত জুই লাগি, ঘৰ আদি সকলো পুৰিলে আৰু সেই বাবুৰ বন্দি এটাই সুবৰ বেলি তাৰ তিৰোতাৰে সৈতে কিবা দন্দ কৰি ঘৰৰ দুআৰ বান্ধি ঘৈনিএকক বাহিৰ কৰি দি সুলে। তাতে জুই লাগিলত দুআৰ বন্ধা হেতুকে ওলাব নোআৰি সেই মানুহটো পোৰা হৈ মৰিল।

### Suppression of Mopla Murders.

মালাবাৰ প্ৰদেসত মপ্লা নামে এক জাত ডকাইত মানুহ আচে। সিহঁতে কথা বান্ধি গুপুতে আলচ ৰাখি, ই জনে সি জনৰ অপৰাধ খুলিয়াই। সিহঁত মচলমান হোআৰ কাৰনে আপোনাৰ জাতিক বধ ন কৰি ধন পাবৰ নিমিত্তে ধনৱন্ত হিন্দুবিলাকক বধ কৰে। আৰু এনে ডকাইতৰ কৰম কৰোঁতে জদি মৰে, তেন্তে অৱস্যে স্বৰগলৈ জাব বুলি জানে, সেই নিমিত্তে মৰিবলৈ প্ৰাই ভই ন কৰে। এতিয়া সেই দুষ্ট কৰম নিবাৰন কৰিবলৈ গবৰ্নমেন্তে সিহঁতৰ অৰ্থে কঠিন আগ্যা কৰিচে, আৰু জি গাঁৱত এনে মানুহ থাকে, সেই গাঁৱৰ মানুহবিলাকে জদি তাক বাধা কৰি নে ৰাখে, তেন্তে গাঁৱৰবিলাকৰো জৰিমনা কৰিব।

### Cholera in Maisur.

মৈচুৰ প্ৰদেসৰ হুনচুৰ নগৰত ১২ দিনৰ ভিতৰত ৩৭৫ মানুহ মাউৰৰ দোআৰাই মৰিল।

কুৰনাল নগৰৰ পৰা চিপাহিৰ এক পল্টন কলিকতালৈ জাওঁতে মাউৰ লাগিলত কাপ্তান ক্ষাবান চাহাবে ৰখবোৰকে আদি কৰি সকলো বস্তু পুখুৰিত ধুআবলৈ দিলে, আৰু সকলো কাপৰৰ ঘৰ ভাঁতৰ ভাঁতৰ কৰি পাৰিব দিলে। পাচে মাউৰ কম হৈ গুচিবলৈ ধৰিলে।

### Visit of Dulip Singh to England.

পঞ্জাৱ দেসৰ মহা ৰজা ৰঞ্জিত সিঙ্গৰ পুত্ৰ ৰজা দলিপ সিংহ ইংলণ্ডৰ সকলো বিদ্যা ঘৰ আদি দেখিবলৈ ১৯ মাৰ্চত কলিকতাৰ পৰা গল। সেই ৰজাই আগৰ ধৰম এৰি খ্ৰিষ্টিয়ান ধৰম ললে।

### The European War.

এতিয়া ইউৰপত জি ৰন হৈচে, তাতে ৰুচিয়াই সৈতে তুৰ্কি, ইংলণ্ড, ফ্ৰাঞ্চ, এই তিনি ৰাজ্যে জুধ কৰিব। অষ্ট্ৰিয়া আৰ প্ৰুচিয়া কাৰো ফলিয়া ন হই, এনেই থাকিব বুলি মানুহবিলাকে কই।

### Great Exhibition of 1855, in Paris.

১৮৫৫ সঁকত পাৰি নগৰত মহা দৰ্সন কৰিবৰ নিমিত্তে সকলো দেসৰ পৰা বস্তু পঠাই দিচে। ইংলণ্ডলৈ জি ৰূপে আগেয়ে পঠালে, সেই ৰূপে এতিয়া ফ্ৰাঞ্চলৈ হিন্দুস্থানৰ পৰাও সকলো বিধ দ্ৰব্য পঠাব।

### Worship of a Missionary's Tomb.

১৮৩৩ সঁকত পাদুৰি তদ আৰু মেম চাহাবে আমেৰিকা দেস এৰি তামিল লোকক ধৰম সিকাবলৈ হিন্দুস্থান দেসলৈ আহি দেৰিপাতাম নগৰত নিবাস কৰিলে। পাচে ১৮৩৫ সঁকত মেম চাহাব মৰিল, আৰু তাতে তেঁওৰ মৈদাম কৰি ৰাখিলে। তাৰ পাচে পাদুৰি চাহাবে সেই ঠাই এৰিলে। এতিয়া কোনো চাহাবে সেই ঠাইলৈ গৈ বাৰত লোকক তাত সেৱা পূজা কৰি থকা দেখিলে। সেই মৈদামত ভালেমান বস্তু উচৰগ কৰা আচিল, আৰু তাৰ আগত চাকিবোৰো জলি আচিল। কি কাৰনে এই দৰে কৰিচা, চাহাবে সোধাত সিহঁতে বুলিলে, সেই জনি মেম বৰ ধৰমি, এই নিমিত্তে তেঁওক সেৱা পুজা কৰিচোঁ, আৰু তেঁওৰ দোআৰাই অনেক মানুহৰ ৰোগ বৰ আচৰিত ৰূপেৰে গুচিচে, এনে ভালেমান প্ৰমান ওলাইচে। হাই হাই, জি লোকে দেৱতাৰ পূজা বাধা কৰিবলৈ আহিল, অগিয়ানিবিলাকে সেই লোককে দেৱতা বুলি পূজা কৰিচে।

## শিৱ সিংহ আৰু ৰৰ ৰজাৰ মোহৰ।

Coins of Sib Singh, and Queen Phulesworl.



Rupee of Sib Singh, coined A. D. 1715.

শ্ৰী শ্ৰীমত স্বৰ্গদেৱ শিৱ সিংহ নৃপস্য শাকে ১৬৩৭। শ্ৰী শ্ৰী হৰ গৌৰী পদাম্বুজ মধু-কৰস্য।



Quarter Rupee of Sib Singu, coined A. D. 1721.

এই সিকিৰ ওপৰত লিখিছে, শ্ৰী শ্ৰী শিৱ সিংহ নৃপস্য। শাকে ১৬৪৩।



Coin of Queen Phulesworl, A. D. 1724.

শ্ৰী শ্ৰী শিৱ সিংহ নৃপ মহিষী শ্ৰী ফুলেশ্বৰী দেব্যাঃ শাকে ১৬৪৬। শ্ৰী শ্ৰী হৰ গৌৰী পদ পৰায়নায়াঃ।



Coin of Phulesworl, or Promotheswori, A. D. 1726.

শ্ৰী শ্ৰী শিৱ সিংহ নৃপ মহিষী শ্ৰী ফুলেশ্বৰী দেব্যাঃ। শ্ৰী শ্ৰী হৰ গৌৰী পদ পৰায়নায়াঃ শাকে ১৬৪৮।



Coin of Promotheswori, struck A. D. 1726.

শ্ৰী শ্ৰী শিৱসিংহ নৃপমহিষী শ্ৰী প্ৰমথেশ্বৰী দেব্যাঃ। শ্ৰী শ্ৰী হৰ গৌৰী পদ পৰায়নায়াঃ শাকে ১৬৪৮।

এই ৰূপত ফুলেশ্বৰিৰ নাম সলাই প্ৰথমেশ্বৰি নাম লিখিছে। পাৰচি আখৰেৰে লিখা ৰূপত প্ৰমথিশ্বৰি নাম পোৱা জাই।



Coin of Promotheswori, struck at Rongpur, A. D. 1727.

শিৱ সিংহ স্যা চিকা জদ চো মহৰ হুম বেগম প্ৰমথিচৰি স্যা, অৰ্থাত শিৱ সিংহ বাদস্যা, এই চিকা প্ৰমথেশ্বৰি ৰানি মোৰ মোহৰ।

মালুচ মইমনত জলুচ চনে ১৪। জৰ্বে ৰঙ্গপুৰ ১৬৪৯। অৰ্থাত সুভাগ্য ৰাজ ভোগৰ ১৪ বচৰ, ১৬৪৯ শঁকত ৰঙ্গপুৰত মৰা ৰূপ



Coin of Promotheswori, struck at Gorgaon, A. D. 1730.

শিৱ সিংহ স্যা চিকা জদ চো মহৰ হুম বেগম প্ৰমথিচৰি স্যা। মইমনত মালুচ জলুচ ১৫ চনে, জৰ্বে গৰগাঁও, ১৬৫২।



Rupee of Sib Singh, coined (1732) after Phulesworl's death.

শ্ৰী শ্ৰীমত স্বৰ্গদেৱ শিৱ সিংহ নৃপস্য শাকে ১৬৫৪। ১৮। শ্ৰী শ্ৰী হৰ গৌৰী পদাম্বুজ মধু কৰস্য। ফুলেশ্বৰি মহা ৰানি মিত্যু হলত ৰজাই আপোন নামেৰে এই মোহৰ মাৰিলে ভোগৰ বচৰ ১৮, শঁক ১৬৫৪।

## সুবুধি

Good Advice.

জি কোনোএ আপোনাৰ সুখ বিচাৰে, সি অলপ সুখ পাই, আৰু তাকেই নিচ বোলে ।

লুকাই কুকৰম কৰি লোকৰ কেট কেটনিৰ পৰা পলাব পাৰি, কিন্তু আপোনাৰ মনৰ দুখ একআৰ নোআৰি ।

গিয়ানি সকলৰ মনত দুখ নাই, জদি হই তাক ধৌৰ্জ্জেৰে বাধে ।

কিট পতঙ্গক দুখ দি ওমলা ভাল ন হই, তাক দুখ দিয়াত পাপহে হই ।

অধৰম কৰমে সুখ বিনাসে, কিন্তু ভাল কৰমৰ সুখ সদাই থাকে ।

পাপি লোকে অধৰমলৈ ভই ন কৰে, আৰু ইস্বৰৰ বাটো নে দেখে ।

অলপ দুখ সহা আমাৰ উচিত, কিয়নো তাতকৈ বৰ দুখ হলেও সহিব পাৰিম ।

তাক বাপেকৰ সুস্রুসা কৰা আৰু সিইঁতৰ তাবনা সহা ভাল লৰাৰ চিন ।

সিখ্যক আৰু বুঢ়া লোকক আদৰ কৰা সাধু মানুহৰ চিন ।

ওচৰ চুবুৰিয়াৰ লগত জিহত বিৰোধ ন হই, তাক কৰা উচিত ।

ওচৰ চুবুৰিয়াক আপোনাৰ নিচিনাকৈ মৰম কৰা ।

অনুমতি নে পালে লোকৰ পিন বেজি এটাও ন লবা, কিয়নো তেনে কৰিলে তাঙৰ ৰ ক্ষুও চুৰ কৰিবা ।

বেয়া স্বভাও এৰা ।

কাম কৰিবলৈ ধৰিলে তাক এঁটাবা, জদি তাক এঁটাব নোআৰা, তেনে হলে কাম কৰিবলৈ ন ধৰাই ভাল ।

ভূত কালত কোনো কৰম ন হই, আৰু ভবিস্যত কালো আমাৰ ন হই; এই হেতুকে বৰ্ত্তমান কালতে মন দি বিদ্যা সিকি আৰু ইস্বৰক ধন্যবাদ কৰা । তৈঙ্গা কথা কোআ, লোকক হিংসা কৰা, দস্তুৰা মানুহত কাৰো প্ৰেম নে থাকে ।

লোকৰ গুপুত কথা, আৰু পত্ৰ আদি জানিবলৈ কাৰ্বাৰ ন কৰিবা ।

লোকৰ দোস দেখি জেনেকৈ নিন্দা কৰা, আপোনাৰ দোসকো সেই ৰুপ কৰা উচিত ।

আপোনাৰ দোস প্ৰকাস কৰি, লোকৰো দোস ঢাকি ন থবা । ড. ম. ৰ

---

## দুস্টৰ লগত সঙ্গ লোআ ।

Dangers of bad Company.

এক দুস্ট জন জদি সাধু সঙ্গে থাকে,  
সকলোকে নস্ট কৰে সেহি দুস্ট লোকে ।  
খহুআ লোকক সঙ্গ দিলে অনুগতে,  
সকলৰো খহু হই, সিও এহি মতে ।  
গাস্থি পৰা দ্ৰব্য জেন সব নস্ট হই,  
এক দুস্টে সেহি মতে সমুক গুচাই ।  
বহুত আলুৰ মাজে এক পচা থাকে,  
সকলোটি গেলি জাই জেন তাৰ দোসে ।  
ধোবা ধোআ কাপৰত জেন চাই লাগে,  
ক্ৰমে ক্ৰমে কলা হই তাৰ সব ভাগে ।  
সৰিলৰ মাজে জেন সাপে একাঙ্গত  
থালে মানে বিস ধৰে সব সৰিৰত ।  
ইয়াকো জানিবা সৰ্ব লোকে সেহি মত,  
কদাপি দুস্টক সঙ্গ নি দিবা সতত ।  
কিন্তু জাৰ থাকে নিস্টা সত্য ধৰ্ম্মি মন,  
দুস্ট সঙ্গে থাকিলেও হোৱে সজ গুন ।



The Golden Plover.

ইংলণ্ডত থকা সুবৰ্নমই প্লবৰ নামে এক চৰাইৰ নকচা । তাৰ বৰন কলা আৰু হালধিয়া মিহলি, দেখিবলৈ বৰ সুন্দৰ ।



## মহা তিমুৰ বেগৰ আখ্যান ।

Account of Timur Beg, or Tamerlane

১২৪১ সঁকত মগলবিলাকে জঙ্গিচ খাঁৰ এজন পুত্ৰৰ দোআৰাই প্ৰথমে ভাৰত বৰিসক আক্ৰমন কৰিলে, আৰু সেই কালৰে পৰা ১৩৯৮ সঁকত তিমুৰ বেগে আক্ৰমন কৰা কাললৈকে সিবিলাকে মাজে মাজে আক্ৰমন কৰিচিল। কিন্তু অধিক বাৰ আপুনিও পৰাস্ত হৈচিল, তথাপি আপোন দেসৰ নিচিনা ভাৰত বৰ্ষ জি অতি মনোহৰ দেস, তাক পাবলৈ বৰ ইচা কৰিলে ।

তিমুৰ বেগ চেৰজৰ নামে এখান গাঁৱত জনমিচিল। চমৰখণ্ড নগৰৰ পৰা সেই গাঁও ২০ ক্ৰোচৰ আঁতৰত আচিল। সেই ঠাইতে অৰ্থাত বোখাৰা নগৰতে তেঁওৰ পিত্ৰিবিলাকৰো ঠাই আচিল । তাতে তেঁও দহ্‌ হেজাৰ ঘোঁৰা যে নাৰ ওপৰত সেনাপতি ৰাব পাই আচিল তাতে আপোন দেসি তাতাৰবিলাকৰ লগত অতি সাহিয়াল ৰুপে কৰম চলোআত তেঁও ৩৪ বচৰ বয়সত বোখাৰা আৰু কাবোল দেসৰ ৰজা হল । তেঁও উত্তৰ ভাতাৰৰ পৰা সমুদাই পাৰ্চি দেস জই কৰিলে । আৰু জেতিয়া ভাৰত বৰ্ষ লবৰ নিমিত্তে তেঁও ইচা কৰিলে, তেতিয়া মহমদৰ দৰে সকলো মেলুআইবিলাকক গোট খুআই এই ৰুপে সিবিলাকৰ আগত কথা কলে; "মোৰ প্ৰিয় বন্ধু সকল, জেনেকৈ ইৰান আৰু তৌৰান আৰু প্ৰাই সকলো আচিয়া দেস আমাৰ বসিভুত হোআ দেখিচৌ, তেনেকৈ ভাৰত বৰিসো আমাৰ বসিভুত হব হই, এই নিমিত্তে তাৰ দুআৰ আমাটৈ মুকলি

হোআ দেখিচোঁ, আৰু আমি এই সুভাগ্য কালত তাক লবলৈ আমাক সু দসাই মাত্তি আছে। সকলো জগতৰ মাজত মোৰ নাম ভয়ানক ৰূপে চলতি হৈ গৈচে, আৰু মই জদি অলপ গা লৰাঁও, তেন্তে প্ৰিথিবি খন কঁপিবলৈ ধৰিব। এই কাৰনে ভাৰত বৰিসক আক্ৰমন কৰা কাল এতিয়া হৈচে, আৰু জেতিয়া দেস লোআ হব, তেতিয়া মোত বাজে কাকো ৰজা বুলি ন কব। মোৰ প্ৰিয় বন্ধু গন, তোমোলাকে কি ভাবা, এই মহা কৰম জই কৰিবলৈ মোৰ লগৰ সাহিয়াল লগৰিয়া কোন হবা? তোমোলাকৰ সকলোএ এই কথাৰ বিসেস বিসেস কাৰন কোআ।”

১৩৯৮ সঁকৰ মাৰ্চ মাহত তিমুৰে আপোনাৰ সৈন্যে সৈতে চমৰখণ্ডৰ পৰা জাত্ৰা কৰি জি পৰ্বতে কাবোল আৰু বোখাৰাৰ পৰা ভাৰতবৰ্সক বেলেগ কৰিলে, সেই হিন্দু কোচ সোনকালে পালেগৈ। আৰু সেই পৰ্বতবোৰ পাৰ হৈ জাবৰ নিমিত্তে তিমুৰে অতি কঠিন পালে। কিয়নো পৰ্বতৰ মাজে দি কোনো বাট নাসচল, কিন্তু সমুদাই পৰ্বতক হিমেৰে ঢকা হৈ আছিল। সেই কাৰনে কেতবিলাক আমিৰ আৰু সেনাই লেজুৰে পৰ্বতৰ পৰা নামি গল, আৰু কেতবোৰ হিমত পৰি পৰ্বতৰ তললৈ পিচলা খাই বাগৰি গল। কিন্তু সিবিলাকৰ ৰজা তিমুৰক পৰ্বত পাৰ কৰিবৰ নিমিত্তে সিবিলাকে তেঁওলৈ এক বিধ পাচি সাজি তাত ১৫০ হাত তিঘল লেজু মেৰাই তাতে তিমুৰক বহুআলে। পাচে অনেক মানুহে তেঁওক লাহেকৈ তললৈ নমাই দিলে। এই ৰূপে পঞ্চম বাৰলৈকে ওপৰৰ পৰা তললৈ ক্ৰমেৰে নমাই নমাই সেসত পৰ্বতৰ তলি পোআলে। তাতে তিমুৰে এডাল লাখুতিত ভৰ দি জিৰালে, আৰু সেই ৰূপে বহু বাট ভৰিএৰে খোজ কাঢ়ি গল।

এই ৰূপে পৰ্বত পাৰ হৈ জাঁওতে তাত থকা আদি বাসি লোকে তিমুৰে সৈতে জুধ ধৰিলে। সেসত দুয়ো কালৰ কেতবোৰ মৰা হলত তিমুৰে সিহঁতক জই কৰিলে। তাতে তেঁও বৰ সন্তোস পালে, কিয়নো সেই লোকক প্ৰিথিবিৰ কোনো ৰজাই জই কৰা নাই, আৰু মহা সিকন্দৰ বাদস্যায়ো সিহঁতক জিনিব নোআৰিলে।

পাচে সিন্ধু নদি পাই নাৱেৰেই সাঁকো বান্ধি পাৰ হৈ জিলম আদি চেনাব দেসৰ তলম্বা কোঁচ পালেগৈ। আৰু সেই ঠাইৰ পৰা তেঁও বহু সৈন্যক পঠাই মুলতানত বন্দন হৈ থকা তেঁওৰ নাতিএক জেহাংগিৰক মুকলি কৰালে। তাৰ পৰা তেঁও দিলিলৈ জাত্ৰা কৰি জাঁওতে ঠায়ে ঠায়ে লুট কৰি কৰি দিলিৰ ওচৰ পোআত তেঁও ৰনত বন্দিয়াৰকৈ নিয়া লৰা চোআলি মতা মাইকি এক লাখ মানুহ আছিল। কোনো কথাৰ নিমিত্তে একে ঘন্টাৰ ভিতৰত সিহঁতৰ সকলোৰে প্ৰান মাৰিলে।

১৩৯৯ সঁকৰ ৩ জানুআৰিত মহমদ আৰু একবালে ৪০,০০০ হেজাৰ পদাতি, ১০,০০০ হেজাৰ ঘোঁৰা চিপাহি আৰু ১২০ বনুআ হাঁতি লৈ তিমুৰৰ অহিতে জুধ ধৰিবলৈ দিলি নগৰৰ পৰা ওলাই আহিল। সেই হাঁতিবোৰৰ গাৰ চাৰিও কালে লোৰ অস্ত্ৰেৰে আব্ৰিত, আৰু সিহঁতৰ দুয়ো দাঁতৰ মাজত বিস জুক্ত বান আছিল, আৰু তাত বাজেও আন অস্ত্ৰেৰে হাঁতিবোৰ ভুসিত কৰা হৈছিল।

ইয়াকে তিমুৰে দেখি সৈন্যৰ আগত এক সাৰি মহ্ বান্ধি সিহঁতৰ সিঙ্গ আৰু ভৰিতো কাঠৰ ডাল বান্ধি হাঁতি পলাবৰ নিমিত্তে তাত জুই লগাই দিবলৈ আগ্যা কৰিলে।

জুধৰ আৰম্ভন হোআৰ আগেয়ে তিমুৰে ভুমিত পৰি তেঁওৰ জই হবৰ কাৰনে ইশ্বৰলৈ প্ৰাৰ্থনা কৰিলে। তাৰ পাচত সৈন্যৰ মাজত ভেঁৰি বাদ্য আদি কৰি সকলো জুধৰ বাদ্যে সহিতে দুয়ো দলৰ সৈন্যে জুধ ধৰিলে। মগলবিলাকৰ জই অতি বেগতে প্ৰকাস হল। হিন্দুবিলাকৰ হাঁতিৰ আগত জুই নি দিয়াকৈএ পলাবলৈ ধৰিলে, আৰু কেতবোৰৰ সুঁৰ কাটিলত পথাৰত বাগৰি পৰিল। আৰু জি পৰা ক্ৰমি হিন্দুবোৰে আপোনাকে সদাই ৰখ্যা কৰি ফুৰে, সেইবোৰ মাৰিবলৈ নিয়া মেৰৰ নিচিনা হৈ আপোনাক ৰখ্যা কৰিব নোআৰা হল। চুলতান আৰু একবালে নগৰৰ ভিতৰত সোমাল,

আৰু তাৰ পৰা বাতি হাৰিলৈ পলাই গল । তিমুৰৰ পুত্ৰ মিৰ্জা কালিল চুলতান তেতিয়া কেৱল পোন্ধৰ বছৰ বয়সিয়া হৈ তেঁওৰ বাপেকৰ তাম্বু ঘৰলৈ হিন্দুবিলাকৰ এটা বমুআ হাঁতিত থকা সেনাবোৰক মাৰি সেই হাঁতিটো আপুনি বস কৰাই আনিলে । ইশ্বৰে তিমুৰক এনে সাহিয়াল সন্তান দিলে দেখি তেঁও আনন্দেৰে ক্ৰন্দন কৰি ইশ্বৰক স্তুতি কৰিলে । দিলি নগৰ নিবাসি লোকবিলাকে সেই মহা আপদৰ পৰা ৰখ্যা পাবৰ নিমিত্তে বহু ধন দিবলৈ নিৰ্বন্ধ কৰিলে । কিন্তু নগৰৰ সকলো হিন্দু আৰু সিবিলাকৰ লৰা চোআলি আদি সকলোকে নষ্ট কৰা হল; আৰু মানুহক বধ কৰা তেজেৰে ৰাজ বাট বৈ গল । ৰাজ ধানি আৰু দেৱতাৰ মন্দিৰ জুইৰে পুৰি ভস্ম কৰিলে । আৰু জঁগ্যৰ ভেঁটিৰ ওচৰতে বামুন আদি পোৰোহিতবিলাকক বধ কৰিলে । এই ৰূপে সেই মহা সোনিতময় কৰমৰ সমাপত হল ।

দিলিৰ পৰা তিমুৰে ওপৰ গঙ্গালৈ জাত্ৰা কৰিলে, কিন্তু তেঁওৰ ঘৰৰ পৰা কোনো বাত্ৰা আহিলত তেঁও বেগতে আপোন ৰাজ্যলৈ উভতি হিমালই পৰ্বতৰ মাজে দি জাত্ৰা কৰিলে । তেঁও হিন্দুস্থানলৈ প্ৰথমে জাত্ৰা কৰাৰ দিনৰে পৰা পাঁচ মাহৰ মুৰত আকৌ সিন্ধু নদি পাৰ হল ।

ন. ল. ফ.

## জাত্ৰিকৰ জাত্ৰা, ৭ আধ্যা ।

The Pilgrim's Progress, Chapter 7.

এই ৰূপে ক্ৰমে ক্ৰমে পৰ্বতৰ আদ ধন বাটলৈ উঠি গৈ মই উভতি পাচলৈ চাই এজন মানুহ বায়ুৰ দৰে বেগাই মোৰ পাচে পাচে অহা দেখিলোঁ; জি ঠাইত থোপ ঘৰটো আছে, তাৰ ওচৰতে তেঁও মোৰ লগ ধৰিলেহি ।

খ্ৰিষ্টিয়ান । হই, মৰো সেই ঠাইতে জিৰাবলৈ বহিছিলোঁ, কিন্তু অকস্মাতে টোপনিএ ধৰাত মোৰ এই চালৰ মুৰা বুকৰ পৰা হেৰুআইছিলোঁ ।

বিশ্বাসি । প্ৰিয় ভাই, আগেয়ে মোৰ কথা সুনি এঁটোআ, পাচে তোমাৰ কথা কৰা । সেই মানুহে মোৰ ওচৰ পাই বাক্যে কোৰে এক্কে বেলিএই মাৰি মৰাৰ দৰে পেলালে । পাচে একেবি চেতন পাই মই তাক সুধিলোঁ, তুমি এই ৰূপে কিয় মোক মাৰিলা? তাতে তেঁও কলে, তুমি গুপুতে প্ৰথম আদমলৈ মন কৰা, তাৰ কাৰনে মাৰোঁ, এই বুলি আকৌ মৰম তুল্য বুকুত কোৰ দি পাচ কালৈ আগাৰ ধুআই পেলোআত আগৰ দৰে মৰাৰ নিচিনা হলোঁ । অলপৰ পাচে কিছু ভত পাই ম... চিয়ৰি কাকুতি কৰি তেঁওত ক্ষেমা মাগিলোঁ । তাতে মই ক্ষেমা কৰিব নে জানোঁ, ইয়াকে কৈ তেঁও আকৌ কোৰ মাৰি পেলাই দিলে । তাতে আৰু এজন আহি তেঁওক বাধা ন কৰা হলে তেতিয়া নিচয়ে মোৰ অন্ত কৰিলেহেঁতেন ।

খ্ৰিষ্টিয়ান । জি জনে সেই মানুহক নিবাৰন কৰিলে, তেঁও নো কোন?

বিশ্বাসি । প্ৰথমে মই তেঁওক নি চিনিলোঁ কিন্তু পাচে মোৰ ওচৰে দি চলি জোআত তেঁওৰ হাতত কোসতো বিন্ধা দেখি আমাৰ প্ৰভু বুলি বুজিলোঁ । পাচে ক্ৰমেৰে পৰ্বতৰ ওপৰলৈ গলোঁ ।

খ্ৰিষ্টিয়ান । জি মানুহে তোমাৰ পাচে পাচে আহি লগ ধৰিছিল, সেই জন মোচা; তেঁও কাৰো মুখলৈ নে চাই, আৰু জি জিবোৰে তেঁওৰ আগ্যা উলংঘন কৰে, সিইতক ক্ষেমা কৰিবও নে জানে ।

বিশ্বাসি । হই, মই তাক ভালকৈ জানিচোঁ, কিয়নো তেঁও মোৰ লগ পোআৰ সেই প্ৰথম বেলি ন হই; মই ঘৰত নি চিন্ত ৰূপে থাকোঁতে তেঁওহে মোৰ ওচৰলৈ আহি কলে, তুমি জদি এই ঠাইত থাকা, তেন্তে তোমাৰ মুৰৰ ওপৰতে ঘৰ জলাই দিম ।

খ্ৰিষ্টিয়ান । জি পৰ্বতৰ একালে মোচাই তোমাৰ লগ পাইছিল, তাত থকা ঘৰ তুমি দেখা নাই নে?

বিশ্বাসি । হই, তাক দেখিলোঁ, তাৰ আগতে সিংহকো দেখিলোঁ; কিন্তু সিংহ হলে সুই থাকিব পাই, মোৰ মনে এনে ধৰিচে, তেতিয়া দুপৰ মান বেলা আছিল । দিনৰ ইমাৰ

থকা হেতুকে দুঅৰিৰ ওচৰে দি আহি ক্রমে ক্রমে পৰ্বতৰ পৰা নামিলোঁ।

খ্রিষ্টিয়ান। দুঅৰিএ মোত কলে, বিশ্বাসি নামে এজনক এই পোনে জোআ দেখিলোঁ; কিন্তু দেখা ভাই, তুমি সেই ঘৰলৈ জোআ হলে মোৰ বৰ সন্তোস হলাহঁতেন; কিয়নো সেই গিৰিহঁতে তুমি মৰনলৈ জি জি নে পা-ইৰিলাহেঁতেন, এনে আচৰিত সকলো দেখালে-হেঁতেন। কিন্তু মোত কোআচোন, নম্র নামেৰে খালত তুমি কাকো লগ নে পালা নে?

বিশ্বাসি। হই ভাই, অসন্তুসিয়া নামেৰে এটা মানুহক লগ পালোঁ; তাৰ ভুলুআ কথাত মই কান দিয়া হলে সি আপোনাৰ লগত মোক ওভোতাই লৈ গলহেঁতেন। সি এনে কা-ৰন দেখুআলে, এই খাল সকলো ভাৱে মৰ্জতা হিন হৈছে। তাত বাজে সি কলে, তুমি জদি এই খালৰ মাজে দি গৈ, আপোনাকে বলিয়াৰ নিচিনা কৰা, তেন্তে অহঙ্কাৰি, গৰ্ব্বি, পণ্ডিত মানি, আৰু সংসাৰিক ঐশ্বৰ্জ্জৱন্তকে আদি কৰি তোমাৰ জি কুটুম সকল আছে, সিবিলাকৰ কথা ন মনাত সকলোএ বৰ অসন্তুষ্ট হব, ইয়াক মই নিচয়ে জানোঁ।

খ্রিষ্টিয়ান। তুমি তাক কি উতৰ কৰিলা?

বিশ্বাসি। মই উতৰ কৰিলোঁ, তুমি জাৰ জাৰ নাম কৈছা, সিবিলাক সকল জে মোৰ গিয়াতি ইয়াক কব পাৰে; কিয়নো সৰিলৰ সমন্ধেৰে সিবিলাক মোৰ গিয়াতি আছিল হই, কিন্তু এতিয়া মই জাত্রিক হোআত সিবিলাকক জি ৰুপে এৰিলোঁ, সিবিলাকেও সেই ৰুপে মোক অগ্রাজ্য কৰিলে। এই হেতুকে সিবি-লাক কেতিয়াও মোৰ বঙ্গহ নো হোআ হলে জেনে হলহেঁতেন, তেনেকৈ এতিয়া মোলৈ একো ন হই। আৰু মই তাক কলোঁ, তুমি এই খা-লৰ কথা জি কৈছা, সেই দৰে কেতিয়াও ন হই; কিয়নো মৰ্জতাৰ আগেয়ে নম্র ভাও, আৰু পৰাৰ আগেয়ে অহঙ্কাৰ। এই হেতুকে তোমাৰ বিবেচনাত জি জি অতি ইচাৰ জোগ্য, সেই সকলোকে এৰি, গিয়ানৱন্তে জিহকে মৰ্জ-তা মানে, তাক পাবৰ নিমিত্তে এই খালৰ মাজে দি জাবলৈ ইচা কৰোঁ। ॥

## এজনি ধৰমি তিৰি আৰু অধৰমি পুৰুসৰ কথা।

The unbelieving Husband.

“হে তিৰি, তুমি আপোনাৰ স্বামিক পৰিত্রান কৰাব নোআৰিবা, ইয়াক কেনেকৈ জানা?”

ইংলণ্ড দেসৰ এজনি তিৰোতাই ইশ্বৰৰ অনুগ্রহৰ দোআৰাই ধৰমলৈ মন পালটাই উতম খ্রিষ্টিয়ানি হৈছিল, কিন্তু তেঁওৰ স্বামি সংসাৰিক সুখ আৰু পাপ কৰমত অতিসই মতলিয়া হৈ আছিল। সেই মানুহে এক ৰাতিত আন আন দুষ্ট লোকে সৈতে কোনো এক ঠাইত মদ পান কৰিবলৈ বহি, প্রতি জনে আপোন আপোন তিৰোতাৰ দোস গুনৰ কথা কোআ কুই কৰিব ধৰিলে; সেই কালত এই মানুহেও আপোনাৰ তিৰোতাৰ প্রসংসা কৰি কলে, মোৰ তিৰোতা সকলো ভাৱে অতি উতম, কেৱল তাইৰ এই এটি দোস আছে, তাই ধৰমলৈ বৰ প্রিতি কৰে, তাত বাহিৰে একো দোস জগৰ তাইৰ নে পালোঁ। আৰু মই জদি তোমোলাকক ইমান ৰাতিও মোৰ ঘৰলৈ নি, তোমোলাকে খাবৰ নিমিত্তে বস্তু জুগুত কৰিবলৈ তাইক সজ্যাৰ পৰা জগাই আগ্যা কৰোঁ, তেতিয়া তাই মোৰ আগ্যাত বেজাৰ নে পাই, কেৱল সন্তোস মনেৰে তাক নিচয়ে পা-লন কৰিব।

তাৰ সঙ্গিবোৰে এনে কথা সুনি কেৱল উপ-হাস কৰিলে, এই নিমিত্তে সিহঁতে বুলিলে, ইয়াৰ পৰিখা বুজিবৰ কাৰনে তুমি আমাক তোমাৰ ঘৰলৈ নিবৰো সাহ ন হব। তাতে সি সিহঁ-তক আপোনাৰ ঘৰলৈ নিবৰ কাৰনে সন্মত হলত সিহঁতে ইটো সিটো কিচু ধনৰ কথা বান্ধি, দুপৰ ৰাতিএই তাৰ ঘৰলৈ গল। পাচে এজ-নি বেটি চোআলিএ গৰাকি অহালৈ বাট চাই বহি থকা পাই, সেই ঘৰৰ গৰাকিএ তাইক সুধিলে, তোৰ গিৰিহতনি কত আছে? বেটিএ কলে, দেওতা, তেঁও সুই আছে। তাতে সি কলে তই গৈ কগৈ, হেনে অধিকাৰ আহিল, আৰু তেঁওৰ লগত অনেক মানুহক ভোজন কৰাবৰ, নিমিত্তে মাতি আনিছে; এই নিমিত্তে

উঠি ভাত ৰান্ধিবলৈ তেঁও তোমাক মাতিচে । তাৰ পাচে বেটিএ টৈগ গৰাকিৰ কথা কণতে সেই উতম তিৰোতাই সেই কথাত বেজাৰ ন হৈ, বেগতে কাপৰ পিন্ধি ওলাই আহি, অতি সমাদৰ ভাৱে সিইঁতৰ আল পৈচান ধৰিলে ।

পাচে খোৱা বস্তু জুগুত কৰা হলত তেঁও জেনেকৈ আপোন ইচা মনেৰে আপোনাৰ পৰিয়ালৰ সুস্রুসা কৰে, তেনেকৈ ৰাতিও সিইঁতৰ সুস্রুসা কৰিলে । তাতে সেই আলহিবোৰে অতি আচৰিত মানি সেই সাধু তিৰিক বুলিলে, আমাৰ্সে তোমাৰ এনে কোমল বেৱহাৰ দেখি আমি বিস্মই মানিচো, তুমি আমাৰ এই দুষ্ট কৰমত বিৰকতি ন হৈ জে এনে সজ বেৱহাৰ কৰিচা, ইয়াৰ কাৰন কি ? অনুগ্রহ কৰি বোলা । তাতে তিৰিএ এই উতৰ কৰি বুলিলে, জি কালত আমাৰ বিয়া হৈচিল, সেই কালত আমি দুয়ো জনে ইশ্বৰৰ কথাত অগিয়ানি হোআত, তেঁওৰ সেৱা অচা ন কৰি, মিচাতে কাল খেদাইচিলোঁ । এতিয়া ইশ্বৰৰ অনুগ্রহৰ দোআৰাই ধৰমলৈ মোৰ মন পাল টাই সেই দুৰ্গতিৰ পৰা মোৰ প্ৰান ৰখ্যা কৰিচে । কিন্তু মোৰ স্বামি এতিয়াও সেই দুৰ অৱস্থাতে আচে ; এই হেতুকে তেঁওৰ পৰকালৰ গতি কি হৱ, ইয়াকে ভাবি বৰ দুখেৰে থাকিচোঁ, কিয়নো তেঁও এতিয়া জি পথত আচে, সেই পথত চলোঁতেই মৰিলে, তেওৰ অনন্ত দণ্ড হৱ, ইয়াকে মই নিচয়ে জানোঁ । এই হেতুকে মোৰ সক্তি থাকে মানে ইহলোকতে তেঁওক ধৰমলৈ টানি অনা মোৰ অতি উচিত কৰম; এই নিমিত্তে তেঁওৰ আগ্যা মানি তোমোলাকৰ সুস্রুসা কৰিচোঁ । এই সকল উতম কথা সুনি সিবিলাকে অতি বিস্মই মানিলে ।

বিসেসকৈ তেঁওৰ স্বামিএ অতিসই মনৰ উত্তাৰল হৈ বুলিব ধৰিলে, হে প্ৰিয়া, পৰকালত মই জে অৱস্যে অনন্ত কাল ইশ্বৰৰ দণ্ড ভুঞ্জিম, ইয়াক তুমি নিচয়ে বুজিচা নে? জদি এই কথা স্বৰূপ হই, তেন্তে মই আজিৰে পৰা তোমাৰ এই কথাৰ দোআৰাই সকলো কুকৰম তিয়াগ কৰি, জিহতে মোৰ সুমতি হৱ, এনে অনুগ্ৰহ পাবলৈ পৰম ইশ্বৰৰ আগত প্ৰাৰ্থনা কৰিম, আৰু তুমিও মোক কৃপা কৰিবা ।

এই ৰূপে সেই মানুহে সত গিয়ান পাই, সেই কালৰে পৰা দুৰাচাৰ কৰ্ম তিয়াগ কৰি ধৰমি লোক হল, পাচে সিবিলাকে দুয়ো জিৱনৰ সেসলৈকে পৰম সুখে কাল নিয়ালে । হে ধৰমি তিৰি সকল, তোমোলাকৰ কাৰবাৰ জদি অধৰমি স্বামি থাকে তেন্তে তোমোলাকে সেই ৰূপে সজ আচৰন কৰা, তাতে সিবিলাকে তোমোলাকৰ সজ কৰম ৰূপ পহৰ দেখি, তোমাৰ পিত্ৰি ইশ্বৰৰ সেৱা কৰিবলৈ মন পালটন হৱ, কিয়নো ইশ্বৰৰ সাধ্যাতে কোনো কথা অসাধ্য ন হই । ন. ল. ক.

## জ্ঞানী ও গিয়ানি লোকলৈ নিবেদন ।

Philosophical Questions.

হে প্ৰিয় বন্ধু সকল,

আমাৰ দেসৰ মানুহবিলাকে এতিয়া জি অৱস্থাৰে কাল নিয়াইচে, তাক গুনি চোআচোন, আপোনাৰ দেসৰ উপকাৰ চিন্তা তাল । তোমোলাকে অকাৰনত বহি থাকিলে কি হই ? তোমোলাকে ভালকৈ মন দি মোৰ প্ৰস্ন ৮ টা সুন্দৰ ৰূপেৰে কোআ, জদি জানা অৰুনোদইত ছাপিবলৈ পঠাবা ।

প্ৰথম । চৰাইকে আদি কৰি জত জন্তুএ ডিমা অৰ্থাত কনি পাৰে, তাৰ মাক বাপেকৰ পাখি আৰু গাৰ তপতৰ দোআৰাই জে জগে, জুইত সুমাই দিলে কিয় ন জগে?

২ । কি জন্ত তিৰোতা মতা অসংজোগে পুত্ৰৱতি হই?

৪ । বৃষ্টি কি কি প্ৰকাৰ হই, আৰু বৃষ্টি কাৰে দৈতে হই?

৫ । গৰু আৰু মানুহ দুইকো ইশ্বৰে সৃজিলে, তাৰে মানুহত জে গিয়ান দিলে, গৰুত গিয়ান কিয় নি দিলে?

৬ । বৃখ্য, আৰু গৰু, মানুহ সকলোকো

## BOOKS

**FOR SALE AT THE SIBSAGOR MISSION PRESS.**

A few copies still remain on hand of the

**ORUNUDOI MAGAZINE**

for 1850, '51, '52. The whole, cheaply bound in one volume, cloth, forming an excellent

**ASAMESE READING BOOK FOR SCHOOLS**

will be sold at the extremely low price of 2 Rs. per copy. This volume contains the whole of the ancient Asamese Buronji, which was commenced in the August number for 1850. The same, handsomely bound, will be sold for 3 Rs.

The History of PHULMONI AND KORUNA, a new work, especially designed for native Christian females, translated from the Bengali. This work is written in a popular and pleasing style, and appears to have a peculiar charm for native readers. Price per copy 0 4

| | | |
|---|---|---|
| The Orunudoi for 1853 | 1 | 0 |
| Asamese Buronji, by the Tamuli Phukon, paper cover | 0 | 8 |
| Asamese Vocabulary and Phrases | 1 | 8 |
| Grammatical Notices of the Asamese Language | 1 | 8 |
| Asamese Primer, Bare Motora | 0 | 1 |
| First Reading Book, in Asamese | 0 | 3 |
| Asamese Arithmetic, first part | 0 | 2 |
| Ditto second part | 0 | 4 |
| Geography of Asia | 0 | 4 |
| Juvenile Tracts, per dozen | 0 | 4 |
| Ditto. bound in sheep | 0 | 8 |
| Ditto bound in morocco, for presents to scholars | 0 | 12 |
| Book, printed octavo, in sheep | 3 | 0 |
| Ditto. half bound | 2 | 8 |
| Monthly Accounts, for servants, workmen, &c with printed lines, | 1 | 0 |
| Writing Books for Schools, 12 sheets foolscap, each | 0 | 4 |
| Ditto. per dozen | 2 | 4 |
| Small Memorandum Books, each | 0 | 1 |

PRINTING and BINDING neatly executed, and BLANK BOOKS furnished on reasonable terms.

## জুলাই, অৰ্থাত সাওনৰ পঞ্জিকা ।

**Almanac for July, A. D. 1854. Asam Era, 1776.**

| জুলাই | আহাৰ | বাৰ | তিথি | দিনমান | জুলাই | সাওন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৭ | ৬ | ১৩।৪০ | ১৬ | ৩ | ১ | ২৩ | ১৩।৩২ |
| | | | | | ১৭ | ৪ | ২ | ২৪ | ১৩।১৩ |
| ২ | ১৯ | ১ | ৭ | ১৩।৪০ | ১৮ | ৫ | ৩ | ২৫ | ১৩।৩০ |
| ৩ | ২০ | ২ | ৮ | ১৩।৪০ | ১৯ | ৬ | ৪ | ২৬ | ১৩।৩০ |
| ৪ | ২১ | ৩ | ৯ | ১৩।৩৯ | ২০ | ৭ | ৫ | ২৭ | ১৩।২৯ |
| ৫ | ২২ | ৪ | ১০ | ১৩।৩৯ | ২১ | ৮ | ৬ | ২৮ | ১৩ ২৯ |
| ৬ | ২৩ | ৫ | ১১ | ১৩।৩৮ | ২২ | ৯ | ৭ | ২৯ | ১৩।২৭ |
| ৭ | ২৪ | ৬ | ১২ | ১৩।৩৮ | | | | | |
| ৮ | ২৫ | ৭ | ১৩ | ১৩।৩৮ | ২৩ | ১০ | ১ | ২৯ | ১৩।২৬ |
| | | | | | ২৪ | ১১ | ২ | ৩০ | ১৩।২৫ |
| ৯ | ২৬ | ১ | ১৪ | ১৩।৩৭ | ২৫ | ১২ | ৩ | ১ | ১৩।২৪ |
| ১০ | ২৭ | ২ | ১৫ | ১৩।৩৭ | ২৬ | ১৩ | ৪ | ২ | ১৩।২৩ |
| ১১ | ২৮ | ৩ | ১৭ | ১৩।৩৬ | ২৭ | ১৪ | ৫ | ৩ | ১৩।২২ |
| ১২ | ২৯ | ৪ | ১৯ | ১৩।৩৬ | ২৮ | ১৫ | ৬ | ৪ | ১৩।২০ |
| ১৩ | ৩০ | ৫ | ২০ | ১৩।৩৫ | ২৯ | ১৬ | ৭ | ৫ | ১৩।১৯ |
| ১৪ | ৩১ | ৬ | ২১ | ১৩।৩৪ | | | | | |
| ১৫ | ১ | ৭ | ২২ | ১৩ ৩৩ | ৩০ | ১৭ | ১ | ৫ | ১৩।১৮ |
| | | | | | ৩১ | ১৮ | ২ | ৬ | ১৩ ১৭ |

**AGENTS FOR THE ORUNUDOI.**

Subscriptions to the Orunudoi, and payment of all sums due, will be received by the undermentioned individuals, who will act as Agents for the paper in their respective Districts.

*Sibsagor*, REV. S. M. WHITING.

*Nowgong*, REV. M. BRONSON.

*Gowahati*, REV. A. H. DANFORTH.

## অৰুনোদইৰ অৰ্থে ধন পোৱা ৰচিত ।

**Receipts for the Orunudoi—Sibsagor.**

| | |
|---|---|
| J. THORNTON, ESQ. 1853-54 | 10 Rs |
| শ্ৰী ইন্দিবৰ দত্ত, শিৱসাগৰ, ১৮৫১-৫২ | ২৲ |
| শ্ৰীযুত বাবু হৰনাথ বৰুআ দাৰোগা, জোৰহাট, ১৮৫১—৫৪ | ৪৲ |
| শ্ৰীযুত বাবু যাদুৰাম বৰুআ মুনচেফ, গোলাঘাট, ১৮৫১—৫৪ | ৪৲ |
| শ্ৰী জোগেশ্বৰ সৰ্মা পেস্কাৰ, ১৮৫১—৫৪ | ৪৲ |
| শ্ৰী বিলা, ১৮৫১—৫৪ | ৪৲ |
| শ্ৰী দুৰ্গা দত্ত, ১৮৫১—৫৪ | ৪৲ |
| শ্ৰী সোমেশ্বৰ সৰ্মা বৰ পুজাৰি মহৰি, ১৮৫৩-৫৪ | ২৲ |

**Receipts for the Orunudoi—Gowahati.**

| | |
|---|---|
| শ্ৰীযুত বাবু শিব প্ৰসাদ ৰাজ মন্ত্ৰি কোচ বেহাৰ, ১৮৫৩ | ১৲ |

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press.*

# অৰুণোদই

৯ বচৰ। মোং শিৱসাগৰ, জুলাই, ১৮৫৪। নম্বৰ ৭।

VOL. IX. SIBSAGOR: JULY, 1854. NO. 7.

## নানা দেসৰ সম্বাদ।

**Journal of Events—War with Russia.**

ৰুচিয়াৰ ফৌজবিলাকে দানুব নদি পাৰ হৈ তুৰুকিৰ দেসত সোমালহি। নদি পাৰ হওতে তুৰুকিএ জুধ কৰি অনেক মানুহ মাৰিলে।

**Attempt to burn Constantinople.**

কন্‌স্তান্তিনপল নগৰ পুৰিবলৈ ৰুচিয়াৰ কলিয়া কোনো মানুহবিলাকে উপাই কৰাত সিহঁতৰ আলচ বুজ পাই অধিকাৰবিলাকে সেই আপদ নিবাৰন কৰিলে।

কন্‌স্তান্তিনপল নগৰৰ পৰা সকলো গ্রিক লোক গুচি আপোনাৰ দেসলৈ জাবলৈ চুলতানে আগ্যা কৰিলে।

**Attack of the Greeks upon Armora.**

২৩ মার্চ তাৰিখত ৫০০০ মান গ্রিক লোকে তুৰুকি সেনাক আর্মোৰা নগৰৰ পৰা খেদাবলৈ জুধ ধৰিলে। তুৰুকি সেনা ২০০০, বৰ টোপ ১৬ টা আছিল। হিলৈৰে ৩ ঘণ্টা, তৰোআলেৰে তেৰ ঘণ্টা মান জুধ কৰি গ্রিকবিলাকে জিনিলে, আৰু আর্মোৰাৰ ওচৰত থকা এটা গাঁও পুৰি পেলালে। গ্রিক মৰিল ৮০, তুৰুকি মৰিল ২০০০ মান।

**Capture of Odessa.**

এপ্রিল ২২ তাৰিখে ওদেচা নগৰৰ অধিকাৰৰ হাতত চিঠি দিবৰ নিমিত্তে এখন ইংৰাজি জাহাজে বগা নিচান তুলি সেই নগৰৰ ঘাটত সোমাৰ খুজিলে, তাতে ৰুচিয়াই বৰ টোপেৰে গুলিয়াবলৈ ধৰিলে। ইয়াকে দেখি ইংৰাজি আৰু ফ্রান্সিৰ জাহাজ সকলে চাপি আহি ৮ খান সৰু তাপ জাহাজ আগ বঢ়াই নগৰলৈ বম গোলা মাৰিব ধৰিলে। এই ৰূপে দিনটো মাৰি থকাত গধূলি বেলা গোটেই পাৰ নগৰ নষ্ট কৰা হল। আৰু তাত থকা গ্রিক আৰু ৰুচিয়াৰ জাহাজো পোৰা হল। এই জুধত ইংৰাজি ২১ মানুহ গুলিওআ হৈছিল, ৰুচিয়াৰ মৰা খুন হোআ প্রাই চাৰি হেজাৰ হৈছিল।

**Attack of the combined *Fleet* on Sebastopol.**

ওর্দেচাক নষ্ট কৰাৰ পাচে ইংৰাজি, ফ্রান্সি জাহাজে চেবাস্তপল নগৰক জুধ কৰিবলৈ গল সেই নগৰৰ অনেক অনেক বৰ সকত কোঁঠ আছে। এতিয়া তাৰ দুই এক বাহিৰৰ কোঁঠ গুলিয়াই ভাঙিলে, আৰু অলপ দিনত নগৰ খন পাম বুলি জানিলে। পাচৰ তাক আহিলে তাৰ ঠিকনা বুজিম।

**Operations in the Baltic.**

চেৰ চার্লচ নেপিয়ৰে বলতিক সমুদ্রত ৰুচিয়াৰ বমুআ জাহাজবোৰক ভেঁটি ধৰিলে। নানা জাহাজ কেতখনি ভেঁও ললে, কিন্তু বমুআ জাহাজক নে পালে; সেই জাহাজবোৰে পাল তৰি ওলালেহে ভেঁও ধৰিব।

**Pekin besieged by the Insurgents.**

খেহ্ দেসৰ ৰাজ দ্রোহিয়াবিলাকে পিকিন ৰাজ নগৰক বেৰি ধৰি বন্দ কৰিছে; বৰ অলপ কালত পৰাস্ত হব বুলি বাখ্যা দিয়াবিলাকে কই।

Babu Motilal Seal

কলিকতাত ব্ৰাবু মতিলাল সিল মৃত্যু হোআত তেঁওৰ বিধৱা তিৰোতা আৰু পুতেকবিলাকে ২ লাখ মান ৰুপ তেঁওৰ সৱাধত দান দখি না কৰিবৰ নিমিত্তে প্ৰায়ে থিৰ কৰিলে। পাচে বিবেচনা কৰি তাক ভাল নে দেখি, ইস্কুল, হস্পিতাল আদি কৰি উত্তম উত্তম কৰমত সেই সকলো ধন দিবলৈ থিৰ কৰিলে ।

Extraordinary Heat at Gowahati.

গুআহাটিৰ পৰা আমি এই আচৰিত বাত্ৰা পাইচোঁ । ২২ মেই তাৰিখত এটা মানুহে ব্ৰহ্মপুত্ৰ নদিৰ বালিত খোজ কাঢ়ি জাওতে বালি বৰ তপত হোআৰ কাৰনে তাৰ ভৰি ৰৰকৈ পুৰিলত, চেঁচা হবৰ নিমিত্তে ভৰিত পানি বাকি দিলে। পাচে জেতিয়াই পানি বাকি দিলে, তেতিয়াই ভৰি ঢৌআ বান্ধি গল, আৰু তাৰ তিন দিনৰ পাচত সেই বেদনাৰ দোআৰাই মানুহটো মৰিল ।

Fire at Jorhat

১৮৫৪ সঁকৰ ১০ জুন তাৰিখে বেলা ১০ বজা সময়ই জোৰহাট নিবাসি বেপাৰি শ্ৰী লমা কাটাইৰ ঘৰত ভাত ৰন্ধাৰ জুই লাগি ৫০।৬০ টকাৰ মালে সৈতে ঘৰবোৰ পুৰিলে ।

১৭ জুন তাৰিখে ৰাতি ৪ বজা সময়ত জোৰহাটৰ শ্ৰীজুত সমধৰ দাৰোগাৰ ঘৰ মালামালে সৈতে জুই লাগি পুৰিলে ।

Plague among Cattle

এপ্ৰিল মাহৰে পৰা সিৱসাগৰ জিলাত গৰু, মহৰ জহনি লাগি দিনে ৪০।৩০ কৈ মৰিচে, কোনো কোনো ঘৰৰ প্ৰায়ে নাই কিয়া হল । ধৰিও ফালে গাঁৱত মৰাৰ লেখেই নাই । জাৰ ঘৰত গৰু, মহ ২০।৩০ কৈ আছিল, তাৰ ঘৰত দুটা বা চাইটাকৈ আচে । আৰু সাপ, ভেঁকুলি বেঙ, আমৰলি পৰুআ প্ৰভিতি হাবিত মৰিচে ।

Murder of a Child.

জুন মঙ্গল বাৰে বেলা ৮ বজাৰ সময়ই ৰকতা মৌজাৰ বৰ পিয়াল গাঁৱৰ মতৰাম নামে এটা লৰাক সেই গাঁৱৰে গগৈৰাম নামে এটা মানুহে মঙ্গল চোআবলৈ জাওঁক বুলি লগত মাতি নি নঙলা মৰা ঘাটৰ ওচৰৰ চোমনিত ধৰি থামতি দাৰে মতৰামৰ ডিঙ্গিত কোব মাৰি কাটিলে; চিগিবলৈ দু আঙ্গুল মান মাত্ৰ থাকিল । আৰু সি তাৰে কিচুমান তেজ ধৰি খাই ঘৰলৈ উভতি গলত, মতৰামক কভুৱা কাটিলে বুলি গাঁৱৰ মানুহবোৰে বুজি বিচাৰ কৰি চাই, মৌজাৰ সাধনিদাৰ আদিএ গগৈৰামক ধৰি থানালৈ পঠাই দিলে; এতিয়া সোধ পোচ কৰিচে ।

Extraordinary Reports.

১২ জুন তাৰিখে বেলা চাৰি বজাৰ সময়ই সিৱসাগৰৰ বৰ দলৰ কলচিৰ মানে গুলিওআ বিস্কাই, ৰৰকৈ ভাঙ্গ, ধঁপাত খালে জি ৰুপে ধোঁআ হই, সেই ৰুপে ধোঁআ ওলাইচিল । আৰু ইযাৰ অলপ আগতে সৰহ পানিত অলপ গাখিৰ বাকি দিলে জেনে হই, সিৱসাগৰৰ বৰ পুখুৰিৰ পানিবোৰো তিন দিন তেনে বৰন হৈছিল ।

Wonderful Child born at Joiknamdang.

চাপাখানা চাবলৈ অহা গাঁৱলিয়া মানুহ গোটা চাৰেকৰ মুখে এই বাত্ৰা সুনিচোঁ, মেই মাহত জইখামডাঙ্গ খাতৰ ফালে কোনো আহোম মানুহৰ ঘৰত এজনি চোআলি উপজি প্ৰিথিবিত পৰিএই তাই ভাত আৰু পানি খাবলৈ দে বুলি খুজিলে; কিন্তু ভাত নি দিলে, পানি দিলে । সেই ওপজা চোআলিএ তিনি বাটি পানি খাই আৰুও কলে, বোলে, পানি দিলিহঁক, মই খালোঁ, সেই কাৰনে প্ৰিথিবিত আগলৈ পানি নাই কিয়া হল; জদি ভাতো দিলিহেঁতেন, তেন্তে আঁকালতে মানুহ মৰিলহেঁতেন ।

Marriages.

গুআহাটি নগৰত ৫ জুন তাৰিখে শ্ৰীজুত পাদুৰি হেচলমায়ৰ চাহাবৰ দোআৰাই শ্ৰীজুত জে এতচ্ ৰোচ আৰু শ্ৰীমতি মেৰিয়ান কাদোজা, এই দুইবো বিবাহ হৈচিল ।

১২ জুন তাৰিখত শ্ৰীমান চাৰ্লচ তমচ আৰু শ্ৰীমতি বুলবুলি, এই দুইবো শ্ৰীজুত ওআৰ্দ চাহাবৰ দোআৰাই বিবাহ কৰা হল ।



Tiger killed at Sibsagor.

১০ জুন তাৰিখে বেলা ১০ বজা সময়ত। এই সিৱসাগৰ জিলাত আমোলা পটিৰ শ্ৰীজুত হৰনাথ দাৰোগাৰ বাৰিত নাহৰ ফুটুকি এক বাঘ সোমাই থকাত কাউৰিএ ৰমলিযাবৰ দেখি পথাৰত কোৰ ধৰি থকা মধু নামে এক জনে চাবলৈ গৈ ওচৰ পালতে বাঘে খেদি আহি মধুৰ বা বিচনি আৰু মুৰত কামুৰি তাৰ পৰা অন্য বাৰি এখনত সোমালগৈ। পাচে মধুএ চিয়ৰিবলৈ ধৰিলত কাত্তিযা আৰু পুৰন এই দুই জনে খেদি গৈ বাঘ জুমি চাঁওতেই খেদি আহি সিইতকো কামুৰি আচুৰি তাতে সোমালগৈ। এই সম্বাদ জিলাৰ লোকে বুজ পালত পলটনিয়া চিপাহি গোটা চাৰেকে গৈ জোকালত খেদি আহি চিপাহি তিনটাক আচুৰি কামুৰিলত জিলাৰ বৰ চাহাবত এজনা কৰাত বৰ চাহাব আহি ওচৰ পোআতে সেঁকদি আহি হাঁত্তিত ধৰাত দুই গুলিৰ দোআৰাই মাৰিলে।

Completion of the Telegraph from Calcutta to Bombay

এতিয়া কলিকতাৰ পৰা বম্বাইলৈকে ইলেকত্ৰিক টেলিগ্ৰাফ তৈয়াৰি হল।

## আচৰিত কথা বাত্ৰা।

Strange Stories

জুন মাহৰ প্ৰথম তাৰিখ বিৰচত্তি বাৰে সিৱসাগৰ জিলাৰ বৰ বৰুআ আলিৰ দাঁতিৰ কেঁৰা গৰিয়াৰ ঘৰত এটা পাত্তি হাঁহৰ পোআলি জগিল, তাৰ ঠেং চাইটা, দুটা সৰ্ব সাধাৰন ৰুপে, দুটা সৰু আৰু চুঁটি। খোজ কাঢ়োতে দিঘল দুটা ঠেং মাটিত পৰে, চুঁটি দুটা ওপৰতে থাকে, তথাপি ভাল ৰুপে ফুৰিব পাৰে, দেখিবলৈকো পোআলিটি ভাল। আৰু মই তাৰ ঠেং জুখিলোঁ, খোজ কঢ়া দুটা দু আঙুল, আন দুটা ডেঁৰ আঙুল। পাচে তাৰ গিৰিহঁতে সেই পোআলি আপোনাৰ ঘৰত নে ৰাখি লোকক দিলে। কিয়নো সি জানিলে, পোআলিটো মোৰ ঘৰত ৰাখিলে মোৰ বৰ আপদ হব।

হে পাঠক সকল, আপোনা লোকে বিবেচনা কৰি চাওক, ইশ্বৰৰ সৃজন বস্তুৰ মাজৰে সামান্য এটা চৰাই পোআলিএ মানুহক বিঘিনি কৰিবলৈ সি ইশ্বৰিৰ সক্তি পাব নে? কদাচিতো নে পাই, মানুহৰ জি বিঘিনি, আপদ পাপৰ পৰা হই, পাপৰ ফল ও, সেই

কাৰন ইশ্বৰৰ ক্রোধ ৰূপ দ মানুহলৈ প্রকাস হৈছে। তথাপ মানুহে তা ম্নু বুজি অনেক দেৱতা পুজা আদি নানা ৰূপ ভ্রান্তিতে চিন্তা কৰি থাকে। এই কথাত আমি সাহ কৰি কওঁ, এনেবোৰ সামান্য বস্তুৰ পৰা মানুহৰ কোনো আপদ ঘটিব নোআৰে।

বাটৰুআ মানুহৰ মুখে এই এটা আচৰিত কথা সুনিলোঁ, ৰচাৰ পৰা গোটা চাৰেক মানুহ মহঙ্গ হাটলৈ গৈচিল; বাটত জাঁওতে এথান হাৰিত সিইঁতক মাতিবলৈ ধৰিলে, বোলে, হে-ৰৈ মানুহ, এই পোনে আহ। সিইঁতে চাৰিও ফালে চাই একো নে দেখিলে। সেই ৰূপে আকও মাতিলে, তেতিয়া সিইঁতে চাই দেখিলে, জে এজোপা গচৰ তলত এটা বৰ সাপ। আৰু ইঁতে নিলগতে দিঘল হৈ পৰি কলে, বোলে, আমি কেনেকৈ জাম? তুমি খাবা। সাপে উঠি আহি মোক জোখিছি। এই ৰূপে আকও কোআত সাপে তেতিয়া সত্য সপত খাই মাতিলে, বোলে, মই নে খাও, তইঁতে জোখিছি। তেতিয়া তাৰে এটা মানুহ গৈ জুখিলে, তথাপি কিমান হল, তাক ভয়ৰ কাৰনে ঠিকনা কৰিব নোআৰিলে। তাতে সাপে কলে, তইঁতে ঘুৰি আহোঁতে মোৰ এই পোনে জাবিহি। পাচে সিইঁত মহঙ্গৰ পৰা উলটি আহোঁতে সেই পোনেই গলত, সাপে দেখি আকও কলে, বোলে, মোক জোখহি। তেতিয়া আকও গৈ জুখিলে, ১৫ বেঁও পালে।

পাচে সাপে কলে, বোলে, এই বোল দেসত বৰ আপদ হব, কোনো প্রানি ৰখ্যা নে পাব। আৰু গৰু মহ সকলো মৰিব; কেৱল পাঁচ ঘৰৰ মুৰতহে এঘৰ থাকিবগৈ। জদি মানুহে জিয়াই থাকিবলৈ ইচা কৰে, তেন্তে সকলোএ গোট খাই দেও বাৰত সভা কৰোক; তেহে মানুহ ৰখ্যা পৰিব। পাচে সেই মানুহ আহি এইবোৰ কথা আটাইৰে আগত কৈ ফুৰিচে। আৰু তাৰ ঘৰৰ হমু গৰু মানুহ একো হানি হোআও নাই।

সিবসাগৰ জিলাৰ গৰিয়া মানুহ গোটা চাৰেক পৰনি ৰঙ্গপুৰলৈ গৈচিল, তাতে দুটা সাপে সিইঁতক দেখি মাত লগাই কলে, বোলে, তইঁতে আমাক এটা ঘৰ সাজি দে; সিইঁতে সাপে মাতিবৰ দেখি ভই পাই লৰি গুচি আহিল। এই কথাকে ডোম মানুহ গোটা ৰেকে সুনি সাপক ঘৰ সাজি দিঁওগৈ বুলি গৈচিল হমু, তথাপি ঘৰ সাজিলে নে নে সা-জিলে, কব নোআৰোঁ।

মানুহে আপোন ইচাৰে এনে আচৰিত কথা-বোৰ সদাই কৈ কৈ থাকে, বিসেসকৈ এই বেলি গৰু মহবোৰ মৰিবৰ দেখি এনে কথা সবহকৈ ওলাইচে; তাক বিবেচনা কৰি চালেই সঁচা মিচা বুজিব পাৰিব। কিয়নো ইশ্বৰে সাপৰ বা আন জন্তুৰ ৰূপ ধৰি মানুহৰ আ-গত কিবা কব, বা খুজিব, এইটো কদাচি-তো ন হই; ইশ্বৰৰ জি ইচা তাক কোনো প্রানিএ নে জানে, আৰু সেই ৰূপেই হবও। এই জি গৰু, মহ মৰা আদি নানা ৰূপ বিঘি-নি মানুহৰ ওপৰত হৈছে, সি কেৱল ইশ্বৰৰ কোপতহে হৈছে; কিয়নো মানুহে ইশ্বৰৰ বাক্য উলংঘন কৰাতে সকলোবিলাক পাপি হৈ পতিত হলোঁইক; সেই কাৰনে আমাৰ বিঘিনি, দুখ সবহ হই। কু



বনত পৰি থকা পখিলাৰ নকচা।

## জাত্রিকৰ জাত্রা, ৮ আধ্যা ।

The Pilgrim's Progress, Chapter 8.

পাচে মই সমাজিকত চাই দেখিলোঁ, সিবিলা-ক্কে জাঁওতে জাঁওতে বিস্বাসিএ দৈব জোগে এক্কলিয়াকৈ চাই কথকি নামেৰে এজন মানুহক আহি থকা দেখিলে। সেই পোনে বাট বহল হোআত অনেক মানুহ আঁতৰা আঁতৰিকৈ জাবলৈ চাই জুৰিলে, এই হেতুকে সেই মানুহে সিবিলাকৰ পৰা কিচু দুৰৈত চলি আচিল। সি ওখ মানুহ, আৰু ওচৰতকৈ দুৰৈত দেখিবলৈ সুন্দৰ আচিল। তাতে বিস্বাসিএ সেই মানুহক সম্বোধন কৰি কথা বাত্রা হবলৈ ধৰিলে।

বিস্বাসি। হেৰা ভকত, কলৈ জোআ? স্বৰগ ৰাজ্যলৈ জাবলৈ ওলাইচা নে?

কথকি। তালৈকেহে জাঁও।

বিস্বাসি। বৰ ভাল; তেনে হলে আমি তোমাৰ লগত গৈ উত্তম সঙ্গি পাম বুলি মই আসা কৰিচোঁ।

কথকি। মোৰো এনে বৰ ইচা, তোমালোকৰ সঙ্গি হম।

বিস্বাসি। তেনে হলে আঁহা, একে লগে জাঁওঁক; আৰু জি জি কথাত আমাৰ হিত হই এনে কথা কৈ কৈ কাল নিয়াম।

কথকি। তোমাৰে সৈতে বা আনে সৈতে হিত কথা কবলৈ মোৰ বৰ সন্তোস, আৰু এনে উত্তম কৰমত মন দিয়া লোকৰ লগ পোআত মোৰ বৰ আনন্দ আচে। কিয়নো তোমাক স্বৰূপকৈ কৈচোঁ, জাত্রা কৰোঁতে এনে সদ আলাপত কাল নিয়াব খোজা মানুহ নিচয়ে তাকৰ; সৰহ ভাগে জি কথাত একো হিত নাই, তাক কৈ থাকে; ইয়াত মোৰ মনত বৰ দুখ পাঁও।

বিস্বাসি। এয়ে দুখৰ কাৰন হই, কিয়নো স্বৰগত থকা ইস্বৰৰ কথা জি ৰূপে প্রিথিবিত থকা মানুহৰ জিবা মুখৰ সুমৰ জোগ্য, এই ৰূপে আৰু কোন কথা জোগ্য হৈচে?

কথকি। তোমাৰ কথা মই বৰ ভাল পাঁও, কিয়নো তুমি জি কথাটি কৈচা, সেয়েই স্বৰূপ। তাত বাজে মই আৰু এটি কথা কঁও। ইস্বৰৰ বিসয়ে কথোপকথন কৰাৰ সমান সুখ দিঁওতা য়াই।

বা হিত কৰোঁতা কি আচে? আচৰিত কথা সুনাত কোনো মানুহৰ জদি সন্তোস হই, তেন্তে এনে কথাৰ সমান সুখ দিঁওতা কি পাব? কিঃ সেসকৈ বাজহিয়া কথা, ভবিস্যত কালৰ গোপনিয় কথা, অদ্ভুত আৰু আচৰিত কৰম' বিস্বাই মানিব লগা চিন, এই সকলোকে জদি ভাল পাই, তেন্তে পবিত্র সাস্ত্রত জি জি কথা মনোহৰ আৰু সুন্দৰ ৰূপে লিখা আচে, তাৰ সমান সুখ দিঁওতা কথা আন কোন ঠাইৎ পাব?

বিস্বাসি। এইটো কথা সঁচা হই, কিন্তু এনে কথোপকথনৰ দোআৰাই আমি জেন উপকাৰ পাঁও, এইহে আমাৰ প্রধান কাৰ্জ।

কথকি। মই তাকেহে কৈচোঁ, এনে কথোপকথন বৰ উপকাৰি হই; কিয়নো তাৰ দোআৰাই সংসাৰিক কথা জে নিস্ফল, পৰমাৰ্থিক কথা জে সফল, ইত্যাদি সকলোকে বুজিব পাৰে। বিসেসকৈ নতুন জনম আৰু খ্রিস্টৰ পুন্যৰ প্রয়োজন, আৰু আমাৰ কৰম জে অসিধ ইয়াকো মানুহে বুজিব পাৰে। তাত বাজে এনে কথোপকথনৰ দোআৰাই মন পালটন বিস্বাস, প্রাৰ্থনা, বা সহন আদি কি ৰূপে কৰি লাগে, তাকো সিকিব পাৰে। আৰু সুভ বাত্রা কেনে মহা প্রতিগ্যা, আৰু কেনে সান্তনা দিএ তাকো সিকি মানুহে আপোনাৰ মনত বৰ সন্তোস পাই। আৰু তাৰ দোআৰাই মিচা মত দুসিবলৈ, সঁচা মত থিৰ কৰিবলৈ, আৰু অগিয়ানি লোকক উপদেস দিবলৈকো সিকিব পাৰে।

বিস্বাসি। তুমি জি কৈচা, সেই সকলো স্বৰূপ, তোমাৰ মুখৰ পৰা এনে কথা সুনি, মই বৰ আনন্দ পাইচোঁ।

কথকি। হাই হাই, সেই গিয়ান নাই কিয়াৰ কাৰনেহে সৰহ ভাগে পৰম আয়ুস পাবলৈ বিস্বাসৰ প্রয়োজন আৰু আত্মাৰ ভিতৰত অনুগ্রহৰ কৰম, তাৰো প্রয়োজন সে আনি, জি কৰমেৰে স্বৰগ ৰাজ্য কেতিয়াও পাব নোআৰে, এনে বিধানৰ কৰমত নিৰ্বুধিয়ে কাল নি-

বিশ্বাসি। তথাপি তোমাৰ অনুমতি পালে মই এটি কথা কওঁ এই সকলোৰে পৰমাৰ্থিক গিয়ান কেৱল ইশ্বৰে দিয়া হই, মানুহে আপোনাৰ পৰিসম বা কথোপকথনৰ দোআৰাই কেতিয়াও পাব নোআৰে।

কথকি। তাক মই ভালকৈ জানোঁ; কিন্তু নো স্বৰগৰ পৰা দিয়া ন হলে কেৱে একো পাব নোআৰে। অনুগ্ৰহৰ দোআৰাই সকলো হই, কৰমৰ দোআৰাই একো ন হই; এই কথা থিৰ কৰিবলৈ সাস্ত্ৰৰ পৰা এস প্ৰমান দিব পাৰোঁ।

বিশ্বাসি। বাৰু, তেনে হলে আমি জি কথা ধৰি কথোপকথন কৰিম, এনে এটি কথা ধৰাচোন।

কথকি। বাৰু, তোমাৰ জি ইচা; স্বৰ্গিয় কথা বা সংসাৰিক কথা হওক, নিতি বা সুভ বাত্ৰাৰ কথা পৱিত্ৰ বা সামান্য, ভুত বা ভবিস্যত কথা, বিদেসৰ বা স্বদেসৰ কথা, সাৰ বা অসাৰ, জি কি কথাত ধৰিব খোজা, তাক কওঁহক; হিত কথা হব লাগে মাথোন।

এই কথা সুনি বিশ্বাসিএ আচৰিত মানিলে; আৰু খ্ৰিষ্টিয়ান সেই সময়ত অকল সৰিয়াকৈ বুলি জোআ দেখি তেঁওৰ ওচৰলৈ গৈ মনে মনে কলে, চোআ ভাই, আমি কেনে বুধিমন্ত সঙ্গি পালোঁ; তেঁও আমাৰ বৰ উত্তম সগৰ জাত্ৰিক হবগৈ, মই জানিচোঁ।

তাতে খ্ৰিষ্টিয়ানে মিটিকিয়াই হাঁহি বুলিলে, তুমি জাৰ কথাত এইমান ভাল পোআ, সেই মানুহক জেয়ে নে জানে, এনে কুৰি জনকে সি আপোন বাক্যেৰে ভুলাব পাৰে।



পিমিয়া পখিৰ নকল।

## কলিকতাৰ পৰা সপ্ত পত্ৰ।

Seventh Letter from Calcutta.

হে প্ৰিয় বন্ধু সকল,

গিয়ান অভ্যাস কৰাই মানুহ দেহ ধাৰন কৰাৰ সাৰ্থক কৰম, নতুবা কেৱল আহাৰ, নিদ্ৰা, ভই প্ৰভৃতিৰ বসবৰ্ত্তি হৈ থাকিলে, মানুহ আৰু জন্তুৰ মাজত কি প্ৰভেদ থাকে জি গিয়ান বস্তুৰ প্ৰভাৱত মানুহ সকলে এই সংসাৰৰ কৰম সকল উত্তম ৰুপে কৰিব পাৰে, তাক উপাৰ্জন কৰা সকলোৰে উচিত। আৰু জি গিয়ানৰ প্ৰভাৱত মানুহবিলাকে এই অখণ্ড সংসাৰৰ ভাও জনা হই, তাৰ স্ৰিস্তি কৰ্ত্তা পৰম ইশ্বৰৰ মধুৰ প্ৰেম ৰস স্বাদন কৰি, নিত্য আৰু পৱিত্ৰ সুখ সম্ভোগ কৰিব পাৰে, তাক অভ্যাস কৰা সৰ্বতো ভাৱে আমাৰ উচিত। এই গিয়ান থকাৰ নিমিত্তেহে মানুহবিলাকে ইতৰ প্ৰানিতকৈ স্ৰেষ্ঠ হৈছে। এই কাৰনে এনে অমুল্য মানুহ দেহ লৈও জি জনে গিয়ান উপাৰ্জন কৰা নাই, তাৰ জিৱনেই বিফল।

ধন জৌবনৰ গৰ্ব ন কৰিবা মন,
নিমিসতে হৰি নিব, সকলো সমন।
অতএব দুষ্ট ৰিপু কৰাহা দমন,
এনে কাৰ্জ কৰা, জাত লভই গিয়ান।
গিয়ানি লোক পৰলোকে কৰিলে গমন,
তাৰ কিৰ্ত্তি প্ৰিথিবিত কৰই ৰমন।
চন্দ্ৰ, সুৰ্জ, দিপ সিখা, মনি চমত্কাৰ,
নোআৰে নাসিব বিদয়ৰ অন্ধকাৰ।
গিঁয়ানে পাৰে এক্কাৰ গুচাব মনৰ,
গিয়ান বিনে কৰিবাক সাধ্য নাহি কাৰ।

বিদ্যা অভ্যাস কৰাই গিয়ান লভিবৰ দোআৰাই এতিয়া আমাৰ ইংৰাজ দেসাধিকাৰৰ দিনত কোনো কোনো ঠাইত পঢ়া সালি পতা হৈছে; কিন্তু তাত বিদেসি ভাসাৰ পুথি চলোআৰ গুনে লৰাবিলাকে পঢ়িও একো উপকাৰ পোআ নাই। পাদুৰি চাহাব সকলে মিস্যনেৰি পঢ়া সালিত অচমিয়া পুথি পঢ়াইছে; কিন্তু তালৈ সৰহ লৰা, খ্ৰিষ্টিয়ান কৰে বুলি ভয়তে নে জাই। জিবিলাক লৰাই অধ্যাপকৰ তত

সংস্কৃত বিদ্যা পঢ়ে, তেঁওবিলাকেও অত কিঞ্চিত মান পঢ়িয়েই সেই মহা উপকাৰি ভাষা আৰু ন পঢ়ে । আৰু তাৰ পৰা গিয়ান ন জন্মি বৰ্হীকৈ কুসংস্কাৰহে জন্মে । বঙ্গালি ভাষাৰ পুথি চলা পঢ়া সালিত পঢ়ি লৰাবিলাকে পুথি পঢ়িব পৰা, আৰু কচাৰিত লিখা পঢ়া কৰিব পৰা হলেই পঢ়া সালি তিয়াগ কৰে ।

বন্ধু সকল, বিচাৰি চোৱা । জি পবিত্ৰ গিয়ান, এস বচৰ পঢ়িও কষ্টেহে মানুহে অতি কিঞ্চিত পাই, তাক নো আমাৰ দেসি লৰাবিলাকে ওপৰত লিখা দৰে পঢ়িএই উপাৰ্জ্জন কৰিব পাৰে নে? জি সকলে বিদ্যা সিকি গিয়ান উপাৰ্জ্জন কৰিচোঁ বুলি কই, সিবিলাকে মুঠে কোৱাহে সুনা জাই, গিয়ানিৰ দৰে আচৰন কৰিবৰ দেখা নে জাই । তেঁওবিলাকে কেৱল ধন উপাৰ্জ্জনৰ কাৰণহে চেষ্টা থাকে । তাত বিনা আন সময়ত এলাহ আৰু দুৰাচাৰ কৰিএই কাল নিয়াই । কোনো কোনো লোকে ভাৰ্জ্জাৰ সঙ্গ আৰু আপোনাৰ উদৰ পুৰন কৰি কাল নিয়াই । কিন্তু তেঁও বিলাকে নো নে জানে নে, জে পহু, পখি, পোক, পৰুৱা আটায়ে আহাৰ ইত্যাদি কৰে? কেৱল পৰক উপকাৰ কৰিব লাগে, আৰু ঈশ্বৰক ভজিব লাগে, এই দুইৰ গিয়ান থকাতেইহে মানুহৰ ইমান গৌৰও হৈচে । জদি বিদ্যা সিকিও তেঁওবিলাকে এই দুই কাৰ্জ্জ ন কৰে, তেন্তে তেঁওবিলাকে পঢ়াত জিমান কেলেস কৰিলে, সি আটায়ে ভস্মত ঘিউৰ আহুতি দিয়াৰ নিচিনা হল । বঙ্গালিবিলাকৰ সগ পাই, অনেক লোকে এতিয়া মদ খোৱা, বেস্যালয়লৈ গমন কৰা, ইত্যাদি মহা অনাচাৰ কৰম কৰিব লাগিচে । আৰু ব্ৰেথে কাল নিয়াইচে, জননি আৰু জনম. ভুমিলৈ একেৰিও প্ৰেম প্ৰকাস ন কৰে, আৰু "দেসৰ মঙ্গল হওক", এই কথা পাহৰি, অথবা সমাজিকতো নো সোঁৱৰে । কোনো কোনো লোকে কোনো কোনো অবিহিত সাস্ত্ৰৰ প্ৰমান দি, মদ খোৱা প্ৰভিতি পাপ আচৰন কৰে । কিন্তু এই সকল কৰম অতি গৰ্হিত, কিয়নো তাৰ পৰা মানুহৰ সুখ হবাৰ দুৰৈত থাওক, ইহকাল আৰু পৰকালতে দুখহে পাব, সংসই নাই । গিয়ানিৰ নিচিনা আচাৰ ন কৰি কেৱল অগিয়ানিৰ দৰে আচাৰ কৰি তেঁওবিলাকে আপোনাৰ ভৰিত আপুনি কুঠাৰ মাৰিচে । হাই হাই! এই সকল আচৰন নো কেতিয়া আমাৰ দেসৰ পৰা গুচিব

অচম দেসৰ আন ঠাইতকৈও গুৱাহাটি নগৰত অত্যন্ত অসৎ আচাৰবিলাক নিত্যে নিত্যে চলিব লাগিচে । এই কথা পৰাপৰ আৰু সুনি মনত বৰ অসন্তোস পাইচোঁ । কিয়নো গুৱাহাটি ৰাজধানি ঠাই, তাতে জদি এনে দুষ্টাচাৰবিলাক প্ৰবল হল, তেন্তে আন ঠাইত নো কেলেই ন হব! হাই হাই! ইয়াৰ পৰা নো আৰু সোক দিব পৰা কিবা বিসই আচে নে! এই সকল দুৰাচাৰ গুচাই অলপ দিনতে পৰমেশ্বৰে আমাৰ এই দেস পবিত্ৰ কৰোক । হে অচম দেসি বন্ধু সকল, তোমোলাকে গিয়ান উপাৰ্জ্জন কৰিবলৈ জতন কৰা, কিয়নো গিয়ান ন হলে সকলো মিচা । দেসৰ উপকাৰ জিহতে হই, তাক কৰা । জিহতে দেসৰ পৰা দুৰাচাৰ সকল গুচে, তাকে কৰা । সেসত আৰু একেৰি কথা কঁও সুনা । আমাৰ দেসৰ পৰা উপকাৰি এজন প্ৰধান বিচাৰ কৰ্ত্তাই এবেলি আমালৈ এই বুলি এখন পত্ৰ লিখিচিল,যে "অচমিয়া লোক সকলৰ পৰা বিদ্যা বিসয়ে কোনো ভাল আসা কৰা, আৰু সুন্যত ঘৰ কৰা দুয়ো সমান কথা ।" হাই হাই! ইয়াতকৈ নো আন কিবা দুখৰ কথা আচে নে? এতেকে তোমোলাকে গিয়ান লভিবলৈ উপাই কৰা ।

এজন অচমিয়া লোক ।

কলিকতা, ২৬ এপ্ৰেল, ১৮৫৪ ।

---



## নামান নামেৰে এজন কুঠিয়া ভাল হোআৰ কথা ।

**Healing of Naaman the Leper.**

চুৰিয়া দেসৰ ৰজাৰ এজন সেনাপতি নামান আপোনাৰ গৰাকিৰ আগত অতি মান্যৱন্ত মানুহ আচিল; কিয়নো তেঁওৰ পৰাক্রম আৰু বুধিত্তে ৰজাৰ বিৰোধ হোআ সকলোকে জই কৰিচিল । কিন্তু সেই মানুহ জনৰ সৰিলত কুঠ ৰোগ আচিল । কোনো সময়ত চুৰিয়াবোৰে ইস্ৰাএলবিলাকে সৈতে ৰন কৰি সিহঁতৰ দেসৰ পৰা এজনি জুবতি কন্যা ধৰি আনিচিল । পাচে নামানৰ তিৰোতাই সেই কন্যাক কিনি আপোনাৰ দাসি কৰিচিল । সেই বেটিএ নামানৰ দুৰ্গতি দেখি আপোনাৰ গিৰিহঁতনিক কলে, বোলে, ইস্ৰাএল দেসত এলিস্যা নামেৰে এজন ভবিস্যত বক্তা আচে; তেঁওৰ ওচৰলৈ গলে আমাৰ গৰাকি ভাল হব পাৰে । পাচে কন্যাৰ সেই কথা সুনিলত্তে নামানে ইস্ৰাএল দেসৰ এলিস্যাৰ ওলৈ জাবৰ নিমিত্তে জোৰ আগত নিবেদন কৰিলে । পাচে নামানে জোৰ অনুমতি পাই ভেঁটিৰ নিমিত্তে সোন, ৰূপ, ভাল কাপৰ, এই সকলোকে লৈ ৰথত উঠি গল ।

পাচে নামানে ইস্ৰাএল দেস পাই এলিস্যাৰ ঘৰ বিচাৰি তেঁওৰ দুআৰৰ মুখত ৰথ ৰাখিলে । তাত্তে এলিস্যাই এটা মানুহ পঠাই সোধালে, কিহৰ কাৰনে আহিচে? তাকে এলিস্যাক জনালে । পাচে এলিস্যাই কৈ পঠালে, বোলে, য়ৰ্দান নদিত সাত বাৰ স্নান কৰা, তাত্তে তুমি ভাল হবা । এই কথা সুনি নামানে খঙ্গ কৰি বুলিলে, বোলে মই মনত ভাবিচিলোঁ, তেঁও আপুনি আহি মোক আপোনাৰ ইস্বৰৰ নাম লৈ ভাল কৰিব; কিন্তু তেনে ন কৰি এটাৰ মুখে এক নদিত স্নান কৰিবলৈ কৈচে তাত্তে মোৰ কি হব? আমাৰ দেসত জানো য়ৰ্দানতকৈও ভাল নদি নাই; সেই ঠাইত্তে স্নান কৰিব নোআৰিম নে? এনে কথা কৈ নামানে খঙেৰে পৰিপূৰ্ন হৈ গুচি গল । পাচে তেঁওৰ দাসবোৰে আহি তেঁওৰ আগত কলে, হে দেও, এলিস্যাই আপোনাক সকত্ত কৰম কৰিবলৈ কোআ হলে তাক কৰিলেহেঁত্তেন । তেনে হলে অতি ঢিল কৰম জি স্নান, তাক আপুনি কিয় ন কৰিলে? তেতিয়া নামানে গৈ এলিস্যাৰ আগ্যাৰ দৰে কৰি য়ৰ্দানত সাত বাৰ বুৰ মাৰিলে । তাত্তে তেঁওৰ সৰিল তেতিখনে লৰাৰ সৰিলৰ নিচিনা কোমল আৰু সুচি হল । পাচে তেঁওৰ লগৰবোৰে সৈত্তে এলিস্যাৰ ওলৈ উভতি গৈ তেঁওক বুলিলে, আপোনাৰ ইস্বৰ জি জন, তেঁওৰ সমান প্রিথিবিৰ মাজত আন ইস্বৰ নাই । মই নিবেদন কৰোঁ, আপুনি কিচু ভেঁটি গ্রহন কৰোক । কিন্তু এলিস্যাই কলে, মই একো লব নোআৰোঁ ।

পাচে নামান গুচি গৈ অলপমান দুৰ পাঁওত্তে এলিস্যাৰ পৰিচাৰক গেহাজি আপোনাৰ অধিকাৰৰ হুকুম নো পোআকৈ নামানৰ ওচৰলৈ লৰি আহি, লোত্ত কৰি তেঁওত কলে, বোলে, এতিয়া আমাৰ গৰাকিৰ ঘৰলৈ দুজন ভকত্ত আহিচে, আপুনি অনুগ্রহ কৰি সিবিলাকৰ নিমিত্তে এগাগৰি ৰূপ আৰু দুই জোৰ কাপৰ দিওক । পাচে নামানে কলে, বোলে, দুই গাগৰি নিয়া । পাচে সেই দুই গাগৰি ৰূপ আৰু দু সাজ কাপৰ দুটা বন্দিৰ হাতত নামানে দি কলে, তোমোলাকে ইয়াক এলিস্যাৰ ঘৰত থৈ আহা । পাচে গেহাজি ঘৰলৈ আহি সেই ৰূপ আৰু কাপৰ বন্দিৰ হাতৰ পৰা লৈ আপোনাৰ গৰাকিক একো ন কৈ সিহঁতক বিদাই কৰিলে । পাচে তাৰ গৰাকিৰ লগত দেখা দেখি হলত্ত তাক সুধিলে, বোলে, তুমি কলৈ গৈচিলা? গেহাজিএ কলে, বোলে, মই কলৈকো জোআ নাই । এলিস্যাই বুলিলে, তুমি নামানৰ ৰথৰ ওচৰলৈ গৈ লগ পাঁওত্তে মোৰ মনো তোমাৰ লগত্তে আচিল । এই হেতুকে নামানৰ জি ৰোগ আচিল, সেই ৰোগ আজিৰ পৰা তোমাৰ সৰিলত হব । তাত্তে তেত্তিখনে গেহাজিৰ গোটেই সৰিলত কুঠ ৰোগেৰে পুৰ হল ।

হে মোৰ প্রিয়বিলাক, মানুহে আপোনাৰ

মনৰ লোভৰ কাৰনে কিমান দুৰ অৰম্ভাত পৰে, তাক আমি সকলোএ আপোন আপোন মনত বিবেচনা কৰিব লাগে । আমাৰ স্বভাবিক অনেক বেয়া স্বভাও আচে, তাৰ দোআৰাই অনেক লোকৰ বাটত জাই । সেই গেহাজি হলে আপোনাৰ গৰাকিৰ বিৰোধে পাপ কৰি সৰিলত কুঠ ৰোগৰ ভাগি হল । আমিও জদি সেই ৰুপে লোভ, গঁৰু, খঙ, ক্রোধ, হিংসা, খিয়াল আদি কৰম কৰি পৰম ইশ্বৰৰ আগত মহা পাপ ৰোগেৰে পিৰিত হৈ অনন্ত কাল নৰকত পৰি থাকিব লাগিব, তাৰ পৰা আমাক কোনোএ ৰখ্যা কৰিব নোআৰে । এতিয়া কাল থাকোঁতে জদি পৰম ইশ্বৰত আস্রই লৈ সকলো পাপ কৰম তিয়াগ কৰি তেঁওক বিস্বাস কৰি তেঁওৰ চৰনত সকলোকে সোধাই দিঁও, তেনে হলে সেদত আমাক উধাৰ কৰিব । নু.

## ৰাজেশ্বৰ সিংহৰ সোন ৰুপৰ মোহৰ ।

Gold and Silver Coins of Rajeswor Singh



Ahom Rupee. struck by Rajeswor Singh, A. D. 1751

স্যাও চুৰমফা পিন থুন, অৰ্থাত মহা ৰজা হোআ চুৰমফা । হিন্দু নাম, ৰাজেশ্বৰ সিংহ । লাকনি ৰাইচিন্না, অৰ্থাত সঁক ২৪, হিন্দু মতে ১৬৭৩ ।

সেঁা কালে, কাও ৰই ফা লেংদন কাত্মা, অৰ্থাত স্বৰগত ইন্দ্রৰ নাম লৈয়া কৰোঁ ।



Gold and Silver Coin of Rajeswor, A. D. 1752.

চুলতান চো খুৰসোদ মাহ্ চিকা জদ এঁই আলম পনা শ্রী ৰাজেশ্বৰ সিংহ । অৰ্থাত চন্দ্র সুৰ্জৰ নিচিনা এই চিকা মোহৰ মাৰিলে, পৃথিবি চাঁয়া কৰোঁতা শ্রী "ৰাজেশ্বৰ সিংহ নৃপ" তান ।

সেঁা কালে, মালুচ মইমানত ১৬৭৪ চমে জলুচ জবৰ ৰঙপুৰ । অৰ্থাত ১৬৭৫ সকত সুভাগ্য ৰাজ ভোগৰ বচৰত ৰঙপুৰত কৰা ৰুপ



Rupee of Rajeswor Singh, struck A. D. 1753.

শ্রী শ্রী স্বৰ্গদেৱ শ্রী ৰাজেশ্বৰ সিংহ নৃপস্য শাকে ১৬৭৫ ।

সেঁা কালে, শ্রী শ্রী হৰ গৌৰী চৰন কমল মকৰন্দ মধুকৰস্য । অৰ্থাত সিৱ দুৰ্গাৰ চৰন ৰুপ পদুমৰ মধু পান কৰা তোমোৰা ।



Rupee in Nagari Characters, struck A. D. 1753.

নাগেৰি আখৰ । শ্রী শ্রী স্বৰ্গ দেৱ শ্রী ৰাজেশ্বৰ সিংহ নৃপস্য শাকে ১৬৭৫

সেঁা কালে, শ্রী শ্রী মহেশ্বৰি চৰন কমল মকৰন্দ মধুকৰস্য । অৰ্থাত গোসানিৰ চৰন ৰুপ পদুমৰ মধু পান কৰা তোমোৰা ।



Quarter Rupee, coined A. D. 1754.

শ্রী শ্রী ৰাজেশ্বৰ সিংহ নৃপস্য শাকে ১৬৭৬ ।



Quarter Rupee in Assamese and Nagari Characters, struck A. D. 1760.

শ্রী শ্রী ৰাজেশ্বৰ সিংহ নৃপস্য শাকে ১৬৮১ । ৰাঁও কালে অচমিয়া আখৰ, সোঁ কালে নাগেৰি ।



Rupee in Persian Characters, struck A. D. 1763.

এই আখৰ সি পিঠিৰ ১৬৭৪ শঁকৰ ৰুপৰ নিচিনা। শঁক মাথোন সৰিল। ইয়াত লিখা শঁক ১৬৮৫।



Rupee coine‘’ A. D. 1764.

এই ৰুপৰ আৰৰ ওপৰত থকা ১৬৭৫ শঁকৰ ৰুপৰ নিচিনা। ইয়াৰ শঁক ১৬৮৬।



Half Rupee of Rajeswor Singh.

এই আধলিত লিখিচে, শ্ৰী শ্ৰী ৰাজেশ্বৰ সিংহ নৃপস্য।

সি ফালে শ্ৰী শ্ৰী শিৱ পদ পৰায়নস্য। শঁক লিখা নাই



Quarter Rupee of Rajeswor, coined A. D. 1767.

এই সিকিত লিখিচে, শ্ৰী শ্ৰী ৰাজেশ্বৰ সিংহ নৃপস্য শাকে ১৬৮৯।



Quarter Rupee, in Persian Characters.

এই সিকিত পাৰচি আখৰেৰে লিখিচে, শ্ৰী শ্ৰী ৰাজেশ্বৰ সিংহ। সেঁা ফালে, বাদস্যা গাজি, অৰ্থাত মহা ৰজা।



Two Anna Coin of Rajeswor Singh.

এই আদ মহিয়াত লিখা আচে, শ্ৰী শ্ৰী ৰাজেশ্বৰ সিংহ নৃপস্য। ।

## চৰাপুঞ্জি মোকামৰ বিবৰন ।

Account of Cherra Punji.

চৰাপুঞ্জি মোকামৰ কিচু কথা নিবেদন কৰিব খোঁজো; আমাৰ দেসৰ অচমিয়া প্ৰিয় বন্ধু সকলে ভালকৈ জু নে পাই, এই নিমিত্তে সিবিলাকক জনাঁও।

এই চৰাপুঞ্জি জিলা থন বৰ পৰ্বতৰ ওপৰত। চাৰিও ফালে পৰ্বত, মাজত তৈয়ামৰ নিচিনা সমান ঠাই। আন্দাজ ১০০ পুৰা মান মাটি হব। তাতেই চাহাব লোকে লগা লগিকৈ ৫০ টা মান বঙ্গলা সাজিচে, সেই বঙ্গলাবোৰ সুন্দৰকৈ সজাইচে, দেখিবলৈ বৰ ভাল। সেই ঠাই জাৰ কি জহ সদাই চেঁচা, তাক চাহাব লোকে বৰ ভাল পাই। তাৰ সিলৰ পানি বৰ চিকন বগা, ফট ফট কৰে। ১০০ হাতৰ তলত জি পৰে, তাকো দেখা জাই। আৰু পেটলৈকো বৰ ভাল, মানুহে জদি দিনটত ৫ বাৰ খাই, তেও জিন জাই। আৰু তাৰ বতাহ বৰ ভাল, মানুহৰ গাত বল সক্তি হই। তাত সদাই জি মানুহ থাকে, তাৰ ৰোগ বিয়াধি একো নাই। সেই কাৰনে অনেক দেসৰ পৰা চাহাব লোক হাৱা খাবলৈ তালৈ আহে। আৰু আন দেসত নৰিয়া পৰি ভাল ন হলে সেই ঠাইলৈ আহিলে ভাল হই; আৰু চত মাহৰে পৰা অনেক দুৰ দেসৰ চাহাব মেম আহি তাত থাকেহি, আহিন কাতি হলে পৰ্বতৰ পৰা নামি জাই।

সেই ঠাইত আহিন কাতিৰ পৰা হিম পৰে, আঘোন পুহ মাহত এহাত এমুঠনকৈ ভাঠ হৈ বগা হৈ থাকে, ভৰি দিলে মচ মচ কৰে ভাগে। আৰু বহাগ মাহৰ পৰা বৰ বৰষুন পৰে, ৰাতিএ দিনে নেৰে, মাহৰ ভিতৰত এদিন কি দু দিনহে সুৰ্জ দেখা জাই। তাত বৰ বতাহ, জাৰ গৰম কাপৰ ন হলে থাকিব নোৱাৰি। আৰু সেই নগৰৰ প্ৰতি বঙ্গলাই ১০। ১২ টাকৈ জুই সাল আচে, সেই জুই সাল বোৰত দিনে ৰাতিএ জুই জলি থাকে; আৰু তাত এবিধ সিলৰ এঙ্গাৰ পাই অৰ্থাত নাগ মাটি তাৰেই জুই লগাই, তাত বান্ধি খাই।

সেই এন্দাৰৰ দাম ১০০ মোনত ৮ টকা ৰূপ, তাৰ ৰৰ পৰ্বত আছে। আৰু তাৰ প্ৰতি বঙ্গলাই ১০।১২ জনকৈ চাহাৰ মেম থাকে, কোনো কোনো বচৰত ইমান চাহাৰ হয়, জে থাকিবলৈ বঙ্গলাই নাটে।

সেই নগৰত এটা সুন্দৰ গির্জা ঘৰ আছে, আগেয়ে তাত পাদুৰি গাৰ্ডিন চাহাৰ আছিল, এতিয়া তেঁও কলিকতালৈ গল। তেঁওৰ মুৰে গুআহাটিৰ শ্ৰীযুত পাদুৰি ব্ৰেণ্ড চাহাৰ হৈছে; তেঁও বচৰেকত ৪ মাহ সেই গির্জা ঘৰতে গির্জা কৰেগৈ। প্ৰতি ৰবি বাৰে গির্জা ঘৰত চাহাৰ, মেম তিনি চাৰি কুৰি মান গোট খাই। আৰু তাতে এক পল্টন লুকিয়ৰ চিপাহি আছে, সেই চিপাহিৰ অধিকাৰ শ্ৰীযুত কৰ্নেল লিষ্টৰ চাহাৰ, তেঁৱেই সেই নগৰৰ পলিটিকল এজেণ্ট কাম কৰিচিল। তেঁও বৰ ভাল চাহাৰ, তেঁও কাৰো অহিত নি চিন্তিচিল, সৰু বৰ আটাইকে সমান দেখিচিল! তেঁওক সেই দেসৰ পৰ্বতিয়া মানুহে বৰ ভাল পাইচিল। তেঁওৰ এতিয়া সৰিলত কিছু ৰোগ হৈ ফেবৰুআৰি মাহত চুটি লৈ বিলাতলৈ গল। তেঁও সেই নগৰত থাকি বৰ ভাল পাইচিল, আন্দাজে তাত ২৫ বচৰ মান আছিল, আৰু তেঁওক পৰ্বতিয়া মানুহে ভই কৰিচিল। কিন্তু তেঁও জোআত খাচিয়াবোৰে বৰ বেজাৰ অপমান কৰিলে। এতিয় তেঁওৰ মুৰে শ্ৰী শ্ৰীযুত কৰ্নেল জেঙ্কিন্স ৰৰ চাহাৰ চৰাপুঞ্জিৰ অধিকাৰ হৈছে, তেঁও বচৰেকত এবাৰ দৌৰা কৰিব; তেঁও এতিয়া গুআহাটিৰ শ্ৰীযুত হডচন মেজেষ্টৰ চাহাবক সেই জিলাত থৈছে, জিলাৰ সোধ পোচ কৰিবলৈ। সেই দেসৰ মানুহে খাজনা নি দিএ, তাত খেতি কৰিবও নোআৰে; সিলৰ নিমিত্তে, তাত কি লভ্য হয়, তাক কঁও সুনা। বিলাতি আলু, কচু, কলকিয়া, এদা, সুমথিৰা টেঙ্গা, মৌ জোল, তামোল, পান, এবিধ খাচিয়া খান হয়, আমি তাক কোজা মনি বোলোঁ। তাৰ সিইঁতে মদ খাই, ইয়াত বাজে একো দ্ৰব্য উত্তপন ন হয়। সত্তে ধান, চাউল নামৰ পৰা কিনি আনি খাই। চৰাপুঞ্জিৰ দখিনে আৰু পুৰে চিলট চাতক দেস, সেই দেসৰ পৰা ধান আদি কিনি নিএ। চৰাপুঞ্জি দেসৰ মানুহবোৰক খাচিয়া বোলে, সেই মানুহবোৰ দুখকাৰি সিইঁতে মুৰত বোজা এক মোনতকৈ অধিক লয়।

তালৈ চাহাৰ লোক।ক আমাৰ ই মানুহ জোআ অহা কৰাত, খাচিয়া মানুহেই নতুন তাৰ বোজা নিএ; কিন্তু সিইঁতে দিনটত চাৰি অনা লয়, তিৰোতাই হলে, তিনি অনা লয়। আৰু সিইঁতে মিচা কথা ন কয়, বৰ সঁচা মানুহ; লিখা পৰ্হা একো নে জানে, পূৰ্বৰে পৰা পুথি প্যাথি একো নাই, ধৰম সাস্ত্ৰৰ কথাও একো কব নোআৰে। সিইঁতে কোন ইশ্বৰক পুজে, তাকো সে জানে। এতিয়া পাদুৰি যুইচ চাহাৰ আহি ৪।৫ বচৰৰ পৰা ধৰম সাস্ত্ৰ দেখাইচে, আৰু সিকাইচে। সিইঁতৰ খাচিয়া মাতেৰে ইংৰাজি আখৰেৰে ধৰম সাস্ত্ৰৰ নতুন কিতাপ তৈয়াৰ কৰাই সিইঁতক পৰ্হাইচে। সিইঁত এতিয়া বৰ ভাল মানুহৰ নিচিনা সেল জাই। আগেয়ে সিইঁত বৰ অসভ্য আছিল। কিয়নো কাপৰ পিন্ধিবই নে জানিচিল, এতিয়া লিখা পৰ্হা সিকি গিয়ান পাই ভাল ৰূপে কাপৰ পিন্ধি সভ্য হৈছে। আৰু খাচিয়া মানুহবোৰ বগা, দেখিবলৈকো সুঅনি, সিহঁতৰে কেতবোৰে দু কুৰি আৰ্হৈ কুৰি কৈ দৰমহা খাই কেচাৰিৰ আমোলা মহৰি কাম কৰিছে।

আৰু সিইঁতে তিৰোতা বিবাহ কৰি আপোনাৰ ঘৰলৈ অনা দস্তুৰ নাই, আমাৰ জেনেকুআ কোনো মানুহৰ কেও কিছু ন হলে চোআলিৰ ঘৰত ঘৰ জোঁআই সোমাই, তেনেকুআ সিইঁতৰ দস্তুৰ। আপোনাৰ ঘৰলৈ চোআলিক আনিব নোআৰে, আৰু চোআলিৰ মাক বাপেকেও এৰি নি দিএ, সিইঁতৰ এই দস্তুৰ বেয়া। কিয়নো আমাৰ হলে ডাঙৰ হৈ আপোনাৰ বৃদ্ধ মাক বাপেকক খুআই, সিইঁতৰ হলে সহৰ সাহএকক খুআই, জদি চোআলিৰ মাক বাপেক নাই, তেন্তে লোককে খুআ ই, তেও আপোনাৰ ঘৰলৈ নানে। সিইঁতৰ মানুহ মৰিলে নে কান্দে, সোক সন্তাপো ন কৰে,

কিন্তু বৰ্হাকৈ বৰ তামচাহে কৰে; কন্দা সিইঁতৰ বেয়া বোলে। মানুহ মৰিলে সিইঁতৰ গিয়াতি কুটুমক চপাই বৰকৈ ভোজ ভাত খুআই; নাচ তামচা কৰি, আমাৰ হিন্দু মানুহক জেনেকৈ পোৰে, তেনেকৈ সিইঁতেও মৰাটো কাঠ সংস্কাৰ কৰে। আৰু সিইঁতৰ মৰা মৰিলে গিয়াতি কুটুম চপাই ভোজ ভাত খুআব নোআৰে মানলৈকে মৰাটো নো পোৰে, কিন্তু পেট ফালি নাৰি ভুঁৰু উলিয়াই মচলা মুমাই সুকাই থই; জেতিয়া ভোজ ভাত দিব পাৰে, সেই দিনাই বৰ তামচা কৰি পোৰে। সিইঁতৰ আন একো পুজা কৰা দস্তুৰ নাই। আৰু সিইঁতৰ নচা দস্তুৰ ভাল, আন দেসৰ নিচিনা অবাদ্য গিত নে গাই। সিইঁতৰ তিৰোতাবোৰে নচাৰ এক দস্তুৰ, আন দেসৰ নিচিনা হাত ভৰি দাঙ্গি নে নাচে, কেৱল চিকন কাপৰ পিন্ধি একে থিৰে থিৰ হৈ ভৰি টিপি টিপি নাচে, ভৰি দুটা নিলগ হব নোআৰে। আৰু লইতে সাৰি সাৰি হৈ নাচে, দেখিবলৈ বৰ চন্দৰ। নচাৰ সময়ত হাঁহিব মাতিব নোআৰে, তুহিন হৈ থাকে। মুনিহবোৰে বেলেগ হৈ নাচ, আৰু দা, জাঠি, ঢাল, তৰোআল লৈ খেৰাই। তথাপি তিৰোতাৰ নচা ঠাইলৈ জাব পাৰে, সিইঁতৰ লগত নাচিবও পাৰে, কিন্তু মাত বোল কৰিব নোআৰে; কেৱল গিতহে গাব পাৰে। আৰু এটা আচৰিত কথা দেখিলোঁ; সিইঁতৰ নচা ঠাইৰ মাজত দু কুৰি বা আৰৈ কুৰি হাত দিঘল ভলুকা বাঁহ এডাল তিতৰত ফোঁপোলা কৰি তাত জিমান তেল ধৰে তিমান ভৰাই তাৰ আগত দহ বা কুৰি টকা ৰুপ বান্ধি সেই বাঁহ ডাল নচা ঠাইৰ মাজতে পোতে, আৰু তাৰ বাহিৰেও তেল ঘঁহে। পাচে এটাই মানুহবোৰত কই, বোলে, এই বাঁহ ডালৰ আগলৈ জেয়ে উঠিব পাৰিব, সেয়ে বাঁহৰ আগত বান্ধি থোআ ৰুপ নিব পাৰিব। পাচে বহু ডেকা মানুহবোৰ উঠিব খোজে, তথাপি এহাতো উঠিব নোআৰে; বাঁহ ডালৰ গোটেই গাই তেল বৈ থাকে, বাঁহত ধৰি উঠিব খুজিলে পিচলি আহে। পাচত এটা ডেকা মানুহে বৰ ধুম কৰি উঠি সেই বাঁহৰ আগত জি ৰুপ বান্ধি থৈছিল, সেই ৰুপকে পাঁও পাঁও জেন হওতেই তলত চাৰি পাঁচ ডেকা মানুহ মদ খাই বলিয়া হৈ সি ৰুপ লব এতিয়া বুলি সেই বাঁহ ডালত ধৰি জোঁটা পুটিকৈ উঠিবলৈ ধৰোঁতে বাঁহ ডাল মাজতে তাগি পৰিল। ওপৰলৈ উঠা মানুহটো এক দুপৰ মৰি আচিল, আৰু তাৰ মুৰু ফাটিল; তথাপি ইশ্বৰৰ অনুগ্ৰহত সি জিলে; কিন্তু তাৰ গা ঘুনিয়া হল। এনেকৈ বচৰে বচৰে বহু মানুহ মৰে, তথাপি সিইঁতে এইটো বৰ তামাচা বোলে। তাত কম্পানিএও একো কৰিব নোআৰে, সিইঁতে আপোন ইচাতে কৰে। এই তামাচা আমি আপোন চকুএ দেখিচোঁ।

চৰাপুঞ্জিৰ নামৰ অৰ্থ এই। সেই ঠাই ওখ পৰ্বত, সদাই জাৰ, এই দেখি তাৰ নাম চৰা। আৰু পুঞ্জিৰ অৰ্থ এই, তাৰ মানুহবোৰে ঘৰক পুঞ্জি বোলে, অৰ্থাত জাৰৰ ঠাইৰ ঘৰ। চৰাপুঞ্জিৰ আৰু মুচমাই পুঞ্জিৰ পচিম ফালে এক ঘণ্টাৰ বাটত এক ভুবনপুৰি আচে, তালৈ পৰ্বতৰ তলে দি সুৰুঙ্গা বাটে জাই, সেই বাটে গৈ পৰ্বতৰ তলৰ মাজত এখন এপুৰামান সমান মাটি পাই তাত পুৰ্বে দেৱতা সকলে, কোনোবা দেৱতা সকলক জল পান কৰাবলৈ সন্দেস, মিঠৈ কৰিচিল বুলি কই। সেইবোৰ এতিয়া সিল হৈ আচে, তাক আজি কালিহে সাজিচে, এনে দেখা জাই; দেখিবলৈ বৰ সুন্দৰ, ৰকম ৰকম মিঠৈ জেনে মতিচুৰৰ লাৰু, চকৰফলা, ইলাচি দানা, খোৰমা, জেলেপি, মিচিৰি নিচিনা; লইলাথে মিচিৰি, হাতত তুলি ললে খাবৰ মন জাই, কিন্তু সিল। তাৰ তিতৰত বৰ এন্ধাৰ আৰু বহু বাদুলি, তাত আৰিয়া লগাইহে জাব পাৰি। সেই সুৰুঙ্গা বাট কিমানলৈ গৈচে, তাক কেয়ে কব নোআৰে। আমি মনেৰে ভাবিচোঁ, সেই সুৰুঙ্গা গোটেই খন তলা চাব খুজিলে আৰিয়া লগাবলৈ ২০০ মোন মান তেল কাপৰ হলেও সুৰুঙ্গা বাটৰ ওৰ পোআব নোআৰি; তাকে ভুবন পুৰি বোলে। তাক চাবলৈ বহু চাহাব মেম লোক

জাই, আৰু লগত খোৱা বস্তু লৈ জাই। চাহাব লোকে ভুবন পুৰি চাই এঁটাই পাচে খাই ঘৰলৈ গুচি আহে। আৰু চৰাপুঞ্জি ঠাই খন পূৰ্ব্বে ইন্দ্ৰৰ অপেস্বৰিৰ নগৰ আছিল বুলি কই; এই কথা বহু মানুহৰ মুখে সুনিচোঁ।

সেই নগৰৰ খাচিয়া ৰায়তে ৰজাক খাজনা নি দিএ। ৰজাই নগৰৰ ওচৰতে এখন হাট বহুআইচে, হাটৰ চাৰিও কালে কিলাৰ নিচিনা সিলৰ গৰ বন্ধাইচে; তাৰ পুবে পচিমে দু খন দুআৰ আচে, সেই দুই দুআৰত দুটা ঘৰ কৰিচে, তাতে ৰজাৰ মানুহ থাকে। জি মানুহ হাটত বস্তু বেচিবলৈ আহে, সেই প্ৰতি মানুহৰ পৰা এক এক পইচা দান লই। প্ৰতি হাটে ৫০।৬০ ৰুপ উঠে, সেই ৰুপেৰেই ৰজাৰ জিবিকা হই। ৮ দিনৰ ভিতৰত দু বাৰ হাট হই। ৪ দিনত জি হাট হই, তাক সৰু হাট বোলে, ৮ দিনত জি হাট হই, তাক বৰ হাট বোলে। সেই হাটত মানুহ আন্দাজ দুই তিনি হেজাৰ হই। তালৈ বহু ঠাইৰ পৰা মানুহ আহে, ই কালে গুআহাটিৰ পৰা সি কালে চিলট, চাতকৰ আৰু জইন্তাৰ পৰা আ-হে। সেই জি দু টা ঘৰৰ কথা কৈচোঁ, পই-চা কৰ তোলা সেই ঘৰকে সিইতে ঘাট বো-লে। আৰু তাৰ ৰজাৰ নাম শ্ৰীযুত সোভা চিদ্দ। তেঁও বুঢ়া, তেঁওৰ সন্তান আদি একো নাই, কেৱল তেঁও আৰু তেঁওৰ কুঁঅৰি মাত্ৰ।

আৰু খাচিয়া মানুহবোৰে কাপৰ বৱ নে জানে, আন ঠাইৰ পৰা কিনি আনি পিন্ধে। দুভাগ কাপৰ অচমৰ পৰা জাই। সিইতে জাৰৰ নিমিত্তে এৰিয়া আৰু মুগাৰ কাপৰ সদাই চেনেহ কৰি পিন্ধে, সেই কাপৰ সুআল কুচিয়া মানুহে নি মৰা পুৰৰ হাটত বেচে, সেই হাটৰ পৰা খাচিয়া মানুহে কিনি আনে-গৈ। খাচিয়া মানুহ আমাৰ ভৈয়াম ঠাইত থাকিব নোআৰে, কাৰন সিইত চেঁচা ঠাইত থকা মানুহ।

চৰাপুঞ্জিৰ পুবে দু দিনৰ বাটত চিলট, কো-নো সময়ত পৰ্ব্বতৰ পৰা নামি একে দিনেই ভৈয়াম পাই। আৰু চাতকলৈকো সেই মা-নেইহে। ই কালে চৰাদ্ কাৰ্ল৺মান বাট হাটিলে চাহাব লোকৰ ৮ দিনৰ বাট, আমাৰ কলা মানুহে ৩ দিনে জাই। কিন্তু চাৰিইই পৰ্ব্বতৰ ওপৰেই জাব লাগে। সেইৰ লোকে পৰ্ব্বতবোৰত ঘুৰাই ঘুৰাই এনে বাট কৰাই দি প্ৰায়ে বাগি অহা জোআ কৰিব পাৰে, কিন্তু ঠায়ে ঠায়ে থিয়, সেই নিমিত্তে বাগি মিৰলৈ আচল। তথাপি মানুহ অহা জোআ কৰাত অধিক স্ৰম নে পাই। আৰু ঠায়ে ঠঁই নৈ পাই, সেই নৈৰ ওপৰত হাতি জাব পাৰে এনে চিকন লোৰ সকত দলঙ বান্ধিচে। চৰাপুঞ্জিলৈ জোআ ৮ দিনৰ বাটত দু খন দলঙ পাই। তাৰে এখনৰ নাম বগা পানি, আন খনৰ নাম ৰব পানি। কিন্তু বগা পানিৰ দলঙ খন পানিএ ভাঙিচে, এতিয়া আকও বান্ধিবলৈ জুগুত কৰিচে। আৰু সেই ৮ দিনৰ বাটতলেই টা বঙলা চাহাব লোক আৰু বাট কৰা মানুহে অহা জোআ কৰাত জিৰাবলৈ কম্পানিএ বনাই দিচে। সেই বাটতে দুটা গাৰাদ কৰিচে, আৰু এটাৰ নাম মায়ৰঙ, সিটৰ নাম নখোলম্বে তাত সদাই চিপাহিৰ গাৰাদ থাকে।

চৰাপুঞ্জিৰ পৰা গুআহাটিলৈ গলে কিমান ঠাই পাই, তাৰ নাম কঁও সুনা। প্ৰথমত কলা পানি পাই, সেই কলা পানিতহে কলৰ কাটক দিয়া কইদি থাকে। দুতিয় মকলা ত্ৰিতিয় সঙ্গী, চতুৰ্থ মাইৰঙ, পঞ্চম নখোলা, সষ্ট মৌপিয়া, সপ্তম জিৰাঙ, অষ্টম ৰানি গুদাম, নৱম খৰামুখ, দসম গুআহাটি। এই-বোৰ বাটত থকা ঠাইহে, কিন্তু কোনোএ ইমান পলম কৰি নে জাই। কোনোএ ৭।৮ দিনত কোনোএ ৫।৬ দিনতে জাই। আৰু চৰাপুঞ্জিৰ পৰা তিন দিনে তাক গুআহাটিলৈ আতাৰে গৈচিল, এতিয়া শ্ৰীযুত হৰ্চন মাজেষ্টৰ চাহা-বে ২৪ ঘণ্টাই চলাইচে, অৰ্থাত দু দিনৰ আৰু তাত ঢোঁৰা কাটিৰি মাত্ৰ, পাতি কাটি-ৰি নাই; কাৰন বৰ ওখ পৰ্ব্বত সেখি পাতি কাটিৰি নে থাকে।

১৮৫৪ ইং সঁক ২৮ মেই।

শ্ৰী কান্তিৰাম গোঁহাই

## ম্লাই থকা গচ ।

**The Tree that never fades.**

আমেৰিকা দেসৰ ভিতৰত এদিন দুটা সৰু বো চোআলিএ কথা বাত্ৰা হঁওতে, তাৰে এটাই কলে, মই আৰু অহা মাম কালিত একো বাৰি পতোঁ; কিয়নো জাৰ কালিত আটাই গচ মৰি জাই, সেই কাৰনে মই জিয়াই থাকোঁ মানে কোনো গচক প্ৰিতি ন কৰোঁ । কিন্তু এটা চৰাই পোআলি পুহিম, সি হলে জাৰ কালিও ন মৰে ।

পাচে বায়েকে মাত লগাই কলে, ভাই, মোৰ এটা সুন্দৰ চৰাই মৰিল, তুমি নে জানিচা? সি ফুল গচৰ সমানো জিয়াই নে থাকিল । তাতে ভায়েকে বুলিলে, আমি সদাই প্ৰিতি কৰিব পৰা এনে কোনো বস্তু নে দেখোঁ । আমাৰ সৰু প্ৰিয় ভাই চৰাইতকৈ আগেয়ে মৰিল, তাক হলে মই ফুল, চৰাই আদি সকলোতকৈ প্ৰিতি কৰিলোঁ । অহ, জি বস্তু ন মৰে, এনে কোনো বস্তু পাবলৈ মোৰ বৰ সা আছে ।

এই ৰুপ কথা বাত্ৰা কৈ সেই দিন নিয়ালে, আৰু গধুলি সকলো কথা পাহৰি মাকৰ ওচৰলৈ লৰাইতে আপোন আপোন সৰু চকি লৰা আনি, সিহঁতে জি ফুল গচৰ গুটি গোটাই থৈচিল, তাকে টোপোলা বান্ধি থবলৈ নেৰলত, গচ মৰাৰ কথা সিহঁতৰ মনত পৰিল । তাতে বায়েকে মাকত কলে, আই, তুমি এই ফুল গুটিবোৰ মোৰ জনি ভাইক দিবা, আমি আৰু ফুল বাৰি নে পাতোঁ । সেই ৰুপে ভায়েকেও কলে হই আই, জনি ভাইকে মোৰকোবো দিবা । মই জদি কেতিয়াও ন মৰা গচৰ গুটি পোআ হলে, বাৰি পাতিলোঁহেঁতেন । কিন্তু আই, কেতিয়াও ন মৰা গচ, আৰু নষ্ট নো হোআ বাৰি কতোবাত আচে নে?

তেতিয়া মাকে বুলিলে, হই মোৰ লাহৰ, কেতিয়াও নষ্ট নো হোআ, এনে এখান বাৰিৰ কথা পাহলোঁ ।

' তাতে লৰাই সুধিলে, আই, সেয়ে ৰুপ বাৰি হই নে

হই মোৰ সোনাই, এনে স্বৰুপ বাৰি আচে । সেই বাৰিৰ কথা মই এনেকৈ পৰ্হিলোঁ, বোলে, সেই বাৰিৰ মাজে দি ফটিকৰ নিচিনা নিৰ্মল অম্রিত পানিৰ নদি বৈ জাই: আৰু বাৰিৰ মাজতে জিৱনৰ গচ আচে; সেই গচত বাৰে মাহত বাৰে বিধ গুটি ধৰে; আৰু তাৰ পাতেৰে দেসবিলাকৰ লোকক স্বস্থ কৰে; তাত সাও আৰু নে থাকে । সেই গচেই কেতিয়াও নষ্ট ন হই; আৰু সেই বাৰিএই স্বৰগ, তাতে ইস্বৰ আৰু মেৰ পোআলিৰ সিংহাসন থাকে । তালৈকে জিবিলাক মানুহ জাই, সেই বিলাকৰ পিত্রি ইস্বৰ, তেঁৱে সিবিলাকৰ পৰা সকলো চকুৰ লো মচি গুচাই, আৰু অনন্ত সুখ দিএ । সেই বাৰিত কেতিয়াও ৰাতি ন হই, তাত চাকি বা সুৰ্জ চন্দ্ৰৰ একোৰো পহৰ নে লাগে । আৰু তাত থকা লোক সদাই জিয়াই থাকে, তালৈ মৰন জাব নোআৰে । মোৰ প্ৰিয় পুত্ৰ, তোমাক জদি সেই বাৰি আৰু সেই সদাই জিয়াই থকা গচ লাগে, আৰু তাত থকা মানুহৰ নিচিনা তুমি মৰিব নো খোজা তেন্তে এতিয়া ত্ৰান কৰ্ত্তা প্ৰভু য়িচুত বিস্বাস কৰা, তেঁওলৈ প্ৰাৰ্থনা কৰা, আৰু তেঁওক প্ৰেম ভক্তি কৰি জিৱনৰ কাল নিউআ । তেতিয়া সেই প্ৰভুএ তোমাকো তালৈ তুলি নিব, আৰু সদাই তেঁওৰ কোলাত আনন্দেৰে থাকিবলৈ পাবা, অম্রিত নদিৰ জল পান কৰিবা, আৰু জিৱন গচৰো গুটি খাবলৈ পাবা । আৰু সেই বাৰিৰ মাজত সুখ সোনাৰ আলিবোৰ আচে, এটা এটা মুকুতাৰে এখন এখন দুআৰ, তাৰ মাজতো অহা জোআ কৰিবলৈ পাবা ।

ন. ল. ক.





Portrait of the Mogul Emperor Baber, Father of Humayun.

## হুমায়ুন বাদস্যাৰ বিবৰন ।

The Mogul Emperor Humayun.—Portrait in oni last Number.

গত জুন মাহত জি নকচা লিখা আছে, সেয়ে হুমায়ুন বাদস্যাৰ নকচা; তাক বাবৰৰ বিবৰনৰ ওপৰত ভুল কৰি দিলে। এতিয়া বাবৰৰ নকচা ওপৰত লিখিচোঁ; বাবৰৰ কথা লিখা গল দেখি এই মাহত হুমায়ুনৰ বিবৰন লিখো।

বাবৰৰ পুতেক হুমায়ুন ১৫৩০ সঁকত হিন্দুস্থানৰ মহা ৰজা হল। তেঁও জোতিস আৰু আন আন বিদ্যাতো গিয়ানি আছিল। তদ্রু লোকক গ্রহন কৰিবৰ নিমিত্তে তেঁও সাতোটা ধৌটালি সুন্দৰকৈ যুগুত কৰিলে, সেই ধৌটালিত বোৰক গ্রহৰ নাম দি কার্ত্তিকৰ ধৌটালিত সেনাপতি, মৰ্কুৰিৰ ধৌটালিত বিচাৰ কৰ্ত্তাবিলাক সোমৰ ধৌটালিত কটকি, কবি, এই ৰূপে সেই সাত ধৌটালিত সকলো লোকক গ্রহনে কৰি দৰ্সন কৰালে। তেঁওৰ ভায়েক কামিৰান কাবুলৰ অধিকাৰ হৈছিল। সেই কামিৰানে পঞ্জাব দেসৰো অধিকাৰ হব খুজিছিল, তাতে হুমায়ুনে ভায়েকেৰে বৰ্ন কৰিবৰ মন নো হোআত এৰি দিলে।

পাচে হুমায়ুনৰ অহিতে সেৰ নামে একজন সত্ৰু ওলাল। সেই মানুহৰ নাম প্রথমতে

কৰিব্দ আছিল, পাচে ৰজাৰ আগ চকুত তা-ৰৰ বাঘ এটা মৰাত তাক শোৰ অৰ্থাত সিংহ নাম দিলে। আৰু গুজৰাটৰ ৰজা বাহাদুৰেও তেঁওৰ অহিতে ৰন কৰিলে। হুমায়ুনে বাহা-দুৰক জিনি চপানিৰ কোঁঠ আৰু চুনাৰ নগৰ আদি কৰি ললে। এনে সময়ত তেঁওৰ ভায়েক কামিৰান আৰু হিন্দাল দুয়ো দ্রোহ আজচা সুনি উভতি আহিল। তাতে আগৰা নগৰ নৌ পাওতেই ফৌজে সৈতে শোৰে জুধ ধৰি ১৫৩৯ সঁকত তেঁওক জিনিলে। পাচে হুমায়ুনে পলাই গৈ অমৰকোঁঠ নগৰ পালত তাৰ ৰজাই তেঁওক গ্রহন কৰিলে। সেই ঠাইতে আকবৰ নামে তেঁওৰ একজন পুত্র উপজিল। কিন্তু সেই লক্ষ লৰাক কামিৰানে এজন সেনাপতিৰ দোআৰাই কাৰ্হি নিলে। ক্রমে খোৰাচান আৰু পাৰ্চি দেসলৈ গৈ তাতে তিনি বচৰ থাকিল।

১৫৪৫ সঁকত শা। তামাস্প নামে পাৰচি দেসৰ একজন ৰাজ মন্ত্রি তেঁওৰ সহাই হৈ কাবুল দেস লবলৈ ১০,০০০ ঘোৰা চিপাহি পঠালে। পাচে হুমায়ুনে কাবুল নগৰ বেৰি ধৰাত কা-মৰানে আকবৰ লৰাক বাপেকক ভই লগা-বলৈ গৰৰ ওপৰত দেখাই দিলে। তাতে হুমা-য়ুনে বুজাই দিলে, জদি সেই লৰাক মাৰ, তেন্তে নগৰৰ এজনকো নেৰি সকলোকো মাৰিম। সেই কথাৰে কামিৰানে ভই পাই লৰাক নে মাৰি-লে। পাচে কামিৰানক ধৰাত বৰুআ ফুকন সক-লোএ তাক মাৰিবলৈ আলচ দিলে, কিন্তু হুমা-য়ুনে তাৰ চকু আকন এঁঠাৰে কনা কৰাই প্রান ৰাখিলে। পাচে হিন্দুস্থানক আক্রমন কৰি ১৫৫৪ সঁকত সিন্ধু নদি পাৰ হৈ লাহোৰ নগৰক ললে। পাচে দিলিৰ বাদসা। চিকন্দৰে জগ কৰিবলৈ ৮০,০০০ ঘোঁৰা চিপাহিএ সৈতে ওলালত হুমায়ুন, আকবৰ জুবৰাজ, আৰু বহ-ৰাম উজিৰে সৈতে সকলো সত্রু জিনি দিল্লি-নসৰত সোমাল। ১৫৫৫ সঁকত হুমায়ুনে গধুলি বেলা ওপৰ পিৰালিত নেমাজ কৰি এটালত জখলাত নামিব খোজাত পিচলা খাই ওপৰৰ পৰা তললৈকে বাগৰি গল, সেই দুখে-ৰে চাৰি দিনৰ মুৰত মৃত্যু হল। ॥

## আগষ্ট, অৰ্থাত ভাদৰ পঞ্জিকা।

Almanac for August, A. D. 1854. Asam Era, 1776.

| তাৰিখ | সাওন | বাৰ | তিথি | দিনমান | তাৰিখ | ভাদ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৩ | ৭ | ১৩।১৬ | ১৬ | ১ | ৪ | ২৩ | ১২।৫৭ |
| ২ | ১৯ | ৪ | ৮ | ১৩।১৫ | ১৭ | ২ | ৫ | ২৪ | ১২।৫৬ |
| ৩ | ২০ | ৫ | ৯ | ১৩।১৪ | ১৮ | ৩ | ৬ | ২৫ | ১২।৫৪ |
| ৪ | ২১ | ৬ | ১০ | ১৩।১৩ | ১৯ | ৪ | ৭ | ২৬ | ১২।৫৩ |
| ৫ | ২২ | ৭ | ১২ | ১৩।১২ | | | | | |
| | | | | | ২০ | ৫ | ১ | ২৭ | ১২।৫২ |
| ৬ | ২৩ | ১ | ১৩ | ১৩।১০ | ২১ | ৬ | ২ | ২৮ | ১২।৫০ |
| ৭ | ২৪ | ২ | ১৪ | ১৩।৯ | ২২ | ৭ | ৩ | ২৯ | ১২।৪৯ |
| ৮ | ২৫ | ৩ | ১৫ | ১৩।৮ | ২৩ | ৮ | ৪ | ৩০ | ১২।৪৮ |
| ৯ | ২৬ | ৪ | ১৬ | ১৩।৭ | ২৪ | ৯ | ৫ | ১ | ১২।৪৬ |
| ১০ | ২৭ | ৫ | ১৭ | ১৩।৫ | ২৫ | ১০ | ৬ | ২ | ১২।৪৫ |
| ১১ | ২৮ | ৬ | ১৮ | ১৩।৪ | ২৬ | ১১ | ৭ | ৩ | ১২।৪৪ |
| ১২ | ২৯ | ৭ | ১৯ | ১৩।২ | | | | | |
| | | | | | ২৭ | ১২ | ১ | ৪ | ১২।৪২ |
| ১৩ | ৩০ | ১ | ২০ | ১৩।১ | ২৮ | ১৩ | ২ | ৫ | ১২।৪০ |
| ১৪ | ৩১ | ২ | ২১ | ১৩।০ | ২৯ | ১৪ | ৩ | ৬ | ১২।৩৯ |
| ১৫ | ৩২ | ৩ | ২২ | ১২।৫৮ | ৩০ | ১৫ | ৪ | ৭ | ১২।৩৮ |
| | | | | | ৩১ | ১৬ | ৫ | ৮ | ১২।৩৬ |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

Receipts for the Orunudoi—Gowahati.

Col. F. Jenkins, 1853-54 — 20 Rs
C. K. Hudson, Esq. 1846-54 — 18 Rs.
W. Beecher, Esq. 1847-54, — 8 Rs
W. Robinson, Esq. 1854 — 4 Rs.
Rev. A. H. Danforth, 1854 — 1 R.
Rev. W. Ward, 1854 — 1 R.
শ্রীজুত বাবু সম্ভোনাথ মুনচেফ, ১৮৫৩ — ১৲
শ্রী গোআল চন্দ্র, ১৮৫৪ — ১৲
শ্রী বিপচু জদচন, ১৮৫৪ — ১৲
শ্রী ধনি লুচিএন হেইদন, ৬ মাহ — ॥
শ্রী দুগুৰা, ৬ মাহ — ॥

Receipts for the Orunudoi—Sibsagor.

Capt. E. T. Dalton, 1853-54 — 10 Rs.
Rev. E. H. Higgs, 1853-54 — 12 Rs.
Mr. F. Mention, 1853 — 1 R.
শ্রীজুত বাবু কিৰ্ত্তিনাথ ফুকন মুনচেফ, ১৮৫৪ — ১৲
শ্রীজুত বাবু উমাৰাম ভেকা বৰুআ দাৰোগা জইপুৰ ১৮৫৩-৫৪ — ২৲
শ্রী ঘিনাই জৰ্জ ঘোৰ্দমান, ১৮৫৪ — ১৲

Receipts for the Orunudoi—Nowgong.

শ্রী ঘিনাই লাইনচ পেক, ১৮৫৩ — ১৲
শ্রী জুবমন গগৈ, ১৮৫৩ — ১৲

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press.*

# অৰুনোদই

৯ বছৰ । মোং সিৱসাগৰ, আগষ্ট, ১৮৫৪ । নম্বৰ ৮ ।

VOL. IX. SIBSAGOR: AUGUST, 1854. NO. 8.


## নানা দেসৰ সম্বাদ ।

**Journal of Events.—Sailing of the Turkish Fleet.**

বুজুকেদিৰ ঘুলিৰ পৰা তুৰুকি জাহাজবোৰ ওলাই, বিলাক সমুদ্ৰুৰ দখিন কালে ৰুচিয়াৰ জি কোঁঠ নগৰ আচে সেইবোৰক জুধ কৰিবলৈ গল । সেই জাহাজ সকলৰ মাজত মহমুদি নামে ১২৪ বৰ টোপ থকা জাহাজ প্ৰধান; তাত আহমত বাদসা, আদ্মিৰল সেনাপতি থাকে; আৰু তাত বাজে ২০ কুৰি খান বনুআ জাহাজ তেঁওৰ অধিন হৈ আচে ।

**The Steamer Tiger taken near Odessa.**

ওদেচা নগৰৰ ওচৰত তাইগৰ নামে ইংৰাজি ভাপ জাহাজ কুঁঅলিত বালিত লাগি বল । ৰুচিয়াবিলাকে তাকে দেখি তপত গুলিৰে গুলিয়াবলৈ ধৰিলে; পাচে জাহাজি লোকে সহিব নোআৰি সৰনাগত হল, জাহাজকো এৰি দিলে ।

**Occupation of Greece by the French.**

গ্ৰিক দেসৰ ওথো ৰজা ৰুচিয়াৰ ফলিয়া হোআত ফ্ৰাঞ্চিৰ সেনা সেনাপতিএ আথিনি ৰাজনগৰত সোমাই তাক ললে, আৰু তাৰ ৰজা ৰানিএ সেই নগৰ এৰি আন ঠাইলৈ গল ।

**Gustafsvern bombarded by Sir Charles Napier.**

বলতিক সাগৰত চেৰ চাৰ্লচ নেপিয়ৰ চাহাবে গষ্টাৰ্ৱৰ্ন কোঁঠ আৰু নগৰ খনো জুধ কৰিবলৈ তিনি খন জাহাজেৰে আহি ১০০০ হাতৰ আঁতৰত থাকি বম গুলিৰে গুলিয়ালে ।

**Wreck of the P. O. Steamer Douro.**

ডোৰো নামে এখান ভাপ জাহাজ খোহ দেসৰ পৰা আহোঁতে মাজত থকা এক সৰু মাজুলিত খুন্দা লাগিলত একজাৰ নোআৰিলে । মানুহ আৰু বস্তু সকল সহ্‌জ সহ্‌জ নাৱত তুলি ৰখ্যা কৰিলে ।

**The Ericsson Caloric Ship.**

আমেৰিকা দেসত জি জাহাজ তাপৰ বেগেৰে জাবলৈ কৰিচিল, তাক ঘণ্টাই পতি ১২ মাইল চলাব পাৰিচিলে; কিন্তু ধুমুহা বতাহত সহো খিলিকি দুআৰ তালকৈ ন মৰাত পানি সোমা মাই জাহাজ বুৰিল । পানি বৰ দ ন হৱল এই হেতুকে জাহাজ তুলিবলৈ উপাই কৰিছো

**Veracity of the Orunudoi.**

আমি আন জিলাৰ পৰা বাত্ৰা পাইচোঁ জুলাই মাহৰ অৰুনোদইত কেতবিলাক আচৰিত কথা লিখাৰ কাৰনে অনেক লোকে আমাক মিচা সঁচাৰ একো বিবেচনা ন কৰে বুলি হাঁহিচে । দলৰ পৰা ধুঁআ ওলাই, পুখুৰি গাখিৰ হই, সাপ বেঙ আদিএ কথা কই, ইয়াকে চাহাৰ লোকেও পতিয়াইচে হৱলা এই বুলি আমাক নিন্দা কৰে । সেই কথা সুনি আমি পৰিস্ৰমেৰে সুধি সুধি জি চিকনা পালোঁ, তাকে আমাৰ দাই গুচাবৰ নিমিত্তে লিখোঁ ।

**Water turned into M**

পুখুৰিৰ পানি গাখিৰৰ দিচিনা বগা হোআ কথা আমি ৰকম কেন দেখোঁ কিচুলো কেৱল এই বচৰ ন হই, ইয়াৰ আগেদও চাৰি পাঁচ বচৰ এই ৰুপ বগা হোআ আমি পুখুৰি পাৰ থাকি আপোন চকুএ দেখিলোঁ । তাৰ কাৰন জানোঁ বা নে জানোঁ, তথাপি জি কথা ৰুকম,

তাক আমি লিখিব পাওঁ। নেজাল তৰাৰ গতি আৰু ধূম কেতু, ভুইকঁপ আদি হোআৰ কাৰন কোনেও তালকে নে জানে; তথাপি সি স্বৰূপ হোআত আটায়ে লিখে, কাৰো সগৰ ন হই। পানি ৰগা হোআৰ কাৰন আমি এইটো অৰিচোঁ ঐসানৰ পৰা সমুদাই তিনি চাৰি দিন ৰতাহ মৰাত ৰনৰ আৰু পদুনৰ কেসৰৰ ধুলা আদি পিঠা গুৰিৰ নিচিনা জি দেন পৰি জমি পানিৰ তলত ভোখৰ ভোখৰ হৈ থাকে, তাকে ঢৌৰ বেগে তুলি ইপাৰলৈ পেলোআত সেই ধুলিএই পুনৰ তললৈ ন বহি কিছু দিনলৈ পানিত মিহলি হৈ ৰগা হৈ থাকে। পাচে ঢৌ গুচিলে ক্ৰমেৰে সেই বস্তু বহি জাই, আৰু পানিও আগৰ দৰে চাফ হই। আমি জেতিয়া সেই পানি হাতত লৈ চাইচিলোঁ, তেতিয়া পানিৰ সগতে সেই ৰগা গুৰিবোৰো ভালকৈ দেখিচিলোঁ; কিয়নো গাখিৰ আদি আন কোনো বস্তুৰ দৰে সি নিচেই মিলি হৈ নে জাই, পিঠাৰ দৰে গুৰি হৈ থা-

**The Smoking Temple.**

আৰু মলৰ কলচিৰ পৰা ধুঁআ ওলোআৰ কথাও ঠিকৈ সুধিলোঁ, তাৰ অনেক ভাল মানুহ সাখি ওলাইচে, প্ৰাই দেস খনেই স্বৰূপ হোআ বুজে। সবহ ভাগে বোলে, আমি ৰাতি পুআৰ বেলা দেখিলোঁ; অৰ্থাত সেই সময়ত কুঁঅলি সবহ হোআত মানৰ গুলি সৰকি জোআ বিন্ধাই দি বতাহে সুমাই সি ফালৰ সৰু বিন্ধাই উলিউআত ধুঁআ জেন দেখা জাই। সিন্ধুসাগৰত কিমান কুঁঅলি হই, তাক আন জিলাৰ লোকে অনুভৱও ন কৰে; খৰালি প্ৰায়ে এঘাৰ বাৰ বজালৈকে থাকে। আৰু জেঠ আহাৰত কিমান তাপ হই, তাকো সেখাইছে বজিচে। কলচিত দিনটো বৰ পৰাত তিনি পৰ মান বেলিৰ পৰা সি পানি অপতোআ টেকেলিৰ নিচিনা, প্ৰাই চুবই নোআৰি। আৰু তাৰ বিন্ধাই দি বৰধুনৰ জি পানি সোমাই থাকে, আমি ভাবিচোঁ, সিও প্ৰাই উতলিবলগা হৈচে। তাত এটি মাচ সুমাই দিলে, সি জিয়াই নে থাকে, সিজিব; খাই চালেহে বুজিব পাৰে। বাৰু চোআচোন, এনে তপত ঠাইৰ পৰা কেতিয়াবা কেতিয়াবা চিলিমৰ নিচিনা একেৰি ধুঁআ ওলালে তাক কি আচৰিত বুলিব লগা কথা? কুৰি জন সাখি থকাতো আমি তেনে কথা লিখিবলৈ সংসই কৰিম নে?

**Village Reports.**

জিলাৰ ভিতৰৰ জি কথা আমি অৰুনোদইত লিখিচোঁ, তাত সংসই নাই। কিন্তু পৰ্বতৰ দাঁতিত আৰু আন আন ঠাইত মানুহে জি জি কথা কোআ কুই কৰে, তাক সঁচা নে মিচা আমি ঠিককৈ কব নোআৰোঁ; আৰু তাক অৰুনোদইতো ঠিক বুলি লিখা নাই, কেৱল পাঠক সকলে সঁচা মিচা বিবেচনাৰে চাবলৈহে লিখিলোঁ; কিন্তু এনে জি জি আচৰিত কথা আমালৈ পঠাইচে, আমি তাৰ অলপহে লিখিলোঁ; আৰু এখান বান্দৰৰ চিঠি মাত্ৰ, তাক আমিও স্বৰূপ জেন নে ভাবোঁ। বান্দৰৰ আন আন কথা, আৰু সাপৰ মুখত ওলোআ কথা, মাকৰ পেটত থকা লৰাৰ কথা ইত্যাদিৰে আমাৰ চন্দুক পুৰ হল, অৰুনোদইত চাঁপিবলৈ ঠায়ে নো জোৰে।

**Extraordinary Occurrence.**

সম্প্ৰতি জইপুৰৰ পৰা শ্ৰীজুত উমাৰাম সৰ্মা দাৰোগাই এই কথা লিখিচে, আমাৰ থানাৰ অধিনৰ ধাদুম গাঁৱৰ এজনি তিৰোতাৰ ৭ মহিয়া গৰ্ভ হোআত তাইৰ পেটৰ লৰাই কান্দিবলৈ ধৰিলে, সেই কন্দা প্ৰাই ভেঁকোলা বেঙৰ মাতৰ নিচিনা সুনা জাই।

আৰু সেই গাঁৱৰে চৈধ্য বচৰিয়া এজনি চোআলিৰ মুৰৰ ওপৰে মাজ তালুএ দি কুটি নখে সৈতে পাঁচোটা আঙুলিৰ চিন কিচুমান ওলাইচে। দাৰোগাই ইয়াকে সুনি আপোন চকুএ দেখিবৰ নিমিত্তে সেই চোআলি জনি আনিবলৈ মানুহ পঠাইচে; তাই পালেহি জি জি ৰূপ কথা হই, তাক বিসেস ৰূপে লিখি আমালৈ পঠাম বুলিচে।



Bronze Image (of the Grand Lama ) dug up near the old Palace at Rongpur

ৰঙ্গপুৰ পুৰনি নগৰত খন্দা গোঁসাইৰ চন্দা মুৰ্ত্তি ।

Bronze Image dug up near Sibsagor

তিবেত দেশি লোকৰ নিচিনা এক পোৰোহি-তৰ মূৰ্ত্তি আগৰ বচৰত ৰঙ্গপুৰত খানি উলি-য়ালে। সেই মূৰ্ত্তিৰ নকচা শ্ৰীযুতা মেজৰ হেনি সেম চাহাবে অনুগ্ৰহ কৰি লিখাত আমি এই মাহৰ অৰুনোদইত চাঁপ দিচোঁ। এয়ে কাৰ মূৰ্ত্তি, তাক ঠিককৈ কব নোআৰোঁ, আম্দাকে তিবেত দেশৰ লামা গোঁসাইৰ মূৰ্ত্তি হব পাৰে।

Antiquities in North America.

উত্তৰ আমেৰিকাৰ সিলনি পৰ্ব্বতৰ পচিম কালে বৰ এখান মৰু ভুমি আচে। এতিয়া সেই পোনে অহা জোআ কৰা মানুহে কয়, সেই ঠাইত সিলেৰে সজা পুৰনি নগৰৰ ভগা চিগাবোৰ পৰি পৰি আচে। এঠাইত এখা৹ এতাঁৰ মান বহল সিলেৰে সজা নগৰ আচিল তাৰ আলিবোৰ সমানে খোটালি খোঁটালিকৈ কৰা আচিল। নগৰৰ মাজত ২০ হাত মান ওখ বৰ ডাঙ্গৰ সিল আচিল, তাৰ ওপৰত সিলেৰে ঘৰ কৰা চিনো আচে বিল নামে এজন চাহাবে আন এঠাইত সিলৰ সকত কোঁঠ

এখান পালে, তাত দু কুৰি দোখোঁটালি আ-চিল । আৰু এঠাইত সিলৰ সাঁকোৰ নিচিনা সাতোটা গৰ পালে, সি মুঠে ৪০০ হাত দিৰল । এতিয়া তাত একো নৈ নাই । আৰু এঠাইত এজাত আদি বাসি লোক আচে, সি-হঁত আনবোৰ নগাৰ নিচিনা বৰ কলাও ন হই, ইংৰাজিৰ নিচিনা বগাও ন হই, মাজতে ।

Consequences of Anger.

আমেৰিকাৰ উইস্কন্সিন প্ৰদেসত থকা এজন মানুহে চুবুৰিয়াক এহাল গৰু বেচি তাৰ দামত হুণ্ডি পাই মেজত পেলাই থৈ সেই গৰু উলিয়াই দিবলৈ গোহালিলৈ গল । পাচে ঘৰলৈ আহিলত তাৰ লৰাই সেই হুণ্ডিবোৰ জুই সালত পেলাই পুৰিলে, ইয়াকে দেখি খঙ হৈ লৰাক হাতেৰে হেঁচা মৰাত তাৰ মুৰ লোহাৰ জুই সালৰ চুকত লাগি বৰ দুখ পাই মৰিল । তেতিয়া মাকে আন খোঁটালিত সৰু লৰা এটিক চৰিয়াত পানিৰে ধুই আচিল; তাই সবদ সুনি বৰ লৰাক চাবলৈ বেগ সৰুটোলৈ ধেয়ান কৰি পানিত এৰি গল; পাচে আহি সেই লৰাও পানিত মৰি থকা দেখিলে । এইৰূপ বাপেকে আপোনাক পুত্ৰ হিন হোআ দেখি বেজাৰ পাই হিলৈ লৈ মুৰত লগাই আপোনাৰ মুৰত গুলিয়াই আপোন ঘাতি হল । হে মুনিহ তিৰোতা সকল মানুহে আপোনাৰ পৰিয়ালালৈ খঙ উঠি মৰাত কিমান মহা দুখত পৰিল, আৰু আপোনাৰ প্ৰানকো হেৰুআলে ।

Distribution of the Bible in Europe.

বলতিক আৰু বিলাক সমুদ্ৰত ৰন কৰিবলৈ জোআ জাহাজৰ লোকৰ মাজত বিলাবৰ নিমিত্তে ইংৰাজি ধৰমি লোকে ৫০,০০০ নতুন নিয়মৰ সাত্ৰ পঠাইচে । ফ্ৰাঞ্চ দেসত এই বচৰৰ ভিতৰত ৯০ ০০০ সাত্ৰ পুথি বিলোআ হৈচে । ইতালি দেসত ৮০,০০০, আৰু জৰ্মানি দেসতো আগতকৈ অধিক দিয়া হৈচে ।

Pocket New Testament in Bengali.

কলিকতাত সৰু সৰু আখৰেৰে নতুন নিয়মৰ পুথি চাঁপিচে । তাৰ ৪৬৬ পিটি মাথোন আচে, গাও কুৰি আঁওতে ন হোআৰ কাৰনে হাতত লবলৈ ঢিল । তাৰ দাম ।৶; চালেৰে বন্ধা হলে ৸ । গিতৰ পুথিএ সৈতে বান্ধিলে এটকা লই ।

Missions in Burmah.

শ্ৰীজুত পাদুৰি কিঙ্কেদ আৰু চাইমন চাহাবে মান দেসৰ প্ৰোম নগৰ জানুআৰি মাহত পালে, পাচে ৪ মাহৰ ভিতৰত ২৭ জন মান লোকে প্ৰভুত বিস্বাস কৰি বুৰ পালে । সেই দেসৰ ঠায়ে ঠায়ে এবচৰৰ ভিতৰত মান লোক প্ৰাই এস, আৰু কাৰেন লোক এহেজাৰ বুৰ পোআ হল ।

Baptisms at Tezpur.

শ্ৰীজুত পাদুৰি হেচলমায়ৰ চাহাবৰ হতুআই জোআ মাহত ৪ জন মানুহে খ্ৰিষ্টিয়ান ধৰমত বিস্বাসি হৈ বুৰ পোআ হল ।

Domestic Occurrences.

নগাঁও জিলাত জুলাই ৯ তাৰিখত শ্ৰীজুত ব্ৰঞ্চন চাহাবৰ দোআৰাই শ্ৰীমান পিতৰ কেলনৰ আৰু শ্ৰীমতি পৰ্বাহিৰ বিবাহ কৰা হল ।

সিৱসাগৰ জিলাত জুলাই ১৩ তাৰিখত চামুএল আলিম কালডোএল নামে চাপাখানাৰ এজন লোক ২০ বচৰ বয়সিয়া হৈ ম্ৰিত্যু হল ।



## মান্যবৰ স্ৰিজুত অৰুণোদই সম্পাদক মহাসয়লৈ নিবেদন।

Aerial Castle building.

প্ৰিয় মহাসই,

দেসৰ উপকাৰৰ নিমিত্তে মই লিখা এই কথাটি আপোনাৰ সমাচাৰ পত্ৰৰ একালে লিখি আমাক সন্তোস কৰাব, এই বাঞ্চা।

এলনাস্কৰ নামে এজন বৰ এলেহুআ লোক আছিল, সি তাৰ বাপেক জিয়াই থকা কালৰ ভিতৰত কেতিয়াও বনত হাত নি দিলে। বাপেক মৰাৰ সময়ত তাৰ নিমিত্তে তেঁও পাৰ্চি দেসৰ দ্ৰাম নামে এক স ৰূপ ৰাখি গল। এলনাস্কৰে সেই ৰূপ ভাল মতে বেৱহাৰ কৰিবৰ নিমিত্তে কাঁচৰ সজা বস্তু আৰু উতম ম্ৰিত্তিকাৰ পাত্ৰ কিচু তাৰে কিনিলে। সেই সকল বস্তু সি এটা বহল পাচিত ভৰাই, এখনি সৰু বজাৰ দিবৰ মনেৰে সেই পাচি ভৰিৰ আগত থৈ, কিনাগৰাকি পাবৰ আসাৰে বেৰত আউজি আছিল। সি এই দৰে পাচিলৈ চাই থাকোঁতেই এক বৰ মোহিত ভাবনাত পৰিল। আৰু সি তলত লিখাৰ দৰে আপোনা আপুনি কথা কঁওতে এজন ওচৰ চুবুৰিয়াই লুকাই থাকি সেই কথা সুনি আছিল। সি বুলিলে, এই পাচিটো চাউকত বেচা বেপাৰিক এস দ্ৰাম দি কিনিলোঁ, এই প্ৰিথিবিত এয়ে মোৰ জথা সৰ্বস্ব। মই খুচুৰিয়াকৈ বেচিলে ইয়াৰে অতি সিম্ৰে দু স কৰিব পাৰিম। সেই দুসৰ পৰা কিচু কালৰ পাচত চাৰি স হব। এই দৰে কোনো সময়ত অনায়াসে চাৰি হেজাৰ হব। চাৰি হেজাৰ টকাৰ পৰা আঠ হেজাৰ হোজা টান ন হই। এই দৰে জেতিয়া মই দহ হেজাৰ টকাৰ গৰাকি হম, তেতিয়া মই কাঁচৰ বস্তু বিক্ৰি কৰা বেপাৰ এৰি ৰাখৰৰ বেপাৰি হম; তেতিয়া হিৰা মুকুতা আৰু সকলো ৰকমৰ বহু মুল্যৰ ৰাখৰৰ বেপাৰহে কৰিম। জেতিয়া মোৰ মনৰ জোখাৰে ধন পাঁও, তেতিয়া মই কিচু মাটি, বাৰি দাস, দাসি, কাঙ্কি খোজা মানুহ আৰু ঘোৰা সহিতে থকা এক অতি উতম ঘৰ কিনিম। তেতিয়া মই আপোনা আপুনি সুখ ভোগ কৰিম, আৰু জগত খনেই মোৰ নাম সুনিব। মই ইয়াকে কৰিলেও এক লাখ টকা ন হই মানে বেপাৰ কৰিহে থাকিম। জেতিয়া এই দৰে মই এক লাখৰ গৰাকি হম, তেতিয়া বজাৰ কোঁঅৰৰ নিচিনা হৈ বজাৰ প্ৰধান মন্ত্ৰিৰ জিএকক বিয়া কৰাবলৈ খুজিম। আৰু সেই মন্ত্ৰিৰ জিএকৰ সুঅনি, বুধিয়ক, পৰিনাম দৰ্সি (আগলৈ চাই কাম কৰা) আৰু আন আন তাৰৰ গুনৰ কথা মন্ত্ৰিক জনাই, তাৰ পাচত এই কথা কম, জে আমাৰ বিবাহৰ ৰাতিত তেঁওক এক হেজাৰ সোনৰ মো হৰেৰে মৰ্জাত ধৰিম।

মই প্ৰধান মন্ত্ৰিৰ জিয়েকক বিয়া কৰিলে, মই তাইৰ নিমিত্তে ৰূপলৈ পোজা সৰু আৰু ভাল চাই কাঙ্কি খোজা দহোটা মানুহ কিনিহে দিম। পাচে মই অনেক ঠাটে কটকেৰে গৈ মোৰ সহুৰক দেখা কৰিম, আৰু তেঁও জিয়াৰ কৰ গৌৰবৰ নিমিত্তে মোক অৱন্যে তেঁওৰ সোঁ হাতৰ পোনে বহুআব; মযো সেই সময়তে পূৰ্বে দিম বোলা সোন হেজাৰ দিম। পাৰকি তেঁওৰ বৰ ঐস্বৰ্জ হবৰ নিমিত্তে আৰু এহেন মে সোনৰ এটা মোনা এই কেই আসাৰ কৰাম কৈ দিম, "মহাসই তুমি চোআচোন, মই আৰু, পোন কথাত থকা মানুহ, আৰু জিমান দিচো বোলোঁ সদাই তাতকৈ সৰহ দিঁও।" পাচে কুঁঅৰিক মোৰ ঘৰলৈ আনিলে মোৰে সাথ বিলাস কৰাৰ পূৰ্বেই মোক মান্য কৰিবৰ নিমিত্তে সিকাম, এই হেতুকে তাইক এটা ঘৰত বন্ধকৈ ৰাখিম, আৰু অলপিয়াকৈ দেখা দি এটা, বা দুটা কথা কম। তাইৰ লগৰ মানুহে মো নিৰ্দয়াৰ নিমিত্তে তাইৰ সাতুৱা মাই বুলি মোক জনাই তাইক প্ৰেম কৰিবলৈ আৰু মোৰ ওচৰত বহুআবলৈ কাম্দি কব, কিন্ত মই নিৰ্দয়া হৈহে থাকিম। পাচে তাইৰ মাকে তাইক লৈ মোৰ কোথৰলৈ আহিব, জিএকে চকুৰ পানিৰে মোৰ ভৰিত পৰি মোৰ প্ৰেমৰ পাত্ৰ হবলৈ প্ৰাৰ্থনা কৰিব; তেতিয়া মোৰ সহিতলৈ তাইৰ বৰাক মান উপজিবলৈ

মোৰ চৈন্ন দাঙ্গি তাইক মোৰ কোধৰৰ পৰা কিছু ভবি দূৰৈত পৰাকৈ গোৰ মাৰি পঠাম, সেনাক্তৰক এই সপোনে সমুদাই ৰুপে গিলিসত সি মনেৰে জি কথা ভাবিচিল, তাক ভবিষে ন কৰাকৈ থাকিব নোআৰি, দুৰ্ভাগ ক্ৰমে চনকা বস্তুৰ পাচিত অৰ্থাত তাৰ সকলো ঐশ্বৰ্জৰ মুৰত লাথি মাৰি কাঁচ মাটিৰ বস্তুবোৰ তাৰ ওচৰৰ পৰা আলি ব টৈল পেলালে, তাতে সকলোবোৰ হেজাৰ ভেঁশৰ মান হৈ ভাগি গল।

* এই দৰেই হে সম্পাদক মহাসই, আমাৰ দেসৰ অনেক ৰজা গোঁহাই সকলৰ লৰাটিইতে আগৈলৈ সিবিলাকৰ উত্তৰাধিকাৰি হম আৰু পেঞ্চিয়ন পাম, এই আসাতে ন পৰ্হি নু সুনি কেৱল মিচা গপতে অনেক কাল কটাই; কিন্তু বৰ মানুহ হলেও বিদ্যাত অইনতকৈ ভাল হলেহে সুখ্যাতি হব, এনে কেতিয়াও নেহাৰে, কিয়নো সিবিলাকৰ ওচৰত দুটা চাইনিকৈ কানিয়া উচটাই থোআ মানুহ থাকে। সেই মানুহৰ কথাকে সিবিলাকে বেদৰ কথা ৰৰ মানি পৰ্হা সুনালৈ মন নে মেলি সিহতৰ সহিতেই কুকথা আৰু মিচা গপতে ৰদৈ নিয়াই থাকে। ইয়াতে মই দেসৰ এনে ভলৈ জোআ বুধি দেখি সহিব নোআৰিহে লিখিচোঁ। আৰু এনে বাঞ্ছা কৰোঁ জে ৰজা, গোঁহাই, ফুকন, বাজ খোআ আদি লোক সকলৰ জি খিনি লৰাৰ ডাঙ্গৰ হৈ পৰ্হিবৰ দিন গল, সেই খিনিক এৰি জিটিইতৰ পৰ্হিবৰ কাল আছে, সিবিলাকে কালে নো পোআলৈকে মিচাত কাল ন কটাই বাপেক মাকে অনেক স্ৰম কৰিও পৰ্হাই গিয়ানৱন্ত কৰোক। তাটি কালে কলিকতাত বৰ বৰ বাবু সকলৰ কথাকে ন কঁও নিচেই দুখিয়াবোৰেও মাগি খুজিএই মাহে মাহে ২।৩ টকাকৈ দিও পুতেকইতক বিদ্যা সিকাইচে, কিয়নো সাস্ত্ৰত লিখিচে,

বিদ্যা দদাতি বিনয়ং বিনয়াদ্যাতি পাত্ৰতাং।
পাত্ৰত্বাদ্ধন মাপ্নোতি ধনাদ্ধৰ্ম্মং ততঃ সুখং।

বিদ্যা হলে বিনই হই, বিনইৰ পৰা কৰবাৰ পাত্ৰ হই, পাত্ৰৰ পৰা ধন উপাৰ্জন কৰিব পাৰে। ধন হলেই ধৰম কৰিবলৈ সক্তি হই, ধৰমৰ পৰা পৰম সুখক পাই। ইয়াকে জানি তাটিৰ সকলোএ সিখ্যা কৰাই; কিন্তু আমাৰ দেসতো সকলোএ এই বচনটি জানে, তথাপি কেৱে ইয়ালৈ মনকে নি দিএ। আৰু দেখাচোন, আমাৰ ইয়াত পাদুৰি চাহাবৰ আৰু কম্পানিৰ অনুগ্ৰহত ধন নি দিয়াকৈএ সকলোএ অচমিয়া বিদ্যা জে পৰ্হিবলৈ পাইচেই, ইংৰাজি বিদ্যাও অৰ্থে সৈতে পৰ্হিবলৈ পাই, তেও জে বাপেক মাকে ন পৰ্হাই আৰু লৰাইতবো মন নাই, এইহে বৰ আচৰিত।

Lakhmilal Dutt.

সিৱসাগৰ, ১৩ জুন, ১৮৫৪।

---

## সাঁথৰ দিয়া।

Riddles.

১। এঙ্গনিতে জেঙ্গনি,
তাইৰ নাম ৰতি,
একুৰি এটা লৰা পাই,
হৈচে, গৰ্ভাৱতি।

২। বিধতাৰ স্ৰুজন ঘৰ নাই কিয়া দুআৰ,
জোগি পুৰুস বহি তাতে থাকে নিৰাহাৰ;
জেতিয়া হই সেই পুৰুস পূৰ্ন বলবান,
বিধতাৰ ঘৰ ভাঙ্গি কৰে খান খান।

৩। এক গোট জন্তু আচে, মনুস্যে ভুঞ্জই;
কঁপালে ত্ৰিসুল, তাৰ কঁকাল ভেজুৰ,
দহ খন ভৰি, তাৰ পাঁচ গচ নেগুৰ।

৪। গোবিন্দৰ কৰাই
কুৰি মুনিহে খুন্দে,
এক মুনিহে লৰাই।

৫। পেট আচে, পেটু নাই,
মুখ আচে, জিবা নাই।

৬। ৰাতি পুআ চাৰি, দুপৰিয়া দুই,
গধুলি তিনি ভৰিৰে চলে।
হেৰা ভাই, সেইটো জন্তু কাক বোলে?
পণ্ডিতে বুজিব পাৰে, দুই তিনি দিনত,
মূৰ্খে বুজিব নোআৰে কুৰি বচৰত।

ইয়াৰ অৰ্থ এই।

১, কঁত্তৰ। ২, কনিৰ ভিতৰৰ পোআলি। ৩, মিচা মাচ। ৪, মানুহৰ দাঁত জিবা। ৫, কলহ। ৬, মানুহ।

মো



## আকবৰ বাদস্যাৰ কথা ।

The Mogul Emperor Akbar.

১৫৫৬ সঁকত আকবৰ বাদস্যা ১৪ বচৰ বয়সিয়া হৈ সিংহাসনত উঠিল । তেওঁৰ বাপেক হুমায়ুনৰ ইচাৰ দৰে বহৰামক উজিৰ পতা হল । প্ৰথমতে চিকন্দৰ নামে তেওঁৰ এক সত্ৰুক পৰাজই কৰিলে; পাচে হিমু নামে মহমদৰ সেনাপতিএ বল কৰিবলৈ দিলি নগৰলৈ গল । তাতে আকবৰৰ সেনাপতি তিৰদি ওলাই গৈ আপোনাৰ সেনা তাকৰ দেখি জুধ ধৰিবলৈ সাহ ন হৈ নগৰ ধন এৰি দিলে । পাচে আকবৰে বহৰামক সিত্ৰি বুলি মাতি তেওঁৰ হাতত সকলো কৰমৰ ভাৰ দিলে, তেতিয়া বহৰামে তিৰদিক ধৰি মুৰ কটালে । পাচে হিমুএ সৈতে জুধ ধৰি জিনি ১৫০০ হাতি কাঢ়ি ললে; আৰু হিমু ধৰা পৰাত বাদস্যাই আপোনাৰ হাতেৰে তাক মাৰিবৰ উচিত বুলি বহৰামে কোৱাত বাদস্যাই তৰোআল উলিয়ালে, পাচে মৰম লাগি কান্দিবলৈ ধৰি মাৰিব নোৱাৰিলে । তেতিয়া বহৰামৰ খং উঠি একে কোবে তাৰ মুৰ চিঙি পেলালে । পাচে আকবৰে অনেক সত্ৰুএ সৈতে জুধ কৰি পৰাজই কৰিলে । কিন্তু বহৰাম নিচেই নিষ্ঠুৰ হোৱাত বাদস্যাই তেওঁৰ ভাৰ গুচালে । তাতে সি বেজাৰ পাই ৰাজ দোহ কৰি ৰজাই সৈতে ৰন কৰিবলৈ ধৰিলে । পাচে সি পৰাস্ত হৈ ধৰা পৰি, কিন্তু আকবৰে তাক নে মাৰি বৰ মৰম কৰি ৰাখিলে । আকবৰ স্যাই নিয়াই আৰু ধৰমেৰে ৫০ বচৰ ৰাজ সাসন কৰি হিন্দুস্থানৰ সকলো ৰজাতকৈ সু জস্যা পালে ।

## ভূতলৈ ভয় কৰা অকাৰণ ।

**Foolish fear of Evil Spirits.**

জৰ্ম্মানি দেশৰ কোনো ভাগত অতি পুৰণি এক পকি ঘৰ আছিল । জি সময়ত তাক সাজিছিলে, সেই সময়ত দেশৰ বেৱহাৰ অথিৰ থকাত সত্ৰুৰ পৰা ৰখ্যা পাবৰ নিমিত্তে তাৰ গৰবিলাক অতি দ্ৰিঢ ৰূপে গাঁথিছিল । সেই ঘৰৰ ভিতৰ অতি বহল হলেও কেৱল এক চুকে বাস কৰিব পৰা এনে এক খোঁটালি, তাত অবিবাহিত অতি বুৰা এজন চাহাব থাকে । আন আন খোঁটালি, ভেটি আৰু বস্তুবিলাক নতোৱা আউল ৰূপে হাবি হৈ আছিল । তাৰ মাজত সংখ্যা এন্দুৰ লৰা লৰি কৰি থাকে, আৰু অনেক অনেক ফেঁচাই সিহঁতকে নষ্ট কৰিবলৈ বিসেসকৈ চেষ্টা কৰিছিল, কিন্তু এটাও ধৰিব নোআৰিলে । ঘৰৰ চাৰিও ফালে জি সকলো বাট আৰু বাৰি আৰু খেতি আছিল, সিও অতি কুচিত আৰু বোকামই, ৰাতি বেঙবিলাকে আনন্দেৰে গান কৰি নাচি ৰাগি থাকে । সেই চাহাবৰ চিনাকি আৰু বাৰিত খেতি কৰিবৰ নিমিত্তে এজন বহু দিনিয়া মালি তাৰ পৰিয়ালে সৈতে তাৰ ওচৰৰ কোনো সৰু ঘৰত বাস কৰে । অৱসেসে সেই বুৰা চাহাব মৰিলত আন অধিকাৰ ন থকাত তেঁওৰ ভতিজা পুতেকৰ তিৰোতাই সেই ঘৰবিলাকৰ অধিকাৰ হল । আৰু তাৰ বাহিৰে তেঁওৰ আৰু সম্পতি ন থকাত সেই ঠাইত বসতি কৰিবলৈ ইচা কৰিলে । স্বামি মৰিবৰে পৰা সহুৰেকৰ লগত কেতিয়াও সেই তিৰি দেখা দোখি হোআ নাই, আৰু সেই ঠাইলৈও অহা নাই । এই হেতুকে সেয়ে কেনে ঠাই, তাক ন জনাত অনুমান কৰিলে, জে সেয়ে অতি মনোহৰ ঠাই । পাঁচে দাসিক লগত লৈ তালৈ জোআত ওচৰ পালতে বোকাত গাঁৰি বাটত মাৰৰ নিচিনাকৈ জুলিবলৈ ধৰিলে, আৰু দুআৰ পালতে সোমাবলৈ পুৰনি কপাট মেলিবলৈকো সাহ ন জনমিল । পোআৰ আগেএ দেখিলে জে হাবিমই চোতালৰ মাজত পোআলিএ সৈতে গাহৰি চৰিছে । সেই বুৰা আৰু তাৰ তিৰোতাই আপোনাবিলাকৰ নতুন অধিকাৰিনিক দেখি নম্ৰ মনেৰে গ্ৰহন কৰিলে; কিন্তু সিহঁতৰ পুত্ৰবিলাকে মলিন মুখেৰে তেঁওক গ্ৰহন কৰি সাধাৰন ৰূপে সমাদৰ কৰিবলৈ অসম্মত আছিল । ইয়াৰ পাচে সেই মেম চাহাবে মালিনিক লগত লৈ ঘৰৰ ভিতৰ সোমাই তাৰ পুৰনি খোঁটালিবিলাক দেখি তেঁও আচৰিত মানিলে । আৰু সিবিলাকক দেখি ফেঁচাবিলাকে ভয়াতুৰ বা খঙেৰে বৰ সবদ কৰি উৰি গল । তেতিয়াও সেই তিৰিএ নিৰসা ন হৈ ঘৰ চাফ কৰিবলৈ মালিক আদেস কৰি, সেই পুৰনি খোঁটালিত বাস কৰিবলৈ উপাই কৰিলে । সন্ধ্যা বেলা তেঁওৰ দাসিএ মলিন মুখেৰে তেঁওক কবলৈ ধৰিলে, এই ঠাইত থাকিবলৈ মোৰ বৰ ভই লাগে: কিয়নো সেই চাহাব ভুত হৈ প্ৰতি দিন ৰাতি এই ঘৰৰ চাৰিও ফালে ফুৰে, আৰু অগ্নিমই চকুৰে কুকুৰবিলাকে লৰা লৰি কৰে । মেম চাহাবে তাইত সুধিলে, এইবিলাক কথা তুমি কেনেকৈ জানিলা? তাই কলে, আমি আজি দুই বজাৰ পাচে এই ঠাইলৈ আহিছিলোঁ । মেম চাহাবে কলে, ইমান অলপ সময়ৰ মাজত এনে নিগুঢ় কথা কাৰ ওচৰত পালা? দাসিএ উত্তৰ কৰিলে, এয়ে নিগুঢ় কথা ন হই, মালিনিএ কলে, এই ফালে জিমান লোক থাকে, সেইবিলাকে এই ঘৰলৈ এনে ঘিন কৰে, জে তাক চাফ কৰিবলৈ মানুহ পোআই অতি কঠিন । আমি জেতিয়া চাহাবৰ পুৰ্ব্ব পুৰুসৰ নকচা দেখিছিলোঁ, তেতিয়া সিহঁতৰ অস্ত্ৰ সস্ত্ৰ সজোআ দেখাতে মোৰ ভই লাগিছিল । আৰু মালিনিএ কলে, গৰৰ তলত অতি দ বন্দি গঁৰাল আছে, তাতে স স মানুহ নষ্ট হৈছিল, আৰু তেঁটিত বন্ধা জিজিৰিবিলাক এতিয়াও আছে, বিসেসকৈ মানুহৰ হাৰো পোআ জাই ।

বৰ ভয়াতুৰ কথা দাসিৰ মুখৰ পৰা সুনিলতো মেমে মন থিৰকৈ থাকিল; কিন্তু ক্ৰমে ক্ৰমে এন্ধাৰ হলত দাসিৰ ভই লাহে লাহে বাঢ়িবলৈ ধৰিলে । আৰু সেই ৰাতি ৰৰধুন হোআত তাই মাজে মাজে বায়ুৰ সবদকে

ভুতৰ সবদ বুলি ভাবিব ধৰিলে। তাইৰ মেমে সেই সময়ত চকিত হৈ পুথি পৰ্হি আছিল, এনে সময়ত গিৰ্জা ঘৰৰ ঘৰিত বাতিৰ বাৰ বাজিল, তেতিয়া দুৰৈত মেঘে গজাৰ নিচিনা এক সবদ সুনা গল। তেতিয়া সেই দাসিএ হিয়াত ভুকু মাৰি কলে, আপুনি একো সুনা নাই নে? মেমে উত্তৰ কৰিলে, মই ভাবোঁ, দুৰৈত মেঘে গাজিচে; প্ৰত্যেক বচৰৰ এই সময়ত এনে ন হই, তথাপি কোনো কোনো বচৰত এই ৰুপে হই। তুমি এই পুথি লৈ পৰ্হি মোক সুনুআ, তাতে তোমাৰ ভই গুচিব, আৰু মোৰ দুখৰ চকুএও অলপ সান্তনা পাব। দাসিএ পুথি লৈ পৰ্হিব ধৰিলে। কিন্তু অলপ বেলিৰ পাচে এঁটাহ্ পাৰি উঠিল; কিয়নো মেঘৰ গৰ্জনৰ সবদ বাৰে বাৰে বাৰ্হিবলৈ ধৰিলে, আৰু সেয়ে জে পকিৰ ভিতৰৰ পৰা হই, ইয়াৰ প্ৰমান ওলাল। আৰু বাহিৰত সেই খোঁটালিৰ কিচুমান দুৰৈত অনেক অনেক ঠাইত আচৰিত এঁটাহৰ ধনি আৰু অসাধাৰন ৰুপে সবদ সুনা গল। ইযাতো সেই মেমে পুৰনি খিলিকিবিলাক পাৰে মানে চেলা দি বন্ধ কৰিলে, পাচে আৰুও বহি পৰ্হিবলৈ দিলে। আগৰ সবদ সেই কালত কিচু কম হোআত দাসিএ কম্পনিৰ স্বৰেৰে পৰ্হিবলৈ ধৰিলে। কিন্তু প্ৰাই দুই ঘণ্টা চান হল, আৰুও সেই গৰ্জন বাৰ্হি অতিসই ভয়ঙ্কৰ হবলৈ ধৰিলে। পাচে দুই বাজি গলত সকলোএ একে বাৰে নিজম দিলে। তাতে দাসিএ কঁপি মলিন মুখেৰে তাইৰ অধিকাৰিক কলে, বিনই কৰোঁ, বাতি পুআলে এই ভুত আলইৰ পৰা জাবলৈ অনুমতি দিওক; মই আৰু ইয়াত এক ৰাতিও থাকিব নোআৰোঁ। পাচে ৰাতি পুআলৈকে নিজম দি থকাত মেম চাহাবে নিৰ্ভয়ে সয়ন কৰিলে। কিন্তু দাসিৰ এক নিমিসো টোপনি ন গল। ৰাতি পুআই মালিনি আহি অনেক প্ৰকাৰ প্ৰসংসাৰ কথা কবলৈ ধৰিলে, মই বুৰি তিৰিএ অনেক বিসয়ে দেখিচোঁ, আৰু আন আন ঠাইতকৈ এই ঘৰত বৰ অলক্ষণ ঘটনা ঘটি থাকে; ইয়াক সকলোএ জানে। মই বহু বচৰৰে পৰা এই ঠাইত থকাত আচৰিত যে মানিবা। কিন্তু জোআ ৰাতিত জি হাই হাই কৈচিল, সেই নিচিনা হাই আৰু গৰ্জন আৰু ৰৌ ৰৌ সবদ আৰু এই ঘৰৰ পিচি মালাক মথা আগৰ কালৰ লোকবিলাকৰ কেঁকনি, হাত এই দেসি আদি বাসি বুৰা লোকবিলাকৰ মাই জতো কোনোএ এই ৰুপে দেখা সুনা নাই। মেম চাহাবে তেতিয়াও থিৰ হৈ অনেক প্ৰকাৰ কৰমত বিয়াকুল হৈ থাকি, সেই দিন জাপন কৰিলে; কিন্তু তেঁওৰ দাসিএ ভয়তে বেলিএ বেলিএ বিয়াকুল হবলৈ ধৰিলে। পাচে পুনৰাই ৰাতি ১২ বাজিলত কেৱল জোআ ৰাতিৰ নিচিনাকৈ তৰ্জন গৰ্জনহে সুনা গল, অকল সেয়ে ন হই, বিজুলিৰ নিচিনা আচাৰত পহৰত ঘৰ চোতালবিলাকো প্ৰকাস হল, আৰু জিজিৰিৰ ধনি, বেৰি পিন্ধা লোকবিলাকৰ আহ সবদ সুনা গল। এই প্ৰকাৰ বেলিএ বেলিএ হাই উৰুমি হলত পাচে জেতিয়া ২ বাজিল, তেতিয়া জেন অতি ওচৰতেহে হাই, টোপ মাৰিলে, এনে সবদ সুনা গল। তাই দাসিএ মুৰ্চিত হৈ মাটিতে পৰিল, আৰু মেম সাহ ৰুপে জাগি থাকিলেও ভয়ৰ পৰা ৰক্ষা পাব নোআৰিলে।

এই ৰাতি মেমেও মু দুলে, ৰাতি পুআল তেঁও দাসিক তাৰ পৰা জাবলৈ কোআত তাই আনন্দেৰে সকলো বস্তু জুগুত কৰিলে, দুই এক ঘণ্টাৰ পাচত সিইত দুয়ো গাঁৰিত উঠি গল। কিন্তু এই বেলি সেই মেমে আগৰ থকা ঠাইলৈ ন গৈ আপোনাৰ কোনো চিনাকি সেনাপতিৰ ঘৰলৈ জাত্ৰা কৰিলে।

প্ৰাই এক সপ্তাহ হল, তেঁও কোনো এদিন দুপৰতে অকলেই সেই ঘৰলৈ পুনৰাই আহিল। গাঁৰিৰ পৰা নামিলতেই বুৰি মালিনিএ তেঁওক কবলৈ ধৰিলে, জেতিয়া আপুনি ইয়াৰ পৰা গল, তেতিয়াৰে পৰা এই ঠাইত হাই উৰুমি হৈ আচে। খিলিকি দুআৰবোৰৰ ওচৰত ভয়ঙ্কৰ আকাৰেৰে আৰু মলিন মুখেৰে মুৰ্ত্তিএ দেখা দিএ; আৰু কোনো মানুহ ওচৰলৈ গলে তাক সিল দলিয়াই, আৰু মাটি

পলাই দিএ. এই কাৰনে কোনোএ বাতি বাৰৰলৈ জাবলৈ সাহ্ ন কৰে। আপোনাৰ একো ভই নাই নে? আপুনি পুৰুসতকৈ সাহসিক নে? মেমে উত্তৰ কৰিলে, মোৰ ভয়েৰে কি হব? বাকিবলৈ মোৰ আন ঠাই নাই। হব পাৰে, অভ্যাসৰ দোআৰাই সহিব পাৰিম, নাইবা ভূতবিলাকেই ভাগৰিব। জি হওক, এই পৰি ঘৰত অকলেই থাকিলে ভয়তে মৰিম; এই হেতুকে তুমি ৰাতি মোৰ লগত থাকিবা। মোৰ দাসি ভয়তে বেমাৰ হল, তাইক লগত আনিব নোআৰিলোঁ; কিন্তু তুমি অনেক বচৰ এই ৰুপে হাই সুনি আচা, তোমাৰ হানি হব বুলি ভই নাই।

তাতে সেই মালিনিএ অনেক অনেক প্ৰকাৰে বাধা কৰিবলৈ ধৰিলে কিন্তু মেমে সাহ্ কৰি তাক নু সুনিলে, সেই কাৰন তাই সেই ৰাতি মমৰ ওচৰত থাকিল। পাচে ৰাতি ১২. বাজিতে আকও আগৰ দৰে হাই উৰুমি হল। মালিনিএ অনেক অনেক প্ৰকাৰ মন্ত্ৰ জপ কৰিবলৈ ধৰিলে, আৰু মেমে খোঁটালিত ফুৰি ফুৰি আচিল। অলপ কালৰ পাচে খিলিকি দুআৰৰ সমুখত অকস্মাতে ভয়ানক দৰ্সন দেখা গল। অৰ্থাত সুকুলা বস্ত্ৰ পিন্ধা তিনি মূৰ্ত্তি; এটা এটাকৈ উঠি প্ৰনাম কৰি নৌ প্ৰকাস হোআৰ আগেয়ে আকও ভয়ানক সৰিলেৰে গান কৰিবলৈ ধৰিলে। পৰিৰ ভিতৰতো জিজিৰিৰ আৰু গৰ্জ্জনৰ স দ হৈচিল। অলপৰ পাচে সেই তিনি মূৰ্ত্তিৰ এটাই ৰকি ৰকি বাহিৰলৈ গৈ খিলিকিৰ ওচৰতে থিয় হৈ ৰলহি। পাচে আন দুটাই বেগাই খোঁটালিৰ মাজতে থিয় হলগৈ, তাৰে এটাই মৰিবলৈ ধৰা মানুহৰ নিচিনাকৈ সেহাই-সেহাই ঘেৰ ঘেৰনিৰ সবদেৰে বুৰি মালিনিক কবলৈ ধৰিলে, এয়ে কেনেকুআ? আমুস জি ভাগ আহিচে, তাত তই নিচয়ে পাপ কৰা নাই নে? এতিয়া মৈদাম পোআ মৰা লোকৰি ৰকত দুধ দি, ভূতবিলাকৰ লগত উমলিচ। তো কৰমৰ উপজুক্ত ফল পাবি। পাপৰ প্ৰেমাৰ মাসিৰে এই ঘৰত প্ৰান এৰিচোঁ জি আমি, আমি পুনৰাই উঠি, আমাৰ লগত তোক পতাললৈ নিবলৈ আহিচোঁ। এই কথাৰ সেস হলত দুতিয় মূৰ্ত্তিএ মালিনিলৈ সুকান হাত মেলিলে, সেই মূৰ্ত্তিৰ চকু নাচিল, কেৱল চকুৰ ঠাইত দুটা গাঁত আচিল; মুখ থকা ঠাইত কেৱল দুই পাৰি আলু দেখা গল। এনে ভয়ানক দৰ্সনত সেই মালিনিএ ত্ৰাহি ত্ৰাহি বুলি মাটিত পৰিল। প্ৰথম মূৰ্ত্তিএ আকও সুধিলে, কোআচোন দেখোঁ, এই ঘৰৰ মাজত কোন ভূতে জিজিৰি লৰাইচে, আমি সিহঁতক নি চিনোঁ। ৰৰুপকৈ ক, নতুবা এতিয়া মৰিবি। তেতিয়া সেই বুৰিএ মাটিত পৰি থাকি এই উত্তৰ দি কলে, সিহঁত ভূত ন হই। দুতিয় মূৰ্ত্তিএ অতি ভয়ানক মাতেৰে সুধিলে, তেন্তে সিহঁত কোন? বুৰিএ কান্দি কান্দি কলে, সিহঁত মোৰ পুত্ৰ, এয়ে সিহঁতৰ খেলা মাথোন। সেই সেই মূৰ্ত্তিএ উত্তৰ কৰিলে, প্ৰেতবিলাকে এনে প্ৰকাৰ খেলা সহিব নোআৰে। তই এতিয়া দণ্ডৰ মাজত আচ, তোৰ আগ্যা আচৰা সেই দুষ্টবিলাকেও দণ্ড পাব, সিহঁতেও এতিয়া মৃত্যুৰ মুখত আচে। মূৰ্ত্তিৰ এই কথা সেস হলত ৰাতি দুই বাজিল, তাতে আগৰ দৰে ঘৰ টোপ মৰা হলত ঘৰৰ ভিতৰলৈকে সকলো হাই নিস্তম দিলে। তেতিয়া সেই তিনি মূৰ্ত্তি অতি বেগে চোতাললৈ গল; ঘৰৰ বৰ দুআৰৰ ওচৰত অকস্মাতে ভয়ানক এটাহ্ সুনা গল। তাকে সুনি খোঁটালিৰ মাজৰ মাটিত পৰি থকা মালিনিএ কান্দি কান্দি কলে, হাই হাই, সিহঁতে মোৰ পুত্ৰক মাৰি পেলালে। অলপৰ পাচে মালিনিৰ পুতেকহঁত বাহিৰলৈ ওলাই জোআ কালত সেই তিনি মূৰ্ত্তিএ সিহঁতক ধৰি জৰিৰে বান্ধি মেম চাহাবৰ ওচৰলৈ আনিলে, সেই তিনি মূৰ্ত্তিও খোঁটালিৰ মাজলৈ সোমাই আহিল। কিন্তু সোমোআৰ সময়ত লাউ পাতৰ সজা মুৰৰ খোলা আৰু সুকুলা কাপৰ পেলাই দিলত দেখা গল, জে সিহঁত আগৰ সেনাপতি আৰু তেঁওৰ দুজন বন্ধু। পাচ দিনা হলত মালিনিৰ পুত্ৰবিলাকক বিচাৰৰ ঠাইলৈ নিয়া হল, আৰু মালিনিৰ পৰিয়ালক সেই ঠাইৰ পৰা বাহিৰ কৰিলে। পাচে ঘৰ আৰু তাত

থকা খেতিবিলাক নিৰ্ম্মল হল। পাচে সেনাপতিৰ লগত মেমে বিবাহ হল। তাতে তেঁওৰ কুতৰ দোআৰাই কোনো দুখ ন হল, অনেক বচৰলৈকে সেই ঠাইত সুখেৰে বাস কৰিলে।

এই বিবৰনৰ দ্বাৰে আমাৰ দেশতো অনেক লোক কেৱল অনৰ্থক ভয়তে প্ৰাই মৰি গৈচে।

ম. ন. প.

## লখমি আৰু গৌৰিনাথৰ ৰূপৰ মোহৰ।

**Coins of Lokhmi and Gourinath.**



Rupee of Lokhmi Singh, coined A. D 1770.

শ্ৰী শ্ৰী স্বৰ্গ দেব শ্ৰী লক্ষ্মী সিংহ নৃপস্য শাকে ১৬৯২। শ্ৰী শ্ৰী হৰ গৌৰী চৰনাৰবিন্দ মকৰন্দ মধুকৰস্য। অৰ্থাত সিৱ গোসানি দুইৰো চৰন ৰূপ পদুমৰ মধু পান কৰা ভোঁমোৰা।



Quarter Rupee of Lokhmi Singh, coined A. D. 1780.

শ্ৰী শ্ৰী লক্ষ্মী সিংহ নৃপস্য, শাকে ১৭০২।



Two anna Coin of Lokhmi Singh.

শ্ৰী শ্ৰী লক্ষ্মী সিংহ নৃপস্য।



Rupee of Gourinath Singh, coined A. D 1781

শ্ৰী শ্ৰী স্বৰ্গ দেব শ্ৰী গৌৰীনাথ সিংহ নৃপস্য শাকে ১৭০৩। শ্ৰী শ্ৰী হৰ গৌৰী চৰনাৰবিন্দ মকৰন্দ মধুকৰস্য।



Rupee of Gourinath, struck A. D. 1795.

শ্ৰী শ্ৰী স্বৰ্গ দেব শ্ৰী গৌৰীনাথ সিংহ নৃপস্য শাকে ১৭১৭। শ্ৰী শ্ৰী হৰ গৌৰী চৰন কমল মকৰন্দ মধুকৰস্য।



Four anna Coin of Gourinath Singh, A. D. 1795.

শ্ৰী শ্ৰী গৌৰীনাথ সিংহ নৃপস্য শাকে ১৭-১৭। ১৬। তোগৰ ১৬ বচৰত এই ৰূপ মৰা হৈছিল।



Two anna Coin of Gourinath Singh.

শ্ৰী শ্ৰী গৌৰীনাথ সিংহ নৃপস্য।



One anna Coin of Gourinath Singh.

শ্ৰী গৌৰীনাথ সিংহ নৃপস্য।



Half anna Coin of Gourinath Singh.

শ্ৰী গৌৰীনাথস্য।

আমেৰিকা দেশৰ নুয়ৰ্ক নামে নগৰত ১২,০০০ হেজাৰ মান লৰা চোআলি আছে, কি কিবোৰে ধৰম শাস্ত্ৰ পঢ়িব নে জানে, স্ব ইশ্বৰৰ সেৱা কৰা ঘৰলৈকো নে জাই, কেৱল এনে লৰা চোআলিহে ১২,০০০ হেজাৰ, কি বোৰে পঢ়িব পাৰে, এনে বা কিমান হেজাৰ আছে, তাক কোনে কব? কিন্তু কি দেশত ধৰম শাস্ত্ৰ মান্য হৈছে, আৰু প্ৰাই সকলো খ্ৰিষ্টিয়ান নাম লৈচে, এনে দেশতো ইমান হেজাৰ লৰাই পঢ়িব ন জনাকৈ থকা অতি আচৰিত!

## মহা মহিম শ্রীযুত অৰুণোদই সম্পাদক মহাশই দেসোপকাৰক বৰেষু।

Letter to the Editor.

নিবেদন এই,

শ্রীযুত পাদুৰি লঙ্গ চাহাবে কৰা প্রস্নৰ পৰা জি কেইটা প্রস্ন আজা বচৰৰ ডিচেম্বৰ মাহত চপা হৈছিল। তাতে আমাৰ অচমৰ পৰা গৈ কলিকাতাৰ মেডিকল কলেজত থকা শ্রী মিৰ মজকৰ হুচেন নামেৰে এজন গুন সালি মানুহৰ বিবস্তৰ। নোআৰাই সেই সকল প্রস্নৰ উত্তৰ দিবলাগৰ আৰু নগাঁৱত থকা দুজন বিদ্যোৎচাহি মানুহে এপ্রিল মাহৰ অৰুণোদইত চপাই, তাৰ ঠিক উত্তৰ হৈছে নে নাই হোআ, তাক আমাৰ পৰা জানিবৰ বাঞ্ছা কৰে। এতেকে এই কাকত খানি আপোনাৰ গিয়ান ভণ্ডাৰ অৰুণোদইৰ দাঁতিত ঠাই দি অনুগ্রহ কৰিব।

সেই সকল প্রস্নৰ উত্তৰ ভাল ৰূপে আমিও নে জানোঁ। সিবিলাকে জি জি ৰূপে লিখিছে, আমিও প্রাই সেই সেই ৰূপেহে ভাবিছিলোঁ; কিন্তু সিবিলাকে নৰা নৰিকৈ লিখা বাবে জি কেইটা কথা ভালকৈ মন ন কৰাকৈ লিখিলে, তাক দুয়ো জনৰ কথা একে ঠাইতে গোটাই লিখিলোঁ। সিবিলাকে এক ন কৰি পুনৰ বিবেনা কৰি চাব।

১। পৰ্ৱৰ ভিতৰত, সাল গচ ৬ মাহত ইমান ওখ হই, বুলি আমি ভাবিব নোআৰোঁ।

২। মাচ আৰু পখি (চৰাইক) পোক অৰ্থাত কিট) বোলা নে জাই।

৩। হাতৰ সলনি তোমোৰাই মুখেৰে একো কৰিব নোআৰে, সুদ্ধো এতাল ন হই; দুতাল থাকিব পাই।

৬। এই প্রস্নৰ কথা আমিও ভাল ঠিককৈ বুজিব নোআৰোঁ।

৯। বৰুমলা প্রভিতিক, গচ নো বোলে, গচৰ কথাহে প্রস্নত লিখা আছে।

এই দুজন মানুহে জি ৰূপে অৰুণোদই চাই তাৰ উত্তৰ লিখি দিছে, তাতে সম্পাদক চাহাবে বৰ সন্তোস পাইছে। Sri Purnanond.

## দায়ুদৰ ২৪ গিত।

The Twenty fourth Psalm.

প্রভুলৈ জয়ধনি কৰা।

পৃথিবি আৰু তাত থকা জি সকল, জগত আৰু তাৰ নিবাসি সকল য়িহোৱাৰ। ২ তেঁও সমুদ্রৰ ওপৰত তাৰ ভেঁটি পাতিলে; মহা জলৰ ওপৰত তাক থাপন কৰিলে।

৩ য়িহোৱাৰ পৰ্বতলৈ কোন উঠিব? তেঁওৰ পবিত্র থানত কোন থিতি হব? ৪ জি জনৰ সুচি হাত আৰু পবিত্র চিত; জি জনে মিচা কথালৈ আপোনাৰ মন নি দিএ, আৰু মিচা সপতো নে খাই; ৫ এনে লোকে য়িহোৱাৰ পৰা আসির্বাদ পাব; তাৰ পৰিত্রান কর্তা ইশ্বৰৰ পৰা সি পুন্য পাব। ৬ তেঁওক বিচাৰ কৰা বংসহ এইবিলাক; তোমাৰ মুখ এইবিলাকে বিচাৰে, হে য়াকোবৰ [ইশ্বৰ]।

৭ হে দুআৰ সকল, তোমোলাকৰ মুৰ দাঙ্গা; হে চিৰস্থায়ি কপাট সকল, তোমোলাক দঙ্গা হোআ; তাতে মহিমাৱন্ত ৰজা প্রবেস কৰিব। ৮ সেই মহিমাৱন্ত ৰজা নো কোন? জি য়িহোৱা পৰাক্রমি আৰু সক্তিমন্ত, জি য়িহোৱা জুধত পৰাক্রমি, তেঁৱেই।

৯ হে দুআৰ সকল, তোমোলাকৰ মুৰ দাঙ্গা; হে চিৰস্থায়ি কপাট সকল, তোমোলাক দঙ্গা হোআ; তাতে মহিমাৱন্ত ৰজা প্রবেস কৰিব। ১০ সেই মহিমাৱন্ত ৰজা নো কোন? সৈন্যাধিকাৰ য়িহোৱা, তেঁৱেই মহিমাৱন্ত ৰজা।



আফ্রিকা দেসৰ দুই কুঁজিয়া উট।

## জাত্রিকৰ জাত্রা, ৮ আধ্যা ৷

The Pilgrim's Progress, Chapter 8.

বিস্বাসি ৷ তেন্তে তুমি সেই মানুহক জানা নে?

খ্রিষ্টিয়ান ৷ এৰা, সি আপুনি আপোনাক জনাতকৈও মই তাক জানোঁ ৷

বিস্বাসি ৷ তেনে হলে সি কোন?

খ্রিষ্টিযান ৷ তাৰ নাম কথকি, আমাৰ নগৰ নিবাসি লোক ৷ তুমি তাক নি চিনাত মই বৰ আচৰিত মানিচোঁ, তথাপি আমাৰ নগৰ হলে বহল হঁওতে হই ৷

বিস্বাসি ৷ সি কাৰ পুতেক? নগৰৰ কোন খিনত থাকে?

খ্রিষ্টিযান ৷ সি সুবক্তিৰ পুতেক, গল্প চবুৰিতে থাকে ৷ জিবিলাকে তাক চিনে, সেই সক লোবে মাজত গল্প চুবুৰিৰ কটকি বুলি পখ্যাত হৈছে ৷ তাৰ কথা হলে সুন্দৰ, তথাপি মানুহ হলে অকর্ম্মন্য ৷

বিস্বাসি ৷ দেখোঁতে তেঁও উত্তম মানুহ জেন দেখা জাই ৷

খ্রিষ্টিযান ৷ হই, জিবিলাকে তাক ভালকৈ নি চিনে, সেইবিলাকে উত্তম জেন মানে ৷ থকা ঠাইৰ পৰা আঁতৰত হলে সি ভাল মানুহ, কিন্তু থকা ঠাইত কিমান দুর্জ্জন তাক কব নোআৰি ৷ তুমি তাক উত্তম মানুহ বোলাত খনিকৰে নকচা লিখাৰ কথা মোৰ মনত পৰিচে, তাৰ নকচাবোৰ দূৰৈৰ পৰা বৰ ভাল দেখি, ওচৰত হলে দেখিবলৈ বেযা ৷

বিস্বাসি ৷ তুমি উপহাস্য কৰিচা হবলা, তোমাক হাঁহিবৰ দেখিচোঁ ৷

খ্রিষ্টিয়ান ৷ হাঁহোতে মিটিকিযাই হাঁহিলোঁ হই, তথাপি এনে কথাত কদাচিতো উপহাস্য ন কৰোঁ, আৰু কাকো মিচা অপবাদো নি দিঁও, ইস্বৰে তাক বাধা কৰোক ৷ কিন্তু এই মানুহৰ কথা কিছু আৰু কঁও সুনা, সি সকলো বিধ লোকৰ আলাপ আৰু কথোপকথনত বৰ পার্গত ৷ তোমাৰ লগত এতিয়া জেনেকৈ কথোপকথন কৰিচে, তেনেকৈ মদপিৰ ঘৰতো কৰিব ৷ আৰু তাৰ মূৰত জিমান অধিক মদ সোমাই, তিমান অধিক কথা মুখৰ পৰা ওলাব ৷ তাৰ মনত বা ঘৰত বা কৰ্ম্মেত ধৰমে একেবিও ঠাই নে পাই তাৰ জি আচে, সি কেৱল মুখতহে থাকে; ধৰমৰ কালে হলে চতুৰালি মাত্র ৷

বিস্বাসি ৷ অস অস, তাৰ এনে কথা নে? তেনে হলে মোৰ বৰ ভুল হৈচে ৷

খ্রিষ্টিয়ান ৷ ভুল হৈচেতো, তাক অৱস্যে জানিবা ৷ তুমি নিতি কথা সোঁৱৰা, সিইতে কই মাত্র, পালন ন কৰে; কিন্তু ইস্বৰৰ ৰাজ্য কথাত ন হই, সক্তিতহে হই ৷ এই কথকিএ প্রার্থনা, মন পালটন, বিস্বাস, নতুন জনম, এই সকলৰ অর্থে কেৱল কথাকেহে কব পাৰে, তাত বাজে একো নে জানে ৷ তাৰ ঘৰলৈ মই কেইবা বেলিও গৈচিলোঁ, তাক পৰিয়ালৰ লগত আৰু আন ঠাইতো দেখিলোঁ ৷ আৰু তাৰ জি কথা কৈচো, তাক স্বৰূপ জানিহে কৈচোঁ ৷ কনিৰ বাদুত জেনেকৈ সোআদ হিন, তেনেকৈ তাৰ ঘৰতো ধৰম হিন ৷ তাৰ ঘৰত প্রার্থনা নকৰ আৰু পাপিৰ নিমিত্তে খেদৰো একো চিন নাই পছুএও আপোনাৰ সক্তিৰ দৰে ইস্বৰক তাতকৈ ভাল ৰূপে ভজে ৷ অধিক কি কম, জিবিলাকে তাক জানে, সেইবিলাকৰ মাজত সি ধৰমৰ দাগ, নিন্দা আৰু লাজৰ কৰম হই ৷ নগৰৰ জি মূৰে সি থাকে, সেই ঠাইত তাৰ নিমিত্তে ধৰমক প্রসংসা প্রাই কেৱে ন কৰে ৷ তাৰ চুবুৰিযা সামান্য লোকেও তাৰ অৰ্থে বোলে, বাহিৰত সাধু, আপোন ঘৰত ভুত ৷ তাৰ দুখিয়া পৰিবালবোৰেও এই কথা জানে, তাৰ এনে খঙ, সি গালি পাৰি আৰু অকাৰনত দাই ধৰাত চাকৰবোৰেও তাৰ কাম কেনেকৈ কৰিব লাগে, তাক নে জানে, আৰু তাক আমাত কথা কবলৈকো সাহ নে পাই ৷ আৰু জিবোৰে তাৰে সৈতে বেৱহাৰ কৰে, সিইতে বোলে, ইয়াতকৈ তুৰুকে সৈতে বেৱহাৰ কৰাই ভাল কিয়নো তুৰুকৰ মাজতে ইয়াতকৈ নিয়াই ৰূপ বেৱহাৰ কৰিবলৈ পাম ৷ এই কথকিএ সিইতক জদি লগ পাই, তেন্তে মানুহৰ অন্যায্য হলে, সি চল চাই সেইবোৰকো বঞ্চা কৰি

হলেহেঁতেন আৰু তাৰ সবাকো আপোন খোজতে চলিবলৈ সিকাইচে । কিয়নো সিবিলাকৰ মাজত অলপ সোসাদোস বিচাৰ কৰা গিয়ান জদি দেখে, তাক অগিয়ান ৰুপে ভই বুলি সিইঁতক গালি পাৰে; আৰু প্ৰাই কোনো কামৰ ভাৰ নি দিএ; আৰু লোকৰ আগতো সিবিলকক ভাল নো বোলে । মোৰ মনে হলে সি আপোন দুষ্ট কৰমেৰে বহু মানুহক উজুটি খুআই পেলালে; আৰু ইস্বৰে নিবাৰন ন কৰিলে, পাচলৈকো অনেকক নষ্ট কৰিব ।

বিস্বাসি । ভাই, তোমাৰ কথা পতিয়াৰ লগা, কিয়নো তুমি বুলিচা মই তাক চিনোঁ; আৰু তুমি খ্ৰিষ্টিয়ানৰ দৰে লোকৰ বাত্ৰা কোআ । হিংসাৰ কাৰনে ন হই, সঁচা হোআৰ কাৰনেহে এইবিলাক কথা কৈচা, মই তাক জানোঁ ।

খ্ৰিষ্টিয়ান । তুমি প্ৰথমতে জি ৰুপে তাক আনিল তাতকৈ মই ভালকৈ ন জনা হলে ন জান তোমাৰ দৰেই ময়ো ভাবিলোঁহেঁতেন হেযক ধৰমৰ সত্ৰুবিলাকৰ পৰা মই জদি এই কথা পালোঁহেঁতেন, তেতিয়া মিচা বুলিলোঁহেঁতেন, কিয়নো ভাল মানুহৰ নাম আৰু বেনহাৰৰ অহিতে দুষ্ট লোকৰ মুখৰ পৰা এনে সিকথা ওলাই । কিন্তু মই তাৰ অহিতে জি সি কথা কলোঁ, তাত বাহিৰেও আন আন অনেক কথ মই আপোন চকুএ দেখা প্ৰমান দিব পাৰোঁ । তাক এৰিও ভাল মানুহবিলাকে লাজ পাই তাক ভাই বা সখি নো বোলে; আৰু জিবিলাকে তাৰ নাম মাথোন সুনে, চিনাকি হলে, সিবিলাকৰ মুখ ৰঙা পৰি জাই ॥

Happy Death.

এজন অতি মান্যৱন্ত আৰু ধৰমি লোকে আপোনাৰ মৰনৰ কালত তেঁওৰ পৰিয়ালৰ আগত এই সান্তনা দায়ক কথা কলে, কাইলৈ ৰাতি পুৱা নৌ হওতে মই প্ৰভু যিচুৰ চৰনত নিদ্ৰা জাবলৈ আসা কৰিচোঁ । মানুহে জিহেৰে অতি সুখ আৰু সান্তনাৰে মৰ পাৰে, ইয়াত বাহিৰে আন কোনো নিদ্ৰা জোআ ঠাই

# কৈকোবাদৰ আখ্যান ।

The Pathan Dynasty—Kaikobad.

বালিন ম্ৰিত্যু হলত তেঁওৰ নাতিএক কৈকোবাদ অঠৰ বচৰ বয়সিয়া হৈ সিংহাসনত উঠিল তেঁও অতিসই ম্ৰিদু আৰু কোমল স্বভাও আৰু বিদ্যাৱন্ত আচিল । পাচত তেঁও পুনি স্বতন্ত্ৰ হোআত সুখ ভোগত মগ্ন হল; তেঁওৰ এনে স্বভাও প্ৰকাস হোআত প্ৰজাৰ মাজতো সুখ, আৰু কুকৰম প্ৰকাস হল, আৰু ঠায়ে ঠায়ে কুকৰম আৰু ৰঙ ধেমালিৰে দেস পুৰ হল ।

Nizam plots against the King.

জমুনা নদিৰ তিৰত সেই বাদস্যাই এক ৰাজ ঘৰ সজাই একো বাধা নো হোআকৈ সেই ঠাইতে সুখ ভোগ কৰিবলৈ বাস কৰিলে, আৰু বাদ্যক, গায়ন আৰু নাচনিত বাজে সেই ঠাইত কাকো সোমাব নি দিলে । পাচে নিজাম নামে এজন মানুহ ৰাজ্যৰ প্ৰধান কৰমত নিজোজন হল । সি এই ৰুপে সকলো ৰাজ সাসন আপোন হাতত পৰা দেখি, আৰু বাদস্যাও সুখ ভোগত আসক্ত হোআ জানি সিংহাসন পাবৰ আসাৰে আপোনাৰ পথ জুগুত কৰিবলৈ ধৰিলে । প্ৰথমতে সি খোজ্ৰোলৈ কুদ্ৰিষ্টি কৰি তেঁওৰ বিৰোধে বাদস্যাৰ খঙ তোলাবলৈ সকলো ভাৱে জতন কৰিলে । তাতে বাদস্যাই খোজ্ৰোক দিলিলৈ মতাই অনোআলে, কিন্তু তেঁও আহোঁতে বাটৰ মাজতে নিজামে তেঁওক খুনি মানুহৰ দোআৰাই বধ কৰোআলে । আৰু ৰালিন বাদস্যাৰ আন আন পুৰনি চাকৰবিলাকক সি গুপুত ভাৱে বধিলে, ইয়াতে সকলো লোকৰ বৰ ভই জনমিল । আৰু বাদস্যাত তাৰ অতি পৰাক্ৰম থাকিলেও সকলো লোকৰ আগত সি ঘিন লগা হল । আৰু বাদস্যাৰ বলত জি বহু সংখ্যা মগল সৈন্য আচিল, সিবিলাকৰ বিৰোধেও সেই ৰাজ দ্ৰোহিএ এই কুমন্ত্ৰনাৰ দোআৰাই বাদস্যাৰ অসুয়া জনমাই কলে, বোলে, জেতিয়া আন মগল লোকে জুধ কৰিবলৈ আহে, তেতিয়া মগলৰ সৈন্যবোৰ আপোনা লোকৰ ফলিয়া হব । এই কথা সুনি সেই দুৰ্বলি

ৰজাই এই ভাবি কোঅা কথাত বিস্বাস কৰি এক দিনত মগল সৈন্যৰ সেনাপতিবোৰক মতাই আনি আপোন সৈন্যৰ দোআৰাই সি-বিলাকক সংহাৰ কৰালে ।

His Father marches towards Delhi.

এনে কালত জি জন বঙ্গালৰ দেসাধিকাৰ বাবে নিজোজন হৈ আছিল, সেই বাদস্যাৰ বাপেক কিৰায়ে দিলিৰ এই সকলো বেৰহাৰ কথা সুনি, আপোনাৰ পুতেক কোনো সঙ্কটত পৰে বুলি এক পত্র লিখি তেঁওক সুপৰামৰ্স দিলে । কিন্তু সেই নিৰ্বুধি বাদস্যাই, লোকৰ বুধি লওক চাৰি আপোনাৰ বাপেকৰ সত্ত আলচকে হেলা কৰিলে; তাতে তেঁওৰ বাপেক কিৰাই বালিন মৰাৰ দুই বচৰৰ পাচত মহা সৈন্য গোটাই দিলিৰ অহিতে গমন কৰি আহিল । পাচে তেঁওৰ পুতেক কৈকোবাদেও আপোনাৰ সৈন্য গোটাই বাপেকক জুধ দিবৰ নিমিত্তে আগ বাঢ়ি গৈ গজেৰা নদিৰ তিৰত চাউনি কৰিলেগৈ । কিন্তু কিৰাই পুতেকৰ সৈনতকৈ আপোনাৰ সৈন্য অলপ দেখি পুতেকে সৈতে মিল হব খুজিলে, তাতে জৌবন বাদস্যাই অতি গৰ্ব কৰিলে । এনেতে প্ৰিতি আৰু নম্র ভাৱে লিখা এক পত্র বাপেকৰ পৰা পালে, আৰু তাত এই ৰুপ কথা লিখি অনুগ্ৰহ মাগন কৰিচিল, বোলে, আপন পুত্ৰই সৈতে এক বাৰ দৰ্সন পাবলৈ অতি বাঞ্চা কৰোঁ । তাতে কৈকোবাদে পিত্ৰিৰ চেনেহ বুজি বাপেকে সৈতে দেখা দেখি হবলৈ আগ্যা কৰিলে । ইয়াকে দেখি নিজামে দুয়োবো মিলন হোআক নিবাৰন কৰিবলৈ জতন কৰিলে, কিন্তু বাদস্যাৰ তালৈ খুৱাৰ নোঅৱাত এই ৰুপে আলচ দিলে, আপুনি দিলিৰ মহা ৰজা, এই হেতুকে তেঁও প্ৰথমে আপোনাৰ ওচৰলৈ আহি দেখা দিওকহি ।

Indignity shown to Kera

সেই জৌবন বাদস্যাই আপোনাৰ বাপেকে সৈতে দেখা দেখি হবলৈ সকলোকে জুগুত কৰি অতি প্ৰতাপি ৰুপে সিংহাসনত বহি আগ্যা কৰিলে, বোলে, বোপাই আহিবৰ বেলা তিনি বাৰ মাটিত পৰি নমস্কাৰ কৰিব । তাৰ পাচত ব্রিধ বাদস্যাই প্ৰথম দুআৰ পালত তেঁই ঘোৰাৰ পৰা নামিবলৈ আগ্যা দিলে, আৰু সিংহাসনৰ ওচৰ পোআত তাৰ সমুখে তিনি বাৰ ক্ৰমে ক্ৰমে প্ৰনাম কৰিবলৈ আগ্যা দিয়া হল ।

His Reconciliation with the King

পাচে সেই কিৰাই এই ৰুপ বেৰহাৰ দেখি মনত অতি খেদ পাই ক্ৰন্দন কৰিলে । তেঁওৰ পুতেকে ইয়াকে দেখি আৰু অহঙ্কাৰ কৰি থাকিব নোআৰি, তেতিখনে সিংহাসনৰ পৰা নামি আপোন অপৰাধৰ নিমিত্তে বাপেকৰ চৰনত পৰি তেঁওৰ খেমা মাগন কৰিলে । তাতে সেই ধৰমি বুৰাই দায়াৰে পুৰ হৈ কৈকোবাদক কোলাত তুলি ললে, আৰু তেঁও কান্ধৰ ওপৰত মুৰ দি ক্ৰন্দন কৰিব ধৰিলে । এই দুয়ো জনৰ প্ৰেম দেখি সভাৰ সকলো লোকে কান্দিলে । এই ৰুপে ক্ৰন্দন কৰি এটালত কৈকোবাদে বাপেকক সিংহাসনত বহুআই আপুনি মৰ্জদা ভাৱে তেঁওৰ সোঁ কালে সিংহাসনত বহিল ।

তাৰ পাচত ৰজাৰ কৰমত দুয়োবো কথোপকথন হলত মান্তি আৰু মিলনৰ দোআৰাই সকলো কৰম থিৰ হল । পাচত কিৰাই আপোনাৰ চাউনিলৈ আহি বঙ্গাল দেসলৈ পুনৰাই গমন কৰিলে ।

* Nazim poisoned.

পাচে বাদস্যাই পুনৰাই দিলি নগৰলৈ গৈ আগৰ দৰে সুখ অভিলাসত কাল নিয়াবলৈ ধৰিলে । তাৰ পাচত কোনো ৰোগে ধৰাত বাপেকৰ উপদেসলৈ সুঁৱৰি নিজামৰ গাত আপোনাৰ সকলো দুখৰ জগৰ পেলালে । পাচত ওমৰাবিলাকে সেই নিজামক বিহ খুআলে । কোনো কোনোএ কই, বাদস্যাৰ আলচেৰে সেই কৰম কৰা হল, কিন্তু কোনোএ বোলে, সেই কথাৰ বুজ বাদস্যাই নে পালে ।

Feroz comes to Court.

তাৰ পাচত খিলজি নামে আফগান জাতি লোকৰ অধিকাৰ মালিকৰ পুতেক মালিক ফিৰোজ বাদস্যাৰ আগ্যাত সভলৈ আহিল আৰু চাৰেস্তা খাঁ পদত নিজোজন হল ।

## চেপ্তেম্বৰ অৰ্থাত আহিনৰ পঞ্জিকা ।

**Almanac or September, A. D. 1854. Asam Era, 1776.**

| চেপ্তেম্বৰ | ভাদ | বাৰ | তিথি | দিনমান | চেপ্তেম্বৰ | আহিন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৬ | ৯ | ১২।৩৪ | ১৬ | ১ | ৭ | ২৫ | ১২।১০ |
| ২ | ১৮ | ৭ | ১০ | ১২।৩২ | | | | | |
| | | | | | ১৭ | ২ | ১ | ২৫ | ১২।৮ |
| ৩ | ১৯ | ১ | ১১ | ১২।৩০ | ১৮ | ৩ | ২ | ২৬ | ১২।৬ |
| ৪ | ২০ | ২ | ১২ | ১২।২৮ | ১৯ | ৪ | ৩ | ২৭ | ১২।৫ |
| ৫ | ২১ | ৩ | ১৩ | ১২।২৬ | ২০ | ৫ | ৪ | ২৮ | ১২।৩ |
| ৬ | ২২ | ৪ | ১৫ | ১২।২৫ | ২১ | ৬ | ৫ | ২৯ | ১২।১ |
| ৭ | ২৩ | ৫ | ১৬ | ১২।২৩ | ২২ | ৭ | ৬ | ৩০ | ১২।০ |
| ৮ | ২৪ | ৬ | ১৭ | ১২।২২ | ২৩ | ৮ | ৭ | ১ | ১১।৫৯ |
| ৯ | ২৫ | ৭ | ১৮ | ১২।২০ | | | | | |
| | | | | | ২৪ | ৯ | ১ | ২ | ১১।৫৭ |
| ১০ | ২৬ | ১ | ১৯ | ১২।১৯ | ২৫ | ১০ | ২ | ৩ | ১১।৫৬ |
| ১১ | ২৭ | ২ | ২০ | ১২।১৭ | ২৬ | ১১ | ৩ | ৪ | ১১।৫৪ |
| ১২ | ২৮ | ৩ | ২১ | ১২।১৬ | ২৭ | ১২ | ৪ | ৫ | ১১।৫৩ |
| ১১ | ২৯ | ৪ | ২২ | ১২।১৪ | ২৮ | ১৩ | ৫ | ৬ | ১১।৫২ |
| ১৪ | ৩০ | ৫ | ২৩ | ১২।১৩ | ২৯ | ১৪ | ৬ | ৭ | ১১।৫০ |
| ১৫ | ৩১ | ৬ | ২৪ | ১২।১১ | ৩০ | ১৫ | ৭ | ৯ | ১১।৪৯ |



## অৰুনোদইৰ অৰ্থে ধন পোৱা ৰচিত ।

**Receipts for the Orunudoi—Sibsagor**

CAPTAIN D. REID, 1853-54 20 Rs.

A. M'LEAN, ESQ. M. D. 1850–54 25 Rs.

C. W. WILMOT, ESQ. 1854 5 Rs.

শ্ৰীমতি কুন্তি কেৰলাইন চাইমন ৬ মাহ

**Receipts for the Orunudoi—Tezpur.**

C. A. BRUCE, ESQ. 1853—54 4 Rs.

**Receipts for the Orunudoi—Gowahati.**

CAPTAIN E. A. ROWLATT, 1847—54 40 Rs.

শ্ৰীজুত ললিত সিংহ ৰজা দেস ৰানি, ১৮৫১—৫৫ ৫৲

শ্ৰী বাবু থুলুকৰাম দাস দাৰোগা, ১৮৫০ ৫৪ ৫৲

শ্ৰীজুত গঙ্গাৰাম বৰুআ নাজিৰ, ১৮৫০—৫৪ ৫৲

শ্ৰীজুত ৰুদৰাম বৰ দলৈ জমাদৰ, ১৮৫০—৫৪ ৫৲

শ্ৰীজুত নাৰায়ন দাস কানুনগো, ১৮৫০—৫৪ ৫৲

শ্ৰীজুত ৰাধানাথ বৰ কটকি, ১৮৫০—৫৪ ৫৲

শ্ৰীজুত বাবু দেবৰৰ ৰায় বাহাদুৰ প্ৰধান সদৰ আমিন, ১৮৫০—৫৪ ৫৲

শ্ৰীজুত বাবু কালিদাস বোস, ১৮৫০—৫৪ ৫৲

শ্ৰী বাবু গৌৰিনাথ চৌধুৰি দাৰোগা, ১৮৫০—৫৪ ৫৲

শ্ৰী হৰমহন পণ্ডিত উকিল, ১৮৫০—৫৪ ৫৲

**Receipts for the Orunudoi—Nowgong.**

শ্ৰী খিনাই লাইনচ পেক, ১৮৫৪ ১৲

শ্ৰী ৰুবমন গগৈ, ১৮৫৪ ১৲


## THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION. SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৯ বচৰ। মোং শিৱসাগৰ, চেপ্তেম্বৰ, ১৮৫৪। নম্বৰ ৯।

VOL. IX. SIBSAGOR: SEPTEMBER, 1854. NO. 9

## নানা দেশৰ সম্বাদ।

Journal of Events.—Russian War.

ৰুচিয়াৰ ফৌজবিলাকে চিলিষ্ট্ৰিয়া নগৰ বেৰি ধৰি ২০ জুনত জুধ কৰিলে। কিন্তু তুৰুকিবিলাকে সিইতক জিনি খেদালে। সিইতৰ মৰা আৰু খুন হোৱা ৪০,০০০ মান আছিল। পাচে ৰুচিয়াইতে ওৱালাখিয়া প্ৰদেস এৰি আন ঠাইলৈ গল।

Battle near Giurgova.

৯ জুন তাৰিখত জিয়ৰ্গবা নগৰৰ ওচৰত তুৰুকিৰ ফৌজে দানুব নদিৰ পাৰ হৈ ৰুচিয়াইতৰ লগতে ১০ ঘণ্টা মান জুধ কৰি জিনিলে। ৰুচিয়াৰ হানি হল ৫০০০ মানুহ।

Treaty between Austria and Turkey.

অষ্ট্ৰিয়া দেসৰ ৰজাই চুলতানে সৈতে ৰুচিয়াৰ অহিতে নিৰ্বন্ধ কৰিলে, আৰু মলদাবিয়া ওৱালাখিয়া প্ৰদেস ৰাখিবলৈ সেনা পঠাইছে। তুৰুকে ১০,০০০ মানুহক ৰুচিয়া ৰাজ নগৰৰ ফাললৈ পঠাইছে।

Death of Abbas Pacha.

মিচৰ দেসৰ ৰজা আবাচ বাদসা ১৪ জুন তাৰিখত মিৃত্যু হল। তেঁও মৰিলত চায়দ বাদস্যাই সেই দেসৰ ৰজাৰ ৰাব পালে।

The Crystal Palace opened.

ইংলণ্ডত ১০ জুন তাৰিখে আৰ্চিৰে নজা নতুন মহা দৰ্সনৰ ঘৰ মুকলি কৰা হোৱাত বহু মানুহে তাক দেখিবলৈ সোমাল। সেই আৰ্চি ঘৰত অনেক অনেক দেসৰ নতুন আৰু পুৰণি বস্তু ৰাখি দৰ্সন কৰাব।

Tree struck by Lightning.

৫ আগষ্ট সনিবাৰ দিনা ৮ বজাৰ সমই শ্ৰীযুত নাওবৈচা কুকৰ দাৰোগা আৰু ৰঙপুৰ থানাৰ শ্ৰী দুৰ্গাৰাম জমাদাৰ লগত ১৫।১৬ জন মানুহে সৈতে জোৰহাটৰ পৰা ৰঙপুৰলৈ আহোঁতে নামতাদৰ ওচৰৰ নগা আলিৰ মূৰ পাওতে মানুহবিলাকৰ পৰা ২ বেঁও কি ৩ বেঁও মানৰ আঁতৰত আলিৰ দাঁতিত থকা এজোপা আহত গচত অকস্মাতে বজ্ৰপাত পৰিল। মানুহবিলাকৰ কোনো কোনো উবুৰি আলিৰ দাঁতিত পৰিলগৈ, কোনোবিলাক তততে থৰ হৈ থাকিল, প্ৰাই আটাই মানুহবিলাকৰ কিছুমান বেলিলৈ কানত তাল মাৰিছিল, চকুএও নে দেখা হৈছিল। আৰু কুকৰ তাৰ দুতিটো মাটিত আঁঠু কাৰ্হি পৰিল, জমাদাৰৰ চাতিটো জুইৰ কনিকাবোৰ আহি পুৰি গাল নিৰ অলা জেন কৰিলে; তথাপি মানুহ এটাও ন মৰিল।

Buffaloes shot at Kolia Pani.

কলিয়া পানিৰ ভাটি ফালে চেঁউনি আলিৰ দাঁতিতে মানুহ মৰা বনৰিয়া ম্হোৰা ম'হ এটা থাকি, আলিএ অহা যাটকৰা মানুহে আৰিক অনেক উপদ্ৰুও কৰাত; প্ৰাই তাৰ আলিৰ বোজৰা হৈছিল। আৰু আগষ্ট মাহতে কিবা বিচাৰি জোৱা মানুহ এটাও মাৰিলে। এই কথা জিলাৰ শ্ৰীযুত মাজিষ্ট্ৰেট চাহাবে শুনি, মাৰিবৰ নিমিতে শ্ৰী ৰাধাকান্ত বৰা ঘাটৈ বৰুৱা মৌজাদাৰক হকুম দিয়াত আমাৰি

গৈ, ১৮ আগষ্ট তাৰিখে কেপ্তানি আলিৰ দখিন কাণে থাকৈত হিলৈবে দুই গুলি মাৰি সেই মহটো মাৰিলে ।

Opening of the Indian Railway.

কলিকতাৰ পচিম পাৰে হাৱৰা নগৰৰ পৰা পচিম হিন্দুস্থানলৈ ভাপৰ গাঁৰি চলাই তাৰে বেহা বানিজৰ সুজোগ কৰিবৰ নিমিত্তে "ইষ্টইণ্ডিয়ান ৰেলোৱেই কম্পানি" নামে কেতবিলাক সদাগৰে সেই গাঁৰি চলাবলৈ লোৰ বাট ইত্যাদি কৰিচে । এতিয়া সেই বাট হাৱৰাৰ পৰা ৩৬ মাইল দুৰৈ পেৰুআ নামে এখন ঠাইলৈকে সুন্দৰ ৰুপে হোআত তালৈ গাঁৰি ২।৩ দিন চলাইচিল । জোআ কালিও সেই ৰুপে পেৰুআলৈ গাঁৰি জাবৰ কথা সুনি আমি চাবলৈ গলোঁ । লোৰ বাটৰ ওপৰে ভাপৰ বলত, গাঁৰি আৰু তাৰ পিচত বান্ধি দিয়া জাত্ৰি জোআ কাঠৰ গাঁৰি এই দুখন চলাইচিল । তাৰ বেগৰ কথা কি কম? এতিয়া নকৈ হোআত অতিসই বেগে ন চলে, তেও হাৱৰাৰ পৰা ৩৬ মাইল দুৰৈ পেৰুআ নগৰ ইংৰাজি ১ ঘণ্টা ৩৬ মিনিটত পালেগৈ । এই গাঁৰি চলোআক চাবলৈ প্ৰাই ৩।৪ হেজাৰ মানুহ গৈচিল । জেতিয়া গাঁৰি চলাব পৰা বাট পথ ভাল ৰুপে প্ৰস্তুত হব, আৰু জি জি কল লাগে, সিও সুন্দৰ ৰুপে হব তেতিয়া দিলি চহৰলৈ ইংৰাজি ৩৮ ঘণ্টাত জোআ হব । আৰু সেই চহৰ কলিকতাৰ পৰা ৭০০ মাইলতকৈও দুৰৈহে হব । উৰ্ধ সংখ্যা ১০০ আৰু ন্যুন সংখ্যা ১২ টকা হলেই তালৈ জাব পৰা বুলি সুনিচোঁ ।

ইমান বেগে গাঁৰি চলা কথা সুনি আমাৰ দেসি লোক সকলে আচৰিত হব পাৰিব; এতেকে আমি ইস্বৰত থাটিচোঁ, জেন আমাৰ দেসতো সেই দৰৰ গাঁৰি চলাই লোক সকলৰ সুখ ব্ৰিধি আৰু চমত্কাৰ গুচাওক ।

ধন্য ইংৰাজ জাতি, জি এনে আচৰিত কৰম সকল কৰিচে । ধন্য ভাৰত বৰিস, জ কিবা তপস্যাৰ ফলত এনে সুবুধিমন্ত অধিকাৰ পাইচে । আৰু মেয়ো [illegible] ধন্য, কিয়নো আমাৰ দেসৰ কোনো মানুহে কোনো কালত নে দেখা আচৰিত কৰম আপোন চকুৰে দেখিলোঁ । গাঁৰিত উঠিবৰ মোৰ বাঞ্চা আচে, সেয়ে হলে কল আৰু আন আন বিসয়ৰ কথা বিসেসকৈ লিখিম ।

কলিকতাৰ পৰা পচিম হিন্দুস্থানলৈ ইলেকট্ৰিক টেলিগ্ৰাফ নামে বিদুলি জন্ত্ৰ প্ৰস্তুত হৈচে । ইয়াৰ দোআৰাই প্ৰাই ছৈৰ ঘণ্টা মানতে আগৰাৰ পৰা সম্বাদ আহে । এই বিদুলি জন্ত্ৰ আৰু ভাপৰ গাৰি চলিলে ইংৰাজ দেসাধিকাৰে নিৰ্ব্বিঘিনিৰে ভাৰত বৰিস অধিকাৰ কৰিব পাৰিব । কিয়নো জদি কোনো ঠাইত জুধ অথবা আকাল হই, তেন্তে ইলেকট্ৰিক টেলিগ্ৰাফেৰে প্ৰাই দুই ঘণ্টা মানতে সম্বাদ আহিলে ভাপৰ গাঁৰিৰে প্ৰাই দুই দিন মানতে সৈন্য অথবা চাউল পাতি পঠিয়ালে সকলো বিঘিনি গুচিব । এই নিমিত্তেহে আমি বিস্বাস কৰিচোঁ, ভাৰত বৰিসৰ উপকাৰৰ নিমিত্তেহে ইংৰাজ লোক ৰজা হৈচেহি । গ.

Extraordinary Calf in Calcutta.

কলিকতাৰ ধৰমতলাৰ হন্তৰ কম্পানি নামে ঘৰৰ সমূখতে সাত ঠেং, দুই গা, এক মুৰ, আৰু দুগচ নেগুৰ, এনে কুআ এটা দমৰা গৰু পোআলি আচে; ইয়াক চাবলৈ গলে প্ৰতি জনে এক আধলি দিব লাগে । আৰু লৰা তিৰোতা লৈ গলে এটকা দিব লাগে । এই দমৰা হনু আগেএ অন্য কাৰোবাৰ আচিল, এতিয়াৰ গৰাকিএ তাক তৰ পৰা কিনিহে আনিচে । আগৰ গৰাকিএও মানুহক এই আচৰিত গৰু দেখুআই ধন ঘটিচিলে ।— এনে অদ্ভুত কথা সুনি, এই দেসৰ মানুহে কিবা অমঙ্গলৰ চিন বুলিব পাৰে । কিন্তু গুনি চালে ই একো অমঙ্গলৰ কথা ন হই, কিয়নো ইস্বৰৰ কিবা নিয়মৰ পৰাহে ইএই হৈচে । আৰু ইস্বৰৰ নিয়ম আমাৰ কেতিয়াও অপকাৰক ন হই । জদি অমঙ্গলহে হলহেঁতেন, তেন্তে ওপৰত কোআ দু গৰাকিএ সেই অমঙ্গলিয়া বস্তু দেখুআই ধন ঘটিব নোআৰিলেহেঁতেন । গ.

Strength of the Persian army.

পার্চি সেনা সেনাপতিৰ সংখ্যা এই । ছিলৈ থকা চিপাহিৰ ৮২ ফৌজ বা পল্টন আছে, এক পল্টনৰ সেনা সেনাপতিৰ ১১৯০ মানুহ আছে । তাত বাজে তুৰুক্‌চি নামে ৮০,০০০ সেনা, সিইঁতে সদাই চিপাহিৰ কাম ন কৰে; বৰ বন হলেহে সিইঁতক মাতে। ৰজাক ৰখিয়া হৈ থকা ১০,০০০ চিপাহি ঘোঁৰাই সৈতে আছে; আৰু তাত বাজে ঘোঁৰাত উঠা সামান্য চিপাহি ১,৯০০০০ আছে; মুঠে দুই লাখ । এই সামান্য ঘোঁৰাৰ চিপাহিএ মহিনা নে পাই; ঠায়ে ঠায়ে তকা দি বস্তু পাই প্রবর্ত্তি থাকে । বৰ টোপ ১৬২ আছে; তাৰ লগত ৪০০০ সেনা, ৫০০০ ঘোঁৰা আছে । আৰু পিঠিত সৰু টোপ লোঅা ২০০ উট আছে, উটে পতি মানুহ এটা, তাত বাজে বস্তু নিবলৈ আৰু ১০০ মান উট আছে । মুঠে ৮০০০ উট ৰজাৰ কামৰ নিমিত্তে ৰাখি থাকে ।

Schools in Ceylon.

সিংহল দিপ অর্থাৎ লঙ্কা মানুলিন লবাবিলাকে ইংৰাজি ভাসা সিকিবৰ নিমিত্তে গবর্ণমেণ্টে ইস্কুল পাতিচে, কিন্তু আন ভাসা সিকাবলৈ ধন নি দিএ ।

Success of Missions in New Zealand.

নুজিলণ্ড দিপত থকা এজন পাদুৰি চাহাবে কৈচে, এতিয়া সেই দিপৰ মাজত সকলো নগৰ আৰু গাঁৱত সাত্র পর্হি প্রার্থনা কৰা মানুহ আছে ।

The Sandwich Islands.

হাৱাই আৰু তাৰ ওচৰত থকা মাজুলিবিলাকত নিবাসি লোকে আগৰ বাথ্যলৰ দস্তুৰ সকল এৰি খ্রিষ্টিয়ান ধৰম ললে । বিদেসৰ পৰা আৰু পাদুৰিবিলাকক তালৈ পঠাবলৈ কার্জ নাই, সিইঁতে আপোনাৰ পাদুৰিবিলাকক ৰাখি পোহৰ পালন কৰিব পাৰিচে ।

Chinese Newspaper in California.

কালিফর্নিয়া দেসত থকা চিন দেসৰ লোক ২৫,০০০ মান আছে । সিইঁতে আপোন ভাষাৰে এটা সমাচাৰ পত্র চালিচে, তাৰ নাম সুবর্ন পর্বতৰ বার্ত্তাবহ ।

# সিহুবিলাকৰ হিতসা ।

Advice to Children.

পিত্রি মাইৰা মাত্রিৰ জি চেনেহ, সেয়ে এৰ উত্তম আৰু মিঠা বুজা নাই; কিন্তু পুৰুস আৰু তিৰি দুয়ো পাপ স্বভাৱত জনম হৈও এই কালত জিহতে সুখ হই, এনেকুআ কৰম কৰে । সিইঁতে আগলৈ হব লগা প্রতিফল বিবেচনা আৰু অনেক অনেক কথাত বিস্বাস ন কৰি জিমানলৈকে ইহকালৰ কোনো বস্তু প্রেম কৰে, তাতকৈও সিইঁতৰ এই কালৰ আনন্দৰ কাৰনে পৰকালৰ সুখ দুখৰ বিসয়ে কথা হৈ থাকে । জদি আমি মায়া কৰি সিসুবিলাকক তুষ্ট কৰিবৰ নিমিত্তে বুধি দিঁও, তেন্তে সিইঁতৰ বিদয়ত থকা জি প্রেম আমাৰ মঙ্গলৰ নিমিত্তে দিয়া হৈছে, তাৰ দোআৰাই আমি আমাৰ দুখ ব্রিধি কৰোঁ, আৰু লৰাবিলাককো সর্বনাস লোআও ।

জেতিয়া ইস্বৰে এই জগতলৈ কোনো সিসুক পঠাই, তেতিয়া তেঁও তাৰ বিসেস তাৰ লবৰ নিমিত্তে দুই জন মানুহক সোধাই দিএ । এনেকুআ কৰম চলাবৰ নিমিত্তে তেঁও সিইঁতৰ মনত এক নতুন প্রবর্ত্তন দি সেই সিসুক সুখাদিৰ হেতু দিএ, অর্থাত পিত্রি মাত্রিৰ বিদয়ত এক বিসেস প্রেম উতপন কৰে । সিসুবিলাকলৈ পিত্রি মাত্রিৰ জি মৰম, তাতকৈ আনন্দ জনক আৰু একো কথা নাই; আৰু জেতিয়ালৈকে সন্তান ন হই, তেতিয়ালৈকে সেই প্রেম উতপন ন হই ।

পুত্রলৈ পিত্রিৰ জেনে চেনেহ, আপোনাকে ভই কৰি ৰখাবিলাকলৈকো ইস্বৰৰ তেনে চেনেহ । গী। ১০৩ গিত; ১৩ পদ ।  সে.



## দখিন সাগৰৰ মাজুলিৰ এজন মানুহ আৰু কথা কোআ কাঠ এডোখৰ.।

South Sea Islander and speaking Chip.

উলিয়ম নামে এজন পাদুৰি চাহাব ইশ্বৰৰ ৰাজ্যৰ কথা কির্ত্তন কৰিবলৈ গৈ সেই মাজুলিত্তে আছিল । এদিন ৰাত্তি পুআ তেঁও কিবা বন কৰিবলৈ জোআত সঞ্জুলি এটা আনিবলৈ ঘৰত্তে পাহৰি এৰি আহিল । পাচে তেঁও সৰু কাঠ এচলি লৈ তাৰ ওপৰত খৰি মাটিৰে, "মেম চাহাবে জেন তেঁওলৈ সেই এৰি অহা বস্তুটি পঠাই দিএ," এই কথা লিখিলে । সেই কাৰনা বনৰ ওপৰত অধিকাৰ পাত্তি দিয়া প্ৰধান গাম এটাক মাত্তি আনি, তাৰ হাতত কাঠ চলি দি কলে, তুমি মোৰ বঙ্গলালৈ গৈ মেম চাহাবৰ হাতত এই কাঠ ডোখৰ দিয়া । গামে কাঠ ডুখৰি হাতত লৈ চাহাবত সুধিলে, মেম চাহাবৰ আগত মই কি কথা কব লাগিব? চাহাবে কলে, তুমি একো কব নেলাগে; মোক জি লাগে তাক এই কাঠ ডোখৰেই কব । এই কথাত গামে বিস্মই মানি কাঠ ডোখৰলৈ একে ঠৰে চাই থাকি চাহাবত কলে, ই কেনেকৈ কথা কব, ইয়াৰ মুখ আচে নে? তাত্তে চাহাবে তাক কথা সুধি পলম কৰি থাকিবলৈ নি দি মেমৰ ওচৰলৈ বেগত্তে জাবলৈ পঠাই দিলে ।

গামে বঙ্গলা পাই কাঠ ডোখৰ মেম চাহবৰ হাতত দিলে, পাচে মেম চাহাবে তাত লিখা কথা পৰ্হি চাই কাঠ ডোখৰ দলি মাৰি পেলাই দি সঞ্জুলিটো আনিবলৈ চন্দুক মেলিবৰ কাৰনে ভিত্তৰলৈ গল । তাত্তে সেই গামে এনে অদ্ভুত কৰমৰ কি ফল, তাক দেখিবৰ মনেৰে মেম চাহাবৰ পাচে পাচে লাহে লাহে গল ।

পাচে সঞ্জুলিটো মেম চাহাবে আনি গামৰ হাতত দিয়াত্ত সি সুধিলে, হেৰা আইটি, ৰবা, ৰবা, চাহাবে জি বস্তু খুজিচিল, তাক তুমি কেনেকৈ জানিলা? মেম চাহাবে কলে, কিয়? তুমি কাঠ এডুখৰি আনি মোক এত্তিয়াই দিয়া নাই নে? সি বুলিলে, হই দিচোঁ; কিন্তু তাক কথা কবৰ মই নু সুনিলোঁ । তুমি জদি নু সুনিলা, তেও মই সুনিচোঁ, মেম চাহাবে ইয়াকে কৈ তাক চাহাবৰ ওচৰলৈ জাবলৈ বেগত্তে পঠাই দিলে ।

ইয়াত্তে সেই গামে সঞ্জুলিটো এহাত্তে আৰু এহাত্তে সেই কাঠ ডোখৰ বুটলি আনি দুই হাত্তে দুটা লৈ ওপৰলৈ দাঙ্গি গাঁৱৰ মাজে দি তেও মাৰি মাৰি বিজিয়াই বিজিয়াই ইয়াকে কৈ চাহাবৰ ওচৰলৈ গল; এই ইংৰাজিবিলাকৰ গিয়ান দেখা, সিবিলাকে কাঠৰ চলিক কথা কোআব পাৰে; দেখা, সিবিলাকে কাঠৰ চলিক কথা কোআব পাৰে । ৰ. ন.





## জেহাংগিৰ বাদস্যাৰ বিবৰণ।

The Mogul Emperor Jehangir.

চিলিম নামে আকবৰৰ পুত্ৰেক ১৬০৫ চনত সিংহাসনত উঠি জেহাংগিৰ অৰ্থাত জগতৰ অধিকাৰ নাম ললে। তেঁওৰ বাপেক নৌ মৰোঁতে সি এজনি সুন্দৰ চোআলিলৈ মন কৰি বাপেকত তাইক খুজিলে, কিন্তু তাই বাগদান কৰা হোৱা হেতুকে আকবৰে তাইক দিবলৈ নিষেধ কৰিলে। যেতিয়া জেহাংগিৰ ৰজা হল, যেতিয়া সেই চোআলিৰ গৈএকক বধ কৰি তাইক পালে, কিন্তু পাচে বধ কৰাৰ অসন্তোষেৰে চাৰি বছৰলৈকে তাইক সে মাত্ৰি দিয়াৰতে থলে। পাচে তাই বেজিৰে সৈতে অনেক ধৰনিয়া কাপৰ সি, নকচা আদি কৰি বেচিলে; তাতে তাইৰ গিয়ান সকলো মানুহে জানিছিলে। বাদস্যাই তাকে সুনি তাইক মাতি মৰ্য্যদা কৰি মহা ৰানি নাম দি নুৰ জেহান অৰ্থাত জগতৰ পোহৰ, এই নাম দিলে। আৰু নুৰ জেহানৰ বাপেক চাজা আয়াচক প্ৰধান ৰাজ মন্ত্ৰি নাম দিলে। বাদস্যাৰ সৰু পুত্ৰেক চহিৰৰে নুৰ জেহানৰ জিএকক বিয়া কৰোৱাত সেই চহিৰৰক আগলৈ ৰজা নাম দিবলৈ নুৰ জেহানৰ ইচ্চা আছিল, কিন্তু বাদস্যাৰ দ্বিতিয় পুত্ৰেক স্যা জেহানে সিংহাসন পাবলৈ বাদস্যাৰ বৰ পুত্ৰেক খোস্ৰোক বধ কৰি, বাপেকৰ অহিতে দ্ৰোহ পাতিলে; পাচে বল কৰি সবাত হৈ প্ৰানৰ নিমিত্তে বাপেকৰ ক্ষিমা মাগন কৰিলে।

আৰু জেহাংগিৰৰ প্ৰধান সেনাপতি মহাবেতক বধ কৰিবলৈ নুৰ জেহানে উপাই কৰাত সেই সেনাপতিএ কৌশলেৰে নিজে বাদস্যা আৰু ৰানি দুইকো ধৰিলে। পাচে মহা ৰানিএ কান্দিবলৈ ধৰাত সেনাপতিএ দুয়োক মুকলি কৰিলে। সেইত ১৬২৮ চনত জেহাংগিৰ বাদস্যাহ মৰাত তেঁওৰ পুত্ৰেক স্যা জেহান বাদস্যাই মহা ৰজা হল।

## আবদালাহ আৰু চাবাটৰ বিৱৰণ ।

Account of Abdul and Sabat.

আবদালাহ আৰু চাবাট, এই দুয়ো জন আৰবি বংশৰ জৌৱন লোক আছিলে; আৰু সিবিলাক অতি প্ৰিয় বন্ধু হোৱা হেতুকে একে লগে বিদেশ চাবলৈ জাত্ৰা কৰিলে। সিবিলাক মহম্মদৰ মতত বৰ উচাহি আছিলে। সিবিলাক মহম্মদৰ বংসাৱলিৰ সমন্ধৰ, বেনিচাবাটৰ বংশৰ এক প্ৰধান পৰিয়াল, ইব্ৰাহিম চাবাটৰ পুত্ৰই সেই চাবাট। সেই বন্ধু দুজনে আৰৱ দেস এৰি, পাচে মেকা নগৰত তৰিস্যত ৰক্তাৰ জি মৈদাম আছিল, তাত সেৱা কৰি, পাৰ্চি দেসে দি কাবোললৈ আহিল। আবদালাহক কাবোলৰ জামান্নুন স্যাহ ৰজাই কোনো এক কৰম দি ৰাখিলে; পাচে চাবাটে তেঁওক তাতে এৰি, তাতাৰ দেসে দি জাত্ৰা কৰিলে।

আৰ্মিনিয়া দেসৰ পৰা আহি, কাবোলত থকা খ্ৰিষ্টিয়ান লোক একনৰ এখনি ধৰম সাস্ত্ৰ আছিল, তাতে আবদালাহে সেই সাস্ত্ৰ খনি পাই পাঠ কৰি, পাচে মন পালটাই খ্ৰিষ্টিয়ান ধৰম গ্ৰাহ্য কৰিলে। সেই মহম্মদৰ মত লোৱা দেসত, কোনো মানুহে জদি খ্ৰিষ্টিয়ান ধৰম গ্ৰাহ্য কৰে, তেন্তে সেই মানুহৰ প্ৰান দণ্ড হয়; এনে আগ্যা আছিলে। খ্ৰিষ্টিয়ান হোৱাৰ কথা গুপুত কৰিবলৈ আবদালাহে অনেক চেষ্টা কৰিছিলে; কিন্তু অসাধ্য জেন দেখি, কাস্পিয়েন সমুদ্ৰৰ ওচৰত থকা কোনো খ্ৰিষ্টিয়ান মণ্ডলিলৈ জাবলৈ থিৰ কৰিলে। এই হেতুকে তেঁও আন ৰুপ ধৰি কাবোল এৰিলে। আৰু তেঁও তাতাৰ দেসৰ বোখেৰা নগৰ পাওঁতেই, তেঁওৰ বন্ধু জি চাবাট, তেঁও সেই নগৰৰ বাটত তেঁওক দেখিলতে চিনি পালে।

চাবাটে আগেয়েই তেঁও খ্ৰিষ্টিয়ান ধৰম আচৰন কৰা, আৰু পলোৱা কথা সুনি ক্ৰোধেৰে পূৰ্ন হৈ আছিলে। তেতিয়া আবদালাহে আপোনাৰ সকট জানি চাবাটৰ তৰিত পৰিল। আৰু তেঁও খ্ৰিষ্টিয়ান হলোঁ বুলি সৈ কাঢ়িলে; আৰু আগৰ সুখিয়াতি পোৱা বন্ধুৰ প্ৰিতিৰ বন্ধনৰ সোঁৱৰাই তেঁওৰ প্ৰান ৰক্ষা কৰিবলৈ কাকুতি মিনতি কৰিলে। কিন্তু চাবাটে একবিও দায়া ন কৰি তেঁওৰ বাহিৰোৰক ধৰিবলৈ আগ্যা দি, বোখেৰা নগৰৰ মৰাদ স্যা ৰজাৰ আগত তেঁওক সোধাই দিব দিলেহে।

পাচে সোধাই দিলত, ৰজাই তেঁওক প্ৰান দণ্ডৰ আগ্যা কৰিলে; আৰু ৰাজ আগ্যা প্ৰকাস কৰা মানুহ একন বোখেৰা নগৰৰ মাজে দি গৈ, তেঁওৰ প্ৰান দণ্ড কৰা সময়ৰ সম্বাদ প্ৰকাস কৰিলে। তাতে নগৰৰ প্ৰধান প্ৰধান আৰু হেজাৰ হেজাৰ সামান্য লোকো গোট খাইছিলে। চাবাটো গৈ, আবদালাহৰ ওচৰতে থিয় হৈ আছিলে। চাণ্ডাল্ইতে হাতত তৰোৱাল ধৰাৰ সময়ত, তেঁওক খ্ৰিষ্টক আস্ৰে কৰি, প্ৰান ৰাখিবলৈ ৰাজ অনুমতি দিয়া হৈছিলে; কিন্তু তেঁও এই প্ৰসঙ্গৰ কথাত সমত হোৱা অসাধ্য জেন দেখি, কলে ন হয়, মই খ্ৰিষ্টক আসে কৰিব নোৱাৰোঁ।

তেতিয়াই তেঁওৰ হাত এখন গাঁঠিতে কাটি পেলালে; কিন্তু তেঁও হাত নৰলাকৈ থাকি থিৰ হৈ থাকিল। আপোনাৰ আগেয়ে কোৱা কথা তেঁও জদি আসে কৰে, তেন্তে ৰজাই সেই কটা হা বেজ লগাই বন্ধ কৰাৰ খুজিছিল; কিন্তু তেঁও একো উত্তৰ নি দিলে। আৰু প্ৰথম মাৰ্তৰ স্তিকানৰ দৰে ৰবগৰ কানলৈ থিৰকৈ চাই থাকোঁতে চকুৰ লো বৈ গল। তেঁও চাবাটলৈ ক্ৰোধেৰে চোৱা নাই; কিন্তু স্নিগ্ধ ভাৱে আৰু ক্ষেমাৰ মুখেৰেহে চাইছিল।

তাৰ পাচে তেঁওৰ আন হাতো কটা গল। কিন্তু চাবাটে একনৰ আগত পাচে বুলিলে, মহাসই, তেঁও নুং কুটিয়ালে, কেতিয়াও নু কুটিয়াই। আৰু তেঁও জেতিয়া মৰনৰ কোৰ পাৰলৈও মুৰ দোঁৱালে, তেতিয়া আটাই বোখেৰাৰ লোকে কৱলৈ ধৰিলে, বোলে, এয়ে কেনে আচৰিত মৰন!

আবদালাহক প্ৰান ৰাখিবলৈ দিয়াত, আগেয়ে কোৱা কথা আসে কৰিব বুলি চাবাটে বৰ আসা কৰিছিলে। কিন্তু তেঁওৰ বন্ধু মৰা দেখি, তেঁও লোক আৰু মৰনৰ খেদৰ অধিনলৈ আপোনাক এৰি দিলে। তেঁও কতো কি-

যাৰ বিচাৰি নে পাই, ঘৰে ঘৰে ভ্ৰমন কৰিবলৈ ধৰিলে। সেইদৰে তেঁও তাৰত কৰ্ম দেখিবলৈ বুলি ভাবিলে। তেঁও মাদ্ৰাচলৈ অহাৰে পৰা কিছু বচৰ হল। তেঁও পোৱাৰ পাচে মিস্ত্ৰ কম্পানি লোকে তেঁওক মহমদিয় বিধানৰ অৰ্থ প্ৰকাসক পাতিলে। আপোন দেসত বৰ বিদ্যাৱন্ত আৰু মান্যৱন্ত হোৱাত, এনে প্ৰধান কৰম সৰবলৈ তেঁও বিচক্ষন ৰূপে যোগ্য আচিল; আৰু এতিয়া তেঁওৰ নিজ মন পালটনৰো সময় ওচৰ হল।

তেঁও যেতিয়া উত্তৰ চিৰকাৰৰ বিজাপাতামত সেই প্ৰধান কৰম কৰিচিলে, তেতিয়া কোনো প্ৰকাৰে ইশ্বৰৰ অনুগ্ৰহত আৰবি ভাসাৰ নতুন নিয়ম সাস্ত্ৰ এখানি তেঁওৰ হাতত পৰিল। তেঁও কোৰান আগতে যৈ তাক বৰ গম্ভিৰ মনেৰে পাঠ কৰিলে। আৰু দুয়োটাকে মিলন কৰিলে; পাচে পহৰৰ চল আহি লগাৰ দৰে ইশ্বৰৰ সাস্ত্ৰ যে সত্য সেয়ে তেঁওৰ মনত লাগিল। পাচে তেঁও অলপতে তিনি স মাইলৰ দুৰত থকা মাদ্ৰাচ নগৰলৈ গৈ সকলোৰে আগত প্ৰভু যিচু খ্ৰিষ্টৰ আস্ত্ৰই লোৱা কথা কৈ কাহিঁ, পাদুৰি কেৰ্ চাহাবৰ দোআৰাই খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰাহ্য কৰা হল; তেতিয়া তেঁওৰ বয়স সাতাইচ বচৰ হৈচিল।

"আৰু যি যি লোকে যিচু খ্ৰিষ্টত আস্ত্ৰই কৰি ধৰম কৰমেৰে দিন নিয়াবৰ ইচ্ছা হই, সেই সকলোএ তাৰনাৰ দুখ ভোগ কৰিব; আৰু আপোনাৰ পৰিয়ালেই মানুহৰ সত্ৰু হব," এই যি কথা সদাই ঘটে, তাকে চাবালৈ এতিয়াহে সত্য ধৰমৰ পৰিধাৰ দোআৰাই বুজ পালে; কিয়নো তেঁও যে আবদালাহৰ আহিঁ কৈ খ্ৰিষ্টিয়ান হল, ইয়াকে আৰৱ দেসত থকা পৰিয়ালবিলাকে সুনি, তাৰত বৰ্গলৈ বল আজ্ঞাৰে যি দুমোহৰ বাট, তালৈকে তেঁওক কোনো প্ৰকাৰে চলকৈ বধিবলৈ তেঁওৰ তাৰেকক পঠাই দিলে।

তাতেই বিজাপাতামৰ তেঁওৰ ঘৰত বহি থাকোঁতে, তেঁওৰ ভায়েকে বিষল কেমাৰ ভলত তৰোৱাল লুকাই লৈ আহি আপোনাৰে ফকিৰ ৰূপে দেখা দি, অতি বেগে ভিতৰ সোমাই তেঁওক ঘা মাৰি দিলে; কিন্তু সৌভাগ্যে তাৰ তেঁওৰ হাতত ধৰিলে, আৰু বন্দিবিলাকো আহি তেঁওক উপকাৰ কৰিলে। পাচে ভায়েকক তেঁও চিনি পালে। ঘৰ কৰ্ত্তা জন, দেসৰ নিতি মতে সেই কৰ্ত্তাৰ আগত দণ্ডৰ পাত্ৰ হলহেঁতেন; কিন্তু সাহেবে তেঁওৰ ভায়েকৰ কাৰনে নিবেদন কৰি আৰৱ দেসত থকা মেকালৈ পত্ৰ আৰু বটা দি ঘৰলৈ তাক কুসলে বিদাই দিলে। ৯

ইশ্বৰৰ মহিমা প্ৰকাস কৰিবলৈ তেঁওৰ ইচ্ছা হোৱাত, সংসাৰিক কৰম এৰি বঙ্গাল দেসলৈ আহি; পাৰ্চি ভাসাৰে প্ৰথম সাস্ত্ৰ তৰ্জমা কৰিবলৈ আৰম্ভন কৰিলে। তৰ্জমা কৰোঁতা নো পোৱা হেতুকে তেতিয়াইলৈকে সেই কৰম সিধি হোৱা নাই। পাৰ্চি ভাসা কলিকতাৰ পৰা দামেচক নগৰলৈকে সাধাৰন আৰু উচিত ভাসা, বিসেসকৈ প্ৰধান জাতিৰ মাজত চলিত হোৱা হেতুকে, পচিম আচিয়াৰ সকলো লোকে বুজে। কিন্তু এই মান্যৱন্ত আৰবি জনে, আৰৱ দেসৰ অধিৰ ধৰমৰ মতিৰ পৰা বদেসিবিলাকৰ মাজত সুভ বাৰ্ত্তা প্ৰকাস কৰা যি মহা কৰম, সেই কৰমৰ আসাত তেঁওৰ মন উচাহি হৈচিল। ৰ. ম.



মহা মহিম শ্ৰীযুত অৰুণোদই সম্বাদ
প্ৰকাসক চাহাব বৰাবৰেষু।

হে অৰুণোদই সম্বাদ প্ৰকাস কৰোঁতা চাহাব, আমি অৰুণোদইত চাপিবৰ নিমিত্তে দুটামান কথা লিখিচোঁ, তাকে চাহাবে অৰুণোদইত অনুগ্ৰহ কৰি চাপি আমাক মনত ৰঙ্গ কৰাব।

হে অচম দেসি প্ৰিয় বন্ধু বালকগন, তোমোলাকে আপোন পিত্ৰিৰ আদেস গ্ৰহন কৰা, আৰু মাত্ৰিৰ আগ্যা লংঘন কেতিয়াও ন কৰিবা; কাৰন সেই সকল কথাই তোমালৈ সিৰোভুসন আৰু গলত পিন্ধা মুকুতা মালাৰ নিচিনা সোভা কৰোঁতা হব। আৰু সেই আগ্যাৰ দৰে চলিলে কোনো সঙ্কটত ন পৰিবা, আৰু বেগেৰে গমন কৰিলেও তোমাৰ ভৰিত দুখ নে পাবা।

তুমি গিয়ান সিখ্যা ধৰা, তাক এৰি নি দিবা; সাৱধান হৈ তাক ৰাখা, সেয়ে তোমাৰ প্ৰান অৱস্যে ৰাখিব। তুমি দুষ্ট লোকৰ পথে দি নে জাবা, আৰু অধৰ্ম্মিৰ বাটে দিও ন চলিবা।

জি পথে তুমি জোৱা, তাক বিবেচনা কৰি ধৰা, তাতে তোমাৰ একো বিঘিনি নো হোৱাকৈ গমন কৰা হব।

তুমি সোঁ কালে বা বাঁও কালে কোনো বিপথে দি নে জাবা।

বিদ্যাক আপোনাৰ সখি বুলি মানিবা, আৰু বুধিক অতি মিত্ৰ বুলি জানিবা। তেহে তুমি বিভিচাৰিনি পৰ তিৰিৰ পৰা মাইবা ৰাক চাতুৰি বেস্যা তিৰিৰ পৰা ৰখ্যা পাবা।

জি জন গিয়ানি মানুহ হই, তেঁও ক্ৰোধ সামৰি থই; আৰু লোকৰ দোস খেমা কৰাত তেঁওৰ মান মৰ্জ্জদা আদি বৃদ্ধি হই।

জি পুত্ৰৰ বিদ্যা নাই, সেই পুত্ৰ কেৱল পিত্ৰিৰ দুখ জনক হই, আৰু জি তিৰোতাৰ মন্দ কৰিবৰ মন হই, সেই তিৰোতাই ৰবাকৈ ঘৰখুন পৰাৰ দৰে পতিৰ মনত দুখ দিওতা হই।

দুখিয়া লোকক জেয়ে দয়া কৰে, সেয়ে ঈশ্বৰৰ দৃষ্টিত উত্তম হই, আৰু তেঁও সেই দ্যাৰ দুখি তাৰ বাবে ঈশ্বৰৰ প্ৰতিফল দিব।

পুত্ৰক সাসন কৰা, তেহে আগলৈ ভাল হব বুলি আসা হই; সি ক্ৰন্দন কৰিলেও তুমি দয়াৰ ৰসত থাকি দমন ন কৰিবা।

জাৰ অতি খং থাকে, সি অৱস্যে দণ্ড ভোগ কৰিব; জি হেতু তাক এবাৰ খেমা কৰিলেও সি বাৰে বাৰে দোসৰ জোগ্য হব।

তুমি হিতোপদেস স্ৰৱন কৰা, আৰু সুপৰামৰ্স গ্ৰহন কৰা, তেহে তোমাৰ আয়ুৰ সেস পৰ্জ্জন্তে বিদ্যা ৰূপ ধন থাকিব।

তোমাৰ মনত অনেক প্ৰকাৰ চিন্তা হৈ থাকে, কিন্তু পৰম ঈশ্বৰৰ মনে জি কৰিবৰ ইচ্চা হই, তাকেহে কৰে।

লোকক উপকাৰ কৰা, তেহে মানুহৰ কুসল হই; কিন্তু মিচলিয়া মানুহৰ একো ভাল নাই।

জি পুত্ৰই আপোন পিত্ৰিৰ উপদ্ৰৱ কৰে, নাইবা আপোন মাত্ৰিক দুখ দিএ, সি কেৱল লাজ কৰোঁতা পুত্ৰ হই, আৰু আসা ভঙ্গ কৰাও হই।

মদ পান দোসত ধৰমৰ নিন্দা জনমে, আৰু দন্দ হাই আদি উতপত্তি হই; এই নিমিত্তে জি মানুহে মদ খোৱাত ৰতি, সি গিয়ানি মানুহ ন হই।

মই আপোন চিত্ত সুচি কৰি ৰাখিচোঁ, এতিয়া মই নিস্পাপি হৈ আচোঁ, এনেকৈ বুলিব কেৱে নোৱাৰে।

সোন আৰু মুকুতা আচে, কিন্তু তাতকৈ বিসেস্ত থকা গিয়ান বিদ্যাৰ কথাই বহু মুল্য মানিকতকৈ উত্তম।

অনেক ধন পোৱাতকৈ সুখ্যাতি পোৱা ভাল; ৰূপ আৰু সোনতকৈ অনুগ্ৰহ পোৱা ভাল।

সবাক সৰু কালৰে পৰা সুপথে জাবলৈ ভাল ৰূপে সিকোৱা, তেহে ডাঙৰ হলেও তাক তিয়াগ ন কৰিব।

জি মানুহে দুখিয়াক দি দি কেৱল আপোনাৰ নিমিত্তে ধন উপাৰ্জ্জন কৰে, সি সেসত আন ধনি মানুহৰ হাতত সেই ধনক এৰি দি আপুনি নিৰ্ধন হব। ডি. দ.



## কেঁটেলা পহুৰ বিৱৰণ ।

The Porcupine.

কেঁটেলা পহু প্ৰাই সকলো দেশতে পোৱা যাই, তথাপি ভাৰত বৰিষ আৰু আফ্ৰিকা খণ্ডেই তাৰ আদি নিবাস ঠাই । এই পহুৰ মুৰ, বুকু, ঠেং চাইটা, গাহৰিৰ নোমৰ নিচিনা সুন্দৰ টান নোমবিলাকে ঢাকি থই, পিঠিটো নেগুৰলৈকে কাঁইটবিলাকে ঢাকে । পিঠিৰ মাজ ভাগৰত থকা কাঁইট প্ৰাই এহাত মান দিঘল হব, দাঁতিৰবিলাক তাতকৈ কিছু চুটি । আৰু নেগুৰৰ যিবিলাক কাঁইট সি কোঁপোলা, তাৰ বৰনো সিবোৰৰ নিচিনা ন হই, কিছু বগা । আৰু সি ফুৰোঁতে কাঁইটবোৰে জন জন কৰি বাজে, এই কাৰণ সি আহিলে নিলগতে গম পাই । আৰু সি মাটি খন্দাত বৰ পাৰ্গত, তাৰ নিমিত্তে পাচ ঠেং চুটাত অতি চোকা নখে সৈতে পাঁচোটা পাঁচোটা আঙুলি থাকে, আগ ঠেং চুটাত নখ এটা এটা মাথ । সি খোৱা বস্তু শাক, আলু, গছৰ গুটি আদি হই । তাৰ দাঁত চুটি চিলা চাইটা, চোখাই খোৱা সোলেটা, মুখে দাঁত এজুৰি । কেঁটেলাই এনে চোকা অস্ত্ৰবোৰেৰে ভূষিত হৈও কাকো একো হিংসা ন কৰি অকলেই কাল যাপন কৰে; আৰু সো যো কালে কদাচিতো কাৰোএ সৈতে দন্দ, যুদ্ধ ন কৰে । আৰু ইইতৰ মুখি, গাহ বৰ মাই; মানুহে ঘৰত পুহিলে আন পহুৰ দৰে ভাল ৰূপে বাঢ়িও ন হই ।

দেশ ভ্ৰমন কৰা লোক সকলে লিখিছে, বোলে কেঁটেলা পহুবিলাকে নেগুৰৰ কোঁপোলা কাঁইটবোৰ পানিত বুৰুৰিয়াই তাৰ বিন্ধাত পানি সুমাই, পাচে কাঁইটবোৰ নিয়ৰাই পোন কৰি ন পৰাকৈ পোৱানিক খুৱাবৰ নিমিত্তে, তাৰ বাহলৈ লৈ যাই । আৰু সি দিনত তাৰ গাতত লোমাই সুই থাকে, ৰাতি হলে বাহিৰলৈ ওলাই খোৱা বস্তু বিচাৰি হাবিত ফুৰে । কোআ আচে, ৰোম আৰু ইস্পানিয়া দেশত অতি জাৰৰ নিমিত্তে যাৰ কালিৰ মাহ চেৰেক গাঁতৰ ভিতৰত এই পহু সুই থাকে, যেতিয়া জাৰ কিছু কমে, তেতিয়াহে গাঁতৰ পৰা ওলাই খাবলৈ বিচাৰে ।

কেঁটেলাৰ মঙহ কোমল বগা, বৰ সোৱাদ । ব্ৰাজিল আৰু ৰোম দেশৰ বজাৰত এই পহুৰ মঙহ সদাই বেচে । তাৰ কাঁইটবোৰেৰে পেৰা আৰু খৰি থোৱা বস্তু আদি অনেক অনেক সুন্দৰ বস্তু সজা হই, কিন্তু আৰু পাৰ্ছি দেশৰ মিস্ত্ৰিবোৰৰ দৰে আনে সাজিব নোৱাৰে ।

প্ৰমান হৈছে নে, নাই হোআ? তোমাৰ আচৰন আৰু কথোপকথনেই সেই কথাত প্ৰমান দিছে নে? নাইবা তোমাৰ ধৰমে আচৰন আৰু সত্যত নে থাকি, কেৱল কথাতেহে থাকে? ইয়াত জদি তুমি মোক উত্তৰ দিয়া, তেন্তে মিনতি কৰিচোঁ, ইস্বৰে জিহকে আমেন স্বৰুপ বুলিব, আৰু জি কথাতে তোমাৰ মনেও তোমাক নিৰ্দ্দুসি কৰিব, তাত বাজে আন একো কথা ন কৰা। কিয়নো জি জনে আপোনাকে প্ৰসংসা কৰে, সি গ্ৰাজ্য ন হই, কিন্তু প্ৰভুএ জি জনক প্ৰসংসা কৰে, সেয়ে গ্ৰাজ্য হই। তাত বাহিৰে, মই এই ৰুপ বা সেই ৰুপ মানুহ বুলি জদি কঁও, আৰু সেই কালে মোৰ কথা বাত্ৰা আৰু ওচৰ চুবুৰিয়া লোকেও মোক মিচলিয়া বুলি প্ৰমান দিছে, তেন্তে সেই কথাৰ পাপ হই।

এই কথা সুনি কথকিএ লাজেৰে মুখ কলা পৰিবলৈ ধৰিলে, কিন্তু অলপৰ পাছে থিৰ হৈ বিস্বাসিক সমিধান দি কলে, তুমি এতিয়া ধৰমত আচৰন, আৰু মনৰ দোসাদোস গিয়ান, আৰু ইস্বৰৰ বিসয়ে কথা কবলৈ ধৰিচা; আৰু জি কথা কোআ জাই তাত ইস্বৰক সাখি কৰিচা; এই ৰুপ কথা তোমাৰ পৰা সুনিম বুলি মোৰ মনত নাই কিচিল, আৰু এনেকুআ প্ৰস্নৰ উত্তৰ দিবলৈকো মোৰ ইচা নাই। তুমি আপোনাকে মোৰ উপদেসক নে পাতিলে, তেন্তে সেই কথাত মোৰ উত্তৰ দিবলৈ প্ৰয়োজন নাই; জদি আপোনাকে মোৰ উপদেসক বুলি ভাবা, তথাপি তোমাক মোৰ সোধ কৰ্ত্তা পাতিবলৈ মই অমান্তি হব পাৰোঁ। কিন্তু মিনতি কৰি তোমাত এটা কথা সোধোঁ, কি কাৰনে আৰ আগত এনে প্ৰস্ন কৰিচা?

বিস্বাসি। তুমি অতি চতুৰ, আৰু কথাৰ বাহিৰে তোমাৰ আন একোঁ সাৰ আছে নে, তাক বুজিব নোআৰিলোঁ, এই কাৰনে মই এনে প্ৰস্ন কৰিলোঁ। তাত বাহিৰে তোমাক সকলোকে স্বৰুপকৈ কম, তোমাৰ ধৰম অকল কথাইহে, আৰু তোমাৰ কথাতেই তোমাৰ ধৰমৰ প্ৰতিগ্যা মিচা হই, ইয়াকে মই আন মানুহৰ মুখে সুনিচোঁ। লোকে বোলে, তুমি খ্ৰিষ্টিয়ানবিলাকৰ মাজত চেকা স্বৰুপ, আৰু তোমাৰ কুবেৱহাৰৰ দোআৰাই ধৰমৰ মহিমাৰ হানি হৈছে; আৰু তোমাৰ কুচিত আচৰনতে অনেকে জুঁটি খাই পৰিল, আৰু আন আনবিলাকো প্ৰান নষ্ট হোআৰ সঙ্কটত পৰিচে। আৰু মদৰ ঘৰ, লোভ, বিবিচাৰ কৰম, সপত খোআ, মিচা কথা, দুষ্টালিৰ সগত আলাপ এই সকলোৰে সৈতে তোমাৰ ধৰম মিলিচে। বেস্যাৰ অৰ্থে জি উপকথা কই, সেয়ে তোমাত স্বৰুপকৈ ঘটিচে; কিয়নো বেস্যা তিৰি জেনেকৈ সাত্তি তিৰি বিলাকৰ লাজৰ চাই হই, তেনেকৈ তুমিও সকলো ধৰমি লোকৰ লাজৰ বিসই হৈচা।

কথকি। মানুহে কোআ কুই কৰা কথা তুমি এইমান বেগাই স্বৰুপ বুলি গ্ৰহন কৰি লোকক জে দুসি কৰিচা, তাতে তুমি থঙ্গাল, অসন্তুসিয়া, আৰু আলাপ কৰাৰ অজোগ্য, ইয়াক নিচই জানিচোঁ। এই হেতুকে এতিয়া মই বিদাই হলোঁ।

এই ৰুপে কথকি বিদাই হোআৰ পাচত খ্ৰিষ্টিয়ান বিস্বাসিৰ ওচৰলৈ আহি স্তেঁওত কলে, দেখা, জি ঘটিব, তাক মই কৈচিলোঁ; তোমাৰ কথা আৰু তাৰ লোভ, দুয়োৰো কেতিয়াও মিল হব নোআৰে; সি তোমাৰ সগ এৰিব পাৰে, তথাপি আপোনাৰ কুকৰম এৰিব নোআৰে। কিন্তু মই কোআৰ দৰেই সি গল। বাৰু জাওক, সি আন মানুহৰ হানি ন কৰি, কেৱল আপোনাৰহে হানি কৰিলে; সি আমাক এৰি জোআত আমি তাকে এৰিব লগিয়া দুখ গুচালে; কিয়নো সি জেনে মানুহ হৈছে, সেই ৰুপ হৈএই থাকিব, ইয়াক মই জানিচোঁ; আমাৰ সগত থকা হলে আমাৰ লাজ মাখোন হলহৈতেন। আৰু পৌলেও কৈছে, এনে মানুহৰ পৰা প্ৰিথক হোআ।

বিস্বাসি। তথাপি তাৰে সৈতে কিচু কথা বাত্ৰা হোআত মোৰ সন্তোস হৈছে, কিয়নো সি পাচেকৈ এই কথা চিন্তিব পাৰে; কিন্তু জি কি হওক, মই তাৰে সৈতে স্বৰুপ কথা প্ৰকাস

ৰূপে কৰোঁ; পাচে যদি তাৰ সৰ্ব্বনাশ ঘটে, তেও মই নিচয়ে নিৰ্দ্দুলি হম ।

খ্রিষ্টিয়ান । হই, তুমি তাৰ আগত এই ৰূপে কথা কোৱাত ভাল কৰিলা, কিয়নো এতিয়াৰ লোকৰ মাজত কোনোএ সৈতে প্ৰকাশ ৰূপে কথা বাত্ৰা কোৱা এনে এটি মানুহকো পাবলৈ টান । এই কাৰণে অনেক লোকৰ মাজত ধৰম গোন্ধাইচে; কিয়নো জি অগিয়ানিবোৰে কথাতে বাজে একো ধৰম নে জানে, আৰু দুষ্টালি কুচিত আচাৰত প্ৰবৰ্ত্তে, এনে বাতুল চতুৰালিবিলাক ধৰমি লোকবিলাকৰ মাজত লেখ হোৱাত জগতৰ লোকৰ ভুম জনমাই, খ্রিষ্টিয়ান ধৰমৰ বদ নাম কৰাই, আৰু সত্য কৰম কৰাবিলাকৰ মনৰ দুখ বঢ়াই । তুমি জেনেকৈ কথকিৰ আগত সত্য কথা হলা, তেনেকৈ সকলোএ জেন আনে সৈতে কই, এয়ে মোৰ বাঞ্চা; কিয়নো তেনে কৰিলে সিইঁতে ধৰমিৰ সগত আলাপ কৰিবলৈ দুগুত কৰা হব, নতুবা ধৰমি লোকৰ আলাপ সহিবলৈ সিইঁত সমৰ্থ ন হব । তেতিয়া খ্রিষ্টিয়ানে গান কৰি বুলিলে ।

বাগচতুৰ কথকি আহে,
 দেখা, কেনে জন!
নিচান তুলি সৰ্ব্ব সাহে
 লোকক কৰে বস ।
কিন্তু বিশ্বাসিএ মনৰ
 কথা মাত্ৰ কই,
তাতে সেই কপটি জনৰ
 মুখ নিসবদ হই ।
পূৰ্ণ চন্দ্ৰৰ কলা জেনে,
 ক্ৰমে হৈচে খই,
চতুৰালি ভকত তেনে,
 সেসত সাৰ ভুগই ।

পাচে খ্রিষ্টিয়ান আৰু বিশ্বাসি দুয়ো কথোপকথন কৰি কৰি সুচল জাত্ৰা কৰিবলৈ পালে । কথা বাত্ৰা নো হোৱা হলে, সিবিলাকৰ বৰ কষ্ট হলহেঁতেন, কিয়নো এতিয়া সিবিলাকৰ বাট অগাধ অৰন্যৰ মাজে দি গৈছিল । ‡

## আপোন পেটিয়াৰ কল ।

The Hen and her Chickens.

এক বাত্তি পুৱা এজনি কুকুৰা গাঁৱালৰ পৰা ওলাই আপোনাৰ পোৱালিবোৰক কলে, হে মোৰ সৰাটিইঁত, এতিয়া আমি বাহিৰলৈ জলাইচোঁ, আৰু তইঁতৰ নিমিত্তে মই ওৱে দিনটো টোপ বিচাৰিম আৰু তইঁতেও আপোনাৰ নিমিত্তে বিচাৰিবি । জদি কোনোটৈ পা, তেতিয়া আন ভাই ভনিকো দি বাঁটি খাবি, কোনো আপোন পেটা ন হবি, আৰু কোনেও ভাই ভনিবোৰক এৰি আঁতৰি নে জাবি । আমাৰ জাতিৰ এটা বৰ সত্ৰু আছে, সেয়ে চিলনি । সি গছৰ তলত লুকি চাই থাকে, আৰু জেতিয়া কোনো এটি কুকুৰা পোৱালিক আঁতৰি জোৱা দেখে, তেতিয়া সি একে বাৰে থাপ মাৰি নি, জিয়াই জিয়াই তাৰ ঠোকা ঠোঁটেৰে চিৰি খাব । এই ৰূপে মাকৰ কথা সুনি, সকলো পোৱালিবোৰে কিউ, কিউ, কৰি সমাগিব খৰিলে ।

এই ৰূপে মাকৰ কথা সুনি পোৱালিবোৰে ভালে ৰেলি টোপ বিচাৰি খাই খাই আছিল পাচত সিইঁতৰ এটা দুতিয়া তায়েকে এটা ডাঙৰ পোক পাই মই আপুনি ইয়াক পেট ভৰাই খাম বুলি একোপা গছৰ তললৈ লৈ গল; আৰু কোনোএ দেখি খেদি আহে বুলি সি পাৰে মানে সৰু ঠেঙেৰে লৰ খৰি গছৰ তল পালে । তাতে সন্তোস মনেৰে পেট ভৰাম বুলি ভাবি, লাহে লাহে পোকটো সৰু ঠোটেৰে চিৰি চিৰি খাই আছিল । এনেতে ওচৰৰ গছত পৰি থকা চিলনিএ লুকি চাই দেখি, একে বাৰে থাপ মাৰি সেই সৰু পোৱালিটিক আকাসৰ মাজে দি লৈ গল । তাতে পোৱালিবৰ ভাই পাই, আই মোক নিলে, আই মোক নিলে, এই বুলি এটাহ পাৰি কঁওতে মাকে সুঁনিলে, আৰু ওপৰলৈ চাই এয়ে মোৰ সৰাৰ মাত বুলি বুজি মনত বৰ দুখ পালে । কিন্তু তেতিয়া তাক ৰাখিবলৈ কি উপাই আছে? এই ৰূপে মাকে কান্দি কান্দি আকও ভাইৰ পোৱালিবোৰক কলে, দেখা, আপোন পেটিয়াৰ

ফুল তেনে ; কিন্তু মোৰ লৰাইত, এতিয়া তইঁতে মোৰ কথা সুনিবি, তাতে তইঁতৰ ৰখ্যা হব ।

এই ৰুপে প্ৰতি জন আপোন পেটিয়া লৰা চোআলিৰ সেসলৈ এনে গতি হব । এই কাৰনে পিত্ৰি মাত্ৰিৰ কথা সুনিবা, আৰু আপোন পেটা ন হবা । ন. ল. ফ.

---

জি হাবিত সুগন্ধি এজোপা ভাল গচ ভালকৈ ফুলে, সি সেই গোটেই খন হাবি সুঘ্ৰান কৰে; সেই ৰুপে ভাল লৰাটি হলে আপোনাৰ গোটেই বংসক প্ৰকাস কৰে ।

পচা কাঠৰ খোৰোঙ্গত থকা জুইৰ ফিৰিঙ্গটিএ গোটেই খন হাবি পোৰে, সেই দৰে এটা বেয়া লৰা হলে তাৰ বংসৰ সকলোকে নষ্ট কৰে ।

জাৰ বিদ্যা নাই, সি ভাল মানুহৰ ঘৰৰ লৰা হলেও তাৰে একো কৰিব নোআৰে; কিন্তু জি জন বিদ্যাৱন্ত মানুহ, সি সামান্য মানুহ হলেও সকলোৰে আদৰ পাই ।

---



কোচ পখিৰ বকড়া ।

## নৱেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা ।

Almanac for November, A. D. 1854. Asam Era, 1776.

| নৱেম্বৰ | কাতি | বাৰ | তিথি | দিনমান | নৱেম্বৰ | আঘোণ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৪ | ১১ | ১১।০ | ১৬ | ২ | ৫ | ২৬ | ১০।৪০ |
| ২ | ১৮ | ৫ | ১৩ | ১০।৫৯ | ১৭ | ৩ | ৬ | ২৭ | ১০।৩৯ |
| ৩ | ১৯ | ৬ | ১৪ | ১০।৫৮ | ১৮ | ৪ | ৭ | ২৮ | ১০।৩৮ |
| ৪ | ২০ | ৭ | ১৫ | ১০।৫৬ | | | | | |
| | | | | | ১৯ | ৫ | ১ | ২৯ | ১০।৩৬ |
| ৫ | ২১ | ১ | ১৬ | ১০।৫৫ | ২০ | ৬ | ২ | ৩০ | ১০।৩৫ |
| ৬ | ২২ | ২ | ১৭ | ১০।৫৪ | ২১ | ৭ | ৩ | ১ | ১০।৩৪ |
| ৭ | ২৩ | ৩ | ১৮ | ১০।৫২ | ২২ | ৮ | ৪ | ২ | ১০।৩৩ |
| ৮ | ২৪ | ৪ | ১৯ | ১০।৫০ | ২৩ | ৯ | ৫ | ৩ | ১০।৩২ |
| ৯ | ২৫ | ৫ | ১৯ | ১০।৪৮ | ২৪ | ১০ | ৬ | ৪ | ১০।৩২ |
| ১০ | ২৬ | ৬ | ২০ | ১০।৪৭ | ২৫ | ১১ | ৭ | ৬ | ১০।৩১ |
| ১১ | ২৭ | ৭ | ২১ | ১০।৪৬ | | | | | |
| | | | | | ২৬ | ১২ | ১ | ৭ | ১০।৩০ |
| ১২ | ২৮ | ১ | ২২ | ১০।৪৪ | ২৭ | ১৩ | ২ | ৮ | ১০।২৯ |
| ১৩ | ২৯ | ২ | ২৩ | ১০।৪৩ | ২৮ | ১৪ | ৩ | ৯ | ১০।২৮ |
| ১৪ | ৩০ | ৩ | ২৪ | ১০।৪২ | ২৯ | ১৫ | ৪ | ১০ | ১০।২৭ |
| ১৫ | ১ | ৪ | ২৫ | ১০।৪১ | ৩০ | ১৬ | ৫ | ১১ | ১০।২৬ |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত ।

Receipts for the Orunudoi—Gowahati.

CAPT. R. CAMPBELL, 1854 — 10 Rs.
J. N. MARTIN, ESQ. 1853-54 — 2 Rs.
শ্ৰী গবিন্দৰাম সৰ্মা সভা পণ্ডিত, ৪ মাহ — ।/৪
শ্ৰী বিষ্ণু দত্ত সৰ্মা পণ্ডিত, ৪ মাহ — ।/৪

Receipts for the Orunudoi—Sibsagor.

শ্ৰীজুত বাবু দুতিৰাম বৰ ভণ্ডাৰ বৰুআ চিৰস্তাদাৰ, ১৮৫৪ — ১৲
শ্ৰীজুত হৰকান্ত গগৈ মাজিৰ, ১৮৫৪ — ১৲
শ্ৰীজুত ধৰ্ম্মেস্বৰ নাজিৰ, ১৮৫৪ — ১৲
শ্ৰী পৰমানন্দ ইস্কুল বাবু, ১৮৫৪ — ১৲

Receipts for the Orunudoi—Nowgong.

শ্ৰী জনাৰ্দ্দন ভুঁয়া পেস্কাৰ, ১৮৫৩ — ১৲
শ্ৰী বিকাৰাম খাঁহি পণ্ডিত, ১৮৫৪ — ১৲

---

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in a[illegible] or one and a half at the end of the year.*

# অৰুণোদই

৯ বচৰ। মোং শিৱসাগৰ, নৱেম্বৰ, ১৮৫৪। নম্বৰ ১১।

VOL. IX. SIBSAGOR: NOVEMBER, 1854. NO. 11.

## অনেক দেসৰ সম্বাদ।

**The Russian War.**

আলণ্ড নামেৰে বলতিক সমুদ্ৰুত ২৮০ মাজুলি আচে। কিন্তু চাৰি কুৰিত মাথোন মানুহ পোৱা জাই। ২০০ হলে সৰু আৰু সুন্য, সেই আলণ্ডৰ এক মাজুলিত বোমর্চণ্ড নগৰৰ কোঁঠ আচে। ৮ আগষ্ট তাৰিখত ইংৰাজি আৰু ফ্ৰাঙ্কি ৩০০০ সেনাই জাহাজৰ পৰা বামত উঠি বোমর্চণ্ডত জুধ কৰিবলৈ ধৰিলে। ১৬ আগষ্টত সেই কোঁঠ ললে, আৰু ৰুচিয়াৰ ২০০০ সেনা বন্দিয়াৰ হবলৈ সৰনাগত হল।

**Operations on the White and Black Seas.**

হিম সাগৰৰ দাঁতিত থকা ৰুচিয়াৰ কেতথনি গাঁও আৰু নগৰ ইংৰাজি জাহাজৰ দোৱাৰাই নষ্ট কৰা হল।

বিলাক সমুদ্ৰুত এখান ৰুচিয়া জাহাজে তিনি খন তুৰকি জাহাজক কাঢ়ি ললে।

**Death of the King of Saxony.**

চাকচানি দেসৰ ৰজা ৰথত জাওতে মুনিক নগৰৰ ওচৰত ৰথ খন লুটি খালে; আৰু এটা ঘোঁৰাই ৰজাক লাথি মৰাত অলপৰ পাচে ৰজা মৰিল।

**The Revolution in Spain.**

ইস্পানিয়া মহা ৰানিৰ অহিতে জি বনুৱা বিলাকে দ্ৰোহ পাতিলে, সিবিলাকে পৰাজই কৰাত মহা ৰানিএ সিবিলাকৰ সকলো কথা সুনি প্ৰধান দ্ৰোহিয়াবিলাকক ৰাজ মন্ত্ৰি সেনাপতি আদি কৰি সকলো ভাল ভাল বাব দিলে।

**Burning of Greytown.**

আমেৰিকা দেসৰ দখিন কাৰে থকা গ্ৰেতাওন নামে এক নগৰৰ মানুহে কোনোবা অগৰ কৰাত এজন আমেৰিকান কাপ্তান চাহাবে বম গোলাৰে গুলিয়াই গোটেই খন নগৰ নষ্ট কৰি পুৰি পেলালে।

**Murder of a Woman.**

আহোম গাঁও মৌজাৰ দুৰ্গা কলিতাৰ ঘৰৰ চুবুৰিতে এটা চেকেৰি ঠাকুৰ বা জগতা কোঁচ নামেৰে মানুহ আচিল: সেই ঠাকুৰেই দুৰ্গা কলিতাৰ জিএক ৰাৱৰিক খোজাত, বাপেক মাকেও দিম বুলিচিল। পাচে কোনো কথাৰ পৰা দুৰ্গাই ঠাকুৰক চোআলি নি দিও বুলিলত, সেই বেজাৰতে ঠাকুৰে অনেক মানুহৰ আগত দুৰ্গাকে বা তাৰ জিএককে কাটিম বুলি ভাবি দি, ১৯ আগষ্ট তাৰিখে ৰাতি ঠাকুৰ পসু কলিতাৰ ঘৰলৈ গৈ কানি পান খাই পৰ্সুত কলে, বোলে, আজি দুৰ্গাকে বা তাৰ জিএককে কাটিম। পাচে তাৰ পৰা ঠাকুৰে হাতত মিঠ দা লৈ, ওলাই আহি দুৰ্গাৰ ঘৰলৈ গৈ ভিতৰলৈ সোমাবৰ নিমিত্তে সিন্ধি খানিলে; তথাপি সিন্ধিএ সোমাব নোআৰি মাৰল ঘৰৰ দুআৰ জাপ কাটি ও তাঁৰ মান নিসা থকাত ভিতৰলৈ সোমাই মাৰলে ঘৰতে সুই থকা দুৰ্গাৰ জিএক ২২ বচৰ বয়সিয়া ৰামৰিক মিঠ দাৰে সোঁ বাবিচনিত একোৰ জিৰিত একোৰ কাটি বধিলে। তাৰে সব পাই ৰাৱৰিৰ মাক সুকুহি খেদি অহাত তাইকো মুৰত একোৰ, সোঁ

কৰঙ্গনত একোৰ সেই মিত্ত দাৰেই মাৰি, তাৰ পৰা ঠাকুৰ পলাই আকও সেই পৰ্ব্বুৰ ঘৰতে সোমালগৈ। তাতে তিনি দিন থাকি পৰ্ব্বুৰ বুধি লৈ তাৰ পৰা ৰাতি পলাই নগা পৰ্বত উঠিচিলগৈ; পাচে নগা আৰু মগা কটকিএ ধৰি আনি জিলা গোলাঘাটত দিয়াত তাৰ পৰা সিৱসাগৰ জিলালৈ পঠাইচে; আৰু শ্ৰীযুত বিচাৰ পণ্ডিএ তাৰ এতিয়া সোধ পোচ কৰিচে।

Insane man killed at Hatimuria.

গল চত মাহত হাতি মুৰিয়া মৌজাৰ মলৌ ৰবাৰ পুত্ৰ ভকলি বলিয়া হৈ হেৰোআত মৌজাদাৰে হজুৰত জনোআত থানাৰ টেকেলাই বিচাৰি নে পালে। পাচে সেই চত মাহতে দেওধাই গাঁৱৰ লোকজন নামেৰে এটাৰ ঘৰলৈ ৰাতি ১ পৰ মানত গৈ লোকজনৰ ঘৈনিএকৰ হাতত ভকলিএ ধৰাত তাই চিঞৰ মৰাত লোকজনে বৰ টাঙোন এডালেৰে মাৰ মাৰি ভকলিক মাৰিলে; পাচে মুৰটো কাটি হাবিত থৈ গাঁৰিটো পুতি থলে। পাচে কুকুৰে মুৰ, হাৰ আটাইবোৰ আনি লোকজনৰ ঘৰত বাৰিত পেলোআত, আকও মুৰটো পুতি থৈ, হাৰবিলাক জুই দি পুৰিলে; নো পোৰাবোৰ পটাত খুন্দি পানিত পেলাই দিলে, এতিয়া থানা ৰঙপুৰৰ শ্ৰী দুৰ্গাৰাম জমাদাৰ গৈ অনেক ৰূপে বিচাৰ কৰাত সকলো কথা ওলাল; আৰু লোকজনে তাৰ ভায়েক বিস্মাই কবুল কৰিলে। তাতে জমাদাৰে দুইকো আৰু পুতি থোআ মুৰটো মৰা টাঙোন তাল হাজিৰ কৰিলত দাৰোগাই অপৰাধি বুলি হজুৰলৈ পঠিয়াই দিচে।

Murder at Jaipur.

জইপুৰৰ মচলমানৰ পটিৰ পাহ নামে একনি তিৰোতাই তাৰে কুমলি নামে একনি তিৰোতাৰ পৰা আঠৈ টকা তেল খাবে নিচিল, পাচে কুমলিএ তেল খোজাত পাহে জি দিয়াত ২ চেপ্তেম্বৰ তাৰিখে ৯ বজাৰ সমই সেই তেলৰে পৰা দুইৰো হন্দ লাগিলত, পাহে কুমলিৰ ঘৰলৈ খেদি গৈ কুমলিৰ চুলিত ধৰি মাৰোঁতেই পাহৰ পুতেক মহৰজা গৈ কুমলিৰ বুকত গোৰ, ভুকু অনেক খনি মাৰিলে। ৰাতি ১০ বজাত সেই দুখতে কুমলি মিত্যু হল।

Channel of the Brahmaputra.

৩০ ভাদৰ পৰা ১৬ আহিন পৰ্যন্ত ব্ৰহ্মপুত্ৰ নদিএ সালমৰাৰ চিমাতলি গাঁও বহুত খহালে, মাত্ৰ মানুহ ন মৰিল আন্দাজ ১০।১২ পুৰা মাটি একে আহিনতে খহাই দিলে; এই দৰে খহাই দিয়া হলে মাজুলি নে থাকেই, এতিয়া খহাবলৈ এৰিচে।

Plantain Tree with double Stalk.

জোৰহাট মোকামৰ চাৰি গাঁৱৰ মানুহ এঘৰৰ বাৰিত তিম কল এজোপাই ২ থোকা কল মেলিচে।

Large Snake killed.

৪ কাৰ্ত্তিক তাৰিখে সিবসাগৰ জিলাৰ পাঠসালা ঘৰৰ মুখতে বৰ সাপ এটাই বামুন ভেকোলা এটা ধৰিচিল, পাচে সাপটো মাৰিলে। দিঘলে ৫ হাত, ঘেৰে এক হাত, নেগুৰ খঁৰা। মৰা সাপটো নি দেৱানি সিৰস্তাদাৰৰ ঘৰৰ আগতে থলে; সকলো বাটৰুৱা মানুহে দেখি বিস্মই হল।

The great Pipe-fish, or Sea-horse.



এই বৰ আচৰিত মাচ সাগৰত থাকে। তাৰ মুৰ প্ৰাই ঘোঁৰাৰ নিচিনা, এই হেতুকে পানি ঘোঁৰা বোলে, কিন্তু এই মাচ ডাঙৰ ন হই; পোকৰ নিচিনাকৈ কেৰ মেৰাই। মতাবিলাকৰ নেগুৰৰ তলত মোনা থাকে, মাইকিএ জি কনি পাৰে সেইবোৰক তাতে সুমাই থই, ক্ৰমে পোআলি জগি ডাঙৰ ন হই মানে তাতে থাকে। মোনাৰ পৰা পোআলিক ওলাবিলে সি পানিত একে চাইতে থাকে; পাচে বাপেক ভয়লৈ আহিলে আকও সোমাই যাই।

Fire at Gowahati.

জুলাই মাহৰ ২১ দিন শোআত সুকুৰ বাৰৰ ৰাতি ১১ বজাত গুআহাটি নগৰৰ বৰ থানাৰ ওচৰৰ কেঁয়া পটিৰ ভিমৰাজ আগোআলা নামে এজন কেঁয়াৰ বান্ধনি ঘৰত থকা জুই অকস্মাত বেৰত লাগি কেঁয়া আৰু কাসি বজাৰৰ দোকানিবিলাকৰ মুঠে ১৩৬ ঘৰ আৰু সোন, ৰূপ, তাম, পিতল, কাঁহ, চাউল, ঘিঁউ, মাহ, তেল, মিঠৈ, গোমধান, খপাত, লো, লা, আদি কৰি অনুমানে ৪০,০০০ হেজাৰ মান ৰূপৰ বস্তু পুৰি নষ্ট হৈছে। পুনৰাই সেই ঘৰবোৰ সকৈ সজাত প্ৰাই ৪০০০ হেজাৰ মান ৰূপ লাগিব। কিন্তু বহু দিনৰ পৰা এই নগৰত অনেকে জুই লাগি ইমান ঘৰ বস্তু পোৰা দেখা ন্যাই কিয়া।

Fire at Sibsagor.

২১ অক্টোবৰ সনি বাৰত সিৱসাগৰ জিলাৰ কেঁয়া পটিত ৰাতি দিপনিতাৰ অনেক চাকি লগাই ৰঙ্গ তামচা কৰিচিল। পাচে ৰাতি দুই বজাত সেই চাকিৰে জুই কেনেবাকৈ প্ৰথমে হৃনত ৰাম কেঁয়াৰ গোলাত লাগি, সেই পটিৰ বাৰেটা গোলা ঘৰ পুৰিলে। মাহ, চাউল, গুৰ, কপাহ, আদি অনেক বস্তু হানি ৫,০০০ মান টকাৰ হল।



## পৰ্বতিয়া চাগৰ বিৱৰন।

The Ibex, or Mountain Goat.

পৰ্বতত থকা এবিধ চাগলিৰ নকচা ওপৰত দিআ আচে। আল্‌প, কাপেন্নাইন, পিৰিনি আৰু হৈমল পৰ্বত তাৰ নিবাসি ঠাই হৈছে। তাৰ সিং কেতিয়াবা কেতিয়াবা ২ হাত দিঘল হই। সিহঁতে তৰ সিলসিত সি দিনতে থাকি, ৰাতি হলে তৈয়াম আৰু গচনিত চৰিবলৈ নামি আহে। তাক বহিৰ্বাল টাম। এটা সতাই কেইবাটাও মাইকি পোআলিৰ

নৈতে জাকত ফুৰে; সিহঁতৰ এটাই সত্রু অহা চাই থাকে, কোনোক দেখিলে সুহুৰিউআৰ নিচিনাকৈ সবদ কৰে, তাতে গোটেই জাকে লাফ মাৰি আটাইতকৈ ওখ টিঙ্গলৈকে লৰি জাই । চিকাৰ কৰা মানুহে বৰ স্রমেৰে সি-ইতক গুলিয়াব পাৰে; আৰু কোনো কোনো মতা চাগে ওচৰলৈ আহি চল পালে সত্রুক একে বেলিএ সিলৰ ওপৰৰ পৰা সিঙ্গেৰে খুন্দি তললৈ পঠাই মাৰে ।

পাৰচি দেসতো ইয়াৰ নিচিনা এবিধ জন্তু আচে, তাক পাচেঙ্গ বোলে । হিন্দুস্থানৰ পৰ্বতিয়া দেসত প্রাই তাৰ নিচিনা এবিধ দু-বিধ জন্তু আচে ।

---

## ভক্তিৰ আনন্দ ।

O: how happy are they.

কেনে আনন্দিত সি,
জি প্রভুত খাটনি,
ওপৰে সাঁচিলে সকল ধন ।
কবলৈ সাধ্য নাই,
কুসল জুক্ত জি পাই,
আদিতে প্রেমে দ্রবৈ মন ।

সেয়ে সুখ মোক ফুৰাই,
জেতিয়া দায়াৰ উপাই
প্রভুৰ তেজতে পাই মোৰো মন ।
খ্রিষ্টত সলত আস্রই,
এনেই গুচে মোৰ ভই,
কৰিলোঁ জই জুক্ত আচৰন ।

স্বৰ্গ প্রিথিৱিত হই
জনাত ত্রান কৰ্তাস্রই,
মই উবুৰি হৈ তেঁওৰ চৰনত ।
অদ্ভুত প্রেম দি জনাই
প্রেমৰত্নক ভজাই,
তাতকৈ কি কৰিব বৰ্গিয় দুত?

ওৰে দিন খ্রিচুৰ নাম
মোৰো সুখ আৰু প্রেম,
তেঁওৰ দায়া সকলোএ জানোক ।
প্রভুৰ প্রেম মানোঁ মই,
জি দুখে অতিসই
উধাৰিলে এনেই দুসি মোক ।

প্রিতিৰ পাখিত খ্রিচু
নিলে ওপৰ স্থানো,
পাপ পৰিখা দুখো বাহিৰে ।
তাত ন কৰোঁ স্বিকাৰ,
জে হৈ মোৰ পৰিখা
তেঁওক পুনৰাই দিম বেজাৰে ।

---

## দণ্ডৰ ভয়ত প্রাৰ্থনা ।

Lo! on a narrow neck of Land.

এক তোখৰ মাটি ঠেক আচে,
মাজত থাকোঁ দুই সাগৰে,
তেও কেনে অচেতন!
অলপমান পথে আগ বাৰ্হি
সুখ আলই হমগৈ স্বৰগি,
বা ঘোৰ নৰক গমন ।

হে ইস্বৰ, মোৰ মনক ঘুৰাই
অগিয়ানি চিত্ততে জনাই
অমন্তৰ বচনে;
মোক দেখাই সেই গধুৰ বিলই,
আৰু উধাৰোক কাল নৌ হই,
আপোনাৰ সক্তিএ ।

মোৰ আগত কৰাহে দিষ্টি,
সেই ঘোৰ ভয়ঙ্কৰ জুক্ত জি
মেঘত আহোঁতা জন ।
সোধ কৰিবলৈ সকল লোক,
হে প্রভু, বোলা এনে হোক,
তোমাৰ সৰ্বত্তৰন ।

মোৰ মন পূৰ হোক কেৱল এই কাৰ্জ,
কাল নিয়াই ভয়ে সে পাই লাজ,
পৰিত্রান কৰোঁ স্থিৰ ।
সহাই হোআ মই জি পৰুআ,
জেন্তে কৰিম তোমাৰ ইচা,
সহনিয় হৈ অন্তৰ ।

D.

## ইংলণ্ডৰ আদি বাসি লোকৰ দেৱতা।

**Account of the old Saxon Idols.**



The Saxon Idol worshipped on Sunday, or Sun's day.

আগৰ কালত য়িহুদা দেসৰ বাহিৰে সকলো ঠাইতে দেও দেৱি সেৱা পূজা কৰি আছিল। ইংলণ্ড দেসৰ চাকচন লোকে জৰ্মানি লোকে সৈতে প্ৰাই একে দেৱতা মানিলে। সেই দেৱতাবিলাকৰ মাজত প্ৰিথিৱি, সূৰ্জ, নখ্যত্ৰ আদি কৰি তৰাবিলাকক দেও দেৱি বুলি মন্য হৈছিল। তাত বাজে মৃত্যু হোৱা ৰজা, আৰু বিৰকো সেৱা কৰিলে। সাগৰ, নদি, পৰ্বত, জংঘল, এই সকলো দেৱতাৰে পুৰ হোৱা জানিলে। সেই কাৰনে সকলোলৈকে মানুহৰ বৰ ভই আছিল; দেওবোৰক সেৱা পূজা ন কৰিলে মৰিম বুলি ভাবি, বৰ দুখতে কাল নিয়ালে। সপ্তাহৰ প্ৰতি দিনৰ ওপৰে এক এক দেৱতা অধিকাৰ পাতিলে। সেই সেই দেৱতা আৰু বাৰৰ নাম হিন্দু লোকৰ বাৰৰে সৈতে প্ৰাই মিলে। আৰু সেই দেৱতাৰ নামেৰে এতিয়ালৈকে বাৰৰ নাম ইংৰাজি লোকে মাতে।

প্ৰথম দিন দেও, বা ৰবি, অৰ্থাত সূৰ্জৰ দিন। চাকচন অৰ্থাত ইংৰাজিৰ ভাষাৰ সূৰ্জক চন বোলে, এই নিমিত্তে দেওবাৰক চনদে বোলে। চন বা সূৰ্জৰ মূৰ্ত্তি চাকচন লোকে ওপৰৰ নকচাৰ দৰে সাজিলে।

সেই মূৰ্ত্তি এক স্তম্ভৰ ওপৰত আছে। তাৰ মুখৰ চাৰিও ফালৰ পৰা জুইৰ সিখ্যা ওলাই আছে; তাৰ বুকুত ৰথৰ ঘিলাৰ নিচিনা এটা চক্ৰ দুই হাতেৰে ধৰি আছে; চক্ৰৰ পৰাও জুইৰ সিখ্যা ওলাই। চক্ৰেৰে ইয়াকে বুজাই, সি পথত ঘুৰি ঘুৰি ফুৰা হৈছে, আৰু জুইৰ সিখ্যাৰে তাৰ ৰশ্মি আৰু তাপ বুজাই; সেই ৰশ্মিএৰে সি মানুহবোৰক বৰ উপকাৰ কৰে বুলি জানিলে।



The Saxon god of Monday, or Moon's day.

আৰু সোম অৰ্থাত চন্দ্ৰৰ বাৰৰ ওপৰত চাকচন লোকে চন্দ্ৰক অধিকাৰ পাতিলে। সিইতৰ ভাষাৰে চন্দ্ৰক মুন বোলে, আৰু তাৰ দিনক মনদে বোলে। তাৰ মূৰ্ত্তি মাইকি মানুহৰ দৰে সাজে, তথাপি মতাৰ দৰে চোলা পিন্ধাই। তাইৰ হাতলো আধা চন্দ্ৰৰ মূৰ্ত্তি ধৰি থাকে, তাইৰ কান বৰ দিঘল।

আৰু মঙ্গল বাৰৰ অধিকাৰ তিউ বা তিউস্কো দেৱক পাতিলে; সি জৰ্মানি দেসৰ প্ৰধান দেৱতা। মঙ্গল বাৰতে তাক সেৱা কৰিলে; সেই



Tuisco, the Saxon god of Tuesday.

কাৰনে মঙ্গল বাৰক তিউচদে বোলে। জৰ্মানি লোকৰ বুৰঞ্জিত লিখিচে, তিউস্কো আমাৰ আদি পিত্ৰি, আৰু তাৰ পুত্ৰ মান, অৰ্থাত মানুহ।

চতুৰ্থ বাৰৰ নাম ওদেঞ্চদে বা ওএঞ্চদে বোলে, কিয়নো সেই বাৰত চাক্‌চনৰ প্ৰধান দেৱতা ওদেন বা বোদেনক সেৱা কৰে। তাৰ নাম বোধ দেৱতাৰ নামে সৈতে মিলে, কিন্তু তাৰ গুন হলে কাৰ্ত্তিকৰ নিচিনা, সি ৰনৰ দেৱতা। আৰু ৰুমিয়া লোকেও সেই বাৰক বুধ গ্ৰহৰ নাম দিএ। চাকচনৰ বুৰঞ্জিত লিখিচে, বোধ নামে ৰৰ ৰনুৱা আচিল, মিৰ্ত্যুৰ পাচে তাক দেও বুলি সেৱা কৰি ৰৰ বলি দি থাকে। ৰনত জি ৰন্দিয়াৰ পাই সকলোকে কাঠৰ মূৰ্ত্তিত সুমাই পুৰি দিএ। ওদেনৰ নক্‌চা ইয়াত লিখা আছে, সোঁ হাতত তৰোৱাল, বাঁও হাতত ঢাল, মূৰত লোহাৰ মুকুট, গাত



Woden, the Saxon god of Wednesday.

লোহাৰ জাথৰ। ওদেঞ্চৰৰ নামে ইংৰাজিৰ এখন গাঁৱত ওদেনৰ ৰৰ জাঙৰ মূৰ্ত্তি আচিল।



Thor, the Saxon god of Thursday.

বিৰহস্পতি বাৰক থিইতে থৰ্চদে অৰ্থাত থৰৰ বাৰ নাম দিলে। সেই দেৱতা হিন্দু দেৱতা

বিৰচতিএ সৈতে নি মিলে, কমিয়া বিৰচতিএ সৈতে মিলে, প্ৰায় ইন্দ্ৰৰ নিচিনা। আকাশ, মেঘৰ গৰ্জন, বায়ু, বিদুলি, ব্ৰিষ্টি এইবিলাকৰ ওপৰত অধিকাৰ হৈছে। সি ওদেনৰ পুতেক বুলি কই। নৰ বলিকে আদি কৰি দানেৰে সৈতে মানুহে তাক তুষ্ট কৰালে, সি ভাল বতৰ, ৰৰধুন দি বহু শস্য উতপন কৰাই বুলি জানিলে। সেই কালৰ অগিয়ান লোক সকলে এনে ভই কৰি অতি দুখেৰে আমুন দিয়াই পৰম ইশ্বৰৰ অপাত্ৰ হৈছিল। সেই দেৱতাৰ মুৰ্ত্তি সিংহাসনতে থিয় কৰি থলে। সোঁ হাতত গদা মুৰত কিৰিটি পিন্ধি, আৰু মুৰৰ চাৰিও কালে ৰাৰেটা তৰা আছে।



Friga, the Saxon goddess of Friday.

চাকচনৰ ফ্ৰায়া বা ফ্ৰিগা নামে এজনি দেবি আছিল, শুকুৰ বাৰক তাইৰ নাম দি ফ্ৰাইদে বোলে। কোনোএ মতা বুলি জানে, কিন্তু সৰহ ভাগে ওদেনৰ ঘৈনিএক বুলি কই। তাইৰ হাতত তৰোৱাল আৰু ধেনু থাকে, অৰ্থাত ৰণ প্ৰয়োজন হলে কেৱল মুনিহ ন হই, তিৰোতাও অস্ত্ৰ শস্ত্ৰ ধৰি ৰন কৰিব পাই। ওদেন, থৰ, ফ্ৰিগা, এই তিনিওৰো মুৰ্ত্তি একে ঠাইতে থাকে জগনাথৰ বিচনা থৰক মাজত থই, বলোৰাম আৰু সুভদ্ৰাৰ নিচিনাকৈ ওদেনক সোঁ কালে, ফ্ৰিগাক বাও কালে থই।



Seater, the Saxon god of Saturday.

চাতৰ নামে চাকচনৰ এক দেৱতাক শনিবাৰে সেৱা কৰে দেখি সেই দিনক চাতৰদে বোলে। তাৰ নাম শনি গ্ৰহকো দিলে। সেই দেৱতাৰ মুৰ্ত্তি কাঁইট থকা মাছৰ ওপৰত থিয় হৈ আছিল; সোঁ হাতত পানিৰে সৈতে ফুল গুটিৰে পুৰ হোজা চৰিয়া ধৰিছে, বাও হাতত চক্ৰ বাধি আছে।

এই সকলো দেও দেবিৰ মান মৰ্য্যদা আৰু বহুত পূজা গুচিল, আৰু সামান্য লোকে প্ৰায় সিহঁতৰ নামো নে জানে; কেৱল বাৰৰ নাম আৰু কোনো পুৰনি গাঁও নগৰ সিহঁতৰ নামেৰে চলিছে। কিন্তু সেই সকলো কথা গুচ-আত ইংৰাজিৰ একো হানি ন হৈ, লাভহে হৈছে; এতিয়া সকলো দেও দেবিৰ কথাৰ

এৰি কেৱল পৰম ইশ্বৰক মান্য কৰাত তেঁও সন্তুষ্ট হৈ সকলো দেসৰ মাজত সিবিলাকক অধিক অনুগ্ৰহ কৰিচে। ।

## অচমিয়া আৰু বঙ্গালি ভাসাৰ কথোপকথন।

**The Assamese and Bengali Languages.**

অচম দেসৰ বঙ্গালি ভাসা সিকা কেই জনমান ডেকা এদিন গধুলি বেলিয়া এখন পথাৰ ফুৰিবলৈ গৈচিল। তেঁওবিলাকে গধুলি বেলিকাৰ প্ৰিথিৱিৰ আৰু আকাসৰ মনোৰম সোভা দেখি অতিসই সন্তুষ্ট হৈ বঙ্গালি আৰু অচমিয়াৰে মিহলি হোৱা কথাৰে পৰস্পৰ কোৱা কুই কৰিচিল। ইতি মধ্যত দখিন পচিম কালৰ পৰা এজনি সুন্দৰি তিৰোতা দুখিয়াৰ দৰে কলা আৰু ফটা মুগাৰ ৰিহা মেখেলা পিন্ধি আৰু এখনি মলিতা, কপাহিৰ খনিয়া কাপৰ গাত লৈ ডেকা সকলৰ আগত দেখা দি কিচু আঁতৰৰে পৰা কলে, "হে মোৰ প্ৰিয় সন্তান সকল! তোমোলাকে মোৰ ওচৰলৈ আঁহা; মই এবেলি তোমোলাকক কোলাত লওঁ; মই বহু দিনৰ পৰা তোমোলাকৰ মুখ নে দেখি মৰিব লগিয়া হৈচোঁ। তোমোলাকে নো অন্যৰ মাত্ৰিক মাত্ৰি বুলি মোক একেবেলিএই পাহৰিলা নে? হওক পাহৰা, এতিয়া মোৰ ওচৰলৈ আঁহা; মোক চুমা এটি দিয়া; মই তোমোলাকক এবেলি কোলাত লৈ হাবিআস পলুআঁও।" ডেকা সকলে তেঁওৰ এই কথা সুনি তেঁওক বাঙ্গালি বুলি বৰ ভই পালে, আৰু "ঔ! আই! খালে ঔ! এই জনি বাঙ্গালিএ খালে ঔ!" এই বুলি আপোনাৰ চোংহৰ মাত্ৰি বঙ্গালি ভাসাৰ ওচৰলৈ গল।

বঙ্গালি ভাসাই ডেকা সকলে এই দৰে ভই খোৱা দেখি আস্তে ব্যস্তে সুধিলে, "বোপাই! তোমোলাকে নো কিয় এনে ভই পাইচা, কোআচোন! মই তাৰ প্ৰতিকাৰ কৰিম।" ডেকা সকলে মাত্ৰিৰ এই কথা সুনি কলে, "হে আই! আজিৰ দৰে আমি এদিনো ভই খোআ নাই। আমি পথাৰ ফুৰিবলৈ গৈচিলোঁ, এনেতে এজনি বাঙ্গালি আহি আমাক পো বুলি ওচৰলৈ মাতিলে। আমি কথমপি পলাইহে ৰখ্যা পালোঁ। পলাই নহা হলে তুমি আমাক নে দেখিলাইহৈতেন।" বঙ্গালি ভাসাই এই কথা সুনি পুত্ৰেকহঁতক ঘৰত থৈ পথাৰলৈ গল, আৰু তাত সেই তিৰোতা জনিক অক্ৰিতগ্য সন্তানবিলাকৰ নাম সুঁৱৰি কান্দিবৰ দেখিলে। তেঁও ইয়াকে দেখি মনতে ভাবিলে, জে এই জনি বাঙ্গালি ন হই। কোনোবা ভাল মানুহৰ জিয়ৰি, কিবা দুখৰ কাৰনেহে এনে অৱস্থা হৈচে। এতেকে এঁওক আগৈএ সুধি পাচেহে সন্তান সকলক ভই খুওআৰ প্ৰতিকাৰ কৰা ভাল। ইয়াকে ভাবি বঙ্গালি ভাসাই তেঁওক সুধিলে, "হে সুন্দৰি! তোমাৰ নাম কি? আৰু তুমি নো কোন? তোমাক দেখি মোৰ বিদেসি সন্তান সকলে বৰ ভই পাইচে। এতেকে তোমাৰ সকলো কথা মোৰ আগত কোআ।"

সেই তিৰোতাই বঙ্গালি ভাসাৰ কথা সুনি কলে, "হে আই! তুমি মোৰ কপালৰ কথা কি সুধিচা! মই জেনে অৱস্থাতহে আচোঁ, তাক কব লগিয়াই নাই। মই এতিয়া মৰিলেইহে ভাল। মোৰ দুখৰ কথা তোমাৰ আগত কি কম? তুমি সকলো খনি জানা। তথাপি তুমি জে সুধিলা, ইয়াতে থাকি মই কওঁ সুনা। মোৰ ঘৰ এই অচম দেসত, মোৰ নাম অচমিয়া ভাসা, জিবিলাক ডেকাই মোক দেখি ভই খাইচে, সেইবিলাক মোৰে সন্তান। উপজিবৰ পৰা মই সিহঁতক বোপাই, আই, দদাই, ককাই, ভাই প্ৰভ্ৰিতি কথা কবলৈ সিকালো, কিন্তু সিহঁতে ডাঙ্গৰ হলত মোক ঘিন কৰি তোমাৰ কথাহে লৈচে, অন্য কি? সিহঁতে অচমিয়া এৰিব লগিয়া বিতিৰোৰ জে এৰিচেই তাৰে লগত ভাল ভাল এৰিব ন লগিয়া বিতিবিলাকো এৰিচে। জি হওক সিহঁত মোৰ মুখৰ চুলি জিমান আচে, সিমান দিনলৈকে জিয়াই থাকোক, আমাক ইশ্বৰে ৰাখি দিওক।"

বঙ্গালি ভাসাই সেই তিৰোতাৰ এই কথা সুনি তেঁওক চিনিলে, আৰু ডেকা সকলক ভুক-

কিয়াই নিয়া বোলে বুলি মনত অলপ ভই পাই নম্র ভাৱে কলে, "হে সুন্দৰি! তুমি অচমিয়া মানুহবিলাকৰ মাত্রি ভাসা, মই তোমাক চিনিলোঁ, কিন্তু তুমি ইয়ালৈ ব্রেথেহে আহিচা । কিয়নো তোমাৰ সন্তান সকলে এতিয়া নিতৌ নিতৌ মোৰ ভত ভাল ভাল কথা আৰু ৰিতি সিকিচে, তোমাৰ জেনেহে অৱস্থা জে তোমাক মাত্রি সম্বোধন কৰিবলৈ আটাইৰে ঘিন লাগে ।" তেতিয়া অচমিয়া ভাসাই কলে, "হে আই! মই মোৰ কথা তোমাৰ আগত কি কম? তুমি এতিয়া ঘিন কৰিচা, তোমাৰ নো ইয়াৰ আগেয়ে কি অৱস্থা আচিল? ইংৰাজ ৰজাৰ দিনৰ আগেয়ে তোমাৰ নো এনে বেস আচিল নে? আৰু মোৰ একেৰি কথা কঁও সুনা । মোৰ দেসৰ অক্রিতগ্য সন্তানবিলাকেহে মোক এৰিচে, কিন্তু আমেৰিকা নামে বৰ দেসৰ পৰা চাহাববিলাকে আহি মোক আস্রই দিচেহি আৰু পৰম জতন কৰিচে । আমাৰ দেসৰো দুই এক জনে মোক সেৱা সুস্রুসা কৰে । অচম দেসৰ মাজত এতিয়াৰ কলিয়া তেকা বিধান স্রী আনন্দিৰাম ফুকনে মোক মাত্রি বুলিচে, তেঁও বিদ্যাৰ বলত অচমিয়া সকলো মানুহতকৈ বৰ বিনই লৈচে । তেঁও জেতিয়া মোক মাত্রি বুলিচে অন্যৰ কথা ন কঁও, আমেৰিকাৰ চাহাব সকলৰ জতন থাকিলে অলপ দিনতে ময়ো তোমাৰ নিচিনা হম । মোৰ অক্রিতগ্য সন্তানবিলাকৰ কথা আৰু মই কি কম, দুই এক জনত বাজে সকলোবিলাক মোৰ পুত্র গুচি এতিয়া কু পুত্রহে হৈচে ।"

ইয়াতে বঙ্গালি ভাসাই কলে, "হে আই! তুমি কিয় টেকা সন্তান সকলক দোস দিচা । তোমাৰ বুৰা, বিলয়া, ধনি জিবিলাক সন্তান সেইবিলাকেই তোমাক এৰিচে; জদি সিবিলাকেই তোমাক ঘিন কৰিলে, তেন্তে টেকাবিলাকে নো কিয় তোমাক মানিব?" অচমিয়া ভাসাই ইয়াতে দির্ঘ নিস্বাস কাৰ্হি কলে, "হাই হাই! বুৰা সকলৰ কথা ন কবা, তেঁওবিলাকক দেখি জদি টেকাবিলাকেও মোক এৰে, তেন্তে মোক নো আৰু কোনে আপোন বুলি লব? অনন্ত কন্দলি, মাধৱ দেৱ, কাসিনাথ তামুলি ফুকন প্রভ্রিতিএ মোক জেতিয়া এৰি গল এতিয়া মোক কোনে মানিব? তেও সিবিলাকৰ পৰা মোৰ অনেক উপকাৰ হৈচে । আমেৰিকাত থকা চাহাববিলাকো জিয়াই থাওক তেঁওবিলাকৰ গুনে মোৰ বৰ উপকাৰ হব, তেঁওবিলাকে মোৰ কলা কাপৰ গুচাই নিকা কাপৰ আৰু সুন্দৰ খাৰু মনি পিন্ধাব ।" বঙ্গালি ভাসাই অচমিয়া ভাসাৰ সোক সুনি মুচুকিয়াই হাঁহি আঁপোনাৰ গিয়ানি পুত্র সকলৰ কথা মনত কৰিলে ।

অচমিয়া ভাসাই তেঁওৰ মনৰ কথা বুজি কলে, "তুমি মোক এতিয়া হাঁহিচা, কিন্তু তোমাৰ আগৰ অৱস্থা মনত কৰা, ইংৰাজ ৰজাবিলাকৰ ক্রিপাতহে তোমাৰ ইমান গৌৰও হৈছে । মোকো জদি ৰজাই ক্রিপা কৰে, ময়ো তোমাৰ দৰে হম ।" এই কথা সুনি বঙ্গালি ভাসাই লাজ পাই কলে, "হে আই! মই তোমাৰ পোঁআইতক তোমাৰ প্রতি ভক্তি কৰিবলৈ কম, তোমাৰ ইয়াত জেনে অৱস্থা মোৰো দেসত সেই অৱস্থা, ইয়াতহে ইমান মান্য পাইচোঁ ।" এনেতে অচমিয়া ভাসাই কলে, "এতিয়া হে আই! তুমি জোআ মোৰ সন্তান সকলৰ আগত কবা, তেঁওবিলাকে জেন আপোনাৰ মাত্রি ভাসা আদৰকৈ সিকে । ইংৰাজ প্রভ্রিতি জাতিবিলাকে আপোনাৰ দেসৰ ভাসা জিমান দিনলৈকে সিকিবলৈ আদৰ ন কৰিচিল, তিমান দিনলৈকে অসভ্য আচিল । মই তোমাৰ আগত আৰু অধিক কি কম, তুমি আপুনিএই কিং ভাল জানা, তাকে কবা ।" বঙ্গালি ভাসা এই কথা সুনি আপোনাৰ ঘৰলৈ গল ।

হে অচম দেসৰ লোক সকল, একেৰি কথা কঁও সুনা, তোমোলোকে এতিয়া বঙ্গালি ভাসা বৰ আদৰ কৰি সিকিচা, আৰু অচমিয়াক অনাদৰ কৰিচা, কিন্তু ভাবি চালে অচমিয়া বঙ্গালি দুই একে মাকৰ সন্তান, তেঁওবিলাক দুইয়ো সংস্ক্রিত মাক । কেৱল দেসাধিকাৰৰ

অনুগ্রহত বঙ্গালিবিলাকে এতিয়া আপোন মাত্রি বঙ্গালি ভাসাক নানা অলঙ্কাৰ পিন্ধাইচে । তোমোলাকেও জদি সেই দৰে জতন কৰা, তেন্তে আৰু এতিয়া ঘিন কৰিচা, তাকেই পূজা কৰিবা, তোমোলাকে হেজাৰ বঙ্গাল্নি কি অন্য ভাসা সিকা, তেও তাত্ পণ্ডিত হব নোআৰা । কিয়নো মানুহে সৈতে সেই ভাসাৰে কথা কঁওতে অথবা লিখোঁতে পোনেই অচমিয়াৰে সেই কথা মনত কৰি কঁওতে কি লিখোঁতে তাক তর্জমা কৰা হেন কৈহে কৰা আৰু লিখিবা । তোমোলাকে হেজাৰ সিকা, তেও কথা কঁওতে বা লিখোঁতে সেই দৰে কৰা বা লিখিবা । আৰু তাৰ মাজতো অনেক মিহলি কথা থাকিব । তোমোলাকে হেজাৰ সিকা তেও বঙ্গালিবিলাকৰ দৰে বঙ্গালি, ইংৰাজৰ দৰে ইংৰাজি, দিলিত থকাবিলাকৰ দৰে হিন্দুস্থানি, মোগলবিলাকৰ দৰে ফাৰচি কথা কেতিয়াও কব নোআৰা । কিন্তু অচমিয়া ভাসা একো জতন ন কৰাকৈ কব পাৰা, আজিলৈকে অচমিয়া ভাসাৰ স্ত্রী একো ব্রিধি হোআ নাই, এতেকে তোমোলাকে এই ভাসা জতন কৰি সিকা উচিত । ইয়াক নি সিকি অন্য ভাসা সিকিলে তাৰ পৰা কেতিয়াও পণ্ডিতালি কৰিব নোআৰা । আৰু দেসৰ উপকাৰ কৰা, জে তোমোলাকৰ কৰিব লগিয়া কৰম আছে, তাকো কৰিব নোআৰা, দেসৰ ভাসা ভাল ন হলে তাৰ লোকবিলাকৰ অৱস্থাও ভাল ন হই । এতেকে জদি এই অৱস্থাৰ পৰা মুকুত হৈ ভাল অৱস্থা পাব খুজিচা, তেন্তে অচমিয়া ভাসা জাতে ভাল হই, এনে জতন কৰা । তোমোলাকে. জে কেতিয়াবা দেসৰ উপকাৰ কৰিবা আৰু অচমিয়া ভাসাক ব্রিধি কৰিবলৈ জতন কৰিবা, এনে চিন দেখা নাই, এতেকে এতিয়া তোমোলাকে কৰিবলৈ ধৰা । গুআহাটিত এটা পুস্তকালই আৰু এটা হস্পিটাল সকলোৰে উপকাৰৰ নিমিত্তে হব দেখি আমি আনন্দ পাইচোঁ ।

এই সংসাৰৰ একজন লোক ।

২২ আগষ্ট ১৮৫৪ ।

## নিৰো ৰজাই খ্রিষ্টিয়ান লোকবিলাকক তাৰনা কৰা ।

Persecutions under Nero.

জি ৰুমিয়া নিৰো ৰজাই পৌল পাচৰিক তৰোআলেৰে বধিলে, সেই ৰজাই খ্রিষ্টৰ ৬৪ শঁকৰে পৰা খ্রিষ্টিয়ানবিলাকক তাৰনা কৰিবলৈ ধৰিলে, আৰু জি ৰূপে তাৰনাৰ আৰম্ভন হল, তাকে সুনা ।

সেই নিদয়া দুষ্ট ৰজাই কেৱল ৰঙ্গ দেখিবৰ নিমিত্তেই ৰোম নগৰৰ ঠায়ে ঠায়ে লোকবিলাকক পঠাই জুই লগালে; পাচে আপুনি এক ওখ অটালিকাৰ ওপৰত উঠি চাৰিও ফালে নগৰৰ মাজত জুই লগা দেখি মহা আনন্দেৰে গান কৰিবলৈ ধৰিলে । সেই অগ্নি কেইবা দিনো লাগি থকাত প্রাই চহৰৰ এভাগ মান দাহ কৰা হল । পাচে ৰজাৰ এই কুকৰম নগৰৰ মানুহৰ মাজত্ জনা হলত্, সকলোএ তেঁওলৈ বৰ বিৰকতি হল; কিন্তু ৰজাই সেই কথাত আপোনাক নির্দুসি কৰিবৰ চলেৰে এই কথা প্রকাস কৰিলে, ৰোলে, আমাৰ দেৱতাবোৰক ঘিন কৰা খ্রিষ্টিয়ানবিলাকেহে হিংসাৰে এনে কুকৰম আচৰিলে । এই অপবাদ প্রকাস কৰি সিবিলাকক তাৰনা কৰিবলৈ ধৰাত, সিবিলাকলৈ মানুহে কব নোঅৰা দুখ ওলাল । বিসেসকৈ ৰজাই বহু খ্রিষ্টিয়ানক ধৰাই আনি আপোনাৰ বাৰিৰ ভিতৰত কেতবোৰক হিংসক জন্তুৰ দোআৰাই, কাকো কাকো তৰোআলেৰে কাটি বধ কৰালে, আৰু বাৰিৰ ঠায়ে ঠায়ে কাঠৰ খুঁটা পুতি সেই খুঁটাতে অনেক লোৰ সিকলিৰে বান্ধি সিবিলাকৰ গাত কটা কাপৰ মেৰাই ধুনা এঠা আদি সানি, তাত জুই লগাই দি গোটেই ৰাতি তাৰ পহৰেৰে লিখি কৰিলে, আৰু ৰঙ্গ দেখাৰ নিমিত্তে বহু তন্ত্র, ভাঙ্গৰিয়াবিলাকক তালৈ মাতি আনি সেই কৰম দেখালে । তথাপি এই ৰূপ নির্দয়া কৰম কৰাতো তেঁও জে নগৰ দাহ কৰাৰ [illegible] নির্দুসি হই, ইয়াক কেৱে বিশ্বাস ন কৰিলে । এনে মহা বিপদ কালত খ্রিষ্টিয়ানবিলাকৰ, কেনে আনন্দ আছিল, আৰু কো-

লোএ লিখা নাই। তথাপি সেই কালত পৰম ইশ্বৰে যে আপোনাত আস্থুই কৰা লোকৰ মন সুখিৰে ৰাখিচিল, ইয়াত কোনো সংসই নাই; কিয়নো তেঁও ধৰম সাস্ত্ৰত এই প্ৰতিগ্যা কৰিচে, মই দুখৰ কালত তোমোলাকক তিয়াগ ন কৰোঁ। পাচে সেই সময়তে কোনো কোনো ভকত ইস্পানিয়া দেসলৈ গৈ খ্ৰিষ্টৰ ধৰম প্ৰচাৰ কৰাত, সেই দেসত অনেক লোকে হাক গ্ৰাহ্য কৰিলে।                    ন. দ. ক.

---

## বঙ্গাল দেসৰ আগৰ দিনৰ মোহৰ ।

Coins belonging to Capt. Dalton—dug from a Tank in Gowahati.



Rupee of Shams Uddin Ilias Shah, A. D. [illegible]

উল চুলতান উল আদল সোমচ উদ দুনিয়া ও উদ দিন আবুল মজফৰ ইলিয়াচ স্যাহ চুলতান।

সেই কালে। চিকন্দৰ উস চানি (দুতিয় চিকন্দৰ), আইন উল খলিফত (ৰাজস্থুৰ গিয়ান চকু), আমিৰ উল মোমেনিন (বিস্বাসি সকলৰ অধিকাৰ)। দাঁতিত তালকৈ পাইঁৰ মোজাৱে; আম্দাজে চত (৬) ও অৰ্বাওন (৪০) ও চবমাইহ (৭০০)। হিজিৰি সঁক ৭৪৬ ইং ১৩৪৫ সঁকে সৈতে মিলে। সোমচ উদিন ইলিয়াচ গৌৰ নগৰত ১৩৪৩ সঁকৰ পৰা ১৩৫৮ সঁকলৈকে ৰজা হৈচিল।



Rupee of Sekander Shah, A. D. 1358.

উল ইমাম উল আজম আবুল মজাহিদ ম্ৰৰ ৰাপেক) চিকন্দৰ স্যাহ ইবন ইলিয়াচ স্যাহ চুলতান।

অমিৰ খলিফত আল্লা নাচৰ উল মোমেনিন (বিস্বাসি সকলৰ উপকাৰ কৰোঁতা), খলাদ খলিফত (তেঁওৰ ৰাজত্ব চিৰজিৱি হওক)। দাঁতিত জৰব হদ অৰ্বা (৪) ও চাত্তিন (৬০) ও চবমাইহ (৭০০)। হিজিৰি সঁক ৭৬৪; ইং সঁক ১৩৬২। সেই ৰজা ইলিয়াচৰ পুতেক।



Another Rupee of Sekander Shah.

এই ৰূপো সেই ৰজাৰ; উল ইমাম উল আজম, অৰ্থাত মহা ৰজা, কাঁও কাণৰ ওপৰে লিখা আচে;• চক্ৰৰ ভিতৰে আবুল মজাহিদ চিকন্দৰ স্যাব ইবন ইলিয়াচ স্যাহ।

সি কালে, কি অমিৰ খলিফত আল্লা নাচৰ উল মোমেনিন গৱ উল চদ ও মচলম খলদ মুল্ক; অৰ্থ তালকৈ সোণাই। দাঁতিত ওপৰৰ ৰূপৰ নিচিনা সঁক লিখা আচে।



Rupee of Gayas Uddin Azim Shah, A. D. 1367 to 1373.

গয়াচ উদ দুনিয়া ও উদ দিন আবুল মজফৰ আজম স্যাহ ইবন চিকন্দৰ স্যাহ ইবন ইলিয়াচ স্যাহ চুলতান। ইবন বা বেন, এই কথাৰ অৰ্থ পুত্ৰ। ইলিয়াচৰ নাতিএক আজম স্যাহ ১৩৬৭ ইং সঁকৰ পৰা ১৩৭৩ সঁকলৈকে বঙ্গাল দেসৰ ওপৰত ৰজা হৈচিল।

সি কালে, অমিৰ নাচৰ উল মোমেনিন, অৰ্থাত অধিকাৰ, বিস্বাসি সকলৰ উপকাৰ কৰোঁতা; গৱ উল আলা ও মচলমিন, অৰ্থাত ইস্বৰৰ আৰু মচলমানবিলাকৰ ৰাখি; খলাদ মুল্ক, তেঁওৰ ৰাজত্ব সদাই থাকোক।



Another Rupee of Azim Shah.

ইও ৰুপ সেই আজম স্যাহ্‌ বাদস্যাৰ, কিন্তু বাপেক আৰু ককাকৰ নাম লিখা নাই ।



Mahomed Shah ben Khansa, A. D. 1418.

জলাল উল দুনিয়া ও উল দিন আবুল মজফৰ মহমদ স্যাহ্‌ চুলতান। নাচৰ অমিৰ উল মোমেনিন গৱ উল আলা ও উল মচলমিন খলদ মুল্ক । হিজিৰি সঁক ৮২১, ই৲ সঁক ১৪১৮ ।

## দিলিৰ বাদস্যাৰ ৰুপ ।

Coins of the early Delhi Emperors.



Silver Coin of Khosro II. (?) found at [illegible]

উল চুলতান বেন উল চুলতান নচৰত খোস্রো খলদ মুল্ক বিহিজিৰি । ইয়াত বাজে আন আখৰ পৰ্হিৱ নোআৰি, ৭১ এই সঁকৰ নিচিনা দেখে, অৰ্থাত হিজিৰি ৫৭১, ই৲ সঁক ১১৭৫ হব পাই । সি ফালে, উল চুলতান বেন উল চুলতান নাচৰ উল দুনিয়া ও উল দিন আবুল মজফৰ ।



Copper Coin of Alla Uddin Sekander, A. D. [illegible]

উল চুলতান উল আজম উল দুনিয়া ও উল দিন মহমদ স্যাহ্‌ । নাগেৰি আখৰ শ্ৰী চুলতান ৭০৬, অৰ্থাত ই৲ সঁক ১৩০৬ ।



Coin of Alla Uddin Sekander, A. D 1313.

উল চুলতান উল আজম আলা উল দুনিয়া ও উল দিন আবুল মজফৰ মহমদ স্যাহ্‌ উল চুলতান । সি ফালে, চিকন্দৰ উল চানি মনিৰ উল খলিফত (অৰ্থাত ৰাজাৰ দিপ্তি) নাচৰ অমিৰ উল মোমেনিন ।

ৰুপৰ দাঁতিত, জৰব হদহ্‌ উল তিজিয়ত (ৰাজ ধানিত মাৰিলে), বেহ্‌জৰত চনে চল্চ (৩) আচৰ (১০) ও চবমাইহ্‌ (৭০০) । হিজিৰি সঁক ৭১৩, ই৲ সঁক ১৩১৩ ।



Copper Coin of Toglak Shah, A. D. [illegible]

উল চুলতান উল আদল গয়াচ উল দুনিয়া ও উল দিন তুগলক স্যাহ্‌ ।



Copper Coin of Toglak Shah, found at [illegible]

উল চুলতান উল আদল গয়াচ উল দুনিয়া ও উল দিন তুগলক স্যাহ্‌ চুলতান ।



Copper Coin of Ahmed Shah, found at [illegible]

আচয়েদ উল দুনিয়া ও উল দিন, (অৰ্থাত জগত আৰু ধৰমৰ ৰজা,) আহমদ স্যাহ্‌ চুলতান । বেঁঙ্গ বঙ্গাল ৰজা হব পাই ।

## খ্রিষ্টৰ পাঁচনিবিলাকৰ সংখেপ বিবৰণ ।

**Brief History of the Apostles.**

প্রভু যিচু খ্রিষ্টৰ শিস্যবিলাকৰ মাজত পাচনি নামে জিবিলাক প্রধান শিস্য আছিল, সিবিলাকৰ কিছু কিছু বিবৰণ লিখোঁ। ফিলিপ, বাৰ্থলমাই, মাথি, থাদিয়, আন্দ্রিয়া, থোমা, চিমোন, আৰু যিহুদা, বাৰে জনৰ মাজৰ এই কেই জনৰ বিবৰণ ধৰম শাস্ত্ৰত আৰু খ্রিষ্টিয়ান বুৰঞ্জিতো অতি অলপ কথা লিখা আছে। এই হেতুকে সিবিলাকে কোন কোন দেশলৈ গৈ সুভ বাত্ৰা প্রচাৰ কৰিলে, তাক বিশেস ৰূপে বৰ্নাব নোআৰোঁ। বুৰঞ্জি লিখাবিলাকে কই, থোমা নামে পাঁচনিএ হিন্দুস্থানলৈকে আহি, সুভ বাত্ৰা প্রচাৰ কৰিলে, আৰু তাত খ্রিষ্টিয়ান মণ্ডলিও থাপনা কৰিলে। সেয়ে জি কি ন হওক, য়াকোব নামে দুজন, আৰু চিমোন পিতৰ, আৰু য়োহান, এই চাৰি জন পাঁচনিৰ বিবৰণ নিচই কৰি লিখিব পাৰি। দুই য়াকোবৰ মাজৰ বৰ য়াকোব য়িৰুচালম নগৰত অলপ কাল থাকি, তাতে প্রান হেৰুআলে; কিয়নো হেৰোদে তেঁওকে সকলোৰে প্রধান হেন জানি, য়িহুদিবিলাকক সন্তোস কৰিবৰ মনে তেঁওক বধ কৰিলে। তেঁওৰ মিত্যুৰ সময়ত লিখকবিলাকে এটা আচৰিত কথা লিখিছে, বোলে, জি মানুহে তেঁওক বধ কৰাবৰ ইচাৰে ৰজাৰ আগত তেঁওৰ অপবাদ জনাইছিল, সেয়ে খ্রিষ্টৰ নিমিত্তে মৰিবলৈ য়াকোবৰ সাহ আৰু সন্তোস হোৱা দেখি খ্রিষ্টৰ ধৰম জে উত্তম আৰু সত্য, ইয়াক ভাবি সকলোৰে আগত এই কথা কলে, জদি মোৰ প্রান জাবে, জাবোক, তেও আজিৰে পৰা মই খ্রিষ্টৰ আস্ৰুই লওঁ। বিচাৰ কৰ্তাই তাকে সুনি, য়াকোবৰ লগত একে ঠাইতে তাকো মাৰিবলৈ আগ্যা কৰিলে। পাচে সেই মানুহে বাটত গৈ থাকোঁতে য়াকোবৰ আগত তাৰ অপৰাধৰ খেমা মাগন কৰিলে, তাতে তেঁও তাকো-আলি মাৰি ধৰি, "তোমাৰ সকলো শান্তি হওক," এই বুলি খেমা দান কৰিলে। পাচে চণ্ডালবোৰে সিবিলাক দুইকো বধ কৰা ঠাইলৈ নি তাতে দুইৰো মুৰ কাটিলে।

পাচে দুতিয় য়াকোব য়িৰুচালম মণ্ডলিৰ ৰখ্যক হৈ আছিল; তেঁওৰ সত্য আচাৰ আৰু পবিত্র স্বভাও হোৱা দেখি সকলোএ তেঁওক ধৰ্ম্ম মানুহ বুলি নাম দিছিলে। লিখকবিলাকে কই, তেঁও বাহিৰে য়িহুদি লোকৰ অনেক অনেক পুৰনি আচাৰ বেৱহাৰ মনাত জনেকৰ প্রিয় পাত্র আছিল; তথাপি খ্রিষ্টৰ শত্রুবোৰে তেঁওৰ ৬২ বচৰ বয়সিয়া হোৱা কালত তেঁওক ধৰি মন্দিৰৰ ওপৰৰ পৰা পেলাই প্রান মাৰিলে। তেঁও আপোনাৰ মিত্যুৰ দুই বচৰৰ আগেয়ে নানা দেশত গোট গোট হৈ থকা য়িহুদি খ্রিষ্টিয়ান লোকৰ প্রতি জি এখনি পত্র লিখি পঠাইছিল, তাক এতিয়ালৈকে ধৰম শাস্ত্ৰৰ ভিতৰত পোৱা জাই।

আৰু চিমোন পিতৰ নামে জি এজন খ্রিষ্টৰ খিয়াতিমন্ত শিস্য আছিল, তেঁও অলপ কাল য়িহুদা আৰু তাৰ ওচৰৰ দেশত ফুৰি সুভ বাত্ৰা প্রচাৰ কৰি, পাচে আন্তিয়খিয়া নগৰ পোৱাৰে পৰা তেঁওৰ কিছু বিশেস বিবৰন ধৰম শাস্ত্ৰত লিখা আছে। তাৰ পাচত তেঁও দুৰ দেশলৈ গৈ, অৰ্থাত পন্ত, গলাতিয়া, কাপাদকিয়া, আচিয়া আৰু বিথুনিয়া, এই সকলো দেশত জি জি য়িহুদি লোক আছিল, সিবিলাকৰ ওচৰলৈ গৈ অনেক দিনলৈকে সেই সেই ঠাইত থাকি সিবিলাকৰ আগত ইশ্বৰৰ সুভ বাত্ৰা কিৰ্ত্তন কৰিলে। পাচে আন দেশলৈ গলত, সেই লোকবিলাকৰ দ্রিঢ় বিশ্বাস থিৰ কৰিবৰ নিমিত্তে ধৰম শাস্ত্ৰৰ মাজত তেঁওৰ নামেৰে জি দুই পত্র লিখা আছে, তাকে আপোনাৰ মৰনৰ কিছু দিনৰ আগেয়ে লিখি সিবিলাকলৈ পঠাই দিলে। পিতৰ আপোন দেশি লোকৰ আগত অতি মান্যৱন্ত আছিল, তথাপি বিদেশি লোকৰ মাজত পৌল পাঁচনিৰ সমান মান্যৱন্ত নাছিল। বুৰঞ্জি লিখাবিলাকে পিতৰৰ কথাত ইয়াকে কই, তেঁও খ্রিষ্টৰ ৬৩ শকত ৰোম নগৰলৈ গৈ খ্রিষ্টৰ নিমিত্তে নিৰু নামে কমিয়া ৰজাৰ দোৱাৰাই অত্যন্ত দণ্ড ভোগ কৰিলে; অৰ্থাত আপোনাৰ প্রভুৰ দৰে পেৰেক কাঠত খুলি মাৰিবলৈ ৰজাই আগ্যা দিলে; কিন্ত পিতৰে প্রভুৰ দৰে

মৰিবলৈ অজোগ্য হৈচোঁ বুলি জানি তললৈ মুখ কৰি মৰিবৰ নিমিত্তে সক্ৰবোৰক কলে। তাতে সিহঁতে তেঁওক গজালেৰে বিন্ধি তললৈ মুখ কৰি পেৰেসনিৰ ওপৰত তুলি দিলে, তাতে তেঁও অতিসই জাতনা প্যাই মহা কষ্টেৰে প্ৰান তিয়াগিলে। তেঁওৰ ম্ৰিত্যুৰ কিছু দিনৰ আগেয়ে তেঁওৰ ভাৰ্য্যাকো সেই ৰজাৰ দোআৰাই বধ কৰা হল। সেই ভয়ঙ্কৰ সময়ত পিতৰে আপোন ভাৰ্য্যাৰ মন ধৰমত অতিসই থিৰ হোআ জানি, ইশ্বৰলৈ স্তুতি ধন্যবাদ কৰি, আপোনাৰ ভাৰ্য্যাক আশ্বাস কৰি কলে, “হে প্ৰিয়া প্ৰভুলৈ সুঁৱৰি ভই দুৰ কৰি তেঁওত দ্ৰিঢ ভাৰসা কৰা।”

তাৰ পাচে য়োহানৰ বিসয়ে ধৰম সাস্ত্ৰত জি ৰুপে লিখা আচে, তাত বাহিৰে অতি অলপ মাথোন লিখিব পাৰি। ৫০ সঁকত য়িৰুচালম নগৰত পাঁচনিবিলাকৰ জি মহা সমাজ সভা হৈচিল, সেই সভাত গোট খোগাৰ কিছু কালৰ পাচে তেঁও সৰু আচিয়া নামে দেসলৈ গৈ নিবাস কৰাত, সেই দেসত খ্ৰিষ্টৰ ধৰম প্ৰচাৰ কৰিবলৈ সুজোগ পাইচিল। পাচে ৯৫ সকত তেঁও অতি বুঢ়া হোআ কালত ৰোম দেসৰ ৰজা দমিচিয়নৰ দোআৰাই খ্ৰিষ্টিয়ান লোকৰ জি তাৰনা হৈচিল, সেই কালত তেঁওক পাত্ম নামে মাজুলিলৈ দেসান্তৰ কৰি খেদালত, তেঁও তাতে থাকি ধৰম সাস্ত্ৰৰ সেস ভাগ প্ৰকাসিত ভবিস্যত বাক্য নামে পুথি ইশ্বৰৰ আদেস আৰু দৰ্সন পোআৰ দোআৰাই লিখিলে। কোনো কোনো বুৰঞ্জি লিখকে কই, বোলে, দমিচিয়ন ৰজা ম্ৰিত্যু হোআৰ পাচে তেঁও আৰু আচিয়ালৈ আহি, তাতে মৰন কাললৈকে বসতি কৰি থাকি কুসলে ম্ৰিত্যু ভোগ কৰিলে। আৰু ইশ্বৰৰ আচৰিত দৰ্সনৰ দোআৰাই মানুহে কব নোআৰা জি স্বৰ্গিয় সুখ, আৰু তাত নিবাসি লোকক দৰ্সন পালে, সেই পৰম সুখ আলইত সোমাই আপোনাৰ প্ৰিয় প্ৰভুৰ বুকত এতিয়াও আওজি বিস্ৰাম কৰিচে।

পাপি লোকক মন সালটাই পৰম আকুলৰ ভাগি কৰাবলৈ য়োহানৰ জেনে ইচ্চা আৰু উচাহ আচিল, তাকে এই কথাৰ দোআৰাই বুজিব পাৰি। কোনো এক দিনত বাটত জাঁওতে ধৰম বিচাৰ কৰা এটা ডুৰা লোকক দেখা পোআত, তেঁও তাক আনি ইশ্বৰৰ পথ সিকিবৰ নিমিত্তে এজন উত্তম উপদেসকৰ হাতত সমৰ্পন কৰি দিলে। সেই ডেকা মানুহ তেতিয়াৰে পৰা ইশ্বৰৰ পথ সিকি, অলপ দিনৰ মুৰত প্ৰভুৰ নামে বুৰ পাই মণ্ডলিত সোমাল। আৰু কিছু কাললৈ সত্ত আচৰন কৰি কাল নিয়াইচিল। কিন্তু পাচত দুষ্ট লোকৰ সগত সঙ্গ পাতি মতলিয়া হৈ এলেহুআ স্বভাৱেৰে দুষ্টাচাৰি হল; সেসত ডকাইতৰ অধিকাৰ হৈ সৰ্বদাই ডকাইত কৰম কৰিব ধৰিলে। পাচে কিছু কালৰ মুৰত য়োহানে সেই ঠাইলৈ গৈ সেই ডেকা মানুহৰ কুসল মঙ্গলৰ কথা সোধাত, উপদেসকে তাৰ সকলো দুষ্ট আচৰনৰ কথা তেঁওত বুজাই কলে, বোলে, সি এতিয়া মোৰ পৰা গৈ ওচৰত থকা অমুক পৰ্বতৰ মাজত নিবাস কৰি ডকাইতৰ ব্ৰিত্তি সিকিচে। এই কথা সুনাত য়োহানে মনত অতি দুখ পালে, কিন্তু তেঁও ইশ্বৰৰ প্ৰেম আৰু লোকৰ পৰিত্ৰানৰ নিমিত্তে আসক্তি হৈ, সেই মানুহক বিচাৰিবৰ কাৰনে বেগত্তে পৰ্বতৰ ওপৰলৈ গল। সেই ঠাইত আন আন ডকাইতবোৰে তেঁওক দেখা পাই ধৰি নিৰ খুজিলত, তেঁও সিহঁতত কলে, তোমোলাকৰ অধিকাৰৰ ওচৰলৈ মোক লৈ জোআ। পাচে সিহঁতে তেঁওৰ ইচাৰ দৰে লৈ গলত, সেই ডেকাই অলপ আঁতৰতে তেঁওক দেখি চিনি পাই, লাজেৰে পলাবলৈ ধৰিলে, তাতে বুঢ়া য়োহানে তাৰ পাচত লৰ মাৰি বিজিয়াই কলে, “হে পুত্ৰ, তোৰ বুঢ়া আৰু বিনা অস্ত্ৰে অহা বাপেৰক দেখি কিয় পলাইচ, ৰবি, ভই নাই, মোত বিশ্বাস কৰ; খ্ৰিষ্টে মোক তোমাৰ কাৰনে পঠিচে, এতিয়াও তোমাৰ পৰিত্ৰানৰ আসা আচে।” এই কথা সুনি সেই ডেকাই একে ঠাৱে থিয় হৈ ৰল, আৰু ভয়েৰে কঁপি কঁপি কান্দিব ধৰিলে। ইয়াকে দেখি য়োহানে তাক অনেক অনেক ধৰমৰ কথা কলে, আৰু তাৰ অৰ্থে ইশ্বৰ

আগেও প্ৰাৰ্থনা কৰি তুৰতাৰৰ পৰা পালটাই আনি, পুনৰাই খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰহন কৰলে; সেই কাৰণে পৰা মৰনলৈকে সেই ঠেকাই সৎ আচৰন কৰি ইশ্বৰৰ সেৱা কৰি থাকিল।

সৌল পাঁচনিৰ সম্পুৰ্ণ বিৱৰন আগেয়ে লিখা হোৱাত এতিয়া এই ঠাইত আৰু লিখিবলৈ কাম নাই; এই হেতুকে ইমানতে সৌল পাঁচনিৰ বিৱৰন লিখিবলৈ এৰিলোঁ।

ম. দ. ক

---



## ৰফ অৰ্থাত পাখি মালা লোআ চৰাই।

The Ruff and Reeve.

ৰফ নামে এই চৰাইৰ তিৰিৰ পাখিবোৰ ৰফ উঠাত ফুৰুবিয়াই থাকে। সেই পাখি এপ্ৰিলৰ পৰা জুনলৈকে থাকে, পাচে খহি পৰে। মাইকিৰ তিৰিত এনে পাখি নাই। সেই চৰাইৰ মঙহ খাবলৈ ভাল; লণ্ডন নগৰৰ বজাৰত বেচে। জাৰ কালিত ইংলণ্ডত নে থাকে, গৰম দেশলৈ জাই, পাচে এপ্ৰিলত ইংলণ্ড আদি উত্তৰ দেশলৈ জাই। এই চৰাই ৰৰ ৰঙুৱা। সিঁহতে বাস সৰস ঠাই পাণত মতাবোৰ কোনো কোনো ঠাইত বা আৰ ওখ মুকলি ঠাইত থাকি জেতিয়া মাইকিবোৰ আহে তেতিয়া যুঁজ কৰিবলৈ ধৰে। মতাবোৰে দিনটো সদাই যুঁজ কৰি থাকে; ৰাতিত পথাৰত ফুৰি পোক আদি কি পাই, তাকে খাই। মাইকিবোৰে পথাৰত বাঁহ এলোপাত বাহ লই; গাই পতি ৰঙা ফুট থকা কেঁচা বৰনিয়া ৪ টা ৪ টা কনি পাৰে।

---

টৈপ নামে দুৰিলণ্ড প্ৰদিপত এবিধ মৌপিয়া চৰাই আছে; তাৰ ৰকম সেই মাহৰ অৰুনোদইৰ ৭৪ পিঠিত লিখা আছে। তিনিৰ জনে এলোপা ৰঙা পাখি আছে। তাৰ মাজো ৰৰ সুন্দৰ। ১

## ডিচেম্বৰ, অৰ্থাত পুহৰ পঞ্জিকা ।

Almanac for December, A. D. 1854, Assam Era, 1776:

| ডিচেম্বৰ | আঘোণ | বাৰ | তিথি | দিনমান | ডিচেম্বৰ | পুহ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৬ | ১২ | ১০।২৫ | ১৭ | ৩ | ১ | ২৭ | ১০।১৯ |
| ২ | ১৮ | ৭ | ১৩ | ১০।২৪ | ১৮ | ৪ | ২ | ২৮ | ১০।১৮ |
| | | | | | ১৯ | ৫ | ৩ | ৩০ | ১০।১৮ |
| ৩ | ১৯ | ১ | ১৪ | ১০।২৩ | ২০ | ৬ | ৪ | ১ | ১০।১৮ |
| ৪ | ২০ | ২ | ১৫ | ১০।২৩ | ২১ | ৭ | ৫ | ২ | ১০।১৮ |
| ৫ | ২১ | ৩ | ১৬ | ১০।২২ | ২২ | ৮ | ৬ | ৩ | ১০।১৮ |
| ৬ | ২২ | ৪ | ১৭ | ১০।২২ | ২৩ | ৯ | ৭ | ৪ | ১০।১৮ |
| ৭ | ২৩ | ৫ | ১৮ | ১০।২১ | | | | | |
| ৮ | ২৪ | ৬ | ১৯ | ১০।২১ | ২৪ | ১০ | ১ | ৫ | ১০।১৮ |
| ৯ | ২৫ | ৭ | ২০ | ১০।২১ | ২৫ | ১১ | ২ | ৬ | ১০।১৯ |
| | | | | | ২৬ | ১২ | ৩ | ৭ | ১০।১৯ |
| ১০ | ২৬ | ১ | ২১ | ১০।২০ | ২৭ | ১৩ | ৪ | ৮ | ১০।১৯ |
| ১১ | ২৭ | ২ | ২২ | ১০।২০ | ২৮ | ১৪ | ৫ | ৯ | ১০।১৯ |
| ১২ | ২৮ | ৩ | ২২ | ১০।২০ | ২৯ | ১৫ | ৬ | ১০ | ১০।১৯ |
| ১৩ | ২৯ | ৪ | ২৩ | ১০।১৯ | ৩০ | ১৬ | ৭ | ১১ | ১০।২০ |
| ১৪ | ৩০ | ১ | ২৪ | ১০।১৯ | | | | | |
| ১৫ | ১ | ৬ | ২৫ | ১০।১৯ | ৩১ | ১৭ | ১ | ১২ | ১০।২০ |
| ১৬ | ২ | ৭ | ২৬ | ১০।১৯ | | | | | |

### AGENTS FOR THE ORUNUDOI.

Subscriptions to the Orunudoi, and payment of all sums due, will be received by the undermentioned individuals, who will act as Agents for the paper in their respective Districts.

*Sibsagor*, Rev. S. M. Whiting.
*Nowgong*, Rev. M. Bronson.
*Gowahati*, Rev. A. H. Danforth.

### অৰুনোদইৰ অৰ্থে ধন পোৱা ৰচিত ।

Receipts for the Orunudoi—Nowgong.

MAJOR J. BUTLER, to Sept. 1855 — 1 R.
REV. I. J. STODDARD, 1854 — 1 R.
BABU ANONDORAM, Sub Assistant Commissioner, 1851—54 — 4 Rs.
J. H. PINGAULT, Esq. — 1 R.
MR. A. BARBIRO, — 4 Rs.
শ্ৰী ভোলাৰাম, ১৮৫৩-৫৪ — ২৲
শ্ৰী গেন্ধেউৰাম, — ১৲

Receipts for the Orunudoi—Tezpur.

LIEUT. F. F. VINCENT, — 9 Rs.
REV. C. H. HESSELMEYER, 1854 — 2 Rs.
শ্ৰী বেঞ্জামিন নিংকুচিঙ্গ, ১৮৫৪ — ১৲
শ্ৰী শ্ৰীগবিন্দ বিস্বাস কৌজদাৰি চিৰস্তাদাৰ, — ৬৲
শ্ৰী মদ্ধুৰাম পাটগিৰি, — ৬৲

Receipts for the Orunudoi—Gowahati.

শ্ৰী গোলাপ চান্দ পাটৈ, অক্তো ১৮৫৪ — ১৲

Omissions in former Numbers.

MAJOR J. BUTLER, to Sept. 1854 — 1 R.
J. B. BARRY, Esq. M. D. 1854 — 1 R.
শ্ৰীজুত কানুৰাম নাজিৰ, নগাও — ১৲
শ্ৰীজুত বাবু নিধিৰাম দাস, ১৮৫৪ — ॥



ৰোহ দেসৰ গোসনিৰ মুৰ্ত্তি ।
The Chinese "Queen of Heaven."

এই অৰুনোদই সিৱসাগৰ নগৰৰ মোং মিছনাৰিৰ আমেৰিকান বাপ্তিষ্ট মিচ্যন ছাপাখানাতে চাপা কৰা হৈছে । আগিতে দিলে বছৰত দাম এটকা, বছৰ মূৰত দিলে ১॥ টকা ।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৯ বছৰ। মোং সিৱসাগৰ, ডিচেম্বৰ, ১৮৫৪। নম্বৰ ১২।

VOL. IX. SIBSAGOR: DECEMBER, 1854. NO. 12.


## নানা দেশৰ সম্বাদ।

**The Russian War.**

অষ্ট্ৰিয়াৰ ৰজা ইংলণ্ড ফ্ৰান্সৰ ফলিয়া হৈ সেনা সৈনাপতি পঠাই মলদাবিয়া প্ৰদেশ ললে। ৰুচিয়া দেশৰ ৰজা ৰুচিয়াৰ ফলিয়া হৈছে বুলি বাত্ৰা চলিচে।

**Battle of the Alma.**

ক্ৰিমিয়া প্ৰদেশৰ চেবাষ্টপল নগৰ আৰু কোঁঠ বৰ সকত, ৰুচিয়াৰ ফৌজে বাম কালে ৰাখি আচে, আৰু সাগৰৰ কালে জাহাজ সোমোৱা বৰ কঠিন, তাৰ মুঁহি বৰ চেক, আৰু দুয়ো কালে গৰাৰ ওপৰত তালেমান বৰ টোপ পাতি আচে। জাহাজেৰে আৰলৈ চলনে পাই ইংৰাজি আৰু ফ্ৰান্সি সেনাই ১৬ চেপ্তেম্বৰত আন ঠাইত বামে উঠি উত্তৰৰ পৰা চেবাষ্টপল নগৰলৈ চাপি আহি আলমা নামে এখান নদি পোৱাত ৰুচিয়াই আগচি ধৰিলে। নদিৰ পাৰ হলত ২০ চেপ্তেম্বৰত বৰ যুধ হৈছিল। ৰুচিয়াৰ ৫০,০০০ সেনা ১০০ বৰ টোপে সৈতে ওখ ঠাইত্তে বৈ গুলিয়াবলৈ ধৰিলে; কিন্তু ইংৰাজি, ফ্ৰান্সি, তুৰ্কিবিলাকে গৈ গৈ ক্ৰমেৰে সেই ওখ ঠাই পালেগৈ। সেই ঠাই উঠোঁতে ৰুচিয়াৰ গোলাবে দুই পলটন পৰিল; ঠাই পালত বেগাই যুধ ধৰি সোন কালে ৰুচিয়াক খেদালে; ৪ ঘণ্টা মানত সিইত্তে বৰ টোপ সকত লৈ হহকি গল। সেই যুদ্ধত ইংৰাজি হানি মৰা ৩৫০, আৰু খুন হোৱা ১৬০০; ফ্ৰান্সিৰ হানি ১৫০০; ৰুচিয়াৰ হানি প্ৰায় ৬,০০০।

এই ৰূপে চেবাষ্টপল নগৰ বেৰি ধৰি চাপি চাপি আহি সেনাবিলাকে ২২ চেপ্তেম্বৰত আকও যুধ কৰিলে; ২৪ তাৰিখে সৰু সৰু কোঁঠ ললে, প্ৰধান কোঁঠ ৰুচিয়াৰ হাতত থাকিল: তাঁকো দুই তিন দিনৰ ভিতৰত লবলৈ আশা আচিল। ৰুচিয়াৰ প্ৰধান সেনাপতি মেঞ্চিকফ ২০,০০০ সেনাই সৈতে উত্তৰ ফাললৈ হহকি গল। চেবাষ্টপল প্ৰধান নগৰ পোৱাত ক্ৰিমিয়া গোটেই এন প্ৰদেশ ইংৰাজি আৰু ফ্ৰান্সিৰ তল হল।

**Burmese Embassy to the Governor General.**

মান ৰজাই এজন প্ৰধান কটকি গবৰ্নৰ জেনৰল লৰ্ড চাহাবৰ ওচৰলৈ পঠোৱাত, কটকি আহি ৰাংগুন নগৰ পালে। ৰাংগুন আৰু প্ৰোম, এই দুই নগৰৰ মাজত ইলেক্‌ত্ৰিক টেলেগ্ৰাফ পাতিবলৈ আৰম্ভন কৰিচে।

২৮ নৱেম্বৰ তাৰিখত সেই কটকিএ কলিকতা পালেহি।

**Remains of Sir John Franklin found near Pelly Bay.**

৮।৯ বচৰ হল, চেৰ জন ফ্ৰাঙ্কলিন চাহাবে উত্তৰ হিম সাগৰলৈ জাহাজেৰে গল। পাচে তেঁওৰ বাত্ৰা পাব নোৱাৰি, তেঁওক বিচাৰিবলৈ বহু জাহাজ গৈচিল, কিন্তু কতো নে পালে। সেসত উত্তৰ আমেৰিকাৰ আদি ৰাসি লোকে পেলি বেই নামে এক ঠাইত ফুৰোঁতে দুকুৰি মান মৰা মানুহৰ হাৰ পালে। পাচে তাৰ বাত্ৰা দিয়াত কোনো ইংৰাজি লোকে গৈ চেৰ জন ফ্ৰাঙ্কলিন আৰু তেঁওৰ লগৰ মানুহৰ হাৰ বুলি ঠিক কৰি বুজিলে। সেই চাহাবৰ

নকৰা ১৮৫১ চঁনৰ নবেম্বৰ মাহৰ অৰুনোদইত লিখা হৈছিল ।

Murder of Roman Catholic Missionaries by the Mishmis.

পাদুৰি ক্রিক চাহাব আৰু পাদুৰি বৰ্নাদ চাহাব, এই দুজন ৰুমিয়া পাদুৰি লোকে তিবেত দেসলৈ জাবৰ মনেৰে মিচিমি পৰ্বতত উঠি গৈ গৈ প্ৰায় পাৰ হল । এনে সময়ত ৰাতি সৰু ঘৰত থাকি এজন টৌপনিতে আছিল, এজন সাৰে আছিল, তেতিয়া এজাক মানুহ সোমালহি । পাদুৰি চাহাবে সিইঁতত সুধিলে, তোমোলাক কি কাৰনে আহিচা? তাতে সিইঁতে বুলিলে, তোমোলাকক মাৰিবলৈ আহিচোঁ বুলি একে বেলিএ কাটি দুই জনক বধ কৰিলে । সেই চাহাবৰ লগত চাকৰ কোনো নাই, কেবল এটা দুটা হিৰৈ আছিল, আৰু স চাৰেক ৰূপো আছিল । আৰু পিতলৰ জি ৰাটি আছিল, সেইবোৰ সোন বুলি জানি, সোন ৰূপ ভালেমান পায়, ইয়াকে ভাবি মিচিমিএ ধনৰ লোভতে বধ কৰিলে ।

Consumption of Tea in England.

ইংলণ্ড দেসত একছৰৰ ভিতৰত ২,৭৭,৭৪,০০০ সেৰ চাহ খৰচ হৈছে । সেই চাহৰ ওপৰত গবৰ্নমেণ্টে ৫,৮৮,০০,০০০ টকা কৰ পালে ।

Steam-boat Collision.

আৰ্ক্তিক নামে আমেৰিকাৰ এখন ভাপ জাহাজ নুফন্দলণ্ড মাজুলিৰ ওচৰে কাঁওতে এখান ফ্ৰান্সিৰ ভাপ জাহাজ আহি খুন্দা খালত আমেৰিকান জাহাজ ভাগি তাত থকা ৪০০ মানুহে সৈতে তল জোআত সেই ৪০০ মানুহ মৰিল ।

Floods in Rungpur, Bengal.

এই কথা ৰঙ্গপুৰ বাৰ্তাবহত পাইচোঁ । এই বছৰত ভাটি ৰঙ্গপুৰত বৰ বন্তাহে গৰু, মানুহ হাবিৰ নানা জন্তু আদি অনেক মাৰিলে, আৰু বাৰ্হনি পানিএ অনেক সহবিলাকো নষ্ট কৰিলে ।

Affray at Rungpur.

সেই ঠাইতে মচলমানবিলাকে মহৰমত তাজিয়া কৰোঁতে কোনো কথাৰ পৰা সিইঁতৰ মাজত দন্দ হৈ প্ৰায় বনৰ নিচিনা হবলৈ ধৰিচিল, কিন্তু জিলাৰ শ্ৰীযুত মাজেষ্টৰ চাহাবে দাৰোগাবিলাকক পঠাই ন্যায়েৰেহে নিবাৰন কৰালে ।

Bridge across the Hugli.

হুগলি নদি পাৰ হবলৈ কলিকতাৰ ওচৰত নাও জোৰাই জোৰাই তাৰ ওপৰত দলঙ্গ সাজিবলৈ থিৰ কৰিছে ।

Marriages.

নগাঁও জিলাত ১২ চেপ্তেম্বৰ তাৰিখত শ্ৰীযুত ব্রুন্সন চাহাবৰ দোআৰাই শ্ৰী মগমা ক্রেইন আৰু শ্ৰীমতি পদ্মানি এবঙ্গ, এই দুইৰো বিবাহ কৰা হল ।

সেই জিলাত ২০ নবেম্বৰ তাৰিখত শ্ৰী কেদেলো টৈইনৰ আৰু শ্ৰীমতি বটো কেম্ভন, এই দুইৰো বিবাহ হল ।

সিৱসাগৰ জিলাত ৯ নবেম্বৰ তাৰিখত শ্ৰী থান বিচাৰ্দ এতি আৰু শ্ৰীমতি পাতে এমিলি এই দুয়ো শ্ৰীযুত ব্রওন চাহাবৰ দোআৰাই বিবাহ কৰা হল ।

আৰু এই জিলাত ১২ ডিচেম্বৰতো শ্ৰী নেহিৰাম আদ্কৰ্দ বেনেট আৰু শ্ৰী মতি সুপাহিৰদা ব্রুন্সন, এই দুইৰো বিবাহ কৰা হল ।

---

## মিচা বাদি ।

On Lying.

১ সত্য হৈ ইবাৰে
  ঘিন কৰে মিচামই;
তাবি কোআ কি বতাৰে,
  তাতকে পাপ কি আচই?

২ চলে কোনো কথা
  লুকাই থই সাধ্য নাই;
ইশ্বৰলৈ সিচই প্ৰকাস,
  তেঁও আছে সকলো ঠাঁই ।

৩ দেখাৰ অৰন্যে
  মহা সোধৰ ঘিনক;
জিটোএ হল সোপৰিয়
  চুকাবৰ আন মনক ।

D.



## চেলাৰ বিৱৰন ।

Description of the Asiatic Centipede.

চেলাৰ কেইবা জাতো আচে; একাত পৰ্বতিয়া চেলা, সি বৰ ডাঙৰ, ৰঙন প্ৰাই পেটৰ ফাল হালধিয়া, পিঠিৰ ফাল মহা, আৰু তাৰ বিসো ডাঙৰ । একাত মানুহৰ ঘৰ চাল আদিত থাকে, ই পৰ্বতিয়া জাতিতকৈ কিচু সৰু, ইয়াৰো বিস আছে; জেতিয়া মানুহ ৰাতি টোপনিত থাকে, কেতিয়াবা কেতিয়াবা সি আহি মানুহৰ গাত বগাই জায় আৰু মলি থাই, মানুহে বাগৰ দিওতে টান পালে কামোৰে ।

একাত মাটি চেলা, সি মাটিতহে থাকে, তাৰ বিসো প্ৰাই নাই । আৰু পৰ্বতিয়া জাতি প্ৰাই আমাৰ ইয়াত নে থাকে, কেতিয়াবা কদাচিতহে কোনোটো ওলাই, তাৰ বিসো আনবোৰতকৈ ডাঙৰ, তথাপি মানুহক কামুৰিলে প্ৰাই ন মৰে । ই কেই জাত সকলো ঠাইতে থাকে । চেলাৰ ঠেং দুফালে দুসাৰি, সাৰিত ২১ টা থাকে, মুৰত দুডাল সৰ সিচিনা আচে, গাটো কাপ কাপ প্ৰাৱে সাপৰ তল পেটৰ সিচিনা হই । সিইতে দিনত বৰকৈ নু ফুৰে, ৰাতিহে ফুৰি খোজা বস্তু বিচাৰে । আৰু জাবৰত, চালৰ বেঢাত, মাটিত কনি পাৰি পোৱালি জগাই । সিইতৰ খোজা বস্তু সৰু সৰু পোক মকহ আদি হই ।

আৰু একাত সৰপতি চেলা বোলে, সি কিচেই সৰু, প্ৰাৱে একাপ খেৰৰ মানহে । জদি সি মানুহৰ গাত বগাই, হাতেৰে মোহাৰেই তথাপি নে কামোৰে; আৰু তাৰ বিসো নাই । গাটো কেৱল কোমল, মোহাৰ মাৰিলেই পাঁনি হৈ জাই; ৰাতি তাক চুলে, বা মোহাৰিলে, তাৰ গাৰ ৰস ওলাই দুই আঙ্গুলিৰ সিচিনা জিলিকিব ধৰে ।

চেলা জাতিএ মানুহক হিংসা কৰে, আৰু পোহনিয়া তাঁটো আদি চৰাইবোৰো ৰাতি কামুৰি মাৰে । জেতিয়া চেলাই কামোৰে, তেতিয়া বেগতে পানি কচু একাপ লৈ চেপি তাৰ এঠা এঠাইন্যা কামোৰা ঠাইত সানি দিলে বিস গুচিব ।

চেলাৰ মুখৰ তলত থকা দাঁত একোৰৰ মাজত এটা মোনা আচে; সেই মোনা বিসেৰে পুৰ হই । চেলাৰ থক উঠিলে একে বেলিএ কামোৰ মাৰি মানুহৰ গাত সেই বিস পানি সুমুআই দিএ । কেতিয়াবা বৰ চেলাই কামোৰাত মানুহ মৰে । কেইবা বচৰ গল, বম্বৰ নগৰৰ এখান জাহাজত পচুৰ চাল দিয়াত তাত থকা একন মানুহে সেই চালবোৰ উলিয়াওতে চেলা নে দেখা হৈ থাকি সেই মানুহক কামুৰিলে; অলপৰ পাচে সি তাৰ বিসত মৰিল । একেগত মান দিঘল চেলা পোৱা জাই । উলুআ নামে একন ইস্পানিয়া মানুহে লিখিচে, বোলে, দখিন আমেৰিকাত মই এটা চেলা পাই জুখিলোঁ, তাৰ দিঘল ২ হাত, বহল ৬ আঙ্গুল ।



## এটা বাঘে মানুহ গৰু মৰা ।

*Letter from the Daroga of Jeipur.*

মহা মহিম শ্ৰীযুত অৰুনোদই সম্পাদক মহাসই মহিমার্নবেসু ।

আমাৰ জইপুৰ থানাৰ এলেকাই এটা বাঘে অতি কঠিন বেৱহাৰ কৰা দেখি অৰুনোদইত চাঁপিবৰ নিমিত্তে আপোনালৈ জনালোঁ ।

জোআ আগষ্ট মাহৰ ২৮ তাৰিখে ৰাত্তি সাত বজা মানৰ সমইত তিজ থানাৰ কাপে কচলু গাঁৱৰ টৈলেক বাৰিকৰ কুঁহিয়াৰবনিৰ পৰা এটা বাঘ ওলাই সেই বাৰিকৰে গোহালিত সোমাই এটা দমৰা গৰু মাৰিলে; তেতিয়াই মানুহে জুই লৈ চাবলৈ জাঁওতে বাঘক গোহালিতে পাই ভোগ সাজতোলা নামে এটাই এডাল টাঙ্গোনেৰে বাঘক তিনি মাৰ মাৰিলত আৰুও বাঘ গৈ সেই কুঁহিয়াৰবনিতে সোমালগৈ । পাচ দিনা সন্ধ্যা সমই কুঁহিয়াৰবনিত বাঘে গুঁজৰিলত আঁতৰি জাবলৈ টৈলেক বাৰিকে ঘৰৰ ভিতৰত বহি ঢোল কোবাইচিল, এনেতে বাঘ কুঁহিয়াৰবনিৰ পৰা ওলাই আহি দুই ঘৰৰ জোৰাই জাপ মাৰি ভিতৰলৈ সোমাই ঢোল বজাই থকা টৈলেকক ধৰি মুৰত কামোৰ মাৰি মুৰ ভাঙ্গি বাহিৰৰ খোঁটালিলৈ টানি আনিচিল, এনেতে ঘৈনিএক জুৰনি আৰু পুতেক দুয়ে কেনি নিলে, বুলি খেদি জোআত, জুৰনিৰ বা বিচনিতে কামোৰ মাৰি ধৰাত পুতেকে এডাল কাঠ লৈ বাঘক তিনি চাৰি টাঙ্গোন মৰাত বাঘে মানুহ এৰি বাহিৰলৈ গল । জুৰনিও ভোগ সাজ তোলাৰ ঘৰত সোমাই কিচুমানৰ পাচতে মৰিল । পাচে গাঁৱৰ মানুহ চাপি টৈলেকৰ স টো তাৰ ঘৰৰ মুখৰ খোঁটালিতে থৈ, এপোনে বেৰ, তিনি পোনে জালেৰে মেৰাই বেৰি, টৈলেকৰ পুতেককে ভোগ সাজ তোলাকে ৰখিয়া দি, আন মানুহ ঘৰলৈ গল । পাচে ৰাত্তি দুপৰ মানৰ সময়ত বাঘ আহি জি পোনে জাল নাইকিয়া কেৱল বেৰ আচিল, সেই পোনেই বেৰ ভাঙ্গি ভোগ সাজ তোলাৰ মুৰতে কামোৰ মাৰি ধৰি বাজলৈ টানি নিওতে, টৈলেকৰ পুতেকে জাটি এগচ লৈ বাঘক খোঁচ মাৰিলে, কিন্তু বাঘৰ গাত নে লাগি বেৰত লাগি জাটি গচ সুলকি বল; তথাপি জাটিৰ নালটৈৰেই চাৰি পাঁচ খোঁচ বাঘৰ গাত মাৰিলত মানুহটো এৰি বাঘ বাহিৰলৈ গল । পাচ দিনা তিনটা মানুহ মৰা দেখি গাঁৱৰ সকলো মানুহে বস্তু, বাৰি, গৰু আদি আটাইকে এৰি ভাগি আন গাঁৱলৈ গুচি গল । আৰু টৈলেকৰ গোহালিত পোন্ধৰেটা গৰু আচিল, তাৰ পহু জালেৰে চাৰিও কালে মেৰাই বাহিৰে গোটা বাঁহ বান্ধি ভালকৈ বেৰি থৈচিল । ৰাত্তি বাঘ আহি বেৰ ভাঙ্গিব নোআৰি চালৰ ওপৰে কালি সোমাই চৈধ্যেটা গৰু মাৰি, এটাৰ তপিনা এটা খাই ৰাত্তি পুআলত এৰি গুচি গল । ত্ৰিতিয় দিনা দিনতে বাঘ ভোগ সাজ তোলাৰ ঘৰত সোমাই হাঁহ, কুকুৰা, কুকুৰ আদি সকলোকে খাই, তিন দিনলৈকে বাঘ ঘৰৰ ভিতৰতে আচিল, মানুহবোৰে ভয়তে ঘৰলৈ জাব নোআৰি থাবলৈ নে পাই আমাত গোচৰ কৰাত, আমি দুটা হিলৈ খাৰে গুলিএ লৈতে দি চিকাৰ কৰা তিনটা লোঅনিয়া মানুহ বাঘ মাৰিবলৈ পঠাই দিলোঁ । সিইত গৈ বাঘক ঘৰৰ ভিতৰত নে পালেগৈ, ঘৰৰ পৰা হাৰিলৈ গল । আৰু সিইতৰ সাহতে মানুহবোৰেও আহি এবা গাঁও লৈচেহি ।



আৰ্মদিলো নামে এই জন্তু পাৰাগৈ আৰু ব্ৰাজিল দেসত থাকে । কেমটাই পহুৰ নিচিনা হৈচে; তাৰ গা দু হাত মান দিঘল ।

## মোচা নডু গোগোলৰ জঁপা।

**Moses in the Bulrushes.**

য়োচেফ আৰু তেঁওৰ ভায়েক সকলে কেনে আনন্দেৰে অনেক কাললৈকে মিচৰ দেশত বসতি কৰিচিল, তাক তোমোলাকে সুনিলা। পাচে সিবিলাক বুৰা হৈ মৰিলত অনেক সন্তুতি থাকিল; আৰু সিবিলাকৰ সন্তুতি সকলৰ অনেক সন্তুতি আচিলে, এই ক্ৰমেৰে সিবিলাকৰে স স আৰু হেজাৰ হেজাৰ লোক হল। এই সকলো য়াকোৱ আৰু তেঁওৰ বৰ নাতিএকৰ আৰু সিবিলাকৰ নাতিএক সকলৰ লোক আচিল।

য়াকোৱৰ দুটা নাম আচিলে বুলি তুমি জানিচা নে?

তেঁওৰ অন্য এটা নাম ইস্ৰাএল। সেই নাম ইশ্বৰৰ পৰা দিয়া হৈচিল।

য়াকোৱৰ পুত্ৰ সকলোকে ইস্ৰাএলৰ সন্তুতি বা য়াকোৱৰ সন্তুতি, আৰু তেঁওৰ নাতিএকবিলাককো এই একে নামেৰে "ইস্ৰাএলৰ সন্তুতি" বুলি মাতে। পুৰুস আৰু তিৰোতা আৰু লৰা চোৱালিবিলাক আটাইকে মুঠতে "ইস্ৰাএলৰ সন্তুতি" বোলে।

তুমি মুঠিবিৰা, সিবিলাক কিনান দেশত বসতি কৰা নাই; বহু কাললৈকে কিনানত সহ উতপন নো হোৱাৰ কাৰনে এৰিলে; সিবিলাকে মিচৰ দেশত বসতি কৰি মেৰ তালকৈ চৰাই লৈ ফুৰাইচিল। উত্তম কাৰো ৰজা থকা সময়ত সিবিলাক বৰ সুখিয়া আচিল। তেঁওৰ মৰনৰ পাচে মিচৰ দেশত কাৰো নামে আন এজন ৰজা হল। তেঁও জি জি কৰিচিল, তাক তুমি সুনিবা, পাচে তেঁও ভাল নে কি মোন্ত কৰা।

ইস্ৰাএলৰ সন্তুতিবিলাকক বহু দুৰৰ পৰা অহা জানি তেঁও কলে, সিবিলাকে কি জানি কোনো এদিনা মতে লৈতে বন কৰি মোক আৰু মোৰ বন্দিবোৰকো মাৰিব। মই সিবিলাকক টান কাম কৰাই বধ কৰিবলৈ চেষ্টা কৰিম।

এই নিমিত্তে সিবিলাকৰ হকুমাই অনেক ইটা কৰাই বৰ ওখ গৰ সজাবলৈ আগ্যা দিলে। সিবিলাকক টান কাম কৰাবৰ নিমিত্তে তেঁও সিবিলাকৰ ওপৰত টেকেলা পাতি দিচিল।

ইস্ৰাএলৰ সন্তুতিবিলাকৰ মেৰ চৰোৱা বেৱহাৰ আচিল। মেৰ ৰখিয়াবিলাকে সিবিলাকৰ জাকবোৰক ঘাহ থকা পথাৰবোৰলৈ আৰু থিৰ পানিৰ কাষৰলৈ লৈ জাই, আৰু বদ হলে সিবিলাক একোপা গচৰ তলত চাঁত বহি থাকে। এয়ে বৰ ভাল কাম ন হই নে? কিন্তু ইস্ৰাএলৰ সন্তুতিবিলাকে এতিয়া থোকা থানি ইটা কৰি বদত সুকুআৰ লগিয়া হল; আৰু সিবিলাকে অনেক ইটা ন কৰিলে টেকেলাইতে মাৰে। এই হেতুকে সিবিলাকৰ এতিয়া একেবিও সুখ নাই কিয়া হল; সিবিলাকে সদাই হুমনিয়াহ কাঢ়ে, আৰু কেঁকাই, আৰু চকুৰ লো বৈ থাকে।

তথাপি এই টান কামেৰে সিবিলাকক মাৰিব নোৱাৰিলে; এই নিমিত্তে ৰজাই মনতে আন এটা কথা আলচিলে। তেঁও আটাই কেঁচুআ লৰাক পানিত পেলাই দিবলৈ আগ্যা কৰিলে। কিন্তু কেঁচুআ চোৱালিবোৰক পেলাবলৈ আগ্যা নি দিলে, কিয়নো সিবিলাক ডাঙৰ হলে বন কৰিব নোৱাৰিব।

জেতিয়াই বা হওক ৰজাই ইস্ৰাএলৰ সন্তুতিবিলাকৰ কেঁচুআ লৰা জনমা কথা সুনিলেই মানুহ পঠাই নৈত পেলাই দিয়াই।

ইস্ৰাএলৰ সন্তুতিবিলাকৰ মাজৰ কেঁচুআ লৰা এটি থকা ভাল তিৰোতা এজনি আচিল। তাই জানিচিল, কে ইশ্বৰেহে তাইৰ লৰাটিক কুশলে ৰাখিব পাৰিব, আৰু তাৰ কাৰনে ইশ্বৰলৈ প্ৰাৰ্থনা কৰিলে। তাই কেঁচুআটিক কাৰো ৰজাৰ মানুহে পাব নোৱৰাকৈ লুকাই ৰাখিচিল। তাই কত থৈচিল, তাক মই নে জানো, কিন্তু বৰ নিৰ্বিঘিনি ৰূপে ৰাখিবলৈ ইশ্বৰেহে তাইক সিকাইচিল।

জেতিয়া কেঁচুআটি তিনি মহিয়া হল, তেতিয়া তাই আৰু তাক লুকাই ৰাখিব নোৱাৰিলে। তাইৰ কেঁচুআই সৈতে তাই কি কৰিব!

মিচৰ দেশত থকা তাহঁৰ নদিৰ বিষয়ে তুমি সুনিলা। সেই নদিৰ কাঁতিত বৰ বৰ ওখ তা-লেমান খাগৰি আৰু গোগোল বাঢ়িছিল। তাই তাৰে কেতবোৰ গোগোল লৈ ভিতৰলৈ পানি সোমাব নোৱাৰা এটা জঁপা সাজিবলৈ ইচ্ছা কৰাত ধুনা এঁঠাৰে এঁঠালে। পাচে তাইৰ কেঁচুআটিক জঁপাৰ ভিতৰ সুমুআই হাতত লৈ গল। সেই জঁপাৰ ভিতৰত কি আছিল, তাক কোনোএ নে জানিলে।

পাচে তাই নৈৰ কাষলৈ গৈ বৰ গোগোল-নিৰ মাজত জঁপাটো পানিৰ কাষৰতে থলে। ইশ্বৰে তাইৰ লৰাটিৰ প্ৰান নাস হবলৈ নিদিব বুলি জানিলে; আৰু এই ৰূপে তেঁওত বিশ্বাস ৰাখি তাক এৰি আহিল।

সেই কেঁচুআটিৰ বায়েক এজনি আছিল। তাই সেই কেঁচুআ ভায়েকটিৰ কি হব, ইয়াকে বহু দূৰত থিয় হৈ চাই আছিল। পাচে তাই অলপতে কোনো বিবিলোকক নৈৰ কাষলৈ অহা দেখিলে। ইবিলাকৰ মাজৰ এজনি কা-বৌ ৰজাৰ কুঁঅৰি। আৰু তেঁওৰ লগত জো-আৰেগ্ৰে তেঁওৰ বেটি; আৰু সিহঁত কুঁঅৰিএ নৈতে গা ধুবলৈ গৈছিল।

সেই কুঁঅৰিএ গোগোলনৈ চাই থাকোঁতে, তাৰ মাজত কিবা নতুন বস্তু ওলোআ দেখি-লে। আৰু দেখিলতেই তেঁওৰ বেটি এজনিক মাতি কলে, লোআ কি, চাগৈচোন। পাচে বেটি গৈ জঁপাটো পাই আনি কুঁঅৰিক দিলে। আৰু কুঁঅৰিএ জঁপা মেলি এটি সুন্দৰ কেঁচুআ লৰা দেখিলে। সেয়ে অতি চিকন আৰু বে-ধা লগা আছিল।

সি কান্দিবলৈ ধৰিলে। দুখিয়া সিসু! তাৰ মাকৰ কোলাত লোআ মতুৰ আচিলে, কিন্তু তাক এড়িয়া আধাৰ দিবলৈ বা নিচুকাবলৈ তাৰ কোনো নাচিল। দুখিয়া লৰাটৈ কুঁঅ-ৰিৰ মৰম জন্মিল। তেঁওৰ সিবিএ কি কলে সকলো কেঁচুআক [illegible] লোলাৰ দিছিল, তাক তেঁও সুনিছিল; আৰু তেঁও কলে, বো-লে, এই কেঁচুআটি হোৱা ইব্ৰীএলৰ লৰাতি-বিলাকৰ এজন হব পাই। তাই আৰু পা-নিত পেলাই দিবলৈ তাইৰ ইচ্ছা নাই কিচিল।

সেই কেঁচুআৰ বায়েক ওচৰলৈকে আহি কুঁঅৰিএ কি কৰিচিল, অকে চাই আচিল। কুঁঅৰিএ তাক মৰম কৰা দেখি তাই কলে, লৰাক পিয়াহ দিবৰ কাৰনে তোমাক জদি এজনি ধাই লাগে, তেন্তে মই বিচাৰি আনিব পাৰোঁ। কুঁঅৰিএ কলে, জোআ আনাগৈ।

তাই কাক মাতিলেগৈ? সেই কেঁচুআৰ মা-কক। তাই আহিলত কুঁঅৰিএ কলে, এই লৰাক লোআ আৰু পিয়াহ দিয়া, পাচে মই তোমাক মহিনা দিম।

মাকে তাক সাৰধানে লৰলৈ কেনে আনন্দ পাইচিল! তাই চালে, জে ইশ্বৰে তাইৰ প্ৰাৰ্থ-না সুনি লৰাক মৰনৰ পৰা ৰখ্যা কৰিলে।

তেঁও বুজিৰ পৰা হলত মাকে ইশ্বৰৰ বি-ষয়ে সিখ্যা দিব পাৰিলে। কিন্তু তাইক সদাই ৰাখিবলৈ দিয়া ন হৈচিল। তাহঁৰ হলত সেই কুঁঅৰিএ তাক ঘৰলৈ অনাই তোলনিয়া পুত্ৰ বুলি ৰাখিছিল। তেঁও তাৰ নাম "মোচা" ৰাখিলে, অৰ্থাত "টানি অনা," কাৰন তাক পানিৰ পৰা টানি আনিচিল।

সেই কুঁঅৰি সুন্দৰ ঘৰত থাকে, আৰু তা-লেমান বন্দিহঁত আচিল। মোচাৰ সুন্দৰ সুন্দৰ কাপৰ আৰু খাবলৈ উত্তম উত্তম বস্তু আৰু তেঁওৰ আল পৈচাল ধৰিবলৈ অনেক বন্দিহঁত আচিল। তেঁওৰ কোনো স্ৰুম কৰি-বলৈ নাচিল; তথাপি তেঁও এলেহুআ ন হৈ অনেক কৰম সিকিলে। সেই কুঁঅৰিএ গিয়া-নি মানুহবিলাকক তেঁওক সিকাবলৈ দিলে।

তেঁও তৰা, সহৃ, চৰাই, আৰু গ্ৰহ আদি সকলোবে নাম জানিলে। তেঁও এই সকলো বিষয়ে সিকি গিয়ান হৈ উঠিল। তথাপি এই গিয়ানি মানুহবিলাকে তেঁওক ইশ্বৰৰ বি-ষয়ে সিখ্যা দিব নোআৰিলে, কিয়নো সিবিলাক দেও পূজক আচিল। কিন্তু তেও মোচাই তেঁওৰ সিৱি মাকিএ সত্য ইশ্বৰক জনা হেতু-কে আৰু সৰু থাকোঁতে সিবিলাকে সৈতে থকাৰ নিমিত্তে ইশ্বৰৰ বিষয়ে জানিলে। মোচাই অৰ্থা সকলো [illegible] কেৱল ইয়াকয়ে

উত্তম বুলি জানিলে। মিচৰ দেশত মোচাই সত্য ইশ্বৰক জনাৰ কাৰনে তেঁওহে গিয়ানি আছিল।

তেঁও যেনে গিয়ানি আছিলে, তেনে নাহিয়া-লো আছিল। মিচৰ দেশত থকা সকলো মা-নুহে তেঁওক প্রসংসা আৰু মৰ্জ্জতা কৰে। মো-চাৰ এই সকলোতে যশ আছিল নে? নাছিল, আৰু কি কাৰনে নাছিল, তাক মই তোমাত পাচৰ পাঠত কম।                                                                                      ক.



The Crested Screamer.

ক্ৰিমৰ, অৰ্থাত চিঞৰা পখি, এনে দুবিধ চৰাই আছে; এবিধৰ মুৰত সিং থাকে। পি-য়ায়া, চুৰিনাম, ব্ৰাজিল দেশত তালেমান আ-ছে, তাত নিবাসি লোকে এই চৰাইক কাশিটি বোলে।

ক খ্যা চিঞৰা পখি পাৰাগুই আৰু ব্রাজিল দেশত থাকে; ওপৰৰ মকা তাৰে। ডেউকাত আল দুটা দুটাকৈ থাকে। মৰাই চাৱা, গাৱা, মুলি মাতে: মাইকিও চয়ানি, চয়ানি বোলে; সেই কাৰনে তাত নিবাসিও সেই চৰাইক চাজা বোলে।

## ত্রিথ বিচাৰ্দৰ ত্রিষ্টান্ত বচন।

Poor Richard's Sayings.

এনে ন্যসহে কৰ্ত্তাক অতি কঠিন বুলি জা-নিব পাৰা, জি আপোনাৰ প্রজাৰ পৰা সহ ভাগৰ এভাগ কৰ তোলে; কিন্তু আলাহিয়াই কৰ দিলে অধিককৈ লিটো হেন বুলি ভাবে। আলাহ সকলো বোগৰ মুল, জি মানুহৰ আয়ুসকো চুটি কৰে।

সদাই বেৱহাৰ কৰা চোবানি দেখা কেনে চাক, গুমৰ শ্লোকাবাই খই হোআতকৈ; আ-লাহে মামৰে খাই খই ঞিওআৰ সৰে সিচু সিচু খই নিয়াই।

তুমি জদি প্রানক প্রেম কৰা তেন্তে তুমি সময় এনেই নে খেদিবা, কিয়নো সেয়ে প্রানৰ বস্তু। মুই থকা লিয়ানে একো হাই, পাৰ, থৰিব নোআৰে; মৈদামত জামি প্রচুৰ মতে বিস্রাম পাম, এই কথা পাহৰি আমি চৌপ-নিতে কিমান সময় খেদাও।

সকলো বস্তুতকৈ জদি সময় বহু মুল্য হই, তেন্তে নষ্ট হোআ সময় এনি সেয়ে অত্যন্ত হানি। সময় গলে আকও উভতি নো পোআ অধিক সময়ক এসপ হেন বুলি জানিবা। উঠা, সকলোএ অভিপ্রায়েৰে কৰ্ম কৰা, এই ৰূপে প্রুমেৰে কৰ্ম কৰিলে, অলপ উদ্বিগ্ন চিত্তেৰেই কৰ্ম কৰিব পাৰিবা।

আলাহ কৰিলে সকলো কৰ্মকে কৰিবলৈ কঠিন হেন পোআ জাই; কিন্তু প্রুমে সকলো-কে সহজ কৰে। জেয়ে পলমকৈ উঠে, সি দিনতো বনক খেদি খেদি গৈও লগ নে পাই সি বাতিও আপোনাৰ বনক কদাচিতো কৰি এটাৰ নোআৰে।

আলাহিয়াক, দৰিদ্রুই সিচু লগ পাই।

তোমাৰ বনক তুমি চেলা, কিন্তু সি তো-মাক খেদিবলৈ নি দিবা।

সোন কালে শুই সোন কালে উঠা, সকলো হই নিৰোগি, হই দিয়াম আৰু ধন।

আমাৰ আসা আৰু অভিলাস সিদ্ধি হোআ সময়ৰ আদ্ধক দেখোঁ জদি, তাঁহা, তেন্তে হাত জদি সদাই সময়ক উত্তম ৰূপে বেৱহাৰ কৰোঁ।

স্রমে আসাপালি বাট চাই নে থাকে, কিন্তু জেয়ে আসা পালি বাট চাই থাকে, সি ভোকত্তেই থাকিব লাগিব ।

তোমাৰ মাটি আছে জদি হাতেৰে তাত সহাই দিয়াগৈ, আৰু চতুৰ বুধিৰে কৰ দিয়া । জাৰ বেহাৰ বেৰসাই আছে, তাৰ সেয়ে সম্পত্তি, কিন্তু স্রমেৰে বেহাৰ বেৰসাই কৰিলেহে তাৰ সকলো ভাল হব ।

জাৰ চাকৰি কৰ্ম্ম আছে, তাৰো সেয়ে বৰ সম্পত্তি; কিন্তু সিও স্রম পূৰ্ব্বক কৰ্ম্ম কৰোক, তেনে ন হলে চাকৰিএও, কিম্বা বেৰসায়েও কৰ দিবলৈ অপাৰক হব ।

জদি আমি স্রমি লোক হঁও, তেন্তে ভোকত আমি কেতিয়াও ন মৰোঁ ।

স্রমিএ লোকক ধাৰ দিএ, নিৰসাই তাক একো কৰিব নোআৰে ।

বনুআৰ ঘৰত ভোকে ভুমুকিয়াই চাই হই, কিন্তু সোমাবলৈ সাহ নে পাই ।

জদি তোমাৰ ভঁৰাল নাই, কিম্বা তোমাৰ কোনো ধনবন্ত গিয়াতিএও তোমালৈ একো সম্পত্তি এৰি থৈ জোআ নাই; তেন্তে স্রম কৰা, সুখৰ মাক স্রম, ইশ্বৰে স্রমিক সকলো বস্তু দিএ ।

আলাহিয়াই টোপনিত উম লগাই সুই থাকোঁতেই তুমি গৈ পথাৰত দকৈ হাল বোআ, তাতে তোমাৰ সহ লোকত বেচিও আপোনালৈকো ৰাখিব পাৰিবা ।

আজি কৰিব পৰা বনক কাইলৈ কৰিম বুলি নেৰিবা ।

গাত কাপৰ মেৰাই লৈ হাত সাবটি উম লগাই বন ন কৰিবা; মেকুৰিএ কেঁচুৰ গাতত এন্দুৰ ধৰিব নোআৰে ।

তুমি নিৰ্ব্বলি, কৰিবলৈ বহু বন আছে; কিন্তু নে ভাগৰাকৈ তাতে থিৰ ৰূপে লাগি থাকা, তেহে তাৰ ফল দেখিবলৈ পাবা; কিয়নো নিতৌ পৰি থকা পানিৰ টোপাই শিলাকো এই নিয়াই, স্রম আৰু ধৌৰ্জ্যৰে জাহাজৰ থকা এন্দুৰেও খাবলৈ পাই ।

কুঠাৰৰ সৰু সৰু কোবেৰে অতি বৰ ব্রিহত গচকো ক্রমে বগৰাব পাৰি ।

কি জানি তুমি ভাবিব পাৰা বুলি তেনেকৈ স্রম কৰিলে দেখোন মোৰ আজৰি একেৰিও নাই, মোৰ মিত্র মই তোমাক কঁও; জদি তুমি আজৰি পাব খোজা, তেন্তে সময় উত্তম মতে বেৱহাৰ কৰা; তুমি জদি এক নিমিস বো নিচাই কৰিব নোআৰা, তেন্তে তাক এৰিও নি দিবা । ৰ. ন.

## পেংগুইন চৰাইৰ নকচা ।

The Penguin.

এই চৰাইৰ সৰু সৰু পাখি আছে, কিন্তু উৰিব নোআৰে । ভৰিৰে থিয় হৈ চলি জাই, ২ হাত মান ওখ । পাটাগনিয়া দেস আৰু মাজুলিবোৰত হেজাৰ হেজাৰ জাক হৈ থাকে । মাইকিএ এটা এটাকৈ কনি পাৰে; তাৰ কনি ৰাজ হাঁহৰ কনিতকৈ দুগুন মান ডাঙৰ ।





## নাদিৰ স্যা বাদস্যাৰ বিবৰন ।

Nadir Shah, Emperor of Persia.

খোৰাচান দেশৰ মেৰ ৰখিয়া এজন আছিল, সি বাপেকৰ কেতবিলাক মেৰ বেচি ধন পাই কোনো কোনো ডকাইতক লৈ, ক্ৰমে আফগান দেশৰ ৰজাক জিনি তেওঁৰ দেশ কাঢ়ি ললে । পাচে ১৭৩৬ শঁকত পাৰ্চি দেশৰ ৰজাৰ ৰাব লৈ নাদিৰ স্যা নামেৰে সিংহাসনত উঠিল । পাচে দিলি নগৰত থকা মহমদ স্যা বাদস্যাই সৈতে ৰন কৰিবলৈ আহি ১৭৩৯ শঁকত মহমদক বন্দিয়াৰ কৰি দিলি নগৰক ললে । পাচে এদিনত নগৰৰ মানুহে নাদিৰ স্যাৰ সেনাই সৈতে দন্দ লাগি অনেক সেনাক মাৰিলে । নাদিৰ স্যাই তাকে দেখি খং উঠি ৰাতি পুৱাত নগৰৰ মানুহক মাৰিবলৈ আগ্যা কৰিলে । দুই ৰজাত মতা, মাইকি, লৰাই সৈতে ১,০০,০০০ এক লাখ মানুহক বধ কৰা হল । সেসত মহমদ স্যা ৰজাই কান্দি কান্দি কাকুতি কৰাত নাদিৰে নগৰক খেমা কৰি বধ কৰাৰ কৰম বন । পাচে সেনাবিলাকে নগৰৰ দুৱাৰ সকল মাখি বস্তু লুট কৰিব ধৰিলে । তেতিয়া সকলো মানুহ খোৰ্ধা বস্তু নে পাই মৰিব লগা হৈছিল । সেসত টকি নামে এজন সুৰ খা-ৰিএ ৰজাৰ আগত এটা তামসাৰ কথা দেখাই ৰজাৰ সন্তোস কৰাত ৰজাই তাক কলে, তোৰ কি ইচা তাক দিম । তেতিয়া টকিএ কলে, দুখিয়াবোৰ যেন ন মৰে, নগৰ দুৱাৰ মেলিবলৈ আগ্যা দিওক । তাতে নাদিৰে নগৰৰ দুৱাৰ মেলিব দিলে । অলপ দিনৰ পাচে নাদিৰে সেই নগৰ এৰি আপোন দেশলৈ গল ।

## মহা কবি কালিদাসব জিবন ব্রিতান্ত।

Life and Writings of the Poet Kalidas.

ভাবত বর্ষিত জিমান কবিএ কাব্য লিখি-চে, সেই সকলোবে মাজত কালিদাস প্রধান। কিন্তু এই দেসব অন্য অন্য বজা আৰু পণ্ডিত সকলব নিচিনা এওঁবো জনমব ব্রিতান্ত বিসয়ে ইমানহে অদ্ভুত কথা আছে, জে তাব পবা স্বরূপ বিববন উধাব কবি লোআ অতি কঠিন। তথাপি আমি তাবে পবা কিঞ্চিত বিববন সং-গ্রহ কবি লিখিলো। এই মহা কবি কোন সময়ত, কোন বজাব দিনত, কোন দেসত জন-মিল, তাক আমি কব নোআবোঁ। কিন্তু এই এক কথা প্রচাব আছে, কালিদাস উজয়নি নগ-বব বিক্রমাদিত্য বজাব এক জন বন্ধু, অর্থাত নববত্ন নামে সভা পণ্ডিতবিলাকব মাজব একজন পণ্ডিত আছিল। খ্রিষ্ট জনমিবব প্রাই ৫০ বচব পূর্বে সেই বিক্রমাদিত্য বজা আছিল, এতেকে আমি জানিচোঁ, মহা কবিও সেই সময়তে আছিল, আৰু সেই বজাব আস্রই আৰু উচাহব বলতে তেওঁ নানা বিধ উত্তম উত্তম পুথি লিখি দেসব আৰু লোকব উপ-কাব কবিলে। মহা কবি কি জাতি আছিল, তাবো নিরূপন নাই। কোনোএ কই, তেওঁ খেত্রিয় আছিল, আৰু বিক্রমাদিত্যব জিএকক বিয়া কবাইছিল। কোনোএ কই, তেওঁ বামুন আছিল, আৰু আগব কালব বিতি অনুসাবে খেত্রিয় বজাব কন্যা বিয়া কবাইছিল। কিন্তু তলত আমি জি বিববন লিখিচোঁ, তাব পবা নিচই জনা জাই, জে তেওঁ বামুন আছিল; বামুনব চোআলি বিয়া কবাইছিল। আৰু আ-গব কালব তিবোতাবিলাকেও সুন্দব রূপে বিদ্যা সিকিছিল। এতিয়া আমি তেওঁব জনম বিববন এবি মূর্খে বিদ্যা সিকাব বিসই জি কথা প্রচাব আছে, তাকেহে লিখোঁ।

সাবদানন্দ নামে বাজ পুৰুব বিদ্যোত্তমা না-মে এটি অতি রূপবতি আৰু পণ্ডিতা চোআলি আছিল। তেওঁ আপোনাব বিয়াব বলত এই প্রতিগ্যা কবিলে, জেওঁ বিচাবত মোক হাৰু-আব পাবিব, সিহে মোক বিয়া কবাব পা-বিব। এই প্রতিগ্যা সুনি অনেক পণ্ডিতে তেঁবে সৈতে বিচাব কবিবলৈ গল; কিন্তু কোনেও তেঁওক পবাস্ত কবিব নোআবিলে। পাচে পণ্ডিতবিলাকে আপোনাব মান বাখিবব নি-মিত্তে এই বুধি থিব কবিলে, জে সেই কন্যাব এটা মূর্খে সৈতে বিয়া হওক, আৰু তেনে হলে তেঁওব গর্ব খর্ব হব। তেঁওবিলাকবে কেই জন মান, মূর্খ বিচাবিবলৈ গল। সি সি এখন হাবিত এটা বামুনে গচব ডালত উঠি গুবিত কটা দেখিলে, আৰু সেই ভয়ানক কথা কবাত তাব জি বিপদ হব পাবে, তাক তেঁও-বিলাকে কোআত সি কানকে নি দিলে। পণ্ডিত-বিলাকে সেই মহা মূর্খ কালিদাসবে দোআবাই তেঁওবিলাকব প্রতিগ্যা পূবাব পাবিম হেন বুলি, তাক গচব পবা নমাই বিয়া দিঁও বুলি সৈ আহিল। আৰু তাব আগত কলে, আমি তোমাক আমাব গুৰু বুলি এক কন্যাব ওচ-বলৈ সৈ জাম, তুমি তাত একো নে মা-তিবা, আৰু এনে হলেই তোমাব বিয়া হব। কালিদাসে তেঁওবিলাকব কথাত মান্তি হলত তেঁওবিলাকে তেঁওক কন্যাব ওচৈ সৈ গল, আৰু তেঁওবিলাকব গুৰু বুলি পবিচই দিলে। কন্যাই পেটে মমনিত্তে তেঁবে সৈতে বিচাব কবিবলৈ ভই কবিছিল, কিন্তু প্রতিগ্যা পালি-বব কাৰণে ন কবাকৈ থাকিব নোআবি সভাব মাজলৈ আহিল। পাচে কন্যাই এবে বজা ইবব আছে বুলি, এটা আঙুলি কালিদা-সক দেখুআলে; কিন্তু তেঁও মনত ভাবি-লে, কন্যাই মোব চকু এটা কাঢ়িব খুইচে, এতেকে মই দুটা আঙুলি দেখুআঁও। এই বুলি দুটা আঙুলি দেখুআলত তেঁওব সগব বাহ পণ্ডিতে বব প্রসংসা কবি কলে, কন্যা ! একে জনা ইস্বব আছে বুলি এটা আঙু-লি দেখুআলে, কিন্তু কালিদাসে নানা নাম প্ ... পুৰুস প্রকিতি দুই জনা জানি দুটা আঙু-লি দেখুআলে। পাচে কন্যাই আবি সেই কথা নভ্র হেন জানি কেইটা বাবো আঙুলিবে সংকেতেক সুধিলে, কিন্তু কালিদাসে কি কবে সেই সোমেই পণ্ডিতবিলাকে সোমাই বিয়াত,

দেশত কন্যা ঘাটিল । পাচে কন্যাই তেঁওক আপোনাতকৈ সস্কেত বিচাৰতে পাৰ্গত জেন জানি মুখেৰে বিচাৰ ন কৰি মালা দিলে । আৰু পণ্ডিতবিলাকে আপোনাৰ প্ৰতিগ্যা সিধি হোৱা দেখি ঘৰে ঘৰে গল । কালিদাস ৰাতি শয়নৰ ঘৰলৈ গলত দৈৱাত এটা উটে মাত লগালে । পাচে কন্যাই "সেইটো কিহে মাতিলে" বুলি সোধাত, কালিদাসে "উষ্ট্ৰ" বু বুলি এবেলি "উষ্ট," আৰু পাচ বেলি সোধাত "উট্ৰ" বুলিলে । কন্যাই এই কথাত কালিদাসক মূৰ্খ হেন জানি আপোনাৰ বাসনাক ধিকাৰ দি এই শ্লোক মাতিলে ।

কিং ন কৰোতি বিধিৰ্যদি ৰুষ্টঃ  
কিং ন কৰোতি সএৱ হি তুষ্টঃ ।  
উষ্ট্ৰে লুম্পতি ৰম্বা ষম্বা  
তস্মৈ দত্তা বিপুল নিতম্বা ।

অৰ্থাত বিধাতা ৰুষ্ট হলেই বা কি ন কৰে, আৰু তুষ্ট হলেই বা কি ন কৰে, দেখা! জি মানুহে "উষ্ট্ৰ" বোলাতেই এবেলি ৰকাৰ আৰু এবেলি ষকাৰ লোপ কৰিলে সেয়ে সৈতেহে মোৰ নিচিনা পণ্ডিতাৰ বিয়া হল!

কালিদাসে মনত বৰ বিৰুক্তি পাই হাবিলৈ গল । পাচে সৰস্বতি গোসানিৰ বৰ পাই বিদগ্ধ পণ্ডিত হৈ আপোনাৰ ঘৰলৈ আহিল । বিক্ৰমাদিত্য ৰজাই তেঁওৰ বিদ্যাৰ প্ৰভাও শুনি আপোনাৰ এজন সভা পণ্ডিত পাতিলে । পাচে শকুন্তলা নাটক, মেঘদূত, নলোদই, কুমাৰ সম্ভৱ, ৰঘুবংস প্ৰভৃতি পুথি ৰচনা কৰি পৰিশেষত মৃত্যু গল । বিদ্যা শিকাৰ নিচিনা মৃত্যু বিষয়েও অনেক অদ্ভুত কথা চলিত আছে । কোনোএ কই, কালিদাস মৰি সিদ্ধ হল, কোনোএ কই, কালিদাস বেশ্যাৰ ঘৰত কিবা ৰূপে অপঘাত মৃত্যু হল । কিন্তু এই সকল কথা জে কিমান দূৰৈৰ পৰ্য্যন্ত সঁচা আমি তাৰ চিকণা কৰিব নোৱাৰিলোঁ । পাঠক সকলে বিবেচনা কৰি চাওক, আমি আৰু কি কম!

কালিদাস জে প্ৰথম অদ্ভুত বিদ্যাৰ মাচিল, ইয়াক আমি মানোঁ । কিন্তু তেঁও আপোনাৰ ভিৰোতা অথবা অন্য কোনো কাৰনত বেজাৰ পাই বিদেশলৈ গৈ বৰ পৰিশ্ৰম কৰি বিদ্যা শিকিলে, আৰু মানুহবিলাকে তেঁওৰ অসাধাৰন কবিতা শক্তি দেখিহে অনেক আচৰ্য্য কথা উলিয়ালে । জি হওক, তেঁওৰ নিচিনা কবি ভাৰত বৰিসত হোৱাও নাই আৰু ন হবও । জেতিয়াৰ জি ভাৱ, তাক ৰকপকৈ লিখিও এনেহে উত্তমকৈ পুথি ৰচনা কৰিলে, জে পঢ়া সকলে তাক পঢ়াত বৰ আনন্দ পাই । আৰু জিমান পঢ়ে, তিমান অধিকহে ৰস পাই । কালিদাসৰ দৰে অসাধাৰন কবিতা শক্তি লৈ অলপ মানুহহে জনমিছিল । কোনো একজ ইউৰপৰ পণ্ডিতে কৈছে, "কালিদাসে জেনে উত্তমকৈ পুথি লিখিলে, তাতকৈ উত্তম লিখিবৰ মানুহৰ শক্তি নাই ।" সেই পৰ্য্যন্তেই মানুহৰ শক্তিৰ সিমা । অস! তেঁও কি উত্তমকৈ তিৰোতা আৰু পুৰুষৰ মিলন, বিৰহ প্ৰভৃতি আৰু সন্ধ্যা আৰু ৰাতি পুৱাৰ প্ৰিথিবিৰ শোভা, বন, উপবন, নদি প্ৰভৃতি বৰ্নাইছে! এই সকল বৰ্নন পঢ়িলে মন একে বেলিএ ত্ৰিপ্তি হই । আমি একন মূৰ্খে কালিদাসৰ গুন কিমান কম? পঢ়া সকলে অনেকেই তাক জানে । কৰ্নাট দেশৰ ৰজা আৰু ভোজ দেশৰ ৰজা প্ৰভৃতিএ সৈতে তেঁওৰ সাখ্যাত হোৱা কথা অনেকে জানে, আৰু আমি এই সৰু কাকতত তাক লিখা বাহুল্য, এতেকে তাক এৰিয়া এৰি মুটে তেঁও কৰা পুথি এন চাৰেকৰ কথা অলপ কওঁ ।

অভিগ্যান শকুন্তলা নাটক । এই নাটক এৰি কালিদাসে কৰা । ইয়াৰ আদি অৱধি অন্ত পৰ্য্যন্ত সকলো ঠাইতে সুন্দৰ । এই নাটক সাত অংসেৰে ভাগ হৈছে । দুষ্মন্ত নামে এজন সূৰ্য্য বংশি ৰজাই এক মুনিৰ শকুন্তলা নামে কন্যাক পহু মাৰিবলৈ জাওতে হাবিত বিয়া কৰালে । পাচে ৰজা ঘৰলৈ উলটি আহিলত সেই বিয়াৰ কথা পাহৰিলে । এনেতে শকুন্তলাৰ গৰ্ভ হল । মুনিএ তেঁওক ৰজাৰ ওচৰলৈ পঠিয়াই দিয়াত ৰজাই পোনেই বিয়া কৰোৱা কথা অস্বিকাৰ কৰিলে । পাচে কোনো প্ৰমান পাই শকুন্তলাক ঘৰলৈ আনিলে । কালিদাসৰ

অভিগ্যান সকুন্ত অতি উত্তম পুথি। কালিদাসে এই পুথি খনিৰ ওপৰত ইয়াক লিখিচে, "কালিদাসশ্ব সর্ব্বশ্ব অভিগ্যান সকুন্তল," অর্থাত অভিগ্যান সকুন্তল নাটকেই কালিদাসৰ ধন সম্পতি। অকল এই দেসৰ লোক সকলেই এই পুথিক ভাল বোলে এনে ন হই, বিদেসি লোকেও বোলে। জর্মানি দেসৰ গেটি চাহাবে সকুন্তলা নাটকৰ চেৰ উলিয়ম জোন্স চাহাবে কৰা তর্জমাৰ তর্জমা পঢ়িও বৰ প্রসংসা কৰিচে; এতেকে জি আচল মূল খন পঢ়িব, সিনো ন কৰিব নে? অৱস্যে কৰিব।

বিক্রমোর্বসি নাটক। এই নাটক পাঁচ অংসেৰে বিভক্ত। এই পুথি সকুন্তলাৰ নিচিনা উত্তম ন হই। কিন্তু চতুর্থ অংসত জি উর্বসিৰ বিৰহ বর্ননা আচে, সি অতি মনোহৰ। মালবিকাগ্নি মিত্র মালবিকা আৰু অগ্নি মিত্র ৰজাৰ উপাখ্যান ইয়াত আচে। ইয়াৰ ৰচনা ওপৰত কোনো পুথিৰ দৰে ন হই। বোধ হই, কালিদাসে প্রথমে এই নাটক ৰচিচিল।

নলোদই, এই কাব্য কালিদাসে কৰা। ইয়াত নল দময়ন্তিৰ কথা আচে। আৰু ই জমক অলঙ্কাৰেৰে কৰা হৈচে। ঘট কর্পৰ নামে নবৰত্নৰ এজন পণ্ডিতে জমক অলঙ্কাৰেৰে ২২ টা স্লোক ৰচনা কৰি এনে প্রতিগ্যা কৰিলে, "জি ইয়াতকৈ উত্তম ৰূপে জমক কাব্য ৰচিব, তাৰ মই কলহৰ তলেৰে পানি আনিম।" বোধ কৰোঁ, কালিদাসে এই গর্ব খর্ব কৰিবৰ কাৰনেহে এই খন পুথি ৰচিলে। কালিদাসে কথাৰ প্রতি দ্রিষ্টি ৰখাত এই পুথিৰ ভাব বৰ উত্তম ন হল।

ৰিতু সংহাৰ। এই কাব্যত গ্রিস্ম, বর্সা, বসন্ত, প্রভ্রিতি ৬ টা ৰিতু বর্ননা হৈচে। জাৰ জি স্বভাও তাক বর্ননা কৰাই কবিৰ প্রধান গুন। আৰু এই গুনটি এই পুথিত বিসেস ৰূপে আচে। আনতকৈও গ্রিস্ম ৰিতুৰ বর্ননাহে অতি মনোহৰ।

মেঘদূত। সংস্ক্রিত ভাসাত জিমান সৰু কাব্য আচে, আটাইতকৈ মেঘদূত প্রধান। ইয়াত এস অঠেৰেটা স্লোক আচে। কুবেৰৰ লগুআ এই জনে আপোনাৰ কবিৰ লগিয়া কাজ ন কৰাত থাকি কুবেৰে তাক অকলে এবচৰ ৰামগিৰি পর্বতত থাকিবলৈ আগ্যা কৰিলে। পাচে আঠ মাহৰ মূৰত বাৰিসা হলত আপোনাৰ তিৰোতালৈ মনত পৰি বলিয়াৰ নিচিনা হৈ নকৈ ওলোআ মেঘকে মানুহ জেন ভাবি আপোনাৰ তিৰোতাৰ ভলৈ সমাচাৰ লৈ জাবলৈ প্রার্থনা কৰিলে। আৰু ৰামগিৰি পর্বতৰ পৰা তাৰ ঘৰলৈকে বাটৰ কথা কৈ দিলে। কালিদাসে এই কাব্যত পর্বত, বন, উপবন, দেৱালই, নগৰ, জখ্যৰ আলই প্রভ্রিতি অতি বিতোপনকৈ বর্ননা কৰিচে। এই কাব্য এনেহে মনোহৰ, জে কালিদাসে আন কোনো ন কৰি কেৱল ইয়াকে জদি ৰচিলেহেঁতেন, তথাপি আমি তেঁওক মহা কবি বুলিলোঁহেঁতেন।

ৰঘুবংস। সংস্ক্রিত ভাসাত জিমান মহা কাব্য আচে, আটাইতকৈ ৰঘুবংস উতক্রিষ্ট। কোনো দেৱতা, বা উত্তম কুলত জনম হোআ কোনো খেত্রিয়ৰ, কিম্বা একে বংসৰে সৰহ ৰজাৰ উপাখ্যান লৈ জি কাব্য ৰচিত হই, তাকে মহা কাব্য বোলে। কালিদাস কিমান কবিতা সক্তি লৈ জনমিচিল, তাক কব নোআৰি। তেঁও আটাইতকৈ উত্তম মহা কাব্য, আটাইতকৈ উত্তম খণ্ড কাব্য আৰু আটাইতকৈ উত্তম নাটক ৰচনা কৰি গৈচে। বোধ হই, কোনো দেসৰ কোনো কবি আমাৰ কালিদাসৰ নিচিনা সকলো বিধ ৰচনা উত্তমকৈ কৰিব পৰা সক্তি পোআ নাচিল। কালিদাসৰ উপমা অতি মনোহৰ। তেঁও সংখ্যেপতে আৰু আটাই জনা বস্তু লৈ এনেহে উপমা কৰি গৈচে, জে তাৰ উপমাই নাই। কালিদাসৰ ইমান কবিতা সক্তি থকাতো মুঠে অহঙ্কাৰ নাচিল। তেঁও ৰঘু বংসৰ আদিতে লিখিচে, "জেনে বাউনাই দিঘল মানুহে চুকি নো পোআ ফল পাবৰ নিমিত্তে হাত মেলি উপহাস কৰে, সেই ৰূপ ময়ো কবিৰ কির্তি পাবলৈ অভিলাস কৰিচোঁ। উপহাস পাম।" ৰঘু-

বংস ১৯ সৰ্গত বিভক্ত । ইয়াত সূৰ্জ বংসৰ ৰজা কেই জন মানৱ চৰিত্ৰ বৰ্ননা কৰা হৈছে । প্ৰথম আঠ সৰ্গত দিলিপ, ৰঘু, অজ, এই তিনি ৰজাৰ বৰ্ননা আছে । নৱমৰ পৰা পোন্ধৰ সৰ্গলৈকে দসৰথ আৰু ৰাম ৰজাৰ চৰিত্ৰ । বাকি কেই সৰ্গত লৱ কুসৰ পৰা অগ্নিবৰ্ন পৰ্জন্ত ৰামৰ উত্তৰাধিকাৰিবিলাকৰ ব্ৰিত্তান্ত বৰ্ননা আছে । ইয়াৰ জি ভোখৰ পঢ়োঁ, সেই ভোখৰেই কালিদাসৰ অসাধাৰন কবিতা সক্তিৰ প্ৰমান দিছে ।

কুমাৰ সম্ভৱ । কালিদাসৰ দুতিয় মহা কাব্য কুমাৰ সম্ভৱ । কুমাৰ সম্ভৱো ৰঘুবংসৰ নিচিনা সকলো অংসতে উত্তম । এই মহা কাব্যৰ স্থুল কথা এই, তাৰক নামে এক অসুৰে ব্ৰহ্মাৰ বৰত দেৱতা সকলক আপোন আপোন অধিকাৰৰ পৰা খেদোআত ব্ৰহ্মাই দেৱতা সকলক এই বুলি আস্বাস দিলে, পাৰ্বত্তিৰ গৰ্ভত সিৱৰ জি পুত্ৰ হব, সেই এই অসুৰক মাৰিব । পাছে দেৱতা সকলে উদ্যোগ কৰি মহাদেৱৰ বিয়া দিয়াত কাৰ্ত্তিকৰ জনম হই । কাৰ্ত্তিকে সেই অসুৰক মাৰিলে । এই কাব্যত সত্তৰ সৰ্গ আছে । তাৰ প্ৰথম অৱধি সাত সৰ্গহে পোৱা জাই । বাকি ১০ সৰ্গ পোৱা নে জাই । কালিদাসৰ ইমান কবিতা সক্তি থকাতো এই দহ সৰ্গ অপ্ৰচলিত হল । আমাৰ মনে হলে তাৰ কাৰন এই হব পাৰে, সেই কেই সৰ্গত হৰ গৌৰিৰ বিহাৰাদি বৰ্ননা থকাত লোক সকলে, জগতৰ পিতা আৰু জগতৰ মাতা সিৱ দুৰ্গাৰ বিহাৰৰ নিচিনা কথা সুনিব নুখুজি সেই দহ সৰ্গৰ অনুসিলন একে বেলিএ লোপ কৰিলে । এই পুথিৰ সেস ভাগ অন্য কোনো লোকে ৰচনা কৰিছিল । কিন্তু কালিদাসৰ ওপৰত সাত সৰ্গ আৰু ইতৰ পণ্ডিতৰ সেসাংস পাঠ কৰিলে, ইয়াক নিচই জনা জাব, জে এই সেস ভাগ লোপ পোৱা হেন ভাৱিছে বঙ্গালি দেসৰ কোনো পণ্ডিতে ৰচিলে । কুমাৰ সম্ভৱ আৰু সিৱ পুৰান দুইতো প্ৰাই একে কথাই আছে । কিন্তু দুই এক স্লোকো দুই পুথিৰ একে সমান । তাৰে এটি লিখোঁ ।

তদিচ্ছামি বিভো স্ৰষ্টুং সেনান্যং তস্য সান্তয়ে ।
কৰ্ম্মবন্ধচ্ছিদং ধৰ্ম্মং ভৱস্যেৱ মুমুক্ষৱ ।
যদ্যোপি বিলিখৎ ভূমিং দক্ষেনা ভূমি তব্ধিয়া ।
বিষ বৃক্ষোপি সংবৰ্দ্ধ্য স্বয়ংছেত্তু মসাম্প্ৰতম্ ।
সিৱপুৰান ১৪ আধ্যাই কুমাৰ সম্ভৱ ২ সৰ্গ ।

কালিদাস ইমান পণ্ডিত হই, জে সিৱ পুৰানৰ স্লোক আপোন পুথিত দিছে, এনে সম্ভৱ ন হয় । এই স্লোক আৰু কালিদাসৰ অন্য স্লোকৰ ৰচনা প্ৰাই মিলে । সিৱ পুৰানৰ ৰচনা তেনে ন হই । সিৱ পুৰান কুমাৰ সম্ভৱতকৈ প্ৰাচিন হই, নে ন হই ইয়াত বৰ সংসই আছে । সকলো পুৰান ব্যাস মুনিৰ ৰচনা বুলি প্ৰসিধ আছে । কিন্তু সিবিলাকৰ পৰস্পৰ ৰচনা ইমানহে প্ৰিথক, জে একে জন মানুহে লিখা বুলিব পৰা নে জাই । অন্য কি? একে পুৰানৰে ৰচনা অকল একেটাৰ বুলিব নোৱাৰি । সিৱ পুৰান কুমাৰ সম্ভৱতকৈ প্ৰাচিন ন হই । আৰু বিষ্নু পুৰানহে সকলোতকৈ পুৰনি । বিক্ৰমাদিত্যৰ সময়ৰ পাছেহে সিৱ পুৰান ৰচনা হৈছে । জোগ বাসিষ্ট নামে এখনি পুথিতো কুমাৰ সম্ভৱৰ এটি স্লোক অবিকল পোৱা জাই । সেই স্লোকটি এই ।

আকাস ভৱা সৰস্বতী, সৰ্ব্বাং হৃদ্যেষোৰ
হিমুলাং প্ৰথমা বুদ্ধিবিৰা মুকম্পান্নং ।
কুমাৰ সম্ভৱ চতুৰ্থ সৰ্গ । জোগ বাসিষ্ট ১২৩ পৃষ্ঠা ।

কেতবিলাক তন্ত্ৰও অতি আধুনিক । কোনো তন্ত্ৰ ইমান সময়ত কৰা হৈছে জে তাত সৰুৰ নগৰ, ইংৰাজ জাতিৰো উলেখ পোৱা জাই, তন্ত্ৰ স্লোকটি পঢ়িলে পঢ়া সকলে তন্ত্ৰক পুৰনি বুলিব নোৱাৰিব । জোগ বাসিষ্টৰ অধিকাংসৰ তন্ত্ৰ জে সিৱ অথবা কোনো ৰিসিএ কৰা ন হই, আৰু এতিয়াৰ কালৰ কোনো লোকে কৰা, ইয়াত অনেকে সংসই ন কৰে । মেৰু তন্ত্ৰৰ ২৩ প্ৰকাসৰ তলত লিখা স্লোক

## গ্ৰহণি ৰোগৰ সংক্ষেপ বিবৰণ ।

The Chronic Dysentery.

এই দেশত প্ৰাই মানুহৰ "গ্ৰহণি" ৰোগ হৈ থাকে, আৰু ভাল দৰৱ খাবলৈ নো পোৱাত অনেক মানুহ মৰে; বিশেষকৈ আমিৰা মানুহৰ সেই ৰোগ হলে প্ৰাই জিয়া টান । আৰু এই বচৰৰ ভিতৰত সিৱসাগৰ জিলাত সকলুতি অনেক মানুহৰ সেই ৰোগ হৈ দুখ পাইছে; কোনো কোনো দৰৱ খাই সকলে ভাল হৈছে আৰু হব, কোনো কোনো মানুহৰ ভাল ন হই, সাহে সাহে সেই ৰোগে মাৰিবলৈ উপাই কৰিছে ।

এই ৰোগ হলে মানুহে ইংৰাজি ডক্তৰ বা আচৰ্মিয়া বেজ বৰুৱা সকলৰ গুৱিলৈ নে যাই, কেৱল আপোনাৰ মনেৰে গুন নি দিয়া কিবী দৰৱ খাই, দুখ পাই থাকে, আৰু মৰবো আসাই হয়; এই কাৰনে আমি সাধাৰন মানুহক জনাইছোঁ, যে সিবিলাকৰ এতিয়া পেট কামুৰি কামুৰি তেজ সাঁও পৰি থাকে, তাৰ পৰা সিদ্ধে মৰিবৰ ভই নাই, কিন্তু কিছু দিনৰ পাচত ৰোগে সিৰি ললে চাবলৈ বৰ টান হয়; এতেকে প্ৰথমতে অলপ দৰৱ খাই সিদ্ধে ভাল হব পাৰে, আৰু যোৱা কাতি মাহৰ ভিতৰত মোৰ সেই ৰূপে হোৱাত যি ৰূপে ভাল হল, তাক তলত লিখিলোঁ। সেই ৰূপে প্ৰথম ৰোগত এই ৰূপে ব্যৱহাৰ কৰা ভাল । প্ৰাই নতুন বেমাৰি মানুহৰ সেই দৰবেৰে ভাল হব, যদি কোনো জনৰ তাৰে ভাল ন হই, ইংৰাজি বা আচৰ্মিয়া বেজ বৰুৱা সকলৰ পৰা দৰৱ আনি খাই সিদ্ধে ভাল হবৰ যতন কৰাইক, নেৰে ন হলে ক্ৰমে টান হব ।

পেট কামুৰি কামুৰি অলপ অলপ দিবটৈ বেইৰে বাৰো লৌচ কৰিব লাগে, আৰু তেজ সাঁও পৰি থাকে, তনপেট ভৰ আৰু গ্ৰহণি নামে যি বাৰি আছে সি দিনাই থাকিলে, এই দৰৱ খাব লাগে ।

১ । কুলাপ সৰ লাগে ।

২ । বাটি কামুৰি আৰু চাহিৰি টৈয়া পা-তত দি তাৰ ৰস উলিয়াই ৪।৫ টকা ভৰুলি পূৱা দি খাব লাগে ।

৩ । আকলবিদি বা টুবুকি সজা আৰু কুটজ গছৰ ছাল বা গুটি, আৰু সিকিয়া, আৰু আদা, এই চাৰি বিধৰ ১।১ টকা মোটাই খুন্দি লৈ আধ সেৰ মান পানি দি এটা চৰুত সিজাব আৰু সেই পানি দুটা ১০ টকা মান থাকিলে গধুলি, পূৱা, দুপৰিয়া দি খাব লাগে। আৰু দিনৰ দুৰবি লিনা, বিনা সিজোৱা দুৰবি সিনক খাবলৈ ভাল ন হই, আৰু ৫ টকাতকৈ ভাকৰ, ১০ টকাতকৈ সৰহ নে খাব । আৰু ওপৰত কোৱা কুলাপৰ বাহিৰে তিনিও বিধৰ লগত "নাগাৰ্জুন" নামেৰে দৰৱ খালে বৰ ভাল ।

৪ । কোনো কোনো মানুহে গাখিৰ ভপভাই ভপতে ভপতে খাই ।

Sd Purnanund Sarma.

---

## পিয়ানবলি ।

যি জনে লোকৰ তিৰোতাক মাকৰ দিঠিনা দেখে, আৰু লোকৰ ধনক চপৰা সনিৰ দিঠিয়া দেখিব, আৰু সকলো প্ৰানিক আপোনাৰ দৰে মানিব, সেই জনকে পণ্ডিত বোলা যাই ।

আকাশত তৰাবিলাকৰ চন্দ্ৰেই অলঙ্কাৰ, তিৰোতাৰ স্বামিএই অলঙ্কাৰ, প্ৰিথিবিৰ ৰজাই অলঙ্কাৰ, কিন্তু বিদ্যা হলে সকলোৰে অলঙ্কাৰ ।

দুৰ্জনে যদি মিঠা কথাকে কই, তেও তাক বিশ্বাস ন কৰিব; কিয়নো তাৰ জিভাই বিষৰ কুন্ড, দুখ থাকিছে লোকাৰ ।

যি সাপৰ মূৰত মনি থাকে, সি অধিক ভাইন্দ, এতেকে তাকে মানুহে ধৰিবলৈ ভই কৰে । সেই দৰে বিদ্যাৱন্ত দুষ্ট মানুহৰো আৰু অধিক ভই [illegible] পৰিতিয়াগ কৰিব লাগে ।

সাপ আৰু দুষ্ট মানুহে দুয়ো একে । কিন্তু সাপক দৰৱেৰে বস কৰিব পাৰি; কিন্তু দুষ্ট হলে কোনো মতে বস কৰিবৰ সক্তি নাই, এতেকে সাপতকৈও দুষ্ট মানুহ বেয়া ।

**AGENTS FOR THE ORUNUDOI.**

Subscriptions to the Orunudoi, and payment of all sums due, will be received by the undermentioned individuals, who will act as Agents for the paper in their respective Districts.

*Sibsagor*, Rev. S. M. Whiting.
*Nowgong*, Rev. M. Bronson.
*Gowahati*, Rev. A. H. Danforth.

---

## অৰুনোদইৰ অৰ্থে ধন পোৱা ৰচিত ।

**Receipts for the Orunudoi.—Sibsagor.**

শ্ৰীযুত বাবু কেনৰাম বৰুআ চিৰস্তাদাৰ, দিবৰুগৰ, ১৮৫৪ ১৲
শ্ৰীযুত বাবু হাৰিৰাম মজুমদাৰ বৰুআ সদৰ আমিন, লখিমপুৰ, ১৮৫৫ ১৲
শ্ৰীযুত কেলিৰাম বৰুয়া, পেস্কাৰ, লখিমপুৰ, ১৮৫৫ ১৲
শ্ৰীযুত জিউৰাম সৰ্মা পেস্কাৰ, লখিমপুৰ, ১৮৫৫ ১৲
শ্ৰী সেখ পণ্ডুম আলি ওৰফে পদেৰৰ মহৰিৰ, লখিমপুৰ, ১৮৫৫ ১৲
শ্ৰীযুত শুক্ৰৰাম দাৰোগা, লখিমপুৰ, ১৲
শ্ৰী ৰক্তমল আচোআল, জোৰহাট, ১৲
শ্ৰীযুত চন্দ্ৰহাস গোহাঁই দেও, ভুন মাহলৈ ১৮৫৫ ১৲
শ্ৰীযুত কণ্ঠৰাপা ডেকা ফুকন, ভুন মাহলৈ ১৮৫৫ ১৲
শ্ৰীযুত মনি সৰ্মা গন্ধিয়া বৰুআ, চই মাহ ১৮৫৪ ॥
শ্ৰীযুত ভুধৰ ফুকন মৌজাদাৰ, ভুন মাহলৈ ১৮৫৫ ১৲
শ্ৰীযুত বাবু ৰামকানাই, ১৮৫৪ ১৲
শ্ৰী নিধি লিৰাই কাবোএল, ১৮৫৪ ১৲
শ্ৰী চিকা দাস, ১৮৫৪ ১৲

**Receipts for the Orunudoi.—Nowgong.**

Lieut. H. S. Bivar, to close of 1854, 15 Rs.
T. Murray, Esq. 1855 1 R.
Rev. I. J. Stoddard, 1855 1 R.
শ্ৰী কানুৰাম ডেকা, ১৮৫৪ ১৲
শ্ৰী জনাৰ্দন ভূঞা পেস্কাৰ, ১৮৫৪ ১৲

## জানুআৰি, অৰ্থাত মাঘৰ পঞ্জিকা ।

**Almanac for January, A. D. 1855. Assam Era, 1776.**

| জানুআৰি | পুহ | বাৰ | তিথি | দিনমান | জানুআৰি | মাঘ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ২ | ১৩ | ১০।২০ | ১৭ | ৪ | ৪ | ২৯ | ১০।৩২ |
| ২ | ১৯ | ৩ | ১৪ | ১০।২০ | ১৮ | ৫ | ৫ | ৩০ | ১০।৩৩ |
| ৩ | ২০ | ৪ | ১৫ | ১০।২১ | ১৯ | ৬ | ৬ | ১ | ১০।৩৫ |
| ৪ | ২১ | ৫ | ১৬ | ১০।২১ | ২০ | ৭ | ৭ | ২ | ১০।৩৬ |
| ৫ | ২২ | ৬ | ১৭ | ১০।২২ | | | | | |
| ৬ | ২৩ | ৭ | ১৮ | ১০।২২ | ২১ | ৮ | ১ | ৩ | ১০।৩৬ |
| | | | | | ২২ | ৯ | ২ | ৫ | ১০।৩৬ |
| ৭ | ২৪ | ১ | ১৯ | ১০।২৩ | ২৩ | ১০ | ৩ | ৬ | ১০।৩৭ |
| ৮ | ২৫ | ২ | ২০ | ১০।২৩ | ২৪ | ১১ | ৪ | ৭ | ১০।৩৯ |
| ৯ | ২৬ | ৩ | ২১ | ১০।২৪ | ২৫ | ১২ | ৫ | ৮ | ১০।৪০ |
| ১০ | ২৭ | ৪ | ২২ | ১০।২৫ | ২৬ | ১৩ | ৬ | ৯ | ১০।৪১ |
| ১১ | ২৮ | ৫ | ২৩ | ১০।২৬ | ২৭ | ১৪ | ৭ | ১০ | ১০।৪২ |
| ১২ | ২৯ | ৬ | ২৪ | ১০।২৭ | | | | | |
| ১৩ | ৩০ | ৭ | ২৫ | ১০।২৮ | ২৮ | ১৫ | ১ | ১১ | ১০।৪৩ |
| | | | | | ২৯ | ১৬ | ২ | ১২ | ১০।৪৪ |
| ১৪ | ১ | ১ | ২৬ | ১০।২৯ | ৩০ | ১৭ | ৩ | ১৩ | ১০।৪৫ |
| ১৫ | ২ | ২ | ২৭ | ১০।৩০ | ৩১ | ১৮ | ৪ | ১৪ | ১০।৪৭ |
| ১৬ | ৩ | ৩ | ২৮ | ১০।৩০ | | | | | |



---

এই অৰুনোদই গিৰান ভওাৰ মোং লিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চাপা কৰা হৈছে । আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মূৰত দিলে ১॥ টকা ।

# THE ORUNUDOI,

**A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.**

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*